# সপ্তকাণ্ড
# ৰামায়ণ

[ মহাপুৰুষ মাধৱদেৱ, অপ্ৰমাদী কবি মাধৱকন্দলী
আৰু শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত ]

অষ্টাদশপৰ্ব অসমীয়া মহাভাৰত, শ্ৰীমদ্ভাগৱত,
চিত্ৰভাগৱত, সটীক নামঘোষা,
বৰগীত আদিৰ সম্পাদক
৺হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্নৰ দ্বাৰা
সম্পাদিত

দত্তবৰুৱা এণ্ড কোম্পানী

# মুখবন্ধ

ৰামায়ণ এখন সংস্কৃত মহাকাব্য ; ইয়াৰ ৰচক বাল্মীকি ঋষি। ৰামায়ণৰ বিষয়—ৰামৰ চৰিত।

পৃথিৱীৰ বহুত ভাষাত এই মহাকাব্য অনূদিত হৈছে। আমাৰ ভাৰতবৰ্ষৰ তামিল ভাষাতেই পোনতে এই ৰামায়ণ লিখা হৈছিল। বিশ্বকোষত লিখিছে—তামিল ভাষাত আঠ প্ৰকাৰ ৰামায়ণ ৰচিত হৈছিল। এঘাৰ শতিকাত জৈন ভাষাত এই মহাকাব্য লিখে। তাৰ পাচত তৈলঙ্গী ভাষাত পাঁচ প্ৰকাৰ ৰামায়ণ ৰচিত হয়। ইয়াৰ উপৰিও মাৰাঠী ভাষাত আঠ প্ৰকাৰ, উৎকল ভাষাত ছয় প্ৰকাৰ আৰু বঙ্গ ভাষাত পঁচিশ প্ৰকাৰ ৰামায়ণ লিখা হয় বুলি বিশ্বকোষত উল্লেখ কৰিছে।

আমাৰ দেশত অপ্ৰমাদী মহাকবি মাধৱ কন্দলিয়ে চৈধ্য শতিকাৰ মাজ ভাগত অসমীয়া ভাষাৰ গৌৰৱ-মুকুট **মহাকাব্য ৰামায়ণ** ৰচনা কৰে। ইয়াৰ প্ৰায় এশ বছৰ পাচত অৰ্থাৎ পোন্ধৰ শতিকাৰ মাজ ভাগত বঙালী কবি কৃত্তিবাসে **বঙলা ৰামায়ণ** ৰচনা কৰে। হিন্দী ৰামায়ণ মহাত্মা তুলসীদাসে ষোড়শ শতিকাতহে ৰচনা কৰে। অতি পৰিতাপৰ কথা যে নানা কাৰণত আমাৰ অসমীয়া জাতিয়ে আনৰ লগত সমানে উধাব নোৱাৰা বাবে আমাৰ দেশত ৰংচঙীয়া কৃত্তিবাসী বঙালী ৰামায়ণহে পৰ্বতে-ভৈয়ামে চলে। ইয়াত থকা পশ্চিমীয়া ভাইসকলৰ হাতত আমি তুলসীদাসৰ ৰামায়ণো দেখিবলৈ পাওঁ। তুলসীদাসী ৰামায়ণৰ বহু সংস্কৰণ ; ইয়াৰ "বাল সংস্কৰণ" এটাও আছে। সকলোৱে শুনি আনন্দ পাব, যে পোন্ধৰ শতিকাৰ শেষত কি ষোড়শ শতিকাৰ আগ ভাগত ৰচনা কৰা আমাৰো "শ্ৰীৰামকীৰ্ত্তন" বা "অনন্ত ৰামায়ণ" নামৰ ৰামায়ণৰ এটা **শিশু সংস্কৰণ** (পদ্যত) হৈছিল ; সপ্তদশ শতিকাত **কথা ৰামায়ণ** নাম দিও গদ্যত ৰামায়ণৰ এটা সৰু সংস্কৰণ কৰিছিল ; কিন্তু কালৰ কুটিলা গতিত বঙ্গ ভাইসকলৰ বহুল প্ৰচাৰৰ ফলত কৃত্তিবাসী ৰামায়ণে অসমীয়া ৰামায়ণবোৰ তল পেলাই থলে।

প্ৰায় অৰ্দ্ধ শতিকাৰ আগত (১৮৯৯ চনত) আমাৰ দেশৰ সাহিত্যানুৰাগী অনুসন্ধিৎসু ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ যত্নত প্ৰাচীন কামৰূপায় বা অসমীয়া ভাষাৰ মাধৱ কন্দলিৰ ৰামায়ণ প্ৰকাশ হয়। পুথিখনৰ মূল্য আছিল দুটকা—চিত্ৰ আদি নথকা বাবে নে কি ভালেমান বছৰৰ পাচতহে ছপা পুথিখিনি শেষ হৈছিল। পাচত সুসাহিত্যিক শ্ৰীপ্ৰসন্নলাল চৌধুৰী বি-এ, আৰু অধ্যাপক (বৰ্ত্তমান শিক্ষা অধিকাৰ) উমাকান্ত গোস্বামী এম, এ, বি, এল, আৰু পণ্ডিত কনকচন্দ্ৰ শৰ্ম্মা ব্যাকৰণতীৰ্থ মহাশয়দ্বয়ে ১৯৪১ চনত অসমীয়া ৰামায়ণৰ একোটা সংস্কৰণ উলিয়ায়। ইয়াৰ পৰিমাণ যথেষ্ট নোহোৱাৰ কাৰণে আকৌ দেশত ৰামায়ণৰ অভাৱ হৈ উঠে ; এই কাৰণেই আমাৰ এই চেষ্টা।

১। আমি এতিয়ালৈকে বিচাৰি পোৱা কামৰূপীয় বা অসমীয়া ৰামায়ণ এই কেইখন :-

(ক) শ্ৰীৰাম কীৰ্ত্তন বা অনন্ত ৰামায়ণ ৭ কাণ্ড।

[এইখন আমি প্ৰায় চল্লিশ বছৰ আগতে প্ৰকাশ কৰিছিলোঁ।]

(খ) মাধৱ কন্দলিৰ ৰামায়ণ ৫ কাণ্ড

(গ) অনন্ত কন্দলিৰ ৰামায়ণ ৫ কাণ্ড

(ঘ) ৰঘুনাথ মহন্তৰ গদ্য ৰামায়ণ ৫ কাণ্ড

[ গদ্য ৰামায়ণখনি প্ৰায় কুৰি বছৰ আগতে দেশৰ সুসাহিত্যিক শ্ৰদ্ধেয় সোণাৰাম চৌধুৰী ডাঙৰীয়াই সম্পাদন কৰি উলিয়াইছিল, খৰচৰ অভাৱত ছপা কৰিব নোৱাৰিলে ; বৰ্ত্তমানে গুৱাহাটী বিশ্ববিদ্যালয়ে অধ্যাপক সত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱৰ হতুৱাই সম্পাদন কৰাইছে। ]

(ঙ) শ্ৰীমন্ত শঙ্কৰদেৱৰ উত্তৰাকাণ্ড ৰামায়ণ

(চ) মহাপুৰুষ মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ

আমাৰ ভাষাৰ ৰামায়ণী সাহিত্য :—

(ক) দুৰ্গাবৰৰ ৰামায়ণ—দুৰ্গাবৰী

(খ) বিদ্যাপঞ্চাননৰ—পাতলীকাণ্ড ৰামায়ণ

(গ) ৰঘুনাথ মহন্তৰ—অদ্ভুত ৰামায়ণ

(ঘ) অনন্ত কন্দলিৰ—সীতাৰ পাতাল প্ৰবেশ

(ঙ) হৰিবৰ বিপ্ৰৰ—লৱকুশৰ যুদ্ধ

(চ) গঙ্গাধৰ কবিৰ—সীতাবনবাস

(ছ) শ্ৰীমন্ত শঙ্কৰদেৱৰ—ৰামবিজয় নাট, সীতাহৰণ, সীতাস্বয়ম্বৰ

(জ) ৰঘুবংশাৱলী, ৰামৰসায়ণ ( অপ্ৰকাশিত )

মহাকবি মাধৱ কন্দলিৰ সময়ত আৰু কেইবাজনো কবিৰ আবিৰ্ভাৱ হৈছিল ; তাৰ ভিতৰত অশ্বমেধপৰ্ব্ব ৰচক হৰিহৰ বিপ্ৰ, জয়দ্ৰথবধ ৰচক কায়স্থকবি কবিৰত্ন সৰস্বতী আৰু প্ৰহ্লাদ চৰিত ৰচক কবি হেমসৰস্বতী প্ৰধান। ইয়াৰ আগতে কামৰূপীয় বা অসমীয়া ভাষাৰ কবি আছিল যদিও সি বিস্মৃতিৰ গৰ্ভত লীন গৈছে।

পুৰুষোত্তম গজপতিৰ দীপিকাছন্দক কোনো কোনোৱে একাদশ শতিকাৰ কাব্য বুলি ঠাৰৰাব খোজে, আচলতে কিন্তু এওঁ পঞ্চদশ শতিকাৰ হে। * মহাকবি মাধৱ কন্দলিৰ আগৰ কবি "ডাক"হে। আমাৰ দেশত ডাকৰ বচন বহু কালৰপৰা মুখে মুখে চলি আহিছিল ; সম্ভৱতঃচ তুৰ্দ্দশ শতিকাত ই লিপিবদ্ধ হয়। হেম সৰস্বতী, কবিৰত্ন সৰস্বতী আদিৰ পদৰ লালিত্য দেখিলে বোধ হয় সেই সময়ত আৰু তাৰ আগতে এই দেশত বহুতো ডাঙৰ কবি আছিল, কিন্তু কবিসকলৰ লিখা পুথি-পত্ৰ আদি লোপ পাইছে।

বৰাহৰাজ বংশৰ মহামাণিক ৰজাৰ আদেশত মাধৱ কন্দলিয়ে সাতকাণ্ড ৰামায়ণ ৰচনা কৰে—

কবিৰাজ কন্দলি যে আমাকেসে বুলিৱয়
কৰিলোহোঁ সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে
**বৰাহ** ৰজাৰ অনুৰোধে॥
সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিকৰ বোলে কাব্যৰস কিছো দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত॥ লঙ্কাকাণ্ড

*"প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত" ৩৩ পৃষ্ঠা চাওক।

জয়ন্তাপুৰৰ ৰজা সকলেই "বৰাহ বা "বৰাহি ৰজা" বুলি খ্যাত আছিল। এওঁলোকেই কছাৰী ৰজা। এই বংশৰ ৰজাসকলে প্ৰায় দ্বাদশ শতিকাৰপৰা চতুৰ্দ্দশ শতিকালৈকে মধ্য-অসমত ৰাজত্ব কৰিছিল। এই সময়ত এই বংশৰ প্ৰভাৱ পূবে দিখৌ নৈৰপৰা পশ্চিমে দিগাৰু নৈ লৈকে বিস্তাৰিত হৈছিল। কপিলী কোষত **কন্দলি** নামৰ এখন উন্নত ৰাজ্য আছিল। বৰাহি বা কছাৰী ৰজাৰ প্ৰভাৱত এই সময়ত কন্দলি ৰাজ্য জয় পৰিলেও তাৰ শিক্ষাৰ চৰ্চ্চা কম নাছিল। ইয়াত ভাগৱতৰ চৰ্চ্চা বিশেষৰূপে আছিল।* পণ্ডিত লোকো তেনেই কমি যোৱা নাছিল। পঞ্চদশ শতিকাৰ পাচৰ পৰাহে কিবা কাৰণত প্ৰাচীন কন্দলি ৰাজ্যৰ উচ্চ শ্ৰেণীৰ লোকসকল ভাগি আন আন ঠাইলৈ যায়। আমাৰ মহাকবি মাধৱ কন্দলি এই কন্দলি ৰাজ্যৰেই বুলি আমি অনুমান কৰিছোঁ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ হয় পঞ্চদশ শতিকাৰ মাজ ভাগত। মাধৱ কন্দলি প্ৰায় এক শতিকা আগৰ। সেই কাৰণে **উত্তৰাকাণ্ডত** শ্ৰীমন্ত শঙ্কৰদেৱে—

"পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলি আদি
তেহেঁ বিৰচিলা ৰামকথা।"

বুলি উল্লেখ কৰি **"উত্তৰাকাণ্ড"** আৰম্ভ কৰিছে।

মাধৱ কন্দলিয়ে সাতকাণ্ড ৰামায়ণ লিখা বুলি লঙ্কাকাণ্ডত নিজে উল্লেখ কৰিছে। এনে অৱস্থাত "উত্তৰাকাণ্ড" শ্ৰীমন্ত শঙ্কৰদেৱে আৰু "আদিকাণ্ড" মহাপুৰুষ মাধৱদেৱে কিয় লিখিবলগীয়া হল, সেই কথা ক'তো লিখা নাথাকিলেও অনুমান হয়, ৰাজবিপ্লৱত বা কোনো নৈসৰ্গিক কাৰণত এই দুই কাণ্ড নষ্ট হোৱাত এই দুজনা মহাপুৰুষে পৰৱৰ্ত্তী কালত ইয়াক ৰচনা কৰে। সম্ভৱতঃ পাটবাউসীত থকা কালত অৰ্থাৎ শ্ৰীগুৰুৰ লীলাৰ শেষকাল হোৱাত এই মহাকাব্যৰ নষ্ট হোৱা দুই কাণ্ড ৰচিত হয়।

অসম-অনুসন্ধান-সমিতিয়ে ( Assam Antiquarian Society ) মাধৱ কন্দলিৰ ভণিতা থকা **আদিকাণ্ড** আৰু **উত্তৰাকাণ্ড** ৰামায়ণ দুই কাণ্ড বিচাৰি আনি বৰ্ত্তমানে ৰক্ষা কৰিছে। এই দুই কাণ্ড আচলতে কিন্তু মহাপুৰুষ দুজনাৰ ৰচিত পদৰ লগত নতুনকৈ কিছুমান পদ যোগ কৰি লিখা। আমাৰ দেশত "ৰামায়ণ গোৱা ওজা" আজি কালিও আছে। আমাৰ বাল্যকালত অৰ্থাৎ পঞ্চাশ বছৰ মান আগতে এই ওজা দেশত বহুতো আছিল। মাধৱ কন্দলিৰ ৰামায়ণ আমাৰ ওজাসকলে মুখস্থ ৰাখি গাই ফুৰিছিল। পাচত কেনেবাকৈ আদিকাণ্ড আৰু উত্তৰাকাণ্ড নষ্ট হোৱাত বোধকৰোঁ ওজাসকলে মাজে মাজে মহাপুৰুষৰ পদ সুমাই গাবলৈ ধৰিলে; আৰু পৰৱৰ্ত্তী কালত ইয়াক কোনো ওজাই বা কবিয়ে লিখি থলে। আচলতে মাধৱ কন্দলিয়ে ৰচনা কৰা আদিকাণ্ড আৰু উত্তৰাকাণ্ড নষ্ট হোৱা কাৰণেহে প্ৰায় ডেৰ শ বছৰ পাচত শ্ৰীমন্ত শঙ্কৰ-মাধৱে উত্তৰাকাণ্ড আৰু আদিকাণ্ড ৰামায়ণ ৰচনা কৰিবলগীয়া হৈছিল। এতেকে অনুসন্ধান সমিতিত ৰক্ষা কৰা মাধৱ কন্দলিৰ ভণিতা থকা আদিকাণ্ড আৰু উত্তৰাকাণ্ড এই অপ্ৰমাদী কবিৰ অমৰ লেখনিৰপৰা ওলোৱা নহয়। অনুসন্ধান সমিতিত ৰক্ষা কৰা পুথিত লৱ-কুশৰ যুদ্ধৰ কথা আছে, শ্ৰীমন্ত শঙ্কৰ দেৱৰ উত্তৰাকাণ্ডত নাই।

---

* শ্ৰীমদ্ভাগৱতৰ পাতনি চাওক।

* বৰ্ত্তমানেও নগাওঁ নগৰৰ বাৰ মাইল দূৰত কন্দলি মৌজা আৰু কন্দলি গাওঁ আছে।

আমাৰ আন এজনা মহাকবি অনন্ত কন্দলিয়েও ৫ কাণ্ড ৰামায়ণ ৰচনা কৰে। এই ৰামায়ণ বৰপেটা কীৰ্ত্তন-ঘৰত আৰু নগাৱঁৰ কটুৰ্ সত্ৰত থকা আমি জানোঁ; দুজনা গুৰুৰ দুই কাণ্ডৰ সৈতে মাধৱ কন্দলিৰ ৰামায়ণকে আমাৰ দেশৰ লোকে বেচি আদৰ কৰে। বোধকৰোঁ এই কাৰণেই স্বৰ্গীয় ৰায় বাহাদুৰ বৰদলৈ ডাঙৰীয়াই বৰপেটাত চাকৰিত ( S. D. O ) থকা কালতেই ইয়াক প্ৰকাশ কৰে।

প্ৰাচ্য আৰু পাশ্চাত্য পণ্ডিত কিছুমানৰ মতে ৰামায়ণ আদিতে পাঁচ কাণ্ডহে আছিল। আদিকাণ্ড আৰু উত্তৰাকাণ্ড পাচতহে ৰচিত হৈছিল। সংস্কৃত পণ্ডিত কাৰো কাৰো মতে আদি আৰু উত্তৰাকাণ্ডৰ কবিত্ব হেনো আন পাঁচ কাণ্ডতকৈ তল খাপৰ। তদুপৰি এই দুই কাণ্ডত ৰামক পূৰ্ণব্ৰহ্ম কৰিছে কিন্তু মাজৰ পাঁচ কাণ্ডত বাল্মীকিয়ে ৰামক আদৰ্শ মানৱ হিচাপে বৰ্ণনা কৰিছে সম্ভৱতঃ এই কাৰণে ভাৰতৰ বিভিন্ন ভাষাৰ কিছুমান ৰামায়ণ পাঁচ কাণ্ডৰ।

আমি প্ৰকাশ কৰা "আদিকাণ্ড উত্তৰাকাণ্ড" আৰু ৰামায়ণৰ ভাষা শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ আন আন গ্ৰন্থৰ দৰে কঠিন শব্দ নথকা সুৰস লালিত্যপূৰ্ণ। অপ্ৰমাদী কবি মাধৱ কন্দলিৰ ভাষাত মাজে মাজে কঠিন অপ্ৰচলিত শব্দ আছে কিন্তু নানা ঘৰুৱা অলঙ্কাৰ আৰু মনোৰঞ্জন বৰ্ণনাই সেই কঠিন শব্দবোৰৰ অৰ্থ পাঠকে গম নোপোৱাকৈ বুজিব পাৰে। এই ৰামায়ণ আমাৰ দেশৰ ল'ৰা-বুঢ়া ডেকা-গাভৰু সকলোৰে হৃদয়ৰ ধন আৰু সেৱাৰ বস্তু; কিয়নো আমাৰ অসমীয়া ৰামায়ণত আমাৰ জাতিৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, সামাজিক জীৱনৰ কথাই ভৰা; ইয়াত যিবোৰ অলঙ্কাৰ দিছে তাৰো সৰহভাগ আমাৰ ঘৰুৱা কথা; এই কাৰণে এই ৰামায়ণৰ পদবোৰ আমাৰ জাতিৰ প্ৰাণৰ কথা।

অতি পৰিতাপৰ কথা, যে এই অসমীয়া ৰামায়ণ প্ৰচাৰৰ অভাৱত আজিলৈকে দেশৰ বহুতৰ হাতত পৰা নাই। ৰংচঙীয়া বঙালী ৰামায়ণেই আমাৰ মন আকৰ্ষণ কৰিছে আৰু গাৱেঁ-ভূএঁ সেইবোৰ সোমাইছে।

কৃত্তিবাসৰ বঙলা ৰামায়ণ আৰু অসমীয়া ৰামায়ণ সম্বন্ধে শ্ৰদ্ধেয় সোণাৰাম চৌধুৰী ডাঙৰীয়াই ১৮৫১ শকৰ শাওণ মাহৰ বাঁহীত এটি সাৰুৱা প্ৰবন্ধ লিখিছিল—সেই প্ৰবন্ধৰপৰা তলত লিখা কথাখিনি তুলি দিয়া হল।

"কৃত্তিবাসী ৰমায়ণত বহুত পুৰাণ, উপপুৰাণৰ কথা সোমাইছে। আচলকৈ কবলৈ গলে কৃত্তিবাসে বাল্মীকি ৰামায়ণৰ চাঁহে লৈছে, কতো বা নোহোৱা নোপোজা ভালেমান অতিৰঞ্জিত নিজে গঢ়া কথা সুমুৱাইছে।

কৃত্তিবাসৰ ৰামায়ণত ৰাম আৰু সীতাৰ চৰিত্ৰৰ কথা বাল্মীকিৰ লগত সম্পূৰ্ণ অমিল। কৃত্তিবাসৰ ৰামচন্দ্ৰ পূৰ্ণব্ৰহ্ম, কিন্তু বাল্মীকিৰ ৰাম এজন আদৰ্শ পুৰুষহে। বাল্মীকিৰ সীতা, আদৰ্শ সতী, গৃহিণী, কিন্তু কৃত্তিবাসৰ সীতা দেবী, সাক্ষাৎ লক্ষ্মী। সীতাক হৰণ কৰা সময়ত কৃত্তিবাসৰ সীতা ভয়াতুৰা, কলপাতৰ দৰে থৰ্ থৰকৈ কঁপা; কিন্তু বাল্মীকিৰ সীতা নিৰ্ভীকা, বীৰাঙ্গনা। বাল্মীকিৰ ৰামায়ণৰ প্ৰথমতে নাৰদৰ প্ৰতি বাল্মীকিৰ প্ৰশ্ন, ক্ৰৌঞ্চবধ ইত্যাদি; কৃত্তিবাসৰ গোলোক বৰ্ণন, নাৰায়ণৰ চাৰি অংশে অৱতাৰৰ কথা। কৃত্তিবাসৰ ৰত্নাকৰৰ উপখ্যান 'মৰা' 'মৰা' বুলি পৰিত্ৰাণ পোৱা আদি কথা বাল্মীকিত নাই। কৃত্তিবাসৰ চন্দ্ৰবংশ এনে কি হৰিশ্চন্দ্ৰৰ উপাখ্যান পৰ্য্যন্ত বাল্মীকিত নাই।

কৃত্তিবাসৰ কাণ্ডাৰ মুনিৰ বৈকুণ্ঠ যাত্ৰা, সৌদাশ ৰজাৰ গঙ্গা যাত্ৰাত মুক্তি, বাল্মীকিত নাই। ভগীৰথে বোলে গঙ্গা আনোতে বঙ্গদেশৰ কিছুমান গাৱঁৰ মাজেদি গঙ্গা লৈ গৈছিল; সেইবোৰ গাৱঁৰ নাম মেভাতনা, নবদ্বীপ, আকনা, মহেশ প্ৰভৃতি। এইবোৰ কৃত্তিবাসৰ তেনেই জোৰা দিয়া কথা। ..... ইপিনে আকৌ বাল্মীকিত থকা কিছুমান কথা কৃত্তিবাসত নাই। কাৰ্ত্তিকৰ জন্ম, শবলা লৈ বশিষ্ঠ বিশ্বামিত্ৰৰ বিৰোধ, ত্ৰিশঙ্কুৰ স্বৰ্গাৰোহণ, অম্বৰীষৰ যজ্ঞ, শুনঃশেপৰ উদ্ধাৰ ইত্যাদি কথা কৃত্তিবাসত নাই। ৰাক্ষসীৰূপধাৰিণী লঙ্কাৰ অধিষ্ঠাত্ৰী দেৱীৰ পৰাজয়ৰ কথা বাল্মীকিত আছে, কৃত্তিবাসত নাই। কৃত্তিবাসত হনুমন্তৰ প্ৰাৰ্থনাত দেৱী উগ্ৰচণ্ডাৰ লঙ্কা ত্যাগ, জয়ন্তা কাউৰীৰ সীতা আক্ৰমণ আৰু শ্ৰীৰামে তাৰ চকুবিন্ধা কথা আছে, বাল্মীকিত নাই। বিভীষণ ৰামৰ লগত মিত্ৰতা বাল্মীকিৰ লঙ্কাকাণ্ডত নাই, কিন্তু কৃত্তিবাসৰ সুন্দৰাকাণ্ডত সেই কথা দেখা যায়। কৃত্তিবাসত ৰাৱণে বিভীষণক লাঠি মৰাত ৰামৰ পক্ষলৈ অহা বুলি লিখিছে, কিন্তু বাল্মীকিত লাঠি মৰা বুলি নকয় তাত গালি পৰাত হে বিভীষণ অহা বুলি উক্তি। তৰণীসেন বধত তাৰ কটা মূৰে 'ৰাম' 'ৰাম' বোলা কথা কৃত্তিবাসে ক'ত পালে তাকো কব নোৱাৰি। বীৰবাহুবধ, মহীৰাৱণবধ আদিও বাল্মীকিত নাই। লক্ষ্মণ শক্তিশেলত পৰাত হনুমন্তে ঔষধ আনিবলৈ গৈ **কালনেমিক বধ কৰা, সূৰ্য্যক কাষলতিৰ তলত অনা, ভৰতৰ বাটলু গুটিৰ আঘাতত হনুমন্তৰ পতন** ইত্যাদি কথা বাল্মীকিত নাই। **দুৰ্গোৎসৱৰ কথাতো পুৰাণৰ ভেজা, কিন্তু বাল্মীকিত নাই।** বাল্মীকি ৰামায়ণত ৰাৱণবধৰ সময়ত অগস্ত্যৰ কথামতে ৰামৰ আদিত্য-স্তৱপাঠ আৰু মাতলিৰ কথামতে ব্ৰহ্ম-অস্ত্ৰ মাৰি ৰাৱণক বধ কৰাৰ কথা আছে। কৃত্তিবাসত হনুমন্তে গণক বেশ ধৰি মন্দোদৰীৰ ওচৰলৈ যোৱা, মন্দোদৰীৰপৰা ৰাৱণৰ মৃত্যুবাণ অনা, মাখি হৈ ৰাৱণৰ চণ্ডীপাঠ ভুল কৰা, মৃত্যুকালত ৰাৱণে ৰামক ৰাজনীতি শিক্ষা দিয়া কথাও তেনেই অমূলক। ৰাৱণে স্বৰ্গলৈ জখলা সজাৰ কথাও কৃত্তিবাসৰ ৰামায়ণতহে দেখা যায়। উত্তৰাকাণ্ডত লক্ষ্মণৰ চৈধ্য বছৰৰ জমা কৰি থোৱা ফলৰ লেখ, গৰুড়-পৱনৰ যুদ্ধ, চৌষষ্ঠি যোগিনীৰ লগত যুদ্ধ কৃত্তিবাসৰ কাপৰ-পৰা ওলাইছে, বাল্মীকিত একো নাই।

অসমীয়া ৰামায়ণত কিন্তু কৃত্তিবাসৰ অলীক ঘটনাৰ সমবেশ নাই। ইয়াত প্ৰথমে বাল্মীকিৰ প্ৰশ্ন, শ্লোকৰ উৎপত্তি আৰু ৰামায়ণৰ সূচী সুন্দৰকৈ দিয়া আছে। ইয়াৰ আদিকাণ্ডত কাৰ্ত্তিকৰ জন্ম, বশিষ্ঠ-বিশ্বামিত্ৰৰ বিৰোধ, সমুদ্ৰমন্থনৰ ইতিহাস, মাৰুত বংশ, ত্ৰিশঙ্কুৰ উপাখ্যান আদিৰ কথা নাই, কৃত্তি-বাসতো নাই। সিন্ধুমুনি বধ কথা আদিকাণ্ডতে দিয়া আছে, বাল্মীকি ৰামায়ণৰ অযোধ্যাকাণ্ডতহে দেখা যায়। ইয়াত বাল্মীকিৰ দৰে অলপ কথাত সূৰ্য্যবংশৰ বিবৰণ আৰু ভগীৰথে গঙ্গা অনা প্ৰভৃতি দিয়া আছে। বাল্মীকিৰ আদিকাণ্ডত লৱ-কুশৰ ৰামায়ণ গান কৰা কথা আছে। অসমীয়া উত্তৰাকাণ্ড ৰামায়ণতহে সেই কথা বহলাই দিয়া আছে। অসমীয়া আদিকাণ্ডত দুটিমান অতিৰিক্ত কথা দেখা যায়, দশৰথৰ ৰাজ্যত শনিৰ দৃষ্টি, শনিৰ দৃষ্টিত অনাবৃষ্টি ইত্যাদি ......। কৃত্তিবাসৰ নিচিনা আমাৰ ৰামায়ণতো বিভীষণৰ মিত্ৰতা সুন্দৰাকাণ্ডত দিয়া আছে। বাল্মীকিৰ লঙ্কাকাণ্ডত হে আছে।

আমাৰ ৰামায়ণত ইন্দ্ৰৰ সাৰথি মাতলিৰ কথামতে ব্ৰহ্ম অস্ত্ৰ মাৰি ৰাৱণক বধ কৰা কথা বাল্মীকিৰ লগত সম্পূৰ্ণ মিল। এটা বৰ আচৰিত কথা, কেইটিমান সৰু সৰু ঘটনা মূলত নহলেও আমাৰ ৰামায়ণত দেখা যায় আৰু সেই কেইটা কৃত্তিবাসৰ লগত মিলে। সীতাক কাউৰীয়ে আক্ৰমণ কৰা, ৰামে কাউৰীৰ চকু বিন্ধা, ৰাৱণে বিভীষণক লাঠি মৰা, হনুমন্তে ঔষধ আনিবলৈ যাওঁতে কালনেমিক

বধ কৰা কথা কৃত্তিবাসৰ ৰামায়ণতো আছে, আমাৰ অসমীয়া ৰামায়ণতো আছে। এই কেইটা কিয় মিলে বুজা নাযায়। তেতিয়াৰ দিনত মূলত এই কেইটা কথা থাকিব পাৰে। নহলে বিভিন্ন প্ৰদেশৰ বিভিন্ন কবিৰ লেখাত কিয় উল্লেখ থাকিব? বিশেষতঃ বঙ্গ আৰু অসম ওচৰা ওচৰি দেশ; হয়তো এই কেইটা কথা এজনে আনজনৰপৰা ধাৰ কৰাও হব পাৰে। ধাৰ কৰিলেও মাধৱকন্দলিয়ে ধাৰ কৰা বুলি মনে নধৰে, কিয়নো তেওঁ কৃত্তিবাসৰ আগৰ কবি। আগৰ কালত দুয়োদেশৰ পুথিৰ আদান-প্ৰদান থকাৰ প্ৰমাণ পোৱা যায়। এতিয়াও আমাৰ দেশৰ গোবিন্দ মিশ্ৰৰ গীতা, শ্ৰীৰামকীৰ্ত্তন বা অনন্ত ৰামায়ণ বঙ্গদেশত আছে। সেইদৰে আমাৰ দেশত বঙালী বৈষ্ণৱ কবিৰ গীত, দুৰ্গামঙ্গল গীত, অদ্ভুত ৰামায়ণ পোৱা যায়।"

আমি বিদ্যা, ধনত হীন হলেও বাল্যকালৰপৰা জাতীয় সাহিত্যলৈ আমাৰ অকণিমান শ্ৰদ্ধা থকা গুণে ভাষাৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ শ্ৰীমদ্ভাগৱত, ৰামায়ণ, মহাভাৰত, ব্ৰহ্মবৈবৰ্ত্তপুৰাণ আদি প্ৰকাশ কৰাৰ এটা হাবিলাস আছিল। ভগৱানৰ কৃপাত আজি বহুত জঞ্জাল মূৰত লৈ অসমীয়া মহাকাব্য **ৰামায়ণ** জাতিৰ হাতত দিবলৈ আগ বঢ়ালোঁ; আশাকৰোঁ দেশৰ সুধীসকলে ইয়াক আদৰ কৰি আমাক উৎসাহ দিব। আমাৰ নানা ত্ৰুটী-হব পাৰে, সেইবাবে ৰাইজৰ ওচৰত ক্ষমা মাগিলোঁ।

দেবীৰাম পাঠশালা,
নলবাৰী, কামৰূপ।
২৪ বহাগ, ৫০৩ শঙ্কৰাব্দ

বিনীত—
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা

# PREFACE

Madhab Kandoli was the first Assamese Ramayan poet and he was the first of all other Ramayan poets of the Provincial Aryan languaes of India, This poet flourished in the fourteenht century A. D. and he rendered the Ramayan into Assamese verse at the request of King Mahamanikya, the Kachari King of Jayantapur. Sankardev (1450-1569 A.D.) in his Uttarakanda Ramayan written about 1540 A.D. has referred to Madhab Kandoli as a flawless poet who had flourished long before him. 'The Katha-guru-charit' published by H.N. Dutta Baruah also states that Madhab Kandoli was the 'guru' of Raghavacharyya an elder contemporary of Mahendra Kandoli, the teacher of Sankardev.

The two other Ramayan poets in other provincial languages who are very widely known are Krittivas and Tulsidas. Krittivas Composed the Bengali Ramayan in the middle of the Sixteenth century A.D. and Tulsidas wrote the Hindi version in the last quarter of the Sixteenth century. In matter also the three versions do not correspond Tulsidas. drew his inspiration from the Adhyatma Ramayan and Krittivas, though his source was the Valmiki Ramayan inserted things here and there which are not found in Valmiki but are based on common folklore. But Madhab Kandoli did follow the Valmiki Ramayan and did not diverse except in the descriptions and narrations which were sometimes long and sometimes short. The poet gave local colour to these and made the Ramayan very familiar to the Assamese people. Otherwise it is a reliable version made from the original Sanskrit work of Vyasa. The poet has himself written—

"Valmiki racila sastra gadya padya chande
Tahak bichar ami karia prabandhe.
Aponar mate artha yimat bujilo
Sankhep karia taka pada biracilo.
Samasta rasak kone bujibak pare
Pakshi saba urai yena pakha anusare.
Kabi saba nibandhai loka vyabahare
Kato nija kato lambha katha anusare.
Kishkindhya Kanda )

Valmiki wrote the sastra in various rhymes. I have with great care tried to understand him and have made verses in concise form whatever I could understand. Who can master all the rashas ? The poets can fly just as the birds do, as their wings would enable them. They compose in the ways of the people. They lengthen and shorten as the subjects would demand.

In Sundarakanda the poet says—

"Valmiki ye maha rishi Ramayan prakasila
Samsarat srajila amrita.
Aka suni naraloka Kalit sadgati hok
Aka suni howe kritakritya,"

The great sage Valmiki has produced the Ramayan. In fact he has created nectar for the world. May people of the Kali age attain salvation and make their lives sublime by hearing this.

From these and many other references, and a comparison with the originol snskrit version it will be quite clear that Madhab Kandoli's source was the

Adikavya of Valmiki. The poet has also said that his is a concise work and he has at his own will and by the instruction of king Mahamanikya has made the descriptions at places elaborat to make the facts interesting.

Madhab Kandoli composed the Ramayan at the request of king Mahamanikya and he looked upon the Epic as a kavya only. He had no mission of propagating the Rama bhakti cult through his work as did Tulsidas through his Ram-carit Manas. Ananta Kandoli a follower and contemporary of Sankardev composed another version of the Ramayan and in it he has said that the Bhakti element was not made prominent in Madhab Kandoli's work and it is why he had to compose the Ramayan again by taking the Bhakti element from the Bhagawat. But even then the great work of Madhab Kandoli was not to be obliterated. It was a glory to the old Assamese literature and to poet as well. In rhyme and metre, in language and style, in the photographic descriptions of incidents, characters and nature in various phases the poet was not to be surpassed. It is why Sankardev, who took him to be his ideal in literary field, preserved his Ramayan in tact and only added the two cantoes the Adi and the Uttara that were wanting. He wrote the Uttara himself and made his chief disciple Madhabdev write the Adi kanda. The Vaisnava preceptors, though they preached the Krishna bhakti cult took Rama to be identical with Krishna and utilised the Ramayana in the propagation of the Krishna-bhakti. Sankardev and Madhabdev while retaining the body of the work of Madhab Kandoli as it ismade insertions at places to enjoin upon people to turn to Hari and take His name.

Madhab Kandoli's work was recited not only before his patron Mahamanikya but it was very widely circulated and his writings influenced many followers. Up to this day his Ramayan is recited by the Ojha-palis in public gatherings. Madhab Kandoli's work will have a high place in the history of the Aryan languages of India, and it has been rightly observed by Shri K. K. Handique M A. (cal), M.A. (oxn.) Vice-chancellor, Gauhati University, in his presidential speech in the Assam Literary conference (1937) that this work might be of use in ascertaining readings of the Sanskrit Ramayan as well.

Late Madhab Chandra Bordoloi A.C.S. published this Ramayan fifty years back. Some ten years back Pandit Kanak Chandra Sarma made another publication from the fund of the Mass Literacy Campaign of the Government of Assam Another publication was made almost simaltaneously by Shri Prasannalal Choudhury of Barpeta. These are all out of stock at present. It is a matter of great pleasure that a devotee of Assamese literature Shri H.N. Dutta Baruah has published it for the fourth time. I have very kindly been asked by him to write a few words in the preface, for which I remain thankful to him. Lastly I beg to refer to my work Asamia Ramayan Sahitya—(Assamese Ramayan Literature) for further information.

Cotton College
Gauhati
31. 5. 53

**U. C. Lekharu**

# সূচীপত্ৰ

বিষয়— পৃষ্ঠা—



**অৰণ্যকাণ্ড**

## উত্তৰাকাণ্ড

# সপ্তকাণ্ড ৰামায়ণ

## আদিকাণ্ড

**শ্ৰীকৃষ্ণায় নমঃ**

ৰামায় ৰামচন্দ্ৰায় ৰামভদ্ৰায় বেধসে।
ৰঘুনাথায় নাথায় সীতায়াঃ পতয়ে নমঃ ॥

**বন্দনা**

জয় জয় কৃষ্ণ দেৱ দৈৱকীনন্দন।
ব্ৰহ্মা হৰে কৰে যাৰ চৰণে বন্দন ॥
আতি অন্ত্য জাতি তৰে যাৰ লৈলে নাম।
হেন কৃষ্ণ পদে কৰো সদায় প্ৰণাম ॥ ১
নমো নমো ৰাম ৰঘুকুলৰ কমল।
কৰিয়ো প্ৰকাশ নিজ যশ সুনিৰ্ম্মল ॥
পূৰিলাহা যিটো জগতৰ মনকাম।
হেন ৰামপদে কৰো সদায় প্ৰণাম ॥ ২
একে ব্ৰহ্ম আসি চাৰি মূৰ্ত্তি অৱতৰি।
হৰিলা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি ॥
ব্ৰহ্মা আদি দেৱৰ সাধিলা প্ৰয়োজন।
প্ৰণামো সাদৰে হেন ৰামৰ চৰণ ॥ ৩
নিজ গুৰু চৰণত কৰি নমস্কাৰ।
ৰচিলো মাধৱে আদ্য কাণ্ড কথা সাৰ ॥
আচৰি মঙ্গল গুণ কীৰ্ত্তন কৃষ্ণৰ।
কৃষ্ণক স্মৰণে সিদ্ধি হৌক আৰম্ভৰ ॥ ৪
বোলো কৃতাঞ্জলি শুনা সবে সভাসদ।
মহামূঢ় হুয়া কৰো ৰামায়ণ পদ ॥
পৰম চঞ্চল মই অধমৰ দোষ।
ক্ষেমিবা সকলে নকৰিবা অসন্তোষ ॥ ৫
নাহিকে কবিতা গুণ নুহিকো পণ্ডিত।
তথাপিতো ভৈলা পদ কৰিবাক চিত্ত ॥
মহাভোগ ইচ্ছা যেন ভৈলা দৰিদ্ৰৰ।
মই অজ্ঞানীৰ জানা সেহি পটন্তৰ ॥ ৬
জানি মহাজনে নিন্দা নকৰিবা আত।
কৰো হেৰা মই কৃতাঞ্জলি প্ৰণিপাত ॥
যেই সেই বিকে যেন অমূল্য ৰতন।
তাক বাছি আছে জানা কোন মহাজন ॥ ৭
মোৰ পদ পটন্তৰ যেন হীন জাতি।
ৰামৰ চৰিত্ৰচয় মহাৰত্ন আতি ॥
মোৰ পদ জানি দোষ কৰি পৰিহাৰ।
লৈয়ো ৰাম গুণময় মহাৰত্ন সাৰ ॥ ৮
তেৱেঁসে কলিত হৈবা কৃতাৰ্থ সম্প্ৰতি।
ৰামকথা শুনি অনায়াসে পাইবা গতি ॥
উত্তম মনুষ্য জন্ম নকৰিয়ো বৃথা।
একচিত্ত মনে শুনা ৰামায়ণ কথা ॥ ৯
মহাঋষি বাল্মীকিৰ নিৰ্ম্মল হৃদয়।
কৰিলা লোকক মহা কৃপা কৃপাময়।
ৰামকথা অমৃতক কৰি মহাদান।
সাধিলন্ত জগতৰ পৰম কল্যাণ ॥ ১০

একদিনা বাল্মীকি উঠিয়া প্ৰভাতত।
স্নান কৰিবাক প্ৰতি গঙ্গাৰ জলত ॥
শিষ্য ভৰদ্বাজক বুলিলা ঋষিৰাজ।
সত্বৰে লৈয়োক স্নান কৰিবাৰ সাজ ॥ ১১
শুনি ভৰদ্বাজ সাজ লৈলা তেতিক্ষণে।
স্নানিবাক লৰিলা সমস্তে ঋষিগণে ॥
স্নানিতে লাগিলা ঋষি গঙ্গাৰ জলত।
দেখিলন্ত ক্ৰৌঞ্চ পক্ষী বৃক্ষৰ ডালত ॥ ১২
পৰম হৰিষে পক্ষী কৰয় সঙ্গম।
ব্যাধগোটে আসি পশিলেক যেন যম ॥
সঙ্গম সময়ে দুষ্টে পক্ষীক হানিল।
দেখি বাল্মীকিৰ মহা কৰুণা মিলিল ॥ ১৩
মহাক্ৰোধে ব্যাধক বুলিলা ঋষিৰাজ।
শুনৰে অধম কি নো কৰিলি অকাজ ॥
সঙ্গম কৰিতে পক্ষী কৰিলি সংহাৰ।
চিৰকাল নৰকে পচিবি দুৰাচাৰ ॥ ১৪
ইহলোকে দুৰ্যশ থাকিব বৰ তোৰ।
মোহ হুয়া কৰ্ম্ম তই কৰিলি দুৰ্ঘোৰ ॥
এহি বুলি মনে ঋষি কৰন্ত বিষাদ।
অকস্মাতে আসি কিনো দেখিলো প্ৰমাদ ॥ ১৫
স্নান কৰি জলহন্তে উঠি তপোধন।
শিষ্য সমে কৰিলন্ত গৃহক গমন ॥
ঘৰে আসি বসি মুনি গুণন্ত মনত।
কেনমতে বাক্য মোৰ বজাইল মুখত ॥ ১৬
চাৰি পদ হুয়া মোৰ আসিল বচন।
শ্লোক নামে ইহাকে বুলিয়ো সৰ্ব্বজন ॥
বাল্মীকিৰ মুখে ভৈল বচন উত্তম।
শ্লোক নামে কবিতা শুনন্তে মনোৰম ॥ ১৭

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধিঃ কামমোহিতম্ ॥

---

বাল্মীকিৰ আগত নাৰদৰ ৰামায়ণ কথন

অনন্তৰে ব্ৰহ্মাদেৱে সেহি সময়ত।
সৰ্ব্বলোকে হিত তেৱে চিন্তিয়া মনত ॥
চৰাচৰ জগতৰ কুশল কাৰণে।
ৰামৰূপে অৱতাৰ হৈবা নাৰায়ণে ॥ ১৮
বাল্মীকিৰ মুখে সেই দিব্য কথামৃত।
শ্লোকবন্ধে কৰাওঁ সৰ্ব্বজনত বিদিত ॥
তাকে শুনি ভণি সুখে তৰোক সংসাৰ।
হেন মনে গুণি ব্ৰহ্মা কৰিলন্ত সাৰ ॥ ১৯
আছন্ত বাল্মীকি চিন্তি পূৰ্ব্ব কথামৃত।
নাৰদে সহিতে ব্ৰহ্মা মিলিল তহিত ॥
দেখিয়া বাল্মীকি ঋষি উঠি তৎক্ষণে।
সুবৰ্ণ আসন আনি দিলা ৰঙ্গমনে ॥ ২০
নাৰদে সহিতে ব্ৰহ্মা বসিল তথাত।
কৰিলা বাল্মীকি দুইৰো পাৱে প্ৰণিপাত ॥
পাদ্যে অৰ্ঘে গন্ধে ধূপে পূজি মহাঋষি।
কৃতাঞ্জলি হুয়া স্তুতি বুলিলা হৰিষি ॥ ২১
সাফলিলো জন্ম দুইৰো দেখিলো চৰণ।
কৰিয়োক আজ্ঞা কিবা সাধো প্ৰয়োজন ॥
বাল্মীকিক ব্ৰহ্মা পাচে বুলিলা বচন।
শুনা মহাঋষি মোৰ যেন প্ৰয়োজন ॥ ২২
বুলিলা বচন যেন ক্ৰৌঞ্চক বধিতে।
সেহিমতে ৰামায়ণ কৰা একচিতে ॥
দশৰথ নৃপতিৰ গৃহে অযোধ্যাত।
শ্ৰীৰাম স্বৰূপে হৰি জন্মিলা সাক্ষাত ॥ ২৩
নাৰদৰ মুখে কথা শুনিবা সকলে।
পাচে ৰামায়ণ কৰিবাহা কৌতূহলে ॥
যুগে যুগে তোমাৰ কবিতা প্ৰচাৰিব।
তাকে শুনি ভণি লোকে সংসাৰ তৰিব ॥ ২৪
নাৰদক পাচে বুলিলন্ত পিতামহ।
ৰামৰ চৰিত্ৰ কিছু বাল্মীকিত কহ ॥
এহি বুলি ব্ৰহ্মা নিজলোকে গৈলা চলি।
নাৰদত বাল্মীকি পুছিলা কৃতাঞ্জলি ॥ ২৫

কেনমতে ৰামায়ণ কৰিবো আতাই।
সিসব কাহিনী সবে কহা মোৰ ঠাই ॥
কোন কুলে ৰামচন্দ্ৰ হৈবা উতপন।
কোন দেশে কোন কৰ্ম্ম কৰিবা শোভন ॥ ২৬
কেনমতে হৈবা ৰাম কোন প্ৰয়োজনে।
সিসব কাৰণ তুমি জানাহা আপোনে ॥
বোলন্ত নাৰদে শুনিয়োক মহাঋষি।
ৰামৰ চৰিত্ৰচয় কহিবো হৰিষি ॥ ২৭
হৈবন্ত ইক্ষ্বাকু নামে ৰাজা অযোধ্যাত।
দশৰথ ৰাজা সেহি কুলে হৈবা জাত ॥
তান গৃহে বিষ্ণু ৰামৰূপে অৱতৰি।
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি ॥ ২৮
ৰামৰ চৰিত্ৰচয় অমৃত সমান।
শুনা অনুক্ৰমে ঋষি কহো বিদ্যমান ॥
অযোধ্যাত হৈবা দশৰথ নৰেশ্বৰ।
পুত্ৰ নহৈবেক নৱ হাজাৰ বৎসৰ ॥ ২৯
পুত্ৰৰ নিমিত্তে যজ্ঞ কৰিব অনেক।
তথাপিতো নৃপতিৰ পুত্ৰ নুহিবেক ॥
দুৰ্ব্বাসাত উপদেশ পায়া মহামানী।
কৰিবা বিশিষ্ট যজ্ঞ ঋষ্যশৃঙ্গ আনি ॥ ৩০
তেৱে জন্মিবন্ত ৰাম চাৰি ৰূপ ধৰি।
বলে বীৰ্য্যে ধৈৰ্য্যধিক দেৱতাত কৰি ॥
চাৰি ভাই মহাবীৰ বিষ্ণু অংশে জাত।
দুষ্ট বিনাশন হেতু জগতে প্ৰখ্যাত ॥ ৩১
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে সৰ্ব্বগুণে অনুপাম।
গুহ চণ্ডালক মিত্ৰ কৰিব শ্ৰীৰাম ॥
মাৰীচ সুবাহু দুই ৰাক্ষস দুৰ্জ্জন।
বিশ্বামিত্ৰ মুনিৰ যজ্ঞক কৰে ছন ॥ ৩২
যাইবা বিশ্বামিত্ৰ দশৰথৰ গৃহক।
যজ্ঞ ৰাখিবাক প্ৰতি খুজিবা ৰামক ॥
শুনি নৃপতিৰ মুখে হৰিষ বচন।
কৰিবন্ত ভক্তিভাৱে ঋষিক অৰ্চ্চন ॥ ৩৩
ৰামক নাপায়া ঋষি কৰিবন্ত ক্ৰোধ।
বশিষ্ঠে কৰিব দশৰথক প্ৰবোধ ॥
দিবা ৰাম লক্ষ্মণক বশিষ্ঠ বচনে।
লৈয়া দুই ভাইক ঋষি যাইবা ৰঙ্গমনে ॥ ৩৪
চলিবন্ত দুয়ো বিশ্বামিত্ৰৰ সঙ্গত।
ৰাক্ষসৰ কথা মুনি কহিবা ৰামত ॥
প্ৰথমতে ৰামে বধিবন্ত তাড়কাক।
শ্ৰীৰামক প্ৰশংসা কৰিব দেৱজাক ॥ ৩৫
ৰামৰ বিক্ৰমে বৰ হৰিষক পাইব।
যত অস্ত্ৰ শস্ত্ৰ মুনি দোভাইক শিখাইব ॥
নানা অস্ত্ৰ শস্ত্ৰ জানি হৈব ৰঙ্গমন।
ঋষি সমে দুয়ো প্ৰবেশিব তপোবন ॥ ৩৬
থাকিব দিনেক ৰামে ৰাক্ষসক ধ্যানে।
যজ্ঞ নষ্ট ৰাক্ষসে কৰিব বিদ্যমানে ॥
মাৰীচক ৰামে উৰুৱাইব এক শৰে।
সুবাহুক সসৈন্যে ডাকিবা যমঘৰে ॥ ৩৭
দেখি বিশ্বামিত্ৰ আদি যত মুনিগণ।
ৰামক বুলিবে সবে প্ৰশংসা বচন ॥
পাচে ঋষিসবে দেৱমন্ত্ৰ উচ্চাৰিয়া।
কৰিবন্ত যজ্ঞ সাঙ্গ পূৰ্ণাহুতি দিয়া ॥ ৩৮
আত অনন্তৰে কথা শুনা মহামতি।
মিথিলা নগৰে হৈব জনক নৃপতি ॥
তানে জীউ হৈবা সীতা লক্ষ্মী সমসৰ।
ধৰ্ম্ম যজ্ঞ পাতিবা সীতাৰ সয়ম্বৰ ॥ ৩৯
দূত পঠাই আনিবন্ত ৰাজাসকলক।
সঙ্গে লৈয়া বিশ্বামিত্ৰ ৰাম লক্ষ্মণক ॥
পৰম হৰিষে ঋষি যাহন্তে পথত।
প্ৰবেশিবে যাই গৌতমৰ আশ্ৰমত ॥ ৪০
অহল্যাক মুক্ত ৰামে কৰিবা সাক্ষাত।
ৰামে সমে ঋষি প্ৰবেশিব মিথিলাত ॥
ধনুক ভাঙ্গিয়া ৰামে পাইবন্ত সীতাক।
অনায়াসে যুদ্ধে জিনিবন্ত ৰাজাজাক ॥ ৪১
দূত পঠাই জনকে আনিবা দশৰথ।
সীতাক ৰামক দিবা পূৰি মনোৰথ ॥
লক্ষ্মণ ভৰত শত্ৰুঘন মহামতি।
আৰো তিনি কন্যা দিবা তিনিকো নৃপতি ॥ ৪২

চাৰি পুত্ৰ চাৰি বধূ লৈয়া দশৰথ।
ধৰিবা কৌতুকে ৰাজা অযোধ্যাৰ পথ ॥
ভৃগুপতি ৰামে পাচে শুনি ধনুভঙ্গ।
পন্থ নিষেধিবা আসি কৰি মহা খঙ্গ ॥ ৪৩
তাঙ্ক স্তুতি নতি বুলিবন্ত দশৰথ।
ৰামে পৰশুৰামৰ ছেদিবা স্বৰ্গপথ ॥
ৰামে ভৃগুপতিক জিনিবা লীলা কৰি।
মহোৎসৱে প্ৰবেশিবা অযোধ্যা নগৰী ॥ ৪৪
পাচে দশৰথে শত্ৰুঘন ভৰতক।
পঠাইবন্ত দুইকো যুদ্ধজিতৰ গৃহক ॥
ৰূপে গুণে ৰামে ৰঞ্জিবন্ত সৰ্ব্বজন।
ৰাম ৰাজা হৈবন্ত সবাৰো এহি মন ॥ ৪৫
সবাৰো আনন্দ ৰাম হৈবন্ত নৃপতি।
দশৰথে ৰামক দিবন্ত অনুমতি ॥
জানি কৈকেয়ীয়ে তাত পাতিব বিঘিনি।
সত্যজৰী নৃপতিক ছান্দিব পাপিনী ॥ ৪৬
ভৰত হৈবন্ত ৰাজা কৈকেয়ীৰ মন।
চৈধ্যয় বৎসৰ প্ৰতি ৰাম যাইব বন ॥
হেন সত্য কৰাই দশৰথ নৃপতিক।
সমস্তে লোকক শোক দিবেক অধিক ॥ ৪৭
পিতৃ সত্য প্ৰতিপালি ৰাম ৰঙ্গমনে।
লক্ষ্মণ জানকী সঙ্গে প্ৰবেশিবা বনে ॥
পুত্ৰৰ শোকত জীৱ তেজিবা নৃপতি।
সাত দিন বাহি শৱ হৈব কৰ্ম্মগতি ॥ ৪৮
দূত পঠাই বশিষ্ঠে অনাইবা ভৰতক।
কৰাইবা ৰাজাৰ যত প্ৰেতৰ কাৰ্য্যক ॥
পিতৃকাৰ্য্য কৰিয়া ভৰত বিতোপন।
ৰামক আনিবে প্ৰতি প্ৰবেশিব বন ॥ ৪৯
শুনি ৰামচন্দ্ৰে সিটো পিতৃৰ মৰণ।
তিনিয়ো কৰিবে শোকে বিস্তৰ ক্ৰন্দন ॥
ভৰতে কাতৰ আতি কৰিব ৰামক।
মই সত্য পালো প্ৰভু চলিয়ো ৰাজ্যক ॥ ৫০
বশিষ্ঠ প্ৰমুখ্যে বুলিবন্ত পাত্ৰগণ।
নৰাখিবা ৰামচন্দ্ৰে কাহাৰ বচন ॥
নিষ্ঠুৰ বচন ৰামে বুলি ভৰতক।
পুনৰপি পালটাই পঠাইবা ৰাজ্যক ॥ ৫১
পাচে ৰামচন্দ্ৰ সীতা লক্ষ্মণ সহিতি।
ফল মূল মাংস শাক ভুঞ্জি মন প্ৰীতি ॥
শিৰে জটা পৰিধান বাকলি বসন।
কতো তৃণ শিলা মৃগ চৰ্ম্মত শয়ন ॥ ৫২
এহিমতে ৰামচন্দ্ৰে বঞ্চিবা বনত।
কতোদিন থাকি চিত্ৰকূট পৰ্ব্বতত ॥
বেঢ়াইবন্ত ৰামে পাচে ঋষিৰ আশ্ৰমে।
সুতীক্ষ্ণ ঋষিৰ ঘৰে যাইবন্ত প্ৰথমে ॥ ৫৩
শৰভঙ্গ ঋষিক দেখিবা তাতপৰ।
তাত পাচে বধিবা বিৰাধ নিশাচৰ ॥
ঘৰে ঘৰে ঋষিৰ আশ্ৰমে নিৰন্তৰে।
যাইব দশ বৎসৰ ফুৰন্তে ৰঘুবৰে ॥ ৫৪
পাইবন্ত হৰিষ ৰামে ঋষি সম্ভাষণে।
অগস্ত্যত পুছি যাইব পঞ্চবটী বনে ॥
তথাত কৰিব ৰামে হৰিষে নিবাস।
শূৰ্পনখা যাইব কামে ৰাঘৱৰ পাশ ॥ ৫৫
লক্ষ্মণে কাটিব তাইৰ ধৰি নাক কাণ।
খৰ-দূষণৰ শূৰ্পনখা দিব জান ॥
চতুৰ্দ্দশ সহস্ৰ ৰাক্ষস সমন্বিতে।
খৰ-দূষণক ৰামে বধিবা তহিতে ॥ ৫৬
খৰ-দূষণৰ বধ দেখি বিদ্যমান।
ৰাৱণৰ আগে শূৰ্পনখা দিব জান ॥
সীতাৰ ৰূপৰ কথা কহিব প্ৰচুৰ।
শুনিয়া ৰাৱণ ৰাজা হৈব কামাতুৰ ॥ ৫৭
সীতাক হৰিতে যত্ন কৰিব বিস্তৰ।
ৰথ লৈয়া যাইব ৰাজা মাৰীচৰ ঘৰ ॥
মাৰীচে বিস্তৰ বুজাইবেক ৰাৱণক।
তথাপি ৰাৱণে তাৰ নুশুনিবে বাক ॥ ৫৮
মাৰীচক লগে লৈয়া দুৰ্জ্জন ৰাৱণ।
সীতাক হৰিবে যাইবে দণ্ডকাৰ বন ॥
ৰামৰ শৰত মৃত্যু জানি আপুনাৰ।
ধৰি মৃগৰূপ সিটো সুৱৰ্ণ আকাৰ ॥ ৫৯

ফুৰিবে মাৰীচ চৰি আগত ৰামৰ।
দেখি ৰামচন্দ্রে যাব ধৰি ধনুশৰ ॥
নিবেক ৰামক বিদূৰক নিশাচৰ।
ৰামৰ শৰত তেজিবেক কলেৱৰ ॥ ৬০
মৰন্তে তেজিবে ৰাৱ ৰামৰ সমান।
শুনি সীতা গোসানীৰ উৰিব পৰাণ ॥
ৰামক ৰাক্ষসে মাৰে সীতা হেন জানি।
লক্ষ্মণক বুলিবেক দুৰাক্ষৰ বাণী ॥ ৬১
শুনিয়া সীতাক তেজি যাইবন্ত লক্ষ্মণে।
শূন্য স্থানে সীতা হৰি নিবেক ৰাৱণে ॥
সীতাৰ কাৰণে যুদ্ধ কৰিব জটায়ু।
পাখা ছেদি ৰাৱণে হৰিব তাৰ আয়ু ॥ ৬২
থৈবেক সীতাক নিয়া অশোকৰ বনে।
ৰাক্ষসিনীগণ ৰক্ষা দিবেক ৰাৱণে ॥
দেখি ব্রহ্মা বুলিলন্ত ইন্দ্র দেৱতাক।
অমৃত পায়স নিয়া দিয়োক সীতাক ॥ ৬৩
ইন্দ্রে নিয়া পায়স দিবন্ত তেতিক্ষণ।
দেখি সীতাদেৱী তাক কৰিব ভক্ষণ ॥
নপায়া সীতাক পাচে শ্রীৰাম লক্ষ্মণ।
মহাশোকে দুয়ো ভাই কৰিব ক্রন্দন ॥ ৬৪
বধিবা কবন্ধ ৰামে সীতাক খোজন্তে।
ঋষ্যমুখ পাইবা গই দণ্ডকাৰ হন্তে ॥
তথা ৰামচন্দ্রে কার্য্য কৰিবা বিচিত্র।
সুগ্রীৱ বানৰ সমে ৰামে কৰি মিত্র ॥ ৬৫
বানৰৰ ৰাজা বীৰ বালিক বধিব।
তাৰ যত ৰাজ্যভাৰ সুগ্রীৱক দিব ॥
পাসৰিব ৰামক সুগ্রীৱ ৰাজ্য ভোলে।
লক্ষ্মণে তৰ্জ্জিব তাক ৰাঘৱৰ বোলে ॥ ৬৬
কপি সেনাগণ লৈয়া বানৰ নৃপতি।
ৰামৰ চৰণে নমি কৰিব প্রণতি ॥
পাঞ্চিবা বানৰগণ ৰামৰ আদেশে।
সীতাক খুজিবে পঠাইবা দেশে দেশে ॥ ৬৭
লগত সহায় দিব বীৰ হনুমন্ত।
দক্ষিণ দিশক অঙ্গদক পাঞ্চিবন্ত ॥
বিচাৰিয়া সীতাক ফুৰিবা কপিজাক।
সম্পাতিৰ মুখে পাইবা সীতাৰ বাৰ্ত্তাক ॥ ৬৮
শিংশপা বৃক্ষৰ তলে লঙ্কাত আছন্ত।
সাগৰ এৰাইবা ডেৱে বীৰ হনুমন্ত ॥
দেখিবা সীতাক যেৱে বায়ুৰ তনয়।
ৰামৰ বাৰ্ত্তাক কহিবন্ত মহাশয় ॥ ৬৯
ৰামৰ আঙ্গুঠি নিয়া সীতাক দিবন্ত।
হিয়ে মুঠি হানি সীতা দেৱী কান্দিবন্ত ॥
হাতে তৃণ ধৰি বীৰে সীতাক বুজাইব।
কপিৰ কাতৰে সীতা গোসানী জুৰাইব ॥ ৭০
অশোক বনত পশি বায়ুৰ নন্দন।
কৰিবন্ত ছন্ন ৰাৱণৰ মধুবন ॥
অনেক ৰাক্ষস মাৰি নিবা যমঘৰ।
অক্ষকুমাৰক মাৰিবন্ত বীৰবৰ ॥ ৭১
পাচে নাগপাশ হানিবন্ত ইন্দ্রজিতে।
হৈবা বন্দী ৰাৱণক দেখিবাৰ চিত্তে ॥
ৰাক্ষসে যোগাইব নিয়া ৰাৱণৰ আগে।
বিস্তৰ ভৎ‍ সিবা ৰাৱণক মহাভাগে ॥ ৭২
কপিৰ বচনে মহাকোপে লঙ্কেশ্বৰ।
লগাইবে লাঙ্গুলে জুই মেৰায়া কাপোৰ ॥
হোহকায়া নাগপাশ পৱননন্দন।
লগায়া আগনি লঙ্কা কৰিবন্ত ছন্ন ॥ ৭৩
সাগৰ লঙ্ঘিবা ডেৱে পৃথিবীক আসি।
কহিবা সীতাৰ বাৰ্ত্তা ৰামত হৰিষি ॥
সীতাৰ মাথাৰ মণি ৰামক দিবন্ত।
দেখি হিয়ে মুঠি হানি ৰাম কান্দিবন্ত ॥ ৭৪
সুগ্রীৱ লক্ষ্মণে ধৰি ৰামক বুজাইবা।
দুইবো প্রবোধে ৰামে কিঞ্চিত জুৰাইবা ॥
পাচে কপিসেনা সমে ৰাম মহাবাৰ।
আপুনি চলিয়া যাইব সাগৰৰ তাৰ ॥ ৭৫
সীতাক দিবাক বুলিলন্ত বিভীষণে।
মাৰিবন্ত লাথি তাক দুৰ্জ্জন ৰাৱণে ॥
ৰামত শৰণ আসি লৈবা বিভীষণে।
তাঙ্ক অভিষেক ৰামে কৰিবা তেখনে ॥ ৭৬

হৈবা বিভীষণ অভিনৱ লঙ্কেশ্বৰ।
সাগৰত পন্থ মাগিবন্ত ৰঘুবৰ ॥
নিদিবা সাগৰে দেখা ৰামক গৰ্ব্বত।
দেখি ধনুশৰ ৰামে ধৰিবা ক্রোধত ॥ ৭৭
ভয়ত কম্পিব আতি সাগৰৰ হিয়া।
ৰামক কৰিব স্তুতি পাদ্য অৰ্ঘ্য দিয়া ॥
চলিয়োক দিলো পন্থ বোলন্ত সাগৰে।
নযাইবেক তল সেতু বান্ধিয়ো পাথৰে ॥ ৭৮
অদভুত কৰ্ম্ম কৰিবেক ৰঘুবৰে।
পৰ্ব্বত আনিয়া সেতু বান্ধিব বানৰে ॥
লক্ষ্মণ সুগ্রীৱ বিভীষণ সমন্বিত।
সসৈন্যে হৈৰন্ত গৈয়া সিবেলাত থিত ॥ ৭৯
সেনাগণ গণিবাক প্রতি ৰাঘৱৰ।
শুক সাৰণক পঠাইবেক লঙ্কেশ্বৰ ॥
বিভীষণে ধৰি দুইকো ৰামত যোগাইব।
তাতে ৰামে ৰাৱণক বাৰ্ত্তাক পঠাইব ॥ ৮০
আচৰিয়া কপট ৰাৱণ বুদ্ধিহত।
মায়া-শিৰ দিব নিয়া সীতাৰ হাতত ॥
দেখি সীতা সতী মায়া-শিৰ ৰাঘৱৰ।
ভূমিত লুটিয়া দেৱী কান্দিব বিস্তৰ ॥ ৮১
প্রভাততে বেঢ়িয়া লঙ্কাৰ চাৰি দ্বাৰ।
দূত পঠাইবন্ত ৰামে বালিৰ কুমাৰ ॥
ভৰ্ৎসিব অঙ্গদে ৰাৱণক বাৰে বাৰ।
মাৰিবন্ত চাৰি গোটা বীৰ ৰাৱণৰ ॥ ৮২
লাথি মাৰি ভাঙ্গিবন্ত ৰাৱণৰ ঘৰ।
ৰামৰ পাশক আসিবন্ত কপিবৰ ॥
ৰাৱণ যুজিব লৈয়া কটক অপাৰ।
বানৰে কৰিব ৰাক্ষসক বুন্দামাৰ ॥ ৮৩
অঙ্গদে জিনিব ইন্দ্রজিতক ইঙ্গিতে।
অন্তৰীক্ষে শৰ বৰষিব ইন্দ্রজিতে ॥
মায়াবলে পীড়িবেক বানৰ কটক।
নাগপাশে বান্ধিবেক ৰাম লক্ষ্মণক ॥ ৮৪
গৰুড়ৰ আশ্বাসে গুচিব নাগপাশ।
দেখি ৰাৱণৰ লাগিবেক মহাত্রাস ॥

অনেক ৰাক্ষস সেনাগণ সমন্বিতি।
সেনাপতিগণ পাঞ্চিবন্ত লঙ্কাপতি ॥ ৮৫
চাৰি সেনাপতি যাইব যমৰ সদন।
ধূম্রাক্ষ প্রহস্ত বক্রদন্ত অকম্পন ॥
তেৱে সমদলে আসি যুজিব ৰাৱণ।
বানৰ কটক মাৰিবেক দশানন ॥ ৮৬
দেখি ৰামচন্দ্রে হাতে ধৰি ধনুশৰ।
কেশে সমে কিৰীটি কাটিব ৰাৱণৰ ॥
যম যেন ৰাঘৱক দেখিয়া সাক্ষাত।
ভঙ্গ দিয়া পলাই গৈয়া পশিব লঙ্কাত ॥ ৮৭
মহামৰ্ম্মে জানুত থাপিয়া দশ মাথ।
অপমান পায়া কান্দিবন্ত লঙ্কানাথ ॥
শ্রীহত হৈবে মুখ পৰিব বিবৰ্ণ।
পঠাইবে যুজিবাক জগাই কুম্ভকৰ্ণ ॥ ৮৮
ঘোৰ শৰে ৰামে তাৰ ছেদিবন্ত শিৰ।
শোকে ৰাৱণৰ হিয়া হৈব দুই ছিৰ ॥
তেৱে চাৰি পুত্র মৰি যাইব যমঘৰ।
ৰণত পৰিব আৰো দুই সহোদৰ ॥ ৮৯
অতিকায় কুমাৰক মাৰিব লক্ষ্মণ।
ইন্দ্রজিতে আসি পুনৰপি দিব ৰণ ॥
ৰাম লক্ষ্মণক আদি যত সেনাগণ।
ৰাৱণৰ শৰে সবে হৈব অচেতন ॥ ৯০
জাম্বৱন্ত উপদেশে বীৰ হনুমন্ত।
ঔষধ আনিয়া সমস্তকে জীয়াইবন্ত ॥
ৰাৱণৰ মনে মহা মিলিব শঙ্কট।
চমকি ৰহিব দিয়া দুৱাৰে কপাট ॥ ৯১
বানৰ ভালুকগণে মহাহৃষ্ট হুই।
দহিব সুৱৰ্ণপুৰী লঙ্কা দিয়া জুই ॥
পাচে সাত মহাবীৰ মাৰিব বানৰে।
মকৰাক্ষ বীৰক বধিব ৰঘুবৰে ॥ ৯২
তেৱে মায়া সীতাক কাটিব ইন্দ্রজিত।
শোকৰ জমকে ৰাম হৈবন্ত মূৰ্চ্ছিত ॥
বিভীষণে বুজাইবন্ত কহিয়া সম্ভেদ।
লক্ষ্মণে কৰিব ৰাৱণৰ স্কন্ধ ছেদ ॥ ৯৩

পুত্ৰস্নেহে অনেক কান্দিব লঙ্কানাথ।
শোকে বিদাৰিব হিয়া যেন বজ্ৰপাত ॥
ক্ৰোধৰ বেগত দেখিবেক অন্ধকাৰ।
সীতাক কাটিবে খেদি যাইব দুৰাচাৰ ॥ ৯৪
দেখি মন্দোদৰী তাঙ্ক প্ৰবোধি আনিব।
অসংখ্য কটক যুজিবাক পঠাই দিব ॥
গন্ধৰ্ব্বৰ অস্ত্ৰ ৰামে কৰিব প্ৰকাশ।
ক্ষণেকে কৰিব দুষ্ট ৰাক্ষস বিনাশ ॥ ৯৫
সমস্তে ৰাক্ষস সঙ্গে লৈয়া লঙ্কাপতি।
বজাইব আটোপে সাজি যুজিবাক প্ৰতি ॥
তিনি সেনাপতি তাৰ যাইব যমঘৰ।
ৰাম ৰাৱণৰ ঘোৰ মিলিব সমৰ ॥ ৯৬
ৰাৱণৰ শকতিত পৰিব লক্ষ্মণ।
তাক কোলে ধৰি ৰামে কৰিব ক্ৰন্দন ॥
ঔষধ আনিবে যাইব বায়ুৰ কুমাৰ।
তথাপি মাৰিব কালনিমি নিশাচৰ ॥ ৯৭
তিনি কোটি গন্ধৰ্ব্বক মাৰিব তহিতে।
আনিব ঔষধ বীৰে পৰ্ব্বতে সহিতে ॥
বিশল্যকৰণী ঔষধৰ গন্ধ পাই।
জীৱন্ত লক্ষ্মণ জয় আনন্দ বঢ়াই ॥ ৯৮
ৰাৱণক বধিতে ৰামৰ হৈব চিত।
আসিবেক দেৱ-ৰথ মাতলি সহিত ॥
তাতে চড়ি কৌতুকে যুজিব ৰঘুনাথ।
বাৰে বাৰে ৰাৱণৰ কাটিবন্ত মাথ ॥ ৯৯
নমৰিব তথাপি ৰাৱণ মহাবীৰ।
ব্ৰহ্ম অস্ত্ৰ হানি পাচে ছেদিবন্ত শিৰ ॥
আকাশত দেৱগণে আনন্দ কৰিব।
জয় ৰাম ধ্বনি দশোদিশক পূৰিব ॥ ১০০
ৰাঘৱৰ শিৰে বৰষিব পাৰিজাত।
পাচে ৰামে দেৱ কাৰ্য্য সাম্ফলি সাক্ষাত ॥
বিভীষণ মিত্ৰক আশ্বাসি ৰঘুবৰ।
পাতিবন্ত তাক অভিনৱ লঙ্কেশ্বৰ ॥ ১০১
যাৱে থাকে চন্দ্ৰ সূৰ্য্য পৃথিৱী পৱন।
তেৱে ৰাজ্য কৰিবা লঙ্কাৰ বিভীষণ ॥
অঙ্গীকাৰ সাফল কৰিবা ৰঘুবৰ।
বোলা ৰাম ৰাম সভাসদ নিৰন্তৰ ॥ ১০২

**দুলড়ী**

নাৰদ বদতি পাচে ৰঘুপতি
পুৰুষ মহা মহন্ত।
লগাই অপমান সভা বিদ্যমান
জানকীক ত্যজিবন্ত ॥
জগত জননী জনক নন্দিনী
ৰামত হুয়া নৈৰাশ।
অগনি সঞ্জালি ঘৃতচয় ঢালি
তাতে কৰিবন্ত জাস ॥ ১০৩
নদহিব গাৱ হুয়া শুদ্ধভাৱ
বহিবন্ত জগমাৱ।
দেৱগণ সমে ৰাজা দশৰথ
আসিবা ৰামৰ ঠাৱ ॥
তিনি পিতা পুত্ৰে একথান হুই
গলে বান্ধি কান্দিবন্ত।
পাচে দশৰথে ৰামক প্ৰশংসি
কৈকেয়ীক নিন্দিবন্ত ॥ ১০৪
অনন্তৰে ব্ৰহ্মা দেৱ ৰাঘৱক
স্তুতি কৰিৱন্ত গৈয়া।
মৰা বানৰক ৰামে জীয়াইবন্ত
বাসৱত বৰ লৈয়া ॥
পিতৃৰ বচনে সম্বৰিয়া ৰামে
সীতাক পৰম তুষ্টি।
দেৱগণ সমে ৰাজা দশৰথ
যাইবন্ত স্বৰ্গক উঠি ॥ ১০৫
বানৰ ভাল্লুক ৰাক্ষস সহিতি
পুষ্পক বিমানে চড়ি।
লক্ষ্মণ জানকী সমন্বিতে ৰাম
অযোধ্যাক যাইব লৰি ॥
পাচে ৰামে ভৰ- দ্বাজৰ আশ্ৰমে
ৰহিয়া লৈবন্ত বৰ।

সমস্তে বৃক্ষত হৈব মধুফল
ভুঞ্জিব তাক বানৰ ॥ ১০৬
ভৰত লক্ষ্মণ ৰাম শত্রুঘন
চাৰি হুয়া একথান।
কৰি জটা ছেদ এৰিবন্ত খেদ
চাৰিও বীৰ প্ৰধান ॥
তাত অনন্তৰে অযোধ্যা নগৰে
হৈবন্ত ৰাজা ৰাঘৱ।
তুলি ছত্ৰ দণ্ড বায়া বাদ্যভণ্ড
কৰিব লোকে উৎসৱ ॥ ১০৭
ৰামৰ উপৰে দেৱ নিৰন্তৰে
পুষ্প বৰষিব ছানি।
পৰম হৰিষে প্ৰজায়ো কৰিব
জয় জয় ৰাম ধ্বনি ॥
বানৰ ভালুক ৰাক্ষস সকল
প্ৰসাদ পায়া ৰামৰ।
পৰম হৰিষে ৰামক প্ৰণামি
চলি যাইব নিজঘৰ ॥ ১০৮
অযোধ্যাক পাচে অগস্ত্য আসিব
কৰিবা ৰামে সম্মান।
ৰাৱণৰ জন্ম কহিবা অগস্ত্য
ৰাঘৱৰ বিদ্যমান ॥
যেনমতে ৰণে পৰম দুৰ্জ্জনে
জিনিলন্ত ত্ৰিভুৱন।
কুবেৰক জিনি পুষ্পক বিমান
আনিলা ৰাজা ৰাৱণ ॥ ১০৯
হৰি বেদৱতী ৰাৱণ দুৰ্ম্মতি
পাইবেক শাপ দুৰ্যশ।
আনাৰণে বধি সবাকো জিনিব
দুৰ্জ্জন সিটো ৰাক্ষস ॥
ইকথা শুনিয়া মিলিবে কৌতুক
হাসিবে ৰামে আনন্দে।
সহস্ৰ অৰ্জ্জুন বালিত সমৰ
হাৰিবা ৰাৱণ মন্দে ॥ ১১০
ব্ৰহ্মাৰ বৰত যমক জিনিবে
পাতালে জিনিব নাগ।
বৰুণ কটক জিনিব ৰাৱণ
বিষ্ণুক পাইবে লাগ ॥
মান্ধাতা সহিতে কৰিব সমৰ
চন্দ্ৰক জিনিব ৰণে।
কপিলৰ ঠাই হাৰি অপমান
পাইবেক গৈয়া ৰাৱণে ॥ ১১১
ৰম্ভাক হৰিব নল কুবেৰত
শাপ পাইব নিশাচৰ।
দেৱগণ সমে ইন্দ্ৰক সমৰে
জিনিবেক লঙ্কেশ্বৰ ॥
এহিমতে ৰাম- চন্দ্ৰৰ আগত
কহি কথা ৰাৱণৰ।
ৰামত বিদায় কৰি মুনিগণ
চলি যাইবা নিজঘৰ ॥ ১১২

ছবি

অযোধ্যাত ৰামদেৱে ৰাজ্যভোগ কৰিবেক
সুখে দশ হাজাৰ বৎসৰ।
সীতাৰ দুৰ্ব্বাদ কথা লোকৰ মুখত শুনি
চিন্তা বৰ মিলিবে ৰামৰ ॥
তোমাৰ আশ্ৰমে নিয়া সীতাক নিৰ্ব্বাস দিয়া
পাঞ্চমহীয়া গৰ্ভ সমে।
জীউবোধে প্ৰতিপাল কৰিবা সীতাক তুমি
থাকিবন্ত তোমাৰ আশ্ৰমে ॥ ১১৩
উপজিব জানকীৰ যৱজ্জা কুমাৰ দুই
হৈব দুইৰ লৱ-কুশ নাম।
পৰম হৰিষ মনে বিৰচিবা তুমি এহি
ৰামায়ণ কথা অনুপাম ॥
সীতাৰ কুমাৰ দুইক পঢ়ায়া শিখাইবা এহি
ৰামৰ চৰিত্ৰ কথা সাৰ।
তোমাৰ আজ্ঞাক পালি লৱ-কুশ দুইভাই
কৰিবন্ত লোকত প্ৰচাৰ ॥ ১১৪

অনন্তৰে ৰাঘৱৰ আজ্ঞাক শিৰত ধৰি
শত্ৰুঘনে ৱধিবা লৱণ।
মথুৰাত পাতি পাট ৰাজ্য প্ৰতিপালি পাচে
দেখিবন্ত ৰামৰ চৰণ॥
ৰামক দেখিয়া স্বৰ্গ কুকুৰ সাৰণ যাইব
পুত্ৰ কাটি জীয়াইব ব্ৰাহ্মণ।
গৃধ্ৰিনী পেচাৰ ন্যায় ৰামচন্দ্ৰে বুজিবন্ত
কি কহিবা ৰাঘৱৰ গুণ॥ ১১৫

দেৱগণ সঙ্গে ৰাম অগস্ত্যৰ ঘৰে যাইব
কৰিবন্ত আলাপ বিস্তৰ।
অগস্ত্যয়ো ৰাঘৱক দিব্য আভৰণ দিব
পাচে ৰাম আসিবন্ত ঘৰ॥
অশ্বমেধ কৰিবাক ৰামৰ হৈবেক মন
অনাইবা বহু ঋষিজাক।
সীতাৰ কুমাৰ দুইক লগে লৈয়া ৰঙ্গমনে
যাইবা যজ্ঞভূমি দেখিবাক॥ ১১৬

ৰামৰ আগত গৈয়া পৰম হৰিষে গীত
গাইবা দুয়ো সীতাৰ তনয়।
সীতাৰ নিকাৰচয় গাৱন্তে বিদিত হুইবা
পিতা পুত্ৰে হৈবা পৰিচয়॥
জানকীক আনিবাক তোমাক বুলিবে ৰামে
দিবা নিয়া তুমিও ৰামত।
পায়া দেৱী অপমান সবে সভা বিদ্যমান
পশিবন্ত গৈয়া পাতালত॥ ১১৭

সীতাক নেদেখি ৰামে হৈবন্ত বিকল চিত্ত
পৃথিৱীক কৰিবা কাতৰ।
নাপাই সমাধান ৰামে ক্ৰোধে পৃথিৱীক প্ৰতি
হাতে তুলি লৈবা ধনুশৰ॥
দেখিয়া হংসত নামি ৰামক বুজাইবা ব্ৰহ্মা
শুনি ক্ৰোধ গুচিব ৰামৰ।
পাচে পুত্ৰৱতে ৰামে ৰাজ্য প্ৰতিপালিবন্ত
একাদশ সহস্ৰ বৎসৰ॥ ১১৮

সজ্জনক প্ৰতিপালি দুৰ্জ্জনক বধিবন্ত
কৰিবন্ত ৰাজ্য অকণ্টক।
চাৰি ভাইৰ আঠ পুত্ৰ আঠ দিনে ৰাজা পাতি
সমুচিতে দিবন্ত বণ্টক॥
ব্ৰহ্মাৰ আদেশ পায়া কালে আসি দিবা দেখা
সত্য কৰাই ছলিবা ৰামক।
সত্য প্ৰাতপালি ৰামে লক্ষ্মণক তেজিবন্ত
দেখাই আতি অতৰ্ক লোকক॥ ১১৯

আগবাঢ়িবাক প্ৰতি ব্ৰহ্মাদেৱ সমন্বিতে
আসিৱন্ত দেৱতা পৰ্য্যন্ত।
তাত অনন্তৰে ৰামে স্বৰ্গকি চলিবা ৰঙ্গে
সঙ্গে লৈয়া পিম্পৰা পৰ্য্যন্ত॥
তিনি ভাই প্ৰবেশিবা ৰামৰ শৰীৰে গৈয়া
প্ৰবেশিবা বিষ্ণুত ৰাঘৱে।
ৰাক্ষস বানৰ নৰ পশু পক্ষী তৃণ বন
সমন্বিতে চলিবা উৎসৱে॥ ১২০

শ্ৰীৰামৰ প্ৰসাদত জীবন্ত শৰীৰে গৈয়া
সন্তলোক স্বৰ্গে হৈবা থিতি।
কৃতকৃত্য হুয়া সুখে অমৃত কৰিবা পান
ৰামগুণ গাইবা প্ৰতিনিতি॥
এহিমতে ৰামায়ণ কৰা তুমি তপোধন
সুমৰিবা ব্ৰহ্মাক মনত।
ৰামৰ চৰিত্ৰচয় পৰম অমৃতময়
শুনি সুখে তৰোক জগত॥ ১২১

নমো নমো ৰঘুকুল- কমলপ্ৰকাশ সূৰ্য্য
শ্ৰীৰামচন্দ্ৰ সীতাপতি।
হুয়োক প্ৰসন্ন যেন মোৰ মন মধুকৰে
তযু পাদ-পদ্মে কৰে ৰতি॥
তযু নিজদাসে মোৰ পৰম সুহৃদ হৌক
লোক মুখে তযু গুণ নাম।
নছাৰিবা প্ৰভু মোক যত সমাজিক লোক
নিৰন্তৰে বোলা ৰাম ৰাম॥ ১২২

### ৰাক্ষসৰ বিৱৰণ

পদ

নাৰদ বদতি ঋষি শুনিয়ো সাক্ষাত।
ক্ষুদ্ৰৰূপে ৰামায়ণ কহিলো তোমাত॥
প্ৰপঞ্চ স্বৰূপে তুমি কৰা ৰামায়ণ।
ব্ৰহ্মাক স্মৰিলে ব্যৰ্থ নুহিবে বচন॥ ১২৩
কহিলোহো অল্প কৰি চৰিত্ৰ ৰামৰ।
শুনিয়ো বৃত্তান্ত আৰু কহো ৰাক্ষসৰ॥
উপজিব ৰাৱণ অদ্ভুত কলেৱৰ।
দশ মুণ্ড কুৰি বাহু দেখি ভয়ঙ্কৰ॥ ১২৪
ঘোৰ তপ আচৰি ব্ৰহ্মাত লৈব বৰ।
সুৰাসুৰ লোকত অবধ্য কলেৱৰ॥
বেদ বিশ্বশ্ৰবা বীৰ্য্যে নৈকেষীত জাত।
হৈব তিনি সহোদৰ জগত প্ৰখ্যাত॥ ১২৫
আৰো এক শ্ৰেষ্ঠ ভাই হৈব বৈমাতৰ।
ইৰাৰ তনয় কুবেৰ ধনেশ্বৰ॥
বিষ্ণুভক্ত হৈবন্ত কুবেৰ বিভীষণ।
হৈব দুষ্ট দুৰ্জ্জন ৰাৱণ কুম্ভকৰ্ণ॥ ১২৬
ৰাৱণৰ হৈব আৰো ভগিনী দুতয়।
ত্ৰিজটা হৈবেক বিষ্ণুভক্ত আতিশয়॥
শূৰ্পণখা হৈব আতি পৰম পাপিনী।
ধৰ্ম্মাধৰ্ম্ম নাজানিব সিটো ৰাক্ষসিনী॥ ১২৭
বিশ্বকৰ্ম্মে নানা চিত্ৰ কৰিব লঙ্কাত।
দুতি অমৰাৱতী যেন দেখিব সাক্ষাত॥
তাতে ৰাজ্য কৰিবা কুবেৰ ধনেশ্বৰ।
হৈব লোকপাল ৰাজা যক্ষৰ উপৰ॥ ১২৮
সুৱৰ্ণৰ পুৰী লঙ্কা ৰত্নে জাতিস্কাৰ।
নানা চিত্ৰ বিচিত্ৰ প্ৰকাশে ঘৰ দ্বাৰ॥
নানা উপবনে ফলে ফুলে সমন্বিত।
ভুঞ্জন্ত কুবেৰ বহু ভোগ মনোনীত॥ ১২৯
তপ কৰি ৰাৱণে ব্ৰহ্মাত বৰ পাই।
কুবেৰৰ পাশে দূত দিবেক পঠাই॥
লঙ্কাপুৰী কুবেৰে আমাক দেউক ছাৰি।
সুখে যেৰে নেদয় আপুনি লৈবো কাঢ়ি॥ ১৩০

দূতে এহি কথা কৈব কুবেৰৰ আগে।
নকৰিবা বিবাদ কুবেৰ মহাভাগে॥
দৈত্য অংশ ৰাৱণৰ বিবাদত ৰতি।
বিষ্ণু অংশে কুবেৰৰ বিষ্ণুত ভকতি॥ ১৩১
এতেকে বিবাদ নকৰিয়া ধনপতি।
পঠাইবা মধুৰ বুলি ৰাৱণক প্ৰতি॥
লঙ্কাপুৰী ৰাজ্য তেজি দিবা ৰাৱণক।
যক্ষগণ সমে চলি যাইবা কৈলাসক॥ ১৩২
অলকাৱতী নামে এক পাতিয়া নগৰ।
তথাতে ৰহিবা সুখে ধনৰ ঈশ্বৰ॥
লঙ্কাত হৈবেক ৰাজা দুৰ্জ্জয় ৰাৱণ।
ত্ৰিদশ দেৱক হিংসা কৰিব দুৰ্জ্জন॥ ১৩৩
বিশ্বজিস্নু নামে দৈত্য কুলে হৈব জাত।
শূৰ্পণখা ভগিনীক বিহা দিব তাত॥
ৰাৱণে কৰিব বিহা কন্যা মন্দোদৰী।
ময়দানৱৰ জীউ পৰম সুন্দৰী॥ ১৩৪
ৰাৱণৰ পুত্ৰ হৈব নামে ইন্দ্ৰজিত।
দেৱে নপাৰিব তাৰ প্ৰতাপ সহিত॥
ৰথত চড়িয়া যাইব স্বৰ্গক ৰাৱণ।
ইন্দ্ৰৰ নন্দন বন কৰিব উছন॥ ১৩৫
দেখিয়া ইন্দ্ৰৰ মহা মৰ্ম্মে দহে মন।
কুবেৰক হাতে ধৰি দেখাৱন্ত বন॥
বাসৱৰ বচনে কুবেৰ বুদ্ধিমন্ত।
ৰাৱণৰ ঠাই দূত পঠাই দিবন্ত॥ ১৩৬
প্ৰবোধ বচন বুলি পঠাইবা বহুত।
ৰাৱণৰ আগে তাক কহিবেক দূত॥
শুনি মহা কোপে ঝঙ্কাৰিয়া দশ মাথ।
কুবেৰৰ দূতক কাটিব লঙ্কানাথ॥ ১৩৭
ৰথে চড়ি সাজি ধায়া যাইব লঙ্কেশ্বৰ।
যক্ষ ৰাক্ষসৰ ঘোৰ মিলিব সমৰ॥
কুবেৰ ৰাৱণে ৰণ হৈব ভয়ঙ্কৰ।
কৰিব সমৰ তিনি সহস্ৰ বৎসৰ॥ ১৩৮
ব্ৰহ্মাৰ বৰত ভৈলা ৰাৱণ দুৰ্জ্জয়।
তাহাৰ বিক্ৰম কাৰ শকতি সহয়॥

কুবেৰক জিনি লৈব পুষ্পক বিমান।
সেনা সমে চড়ি তাতে কৰিব পয়াণ ॥ ১৩৯
মহাবলৱন্ত ৰাৱণৰ সেনাগণ।
যুদ্ধে জিনি বশ্য কৰিবেক ত্রিভুৱন ॥
যৈতে যৈতে মহা যজ্ঞ শুনয় ৰাৱণ।
লুৰি পুৰি খায়া দায়া কৰয় উছন ॥ ১৪০
সুন্দৰী কন্যাৰ কথা শুনে যতমান।
বলে হৰি আনিবেক আপুনাৰ থান ॥
অনেক প্রহাৰ কৰি সংগ্রামৰ মাজ।
কৰিবেক বিকর্থনা জিনি দেৱৰাজ ॥ ১৪১
সঞ্জমণি গৈয়া বীৰ ৰাৱণ প্রচণ্ড।
যম জিনি কাঢ়িয়া লৈবেক যমদণ্ড ॥
চন্দ্রক জিনিয়া তান হৰিবে প্রকাশ।
বৰুণক জিনি তান লৈব নাগপাশ ॥ ১৪২
তবে ষড়ঋতু সব হৈব বিপর্য্যয়।
নৱগ্রহ সবাৰ খণ্ডাব ভাগ্যচয় ॥
কৰিব অধীন জিনি দৈত্য দানৱক।
যুদ্ধে জিনি মন্দ তেজ কৰিব সূর্য্যক ॥ ১৪৩
অপেস্বৰা গন্ধৰ্ব্বো সেৱিব নিৰন্তৰ।
ভয়ে মন্দগতি আতি হৈব পৱনৰ ॥
সমস্তে দেৱৰে খণ্ডাইবেক অধিকাৰ।
শুক্রক দেখিয়া কিছু কৰিব সৎকাৰ ॥ ১৪৪
নকৰিব জগতক ইঙ্গিত দুৰ্ম্মতি।
আপুনি হৈবেক ত্রিভুৱন অধিপতি ॥
সমস্তকে ৰাৱণে লগায়া অপমান।
ৰামৰ হাতত হৈব সবংশে নির্য্যাণ ॥ ১৪৫
সংক্ষেপে কহিলো কথা ৰাম ৰাৱণৰ।
প্রপঞ্চিয়া ৰামায়ণ কৰা মুনিবৰ ॥
বাল্মীকিক এতেক বুলিয়া দেৱঋষি।
হৰিগুণ গায় চলি গৈলন্ত হৰিষি ॥ ১৪৬
বাল্মীকিও ৰামৰ চৰিত্র শুনি কাণে।
ভৈলন্ত তৃপিতি যেন অমৃতক পানে ॥
ৰামায়ণ কৰিবাক ভৈল তান মতি।
একচিত্তে মুনি সুমৰিলা সৰস্বতী ॥ ১৪৭

সুপ্রসন্ন হুয়া দেৱী ভৈলন্ত সাক্ষাত।
দেখিয়া বাল্মীকি কৰিলন্ত প্রণিপাত ॥
ব্রহ্মাৰ আজ্ঞায়ে আমি কৰো ৰামায়ণ।
আমাৰ কণ্ঠত মাৱ হুয়োক প্রসন্ন ॥ ১৪৮
বুলিলন্ত সৰস্বতী মুনিক বচন।
থাকিবোহো আমি তযু কণ্ঠে সৰ্ব্বক্ষণ ॥
তোমাৰ বচনচয় নুহিবে অন্যথা।
কৰা সাৱধানে ৰাম অৱতাৰ কথা ॥
নিস্তৰোক লোক শুনি ৰামৰ চৰিত।
এহি বুলি সৰস্বতী ভৈলা অন্তৰ্হিত ॥ ১৪৯

---

### সূৰ্য্যবংশৰ বিৱৰণ

অনন্তৰে হৰিষে বাল্মীকি তপোধন।
ৰামক সুমৰি আতি ভৈলা শুদ্ধমন ॥
শুভক্ষণে বসিলা কৰিতে ৰামায়ণ।
আচৰিলা সুমঙ্গল হৰিৰ কীৰ্ত্তন ॥ ১৫০
ধৰিয়া শিৰত মুনি ব্রহ্মাৰ আদেশ।
সুমৰিলা মনে নাৰদৰ উপদেশ ॥
ৰামায়ণ কৰিতে লাগিলা অনুক্রমে।
বংশাৱলী কহিবাক লাগিলা প্রথমে ॥ ১৫১
ভৈলন্ত মাৰীচ নামে ব্রহ্মাৰ তনয়।
তান পুত্র ভৈলন্ত কশ্যপ মহাশয় ॥
কশ্যপ ঋষিৰ পুত্র ভৈলন্ত আদিত্য।
শ্রাদ্ধদেৱ মনু সূর্য্যতনয় বিদিত ॥ ১৫২
ভৈলন্ত সুযাজ্ঞু নামে মনুৰ তনয়।
তান পুত্র ভৈলন্ত ইক্ষ্বাকু মহাশয় ॥
ভৈলন্ত ইক্ষ্বাকু আতি নৃপতি প্রধান।
তেন্তে কৰিলন্ত পুৰী অযোধ্যা নির্ম্মাণ ॥ ১৫৩
বিকুক্ষি ভৈলন্ত পুত্র ইক্ষ্বাকু ৰাজাৰ।
ভৈলা বিকুক্ষিৰ পুত্র পৃথু নাম যাৰ ॥
প্রসাক্রুত ভৈলন্ত পৃথুৰ বীর্য্যে জাত।
ভৈলন্ত মান্ধাতা তান তনয় প্রখ্যাত ॥ ১৫৪
কৰিলা মান্ধাতা সপ্তদ্বীপ অধিকাৰ।
কুৰু নামে ভৈলা তান তনয় প্রচাৰ ॥

ভৈলন্ত তাহাৰ পুত্ৰ স্বয়ম্ভুৰ নাম।
অনাৰণ্য ভৈল তান পুত্ৰ অনুপাম॥ ১৫৫
তান পুত্ৰ আৰণ্য বিষ্ণুৰ সমসৰ।
দীৰ্ঘবাহু নামে পুত্ৰ ভৈল আৰণ্যৰ॥
ভৈল দীৰ্ঘবাহুত দিলীপ নৰেশ্বৰ।
হাৰ্য্যক নামত পুত্ৰ ভৈল দিলীপৰ॥ ১৫৬
হাৰ্য্যকে পাইলন্ত মাধৱত পুত্ৰবৰ।
হাৰিদ্ৰ ভৈলন্ত তেৱে পুত্ৰ হাৰ্য্যকৰ॥
সাস্ৰুক নামত পুত্ৰ ভৈল হাৰিদ্ৰৰ।
মন্দাক্ষিণি নামে পুত্ৰ ভৈলা সাস্ৰুকৰ॥ ১৫৭
মন্দাক্ষিণিৰ তনয় ভৈলন্ত সগৰ।
শশবিন্দ ভৈলন্ত তনয় সগৰৰ॥
ভৈলা নন্দা নামে শশবিন্দৰ সন্ততি।
তান পুত্ৰ ভৈলন্ত নন্দন মহামতি॥ ১৫৮
বিশ্বনাথ নামে পুত্ৰ ভৈল নন্দনৰ।
অম্বত্ৰক নামে পুত্ৰ ভৈল বিশ্বনাথৰ॥
ভগীৰথ ভৈলা অম্বত্ৰকৰ তনয়।
গঙ্গাক নমাইলা ভগীৰথ মহাশয়॥ ১৫৯
ভৈলন্ত সৌদাস ভগীৰথৰ সন্ততি।
সৌদাসৰ তনয় দিলীপ নৰপতি॥
দিলীপৰ পুত্ৰ ৰঘু নামে নৰেশ্বৰ।
ৰঘুৰ তনয় ভৈল অজ নৃপবৰ॥ ১৬০
অজৰ যে পুত্ৰ ভৈলা দশৰথ নাম।
পৃথিৱীত যাৰ গুণে নাহি অনুপাম॥
অজ নৃপতিৰ পটেশ্বৰী ইন্দুমতী।
দশৰথ নৃপতিৰ মাতৃ মহাসতী॥ ১৬১
অনুক্ৰমে বংশাৱলী কহিলো সকল।
অযোধ্যা নগৰে ৰাজা হৈবা মহাবল॥
সূৰ্য্যবংশে বাত্ৰিশ পুৰুষ অনন্তৰ।
ভৈল উতপতি দশৰথ নৰবৰ॥ ১৬২
কি কহিবো কথা দশৰথ নৃপতিৰ।
সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ॥
মহা মহাপাপী তৰে নাম লৈলে যাৰ।
হেন ৰামচন্দ্ৰ ভৈলা যাত অৱতাৰ॥ ১৬৩

তান আন গুণ কিবা বৰ্ণাইবো বিস্তৰ।
নাহি সুপুৰুষ দশৰথ সমসৰ॥
যিটো বাহুবলে অসুৰক কৰি হত।
দেৱ সমে বাসৱক থাপিলা স্বৰ্গত॥ ১৬৪
তাহান গুণক কোনে কৰিবেক অন্ত।
বিষ্ণুত ভকত যিটো পৰম মহন্ত॥
সংক্ষেপে কহিলো দশৰথৰ মহত্ত্ব।
বিস্তাৰিয়া কহো কিছু শুনিয়ো সাম্প্ৰত॥ ১৬৫
কোশলৰ উত্তৰত অযোধ্যা নগৰ।
হুতি স্বৰ্গপুৰ অম্ৰাৱতী পটন্তৰ॥
বাৰ প্ৰহৰৰ পথ পথালি প্ৰমাণ।
পঞ্চিশ যোজন পথ দীৰ্ঘৰ নিৰ্ম্মাণ॥ ১৬৬
পৃথিৱীত পটন্তৰ নাহি অযোধ্যাৰ।
ত্ৰিভুৱন জিনি পুৰী কৰে জাতিষ্কাৰ॥
ভুৱনদুৰ্ল্লভ নগৰৰ পৰিপাটি।
সুৱৰ্ণ ৰতনে বিৰচিত হাটী বাটী॥ ১৬৭
স্থানে স্থানে প্ৰকাশয় দীঘি সৰোবৰ।
নানাৰত্নে ৰচি আছে চাৰিও কাষৰ॥
নানা ফল ফুল পাৰে পাৰে ৰহি আছে।
নানা উপবন শোভা কৰে কাছে কাছে॥ ১৬৮
চৌভিতি নগৰ গড় প্ৰাঞ্চী সুৱৰ্ণৰ।
নানাবিধ অস্ত্ৰে শস্ত্ৰে দুৰ্দ্ধৰ নিৰন্তৰ॥
নগৰৰ দ্বাৰ আছে লঙ্ঘিয়া আকাশ।
নানা জলজন্তু তাত কৰয় প্ৰকাশ॥ ১৬৯
নানা ৰত্নে বিৰচিত চৌপন্থা পদূলি।
ধ্বজ দণ্ড পতাকা তোৰণ আছে তুলি॥
নানাবিধ গৃহ শাৰী শাৰী প্ৰকাশয়।
উপৰত পঞ্চ সুৱৰ্ণৰ ঘটচয়॥ ১৭০
যেন দেৱ দেৱী অযোধ্যাৰ নৰনাৰী।
দিব্য বস্ত্ৰ অলঙ্কাৰে ফুৰে কাছি পাৰি॥
পৰম সঙ্কুল হস্তী ঘোৰা ৰথে আতি।
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি॥ ১৭১
আচৰে হৰিষে যাৰ যেন জাতিধৰ্ম্ম।
নিজ বৃত্তি বিনে নকৰয় আন কৰ্ম্ম॥

নাহি অনাচাৰ হিংসা মিছা ডকা চুৰি।
নকৰয় পৰদ্বাৰ অন্যায় চাতুৰী ॥ ১৭২
নাহি শোক সন্তাপ নাহিকে দন্দ্ববাদ।
অকালত মৃত্যু আসি নকৰে প্ৰমাদ ॥
নাহি দুখী ভিক্ষী জন অযোধ্যা নগৰে।
সমস্তৰে অচলা সম্পত্তি ঘৰে ঘৰে ॥ ১৭৩
হেন মহাসুখে বঞ্চে অযোধ্যাৰ প্ৰজা।
তাতে ভৈলা পাচে দশৰথ মহাৰাজা ॥
পৰম মহন্ত সন্ত শীতল স্বভাৱ।
ভৈলা যেন লোকৰ সম্যক বাপমাৱ ॥ ১৭৪
স্বধৰ্ম্মত শুদ্ধবুদ্ধি সুন্দৰ শৰীৰ।
ৰমণীৰমণ ৰতিৰঙ্গ মহাবীৰ ॥
সদায় ধৰ্ম্মত ৰতি বিষ্ণুত ভকত।
সৰ্ব্বগুণযুত গুণ সমস্তে মহত ॥ ১৭৫
ধৈৰ্য্যে যেন মেৰু গিৰি গম্ভীৰ সাগৰ।
প্ৰতাপত আদিত্য ক্ৰোধত মহেশ্বৰ ॥
দানে বলি কৰ্ণ হৰিশ্চন্দ্ৰ সমসৰ।
বলে বুদ্ধি সমান ভোগত পুৰন্দৰ ॥ ১৭৬
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে নানা গুণে সুমণ্ডিত।
বৃহস্পতি সম ৰাজা পৰম পণ্ডিত ॥
শাম দান ভেদ দণ্ড জানা চাৰি নয়।
মহাসুৰ সমৰে যমকো নাহি ভয় ॥ ১৭৭
সাতোদ্বীপা পৃথিৱীৰ ভৈলা অধিপতি।
পুত্ৰৱতে লোকক পালন্ত প্ৰতিনিতি ॥
নাহিকে শত্ৰুক শঙ্কা ৰাজাৰ আগত।
ভৃত্য যেন খাটয় নৃপতি আছে যত ॥ ১৭৮
মহামুনি বশিষ্ঠ ভৈলন্ত পুৰোহিত।
সুমন্ত্ৰ প্ৰমুখ্যে আঠ মন্ত্ৰী সুবেষ্টিত ॥
হৃষ্ট পুষ্ট সন্তুষ্ট বলিষ্ট মহাশূৰ।
অস্ত্ৰে শস্ত্ৰে সমন্বিতে কটক প্ৰচুৰ ॥ ১৭৯
সমৰত যম সম যেন কৰে গতি।
অসংখ্য প্ৰমাণ গজ বাজী ৰথপতি ॥
মহা শ্ৰীযুত ৰাজা মহেন্দ্ৰ পৰায়।
কতেক বৰ্ণাইবো গুণ কহন নযায় ॥ ১৮০
সুবলিত ভুজযুগ বাসুকী সমান।
বজ্ৰতো অধিক তান শৰৰ সন্ধান ॥
মহা যশৰাশি প্ৰকাশয় ত্ৰৈলোক্যত।
ভয়ে তৰ তৰি সুৰাসুৰ নাগ যত ॥ ১৮১

দশৰথৰ লগত কৌশল্যাৰ বিবাহ

কোশল ৰাজাৰ জীউ কৌশল্যা সুন্দৰী।
ত্ৰৈলোক্যত যাক ৰূপে নাহি পটন্তৰী ॥
সৰ্ব্বগুণে আনন্দিতা আতি মহাসতী।
তাঙ্ক বিহা কৰিলন্ত প্ৰথমে নৃপতি ॥ ১৮২
দশৰথ ৰাজাৰ যতেক গুণ সাৰ।
তাহান্তো অধিক কিছু আছে কৌশল্যাৰ ॥
মহা সৌভাগিনী কন্যা পায়া দশৰথ।
ভৈলন্ত আনন্দে পৰিপূৰ্ণ মনোৰথ ॥ ১৮৩
কৌশল্যা সমান শান্তী নাহি ত্ৰিভুৱনে।
নৃপতিক শুশ্ৰূষা কৰন্ত সৰ্ব্বক্ষণে ॥
ভাৰ্য্যায়ে সহিতে অজ নৃপতিৰ সুত।
ৰত্নময় মন্দিৰত ক্ৰিড়িলা বহুত ॥ ১৮৪

দশৰথৰ লগত কৈকেয়ীৰ বিবাহ

আত অনন্তৰে কথা শুনিয়ো সম্প্ৰতি।
কেকয় ৰাজ্যত আছে কেকয় নৃপতি ॥
দানে মানে কুলে ধৰ্ম্মে শীলে আনন্দিত।
সৰ্ব্বগুণে গুণান্বিত জগতে বিদিত ॥ ১৮৫
কৈকেয়ী নামত কন্যা এক আছে তান।
ত্ৰিভুৱনে নাহি যাৰ ৰূপৰ সমান ॥
নাহি খতি খুন সৰ্ব্বগুণে নিৰুপমা।
নুহিকে সমান ৰতি ৰম্ভা তিলোত্তমা ॥ ১৮৬
হৰিণনয়নী আতিশয় মধ্যক্ষীণী।
সুকোমল কেশে চামৰকো আছে জিনি ॥
পূৰ্ণ চন্দ্ৰমাকো জিনি বদনৰ কান্তি।
মুকুতাৰ শাৰী যেন জ্বলে দন্তপান্তি ॥ ১৮৭
নাসাগোট দেখি যেন বত্ন তিলফুল।
বিম্বফল জিনি জ্বলে অধৰ ৰাতুল ॥

মৃণাল সদৃশ বাহু দেখিতে সুঠান।
সুগম্ভীৰ লীলাগতি গজৰ সমান ॥ ১৮৮
বহল জঘন উৰু যেন ৰামকল।
থল কমলকো গঞ্জে চৰণকমল ॥
হাস্যত অমৃত স্ৰৱে বচন মধুৰ।
হৰে ৰূপ দেখি কন্দৰ্পৰ দৰ্প চুৰ ॥ ১৮৯
বদৰী প্ৰমাণ স্তন বাঢ়ে হৃদয়ত।
কটাক্ষতে মোহে সুৰ নৰ মুনি যত ॥
কেকয় ৰাজাৰ হেন আছে কন্যা ৰত্ন।
বিবাহ দিবাক ৰাজা কৰে মহা যত্ন ॥ ১৯০
কেনমতে কন্যাৰ সদৃশ পাইবো বৰ।
হেন শুনি নৃপতি পাতিলা সয়ম্বৰ ॥
দেশে দেশে পাঞ্চি দিলা দূত বহুতৰ।
কহ সমস্তত কৈকেয়ীৰ সয়ম্বৰ ॥ ১৯১
গেল দেশে দেশে দূতগণ অসংখ্যাত।
জনাইলেক সয়ম্বৰ সমস্তে ৰাজাত ॥
কৈকেয়ীৰ সয়ম্বৰ শুনি যত ৰাজা।
সঙ্গে সাজি গৈয়া ৰথ গজ বাজী প্ৰজা ॥ ১৯২
কেকয় নগৰে আসি ভৈলা একথান।
সবাকো কেকয় ৰাজা কৰিলা সম্মান ॥
আছে পুত্ৰবৰ তান যুদ্ধাজিত নাম।
পিতৃত ভকত সৰ্ব্বগুণে অনুপাম ॥ ১৯৩
তান্তে ৰাজ্যভাৰ ৰাজা সপি নিৰন্তৰ।
বিবাহৰ কাৰ্য্যক চিন্তন্ত নৰবৰ ॥
কৰিলা মজুত আনি অনেক সম্ভাৰ।
কুসুম চন্দন গন্ধ বস্ত্ৰ অলঙ্কাৰ ॥ ১৯৪
সুৱৰ্ণৰ ঝাৰী খুৰি তাম্বুল কৰ্পূৰ।
নানা উপহাৰে দ্ৰব্য মিলাইলা প্ৰচুৰ ॥
আসি আছে যত ৰাজা শুনি সয়ম্বৰ।
সবাকো দিলন্ত ৰত্নময় বাসা ঘৰ ॥ ১৯৫
তাম্বুল চন্দনে দিব্য বস্ত্ৰ অলঙ্কাৰে।
অৰ্চ্চিলা সবাকো নানাবিধ উপহাৰে ॥
কুসুম কুঙ্কুম গন্ধ চন্দনে তুষিলা।
নানা ভক্তিভাৱে সমস্তকে সন্তোষিলা ॥ ১৯৬

আছন্ত নৃপতিগণ পাতিয়া সমাজ।
সেহি সময়ত দশৰথ মহাৰাজ ॥
সঙ্গে সাজি লৈয়া গজ বাজী সেনা যত।
সেহি সমজ্যাত গৈয়া ভৈল উপগত ॥ ১৯৭
দশৰথ আসিবাৰ দেখি ৰাজাগণে।
গাৰ চালি আথেবেথে উঠিলা তেখনে ॥
কেকয় ৰাজাৰ দেখি হৰিষ মিলিলা।
পৰম গৌৰৱে আনি সিংহাসন দিলা ॥ ১৯৮
দশৰথ নৃপতি বসিলা গৈয়া তাত।
যেন পুৰন্দৰ দেৱগণৰ সভাত ॥
নৃপতিৰ মাজে ৰাজা প্ৰকাশন্ত বসি।
গ্ৰহগণ মাজে যেন পূৰ্ণিমাৰ শশী ॥ ১৯৯
দশৰথ আগে নজ্বলন্ত ৰাজাচয়।
যেহেন নক্ষত্ৰগণ সূৰ্য্যৰ উদয় ॥
পাত্ৰ পুত্ৰ মিত্ৰ সমে কেকয় নৃপতি।
দশৰথ নৃপতিক কৰিলা ভকতি ॥ ২০০
সাদৰে ভৃঙ্গাৰ ধৰি প্ৰক্ষালিলা পাৱ।
ষড়ৰ্ঘে কৰিলা পূজা বুলি বহু ভাৱ ॥
কুসুম চন্দন দিব্য বস্ত্ৰ অলঙ্কাৰ।
নানা দ্ৰব্য দিয়া অৰ্চ্চিলন্ত বাৰে বাৰ ॥ ২০১
বুলি আতি স্তুতি বাণী সন্তোষিলা মন।
ষড়ৰসে পঞ্চামৃতে কৰাইলা ভোজন ॥
কৰ্পূৰ তাম্বুল দিলা ভোজনৰ শেষে।
গৃহ ব্যৱহাৰ ৰাজা কৰিলা নিশেষে ॥ ২০২
কেকয় ৰাজাৰ আতি দেখিয়া ভকতি।
ভৈলন্ত সন্তুষ্ট দশৰথ মহামতি ॥
কৰিলন্ত কেকয়ক প্ৰশংসা অশেষ।
অনন্তৰে ভৈলা আসি ৰজনী প্ৰবেশ ॥ ২০৩
উত্তম মন্দিৰে ৰত্নময় আসনত।
সুকোমল শয্যাত শুতিলা দশৰথ ॥
সুখে নৃপতিৰ ভৈল ৰজনী প্ৰভাত।
স্নান দান কৰি আসি বসিলা সভাত ॥ ২০৪
প্ৰভাত সময়ে উঠি কেকয় নৃপতি।
স্নান দান তৰ্পণ কৰিলা মহামতি ॥

বিধিৰ নিয়ম সমৰ্পিয়া নৃপবৰ।
পাতিলন্ত সভা কৈকেয়ীৰ সয়ম্বৰ ॥ ২০৫
ৰত্নময় আসন থৈলন্ত স্থানে স্থানে।
তাতে আসি বসিলা নৃপতিগণ মানে ॥
বসি আছে দশৰথ সবাৰে মাজত।
তান তেজে সঙ্কুচিত ৰাজাগণ যত ॥ ২০৬
জ্বলে উৎপল যেন সূৰ্য্যৰ উদয়।
দশৰথ সমে সেহিমত ৰাজাচয় ॥
কেকয় নৃপতি আতিশয় বুদ্ধিমন্ত।
যথাযোগ্য সমস্তে ৰাজাক অৰ্চ্চিলন্ত ॥ ২০৭
বুলিলা সবাকো পাচে সুমধুৰ বাণী।
কৈকেয়ী নামত মোৰ আছে কন্যাখানি ॥
আতি শিষ্টমতী কন্যা আসি সমজ্যাক।
আপোন ইচ্ছায়ে কন্যা বৰয় যাহাক ॥ ২০৮
তাহানে হৈবেক সিটো কন্যা মহাসতী।
এহি বুলি কৈকেয়ীৰ পাশক নৃপতি ॥
নিজ গুৰু ব্ৰাহ্মণক দিলন্ত পঠাই।
আনিয়োক কন্যা গৈয়া সভাক আতাই ॥ ২০৯
শুনি পুৰোহিতে গৈয়া বুলিলা কন্যাক।
আসিয়ো কৈকেয়ী পিতৃবাক্যে সমজ্যাক ॥
শুনিয়া কন্যাৰ হৰিষৰ নাহি পাৰ।
পিন্ধিলা উৎসুকে দিব্য বস্ত্ৰ অলঙ্কাৰ ॥
একচিত্ত হুয়া শুনা সভাসদ লোক।
গুচোক সংসাৰভয় ৰাম বুলিয়োক ॥ ২১০

---

দুলড়ী

কৈকেয়ী কামিনী সুচন্দ্ৰবদনী
কাছিলন্ত বহু ভাৱে।
কৰি লীলাগতি সমজ্যাক প্ৰতি
চলি যান্ত ভূমিপাৰে ॥
কৃশ মধ্যদেহ বুলন্তে হালয়
চলে আতি লয়লাসে।
অনেক সুন্দৰী তাঙ্ক মধ্যে কৰি
বেঢ়ি যান্ত চাৰি পাশে ॥ ২১১
ত্ৰৈলোক্যমোহিনী গজেন্দ্ৰগামিনী
পাইলা সয়ম্বৰশালা।
প্ৰবেশিলা গই মেৰুত উদয়
যেন চন্দ্ৰমাৰ কলা ॥
ভৈলন্ত বিস্ময় যত ৰাজাচয়
কন্যাৰ ৰূপ দেখিয়া।
চাহন্ত নিৰীখি অমৃতক দেখি
যেন লুভিয়াৰ হিয়া ॥ ২১২
ৰূপ বিপৰীত দেখি বিমোহিত
ভৈল যত ৰাজাচয়।
স্থিৰ নোহে মন পীড়িলে মদন
দেখে সবে তমোময় ॥
কম্পয় শৰীৰ কতো বেলি স্থিৰ
ভৈল ৰাজাগণ যত।
অন্যো অন্যে মাতি কহে কথা আতি
ৰূপৰ কিনো মহত্ত্ব ॥ ২১৩
স্বৰ্গ হন্তে কিবা আসিল উৰ্ব্বশী
কিবা ৰতি তিলোত্তমা।
ইন্দ্ৰৰ ঘৰিণী কিবা আইল শচী
কিবা অপেস্বৰী হেমা ॥
ৰোহিণী পাৰ্ব্বতী কিবা লক্ষ্মী দেৱী
আসি আছে মূৰ্ত্তি ধৰি।
ইটো ত্ৰৈলোক্যত ইহেন ৰূপক
নুহি আনে সৰিবৰি ॥ ২১৪
এক হাতে জল ঝাৰী আউৰ হাতে
ধৰিয়া পুষ্পৰ মালা।
ৰাজাগণ মাজে আপন সদৃশ
বৰ নিৰীক্ষন্ত বালা ॥
সখাগণ সমে ফুৰন্ত সুন্দৰী
গোটে গোটে ৰাজা চাই।
সবে ৰাজাগণে বোলে মনে মনে
মোকে বৰিবেক পায় ॥ ২১৫
পাচে সুদৰ্শন নামে এক ৰাজা
সবাকো বোলে বচন।

সুদক্ষিণা নামে কন্যাৰ কাহিনী
শুনিয়োক ৰাজাগণ ॥
মগধ ৰাজাৰ জীউ সুদক্ষিণা
পৰম পদ্মিনী কন্যা ।
সৰ্ব্বগুণযুত ৰূপ অদভুত
ত্ৰৈলোক্যমোহিনী ধন্যা ॥ ২১৬
তান সয়ম্বৰে গৈলো নিৰন্তৰে
আছো ৰাজাগণ যত ।
হাতে মাল্য ধৰি বৰ অনুসৰি
ফুৰে কন্যা সমাজত ॥
সূৰ্য্যবংশে ৰাজা আছিলা দিলীপ
পৰম গুণে মহন্ত ।
মাথে মাল্য দিয়া গৈয়া সুদক্ষিণা
দিলীপক বৰিলন্ত ॥ ২১৭
ইও মহাসতী যেন সুদক্ষিণা
সমস্ত গুণক ধৰে ।
কোন পুণ্যৱন্ত আছে ভাগ্যৱন্ত
নাজানো কাহাক বৰে ॥
এহিমতে ৰাজা সবে অন্যো অন্যে
কন্যাৰ গুণ বখানে ।
পাচে ধীৰি ধীৰি কৈকেয়ী সুন্দৰী
গৈলা দশৰথ স্থানে ॥ ২১৮
তাঙ্ক দেখি কন্যা গুণে মনে মনে
এন্তে হৈবা মোৰ পতি ।
ইহান সমান ইটো পৃথিৱীতে
নাহিকে আন নৃপতি ॥
ইহান আগত নজ্বলয় কেৱ
যত আছে ৰাজাগণ ।
ত্ৰিভুৱনে সাৰ ৰূপ চমৎকাৰ
সাক্ষাতে যেন মদন । ২১৯
ইহান অধীন সকলো নৃপতি
আছন্ত খাটিয়া নিত ।
ইহাকেসে মই বৰিবো বুলিয়া
দৃঢ় কৰিলন্ত চিত ॥

পৰম সাদৰে দশৰথ শিৰে
দিলা নিয়া পুষ্পমালা ।
চৰণত ধৰি কৰি নমস্কাৰ
বৰিলন্ত বৰবালা ॥ ২২০
হেন দেখি যত লোক সমজ্যাৰ
কৰে জয় জয় ধ্বনি ।
সাৰ্থক বৰক বৰিলা সুন্দৰী
কন্যা বৰ বিচক্ষণী ॥
বৰ কন্যা দুইকো প্ৰশংসা কৰিল
সমস্ত লোকে সাদৰি ।
সয়ম্বৰ ৰঙ্গ উৎসৱ মঙ্গল
দেখিল নয়ন ভৰি ॥ ২২১
কৈকেয়ীক পায়া দশৰথ ৰাজা
ভৈলা আতি কৃতকৃত্য ।
হৰিষে বিস্তৰ মথিয়া সাগৰ
পাইলন্ত যেন অমৃত ॥
কেকয় ৰাজাৰ আনন্দ অপাৰ
জমাই পাই দশৰথ ।
বিধি ব্যৱহাৰে কন্যা সম্প্ৰদান
কৰিলন্ত মহাৰথ ॥ ২২২
উৎসুকে মনত হয় হস্তী ৰথ
দাস দাসী গ্ৰাম দেশ ।
সুৱৰ্ণ ৰজত মুকুতা মাণিক
যৌতুক দিলা আশেষ ॥
বিয়াৰ সভাত যত অসংখ্যাত
আছিলন্ত ৰাজাগণ ।
যৌতুক সম্ভাৰ দিলন্ত অপাৰ
নৃপতিৰ তুষি মন ॥ ২২৩
কেকয় নৃপতি অনেক ভকতি
সমজ্যাক সন্তোষিল ।
কুসুম চন্দনে বস্ত্ৰ অলঙ্কাৰে
সবাকো ৰাজা তোষিল ॥
পায়া সতকাৰ হৰিষ অপাৰ
দেখি সুখে সয়ম্বৰ ।

ৰাজাক সাদৰি গৈলা ঘৰাঘৰি
ৰাজা প্ৰজা নিৰন্তৰ ॥ ২২৪
ৰাজা দশৰথ পূৰি মনোৰথ
কৈকেয়ীক লৈলা সঙ্গে ।
মহা কতুহলে বাদ্য সুমঙ্গলে
গৃহক গৈলন্ত ৰঙ্গে ॥
শুনা সভাসদ ৰামায়ণ পদ
ৰামক হুয়া সমুখ ।
ডাকি বোলা হৰি সংসাৰক তৰি
লভিবা পৰম সুখ ॥ ২২৫

—

**পদ**

দশৰথ নৰপতি ভাৰ্য্যায়ে সহিত ।
ৰত্নময় মন্দিৰত ভৈলা উপস্থিত ॥
শুনি নৃপতিৰ পাচে মাতৃ ইন্দুমতী ।
পুত্ৰবধূ দেখিবে আসিলা মহা সতী ॥ ২২৬
কৈকেয়ীক দেখি পাইলা হৰিষ অপাৰ ।
দিলা বহাবীক নানা ৰত্ন অলঙ্কাৰ ॥
কৌশল্যা কৈকেয়ী দুই মহিষী প্ৰধান ।
দুহাঙ্কো নৃপতি স্নেহ কৰন্ত সমান ॥ ২২৭
কৈকেয়ীৰ ৰূপে নৃপতিৰ মোহে মন ।
তান্ত অনুৰাগ আতি বাঢ়ে অনুক্ষণ ॥
দুই ভাৰ্য্যা সমে সুখে আছন্ত নৃপতি ।
শুনিয়োক অনন্তৰে কথাক সম্প্ৰতি ॥ ২২৮

দশৰথৰ লগত সুমিত্ৰাদি সাত শ ৰাণীৰ বিবাহ

সিংহল দ্বীপত ৰাজা নামত সুমিত্ৰ ।
পৰম মহন্ত সৰ্ব্বগুণত বিচিত্ৰ ॥
আছন্ত সুমিত্ৰা নামে দুহিতা তাহান ।
পৰম সুন্দৰী নাহি গুণত সমান ॥ ২২৯
বিবাহ দিবাৰ কাল ভৈল ৰাজা জানি ।
পুৰোহিত ব্ৰাহ্মণক বুলিলন্ত বাণী ॥
চলা গুৰু দশৰথ নৃপতিৰ থান ।
ত্ৰিভুৱনে নাহি ৰাজা তাহান সমান ॥ ২৩০
তান্তে বিহা দিবো মোৰ জীউ সুমিত্ৰাক ।
বাঞ্ছা থাকে আসন্তোক বিহা কৰিবাক ॥
শুনি দশৰথ পাশে গৈলন্ত ব্ৰাহ্মণ ।
তান আগে কৈলা সুমিত্ৰাৰ যত গুণ ॥ ২৩১
শুনি দশৰথৰ হৰিষ ভৈল আতি ।
পুৰোহিত বশিষ্ঠক অনাইলন্ত মাতি ॥
আৰো পাত্ৰ মন্ত্ৰীগণ সমস্তকে আনি ।
সবাকে প্ৰবোধি ৰাজা বুলিলন্ত বাণী ॥ ২৩২
বিহা কৰিবাক যাইবো সুমিত্ৰাৰ থানে ।
দিন তিনিমান থাকিবাহা সাৱধানে ॥
নিচিনি আপোন পৰ অন্ধকাৰ চিত ।
শূন্য পাট দেখি সবে চিন্তিবে অহিত ॥ ২৩৩
জানি সবাহিত থাকিবাহা সাৱধানে ।
আসিবোহো আমি তিনি দিন অৱসানে ॥
এহি বুলি সভা বিসৰ্জ্জিয়া দশৰথ ।
সাৰথিক বোলন্ত সত্বৰে আন ৰথ ॥ ২৩৪
শুনিয়া সাৰথি ৰথ তেখনে আনিলা ।
সুমিত্ৰাৰ ব্ৰাহ্মণক তাহানে তুলিলা ॥
আপুনিও পাচে বিবাহৰ সব সাজে ।
শুভক্ষণে ৰথত চড়িয়া মহাৰাজে ॥ ২৩৫
হস্তী ঘোৰা ৰথ সৰ্ব্ব সৈন্য সুমঙ্গলে ।
নানা বাদ্যভণ্ডে চলি গৈলা মহাবলে ॥
নক্ষত্ৰ সঞ্চাৰে যেন ৰথ কৰে গতি ।
সিংহল দ্বীপত প্ৰবেশিলা মহামতি ॥ ২৩৬
সুমিত্ৰাৰ পুৰোহিত ৰথৰ নামিলা ।
শীঘ্ৰ বেগে গৈয়া সুমিত্ৰাত জান দিলা ॥
দশৰথ ৰাজা যাই নগৰে প্ৰবেশ ।
শুনি নৃপতিৰ ভৈলা হৰিষ আশেষ ॥ ২৩৭
পাত্ৰ মিত্ৰ পুৰোহিত সৈন্য সুমঙ্গলে ।
আগ বাঢ়ি নৃপতি আসিলা কুতূহলে ॥
দশৰথ নৃপতিৰ পাইলা গৈয়া লাগ ।
বিধিৱতে সভাৰ্য্যে পূজিলা মহাভাগ ॥ ২৩৮

বোলন্ত সুমিত্ৰে ভাগ্য মিলিল আমাৰ।
কত পুণ্যে দেখিলোহো চৰণ তোমাৰ ॥
তুমি সম ৰাজা নাই ই তিনি লোকত।
তযু নিজগুণে বশ্য হুয়া ৰাজা যত ॥ ২৩৯
তোমাৰ চৰণে সেৱা কৰে ভৃত্য সম।
দানে ধৰ্ম্মে কুলে শীলে তুমি সৰ্ব্বোত্তম ॥
সাতোদ্বীপা পৃথিবীৰ তুমি অধিপতি।
সূৰ্য্যবংশধৰ তুমি যেন বিষ্ণু মূৰ্ত্তি ॥ ২৪০
লোকক শীতল কৰা চন্দ্ৰবংশ ধৰি।
মহাবল পৰাক্ৰমে ইন্দ্ৰো নোহে সৰি ॥
ধন বৃষ্টি কৰা তুমি কুবেৰ সমান।
লোক দণ্ডধৰ তুমি যেন যম সম ॥ ২৪১
ধৰ্ম্ম প্ৰতিপালত বিষ্ণুৰ সমসৰ।
লোকপালনত তুমি সৰ্ব্ব অংশধৰ ॥
আনো নানা স্তুতি ৰাজা অনেক কৰিলা।
পৰম গৌৰৱ কৰি অন্তঃপুৰে নিলা ॥ ২৪২
যত্নে ৰত্নময় সিংহাসন দিলা আনি।
বসিলন্ত সুখে দশৰথ মহামানী ॥
অশেষ প্ৰকাৰে পূজা কৰিয়া সুমিত্ৰ।
লৈয়া সঙ্গে ৰঙ্গে পাচে পাত্ৰ মন্ত্ৰী মিত্ৰ ॥ ২৪৩
কৰিলন্ত এক স্থান বিহাৰ সম্ভাৰ।
পুষ্প গন্ধ চন্দন তাম্বুল উপহাৰ ॥
নানা ফল মূল দিব্য বস্ত্ৰ অলঙ্কাৰ।
দধি দুগ্ধ ঘৃত মধু মিলাইলা অপাৰ ॥ ২৪৪
কৰাইলন্ত বহুবিধ লোকৰ আচাৰ।
সাজ্জি মাজ্জি কৰাইলা নগৰ জাতিষ্কাৰ ॥
পতাকা তোৰণ ছিন্ন চৌণ্ডা ধ্বজ দণ্ড।
মৃদঙ্গ গোমুখ শঙ্খ নানা বাদ্য ভণ্ড ॥ ২৪৫
নানা নৃত্য গীত জয় উৎসৱ মঙ্গল।
মিলি গৈল লোকত অনেক কুতুহল ॥
আচৰি নৃপতি আতি বিধি ব্যৱহাৰ।
কৰিলন্ত অধিবাস বৰ-কনিয়াৰ ॥ ২৪৬
ৰজনী প্ৰভাতে দশৰথ নৰেশ্বৰ।
স্নান দান তৰ্পণ কৰিলা নিৰন্তৰ ॥

নান্দীমুখ শ্ৰাদ্ধ পাচে কৰিলা নৃপতি।
দেৱ পিতৃ কাৰ্য্য সঙ্কলিলা মহামতি ॥ ২৪৭
বিবাহৰ লগ্ন পাচে ভৈল উপগত।
বসিলা নৃপতি পাচে যজ্ঞৰ থানত ॥
সুমিত্ৰ নৃপতি জয়বাদ্য সুমঙ্গলে।
কন্যা সম্প্ৰদান কৰিলন্ত কুতুহলে ॥ ২৪৮
নানা ৰত্ন দাসী দাস হস্তী ঘোৰা ৰথ।
অনেক যৌতুক দিলা কন্যাৰ লগত ॥
সুৱৰ্ণ ৰজত মণি মুকুতাৰ দাম।
দিলন্ত সুমিত্ৰে আতি পূৰি মনকাম ॥ ২৪৯
ৰাজা দশৰথে কন্যা সুমিত্ৰাক পাই।
ভৈলন্ত হৰিষ আনন্দৰ সীমা নাই ॥
অমৃতক পাই যেন লোভাৱিষ্ট জন।
দৰিদ্ৰ পৰাণী যেন পাইল মহাধন ॥ ২৫০
কন্যা পায়া সেহিমত ভৈলা দশৰথ।
বিবাহমঙ্গল পাচে ভৈলা সমাপত ॥
অযোধ্যাক যাইবে নৃপতিৰ ভৈলা মন।
কৰিলন্ত সুমিত্ৰক সাদৰে বন্দন ॥ ২৫১
সুমিত্ৰে বুলিলা পাচে বচন বিনয়।
মোৰ জীউখানিক পালিবা মহাশয় ॥
অবোধ ছৱাল নোহে তোমাৰ উচিত।
তথাপিতো দাসী বুলি পালিবাহা নিত ॥ ২৫২
সমৰ্পিলা কন্যাক সুমিত্ৰ মহাৰাজ।
দশৰথ ৰাজা চলিবাক ভৈলা সাজ ॥
কাছি পাৰি আসি লাগ লৈলা সেনা যত।
সুমিত্ৰাক তুলিলন্ত সুৱৰ্ণৰথত ॥ ২৫৩
অযোধ্যাৰ পতি সেহি ৰথে আৰোহিলা।
সুমন্ত্ৰ চাবুক ধৰি ঘোৰাক ডাকিলা ॥
চলি গৈল ৰথ যেন বিজুলীসঞ্চাৰ।
সেনাগণে কৰে জয় শৱদ জোকাৰ ॥ ২৫৪
চল চল বুলি প্ৰজা কৰে হুলস্থুল।
কাহালী মহৰী ভেৰী শৱদ তুমুল ॥
দুন্দুভি মৃদঙ্গ দামা বাজে ঢাক ঢোল।
নানা বাদ্যভণ্ড হস্তী ঘোৰাৰ আন্দোল ॥ ২৫৫

দশোদিশে বিয়াপি শৱদে গৈল ছানি।
আকাশক লজ্জিয়া স্বৰ্গতো লাগে ধ্বনি ॥
সুমন্ত্ৰ চলান্ত বেগে নৃপতিৰ ৰথ।
পৃথিবী এৰিয়া গৈল আকাশৰ পথ ॥ ২৫৬
সুমিত্ৰা সহিতে ৰাজা পৰম কৌতুকে।
অযোধ্যা নগৰ গৈয়া পাইলন্ত উৎসুকে ॥
আপুন আৱাসে নানা জয় সুমঙ্গলে।
সুমিত্ৰা সহিতে প্ৰবেশিলা কুতুহলে ॥ ২৫৭
দশৰথ নৃপতিৰ মাতৃ ইন্দুমতী।
কৌশল্যা কৈকেয়ী দুই বোহাৰী সহিতি ॥
আনো শান্তী সুন্দৰী আয়তী লৈয়া সঙ্গে।
মঙ্গল আচাৰ যত কৰিলন্ত ৰঙ্গে ॥ ২৫৮
সুমিত্ৰাৰ ৰূপ গুণ চৰিত্ৰ আচাৰে।
মনত মিলিল আতি আনন্দ সবাৰে ॥
সবেও দিলন্ত দিব্য বস্ত্ৰ অলঙ্কাৰ।
নানা মণি ৰত্ন দিয়া কৰিলা সৎকাৰ ॥ ২৫৯
এহিমতে নৃপতিতিলক দশৰথ।
একে একে বিবাহ কৰিলা সাত শত ॥
সবাতে প্ৰধান ভৈলা তিনি মহাদই।
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী ॥ ২৬০
কৈকেয়ীৰ ৰূপে মুহিলেক নৃপতিক।
তাঙ্ক স্নেহ কৰে ৰাজা সবাতো অধিক ॥

দশৰথৰ ৰাজ্যৰ ওপৰত শনিৰ দৃষ্টি
আৰু
জটায়ুৰ লগত বন্ধুতা।

ৰাজ্যভোগ ভুঞ্জে ভাৰ্য্যাসমূহ সহিত।
ৰাজ্য চিন্তা নাহি ভৈলা ভাৰ্য্যাত মোহিত ॥ ২৬১
স্ত্ৰীগণ লৈয়া ক্ৰীড়া কৰয় নৃপতি।
হেনকালে আসিলা নাৰদ মহামতি ॥
নাৰদক দেখি দশৰথ নৰেশ্বৰ।
আথেবেথে গাৰ চালি উঠিলা সত্বৰ ॥ ২৬২
সুৱৰ্ণ আসন দিলা কৰি নমস্কাৰ।
পাদ্য অৰ্ঘ্য দিয়া কৰিলন্ত সতকাৰ ॥
আশীৰ্ব্বাদ কৰি মুনি বসিলা আসনে।
কৃতাঞ্জলি কৰি ৰাজা মধুৰ বচনে ॥ ২৬৩
পুছিলন্ত সাদৰে কুশল আগমন।
কহিয়োক মুনি কিবা সাধো প্ৰয়োজন ॥
শুনিয়া ৰাজাক বুলিলন্ত মুনিবৰ।
ভাল মন্দ চিন্তা তুমি নকৰা ৰাজ্যৰ ॥ ২৬৪
সূৰ্য্যবংশে ভৈলা যত নৃপতি মহন্ত।
পুত্ৰতো অধিক কৰি ৰাজ্য পালিলন্ত ॥
সেহি সূৰ্য্যবংশে তুমি নৃপতি প্ৰধান।
স্ত্ৰীত ভৈলাহা বাউল চিন্তা নাহি আন ॥ ২৬৫
যিটো ৰাজা নকৰে লোকক প্ৰতিপাল।
হোৱয় অল্পায়ু ভোগ নাহি চিৰকাল ॥
তোমাৰ ৰাজ্যৰ লোকে পাৱে বৰ দুখ।
নভৈল অপত্য নেদেখিলা পুত্ৰমুখ ॥ ২৬৬
তুমি সুখে আছা দুখ পাৱে লোক যত।
এহি পাপে পাচে পৰিবাহা নৰকত ॥
ৰাজা বোলে শুনা মুনি বচন আমাৰ।
কৰিছো লোকক আমি কিবা অপকাৰ ॥ ২৬৭
নাহি দণ্ড বন্ধ বলাবল বৈৰভয়।
নাহি পাল পাঞ্চ লোক কুশলে আছয় ॥
নাহি চোৰ চোঞ্চ শত্ৰুভয় অকালত।
কেনে অপযশ মোক কৰয় লোকত ॥ ২৬৮
নাৰদে বোলন্ত শুনা নৃপতি মহন্ত।
শনিৰ দৃষ্টিত পৰি ৰোহিণী আছন্ত ॥
সম্পূৰ্ণে শনিৰ দৃষ্টি ভৈল ৰোহিণীত।
বৃষ্টি নাহি একো শস্য নোপজে ভূমিত ॥ ২৬৯
সি কাৰণে অন্ন দুখ পাৱে লোক যত।
আপুনি দেখিয়ো ৰাজা ফুৰিয়া ৰাজ্যত ॥
লোকে যেন বোলে তাক শুনাহা আপুনি।
ৰাজাক এতেক বুলি চলি গৈলা মুনি ॥ ২৭০
নাৰদৰ বাণী শুনি পাচে দশৰথে।
দক্ষিণ দিশক গৈলা চড়ি নিজ ৰথে ॥
প্ৰবেশিলা গৈয়া ৰাজা ঘোৰ অৰণ্যত।
নানা মৃগ পক্ষীগণ দেখিলা বনত ॥ ২৭১

দিব্য সৰোবৰ দেখিলন্ত মহাবলে।
কৌতুকে বসিলা ৰাজা এক বৃক্ষতলে॥
সেহি বৃক্ষডালত শালিকা দুই আছে।
তাহাৰ বচন ৰাজা শুনিলন্ত পাচে॥ ২৭২
শালিকা বোলয় শুনা শালিকী বচন।
ই বন এৰিয়া আসা যাওঁ আন বন॥
শালিকী বোলয় দেখা ই বৰ অকাজ।
সপত পুৰুষ বঞ্চো এহি বন মাজ॥ ২৭৩
ইহাক এৰিতে বৰ দুখ লাগে মনে।
ই বন এৰিয়া কেনে যাইবো আন বনে॥
শালিকা বোলয় শুনা গুচো যি কাৰণ।
সূৰ্য্যৰ বংশত যত ৰাজা মহাজন॥ ২৭৪
নজানিলো একো দুখ বঞ্চি সিটো ৰাজে।
নিমিলে আধাৰ এৰে এত কাল বাজে॥
জানো দশৰথ ৰাজা অধৰ্ম্ম কৰয়।
স্ত্ৰী লৈয়া ক্ৰীড়ে ৰাজা প্ৰজা নপালয়॥ ২৭৫
ৰাজ্যভোগ কৰে চিন্তা নকৰে ৰাজ্যৰ।
সংসাৰতো নতো দেখো হেন নৃপবৰ॥
ইহাৰ ৰাজ্যত আমি মৰিবো পৰাণে।
ই বন এৰিয়া আসা যাওঁ আন বনে॥ ২৭৬
আছিলো সুখত একো নাছিল প্ৰমাদ।
নানা ফল ফুল পাইলো সুৰস সুস্বাদ॥
একোৰে আধাৰ এৰে নাপাওঁ বনত।
নাহি বৰষুণ পঞ্চ বৎসৰ ৰাজ্যত॥ ২৭৭
সুখ দুখ দশৰথে নাজানে ৰাজ্যৰ।
ঝাণ্টে গুচি যাওঁ আমি আনো বনান্তৰ॥
এহি বুলি শালিকা তলক নিৰেখিল।
বৃক্ষৰ মূলত দশৰথক দেখিল॥ ২৭৮
ভৈল ভয় ৰাজাক দেখিয়া বিদ্যমানে।
বুলিলো ৰাজাক মন্দ মাৰিব পৰাণে॥
পক্ষীৰ দেখিয়া ডৰ হাসি মহাশয়।
নকৰা তৰাস বুলি দিলন্ত অভয়॥ ২৭৯
কৰ অধিকাৰ ইটো বন দিলো তোক।
সুখে থাক পক্ষী ভয় নকৰিবি মোক॥
এহি বুলি নৃপতি স্বৰ্গক গৈলা লৰি।
ইন্দ্ৰৰ ভুৱন গৈয়া পাইলা দৰদৰি॥ ২৮০
মহা কোপে বুলিলন্ত দেৱতাগণক।
জান দেহ আমি যুদ্ধ কৰিবো ইন্দ্ৰক॥
দেৱগণে বোলে কোপ এৰা মহাৰথ।
নকৰিবে যুদ্ধ ইন্দ্ৰে তোমাৰ লগত॥ ২৮১
হেন শুনি নৰনাথে বুলিলা বচন।
ইন্দ্ৰৰ অধীন ইটো যত মেঘগণ॥
মোহোৰ ৰাজ্যত বৃষ্টি কিসক নকৰে।
অনাবৃষ্টি নষ্ট ভৈল ৰাজ্য নিৰন্তৰে॥ ২৮২
নাহি পঞ্চ বৎসৰ ৰাজ্যত বৰিষণ।
মোৰ অপযশে দুখ পাৱে প্ৰজাগণ॥
বৃষ্টি কৰি কৰন্তোক ৰাজ্য মোৰ ৰক্ষা।
নুহি অম্ৰাৱতী জিনি লৈবো মোৰ কক্ষা॥ ২৮৩
শুনি নৃপতিৰ দৰ্প যুক্ত বচন।
বাসৱৰ আগে জান দিলা দেৱগণ॥
কৃতাঞ্জলি বোলে শুনা ত্ৰিদশৰ ৰায়।
দশৰথ ৰাজা আসি আছে তযু ঠাই॥ ২৮৪
অপমানে গৰ্ব্ববাক্য বোলয় কৰ্কশ।
অনাবৃষ্টি দেখি দেন্ত তোমাৰ দুৰ্যশ॥
বাসৱে বোলন্ত হুয়া আপুনি মানুষ।
মোক মন্দ বাণী বুলি দেখাৱে পৌৰুষ॥ ২৮৫
নকৰিবা অহঙ্কাৰ বোলে দেৱগণ।
পাদ্য অৰ্ঘ্য দিয়া তাঙ্ক কৰিয়ো পূজন॥
তাঙ্ক কোন জনে জিনিবেক সমৰত।
পৰম বিক্ৰমী নানা অস্ত্ৰত পাৰ্গত॥ ২৮৬
কৰাহা আলাপ তাঙ্ক মধুৰ বচনে।
সতকাৰ পাইলে তাপ নবাঢ়িব মনে॥
মনে অনুমানি ইন্দ্ৰ দেৱতাৰ বাক।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰিলা ৰাজাক॥ ২৮৭
সতকাৰ পায়া দশৰথ নৃপবৰ।
ইন্দ্ৰক বোলন্ত শুনিয়োক পুৰন্দৰ॥
মোহোৰ ৰাজ্যত কেনে নাহি বৰিষণ।
অনাহাৰে মৰে লোক কহিয়ো কাৰণ॥ ২৮৮

ইন্দ্রে বোলে শুনা ৰাজা কৰি থিৰ চিত।
সম্পূৰ্ণে শনিৰ দৃষ্টি ভৈল ৰোহিণীত ॥
সিহেতু নাহিকে বৃষ্টি তোমাৰ ৰাজ্যত।
শনিৰ পাশক তুমি যাহা মহাৰথ ॥ ২৮৯
বুলিবা ছাৰোক শনি ৰোহিণীত দৃষ্টি।
তেৱেঁসে তোমাৰ ৰাজ্যে হৈবে জানা বৃষ্টি ॥
শুনি দশৰথে বাসৱৰ বচনক।
ৰথে চড়ি লৰি গৈলা শনিৰ পাশক ॥ ২৯০
দশৰথ নৃপতিক দেখিয়া আগত।
চাহিলেক শনি কোপ কৰিয়া মনত ॥
ছিণ্ডিল ৰথৰ জোৰা শনিৰ দৃষ্টিত।
ঘোৰা সমে পৰে ৰাজা হুয়া বিমোহিত ॥ ২৯১
পাকে পাকে পৰে ৰাজা হুয়া অচেতন।
কৰে তাঙ্ক ৰক্ষা হেন নাহি একোজন ॥
গৰুড়তনয় পক্ষী জটায়ু মহন্ত।
পৰে দশৰথ ৰাজা তাঙ্ক দেখিলন্ত ॥ ২৯২
পৰম পূজনী ৰাজা লোকত বিদিত।
ভূমিত পৰিলে হাড় হোৱে চূৰ্ণাকৃত ॥
ধৰো পিঠি পাতি দশৰথ মহাৰাজ।
থাকিবেক কীৰ্ত্তি মোৰ ত্ৰিভুৱন মাজ ॥ ২৯৩
বিষ্ণু সমসৰ ৰাজা ধৰ্ম্ম অৱতাৰ।
পিঠি পাতি লৈয়া আজি কৰো উপকাৰ ॥
এহি বুলি পাখা পাতিলন্ত পক্ষীবৰ।
পৰিলন্ত ৰাজা তান পাখাৰ উপৰ ॥ ২৯৪
ঘোৰায়ে সহিতে পৰি নমৰিলা প্ৰাণে।
ৰহিলা নৃপতি পক্ষীৰাজৰ নিদানে ॥
ভৈলন্ত সুস্থিৰ নৰনাথ কতোক্ষণে।
মৰি উপজিলা হেন নৃপতিৰ মনে ॥ ২৯৫
কৈৰ হন্তে আসি পক্ষী আমাক ৰাখিল।
ইহাৰ কাৰণে মোৰ জীৱন ৰহিল ॥
নাহিকে বান্ধৱ আন পক্ষীৰ সমান।
এহি বুলি কৰিলন্ত পক্ষীক সন্মান ॥ ২৯৬
নানা স্তুতি কৰি ৰাজা বুলিলা বচন।
মহাবলৱন্ত পক্ষী তুমি মহাজন ॥
আকাশৰ হন্তে পৰি যাওঁ যমঘৰ।
পিঠি পাতি আমাক ৰাখিলা পক্ষীবৰ ॥ ২৯৭
এৰাইলো দুৰ্গতি প্ৰাণ ৰাখিলা আমাৰ।
নাহি ত্ৰৈলোক্যত হেন কৰে উপকাৰ ॥
কিবা পিতামহ ৰঘু অজ পিতৃ মোৰ।
তযু উপকাৰ কথা কহি নপাওঁ ওৰ ॥ ২৯৮
মহাবলবীৰ্য্য তুমি বিষ্ণু অৱতাৰ।
তযু প্ৰসাদেসে প্ৰাণ ৰহিল আমাৰ ॥
কোন কুলে জাত তুমি কাহাৰ তনয়।
কিবা নাম তোমাৰ দিয়োক পৰিচয় ॥ ২৯৯
শুনি বুলিলন্ত পক্ষীৰাজ মহামতি।
আমাৰ জটায়ু নাম জানিবা নৃপতি ॥
জ্যেষ্ঠ ভাই সম্পাতি আছন্ত পক্ষীবৰ।
দুয়ো সহোদৰ আমি পুত্ৰ গৰুড়ৰ ॥ ৩০০
পক্ষীৰ উপৰে ৰাজা ভৈলো দুয়ো ভাই।
জানিলো বুলিয়া মাতিলন্ত মহাৰায় ॥
ভৈলা মহামিত্ৰ পক্ষীৰাজ মহাশয়।
কৰিলাহা হিত মোৰ প্ৰাণৰ সংশয় ॥ ৩০১
তুমি বিনে আন মহামিত্ৰ নাহি মোৰ।
তোমাৰ প্ৰসাদে বৰ এৰাইলো দুৰ্ঘোৰ ॥
কাষ্ঠ আনি অগ্নি জ্বালি দুইকো দুয়ো ধৰি।
কৰিলন্ত মিত্ৰ দুয়ো অগ্নি সাক্ষী কৰি ॥ ৩০২
জটায়ুৰ হেতু প্ৰাণ ৰহিল আমাৰ।
তাঙ্ক মিত্ৰ কৰি পাইলা হৰিষ অপাৰ ॥
জটায়ুৰ আতি বৰ কৌতুক মনত।
ভৈলা পক্ষী সুখী মিত্ৰ পায়া দশৰথ ॥ ৩০৩
কৰিয়া জটায়ু নৃপতিক বহু মান।
মেলানি মাগিয়া গৈলা আপোনাৰ থান ॥
জটায়ু প্ৰসাদে ৰাজা এৰাইলা সংশয়।
বোলা ৰাম ৰাম যত সমাজিকচয় ॥ ৩০৪

দশৰথক শনিৰ বৰ প্ৰদান

ঝুমুৰি

অনন্তৰে দশৰথ।
ছুনাই জুৰিলন্ত ৰথ ॥
এৰাই মহাশক্ৰু ভয়।
ৰথে চড়ি মহাশয় ॥ ৩০৫
পুনৰপি স্বৰ্গে গৈলা।
শনিৰ সমুখ ভৈলা ॥
পাচে শনি মহাভাগে।
ৰাজাক দেখিলা আগে ॥ ৩০৬
ভৈলা আতি চমৎকাৰ।
আইল ৰাজা আৰোবাৰ ॥
কিনো মহাপুণ্যশীল।
শনিৰ দৃষ্টত জীল ॥ ৩০৭
চাৰিয়ো ঘোটক ৰৈল।
কিনো বিপৰীত ভৈল ॥
মোৰ মহাদৃষ্টিপাত।
সমুখে পৰয় যাত ॥ ৩০৮
তাক যেন যমদণ্ড।
পায়া কৰো লণ্ডভণ্ড ॥
যেন মহাবহ্নি ঘোৰ।
হেন দৃষ্টিপাত মোৰ ॥ ৩০৯
তাহাতো নিস্তৰি আইল।
কিনো ইটো তপসাইল ॥
মহাবলী তেজৱন্ত।
ভাগ্যৰো নাহিকে অন্ত ॥ ৩১০
মোহোৰ দৃষ্টিত ৰৈল।
পুনৰপি আসি ভৈল ॥
আপোনাক কৰি ধিক।
মাতিলেক নৃপতিক ॥ ৩১১
শুনিয়োক নৃপবৰ।
গুচা মোৰ সমুখৰ ॥
আথেবেথে ৰথ লৈয়া।
পাচত ৰহিলা গৈয়া ॥ ৩১২

শনিৰ শুনিয়া বাণী।
দশৰথ মহামানী ॥
সমুখৰ গুচিলন্ত।
পাচু হুয়া ৰহিলন্ত ॥ ৩১৩
দেখি শনি তুষ্ট ভৈলা।
ৰাজাক বুলিবে লৈলা ॥
শুনিয়োক দশৰথ।
আমাৰ বৃত্তান্ত যত ॥ ৩১৪
মোহোৰ সমুখ দৃষ্টি।
পৰে যাত নিষ্টি নিষ্টি ॥
নাহিকে কল্যাণ তাৰ।
হোৱে সিটো বুন্দামাৰ ॥ ৩১৫
হেন মোৰ সমুখত।
ৰথে চৰি মহাৰথ ॥
ৰৈলা কিনো বিপৰীত।
দেখি ভৈলো সচকিত ॥ ৩১৬
তযু ইটো সাহসৰ।
সীমা নাহি নৃপবৰ ॥
এহিমতে গ্ৰহৰাজ।
দেখি নৃপতিৰ কাজ ॥ ৩১৭
প্ৰশংসিলা বাৰে বাৰ।
শুনা লোক সমজ্যাৰ ॥
পুণ্যকথা ৰামায়ণ।
শুনি সন্তোষিয়ো মন ॥ ৩১৮
ইটো জীৱ সমস্তৰ।
সীমা নাহি জনমৰ ॥
নানান শৰীৰ ধৰি।
পাপ পুণ্য ভোগ কৰি ॥ ৩১৯
ফুৰে যত জীৱগণ।
নাহি তাক সুমৰণ ॥
নিশেষ জন্মৰ অন্তে।
কোন মহা পুণ্যৱন্তে ॥ ৩২০
অনুগ্ৰহে মাধৱৰ।
ধৰে নৰ কলেৱৰ ॥

হেন তনু আছা পায়া।
ভৈল মাধৱৰ দায়া ॥ ৩২১
কৃষ্ণৰ দুখানি পাৱে।
দিয়া মন সর্ব্বভাৱে ॥
যাৰ বৈকুণ্ঠত কাম।
লৈয়ো হৰি গুণ নাম ॥ ৩২২
ইসি ধৰ্ম্ম অনুপাম।
তেজিয়া সমস্ত কাম ॥
কৰি আতি অবিশ্ৰাম।
নিৰন্তৰে বোলা ৰাম ॥ ৩২৩

---

পদ

অনন্তৰে শনি পূৰ্ব্বকথা আপোনাৰ।
কৰিবে লাগিলা দশৰথত প্ৰচাৰ ॥
মোহোৰ পূৰ্ব্বৰ কথা শুনা মহামতি।
পাৰ্ব্বতী দেৱীৰ পুত্ৰ ভৈলা গণপতি ॥ ৩২৪
মহেশৰ স্থানে দেৱগণ গৈলা শুনি।
মই মাত্ৰ কেৱল নগৈলো মনে গুণি ॥
মোহোৰ দৃষ্টিত জন্ম ভৈলা গণেশৰ।
মই গৈলে বৰ মিলিবেক অথন্তৰ ॥ ৩২৫
দেৱৰ লগত মোক নেদেখি সভাত।
পাৰ্ব্বতী গোসানী পুছিলন্ত দেৱতাত ॥
আমাৰ থানক আইল সবে দেৱগণ।
শনি কিয় নাইল বুলি কৰি কোপমন ॥ ৩২৬
দূত পঠাই দিলা দেৱী আমাৰ পাশক।
দূতে বোলে শনি তুমি চলা কৈলাসক ॥
শুনি শীঘ্ৰে গৈলো মই কৈলাসক প্ৰতি।
মোক দেখি কোপ পাচে তেজিলা পাৰ্ব্বতী ॥ ৩২৭
প্ৰবেশিলো গৈয়া আমি যেথনে সভাত।
গণেশৰ মুণ্ডগোট দেখিলো সাক্ষাত ॥
তেতিক্ষণে তান মাথাগোট ছিণ্ডি গৈল।
কেহো নেদেখিল মুণ্ড অন্তৰীক্ষ ভৈল ॥ ৩২৮

হেন দেখি চিন্তা বৰ মিলিল আমাৰ।
সকল সমাজে আতি কৰে হাহাকাৰ ॥
পৰম বিকলচিত্ত ভৈলন্ত পাৰ্ব্বতী।
পুত্ৰশোকে অচেতন ভৈল মহাসতী ॥ ৩২৯
মুণ্ড চাই ফুৰন্ত সকল দেৱগণে।
নপাইল বিচাৰি মুণ্ড ই তিনি ভুৱনে ॥
পুছিলা পাৰ্ব্বতী সবে দেৱতাক চাই।
কি কাৰণে আমাৰ পুত্ৰৰ মুণ্ড নাই ॥ ৩৩০
দেৱগণে বোলে মাৱ শুনিয়ো উত্তৰ।
শনিৰ দৃষ্টিত জন্ম তোমাৰ পুত্ৰৰ ॥
আৰো শনি আসি কৰিলন্ত দৃষ্টিপাত।
তাতেসে ছিণ্ডিল মুণ্ড কহিলো সাক্ষাত ॥ ৩৩১
দেৱৰ বচনে দেৱী প্ৰকোপিত ভৈলা।
ক্ৰোধবেগে ধায়া মোক মাৰিবাক গৈলা ॥
হেন দেখি স্তুতি কৰি বোলে দেৱগণে।
স্ৰজিলা আপুনি শনি মাৰিবা কেমনে ॥ ৩৩২
তোমাৰ স্ৰজন ইটো যত চৰাচৰ।
যত দেৱগণ ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ॥
জল স্থল ত্ৰিভুৱন স্ৰজিলা আপুনি।
ভৈলা তুষ্টা দেৱী দেৱতাৰ স্তুতি শুনি ॥ ৩৩৩
দেৱক বোলন্ত যত্ন কৰা নিৰন্তৰ।
যিমতে উপায় মুণ্ড হোৱয় পুত্ৰৰ ॥
তেৱেসে শনিৰ প্ৰাণ ৰহে মোৰ ঠাৱ।
পৱনে বোলন্ত কোপ তেজিয়োক মাৱ ॥ ৩৩৪
এখনে আনিবো মুণ্ড তোমাৰ পুত্ৰৰ।
এহি বুলি বায়ু উঠি গৈলন্ত সত্বৰ ॥
দেখিলন্ত ঐৰাৱত হস্তীক পৱনে।
উত্তৰক শিৰ কৰি আছয় শয়নে ॥ ৩৩৫
তাৰ মাথাগোট দেৱে কাটিয়া আনিল।
গণেশৰ গলত লগাই জোৰা দিল ॥
ভৈলা গজানন নাম দেখিতে সুন্দৰ।
গজমুণ্ড শুণ্ড মহাকায় লম্বোদৰ ॥ ৩৩৬
সুন্দৰ আকৃতি পুত্ৰ দেখি গজানন।
পৰম হৰিষ ভৈল পাৰ্ব্বতীৰ মন ॥

ঐৰাৱত মুণ্ড কাটি পৱনে আনিলা।
দেখিয়া ইন্দ্ৰৰ মনে বিষাদ মিলিলা ॥ ৩৩৭
হেন দেখি দেৱগণে চিন্তা বৰ পাইলা।
সবে মিলি ঐৰাৱত হস্তীক জীয়াইলা ॥
পাচে বাসৱৰ মনে মিলিল হৰিষ।
সবে দেৱগণ চলি গৈলা দিশে দিশ ॥ ৩৩৮
এতেক প্ৰমাদ মিলে মোৰ দৃষ্টিপাতে।
হেনয় দৃষ্টিত ৰাজা ৰহিলা সাক্ষাতে ॥
গণেশৰো বিঘাত মিলাইলো এতমান।
নৰ হুয়া আসা তুমি মোৰ বিদ্যমান ॥ ৩৩৯
যি কাৰণে ভৈলো আমি সূৰ্য্যৰ তনয়।
সেহি বংশে উপজিলা তুমি মহাশয় ॥
সি হেতু ৰহিলা মোৰ আগে নৰেশ্বৰ।
যেন লাগে মাগা মোত দিবো সেহি বৰ ॥ ৩৪০
ৰাজায়ে বোলন্ত দৃষ্টি ছাৰা ৰোহিণীত।
তেৱে জলবৃষ্টি হৈবে মোৰ পৃথিৱীত ॥
শনি বোলে ছাৰিলোহো ৰোহিণীত দৃষ্টি।
তোমাৰ ৰাজ্যত আজি হন্তে হৈব বৃষ্টি ॥ ৩৪১
বৰ পায়া হৰিষে নৃপতি গৃহে গৈলা।
অনন্তৰে ৰাজ্যত বিস্তৰ বৃষ্টি ভৈলা ॥
নানাবিধ শস্যে ভৈল পৃথিৱী পূৰণ।
ভোগ ভুঞ্জি ভৈলা মহাসুখী সৰ্ব্বজন ॥ ৩৪২
প্ৰজা সুখী ভৈলা দেখি হৰিষ ৰাজাৰ।
লোক প্ৰতিপালি ভোগ ভুঞ্জিলা অপাৰ ॥

---

### অজ্ঞাতত দশৰথৰ শৰত সিন্ধুমুনি বধ, আৰু অন্ধমুনিৰ দশৰথক অভিশাপ দান

একদিনা ৰাজা মৃগ মাৰিবাক প্ৰতি।
ঘোৰ অৰণ্যত ভৈলা প্ৰবেশ নৃপতি ॥ ৩৪৩
সৰযূৰ বনত পশিয়া নিশাকালে।
নানাবিধ পশু মাৰিলন্ত পালে পালে ॥
শৰদৰ অনুসাৰে ফুৰে মৃগ মাৰি।
যতেক মাৰিলা পশু গণিতে নপাৰি ॥ ৩৪৪
তাতে একে অথন্তৰ ভৈল নৃপতিৰ।
শ্ৰীফল বনত বাসা অন্ধক মুনিৰ ॥
আপুনি অন্ধক তান ভাৰ্য্যাও অন্ধক।
সিন্ধু নামে পুত্ৰ মাগি পোষে দুহান্তক ॥ ৩৪৫
সৰযূক সিন্ধু জল আনিবাক গৈলা।
ঢউ দিয়া পাচে ঘড়া ভৰিবাক লৈলা ॥
কলস ভৰন্তে এক শৱদ উঠিলা।
অৰণ্যৰ হন্তে তাক নৃপতি শুনিলা ॥ ৩৪৬
হস্তী পানী খায় মনে মানি নৃপবৰ।
শৱদৰ অনুসাৰে মাৰিলন্ত শৰ ॥
বজ্ৰৰ সমান বাণ অগনি সাক্ষাত।
পৰিল সন্ধানে সিন্ধু মুনিৰ হিয়াত ॥ ৩৪৭
অগ্নি জ্বলি বুকে পিঠি শালিলেক বাণে।
মুনি বোলে হৰি হৰি মৰিলোহো প্ৰাণে ॥
কোন নিদাৰুণে প্ৰাণ লৈলেক আমাৰ।
কিবা অপকাৰ মই কৰি আছো কাৰ ॥ ৩৪৮
দেখন্তে ঝমক বিষে ছানিলেক গাৱ।
কম্পি কম্পি মুনি পৰিলেক সেহি ঠাৱ ॥
লাগিল হস্তীত বাণ পাইলোহো উম্মান।
এহি বুলি গৈয়া ৰাজা দেখে বিদ্যমান ॥ ৩৪৯
হস্তী নুহি শৰ পৰি আছয় ঋষিত।
নাশিলো বুলিয়া ভয় ভৈলা বিপৰীত ॥
হা কি কৰিলো মই কিনো নিদাৰুণ।
হস্তী বুলি শৰ কৰি মাৰিলো ব্ৰাহ্মণ ॥ ৩৫০
মহা শান্তমতি আতি ঋষিৰ তনয়।
তপ যেন মূৰ্ত্তি ধৰি প্ৰকাশ কৰয় ॥
ইহাঙ্ক বধিলো মই পৰম কুমতি।
বংশে সমন্বিতে আৱে গৈলো অধোগতি ॥ ৩৫১
ৰাখিলো কলঙ্ক মই সূৰ্য্যৰ বংশত।
কুলকো নাশিলো আপুনিও ভৈলো হত ॥
এহিমতে ৰাজা খেদ কৰন্ত বহুত।
পাচে নৃপতিক দেখিলন্ত ঋষিসুত ॥ ৩৫২
অৰে কোন তই কৈৰ অধম বৰ্ব্বৰ।
কোন শত্ৰু কিসক কৰিলি মোক শৰ ॥

ব্ৰহ্মবধ কৰি তই কোন যশ পাইলি।
কমন কাৰণে বেটা কালকূট খাইলি ॥ ৩৫৩
বিষ ভুঞ্জে যিটো সিটো মৰয় একল।
ব্ৰহ্মবধ কৰি তই বংশ নিলি তল ॥
বৃদ্ধ মাৱ বাপ মোৰ অন্ধ দুয়ো প্ৰাণী।
মই মাত্ৰ পুত্ৰ মাগি যাচি পোষো আনি ॥ ৩৫৪
মোক মাৰি তাৰা দুহান্তৰো বধ কৈলি।
কোন কাম কৈলি পাপী অধোগতি গৈলি ॥
এহিমতে নৃপতিক ভৰ্ৎসিয়া অপাৰ।
শৰৰ বিষত আতি দেখে অন্ধকাৰ ॥ ৩৫৫
মুদিল নয়ন ঘনে কম্পয় শৰীৰ।
অনন্তৰে নৃপতি মাতন্ত ধীৰে ধীৰ ॥
সূৰ্য্যবংশে ভৈলো অজ ৰাজাৰ তনয়।
দশৰথ নাম মোৰ জানা মহাশয় ॥ ৩৫৬
মহামন্দমতি মই পৰম উন্মত।
পশু মাৰি ফুৰো এই সৰয়ূ বনত ॥
শব্দভেদী মই ঘোৰ আন্ধাৰ নিশাত।
শৰে হানি পশু মাৰি ফুৰো অসংখ্যাত ॥ ৩৫৭
পানী ভৰা তুমি মই তাহাক নাজানি।
হস্তীগোটে পানী খাই বুলি মনে মানি ॥
শব্দ অনুসাৰে শৰ কৰিলো প্ৰহাৰ।
পৰে আতিশয় বাণ হিয়াত তোমাৰ ॥ ৩৫৮
অজ্ঞানত থাকি মই বধিলো তোমাক।
হৌক প্ৰায়শ্চিত্ত ভস্ম কৰিয়ো আমাক ॥
শুনি সিন্ধু মুনি বুলিলন্ত নৃপতিক।
মোৰ কৰ্ম্মফল তোক শাপিবোহো কিক ॥ ৩৫৯
পিতৃ-মাতৃশাপে দৈৱে হৈবে সৰ্ব্বনাশ।
মোক লৈয়া যাহা ৰাজা তাৰা দুইৰ পাশ ॥
আছে বাপ মাৱ মোৰ শ্ৰীফল বনত।
কৰিয়ো কাতৰ গৈয়া ধৰি চৰণত ॥ ৩৬০
মহা কাৰুণিক দুয়ো পৰম মহন্ত।
অজ্ঞান দোষক তোক ক্ষমা কৰিবন্ত ॥
তোমাৰ নিস্তাৰ হৈবে এহিসে উপায়।
শৰ কাঢ় ৰাজা মোৰ হেৰ প্ৰাণ যায় ॥ ৩৬১

শুনি দশৰথে তান কাঢ়িলন্ত বাণ।
কম্পি কম্পি ঋষিৰ তথাতে গৈলা প্ৰাণ ॥
মহাপুণ্যবলে ঋষিপুত্ৰ স্বৰ্গে গৈলা।
পাচে দশৰথ মৰা শৱ কান্ধে লৈলা ॥ ৩৬২
ধীৰে ধীৰে গৈলা ৰাজা শ্ৰীফল বনক।
বসি আছে দেখিলন্ত দুয়ো অন্ধকক ॥
মৰাশৱ থৈলা ৰাজা কান্ধৰ নমাই।
অন্ধ মুনি মাতিল ভৰিৰ শাৰ পাই ॥ ৩৬৩
এত নিশা ঘৰে কেনে নাসস পুতাই।
সিংহে বাঘে মাৰিবেক একেশ্বৰে পাই ॥
গোধূলাতে গৈলি পুতা পানী আনিবাক।
এত নিশা কৰি খেদ লগাইলি আমাক ॥ ৩৬৪
তোত বিনা আমাৰ সহায় নাহি আন।
তইসে কেৱলে আমি অন্ধকৰ প্ৰাণ ॥
আনখন ইটো কৰ্ম্ম নকৰিবি আৰ।
ইবোল শুনিয়া ধাতু উৰিল ৰাজাৰ ॥ ৩৬৫
মহাভয়ে নৃপতিৰ হৃদয় শুখাইল।
চিন্তাদুখে মুখে তান বচন হৰিল ॥
হা কি কৰিলো বুলি তেজিলা নিশ্বাস।
লাসে লাসে ঋষিৰ চাপিলা গৈয়া পাশ ॥ ৩৬৬
মাতিবে খোজন্তে মুখে নাসয় বচন।
থিৰ নোহে বুকু ভয়ে কাম্পয় চৰণ ॥
কতো বেলি ৰাজা পাচে মন কৰি স্থিৰ।
অন্ধক মুনিক মাতিলন্ত ধীৰে ধীৰ ॥ ৩৬৭
নুহিকে তোমাৰ পুত্ৰ শুনা মুনিবৰ।
তযু পুত্ৰবধী মই অধম পামৰ ॥
অজৰ তনয় মোৰ দশৰথ নাম।
তযু পুত্ৰ মাৰি কৰি আছো মন্দ কাম ॥ ৩৬৮
শব্দভেদী মই মন্দমতি অহঙ্কাৰী।
নিশাকালে বনে বনে ফুৰো মৃগ মাৰি ॥
তযু পুত্ৰে পানী ভৰে তাক নজানিয়া।
হস্তী পানী খায় হেন মনত মানিয়া ॥ ৩৬৯
শৱদৰ লক্ষে হানি পঠাইলোহো শৰ।
হিয়াত পৰিল শৰ তোমাৰ পুত্ৰৰ ॥

লাগ পায়া কাতৰ কৰিলো বহুতৰ ।
তোমাৰ তনয় মোক ভৰ্ৎসিলা বিস্তৰ ॥ ৩৭০
মই বুলিলোহো মোক শাপি কৰা ছাই ।
নশপিয়া মোক মুনি বুলিলা বুজাই ॥
পিতৃৰ মাতৃৰ পাশে চলা মোক লৈয়া ।
চৰণত ধৰিয়া কাতৰ কৰা গৈয়া ॥ ৩৭১
এহি বুলি মুনিবৰে ছাৰিলন্ত প্ৰাণ ।
তাক লৈয়া মই আসি আছো তযু স্থান ॥
এৱে মুনি শাপ দিয়া ভস্ম কৰা মোক ।
গুচিবেক তেৱে তোৰা দুহান্তৰ শোক ॥ ৩৭২
মৌন ভৈলা ৰাজা বুলি এতেক বচন ।
শুনি দুয়ো অন্ধে পাচে পুত্ৰৰ মৰণ ॥
পুত্ৰশোক অগনি ছানিলা দুইৰো গাৰ ।
উঠিল জমক ভৈলা আকুল স্বভাৱ ॥ ৩৭৩
পৰিলা ভূমিত দুয়ো হুয়া অচেতন ।
মূৰ্চ্ছিত স্বভাৱে আছিলন্ত কতোক্ষণ ॥
চেতন লভিয়া পাচে দুয়ো জনে উঠি ।
কান্দিবে লাগিলা হৃদয়ত হানি মুঠি ॥ ৩৭৪
ৰাজাত খুজিয়া শৰ পায়া গলে বান্ধি ।
ভৈলন্ত মূৰ্চ্ছিত দুনাই দুয়ো জনে কান্দি ॥
শ্ৰুতি পায়া পুনু পৃথিৱীত পাৰে লুটি ।
নৰহয় জীউ যেন প্ৰাণ যায় ফুটি ॥ ৩৭৫
পুত্ৰ পুত্ৰ বুলি দুয়ো জনে দেই ডাক ।
কৈক গৈলি প্ৰাণপুত্ৰ তেজিয়া আমাক ॥
দুয়ো জন অন্ধক নেদেখো দিশ পাশ ।
তই বিনে আমি দুয়ো অন্ধ ভৈলো নাশ ॥ ৩৭৬
অন্ধলাৰ লাঠি পুত্ৰ গৈলা কৈক লাগি ।
কোনে এৱে আমাক পুষিবে ভিক্ষা মাগি ॥
অ'ই সিন্ধু পুত্ৰ বুলি নাম লৈবো কাৰ ।
ইহ পৰলোকে শূন্য কৰিলি আমাৰ ॥ ৩৭৭
এহিমতে দুয়ো জনে কান্দি কতোক্ষণ ।
নৃপতিক চাই মুনি বুলিলা বচন ॥
মোৰ পুত্ৰবধী শুন দশৰথ পাপী ।
ব্ৰহ্মবধ কৰি তই জীয়স তথাপি ॥ ৩৭৮
সূৰ্য্যবংশী ৰাজা হুয়া কৰিলি অকৰ্ম্ম ।
পুত্ৰক বধিয়া দিলি আমাসাক মৰ্ম্ম ॥
জ্বালিলি আমাৰ তই দাৰুণ সন্তাপ ।
শুন তোক ৰাজা দিওঁ নিদাৰুণ শাপ ॥ ৩৭৯
জানিয়া মাৰিলি হন্তে তনয়ক মোৰ ।
কৰিলোহো হন্তে ভস্ম দিয়া শাপ ঘোৰ ॥
কিন্তু মোৰ পুত্ৰক মাৰিলি অজ্ঞানত ।
ব্ৰহ্মশাপ দিয়া তোক নকৰোহো হত ॥ ৩৮০
তথাপিতো শাপো তোক শুনৰে দুৰ্জ্জন ।
পুত্ৰশোকে মৰো যেন আমি দুই জন ॥
তই পুত্ৰশোকে ৰাজা মৰিবি নিশ্চয় ।
আনে যেন ব্ৰাহ্মণৰ দ্ৰোহ নাচৰয় ॥ ৩৮১
হেন শুনি হৰিষ ভৈলন্ত নৰেশ্বৰ ।
নুহি ইটো শাপ প্ৰভু দিলা মোক বৰ ॥
কেমনে মৰিবো পুত্ৰ নাহিকে আমাৰ ।
কতো কালে হৈবে পুত্ৰ কহিয়োক সাৰ ॥ ৩৮২
শুনিয়া ৰাজাক মুনি বুলিলন্ত বাণী ।
কৰিবাহা যজ্ঞ তুমি ঋষশৃঙ্গ আনি ॥
শিশুমতি মুনি তান গুণ কৈবো কত ।
আগম পুৰাণ বেদ সবাতো পাৰ্গত ॥ ৩৮৩
দেখিবাক শিশু মুনি বিষ্ণু সমসৰ ।
ছৱালৰ থানে ক্ৰীড়া কৰে নিৰন্তৰ ॥
তেহে যজ্ঞ কৰাইলে কহিলো ৰাজা সাৰ ।
চাৰি অংশে বিষ্ণু পুত্ৰ হৈবন্ত তোমাৰ ॥ ৩৮৪
এগুটি শ্ৰীফল নিয়ো সন্দেশ আমাৰ ।
চলাহা গৃহক পুত্ৰ হৈবেক তোমাৰ ॥
শুনি ৰাজা প্ৰণামি ঋষিক প্ৰণিপাতে ।
গৃহে গৈলা আনন্দে শ্ৰীফল ধৰি হাতে ॥ ৩৮৫
কৌশল্যাৰ হাতে নিয়া দিলন্ত শ্ৰীফল ।
পুত্ৰ হৈবে সবাৰে শুনিয়া কৌতূহল ॥
কৌশল্যা কৈকেয়ী সতী সুমিত্ৰা সুন্দৰী ।
ৰাজা বোলে তিনিয়ো ভুঞ্জিবা ভাগ কৰি ॥ ৩৮৬
এহি বুলি ৰাজা সুখে বঞ্চিলা ৰজনী ।
উঠিলন্ত প্ৰভাতে নৃপতি শিৰোমণি ॥

স্নান দান কৰিয়া বসিলা সিংহাসনে।
চৌপাশে উপাসি আছে পাত্র মন্ত্রীগণে ॥ ৩৮৭
সেহি বেলা ইন্দ্র অসুৰত পাইয়া ত্রাস।
ত্রিদশে সহিতে আইলা নৃপতিৰ পাশ ॥
দেৱে সমে ইন্দ্রক দেখিয়া নৃপবৰ।
গাৰ চালি উঠি কৰি অনেক সাদৰ ॥ ৩৮৮
বসিবাক দিলন্ত ইন্দ্রক সিংহাসন।
ত্রিদশক দিলা আনি সুৱৰ্ণ আসন ॥
দেৱে সমে আসনে বসিলা পুৰন্দৰ।
পাদ্য অৰ্ঘ দিয়া পূজিলন্ত নৃপবৰ ॥ ৩৮৯
নমস্কাৰ কৰি ৰাজা পুছিলন্ত কাজ।
ৰাজাক সাদৰি মাতিলন্ত দেৱৰাজ ॥
শুনিয়োক নৃপতি আমাৰ প্ৰয়োজন।
হাৰিলো ত্রিদশে আমি অসুৰত ৰণ ॥ ৩৯০
মহাবলৱন্ত আতি অসুৰ দুৰ্ম্মতি।
খেদায়া দেৱক কাঢ়ি লৈলা অমৰাৱতী ॥
তুমি বিনে আমাৰ সুহৃদ আন নাই।
আপদ কালত এৱে হুয়োক সহায় ॥ ৩৯১
দেৱতাত অধিক তোমাৰ পৰাক্রম।
জগততো নৃপতি তোমাক নাহি সম ॥
ৰণে জিনি সবে অসুৰক কৰি হত।
ত্রিদশ দেৱক ৰাজা স্থাপিয়ো স্বৰ্গত ॥ ৩৯২
অসুৰত হাৰি লাজ পাইলো দেৱগণ।
লৈলোহো শৰণ অসুৰক কৰা ৰণ ॥
বিনয় বচন আতি শুনি বাসৱৰ।
প্ৰণতি পূৰ্ব্বক মাতিলন্ত নৃপবৰ ॥ ৩৯৩
হৈবোহো সহায় ৰণে মাৰিবো অসুৰ।
প্ৰাণদান কৰিবো ৰাখিবো স্বৰ্গপুৰ ॥
হেন শুনি বাসৱ হৰিষমন ভৈলা।
দেৱগণ সহিতে স্বৰ্গক চলি গৈলা ॥ ৩৯৪
সূৰ্য্যবংশে ৰাজা হেন নাহি একোজন।
প্ৰাণদান খুজিলেও হৈবে নিবৰ্ত্তন ॥

---

### দশৰথৰ স্বৰ্গযাত্রা আৰু অসুৰ বধ

অনন্তৰে দশৰথ নৃপতি প্ৰধান।
সৈন্য সমে কৰিলন্ত স্বৰ্গক পয়াণ ॥ ৩৯৫
পূৰ্ব্বে স্বৰ্গ লৈলা বলি ইন্দ্ৰক খেদাই।
সিকালত বিষ্ণু ভৈলা দেৱৰ সহায় ॥
পুনৰপি স্বৰ্গ কাঢ়ি লৈলন্ত দানৱ।
দশৰথৰূপে সহায় ভৈলন্ত মাধৱ ॥ ৩৯৬
সৈন্য সমন্বিতে গৈলা ৰাজা দশৰথ।
ৰথে চড়ি অসুৰ সেনাত উপগত ॥
ধনু ধৰি টঙ্কাৰ কৰিলা মহাবল।
ভয়ে চমকিলা আতি অসুৰসকল ॥ ৩৯৭
নানা অস্ত্ৰ নৃপতি লাগিল বৰিষিত।
শৰে ফুটি অসুৰ ভৈগৈল জৰ্জ্জৰিত ॥
সমুখে নাপাৰি জানি অসুৰ নিস্থলে।
মায়া কৰি গৈলা কতো গগনমণ্ডলে ॥ ৩৯৮
আকাশক গৈয়া মায়া কৰিলা বিস্তৰ।
নানা অস্ত্ৰ বৰষিলা ৰাজাৰ উপৰ ॥
হেন দেখি ব্ৰহ্মঅস্ত্ৰ জুৰিলা গুণত।
এতেকতে অসুৰৰ মায়া ভৈলা হত ॥ ৩৯৯
মহাবলে ৰাজা ব্ৰহ্মঅস্ত্ৰক এৰিল।
বেগে জ্বলি অসুৰৰ হিয়াত পৰিল ॥
একোগোট বাণে হুয়া সহস্রেক বাণ।
লক্ষ লক্ষ অসুৰ সেনাৰ লৈলা প্ৰাণ ॥ ৪০০
পৰি গৈল ৰণত অসুৰ অসংখ্যাত।
উঠিয়া লাগিল পুনু অসুৰৰ গাথ ॥
আৰাধিয়া অসুৰে ব্ৰহ্মাত পাই বৰ।
ব্ৰহ্মাৰ অস্ত্ৰত মৃত্যু নাহি অসুৰৰ ॥ ৪০১
সেহি হেতু ব্ৰহ্মাস্ত্ৰত গোটেকো নমৰে।
মৰি পুনু পুনু উঠি উঠি ৰণ কৰে ॥
মহাকোপে ব্ৰহ্মবাণ অসুৰে প্ৰহাৰে।
জাকে জাকে ৰাজাত পৰয় একেবাৰে ॥ ৪০২
ৰণত পণ্ডিত ৰাজা নঘাটন্ত তাত।
ব্ৰহ্মঅস্ত্ৰ ব্ৰহ্মবাণে কৰন্ত বিঘাত ॥

পাচে এক মহা অস্ত্র হানিয়া পঠাইল।
অসংখ্যাত অসুৰক কাটিবে লাগিল ॥ ৪০৩
ৰথে চড়ি দশৰথ ৰণত সুজান।
কাটিলা দানৱগণ হানি চক্ৰবাণ ॥
হেন দেখি অসুৰৰ বৰ বৰ বীৰ।
দশন কামুৰি কোপে ঝঙ্কাৰিয়া শিৰ ॥ ৪০৪
কৰিলেক নানা অস্ত্ৰগণ বৰিষণ।
বাটতে কাটিয়া সবে কৰিলেক ছন ॥
হেন দেখি অসুৰ ৰণত অনিৰ্ব্বাৰ।
পুনৰপি শৰবৃষ্টি কৰিলা অপাৰ ॥ ৪০৫
বিন্ধিলেক নিসন্ধি ৰাজাৰ কলেৱৰ।
বাণবিষে জৰ্জ্জৰিত ভৈলা নৃপবৰ ॥
অধিক কিটাইল ৰাজা পায়া শৰচোট।
মহাকোপে হানিল গন্ধৰ্ব্ব অস্ত্ৰগোট ॥ ৪০৬
আকাশ প্ৰকাশি শৰপাট যায় চলি।
অসুৰ সেনাত লগাইলা খলমলি ॥
মহাবেগে গৈয়া শৰ পৰম প্ৰচণ্ড।
বাণবিষে সেনাক কৰিলা লণ্ডভণ্ড ॥ ৪০৭
শৰ হানি ৰঙ্গ চাহি আছে মহাৰাজ।
দৈত্যৰ লাগিল যুদ্ধ আপোনাৰ মাজ ॥
গন্ধৰ্ব্ব অস্ত্ৰৰ মহা মহিমা প্ৰচুৰ।
মৰে কাটাকাটি কৰি সমস্তে অসুৰ ॥ ৪০৮
শৰ হানি কেহো কাৰো মাথা বেলেগাৰে।
কাহাকো দোহাৰ কেহো কৰে খাণ্ডাঘাৰে ॥
কঙ্কালত কাটি কাকো কৰয় দুখান।
কেহোজনে বাণে হানি লৰে কাৰো প্ৰাণ ॥ ৪০৯
কেহো ঘাড় মোচাৰি পকায়া ছিণ্ডে মুণ্ড।
যাঠীৰ প্ৰহাৰে কাৰো ভসাৰয় তুণ্ড ॥
চৰৱৰ চোটে কেহো কাৰো দান্ত সাৰে।
কাৰো হিয়া ছিৰে কেহো পৰশু কুঠাৰে ॥ ৪১০
কেহো কাৰো নাক কাণ কৰে খান খান।
কেহো কাকো গৈয়া কঙ্কালত মাৰে হান ॥
কেহো বাণে হানি কাটে উৰু শিৰ কৰ।
ভূমিত পৰিয়া কেহো কৰে ধৰফৰ ॥ ৪১১
বাণবিষে কেহো পৃথিৱীত ঢলি পৰে।
আধাকাটা দৈত্য কেহো পৰিয়া বাগৰে ॥
নিদাৰুণ শৰে ফুটি কাৰো প্ৰাণ যায়।
মৰো মৰো বুলি কতো পৰিয়া ডেৰাই ॥ ৪১২
কেহো লৰ দেয় পলাইবাক নাহি স্থান।
নৃপতিৰ শৰে খেদি খেদি লৰে প্ৰাণ ॥
অসুৰৰ তেজে ৰণভূমি গৈল তল।
মৰে দৈত্য দানৱ দেৱৰ কুতূহল ॥ ৪১৩
অস্ত্ৰ এৰি অন্তৰীক্ষে আছে দশৰথ।
অন্যো অন্যে অসুৰ আপুনি ভৈলা হত ॥
সমস্তে অসুৰ মৰি গৈল যমালয়।
ৰাজাৰ বিক্ৰম দেখি দেৱৰ বিস্ময় ॥ ৪১৪
লক্ষকোটি অসুৰ ক্ষণেকে ভৈল হত।
লাগিল চমক আতি ইন্দ্ৰৰ মনত ॥
যেন মেঘ গুচি ভৈল প্ৰসন্ন আকাশ।
অসুৰ মৰিল দেৱে দেখিল প্ৰকাশ ॥ ৪১৫
অৱশিষ্ট দৈত্য পলাই গৈল দশোদিশ।
দশৰথ নৃপ মনে পৰম হৰিষ ॥
অনায়াসে নৃপবৰে জিনিলেক ৰণ।
জয় জয় শঙ্খনাদ কৰে দেৱগণ ॥ ৪১৬
ইন্দ্ৰ পদ লৈবে তুষ্ট দৈত্যগণ আইল।
আছোক ইন্দ্ৰপদ নিজ প্ৰাণকো হৰাইল ॥
পৰ শ্ৰী আশা কৰি গৈল ৰসাতল।
ৰণ জিনি পাচে দশৰথ মহাবল ॥ ৪১৭
বিপৰীত প্ৰকাশ কৰিলা মহাশয়।
তিমিৰ বিনাশি যেন সূৰ্য্যৰ উদয় ॥
ৰাজা ৰণ জিনিলন্ত দেৱৰ হৰিষ।
শঙ্খধ্বনি কৰি পূৰিলন্ত দশোদিশ ॥ ৪১৮
আনন্দে দুন্দুভি বাদ্য বাজে অসংখ্যাত।
ৰাজাৰ শিৰত সিঞ্চিলন্ত পাৰিজাত ॥
বখানন্ত পুৰন্দৰ ৰাজাৰ বিক্ৰম।
ধন্য ধন্য দশৰথ নৃপতি উত্তম ॥ ৪১৯
আমাকো জিনিল যিটো প্ৰচণ্ড অসুৰ।
ৰণে জিনি নৃপতি কৰিলা তাক চূৰ ॥

নাহি নুপজিব ৰাজা তোমাৰ সমান।
এহি বুলি ইন্দ্রে কৰিলন্ত বহুমান॥ ৪২০
পূজিলা ত্রিদশে নৃপতিৰ বাহুবল।
ৰাজাক মাতিলা পুনু দেৱ আখণ্ডল॥
ৰাজ্য ৰাখি দিলা মোক অসুৰক মাৰি।
তোমাৰ গুণক আমি শুজিতে নাপাৰি॥ ৪২১
পূর্ব্বে নাৰায়ণে যেন বঞ্চি দানৱক।
অমৃতক পিয়াইলন্ত দেৱতাসবক॥
সেহিমতে অসুৰক মাৰিয়া নৃপতি।
ৰক্ষা কৰি দিলা মোক পুৰী অম্রাৱতী॥ ৪২২
তযু মহাযশৰাশি ৰৈল ত্রিভুৱনে।
ঘুষিবেক তোমাৰ কীৰ্ত্তিক সৰ্ব্বজনে॥
এহিমতে ৰাজাক প্ৰশংসি বাৰম্বাৰ।
ৰাজাক দিলন্ত দিব্য বস্ত্র অলঙ্কাৰ॥ ৪২৩
দিলা দিব্যৰথ অষ্ট ঘোটকে সহিত।
বায়ুত অধিক মহাবেগে বিপৰীত॥
ৰথ পায়া ভৈল আতি হৰিষ বিস্তৰ।
মনত সন্তোষ দশৰথ নৃপবৰ॥ ৪২৪

———

দশৰথে কৈকেয়ীক দুটা বৰ দিবলৈ অঙ্গীকাৰ
কৰাৰ বিৱৰণ

ইন্দ্র সনে দেৱতাত মাগিয়া মেলানি।
অযোধ্যাক আনন্দে আসিলা মহামানী॥
দিব্য ৰথে চড়ি দশৰথ মহাৰাজ।
প্ৰবেশিলা গৈয়া নিজ ওৱাৰিৰ মাজ॥ ৪২৫
দিব্য সিংহাসনত বসিলা ৰাজা গই।
স্বামী আসিবাৰ পাচে দেখিয়া কৈকেয়ী॥
সাদৰে প্ৰণাম আসি কৰিলা সুন্দৰী।
আশ্বাসিলা নৃপতি তাহাক হাতে ধৰি॥ ৪২৬
মহাৰণ কৰি শ্রম পাইলা নৃপবৰ।
ঈষত কুঞ্চিত মুখ পৰিল ঝামৰ॥
দেখি মহাদই নানামত সেৱা কৰি।
স্বামীৰ শ্ৰমক দূৰ কৰিলা সুন্দৰী॥ ৪২৭

নানা ভাৱে নৃপতিৰ চিত্ত সন্তোষিলা।
কৈকেয়ীক চাই ৰাজা বচন বুলিলা॥
সেৱা কৰি সন্তোষ কৰাইলি দেৱী মোক।
খোজ মোত যেহি লাগে দিবো বৰ তোক॥ ৪২৮
মহাদই বোলে সত্য কৰিয়োক আগে।
তেৱেঁসে মাগিবো বৰ যেহি মোক লাগে॥
শুনি সত্য অঙ্গীকাৰ কৰিলা নৃপতি।
সত্যে বোলে যেহি খোজা তাকে দিবো সতী॥ '২৯
কুজীত কৈকেয়ী পুছিলন্ত মাতি আনি।
বৰ দিবে চাহে ৰাজা কৰি সত্য বাণী॥
কুজী বোলে বৰ মাৱ নলৈবা এখন।
যদি বৰ দিবাক ৰাজাৰ আছে মন॥ ৪৩০
সময় পাইলেসে বৰ মাগিবা ৰাজাত।
শুনিয়া কৈকেয়ী বোলে কৰি যোৰহাত॥
শুনিয়োক প্ৰভু বোলো স্বৰূপ বচন।
মোক বৰ দিবাক তোমাৰ আছে মন॥ ৪৩১
এতিক্ষণে তোমাত নলৈবো মই বৰ।
সময়ত খুজিলে দিবাহা নৰেশ্বৰ॥
এহিমতে দশৰথ ভাৰ্য্যায়ে সহিত।
নানাবিধ ভোগ ভুঞ্জিলন্ত মনোনীত॥ ৪৩২
পাত্র মন্ত্রীসনে ৰাজ্য কৰে নৃপবৰ।
গৈলা কাল বহি সাত সহস্ৰ বৎসৰ॥
অনন্তৰে গ্ৰহগতি দৈৱৰ বিপাক।
মহাব্ৰণ গোট হুয়া পীড়য় ৰাজাক॥ ৪৩৩
গুহ্যৰ ভিতৰে ব্ৰণ ভৈলা আতি টান।
বেদনাত ৰাজাৰ সঙ্কলে যেন প্ৰাণ॥
শুখাই গৈল মুখ পানী নাহিকে জিভাত।
নাহিকে চেতন যেন পাগল সাক্ষাত॥ ৪৩৪
পাত্র মিত্র পুৰোহিত আসিলা সকল।
মহাদইগণ সব ভৈলন্ত বিকল॥
নিৰন্তৰে লোকৰ চিন্তাৰ নাহি পাৰ।
প্ৰাণৰ সংশয় আসি মিলিল ৰাজাৰ॥ ৪৩৫
নাহি ভাত পানী একো হৰিল চেতন।
আসিলন্ত বৈদ্য ধন্বন্তৰিৰ নন্দন॥

মহামন্ত্রে জাৰিয়া ঔষধ দিলা আনি।
নৃপতিক বৈদ্যে পাচে বুলিলন্ত বাণী ॥ ৪৩৬
চাইবো তোমাক মই কৰিয়া যতন।
উপায়াসে ৰহে ৰাজা তোমাৰ জীৱন ॥
ঘিণ এৰি তোমাৰ গুহ্যত মহাৰাজ।
মুখ দিয়া চুপিয়া কৰোক পুঁজ বাজ ॥ ৪৩৭
বৈদ্যে হেন উপদেশ বচন বুলিলা।
অধিকে ৰাজাৰ আৰে বেদনা মিলিলা ॥
ইটো মোৰ কাৰ্য্য সাধিবেক কোনজন।
চিন্তাবিষে আতিশয় ভৈলা অচেতন ॥ ৪৩৮
চেতন কৰাইল পাচে সবে মিলি ধৰি।
ৰাজাৰ সমুখ ভৈলা কৈকেয়ী সুন্দৰী ॥
বোলন্ত মূৰ্চ্ছিত তুমি নহৈবা নৃপতি।
ই কাৰ্য্য তোমাৰ মই সাধিবো সম্প্ৰতি ॥ ৪৩৯
কৈকেয়ীৰ বাণী শুনি ভৈলা সবে ত্ৰাস।
কিমত কাৰ্য্যক সতী কৰিলন্ত সাস ॥
নৃপতিৰ গুহ্যত কৈকেয়ী মুখ দিল।
বায়ু ধৰি দেৱী টান কৰিয়া চুম্পিল ॥ ৪৪০
ভোসৰিল ব্ৰণ সবে পুঁজ ভৈল বাজ।
গুচিল বেদনা স্বস্থ ভৈল মহাৰাজ ॥
ব্ৰণপীড়া এৰাইয়া হৰিষ আতি ভৈলা।
কৈকেয়ীৰ মুখ চাই মাতিবাক লৈলা ॥ ৪৪১
সাৰ্থক কৰিলো বিহা তোমাক সুন্দৰী।
মহাব্ৰণ বেদনাত যাওঁ মই মৰি ॥
তোমাৰেসে প্ৰসাদে ৰহিল মোৰ প্ৰাণ।
নাহি আন প্ৰিয়া আৰো তোমাৰ সমান ॥ ৪৪২
কৰাইলা সন্তোষ কৰ্ম্ম কৰি গৰিহিত।
লৈয়ো যেহি লাগে বৰ মনৰ বাঞ্ছিত ॥
শুনিয়া কৈকেয়ী বাক্য বুলিলা ৰাজাক।
পূৰ্ব্বে এক বৰ দিয়া আছাহা আমাক ॥ ৪৪৩
ভক্তি দেখি আৰো বৰ দিবে খোজা মোক।
সভাৰ মাজত সত্য কৰি বুলিয়োক ॥
যেতিক্ষণ যিবা বাঞ্ছো দিবা সেহি বৰ।
সত্য কৰি বোলা ৰাজা সভাৰ ভিতৰ ॥ ৪৪৪
তাকে দিবো যিবা মোত খোজা যেতিক্ষণ।
হেন শুনি কৈকেয়ীৰ তুষ্ট ভৈলা মন ॥
বাৰম্বাৰ ৰাজা কৈকেয়ীক দিয়া বৰ।
দৈৱৰ নিৰ্ব্বন্ধ আতি আছয় পূৰ্ব্বৰ ॥ ৪৪৫
তাক এৰাইবাক লাগি কাহাৰ শকতি।
আতপৰে কথা আৰে শুনিয়ো সম্প্ৰতি ॥

পুত্ৰ নোহোৱাত দশৰথৰ অসন্তোষ আৰু বশিষ্ঠৰ উপদেশ

সাত শত ভাৰ্য্যা বিহা কৰিলা নৃপতি।
নভৈল কাহাতো হন্তে পুত্ৰ উতপতি ॥ ৪৪৬
মহা মনদুখে বসি গুণে মহাশয়।
নভৈল সন্ততি কৰো কিমত উপায় ॥
নেৰাইলোহো মই পিতৃ দেৱতাৰ ঋণ।
নৰহিল বংশ মোৰ ভৈলো ধৰ্ম্মহীন ॥ ৪৪৭
এহিমতে নৃপতি চিন্তিত দিনে ৰাতি।
পাচে বশিষ্ঠক ৰাজা আনাইলন্ত মাতি ॥
আনো মুনি সমস্তক মাতিয়া আনিল।
সবাহাতে আপোনাৰ দুখ নিবেদিল ॥ ৪৪৮
নভৈল আমাৰ পুত্ৰ শুনা মুনিগণ।
মিছা ৰাজ্যভোগ মোৰ নিস্ফল জীৱন ॥
শ্ৰাদ্ধ তৰ্পণ যজ্ঞ কৰো অপৰ্য্যন্ত।
অপুত্ৰক দেখি দেৱ পিতৃ নলৱন্ত ॥ ৪৪৯
যত যজ্ঞ পিতৃ কৰ্ম্ম কৰো নিতে নিত।
বিষ্ঠাত অধিক বুলি নলৱে কিঞ্চিত ॥
পুত্ৰৰ নিমিত্তে যজ্ঞ কৰিলো বিস্তৰ।
নাহি পুত্ৰ সিও ব্যৰ্থ ভৈল নিৰন্তৰ ॥ ৪৫০
বহুকালে মোক অন্ধ মুনি শাপ দিল।
সিও শাপ মোত এতকালে নফলিল ॥
মুনিৰো বচন ব্যৰ্থ ভৈল মোৰ ঠাই।
আছোক পুত্ৰৰ শোক দৰশন নাই ॥ ৪৫১
হেন শুনি নৃপতিত পুছিল বশিষ্ঠ।
কেন বুলিলন্ত মুনি কহা মোত নিষ্ঠ ॥

ৰাজাই বোলন্ত মুনি শুনা কহো সাৰ।
গৈলো ঘোৰ অৰণ্যক মৃগ মাৰিবাৰ ॥ ৪৫২
মুনিপুত্ৰ জল ভৰে তাহাক নজানি।
প্ৰহাৰিলো শৰ হস্তী হেন মনে মানি ॥
সেহি শৰে সিন্ধু মুনি তেজিলন্ত প্ৰাণ।
দেখি গৈয়া ভৈলো মই মৃতক সমান ॥ ৪৫৩
অন্ধকৰ পাশে পাচে গৈলো শৰ লৈয়া।
সকল বৃত্তান্ত তান্ত নিবেদিলো গৈয়া ॥
পুত্ৰৰ সন্তাপে মুনি শাপিলন্ত মোক।
মৰিবি নৃপতি তই পায়া পুত্ৰশোক ॥ ৪৫৪
পুছিলো হৰিষে মই তান শাপ শুনি।
কেমনে হৈবেক পুত্ৰ কৈয়ো মহামুনি ॥
ঋষ্যশৃঙ্গে যজ্ঞ আসি কৰাইবে তোমাক।
তেবে হৈবে পুত্ৰ মুনি বুলিলন্ত বাক ॥ ৪৫৫
অন্ধকৰ কথা যত কহিলো বশিষ্ঠ।
কোথা আছে ঋষ্যশৃঙ্গ নজানোহো নিষ্ঠ ॥
আৰো এক কথা কহো শুনিয়ো সম্প্ৰতি।
দুৰ্ব্বাসা ঋষিক পাই কৰিলো ভকতি ॥ ৪৫৬
পুছিলোহো কৃতাঞ্জলি তাহাৰ আগত।
জানা মহামুনি তুমি ভূত ভৱিষ্যত ॥
হৈবেক আমাৰ কিবা পুত্ৰ উতপতি।
বুলিলন্ত মুনি চিন্তা নকৰা নৃপতি ॥ ৪৫৭
মহামুনি ঋষ্যশৃঙ্গ বিভাণ্ডতনয়।
তাঙ্ক আনি যজ্ঞ কৰিয়োক মহাশয় ॥
তেৱে আসিৱন্ত হৰি চাৰি ৰূপ ধৰি।
তোমাৰ গৃহত উপজিব নিষ্ঠ কৰি ॥ ৪৫৮
হেন শুনি ভৈল মোৰ হৰিষ মনত।
কহিলো সকলো কথা তোমাৰ আগত ॥
বশিষ্ঠে বোলন্ত শুনা নৃপতি প্ৰস্তুত।
নৃত্যগীতপ্ৰিয়া সিটো বিভাণ্ডৰ সুত ॥ ৪৫৯
মোদকৰ নামে যেন মৰিয়া জীৱন্ত।
গীত শুনি মুনি যেন অমৃত পিৱন্ত ॥
দেখিতে ছৱাল মুনি বিষ্ণু অৱতাৰ।
চাৰিবেদ শাস্ত্ৰ তান কণ্ঠত প্ৰচাৰ ॥ ৪৬০
প্ৰহৰেক মাত্ৰ কৰে সন্ধ্যাক বন্দন।
ছৱালৰ থানে ক্ৰীড়া কৰে সৰ্ব্বক্ষণ ॥
আনাহা গায়ক যাৰ সুৰ সুললিত।
সুস্বাদু সন্দেশ লাড়ু লৌক যথোচিত ॥ ৪৬১
সুস্বৰে পঞ্চম কন্যাগণে গাওক গীত।
শুনি বিমোহিত আতি হৈব তান চিত্ত ॥
মোদক সন্দেশ দিবা সেহি সময়ত।
দেখাইবেক ৰতি ৰস তাহান আগত ॥ ৪৬২
শিশু মুনি গীত সন্দেশৰ স্বাদ পাই।
আসিব আমাৰ স্থানে এৰি নিজ ঠাই ॥
এহিমতে উপায়ে মুনিক আনিয়োক।
ৰচিলা মাধৱে হৰি হৰি বুলিয়োক ॥ ৪৬৩

---

ঋষ্যশৃঙ্গৰ উপাখ্যান

### ছবি

সুমন্ত্ৰী সুমন্ত্ৰ গুণি বশিষ্ঠৰ বাণী শুনি
উঠিলন্ত কৰি যোৰহাত।
সুমধুৰ কৰি বাণী বুলিলন্ত মহামানী
শুনিয়োক পৃথিৱীৰ নাথ ॥
বশিষ্ঠে কহিলা যত সবে সত্য স্বৰূপত
পূৰ্ব্ব কথা সুমৰিলো আমি।
আপুনিয়ো জানা তুমি সাম্প্ৰতে পাসৰি আছা
সুমৰাইলে সুমৰিবা স্বামী ॥ ৪৬৪
শান্তা নামে কন্যাখানি তযু গৃহে মহামানী
উপজিল পৰম সুন্দৰী।
লোমপাদ নৰপতি অঙ্গদেশ অধিপতি
শান্তাক খুজিলা ভক্তি কৰি ॥
মিত্ৰৰ ভাৱত থাকি তুমিয়ো শান্তাক দিলা
লোমপাদে শান্তাক নিলন্ত।
আনন্দে নধৰে হিয়া কন্যাক গৃহক নিয়া
জীউ বুলি তেন্তে তুলিলন্ত ॥ ৪৬৫

লোমপাদ মহামুনি বিভাণ্ডৰ পুত্ৰ আনি
শান্তা কন্যা দিলন্ত বিবাহ ।
ঋষ্যশৃঙ্গ নিয়া যজ্ঞ কৰি পাচে লোমপাদে
পুত্ৰ পায়া মিলিল উৎসাহ ॥
দ্বাদশ বৎসৰ বৃষ্টি তাহাৰ ৰাজ্যত নাই
তাতে লোক মৰয় সমস্ত ।
ঋষ্যশৃঙ্গ আসিলাত ভৈলা বৃষ্টি অসংখ্যাত
পাচে সুখী ভৈলা লোক যত ॥ ৪৬৬
শুনি দশৰথে পাচে সুমন্ত্ৰত পুছিলন্ত
শুনিয়োক সুমন্ত্ৰ সাক্ষাত ।
কেনমতে ঋষ্যশৃঙ্গ কৰিলা শান্তাক বিহা
প্ৰপঞ্চিয়া কহিয়ো আমাত ॥
সুমন্ত্ৰ বোলন্ত ৰাজা শুনিয়ো কৌতুক মনে
সিটো বিভাণ্ডক মহাঋষি ।
ঋষ্যশৃঙ্গ পুত্ৰে লৈয়া মাধৱত মতি দিয়া
কৰে তপ তপোবনে বসি ॥ ৪৬৭
অপুত্ৰক ভৈলো বুলি লোমপাদ নৃপতিৰ
মনে আতি অসুখ অশেষ ।
ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰাইলে হৈবেক পুত্ৰ
পাইলা নাৰদত উপদেশ ॥
লোমপাদ ৰাজা পাচে ঋষিপুত্ৰ আনিবাক
কৰিলন্ত উপায় উত্তম ।
নৌকাৰ উপৰে নানা ফল-মূল সমন্বিতে
মায়াবলে পাতিলা আশ্ৰম ॥ ৪৬৮
সুগন্ধ কৰ্পূৰ চিনি ঘৃতে পাক কৰি আনি
সাজিলন্ত বিবিধ সন্দেশ ।
ফল-ফুল ৰূপে তাক বৃক্ষতে নিৰ্ম্মিয়া থৈল
দেখি বন পৰম সুবেশ ॥
নানা গন্ধে হুয়া মত্ত গুঞ্জৰে ভ্ৰমৰ যত
কোকিলৰ কুহু কুহু ৰাৱ ।
বহয় শীতল বাত কামুক ৰমণী যেন
মদনক দেয় হাত বাৱ ॥ ৪৬৯
জানে যত নৃত্য গীত আতিশয় সুশিক্ষিত
যুৱতী সুন্দৰী সুবদনী ।
কামকলা কেলি যত জানে আতি নানামত
নানা ৰসে পৰম শুৱনী ॥
গাৱে যেন পট্টবাসে আতিশয় লয়লাসে
কাছি পাৰি নাৱত চড়িল ।
কতেক বৰ্ণাইবো তাক ঋষ্যশৃঙ্গ আনিবাক
সুমঙ্গল সময়ে লৰিল ॥ ৪৭০
কতো দিন অনন্তৰে পাইলা গৈয়া তপোবন
মায়া নৌকা আৰ কৰি থৈলা ।
বিভাণ্ডক মুনিবৰে পুত্ৰ থৈয়া নিজঘৰে
তপ কৰিবাক লাগি গৈলা ॥
পাচে নটীগণ যত ছেগ পায়া সময়ত
গৈয়া ঋষ্যশৃঙ্গৰ আগত ।
হাতে তালযন্ত্ৰ ধৰি সুৰ সুললিত কৰি
নৃত্য গীত কৰে নানামত ॥ ৪৭১
বিভাণ্ডক আসিবাৰ সময় জানিয়া সবে
তৰাতৰি আশ্ৰমক যাই ।
এহিমতে নৃত্যগীতে ক্ৰীড়া কৰি নানামতে
ঋষিক মোহিলা সমুদায় ॥
নাচনিৰ লয়লাস দেখি মুনি তোলে হাস
কুতূহলে কৰন্ত জিজ্ঞাস ।
মূৰ্ত্তি আতি অনুপাম কমন তোমাৰ নাম
কোন থানে কৰাহা নিবাস ॥ ৪৭২
শুনি নাৰী নিৰন্তৰে দিলা তাঙ্ক প্ৰত্যুত্তৰ
সবে আমি উত্তম তপস্বী ।
জানো তুমি মুনিৰাজ পশি তপোবন মাজ
কৰা তপ এক মনে বসি ॥
নিকটতে তপোবন তযু আগে সৰ্ব্বক্ষণ
নৃত্য গীতে কৰো কৌতূহল ।
তোমাৰ সঙ্গক মনে আমি সব ঋষিগণে
বেদপাঠ কৰো সুকোমল ॥ ৪৭৩
ঋষ্যশৃঙ্গ মায়া বাণী শুনি মনে অনুমানি
বোলে শুনা শুনা ঋষিগণ ।
তোমাসাৰ পায়া সঙ্গ মোহোৰ কৌতুক ৰঙ্গ
মিলয় মনত সৰ্ব্বক্ষণ ॥

আমিয়ো তোমাৰ তুলে থাকিবোহো কৌতূহলে
সুমধুৰ বেদধ্বনি শুনি।
আতি সুললিতভাৰে সুন্দৰ কোমল গাৰে
তুমিসব সমে মহামুনি ॥ ৪৭৪
সুশোভন জটাভাৰ বাকলি বসন গাৰ
অত্যন্ত শীতল আতিশয়।
তোমাসাৰ শৰীৰৰ ভস্ম ধূলি নিৰন্তৰ
উত্তম সুৰভী গন্ধ কয় ॥
আমাৰ বৃক্ষৰ ছাল পিন্ধিবাক নুহি ভাল
শিৰে আউল জাউল জটাভাৰ।
কৰে আতি জটাজট শুনি আনি খটমট
বেদধ্বনি যতেক আমাৰ ॥ ৪৭৫
শৰীৰ সকল ৰক্ষা ভস্ম ধূলি যত দেখা
ঘষিতে কুৎচিত কৰে গাৰ।
এহিমতে মুনিবৰ বর্ণাইলা নিৰন্তৰ
যতেক আপোন পৰ ভাৰ ॥
উপজাৰে পৰা ঋষি নিজ আশ্রমতে বসি
তপ কৰি থাকন্ত সদায়।
পৰম মহন্ত সন্ত আন একো নজানন্ত
তপে মন মগ্ন সমুদায় ॥ ৪৭৬
মায়াৰূপীগণে যত কপটে কহিলা কথা
তাকে সত্য মনত মানিল।
পাচে স্ত্রীসবে আনি মোদক সন্দেশ নিয়া
ঋষিৰ পুত্রৰ হাতে দিল ॥
ঋষ্যশৃঙ্গ মহামুনি ফল হেন মনে মানি
ভুঞ্জিলা হৰিষ কৰি মন।
নজানি কপট মায়া সুস্বাদু সুৰভী পায়া
পুছিলন্ত শুনা ঋষিগণ ॥ ৪৭৭
তোমাৰ ৰাজ্যৰ ফল খায়া ভৈলো কুতূহল
ইটো তাতি স্বাদত বিচিত্র।
আছয় আমাক দায়া অন্যো অন্যে আলিঙ্গিয়া
আসা তুমি আমি কৰো মিত্র ॥
তোমাসাৰ সঙ্গে যাইবো ইটো মধুফল খাইবো
শুনিবো মধুৰ বেদধ্বনি।
থাকিবো তোমাৰ সঙ্গে তপ কৰি মহাৰঙ্গে
অন্যো অন্যে বঞ্চিবো ৰজনী ॥ ৪৭৮
নমো নমো নমো ৰাম যাৰ যশ অনুপাম
জগতৰে মঙ্গল নিশ্চয়।
অমৃততোধিক কৰি পিয়া আক কর্ণ ভৰি
মহাজনে মোক্ষকো তেজয় ॥
হেন তযু গুণ নাম মোৰ মুখে অবিশ্রাম
কীর্ত্তন কৰোক প্রভু ৰাম।
এহি কৃপা কৰা মোক যত সমাজিক লোক
বোলা ৰাম তেজি আন কাম ॥ ৪৭৯

**পদ**

নটীসবে শুনি ঋষ্যশৃঙ্গৰ বচন।
ভৈলা মিত্র বুলি কৰিলন্ত আলিঙ্গন ॥
দেখিলা নজানে কিছু ঋষিৰ তনয়।
নানা কামকলা ৰসে ভাব দৰশয় ॥ ৪৮০
কেহো জনী আলিঙ্গি ধৰিলা তান গলে।
কেহো জনী বসুৱাইলা বস্ত্রৰ আঞ্চলে ॥
কেহো জনী নিয়া তাঙ্ক বসাইলা কোলাত।
স্তনৰ উপৰে কেহো থৈলা তান হাত ॥ ৪৮১
কেহো জনী তান মুখে মুখে চুমা দিল।
বুকত লগায়া স্তন কেহো সাৰটিল ॥
কেহো জনী হৃদয়ৰ বস্ত্র দূৰ কৰি।
উচ্চ কুচ ভাৰ তাক দেখাৱে সুন্দৰী ॥ ৪৮২
আপোনাৰ উৰু তান উৰুত লগায়।
কটাক্ষে নিৰীখি হাসি তোলে মুচুকাই ॥
কতো জনী গাৱ ঘেলাৱয় তান সঙ্গে।
লয়লাসে হাসে কতো জনী ভ্রুকুভঙ্গে ॥ ৪৮৩
কতো জনী বাহু ধৰি কৰয় মর্দ্দন।
কোলে তুলি কতো জনী জান্তয় চৰণ ॥
কতো জনী আপোনাৰ গাৱে আওজায়।
মুখ কাটি কৰিয়া থাকয় তাকে চাই ॥ ৪৮৪
পাচে ঋষিকুমাৰক কৰি বহুমান।
সুগন্ধ শীতল জলে কৰাইলেক স্নান ॥

ভস্ম ধূলি তান শৰীৰৰো দূৰ কৰি।
পিন্ধাইলেক কুসুম চন্দন সাদৰি ॥ ৪৮৫
বাকলি গুচায়া দিব্য পিন্ধাৱে বসন।
ৰুদ্ৰাক্ষ গুচায়া দিব্য পিন্ধাৱে ভূষণ ॥
শিলিখা গুচায়া দেই কৰ্পূৰ তাম্বুল।
সুৰভী শীতল পিন্ধাৱয় কতো ফুল ॥ ৪৮৬
তালজঙ্ঘ ধৰি সুললিত গীত গাৱে।
মধুৰ মৃদঙ্গ ধৰি কতো জনী বাৱে ॥
কতো লয়লাসে ভঙ্গিভাৱে কৰে নৃত্য।
এহিমতে মোহিত কৰিলা তান চিত্ত ॥ ৪৮৭
সুমন্ত্ৰ বদতি শুনিয়োক মহাশয়।
গ্ৰামী জন সঙ্গ পায়া বিভাণ্ডতনয় ॥
ঋষি ধৰ্ম্ম সকলে গুচিল সমুদায়।
ভৈল উলমাল নাৰীগণ সঙ্গ পাই ॥ ৪৮৮
স্ত্ৰী সমস্তক মুনি বুলিলা বচন।
তোমাৰ আশ্ৰম কত দূৰ মুনিগণ ॥
তুমিসব মহামিত্ৰ ভৈলাহা আমাৰ।
দেখিতে উৎসুক আছে আশ্ৰম তোমাৰ ॥ ৪৮৯
মায়াৱতীসবে বোলে শুনা মুনিবৰ।
নিকটে আশ্ৰম যাইবা উঠিয়ো সত্বৰ ॥
শুনি ঋষ্যশৃঙ্গ উঠিলন্ত শীঘ্ৰ কৰি।
চলিলা কৌতুকে তাসম্বাৰ হাত ধৰি ॥ ৪৯০
কথামাতে নৌকাত তুলিলা নাৰীগণে।
আশ্ৰম দেখিয়া মুনি ৰঙ্গ ভৈলা মনে ॥
ভালৰ আশ্ৰম তপোবন বিতোপন।
নানা ফল ফুলে আমোদিত কৰে মন ॥ ৪৯১
হৰিষে ফুৰন্ত ঋষি মায়াবন চাই।
মায়াৰূপীসবে নাৱ বায়া লৈয়া যায় ॥
নানা কেলি কৌতুক কৰিয়া ঋষিসঙ্গে।
মায়ানৌকা পাৰ কৰিলেক মহাৰঙ্গে ॥ ৪৯২
শ্ৰম পায়া ঋষিৰ কুমাৰ নিদ্ৰা গৈলা।
অনন্তৰে নৌকা আসি অঙ্গদেশ পাইলা ॥
ভাগিল ঋষিৰ নিদ্ৰা পাচে কতোক্ষণে।
স্ত্ৰীসকলত মুনি পোছে সঙ্গী মনে ॥ ৪৯৩

কহিয়োক তুমিসবে স্বৰূপ বচন।
নোহা তুমিসবে ঋষি নুহি তপোবন ॥
তুমিসবে আমাক মোহিলা মায়া কৰি।
আপোনাৰ দেশে আনি আছা ছল কৰি ॥ ৪৯৪
কি কাৰণে আনিলা কহিয়ো প্ৰয়োজন।
শুনি যোৰহাতে মাতিলেক নাৰীগণ ॥
শুনিয়োক মুনি নকৰিবা কোপ মন।
কহিবো তোমাত আছে যত প্ৰয়োজন ॥ ৪৯৫
লোমপাদ ৰাজা অঙ্গদেশ অধিপতি।
শান্তা নামে কন্যা তান আছে মহাসতী ॥
ত্ৰৈলোক্যমোহিনী কন্যা মহাগুণৱতী।
কৰিবা বিবাহ তাক তুমি মহামতি ॥ ৪৯৬
অপুত্ৰক ৰাজা মনে কৰে অপমান।
তুমি যজ্ঞ কৰাইলে হৈবেক পুত্ৰ তান ॥
দ্বাদশ বৎসৰ বৃষ্টি নাহিকে ৰাজ্যত।
অন্নৰ বিকলে দুখ পাৱে প্ৰজা যত ॥ ৪৯৭
তুমি গৈলে ৰাজ্যত হৈবেক বৰিষণ।
হৈবে লোক সুখী শস্য হৈবেক সম্পন্ন ॥
লৈয়া যাওঁ তোমাক এহিসে প্ৰয়োজনে।
কহিলো কাৰণ মুনি কোপ এৰা মনে ॥ ৪৯৮
এহি কথা মাতে নটীগণ নিৰন্তৰ।
কতো দিনে পাইলা লোমপাদৰ নগৰ ॥
শুনি লোমপাদে ঋষ্যশৃঙ্গ আনিবাৰ।
আগবাঢ়ি আসিয়া কৰিলা সতকাৰ ॥ ৪৯৯
ভৈলন্ত হৰিষ ৰাজা ঋষিক দেখিয়া।
কৰিলা ঋষিক পূজা পাদ্য অৰ্ঘ্য দিয়া ॥
যেৱে অঙ্গদেশে আসি ভৈলন্ত প্ৰৱেশ।
তেৱে জল বৃষ্টি মেঘে কৰিলা অশেষ ॥ ৫০০
ভৈল শস্য সম্পূৰ্ণ ৰাজ্যত নিৰন্তৰ।
নানা ভোগ ভুঞ্জি সুখী ভৈলা সবে নৰ ॥
লোমপাদে নানা দ্ৰব্য একত্ৰ কৰিল।
ঋষ্যশৃঙ্গ মুনিত শান্তাক বিহা দিল ॥ ৫০১
ভৈল কুতুহল মুনি পায়া কন্যাৰত্ন।
পাচে যজ্ঞ কৰিতে ৰাজাৰ ভৈল যত্ন ॥

একত্ৰ কৰিয়া যত যজ্ঞৰ সম্ভৃত।
কৰিলা যুগুতি পুৰোহিত সমন্বিত ॥ ৫০২
অশ্বমেধ মহাযজ্ঞ ৰাজা আৰম্ভিল।
ঋষ্যশৃঙ্গ যজ্ঞত কৌতুকে প্ৰবেশিল ॥
পৰম পণ্ডিত সৰ্ব্ব কৰ্ম্মত কুশল।
শুভ সময়ত আচৰিলা সুমঙ্গল ॥ ৫০৩
লোমপাদ ৰাজা ভৈল যজ্ঞত দীক্ষিত।
যজ্ঞকাৰ্য্য কলাক্ৰিয়া কাৰ্য্য সুশিক্ষিত ॥
সাঙ্গোপাঙ্গে যজ্ঞ কৰিলাহা নৰপতি ॥
পাইলন্ত যজ্ঞত পুত্ৰবৰ মহামতি ॥ ৫০৪
উপজিল চাৰি পুত্ৰ পৰম মহন্ত।
বুদ্ধি বল তেজ মহা গুণে গুণৱন্ত ॥
শান্তায়ে সহিতে ঋষ্যশৃঙ্গ মহা ঋষি।
লোমপাদ আশ্ৰমত ৰহিলা হৰিষি ॥ ৫০৫
সম্প্ৰতি আছন্ত শান্তা সমে কুতূহলে।
তাহান চৰিত্ৰ যত কহিলো সকলে ॥
ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰিয়ো নৃপতি।
হৈবেক তোমাৰ তেৰে উত্তম সন্ততি ॥ ৫০৬
ভৈলন্ত হৰিষ সুমন্ত্ৰৰ কথা শুনি।
দশৰথ ৰাজা মাতিলন্ত মনে গুণি ॥

---

ঋষ্যশৃঙ্গ মুনিক আনিবলৈ লোমপাদ নৃপতিৰ ঘৰলৈ
দশৰথৰ গমন আৰু ঋষিক আনি যজ্ঞ সম্পাদন।

শুনিয়ো সুমন্ত্ৰ কথা কহিলা বিশেষ।
যাইবো মই লোমপাদ নৃপতিৰ দেশ ॥ ৫০৭
পাত্ৰ মিত্ৰ পুৰোহিত চলিয়ো সকল।
এহি বুলি যাত্ৰা কৰিলন্ত মহাবল ॥
বশিষ্ঠ প্ৰমুখ্যে পুৰোহিতগণ ৰঙ্গে।
চলিলা হৰিষে সবে নৃপতিৰ সঙ্গে ॥ ৫০৮
সুমন্ত্ৰ সহিতে আঠ পাত্ৰ চলি গৈলা।
গজ বাজী ৰথ সেনা সাজি লগে লৈলা ॥
কাহালি মহৰী ভেৰী মৃদঙ্গ তবল।
ঢাক ঢোল দুন্দুভি শবদে টলবল ॥ ৫০৯
চিহ্ন চৌওা ধ্বজদণ্ড গাহুল বন্মাল।
নৃপতিৰ আগে পাচে চলিলা সকল ॥
কাঞ্চনে ৰচিত ৰথে চড়িল নৃপতি।
কটকৰ ভৰে দলদোপ বসুমতী ॥ ৫১০
ৰাজাৰ উপৰে ছত্ৰ প্ৰকাশে ধৱল।
আকাশে প্ৰকাশে যেন চন্দ্ৰৰ মণ্ডল ॥
ত্ৰিভুৱন চমৎকাৰ ৰাজাৰ পয়াণ।
কম্পে সুৰাসুৰ যত তৰতবিমান ॥ ৫১১
হেন আড়ম্বৰে অঙ্গদেশ প্ৰবেশিলা।
লোমপাদ নৃপতিৰ আশ্ৰমে মিলিলা ॥
দেখি লোমপাদৰ হৰিষ ভৈল মন।
দশৰথ নৃপতিক কৰিলা বন্দন ॥ ৫১২
কৃতাঞ্জলি কৰি ধৰি প্ৰণতি প্ৰচুৰ।
দশৰথ ৰাজাক নিলেক অন্তঃপুৰ ॥
সুৱৰ্ণৰ সিংহাসন দিলা বসিবাক।
পাদ্য অৰ্ঘ্য দিয়া পুজা কৰিলা ৰাজাক ॥ ৫১৩
বশিষ্ঠক আসন দিলন্ত মহাবীৰে।
ধুৱায়া চৰণ পাদোদক লৈলা শিৰে ॥
দশৰথ নৃপতিক কৰে ৰাজা স্তুতি।
তযু আগমনে ভৈলা থানৰ মুকুতি ॥ ৫১৪
আপুনি মিলিলা আসি মোহোৰ গৃহত।
নজানোহো মই ভাগ্য কৰি আছো কত ॥
ত্ৰিভুৱনে নাহি তুমি হেন মহাৰাজ।
আদেশিয়ো মোক মই কৰো কিবা কাজ ॥ ৫১৫
কিবা প্ৰয়োজনে হুয়া আছে আগমন।
শুনি দশৰথে পাচে বুলিলা বচন ॥
শুনিয়ো নৃপতি মোৰ নাহিকে সন্তান।
ঋষ্যশৃঙ্গ মহামুনি আছে তযু স্থান ॥ ৫১৬
তেহে যজ্ঞ কৰাইলেসে হৈবেক তনয়।
তাঙ্ক নিবে প্ৰতি আসি আছো মহাশয় ॥
শুনি লোমপাদে ঋষ্যশৃঙ্গক আনিল।
নমস্কাৰ কৰি দুয়ো ৰাজা সাদৰিল ॥ ৫১৭
সুৱৰ্ণৰ আসন ঋষিক আনি দিলা।
দুয়ো ৰাজা বিস্তৰ ঋষিক সন্তোষিলা ॥

লোমপাদে বুলিলন্ত বচন বিনয়।
এন্তে দশৰথ ৰাজা হুয়ো পৰিচয় ॥ ৫১৮
প্ৰাণসম এন্তে মোৰ বান্ধৱ বিচিত্ৰ।
কত কোটি পুণ্যেসে ইহাঙ্ক পাইলো মিত্ৰ ॥
ইহানে দুহিতা শান্তা মাগিয়া আনিলো।
যত্ন কৰি আনিয়া তোমাত বিহা দিলো ॥ ৫১৯
এন্তেসে জানিবা নিজ শশুৰ তোমাৰ।
কৰিয়োক ঋষি আৰে আঙ্ক উপকাৰ ॥
মনত অসুখ আন নাহিকে তনয়।
সিহেতু তোমাক ৰাজা কৰিলা আশ্ৰয় ॥ ৫২০
শুনি মুনি ঋষ্যশৃঙ্গ ভৈলা সুপ্ৰসন্ন।
শান্তা সমন্বিতে ভৈলা চলিবাক মন ॥
শান্তাৰ কৌতুক আতি পিতৃক দেখিয়া।
মাৱক দেখিতে দশগুণে ভৈল হিয়া ॥ ৫২১
দেখি লোমপাদক আশ্বাসি দশৰথ।
শান্তা সমে ঋষিপুত্ৰ গৈলন্ত লগত ॥
পাত্ৰ পুৰোহিত সৈন্য সমে নৃপবৰ।
ত্বৰিত গমনে পাইলা অযোধ্যা নগৰ ॥ ৫২২
শান্তা আসিবাৰ শুনি তিনি মহাদই।
কৌশল্যা সুমিত্ৰা শান্তী সুন্দৰী কৈকেয়ী ॥
হৰস ফৰস কৰি আসিল বজাই।
গলাবান্ধি ধৰিলা শান্তাক লগ পাই ॥ ৫২৩
নিলন্ত গৃহক হৰিষৰ নাই পাৰ।
শান্তা সতী কৰিলা মাতৃক নমস্কাৰ ॥
সবে মহাদই আসি শান্তাক বেঢ়িলা।
অন্তঃপুৰ মাজে মহা আনন্দ মিলিলা ॥ ৫২৪
সমস্তৰে আনন্দ শান্তাক লাগ পাই।
তান্ত বিনে কাৰো আৰ পুত্ৰ জীউ নাই ॥
এতেকে শান্তাক পায়া সবে শত মাৰে।
বস্ত্ৰ অলঙ্কাৰ আনি দিলা গাৰে গাৰে ॥ ৫২৫
দশৰথ ৰাজা ঋষ্যশৃঙ্গক আনিয়া।
কৰিলা বিস্তৰ পূজা পাদ্য অৰ্ঘ দিয়া ॥
আন্তে হন্তে হৈবে মোৰ মনোৰথ সিদ্ধি।
ভৈলন্ত আনন্দ যেন পায়া নৱনিধি ॥ ৫২৬

এহি বুলি অৰ্চ্চা কৰিলন্ত বহুতৰ।
যেন বৃহস্পতিক পূজিলা পুৰন্দৰ ॥
কৰিলন্ত নৃপতি অনেক সম্ভাষণ।
পূজা পায়া ঋষিৰ হৰিষ ভৈল মন ॥ ৫২৭
অযোধ্যাতে ৰহিলন্ত শান্তায়ে সহিত।
যেন দেৱগুৰু স্বৰ্গপুৰে ভৈলা থিত ॥
অনন্তৰে নৃপতি যজ্ঞৰ ঘোৰা আনি।
বিধিৱতে অভিষেক কৰি মহামানী ॥ ৫২৮
ৰথীয়া কটক দিলা লগত অনেক।
মেলি দিয়া ঘোৰাক পালিলা বৰিষেক ॥
বসন্ত প্ৰবেশ ভৈলা গুচিয়া শিশিৰ।
আৰম্ভিলা যজ্ঞ পায়া আদেশ মুনিৰ ॥ ৫২৯
বশিষ্ঠে কহিলা যত যজ্ঞৰ সম্ভাৰ।
অনেক দেশৰ দ্ৰব্য আনিলা অপাৰ ॥
সুমন্ত্ৰ মন্ত্ৰীক দশৰথে আদেশিলা।
অনেক যজ্ঞেৰ দ্ৰব্য সুমন্ত্ৰ আনিলা ॥ ৫৩০
সুৱৰ্ণ ৰজত ৰত্ন অনেক ভাজন।
কস্তুৰী কুঙ্কুম লখি অগৰু চন্দন ॥
মুকুতা প্ৰবাল মণি মাণিক কৰ্পূৰ।
দিব্য বস্ত্ৰ অলঙ্কাৰ আনিলা প্ৰচুৰ ॥ ৫৩১
আনো নানা দ্ৰব্য আনিলন্ত বহুতৰ।
শুভক্ষণে যজ্ঞ আৰম্ভিলা নৃপবৰ ॥
যজ্ঞৰ কথাক শুনি মনত হৰিষি।
অযোধ্যাক আসিলা অনেক মহাঋষি ॥ ৫৩২
কাশ্যপ কপিল কাৰু কণ্ব কাত্যায়ণ।
বামদেৱ দেৱল দুৰ্ব্বাসা তপোধন ॥
ৰাম পৰাশৰ ভৃগু ভাৰ্গৱ গৌতম।
অত্ৰি বিশ্বামিত্ৰ ত্ৰিত মুনি নৰোত্তম ॥ ৫৩৩
মৰীচি চ্যৱন চন্দ্ৰাবিন্দু ভৰদ্বাজ।
আঙ্গিৰস অগস্তি নাৰদ ঋষিৰাজ ॥
সনক সনন্দ কন্দ সনতকুমাৰ।
পুলস্তি পুলহ সনাতন বেদসাৰ ॥ ৫৩৪
আৰ্ষ্টিসেন মুনি মাৰ্কণ্ডেয় সিদ্ধেশ্বৰ।
ইসব প্ৰমুখ্যে মহামুনি নিৰন্তৰ ॥

আসিলা কৌতুকে নৃপতিৰ যজ্ঞস্থান।
দশৰথে সবাকো কৰিলা বহুমান ॥ ৫৩৫
ঋষি ঋষ্যশৃঙ্গ পাচে হুয়া শুদ্ধচিত।
ৰাজাক কৰিলা মহা যজ্ঞত দীক্ষিত ॥
অভিষেক হুয়া ৰাজা পাত্ৰক বৰিলা।
বস্ত্ৰ অলঙ্কাৰ গন্ধ চন্দনে অৰ্চ্চিলা ॥ ৫৩৬
কুশহস্ত হুয়া ৰাজা বিষ্ণুক সুমৰি।
সভাৰ্য্যে বসিলা চিত্ত সাৱধান কৰি ॥
আঠ পাত্ৰ বসিলা ৰাজাৰ অনুক্ৰমে।
যাৰ যেন কাৰ্য্য তাক চিন্তন্ত নিয়মে ॥ ৫৩৭
ঋষ্যশৃঙ্গ মন্ত্ৰ পঢ়ি যজ্ঞ আৰম্ভিলা।
নৃপতিৰ পুত্ৰ হেতু সঙ্কল্প কৰিলা ॥
মন্ত্ৰ পঢ়ি মুনিসমে কৰিলা আহ্বান।
দেৱে সমে পশুপতি আইলা যজ্ঞস্থান ॥ ৫৩৮
বিভাণ্ডে দেখন্ত ঋষ্যশৃঙ্গ নাই ঘৰে।
ধ্যান কৰি তেখনে জানিলা মুনিবৰে ॥
দশৰথ ৰাজা মোৰ নিলেক তনয়।
পুত্ৰ প্ৰয়োজনে যজ্ঞ কৰে মহাশয় ॥ ৫৩৯
ধ্যানে জানি পাচে বিভাণ্ডক মহাঋষি।
অযোধ্যাক আসিলন্ত পৰম হৰিষি ॥
বিভাণ্ডক ঋষিক দেখিয়া নৰেশ্বৰ।
পাদ্য অৰ্ঘ দিয়া তাঙ্ক কৰিলা সাদৰ ॥ ৫৪০
বিভাণ্ডক দেখিয়া সকলে মুনিগণ।
সাদৰিলা বুলি তাঙ্ক মধুৰ বচন ॥
কৰিলন্ত বিভাণ্ডকে প্ৰশংসা ৰাজাক।
পুত্ৰ সমে বসিলন্ত যজ্ঞ কৰিবাক ॥ ৫৪১
কৰন্ত হৰিষে যজ্ঞ যত মুনিগণ।
থানে থানে কৰিলন্ত দ্ৰব্য নিৰূপণ ॥
হুয়া ব্ৰহ্মচাৰী মন সাৱধান কৰি।
ভৈলা শুদ্ধ প্ৰথমতে বিষ্ণু বিষ্ণু স্মৰি ॥ ৫৪২
মূল মন্ত্ৰ উচ্চাৰিয়া ব্ৰাহ্মণসকল।
নিৰন্তৰে উচ্চাৰিলা স্বস্তি সুমঙ্গল ॥
সাঙ্গোপাঙ্গে পূজিলন্ত যজ্ঞ পুৰুষক।
দশৰথ ৰাজা মনে চিন্তয় পুত্ৰক ॥ ৫৪৩
পুত্ৰমন্ত্ৰ জপ ৰাজা কৰে মনে মনে।
অগ্নি সংস্থাপন কৰিলন্ত শুভক্ষণে ॥
অনন্তৰে দ্বিজগণে আহুতি কৰিল।
মুৰুখ মাধৱে আদিকাণ্ড বিৰচিল ॥ ৫৪৪
নমো নমো নাৰায়ণ চৰণত ধৰি।
দশৰথ গৃহে ৰামৰূপে অৱতৰি ॥
নিজগুণে জগতৰ পূৰিলাহা মন।
বোলা ৰাম ৰাম সবে সভাসদগণ ॥ ৫৪৫

——

দশৰথৰ ঘৰত নাৰায়ণৰ চাৰি অংশে জন্ম বৃত্তান্ত

**ছবি**

ৰাজা লঙ্কেশ্বৰে উপদ্ৰৱ কৰে
জিনিয়া এ ত্ৰিভুৱন।
বলে পৰাক্ৰমে ইতিনি লোকত
সম নাহি একোজন ॥
তাৰ পৰাভৱ সহিতে নপাৰি
ত্ৰিদশ দেৱতাগণ।
বাসৱে সহিত একত্ৰে বসিয়া
কৰিলন্ত আলোচন ॥ ৫৪৬
ৰাৱণৰ হন্তে নাহিকে নিস্তাৰ
বিনে দেৱ গদাধৰ।
ব্ৰহ্মায়ে আমাৰ মিলাইলা প্ৰমাদ
ৰাৱণক দিয়া বৰ ॥
ইতিনি লোকত ত্ৰিদশ দেৱত
ৰাৱণ অবধ্য ভৈল।
নৰ বানৰত হৈব সিটো হত
ব্ৰহ্মা বৰ ছিদ্ৰ থৈল ॥ ৫৪৭
পুত্ৰৰ নিমিত্তে কৰে মহাযজ্ঞ
দশৰথ নৃপবৰ।
এহি সময়তে ঈশ্বৰ বিষ্ণুক
পঠাই দিওঁ তান ঘৰ ॥
হেন যুক্তি কৰি ক্ষীৰোদধি তীৰে
গৈলন্ত দেৱতাগণ।

লক্ষ্মী সমন্বিতে ক্ষীৰোদ সাগৰে
আছা প্ৰভু নাৰায়ণ ॥ ৫৪৮
অব্যক্ত স্বৰূপে আছন্ত ঈশ্বৰ
নুহিকে কাৰো গোচৰ।
জয় জয় হৰি বুলি হুলস্থুল
কৰে দেৱ নিৰন্তৰ ॥
নমো নাৰায়ণ জগতকাৰণ
সনাতন লক্ষ্মীপতি।
হুয়োক সদয় প্ৰভু কৃপাময়
কৰোহো পাৱে প্ৰণতি ॥ ৫৪৯
তোমাৰ চৰণে আমি দেৱগণে
শৰণ লৈলো সম্প্ৰতি।
তুমিসি ঈশ্বৰ ইটো জগতৰ
তুমি বিনে নাহি গতি ॥
হুয়ো সুপ্ৰসন্ন দিয়ো দৰশন
গুচোক আমাৰ দুখ।
ত্ৰিদশ সকলে দেখো কৌতূহলে
তোমাৰ প্ৰসন্ন মুখ ॥ ৫৫০
ক্ষীৰ সাগৰৰ তীৰ জুৰি সবে
হৰিক দেখিবো মনে।
জয় জয় হৰি বুলি উচ্চ কৰি
ডাকয় দেৱতাগণে ॥
দেৱৰ কল্লোল জয় জয় ৰোল
শুনিয়া কৃপা মিলিল।
হুয়া দায়াযুত ৰূপ অদভুত
দেৱতাক দেখা দিল ॥ ৫৫১
কোটি এক শশী সূৰ্য্যতো কৰিয়া
শৰীৰৰ জ্যোতি বলে।
আসিল বামক লাগিল চমক
দেখিলা দেৱ সকলে ॥
কৃষ্ণক আকলি ধৰি কৃতাঞ্জলি
মাথাৰ উপৰ কৰি।
কৃষ্ণৰ আগতে পৰি দণ্ডৱতে
ৰৱে জয় জয় হৰি ॥ ৫৫২

সুপ্ৰসন্ন বিধি ভৈল কাৰ্য্যসিদ্ধি
দিলা দেখা নাৰায়ণ।
শ্ৰীমুখ দেখি ভৈলা সবে সুখী
যতেক ত্ৰিদশগণ ॥
যেনৰূপে দেখা দিলন্ত দেৱক
কহিবে কাৰ শকতি।
সৰ্পৰ ফণাত চৰণ থাপিয়া
আছা ত্ৰিজগতপতি ॥ ৫৫৩
সৰ্পৰ ফণাত মণি জ্যোতি কৰে
অৰুণ চৰণ তলে।
সুকোমল পদ্ম কোষক জিনিয়া
চৰণ যুগল জ্বলে ॥
দশো আঙ্গুলিত জ্বলে মনোনীত
ৰত্নৰ উজ্বান্টিচয়।
চন্দ্ৰৰ জ্যোতিক জিনি আতিশয়
নখ মণি প্ৰকাশয় ॥ ৫৫৪
মণি ৰত্নময় নুপুৰ জ্বলয়
চৰণ কমল মাজে।
জঙ্ঘা মনোহৰ উৰু কৰীকৰ
কটিত কিঙ্কিণী বাজে ॥
পাট ভুনি পীত ৰতনে ৰচিত
কঙ্কালত কটিবন্ধ।
জ্বলে মনোহৰ নাভি সৰোবৰ
উদৰ আতি সুচন্দ ॥ ৫৫৫
হৃদয়ে শ্ৰীবৎস দেখি আতি স্বচ্ছ
হাৰ গজ মুকুতাৰ।
ৰত্ন মাণিচয় জ্বলন্তে আছয়
জিলিমিলি পেচন্দাৰ ॥
আপাদলম্বিত গলে বনমালা
ভ্ৰমৰে বেড়িয়া ৰঞ্জে।
কৌস্তুভ মণিৰ প্ৰকাশে প্ৰভাত
সূৰ্য্যৰ জ্যোতিক গঞ্জে ॥ ৫৫৬
নীল মোলানৰ পাবক নিন্দিয়া
শোভে বাহু চাৰিখান।

সুবলি বলিত আজানুলম্বিত
দেখিতে আতি সুঠান ॥
সুৱৰ্ণৰ তাৰ বলয়া কঙ্কণ
সুন্দৰ আঙুলি পান্তি ।
আতি সুবলিত কুৰি আঙুলিত
নখচন্দ্র কৰে কান্তি ॥ ৫৫৭
বাখৰে ৰচিত আঙ্গুঠি শোভিত
কৰে যেন কিশলয় ।
শঙ্খ চক্র গদা পদ্ম চাৰি হাতে
অনুক্রমে প্রকাশয় ॥
উশাসতে আতি চলন্তে আছয়
উদৰত তিনি ৰেখা ।
কষতি সোণাৰ ৰেখা যেন উৰে
লক্ষ্মী দেৱী দিলা দেখা ॥ ৫৫৮
সিংহবন্ধ স্কন্ধ চাৰু কম্বুকণ্ঠ
চিবুক আতি সুন্দৰ ।
বন্দুলি পুষ্পকো নিন্দি প্রকাশয়
অৰুণ চাৰু অধৰ ॥
শৰতৰ পূর্ণ- চন্দ্রকো গঞ্জিয়া
প্রকাশে মুখমণ্ডল ।
ঈষত হসিত অমৃত বৰিষে
দেখি মিলে কৌতূহল ॥ ৫৫৯
মুকুতাৰ শাৰী জিনি দন্তপান্তি
মুখকো আতি ৰঞ্জয় ।
শৰত সুজাত প্রফুল্ল পদ্মকো
নয়নযুগে গঞ্জয় ॥
নাসা তিলফুল যেন প্রকাশয়
সুৱলিত ভ্রুৰ দুইঁ ।
সুসম কপালে তিলক জ্বলয়
পূর্ণচন্দ্রো সম নুই ॥ ৫৬০
চাৰু কম্বুকর্ণে মকৰ কুণ্ডল
কৰে আতি জলমল ।
ৰত্নে বিৰচিত কিৰীটি শিৰত
সূর্য্যৰ যেন মণ্ডল ॥

কুটিল কুণ্ডল অলকাৰ পংক্তি
কান্তি কৰে কপালত ।
প্রমত্ত ভ্রমৰে যেন মধুপান
কৰে পৰি কমলত ॥ ৫৬১
শিৰৰ উপৰে চূড়ামণি জ্বলে
সূর্য্য যেন মূর্ত্তি ধৰি ।
শ্যাম শৰীৰক সজল জলদ
কদাচিতো নুহি সৰি ॥
পীতবস্ত্র যেন সজল মেঘত
বিজুলী ভৈল সুথিৰ ।
কোটি কন্দর্পকো দর্পচূৰ কৰি
জ্বলন্তে আছে শৰীৰ ॥ ৫৬২
পদ্মপত্র সম দুখানি চৰণ
ৰাজহংস গতি ধীৰ ।
ঈষত হসিত মুখচন্দ্র জ্বলে
বচন আতি গম্ভীৰ ॥
অমৃত কোটিত কৰিয়া সন্তোষ
সাগৰ কোটি গম্ভীৰ ।
কোটি হেমৱন্ত গিৰিত কৰিয়া
দেখয় আতি সুথিৰ ॥ ৫৬৩
কোটি কোটি মহা মহেন্দ্রত কৰি
শ্ৰী আতি চমৎকাৰ ।
হেনয় ৰূপক দেখিয়া দেৱৰ
আনন্দৰ নাহি পাৰ ॥
নমো নাৰায়ণ দেৱ সনাতন
তুমি অনাথৰ নাথ ।
কৰা মোক দায়া কৃপাদৃষ্টি চায়া
মায়া এৰা জগন্নাথ ॥
নামৰ আভাস মাত্রকে তাৰিলা
মহাপাপী অজামিল ।
ভক্তবেসে মাত্রে পূতনাকো মোক্ষ
দিলা দেৱ দয়াশীল ॥ ৫৬৪
এতেক জানিয়া তোমাৰ চৰণে
শৰণ কৰিলো সাৰ ।

কেৱল তোমাৰ চৰণ পঙ্কজে
থাকোক ৰতি আমাৰ ॥
তোমাৰ ভৃত্যৰ ভৃত্যৰ ভৃত্যৰ
ভৃত্য বুলি ধৰা মোক।
তেজি আন কাম বোলা ৰাম ৰাম
যত সমাজিক লোক ॥ ৫৬৫

পদ

অনন্তৰে সৰ্পৰ নামিলা নাৰায়ণ।
দেৱক সমুখে বসিলন্ত পদ্মাসন ॥
হাতৰ পদ্মক লক্ষ্মী থৈলন্ত কোলাত।
তাহাৰ উপৰে থাপিলন্ত দুই হাত ॥ ৫৬৬
দুই পাদপদ্ম তাতে থাপিলন্ত হৰি।
স্বামীৰ চৰণে দেৱী ধৰিলা সাদৰি ॥
লক্ষ্মীৰ হাতৰ শাখা জ্যোতি আতি কৰে।
প্ৰকাশে চৰণ সেই শাখাৰ উপৰে ॥ ৫৬৭
অব্যক্ত ঈশ্বৰ হৰি ভৈলন্ত সাক্ষাত।
দেখি ব্ৰহ্মা আদি দেৱে কৰি যোৰহাত ॥
অৱনত মাথে স্তুতি কৰে দেৱগণ।
ত্ৰাহি ত্ৰাহি হৰি লৈলো তোমাত শৰণ ॥ ৫৬৮
তুমি বিনে আমাৰ নাহিকে আন গতি।
চৰাচৰ জগতৰ তুমি এক পতি ॥
সৃষ্টিৰ আদিতে থাকা তুমিসে কেৱল।
পুনু স্ৰজিবাক যেৱে ভৈলা কৌতুহল ॥ ৫৬৯
কটাক্ষে কৰিয়া প্ৰকৃতিক সচেতন।
কোটি কোটি ব্ৰহ্মাণ্ড স্ৰজাহা নাৰায়ণ ॥
অন্তৰ্য্যামীৰূপে তাতে প্ৰবেশিয়া হৰি।
কৰাহা বিহাৰ নানাবিধ ৰূপ ধৰি ॥ ৫৭০
ব্ৰহ্মাৰূপ ধৰি স্ৰজা ইতিনি ভুৱন।
বিষ্ণুৰূপ ধৰি কৰা সৃষ্টিক পালন ॥
ৰুদ্ৰৰূপ ধৰি কৰা আপুনি সংহাৰ।
এহি মহা মোক্ষ লীলা কৌতুক তোমাৰ ॥ ৫৭১
মায়াৰ অধীন আমি জীৱ নিৰন্তৰ।
তুমিসে কেৱল মাত্ৰ মায়াৰ ঈশ্বৰ ॥
মায়ায়ে মোহিত হুয়া আমি জীৱ যত।
তোমাৰ মূৰ্ত্তিৰ কেহো নজানোহো তত্ত্ব ॥ ৫৭২
কেৱলে তোমাৰ পাৱে পশিয়া শৰণ।
তযু গুণ নাম কৰে শ্ৰৱণ কীৰ্ত্তন ॥
সেহিসে মহন্তে জানে তযু ব্যৱহাৰ।
মোক্ষকো এৰিয়া ভজে চৰণ তোমাৰ ॥ ৫৭৩
কোন বেলা কোন ৰূপে কৰা কোন কৰ্ম্ম।
ব্ৰহ্মায়ে বুজিবে নপাৰন্ত তাৰ মৰ্ম্ম ॥
আন কোনে বুজিবেক তোমাৰ লীলাক।
বেদে নপাৰন্ত কহি সীমা কৰিবাক ॥ ৫৭৪
নিত্য নিৰঞ্জন তুমি অনাদি অনন্ত।
কালমায়াদিৰো তুমি প্ৰভু ভগৱন্ত ॥
অনন্ত বিভূতিপতি মুকুতিদায়ক।
বেদবিধায়ক এক জগতনায়ক ॥ ৫৭৫
সুখ-দুখদাতা দীন দৰিদ্ৰবৎসল।
তুমিসে সমস্তে জগতৰে সুমঙ্গল ॥
নিজানন্দ লাভে পূৰ্ণ সত্য সনাতন।
কাৰণৰো কাৰণ তুমিসে অকাৰণ ॥ ৫৭৬
নাহিকে কাহাতো প্ৰভু প্ৰাৰ্থনা তোমাৰ।
তুমি পুনু কৰা জগতকে উপকাৰ ॥
সংসাৰত নাহিকে তোমাৰ অবিদিত।
জগতৰে হিত তুমি চিন্তা প্ৰতিনিত ॥ ৫৭৭
নলৱয় জীৱে যেৱে তোমাত শৰণ।
তাৱত নেৰাৰে জীৱে উৎপতি মৰণ ॥
নানা পাপ পুণ্য কৰি নানা দেহ ধৰি।
ফুৰে নানা সুখ দুখ ফল ভোগ কৰি ॥ ৫৭৮
তুমি অজ নাহি দেৱ জনম তোমাৰ।
লীলায়ে ধৰাহা নানাবিধ অৱতাৰ ॥
মহন্তক পালা ধৰ্ম্মপথ ৰক্ষা কৰি।
কৰাহা বিনাশ দুষ্ট দুৰ্জ্জনক হৰি ॥ ৫৭৯
তুমি কাল মূৰ্ত্তি সৰ্ব্ব সংহাৰকাৰণ।
তুমি চৰাচৰ গুৰু জগততাৰণ ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষদাতা তুমি দেৱ।
তুমি বিনে সংসাৰত সাৰ নাহি কেৱ ॥ ৫৮০

নিজ যোগবলে প্ৰকৃতিৰ গুণ তিনি।
আপোনাতে আপোনাক স্ৰজাহা আপুনি ॥
আপুনি পালাহা কৰা আপুনি সংহাৰ।
আপুনি ঈশ্বৰ তুমি আপুনি সংসাৰ ॥ ৫৮১
কালৰ হাতত ৰক্ষাকৰ্ত্তা নাহি আন।
তুমিসে কেৱল মাত্ৰ বিশ্ৰামৰ থান ॥
এক মূৰ্ত্তি নানা মূৰ্ত্তি নানা মূৰ্ত্তি এক।
তোমাত জগত তুমি তাত ব্যতিৰেক ॥ ৫৮২
তুমি প্ৰাণ মন মুখ চক্ষু কৰ্ণ নাসা।
তোমাতেসে সকল জগতে কৰে বাসা ॥
অন্তৰ্য্যামীৰূপে তুমি জগত আধাৰ।
প্ৰৱৰ্ত্তায়া যতেক জীৱৰ ব্যৱহাৰ ॥ ৫৮৩
তোমাৰ মুখত চাৰি বেদ উপজিল।
ব্ৰহ্মা আদি দেৱৰ নিয়ম নিয়োজিল ॥
তোমাত উপজি বেদে তোমাকেসে কয়।
মায়ায়ে মোহিত জীৱে তাক নেদেখয় ॥ ৫৮৪
নানা কাৰ্য্য কৰ্ম্ম ধৰ্ম্ম কৰয় প্ৰৱৰ্ত্তি।
ফুৰে সংসাৰত সেহি কামে হুয়া বন্দী ॥
সাধুসঙ্গ লৈয়া যাৰে নভজে তোমাক।
তাৰত নপাৱে কৰ্ম্মবন্ধ এৰাইবাক ॥ ৫৮৫
এতেকেসে এক চিত্ত কৰি দেৱগণে।
তোমাৰ চৰণে আসি পশিলো শৰণে ॥
কৰিয়ো কৰুণা মাত্ৰ একলেশ মান।
ত্ৰিদশ দেৱৰ হৌক দুখ পৰিত্ৰাণ ॥ ৫৮৬
নমো নাৰায়ণ সৰ্ব্বজন অধিপতি।
নমো দয়াশীল দেৱ অগতিৰ গতি ॥
নমো দামোদৰ ব্ৰহ্মময় কলেৱৰ।
নমো বিঘ্নহৰ নমো কৃপাৰ সাগৰ ॥ ৫৮৭
নমো নমো ত্ৰিভুৱনপতি মহাদেৱ।
নমো নমো সদা ত্ৰিজগতে কৰে সেৱ ॥
নমো বাসুদেৱ নমো সৰ্ব্বৰূপধৰ।
প্ৰকৃতিত পৰ নমো নমো যোগেশ্বৰ ॥ ৫৮৮
নমো শুদ্ধ বুদ্ধ নিত্য নিৰঞ্জন কায়া।
হুয়ো সুপ্ৰসন্ন ত্ৰিদশক কৰা দায়া ॥

নজানোহো স্তুতি নতি প্ৰণতি তোমাৰ।
জয় জয় হৰি হেৰা গোচৰ আমাৰ ॥ ৫৮৯
এহিমতে দেৱে স্তুতি কৰিল বিস্তৰ।
শুনিয়া সন্তুষ্ট ভৈলা ত্ৰৈলোক্য ঈশ্বৰ ॥
ত্ৰিদশ দেৱৰ দুখ দেখি বিপৰীত।
দায়া ৰসে পৰম প্ৰসন্ন ভৈলা চিত ॥ ৫৯০
মেঘৰ গম্ভীৰ ধ্বনি মাতিলা হৰিষে।
দেৱৰ শৰীৰে যেন অমৃত বৰিষে ॥
হে ব্ৰহ্মা শুনিয়োক বচন আমাৰ।
কেনে এত বৰ দুখ মিলিল তোমাৰ ॥ ৫৯১
মিলিল পৰম দুখ তোমাৰ বাসৱ।
শুনা যম তযু কেনে ভৈল পৰাভৱ ॥
বৰুণ তোমাৰ নাগপাশ কোনে নিল।
শুনা সূৰ্য্য তযু তেজ কেমনে হৰিল ॥ ৫৯২
কেনে শশধৰ তুমি ভৈলা কান্তিহীন।
ধৰ্ম্ম কেনে তোমাৰ শৰীৰ ভৈল ক্ষীণ ॥
কি শোকে সুথিৰ গতি ভৈলা হুতাশন।
ভৈলা মন্দগতি তুমি কিমতে পৱন ॥ ৫৯৩
কিয় বসুমতী সতী কৰাহা বিলাপ।
কমন দুৰ্জ্জনে দিলে তোমাক সন্তাপ ॥
সাগৰ সুথিৰ বেগ ভৈলা কি কাৰণ।
কুবেৰ দৰিদ্ৰ ভৈলা কোনে নিলে ধন ॥ ৫৯৪
ষড় ঋতু কিবা হেতু ভৈলা বিপৰ্য্যয়।
কমনে বিৰূপ ভৈলা বিদ্যাধৰচয় ॥
স্বৰহীন গন্ধৰ্ব্ব ভৈলাহা কি কাৰণ।
কি হেতু কাতৰ ভৈলা নৱগ্ৰহগণ ॥ ৫৯৫
ভৈলাহা স্বতন্ত্ৰ পূজা এৰি কিবা কাজ।
কমনে প্ৰমাদ ভৈলা ত্ৰিদশৰ মাজ ॥
কহিয়োক সবে মোত স্বৰূপ বচন।
তোমাসাৰ বৰ কিবা সাধো প্ৰয়োজন ॥ ৫৯৬
বিষ্ণুৰ বচন শুনি হৰিষ মিলিল।
সবে দেৱগণে বৃহস্পতিক বুলিল ॥
ৰাৱণৰ চৰিত্ৰ কহিয়ো বৃহস্পতি।
মিলাই আছে জগতৰ যিমত বিপত্তি ॥ ৫৯৭

শুনি দেৱগুৰু ত্ৰিদশৰ বচনক।
কৃতাঞ্জলি হুয়া চাহি কৃষ্ণ চৰণক ॥
বুলিবাক লৈলা কৰি সুমধুৰ বাণী।
শুনিয়োক পৰম ঈশ্বৰ চক্ৰপাণি ॥ ৫৯৮
ত্ৰিভুৱনে নাহিকে তোমাৰ অবিদিত।
তথাপিতো তযু আগে কহিবে উচিত ॥
তোমাত জনাইলে দুখ হৈব নিবাৰণ।
এহি হেতুতেসে যত যত মহাজন ॥ ৫৯৯
আপোনাৰ সুখ দুখ তোমাত অৰ্পন্ত।
সৰ্ব্ব কৰ্ত্তা বুলি মনে তোমাক ভাৱন্ত ॥
এতেকে কহিবো যেনে দেৱৰ দুৰ্গতি।
বেদ বিশ্বশ্ৰবা পুত্ৰ ৰাৱণ দুৰ্ম্মতি ॥ ৬০০
ৰাক্ষসৰ কুলে নিকষাত জাত ভৈল।
ঘোৰ তপ কৰিয়া ব্ৰহ্মাত বৰ লৈল ॥
সুৰাসুৰ লোকত অবধ্য কলেৱৰ।
ত্ৰিভুৱন জিনি পীড়া কৰে লঙ্কেশ্বৰ ॥ ৬০১
সি কাৰণে দেৱে দুখ পাৱে বিপৰীত।
নানা ৰত্ন সাগৰে যোগাৱে প্ৰতি নিত ॥
পুষ্পক বিমান কাঢ়ি আনি কুবেৰৰ।
সেহি ৰথে চড়ি ফুৰে বীৰ লঙ্কেশ্বৰ ॥ ৬০২
হুয়া বিপৰ্য্যয় ষড় ঋতু নিৰন্তৰে।
সঙ্কোচিত ভাৱে ৰাৱণক সেৱা কৰে ॥
ৰাৱণত হন্তে আতি পায়া পৰাভৱ।
বিদ্যাধৰী অপেস্বৰী যোগান্ত বাসৱ ॥ ৬০৩
থান মাঞ্জি থাকন্ত পৱন মহাভাগে।
চন্দ্ৰে ছত্ৰ ধৰি যান্ত ৰাৱণৰ আগে ॥
নপান্ত কৰিবে যজ্ঞ মুনি নিৰন্তৰে।
ৰাক্ষসক পঠাই ৰুধিৰ বৃষ্টি কৰে ॥ ৬০৪
ভয়ে নৱগ্ৰহে ভোগ তেজিলেক সৰ্ব্ব।
নৃত্য গীত কৰি তথা থাকয় গন্ধৰ্ব্ব ॥
কতেক কহিবো প্ৰভু তোমাৰ আগত।
কোন দেৱে লাজ নাহি পাৱে ৰাৱণত ॥ ৬০৫
হৰি নিলে ৰাৱণে পাইলেক যাৰ যত।
কাহাৰো নাহিকে আৰ কাৰ্য্য বিষয়ত ॥
সমস্তৰে সম্পত্তি ৰাৱণে হৰি নিল।
অধম ৰাক্ষসে দেৱতাক বিড়ম্বিল ॥ ৬০৬
নীচ জনে উত্তমক পীড়য় অধিক।
আমাৰ উত্তম জন্ম আছো ধিক্ ধিক্ ॥
শুনি বৃহস্পতিৰ বচন দামোদৰ।
কৃপায় হাসিয়া হৰি দিলন্ত উত্তৰ ॥ ৬০৭
হে বৃহস্পতি কহ কহ ভাল কৰি।
এহি বুলি পুনু মাতিলন্ত দেৱহৰি ॥
মোৰ পাৰিষদ বুলি কেহো নজানয়।
নীচ বুলি আতিশয় গৰিহা কৰয় ॥ ৬০৮
কোটি এক দেৱে ৰাৱণক নোহে সম।
সেহি ভৈল অধম কোন আছয় উত্তম ॥
এতেকেসে উচ্চ কৰি হাসিলা ঈশ্বৰে।
সাগৰৰ উৰ্ম্মিক ঢাকিলা সেহি স্বৰে ॥ ৬০৯
হৰিৰ হাসিত শোভা কৰিল বদন।
মুকুতাৰ জ্যোতি জিনি প্ৰকাশে দশন ॥
বুলিলন্ত বচন শব্দ অনুপাম।
সেহি শব্দে চাৰি পদে ভৈলা শ্লোক নাম ॥ ৬১০
জানিলোহো বৃহস্পতি দুখ তোমাসাৰ।
ৰাক্ষস ৰাৱণে দুখ দিলেক অপাৰ ॥
নীচ হুয়া উত্তম দেৱক পীড়িলেক।
অধমৰ পৰাভৱ লভিয়া অনেক ॥ ৬১১
প্ৰজ্বলিত হুয়া আছে ৰাৱণ প্ৰখৰ।
পৰম আকুল চিত্ত কৰিলা দেৱৰ ॥
শুক্ৰে সমে উপায় কৰিয়া বলিৰায়।
পূৰ্ব্বে স্বৰ্গপদ লৈলা ইন্দ্ৰক খেদাই ॥ ৬১২
সিকালে আপুনি ভৈলো সহায় ইন্দ্ৰৰ।
বলিক পাতালে নিলো খেদায়া স্বৰ্গৰ ॥
ইবাৰ ইন্দ্ৰক পীড়া কৰে লঙ্কানাথ।
অস্ত্ৰে হানি তাহাৰ কাটিবো দশ মাথ ॥ ৬১৩
হুয়াছে প্ৰচণ্ড বৰ লভিয়া ব্ৰহ্মাত।
ত্ৰিদশ দেৱক মোৰ কৰে উতপাত ॥
কাটিবোহো শিৰ কৰি দাৰুণ প্ৰহাৰ।
তেৱে গুলগুলি মোৰ গুচিব হিয়াৰ ॥ ৬১৪

দশদিগপালৰ সাধিবো প্ৰতিকাৰ।
ত্ৰিভুৱন লোকক পীড়িল দুৰাচাৰ ॥
যিহেতু সহিছো উপদ্ৰৱ ৰাৱণৰ।
শুনা বৃহস্পতি তাৰ স্বৰূপ উত্তৰ ॥ ৬১৫
মহাদুখে হৰক আৰাধি লঙ্কেশ্বৰ।
আপোন ইচ্ছায়ে মাগি লৈয়া আছে বৰ ॥
সুৰাসুৰে জিনিবাক নপাৰয় আনে।
অজৰ অমৰ মহেশৰ বৰদানে ॥ ৬১৬
ব্ৰহ্মাক আৰাধি সিটো আৰো বৰ লৈলা।
মানুষে মাৰিবে ব্ৰহ্মা বৰছিদ্ৰ থৈলা ॥
তাৰ বধ হেতু মানুষত হৈবো জাত।
দশৰথ ৰাজা সূৰ্য্যবংশত প্ৰখ্যাত ॥ ৬১৭
দেৱতাৰ প্ৰয়োজনে চাৰি ৰূপ ধৰি।
দশৰথ গৃহে উপজিবো নিষ্ঠ কৰি ॥
তপস্বীৰ বেশে দেৱকাৰ্য্যক সাধিবো।
দুৰাচাৰ ৰাৱণক সবংশে বধিবো ॥ ৬১৮
ৰাৱণৰ দশ মাথ কাটিবো উৎসুকে।
আকাশতে থাকি সবে দেখিবা কৌতুকে ॥
মোৰ ক্ৰীড়া হেতু দেৱগণ আছা যত।
ছদ্মৰূপে উতপতি হৈবা বানৰত ॥ ৬১৯
শুনি ত্ৰিদশৰ মহা হৰিষ মিলিল।
বজায়া দুন্দুভি নৃত্য কৰিবে লাগিল ॥
মাধৱে বোলন্ত সবে লৈয়ো পৰমাণ।
দশৰথ নৃপতিৰ যাহা যজ্ঞস্থান ॥ ৬২০
অদ্ভুত পুৰুষ সাজি দিলা নাৰায়ণ।
হাতে ধৰি পায়স সকলে দেৱগণ ॥
ভৈলো পৰিত্ৰাণ মনে আনন্দ গিলিল।
হৰিক প্ৰণামি যজ্ঞথানক চলিল ॥ ৬২১
সেহি সময়ত লক্ষ্মী বুলিলন্ত বাণী।
মোক কিবা আজ্ঞা হয় প্ৰভু চক্ৰপাণি ॥
দশৰথ গৃহে তুমি হৈবা উতপন।
আমি কৈত উপজিবো বুলিয়ো বচন ॥ ৬২২
শুনিয়া কৌতুকে বুলিলন্ত দামোদৰ।
আছন্ত জনক ৰাজা মিথিলা নগৰ ॥
আচৰন্ত ৰাজা ঋষি ধৰ্ম্ম নিৰন্তৰে।
অযোনিকা হুয়া থাকিবাহা তান ঘৰে ॥ ৬২৩
এহি বুলি অন্তৰ্দ্ধান ভৈলা দেৱহৰি।
দেৱগণে মাধৱৰ আজ্ঞা শিৰে ধৰি ॥
দশৰথ ৰাজাৰ যজ্ঞৰ থানে গৈলা।
ব্ৰহ্মা সমন্বিতে সবে আকাশতে ৰৈলা ॥ ৬২৪
কৰে যজ্ঞ নৃপতি পুত্ৰক একচিতে।
মহা পুষ্পবৃষ্টি আসি ভৈলা আচম্বিতে ॥
তাক দেখি হৰিষ ভৈলন্ত সৰ্ব্বজন।
ৰাজাৰ দক্ষিণ বাহু স্পন্দে ঘনে ঘন ॥ ৬২৫
দক্ষিণ নয়ন স্পন্দে দক্ষিণ হৃদয়।
পুত্ৰ হৈব হেন নৃপতিৰ মনে লয় ॥
পৰম আনন্দ ভৈল হৃদয়ত জাত।
সুগন্ধ চম্পক মালা পিন্ধিয়া মাথাত ॥ ৬২৬
অগৰু চন্দন শুক্লবস্ত্ৰ পিন্ধি গাৱে।
নানা দ্ৰব্যে দেৱক পূজন্ত সৰ্ব্বভাৱে ॥
নানা সুমঙ্গল বাদ্য বাজন বাৰয়।
শুভ হেতু সৰ্ব্বজনে কৰে জয় জয় ॥ ৬২৭
পুত্ৰমন্ত্ৰ জপ ৰাজা কৰে মনে মন।
সুমঙ্গল জপন্ত সকল মুনিগণ ॥
মুখ্য খষ্যু মুনিগণে বহ্নিত হুনন্ত।
পিঙ্গল আকৃতি বহ্নিকুণ্ডত জ্বলন্ত ॥ ৬২৮
অদ্ভুত পুৰুষ হাতে পায়স লৈলন্ত।
যজ্ঞৰ কুণ্ডৰ গৈয়া ভিতৰ ভৈলন্ত ॥
আকাশত থাকি ব্ৰহ্মা বুলিলা বচন।
ৰাজাৰ বাঞ্ছিত সিদ্ধি হৈব মুনিগণ ॥ ৬২৯
কৰিয়োক পূৰ্ণাহুতি কুণ্ডৰ বহ্নিত।
উঠিবেক আতি দিব্য পায়স অমৃত ॥
পৰম সাদৰে দশৰথে তাঙ্ক নিব।
মহাদই সমস্তক বিবৰ্ত্তিয়া দিব ॥ ৬৩০
তেৱে চাৰি পুত্ৰ হৈব বিষ্ণু অৱতাৰ।
কৰিৱন্ত বংশ সমে ৰাজাক উদ্ধাৰ ॥
এহি বুলি ব্ৰহ্মা নিজথানে চলি গৈলা।
অদ্ভুত শুনিয়া মুনিগণ ৰঙ্গ ভৈলা ॥ ৬৩১

ঋষ্যশৃঙ্গে পূৰ্ণাহুতি বহ্নিত দিলন্ত ।
কুণ্ড মধ্য হন্তে পুৰুষেক উঠিলন্ত ॥
সুন্দৰ আকৃতি আতি বিষ্ণু সমসৰ ।
দিব্য বস্ত্র অলঙ্কাৰে শোভে কলেৱৰ ॥ ৬৩২
মাথাত পিঙ্গট জটা শৰীৰ পিঙ্গল ।
শৰদ গম্ভীৰ অনু প্ৰকাশে উজ্জ্বল ॥
সম্পূৰ্ণ পায়স-পাত্ৰ হাতে আছে ধৰি ।
ঋষ্যশৃঙ্গ হাতে পাচে দিলন্ত সাদৰি ॥ ৬৩৩
ৰঙ্গে ঋষ্যশৃঙ্গে লৈলা দুই হাত পাতি ।
অদ্ভুত পুৰুষে বাক্য বুলিলন্ত মাতি ॥
সুৱৰ্ণৰ পাত্ৰত পায়স থৈব ভৰি ।
তিনি মহাদই ভুঞ্জিৱন্ত ভাগ কৰি ॥ ৬৩৪
তিনিত হৈবেক চাৰি তনয় ৰাজাৰ ।
সাক্ষাতে হৈৱন্ত নাৰায়ণ অৱতাৰ ॥
সাধিৱন্ত জগতৰ পৰম কল্যাণ ।
এহি বুলি অদ্ভুত ভৈলন্ত অন্তৰ্দ্ধান ॥ ৬৩৫
অদ্ভুতৰ কথা শুনি মহামুনিগণে ।
বসিলা পায়স লৈয়া হৰিষ বদনে ॥
ঋষ্যশৃঙ্গ মুনি মহাযজ্ঞ সমাপিলা ।
দশৰথ ৰাজা ঋষিগণক অৰ্চ্চিলা ॥ ৬৩৬
বস্ত্র অলঙ্কাৰ পুষ্প চন্দনে ভুষিলা ।
বহুবিধ ৰত্ন দিয়া মন সন্তোষিলা ॥
দিলা ৰাজা দক্ষিণা সুৱৰ্ণ একেকোটি ।
মুনিসবে আশীৰ্ব্বাদ দিলা মনতুষ্টি ॥ ৬৩৭
ৰজত বত্ৰিশ কোটি দিলা দশৰথ ।
আশীৰ্ব্বাদ পায়া পূৰ্ণ ভৈল মনোৰথ ॥
ৰাজা প্ৰজা দুখী ভিক্ষু যতেক আছিল ।
অন্নে-পানে নানা দানে সবাকো তুষিল ॥ ৬৩৮
ৰাজাৰ যজ্ঞক কৰি প্ৰশংসা অশেষ ।
ৰাজা প্ৰজা মুনিগণ চলি গৈলা দেশ ॥
পাচে ঋষ্যশৃঙ্গ মুনিৰাজক নৃপতি ।
অনেক প্ৰকাৰে পুজি কৰিলা ভকতি ॥ ৬৩৯
স্তুতি নতি প্ৰণতি কৰিয়া বহুমান ।
শান্তা সমন্বিতে পঠাই দিলা নিজথান ॥

কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাৰ পায়স ভক্ষণ
আৰু ৰাম, লক্ষ্মণাদি চাৰি ভাতৃৰ জন্ম ।

পায়া ৰাজা পায়স হৰিষ বিপৰীত ।
দেৱে যেন সাগৰত পাইলন্ত অমৃত ॥ ৬৪০
জগত দুৰ্ল্লভ ইটো পায়স সাক্ষাত ।
চাৰি অংশে বিষ্ণু তেজ আছয় ইহাত ॥
দুই ভাগ পায়স কৰিয়া মহাৰাজ ।
দুই চৰু লৈয়া গৈলা অন্তঃপুৰ মাজ ॥ ৬৪১
কৌশল্যা কৈকেয়ী দুই মহাদৈক দিল ।
পায়স ভুঞ্জিতে ৰাজা দুইহাঙ্কো বুলিল ॥
ইহাক ভুঞ্জিলে হৈবে উত্তম সন্ততি ।
চাৰি অংশে বিষ্ণু আসি হৈব উতপতি ॥ ৬৪২
পায়সৰ পৰম মহিমা শুনি আতি ।
সাদৰে লৈলন্ত দুয়ো জনে হাত পাতি ॥
হৰিষে খোজন্ত দুয়ো পায়স ভুঞ্জিত ।
সুমিত্ৰা আসিয়া দুইৰো আগে ভৈলা থিত ॥ ৬৪৩
কিবা খাহা বাই বুলি পুছিলা বিনয় ।
শুনি কৌশল্যাৰ দায়া ভৈল আতিশয় ॥
কৈকেয়ীক বুলিলন্ত কৌশল্যা সুন্দৰী ।
সুমিত্ৰাক নিদি আমি খাইবো কেন কৰি ॥ ৬৪৪
পাচে বুলিলন্ত নৃপতিৰ বিদ্যমান ।
সুমিত্ৰাক দিবে আজ্ঞা কৰা কিছুমান ॥
হাসিলা নৃপতি কৌশল্যাৰ বাণী শুনি ।
সুমিত্ৰাকো দিবে আজ্ঞা দিলা মহামানী ॥ ৬৪৫
পাচে আসি বশিষ্ঠে দিলন্ত শুভক্ষণ ।
শুদ্ধ হুয়া কৰিবন্ত পায়স ভক্ষণ ॥
চাৰি অংশে বিষ্ণু আসি হৈব অৱতাৰ ।
ভুঞ্জিব পায়স কৰি মঙ্গল আচাৰ ॥ ৬৪৬
বশিষ্ঠৰ বচন শুনিয়া তিনি জনে ।
আচৰি মঙ্গল শুদ্ধ হুয়া শুভক্ষণে ॥
পায়স ভুঞ্জিবে বসিলন্ত ভিন্নে ভিন্নি ।
ৰাজ আজ্ঞা পাইলা আগে দুই সতিনী ॥ ৬৪৭
পাচে সুমিত্ৰাক প্ৰতি আদেশ কৰিল ।
আগে দুই ভাগ দুই মহাদৈক দিল ॥

কৌশল্যা কৈকেয়ী পাচে দুই পটেশ্বৰী।
আপোনাৰ ভাগ দুয়ো দুই ভাগ কৰি ॥ ৬৪৮
সুমিত্ৰাক দুই ভাগ দিলা ৰঙ্গ মনে।
নিবন্ধন বাক্য বুলিলন্ত দুই জনে ॥
শুনিবি সুমিত্ৰা তই আমাৰ উত্তৰ।
আপুনি নিদিল তোক ভাগ নৃপবৰ ॥ ৬৪৯
আমিসে স্নেহত ভাগ দিলো তোক জান।
এতেকেসে বোলো আমি বচন বন্ধন ॥
যাৰ ভাগহন্তে তোৰ যিটো পুত্ৰ হয়।
আমাৰ পুত্ৰৰ হৈব সহায় নিশ্চয় ॥ ৬৫০
শুনি সুমিত্ৰাৰ ভৈল হৰিষ মনত।
বোলন্ত বিনয় ভাৱে দুয়োৰো আগত ॥
শুনা দুয়ো জন বোলো স্বৰূপ বচন।
হোৱে যেৱে মোৰ দুই পুত্ৰ উতপন ॥ ৬৫১
হৈবেক সেৱক তোৰা দুইৰো তনয়ৰ।
শুনিয়া কৌতুক বৰ ভৈলা দুইহান্তৰ ॥
অনন্তৰে তিনি জনে পখালিলা পাৱ।
ধৌত বস্ত্ৰ পিন্ধি ভৈলা পৱিত্ৰ স্বভাৱ ॥ ৬৫২
আপোনাৰ ভাগ সবে লৈয়া ৰঙ্গমনে।
পায়স ভোজন কৰিলন্ত তিনি জনে ॥
পাচে পুষ্পশয্যাত শুতিলা তিনি সতা।
শুভলগ্নে অন্তঃপুৰে গৈলন্ত নৃপতি ॥ ৬৫৩
অনুক্ৰমে প্ৰবেশিলা তিনিৰো শয্যাত।
পুত্ৰকাম বিভাগে কৰিলা ৰেতঃপাত ॥
নিদ্ৰা অচেতনে তিনি দেৱীয়ে আছন্ত।
স্বপনত তিনিয়ো দেখিল ভগৱন্ত ॥ ৬৫৪
শঙ্খ চক্ৰ গদা পদ্ম চাৰি অস্ত্ৰ ধৰি।
স্বপ্নে তিনি মহাদৈক দেখা দিলা হৰি ॥
গৰুড়ৰ দুই পাখা জ্বলে সুৱৰ্ণৰ।
তাহান স্কন্ধত বসি আছে দামোদৰ ॥ ৬৫৫
মহা মেঘখণ্ড যেন মেৰুৰ উপৰে।
দিশপাশ প্ৰকাশি শৰীৰ জ্যোতি কৰে ॥
পীতবস্ত্ৰ জ্বলে আতি শ্যাম শৰীৰত।
স্থিৰ বিদ্যুতিকা যেন প্ৰকাশে মেঘত ॥ ৬৫৬

গলে বনমালা মণি কৌস্তুভ কণ্ঠত।
ৰত্ন উড়িয়ানি জ্বলে কটি প্ৰদেশত ॥
পূৰ্ণ শশধৰ ৰুচি প্ৰসন্নবদন।
প্ৰফুল্ল পঙ্কজ জিনি শোভয় নয়ন ॥ ৬৫৭
শ্যাম শৰীৰত শোভে ৰত্ন অলঙ্কাৰ।
নিৰ্ম্মল গগনে যেন তাৰা জাতিস্কাৰ ॥
গৰুড়ৰ স্কন্ধে জ্বলে পাদপদ্ম দুই।
শৰতৰ নিৰ্ম্মল পঙ্কজো সম নুই ॥ ৬৫৮
কটাক্ষ হাসিত যেন অমৃত বৰিষে।
তিনি মহাদৈই আছন্ত হৰিষে ॥
হৈব অৱতাৰ হেন দেখাই স্বপ্নত।
কৰিলন্ত স্নান হৰি সাগৰ জলত ॥ ৬৫৯
তিনিৰো আগতে পাচে ভৈলা অন্তৰ্দ্ধান।
স্বপ্নত হৰিক দেখিয়া বিদ্যমান ॥
স্নান দান কৰিলন্ত উঠি প্ৰভাতত।
কহিলা স্বৰূপ কথা ৰাজাৰ আগত ॥ ৬৬০
বিপৰীত স্বপন দেখিলা তিনি জনে।
হৈবা হৰি পুত্ৰ ৰাজা জানিলন্ত মনে ॥
পাচে নাৰায়ণ আসি চাৰি মূৰ্ত্তি ধৰি।
তিনি মহাদৈৰ গৰ্ভে প্ৰবেশিলা হৰি ॥ ৬৬১
ধৰিলন্ত গৰ্ভ একেবাৰে তিনিজন।
সূৰ্য্যৰ সদৃশ গৰ্ভ কৰয় প্ৰসন্ন ॥
গৰ্ভৰ প্ৰকাশে প্ৰকাশয় তিনি নাৰী।
চক্ষুক তাড়য় ৰূপে চাহিতে নপাৰি ॥ ৬৬২
ঈশ্বৰ কৃষ্ণৰ তেজ বাঢ়য় গৰ্ভত।
গৰ্ভভাৰে তিনি হুয়া আছে অশকত ॥
তেজোময় গৰ্ভ আতি দেখিতে উজ্জ্বল।
বিষ্ণুপুত্ৰ হৈবন্ত ৰাজাৰ কৌতূহল ॥ ৬৬৩
যেতিক্ষণে যিবা বস্তু খোজয় খাইবাক।
হৰিষে নৃপতি তেতিক্ষণে দেয় তাক ॥
পঞ্চম মাসত চায়া দিন শুভক্ষণ।
ঘৃত মধু পঞ্চামৃত কৰাইলা ভোজন ॥ ৬৬৪
নানা দ্ৰব্যে উৎসৱ কৰিয়া নানামত।
কৰিলন্ত পুংসৱন অষ্টম মাসত ॥

কৰন্ত গর্ভক ব্রহ্মা যত দেৱগণ।
হুয়া অৱতাৰ হৰি বধিবা ৰাৱণ॥ ৬৬৫
মুনিসবে আচৰিলা মঙ্গল অপাৰ।
উপজিবা হৰি হৈব জগত উদ্ধাৰ॥
নছাৰন্ত ৰাজা তিনি মহাদৈৱ পাশ।
অনন্তৰে গর্ভ ভৈল পূর্ণ দশমাস॥ ৬৬৬
শুভগ্রহ নক্ষত্র মিলিল শুভক্ষণ।
কৌশল্যা দেৱীৰ পুত্ৰ ভৈলা উতপন॥
জগতৰে সুমঙ্গল ভৈলন্ত উদয়।
শীতল দীপিতি দশোদিশ প্রকাশয়॥ ৬৬৭
ত্রিজগত লোকৰ কুশল হেতু হৰি।
উপজিলা কৌশল্যাত নবৰূপ ধৰি॥
দেৱগণে স্তুতি নতি কৰে আকাশত।
জয় জয় নৃত্য গীত কৰে নানামত॥ ৬৬৮
যেতিক্ষণে কৌশল্যাত পুত্ৰ উপজিল।
অন্তঃপুৰ মাজে মহা কৌতুক মিলিল॥
জয় জয় কোলাহল কৰে হুলস্থুল।
নানা নৃত্য গীত বাদ্য শবদ তুমুল॥ ৬৬৯
সুগন্ধ শীতল জলে শিশুক ধোৱাইল।
দুগ্ধ দিয়া সুকোমল শয্যাত শুৱাইল॥
অনন্তৰে দূতে নৃপতিত জান দিল।
শুনা প্রভু কৌশল্যাত পুত্ৰ উপজিল॥ ৬৭০
শুনি নৃপতিৰ হৰিষৰ নাহি পাৰ।
দূতক দিলন্ত ৰাজা বস্ত্র অলঙ্কাৰ॥
সবস্ত্রে নৃপতি পাচে কৰিলন্ত স্নান।
বহু বিধ ৰত্ন ৰাজা কৰিলন্ত দান॥ ৬৭১
যতেক ভাণ্ডাৰ মানে সমীপতে পাইল।
পুত্ৰৰ কল্যাণ হেতু সমস্তে বিলাইল॥
তাত পাচে কৈকেয়ীৰ পুত্ৰ উপজিল।
শুনি নৃপতিৰ মহা হৰিষ মিলিল॥ ৬৭২
আত অনন্তৰে শুভক্ষণ সময়ত।
সুমিত্রাৰ পুত্ৰ দুই ভৈলন্ত বেকত॥
সর্ব্ব সুলক্ষণ দুই যৱজা কুমাৰ।
শুনি নৃপতিৰ নাহি আনন্দৰ পাৰ॥ ৬৭৩

উপজিল চাৰি পুত্ৰ বংশৰ উদ্ধাৰ।
হৰিষে বিলাইলা ৰাজা প্রধান ভাণ্ডাৰ॥
ভূমিত বেকত যেৱে ভৈলা দামোদৰ।
খসিল মাথাৰ মণি ৰাজা ৰাৱণৰ॥ ৬৭৪
দেখিয়া পুছিলা মাল্যৱন্তত ৰাৱণে।
খসিল মাথাৰ মোৰ মণি কি কাৰণে॥
মাল্যৱন্ত বোলে শুনা কাৰণ ইহাৰ।
যাহাৰ হাতত মৃত্যু হৈবেক তোমাৰ॥ ৬৭৫
সেহিজন পৃথিবীত ভৈল উতপন।
শুনিয়া কুপিল মাল্যৱন্তক ৰাৱণ॥
গৰিহাৰ ছলে তাঙ্ক অনেক নিন্দিল।
পুনৰপি তুলি মণি মাথাত পিন্ধিল॥ ৬৭৬
যেতিক্ষণে অৱতাৰ ভৈলা নাৰায়ণ।
তেখনৰ হন্তে শুভ দেখে দেৱগণ॥
নানাবিধ অশুভ দেখয় লঙ্কেশ্বৰ।
শুনিয়োক কথামৃত আত অনন্তৰ॥ ৬৭৭
দশৰথ ঘৰে হৰি ভৈলা অৱতাৰ।
দেখিয়া উৎসুক বৰ ভৈল দেৱতাৰ॥
দুন্দুভি শবদ আতি কৰে নিৰন্তৰে।
বৰষিলা পুষ্প দশৰথৰ উপৰে॥ ৬৭৮
শুভক্ষণ চাই দশৰথ নৃপবৰ।
ক্রমে দেখিলন্ত মুখ চাৰিও পুত্ৰৰ॥
পূর্ণিমাৰ চন্দ্র যেন জ্বলন্তে আছয়।
দেখি নৃপতিৰ ভৈলা আনন্দ হৃদয়॥ ৬৭৯
মহানিধি লাভ যেন ভৈল দৰিদ্রৰ।
লোভী পাইলা যেন পূর্ণঘট অমৃতৰ॥
বদ্ধ আসি জীৱ যেন ভৈলন্ত মুকুত।
সেহিমতে ৰাজাৰ আনন্দ অদভুত॥ ৬৮০
তপহন্তে আসিল কৌশিক মুনিবৰ।
বেদ পঢ়ি আশীর্ব্বাদ কৰিলা বিস্তৰ॥
নৃপতিৰ উপজিল চাৰি পুত্ৰবৰ।
অযোধ্যাত মিলি গৈলা আনন্দ বিস্তৰ॥ ৬৮১
নৃত্য গীত বাদ্যভণ্ড নানা কৌতূহল।
আচৰিলা পূজা বহুবিধ সুমঙ্গল॥

পৃথিৱীৰ ৰাজাগণে কৰি বহু যত্ন।
দশৰথ ৰাজাক যোগাইল বহু ৰত্ন ॥ ৬৮২
চাৰি মূৰ্ত্তি ধৰি ভৈলা ঈশ্বৰ বিদিত।
মিলিল উৎসৱ সাতোদ্বীপা পৃথিৱীত ॥
দেৱৰ কৌতুক বৰ মিলিল স্বৰ্গত।
পৰম আনন্দ ভৈল নগৰ লোকত ॥ ৬৮৩
ত্ৰৈলোক্যত ভৈল মহা হৰিষ প্ৰচুৰ।
নাশিব দুৰ্জ্জন মহন্তৰ দুখ দূৰ ॥
চাৰি অংশে চতুৰ্ভুজ দেৱ নাৰায়ণ।
উপজিলা শুনি আসিলন্ত মুনিগণ ॥ ৬৮৪
উচ্চৈঃস্বৰে শুদ্ধ বেদমন্ত্ৰ উচ্চাৰিলা।
চাৰিও শিশুক সবে আশীৰ্ব্বাদ দিলা ॥
ঋষি সমস্তক ৰঙ্গে অৰ্চ্চিয়া নৃপতি।
চাৰিও পুত্ৰক ৰাজা কৰাইল গণতি ॥ ৬৮৫
জগতৰঞ্জন গুণ দেখি অনুপাম।
কৌশল্যাৰ পুত্ৰৰ থৈলন্ত ৰাম নাম ॥
কৈকেয়ীক ৰাজাৰ অধিক স্নেহভৰ।
থৈলন্ত ভৰত নাম তাহান পুত্ৰৰ ॥ ৬৮৬
সুমিত্ৰাৰ পুত্ৰ দুই সৰ্ব্ব সুলক্ষণ।
দেখি নাম থৈলন্ত লক্ষ্মণ শত্ৰুঘন ॥
ঋষিগণে বোলন্ত শুনিয়ো দশৰথ।
তযু পুত্ৰে পূৰিব সবাৰ মনোৰথ ॥ ৬৮৭
এক নাৰায়ণ চাৰি অংশে মূৰ্ত্তি ধৰি।
ভৈল চাৰি পুত্ৰ আক জানা নিষ্ঠ কৰি ॥
আপুনি ভৈলন্ত পুত্ৰ জগত আধাৰ।
কমনে বৰ্ণাইবো ৰাজা ভাগ্যক তোমাৰ ॥ ৬৮৮
ৰামৰূপে অৱতাৰ ভৈলন্ত ঈশ্বৰ।
লভিলা সন্ততি ৰাজা সূৰ্য্যেবংশোদ্ধাৰ ॥
সন্তক পালিবা ৰাম পুৰুষ প্ৰধান।
দুৰ্জ্জন জনক মাৰি কৰিবা নিৰ্য্যাণ ॥ ৬৮৯
বলে বীৰ্য্যে ধৈৰ্য্যে গুণে ৰূপে নিৰুপম।
ৰাৱণে সহিতে ৰাক্ষসৰ হৈবে যম ॥
নুহিবেক সুপুৰুষ ৰামৰ সমান।
অনুৰূপে জগতৰে সাধিবা কল্যাণ ॥ ৬৯০
নিজ গুণে যশে জগতক ৰঞ্জিৱন্ত।
ৰামৰ মহিমা কহি কোনে পাইবে অন্ত ॥
সমস্ত লোকৰে আন্ত হৈব অনুৰাগ।
কিনো তুমি সুপুত্ৰ লভিলা মহাভাগ ॥ ৬৯১
এহিমতে গণিত কৰিলা ঋষিগণ।
শুনি দশৰথৰ সন্তুষ্ট ভৈলা মন ॥
ঈশ্বৰক পুত্ৰ পায়া ভৈল কৌতূহল।
মুনিসকলক পূজিলন্ত মহাবল ॥ ৬৯২
পৰমান পঞ্চামৃতে কৰাইলা ভোজন।
তুষিলন্ত দিয়া পুষ্প অগৰু চন্দন ॥
পিন্ধাইলা সবাকো দিব্য বস্ত্ৰ অলঙ্কাৰ ॥
দিলা ৰত্ন অঞ্জলি সুৱৰ্ণ একো ভাৰ ॥ ৬৯৩
কৃতাঞ্জলি সবাকো কৰিলা নমস্কাৰ।
সবাকো নৃপতি অৰ্চ্চিলন্ত বাৰে বাৰ ॥
হস্তী ঘোৰা ৰথ দোলা দাসী দাস দেশ।
সুৱৰ্ণ ঝাৰি খুড়ি ভাজন অশেষ ॥ ৬৯৪
মনত বাঞ্ছিয়া ৰাজা পুত্ৰৰ কল্যাণ।
নপাৰি কহিবে যত কৰিলন্ত দান ॥
নট ভাট তেলী মালী দুখী ভিক্ষুজন।
অন্নপানে মহাদানে সন্তোষিলা মন ॥ ৬৯৫
আছিলেক খাটনিয়া নৃপতি যতেক।
দিলা বস্ত্ৰ অলঙ্কাৰ প্ৰসাদ অনেক ॥
দেৱ পিতৃ মুনিগণ যতেক জগত।
সবাকো তুষিলা ৰাজা পুত্ৰ উৎসৱত ॥
ৰাজ-সতকাৰ পায়া মুনি নিৰন্তৰ।
ৰাজাক প্ৰশংসা কৰি চলি গৈলা ঘৰ ॥
সমাজত লোক আছিলেক যতমান।
মহা মনৰঙ্গে চলি গৈল স্থানে স্থান ॥ ৬৯৭
পাচে দশৰথে সঙ্কলিয়া যত কাজ।
পৰিপূৰ্ণ মনোৰথ ভৈলা মহাৰাজ ॥
নখণ্ডে তৃপিতি আতি দেখি পুত্ৰমুখ।
জীৱৰ সন্তোষ যেন পায়া মোক্ষসুখ ॥ ৬৯৮
ঈশ্বৰ অংশৰ তেজ মহা প্ৰজ্বলিত।
চন্দ্ৰমাৰ কলা যেন বাঢ়ে নিতে নিত ॥

চাৰি ভাইৰ মাজে জেষ্ঠ ভৈলন্ত শ্ৰীৰাম।
পৰম উজ্বল তনু দুৰ্ব্বাদলশ্যাম॥ ৬৯৯
পদ্মগৰ্ভ অৰুণ নয়নযুগ জ্বলে।
সুপ্ৰসন্ন বদন চন্দ্ৰতো কৰি বলে॥
শোভন কপোল কৰ্ণ স্কন্ধ সুৱলিত।
শিৰ ছত্ৰাকৃতি কেশ নীল আকুঞ্চিত॥ ৭০০
ধনুৰ সমান ভ্ৰুৱযুগ কৰে কান্তি।
নাসা তিলফুল মনোহৰ দন্তপান্তি॥
সুন্দৰ স্কন্ধৰ কম্বুকণ্ঠ মনোনীত।
ভুজ ভুজঙ্গম সম সমান বলিত॥ ৭০১
সুদীৰ্ঘ আঙ্গুলি কৰ কিশলয় সম।
নখ মণি প্ৰকাশে দেখিতে মনোৰম॥
বক্ষস্থল সুন্দৰ দেখিতে মনোহৰ।
ত্ৰিবলি বলিত নাভিপদ্ম সৰোবৰ॥ ৭০২
বহল জঘন কটি সিংহ সপ্ৰমাণ।
উৰু কৰীকৰ জানু জঘন সুঠান॥
পদ্মকোষ জিনি জ্বলে চৰণ যুগল।
চম্পক কলিকা সম আঙ্গুলি উজ্জ্বল॥ ৭০৩
নখ মণিচয় যেন জ্বলে চন্দ্ৰগণ।
যাক দেখি স্তম্ভি ৰহে ভকতৰ মন॥
আলতা গুলিলে যেন দেখি পদতল।
অত্যন্ত লাৱণ্য আতিশয় সুকোমল॥ ৭০৪
ৰেখাৰূপে চৰণত প্ৰকাশে কমল।
মহাপুৰুষৰ চিহ্ন জ্বলে ইসকল॥
সৰ্ব্বাঙ্গ সুন্দৰ ৰূপ পৰম মধুৰ।
দেখন্তে লোকৰ পাপ তাপ হোৱে দূৰ॥ ৭০৫
পৰম শ্ৰীমন্ত সন্ত শীতল শৰীৰ।
সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ॥
অমৃত সমান বাণী মধুৰ আলাপ।
সৰ্ব্বজনৰঞ্জন নাহিকে কোপ তাপ॥ ৭০৬
কৈকেয়ীৰ তনয় ভৰত শুভানয়।
পৰম সুন্দৰ সৰ্ব্ব গুণৰ আলয়॥
সুমিত্ৰাৰ তনয় লক্ষ্মণ শত্ৰুঘন।
দুয়ো সৰ্ব্ব সুন্দৰ শীতল সুশোভন॥ ৭০৭
দুয়ো সুকুমাৰ দুয়োজন শুভাশয়।
সৰ্ব্ব গুণান্বিত দুয়ো ভাই শুভানয়॥
কৌশল্যা কৈকেয়ী পৰমান বাটি দিল।
দুয়ো ভাগ পৰমান সুমিত্ৰা ভুঞ্জিল॥ ৭০৮
সেই দুয়ো ভাগে ভৈল দুই সহোদৰ।
কৌশল্যাৰ ভাগে ভৈল লক্ষ্মণ কুমাৰ॥
কৈকেয়ীৰ ভাগত ভৈলন্ত শত্ৰুঘন।
এতেকে দুইকো ভক্তি কৰে দুয়ো জন॥ ৭০৯
ৰামত ভকতি সদা কৰন্ত লক্ষ্মণে।
ভৰত শত্ৰুঘন থাকন্ত মিলনে॥
ভৰত লক্ষ্মণ শত্ৰুঘন মহাসন্ত।
জ্যেষ্ঠ ৰামত সদা ভকতি কৰন্ত॥ ৭১০
অন্যো অন্যে চাৰি ভাই পৰম মিলন।
একে বিষ্ণু অংশে আসি ভৈল চাৰি জন॥
নমো নমো ৰাম ৰঘুকুলৰ তিলক।
সজ্জনৰঞ্জন দুষ্টজন বিনাশক॥ ৭১১
যাৰ নামে পূৰে জগতৰ মনকাম।
পলাওক পাতক ডাকি বোলা ৰাম ৰাম॥ ৭১২

---

ছবি

পৰম পুৰুষ হৰি লীলা নৰতনু ধৰি
ৰামৰূপে হুয়া অৱতাৰ।
বাঢ়ি যান্ত প্ৰতিনিত সমস্তৰে ৰঞ্জি চিত্ত
আচৰন্ত ক্ষত্ৰ ব্যৱহাৰ॥
পিতৃ মাতৃ চৰণত সেৱাত সততে ৰত
দেৱ দ্বিজ গুৰুৰ চৰণে।
কৰন্ত ভকতি নিত সদায় ধৰ্ম্মত চিত্ত
দম্ভ অহঙ্কাৰ নাহি মনে॥ ৭১৩
পৰম আচাৰী সন্ত আতিশয় নীতিমন্ত
পঢ়িলন্ত শাস্ত্ৰ নিৰন্তৰ।
অত্যন্ত কৰুণাশীল নানাগুণ অভ্যাসিল
অস্ত্ৰে শস্ত্ৰে ভৈলা ধনুৰ্দ্ধৰ॥
দানধৰ্ম্ম ৰাজধৰ্ম্ম কুলৰ যতেক কৰ্ম্ম
জানিলা চাৰিও মহাশয়।

গুৰুক কৰিয়া মান সাম দণ্ড ভেদ দান
জানিলন্ত আৰো যত নয় ॥ ৭১৪
চাৰি ভাইৰ মাজে ৰাম সৰ্ব্বগুণে অনুপাম
নাহি আন ৰামৰ সমান।
সমস্তৰে অগ্ৰগণি ৰঘুবংশ-শিৰোমণি
ভৈলা ৰাম পুৰুষ প্ৰধান ॥
অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ যত চৌষষ্ঠি কলাৰ তত্ত্ব
যত বিদ্যা আছে সংসাৰত।
ক্ষেপণ জোৰণ বাণ মন্ত্ৰ পঢ়ি সংহাৰণ
সমস্ততে ভৈলন্ত পাৰ্গত ॥ ৭১৫
ৰাঘৱৰ যশ যত প্ৰকাশিল জগতত
যেন পূৰ্ণচন্দ্ৰ প্ৰজ্বলিত।
শুনন্তা লোকৰ মানে যেন অমৃতৰ পানে
অধিক সন্তোষ কৰে চিত ॥
দশৰথ নৰেশ্বৰ গুণ দেখি ৰাঘৱৰ
মনে যেন অমৃত বৰিষে।
কৌশল্যাৰ মন প্ৰাণ ৰামতে মগন ভৈল
সুধা যেন পিয়ে অহৰ্নিশে ॥ ৭১৬
ৰামৰ প্ৰসন্ন মুখ দেখন্তে মিলয় সুখ
অযোধ্যাৰ যত নাৰী নৰ।
ৰামকেসে কৰে ধ্যান ৰামতে মজিল প্ৰাণ
ভৈল লোক অধীন ৰামৰ ॥
সৰ্ব্ব পাপ বিমোচন ৰাঘৱৰ গুণগণ
কহে জুমাজুমি সৰ্ব্বজনে।
নিৰ্ম্মল চৰিত্ৰচয় কেৱল অমৃতময়
শুনি সবে পিয়ে সৰ্ব্বক্ষণে ॥ ৭১৭

### ছুলড়ী

ৰামৰ সমান নাহি সুপুৰুষ
ইতিনি লোকৰ মাজে।
দুৰ্ব্বাদলশ্যাম সুন্দৰ শৰীৰ
দেখিয়া মদনো লাজে ॥
গজেন্দ্ৰ গমন হাস্য নিৰীক্ষণ
সমস্তৰে হৰে মন।
পূৰ্ণচন্দ্ৰ ৰুচি বদন দেখিতে
স্তম্ভি ৰহে সৰ্ব্বজন ॥ ৭১৮
গুণহন্তে ৰূপ ৰূপ হন্তে গুণ
দুয়ো অন্যো অন্যে বলে।
ৰূপ গুণে লোক দুয়ো বিমোহিত
চাই থাকে কৌতূহলে ॥
যেন দিনমণি প্ৰকাশে ধৰণী
ঢাকিল ৰামৰ গুণে।
পাপ হয় ক্ষয় ধৰ্ম্মৰ উদয়
জানিয়া জগতে শুনে ॥ ৭১৯
ক্ষমা দায়া ধৃতি সত্য শৌচ নীতি
সমস্ত গুণে সম্পন্ন।
ধৰ্ম্মময় মন সদায় প্ৰসন্ন
সজ্জন জন ৰঞ্জন ॥
দুৰ্জ্জনৰ যম বিপুল বিক্ৰম
দুৰ্জ্জয় দক্ষ শৰীৰ।
বজ্ৰৰ সমান সুদৃঢ় সন্ধান
ধনুৰ্দ্ধৰ মহাবীৰ ॥ ৭২০
অনাদি অনন্ত নাহি যাৰ অন্ত
যিটো দেৱতাৰ দেৱ।
ব্ৰহ্মা আদি দেৱে সদায় কৰন্ত
যাহাৰ চৰণে সেৱ ॥
তেন্তে ভগৱন্ত দেৱ মহেশ্বৰ
ভৈল আসি অৱতাৰ।
সমস্তে লোকৰ কুশল কাৰণে
কৰিলা গুণ প্ৰচাৰ ॥ ৭২১
সকল নিগমে নপাৰন্ত অন্ত
বখানি যাৰ মহিমা।
আন কোন জনে কহি কৰিবেক
ৰামৰ গুণৰ সীমা ॥
ৰাম হেন নাম শুনন্তে মনত
অমৃত যেন বৰিষে।
মহা মহাজনে সদা ৰাম ৰাম
উচ্চৰে মুখে হৰিষে ॥ ৭২২

ৰাম হেন ইটো নামৰ মধুৰ
জানি কোন মহাজনে।
ৰাম ৰাম বুলি ফুৰন্ত সদায়
মুকুতিকো হেলি মনে॥
ৰামৰ নামৰ মাজত সদায়
সমস্ত ধৰ্ম্মৰ মেলা।
মহা মহা পাপী তৰে ৰাম বুলি
সংসাৰক মাৰি ঠেলা॥ ৭২৩
হেনয় ৰামৰ মহিমা কহিতে
শকতি আছে কাহাৰ।
মূৰুখ মাধৱ দাসে বিৰচিল
আদিকাণ্ড কথা সাৰ॥
শুনা সভাসদ ৰামায়ণ পদ
নিন্দা নুবুলিবা মোক।
ৰামৰ চৰিত্ৰ কৰিয়োক পান
পদ যেন তেন হৌক॥ ৭২৪
ৰামৰ চৰিত্ৰ বিৰচি আছন্ত
মহা মহা কবি জনে।
তাসম্বাক দেখি পদ কৰিবাক
স্বাদ ভৈল মোৰ মনে॥
প্ৰমত্ত হস্তীক সিংহে বিমৰ্দ্দয়
আপোনাৰ বলে ৰাগি।
তাক দেখি যেন ক্ষুদ্ৰ মূষকৰ
শ্ৰদ্ধা হোৱে তাক লাগি॥ ৭২৫
সিংহৰ মূষৰ যতেক অন্তৰ
মোৰো সেহি পটন্তৰ।
ইটো মোৰ দোষ ক্ষমিবে উচিত
তুমি সব মহন্তৰ॥
অধম জনেসে জানিবা নিশ্চয়
বিচাৰয় দোষ গুণ।
দোষ পৰিহৰি গুণক লৱন্ত
উত্তম যিটো নিপুণ॥ ৭২৬
ৰামৰ চৰিত্ৰ শ্ৰৱণেসে জানা
সমস্ত ধৰ্ম্মৰ সাৰ।
হেলা পৰিহৰি শুনা কৰ্ণভৰি
তেৱেসে পাইবা নিস্তাৰ॥
ৰামেসে পৰম ধৰ্ম্ম অনুপাম
সৰ্ব্বোত্তম সৰ্ব্বসাৰ।
ৰামেসে সুহৃদ সোদৰ বান্ধৱ
তেহেসে জগত উদ্ধাৰ॥ ৭২৭
নিজআত্মা দেৱ প্ৰভু মহেশ্বৰ
সৰ্ব্বানন্দ নিৰঞ্জন।
জগতকাৰণ কৌশল্যানন্দন
হুয়াছে বধী ৰাৱণ॥
ইতিনি ভুৱনে ৰামৰ চৰণ
বিনে নাহি আন গতি।
মহাভাগৱত পুৰাণ ভাৰত
সবাৰো এহি যুগুতি॥ ৭২৮
বেদ শাস্ত্ৰ যত বিচাৰি চাহিবা
ৰাম বিনে নাহি আন।
কেতিক্ষণ জানা পৰয় শৰীৰ
ইটো যেই সেই থান॥
কলিৰ প্ৰভাৱে স্বভাৱ লোকৰ
ভৈ গৈল মলিন মতি।
আন ধৰ্ম্মে কৰ্ম্মে মলিন জনৰ
কিমতে সাধিব গতি॥
পৰম মলিন জনো পাৱে গতি
সুমৰিলে হৰিনাম।
জানিয়া সমস্ত সমজ্যাৰ লোক
ডাকি বোলা ৰাম ৰাম॥ ৭২৯

———

জনকৰ ঘৰত সীতাৰূপে লক্ষ্মীৰ জন্ম

পদ

জগতৰে হিত চিন্তি হুয়া চাৰি জন।
দশৰথ ঘৰে উপজিলা নাৰায়ণ॥
যেতিক্ষণে ৰামৰূপে উপজিলা হৰি।
ত্ৰিজগত সুখী ভৈল সেহি দিন ধৰি॥ ৭৩০

মিলিল হৰিষ আতি মহন্তৰ মনে।
পদ্মৰ প্ৰকাশ যেন সূৰ্য্য দৰশনে॥
পৰিল নিজম যত দুৰ্জ্জন সকল।
আদিত্যৰ তাপে যেন জাৰে উতপল॥ ৭৩১
অধৰ্ম্ম বিনাশি ভৈল ধৰ্ম্মৰ উদয়।
সূৰ্য্যৰ প্ৰকাশ যেন গুচি তমোময়॥
ৰাৱণ বধিতে হৰি ভৈল অৱতাৰ।
দেখিয়া কৌতুক বৰ ভৈল দেৱতাৰ॥ ৭৩২
পাচে আসি ব্ৰহ্মাৰ আদেশে দেৱগণ।
অংশে সবে ভৈলন্ত বানৰত উতপন॥
পৰম দুৰ্জ্জয় বলে বীৰ্য্যে আতি চাৰ।
পৰ্ব্বতক উপাৰিয়া কৰন্ত প্ৰহাৰ॥ ৭৩৩
ব্ৰহ্মা আদি কৰিয়া দেৱতা নিৰন্তৰ।
কতোহো ভালুক ভৈলা বানৰ বিস্তৰ॥
দেৱতো অধিক বলে তেজ পৰাক্ৰম।
সংসাৰতো নাহি বীৰ বানৰক সম॥ ৭৩৪
বিপৰীত লীলা কেনে দেখা ঈশ্বৰৰ।
দেৱতা সবকো আনি কৰিলা বানৰ॥
বিষয়ত আশা যাৰ নুগুচে সৰ্ব্বথা।
সিজনৰ নুহি জানা কোননো অৱস্থা॥ ৭৩৫
জানিয়া বিষয় সুখ যত্নে দূৰ কৰি।
একান্ত শৰণে নিতে ভজিয়োক হৰি॥
ঈশ্বৰৰ ভকতিসে জীৱৰ কুশল।
আত অনন্তৰে কথা শুনিয়ো সকল॥ ৭৩৬
ৰামৰ জন্মৰ কথা অমৃত সমান।
মতি অনুসাৰে বিৰচিলো কিছুমান॥
সতীৰ জন্মৰ কথা কহো আতপৰে।
যিমতে জন্মিলা দেৱী জনকৰ ঘৰে॥ ৭৩৭
দশৰথ ঘৰে উপজিলা ভগৱন্ত।
পৰম ঈশ্বৰী লক্ষ্মী দেৱী দেখিলন্ত॥
আপোনাৰ ৰূপ আতি কৰিয়া সুবেশ।
পৰ্ব্বতে আছন্ত বসি মুক্ত কৰি কেশ॥ ৭৩৮
সেহি বেলা ৰথে চৰি ফুৰে লঙ্কেশ্বৰ।
গোসানীক দেখিলেক পৰ্ব্বত উপৰ॥

ত্ৰৈলোক্যমোহন ৰূপ দেখি চমৎকাৰ।
ভৈল আতি মোহিত ৰাৱণ দুৰাচাৰ॥ ৭৩৯
তাৰে বধ চিন্তি মনে আছন্ত গোসানী।
সিটো পাপী নিশাচৰে তাহাক নজানি॥
ৰথত তুলিল আনি তাক বলে ধৰি।
লক্ষ্মী মাৰে তেখনে জানিলা ধ্যান কৰি॥ ৭৪০
কোপে শাপি ৰাৱণক দিলন্ত উত্তৰ।
মোক নিচিনস তই শুনৰে বৰ্ব্বৰ॥
জন্মিবাক যাওঁ তোৰ বধৰ কাৰণে।
উপজিলা হৰি তোক মাৰিবাক মনে॥ ৭৪১
ভৈল অন্তৰ্দ্ধান এহি বুলি ৰাৱণক।
শুনি ৰাৱণৰ মনে লাগিল চমক॥
মহাভয়ে ভৈল আত কম্পিত স্বভাৱ।
পাচে আপোনাৰ জন্ম চিন্তি লক্ষ্মী মাৱ॥ ৭৪২
সাগৰত জাম্প দেৱী দিলা বিদ্যমান।
শতেক যোজন তথা ভৈল দ্বীপখান॥
পাচে বসুমতী গৈয়া লক্ষ্মীক সাদৰি।
তথাতে ৰহিলা তাঙ্ক উদৰত ধৰি॥ ৭৪৩
ৰহিলন্ত লক্ষ্মী পৃথিবীৰ উদৰত।
কৰন্ত প্ৰকাশ ৰক্তপিণ্ড যেনমত॥
তাহাৰ নিকটে আছে মিথিলা নগৰ।
আছে সেহি নগৰে জনক নৰেশ্বৰ॥ ৭৪৪
মহাতপশীল ৰাজা ৰাজঋষিবৰ।
পুত্ৰৱতে পালে প্ৰজা ধৰ্ম্মত তৎপৰ॥
যজ্ঞ কৰিবাক মনে জনক নৃপতি।
কৰিলা জিজ্ঞাসা পাচে স্থান মহামতি॥ ৭৪৫
চাষিবাক লাগে ভূমি দ্বাদশ বৎসৰ।
তেৱেঁসে পৱিত্ৰ স্থান হোৱয় যজ্ঞৰ॥
গৰ্ভৱতী হুয়া মহী আছয় যথাত।
অনেক লাঙ্গল নিয়া জুৰিল তথাত॥ ৭৪৬
উঠিলেক ডিম্বগোট বাজিয়া লাঙ্গলে।
ৰক্তময় ডিম্ব সূৰ্য্যগোট যেন জ্বলে॥
হালোৱা সকলে পাচে যুগুতি কৰিয়া।
জনকৰ আগে ডিম্বগোট দিল নিয়া॥ ৭৪৭

পৰম সুন্দৰ ডিমা দেখি মহামানী।
ভাঙ্গি চাহে ভিতৰত আছে কন্যাখানি ॥
উপজিয়া কান্দে আতি আৰ্ত্তৰাৱ কৰি।
ভুৱনদুৰ্ল্লভ কন্যা পৰম সুন্দৰী ॥ ৭৪৮
জনক নৃপতি মনে হৰষিত ভৈলা।
মহা সুলক্ষণা কন্যা কোলে তুলি লৈলা ॥
অন্তঃপুৰে গৈলা ৰাজা হুয়া ৰঙ্গমন।
দেখিলা কন্যাক পাচে মহাদইগণ ॥ ৭৪৯
স্বামীক চাহিয়া পাচে হাসিয়া বুলিলা।
কাহাৰ কন্যাক প্ৰভু কাঢ়িয়া আনিলা ॥
ইটো সুলক্ষণী কন্যা বৰ ৰূপৱতী।
আতি অদভুত লক্ষ্মী যেন মূৰ্ত্তিমতী ॥ ৭৫০
ৰাজা বোলে যজ্ঞ ভূমে পালো কন্যাখানি।
মুখ্য মহাদৈক দিয়া বুলিলন্ত বাণী ॥
তোমাকে দিলোহো তুলিবাহা কৰি যত্ন।
ভৈলন্ত হৰিষ দেৱী পায়া কন্যাৰত্ন ॥ ৭৫১
পৰম দৰিদ্ৰে যেন পাইলা নৱনিধি।
কৰাইলন্ত সংস্কাৰ যেন বেদবিধি ॥
নাম থৈবে বিচাৰ কৰিলা মুনি যত।
উপজিলা কন্যা লাঙ্গলৰ সীৰলত ॥ ৭৫২
এতেকেসে তান সবে সীতা নাম থৈলা।
এহিমতে সীতা গোসানীৰ জন্ম ভৈলা ॥
জনক নৃপতি আতি তুলিলা যতনে।
তাহান দুহিতা সীতা বোলে সৰ্ব্বজনে ॥ ৭৫৩
সীতা নাম ধৰি লক্ষ্মী জগতজননী।
যেন চন্দ্ৰকলা বাঢ়ি যান্ত সুবদনী ॥
একচিত্ত মনে সদা বিষ্ণুক ধিয়ান্ত।
হৰিক নিচিন্তি সতী একোকে নথান্ত ॥ ৭৫৪
পৰম বৈষ্ণৱী কন্যা দেখি সৰ্ব্বজনে।
জন্মিল লক্ষ্মীৰ অংশ জানিলেক মনে ॥
সীতাৰ চৰিত্ৰ যত এতিক্ষণে থওঁ।
সম্প্ৰতিকে প্ৰভু ৰাঘৱৰ কথা কওঁ ॥ ৭৫৫

গুহ চণ্ডালৰ বৃত্তান্ত।

পুষ্যা নক্ষত্ৰত দশৰথ মহাবীৰ।
চাৰি পুত্ৰ সমে গৈলা ভাগীৰথী তীৰ ॥
স্নান দান তৰ্পণ কৰিয়া নৃপবৰ।
দেৱঋষি পিতৃক তৰ্পিল নিৰন্তৰ ॥ ৭৫৬
শুনিয়োক আতপৰে অদ্ভুত কথন।
সৈন্যে সমে ভৈলা তৈত যেন মহাৰণ ॥
পৰম দৰ্পিষ্ঠ হৃষ্ট পুষ্ট কলেৱৰ।
সেহি সময়তে মিলিলেক আথান্তৰ ॥ ৭৫৭
পূৰ্ব্বত ব্ৰাহ্মণ আসি অধৰ্ম্ম কৰিল।
সেহি পাপে চণ্ডাল যোনিত উপজিল ॥
গুহ নামে ভৈল সিটো ৰাজা চণ্ডালৰ।
সেহি সময়ত লৈয়া সেনা নিৰন্তৰ ॥ ৭৫৮
দশৰথ নৃপতিক নগণি মনত।
চণ্ডালে কৰিল স্নান গঙ্গাৰ জলত ॥
দশৰথ দেখে অহম্মম চণ্ডালৰ।
ধৰি আনিবাক আজ্ঞা দিলা নৃপবৰ ॥ ৭৫৯
শুনি গুহ নৃপতিৰ ক্ৰোধ বৰ ভৈল।
অনেক চণ্ডাল সমে যুজিবাক লৈল ॥
দশৰথ নৃপতিৰ কটক অপাৰ।
দুয়ো সেনা অন্যো অন্যে কৰে ধৰ মাৰ ॥ ৭৬০
লাগিল সমৰ ভাগীৰথী তীৰ জুৰি।
উভয় কটকে লগাইলেক হুৰাহুৰি ॥
অনেক কটকে বেঢ়ি কৰে হুলস্থূল।
পৰম দুৰ্ঘোৰ ৰণ মিলিল তুমুল ॥ ৭৬১
মাৰয় খাণ্ডাৰ কোব বাৰুক জঙ্কাৰি।
বাৰু সমে শালে কেহো জনে শৰ মাৰি ॥
খৰতৰ অস্ত্ৰ ধৰি দোহাতে প্ৰহাৰে।
লৰৱন্তে গৈয়া কতো হাতে খোঞ্চা মাৰে ॥ ৭৬২
মদমত্ত চণ্ডালৰ উথলিল ৰোল।
আগুৱান হুয়া যুজে লৈয়া ঢাল খোল ॥
চাৰিভিতি শৰদ উঠিল ভয়ঙ্কৰ।
পৰম চঞ্চল চিত্ত ভৈল চণ্ডালৰ ॥ ৭৬৩

মদ্য লাগি আছয় চেতন নাহি গাৰে।
হাতত চৌৰবী ধৰি হুলাহুলি ধাৰে ॥
ভৈল আউল জাউল বাউল যেন খেদি আসে।
অৰে তই কোন বুলি ফুৰে চাৰি পাশে ॥ ৭৬৪
নাহি অস্ত্র শস্ত্র কতো প্রহাৰয় দলি।
দশৰথে দেখিয়া হাসন্ত খলখলি ॥
আপোনাৰ কটকক দিলন্ত নিশান।
গুহ নৃপতিক জীৱন্ততে ধৰি আন ॥ ৭৬৫
শুনি নৃপতিৰ আতি কটক প্রখৰ।
যুজিবাৰ সন্ধি আতি জানয় বিস্তৰ ॥
চাৰিভিতি বেঢ়িয়া অনেক সেনাগণে।
গুহ চণ্ডালক বন্দী কৰিলা তেখনে ॥ ৭৬৬
পাচে পাত্রে নিয়া নৃপতিৰ আগে দিল।
ৰামক দেখিয়া পূর্ব্ববৃত্তান্ত স্মৰিল ॥
ৰামৰ চৰণে গৈয়া কৰি নমস্কাৰ।
ৰামত কহন্ত গুহে কথা আপোনাৰ ॥ ৭৬৭
শুনিয়োক ৰাম কহো তযু চৰণত।
আছিলো ব্রাহ্মণ মই পূর্ব্ব জনমত ॥
যি দোষে চণ্ডাল ভৈলো শুনা স্বৰূপত।
ভগীৰথ মহাৰাজা তোমাৰ বংশত ॥ ৭৬৮
ব্রহ্মাক আৰাধি ৰাজা মহাধর্ম্মশীল।
ব্রহ্মলোক হন্তে গঙ্গা নমায়া আনিল ॥
বিষ্ণুপদৰজ মিশ্র তুলসী সহিত।
ভৈল সর্ব্বোত্তম গঙ্গা জগতে বিদিত ॥ ৭৬৯
নাহি ত্রিভুৱনে তীর্থ গঙ্গাৰ সমান।
যত মহাজন সবে কৰিলন্ত স্নান ॥
ব্রাহ্মণ বুলিয়া গর্ব্ব কৰিলো মনত।
গঙ্গা আদি তীর্থ আছে মোৰ শৰীৰত ॥ ৭৭০
নকৰিলো স্নান মই গঙ্গাৰ জলত।
শাপিলন্ত গঙ্গা ক্রোধ কৰিয়া মনত ॥
মোক স্নান নকৰিলি ব্রাহ্মণ গর্ব্বত।
এহি পাপে তোৰ জন্ম হৈব চণ্ডালত ॥ ৭৭১
গুহ নামে হৈবি তই ৰাজা চণ্ডালৰ।
এহি বুলি পাচে সীমা দিলন্ত শাপৰ ॥
থাকয় তোহোৰ মন যেৱে মোক প্রতি।
জন্মে জন্মে মোত তেৱে কৰিবি ভকতি ॥ ৭৭২
একশত জন্ম মোত ভক্তি কৰা যেৱে।
ইটো পাতকৰ বিপ্র মুক্ত হৈবি তেৱে ॥
যেৱে দৰশন তই পাস শ্রীৰামক।
একে জন্মে তোৰ তেৱে খণ্ডিব পাতক ॥ ৭৭৩
এহি সীমা থৈয়া গঙ্গা দিলা মোক শাপ।
উপজিলো চণ্ডাল যোনিত মই পাপ ॥
ভৈলা নাৰায়ণ ৰঘুবংশে অৱতাৰ।
তযু দৰশনে পাপ গুচিল আমাৰ ॥ ৭৭৪
তোমাৰ চৰণে আৱে লৈলোহো শৰণ।
তুমি বিনে মোৰ গতি নাহি আন জন ॥
সদা সেৱা কৰি মই থাকিবো তোমাত।
তোমাৰ পিতৃত মাগি লৈয়োক আমাক ॥ ৭৭৫
শুনি ৰাঘৱৰ মহা কৰুণা মিলিল।
অনেক বিনয় কৰি পিতৃক বুলিল ॥
শুনিয়োক পিতৃ কৃপা কৰিয়োক মোক।
গুহ নৃপতিক মেলি মোহোক দিয়োক ॥ ৭৭৬
জগতৰ পতি ৰাম দেৱৰ বচন।
শুনি দশৰথৰ সন্তুষ্ট ভৈল মন ॥
স্বভাৱে ৰামত দায়া ৰাজাৰ বিস্তৰ।
মেলিয়া গুহক তাঙ্ক দিলা নৃপবৰ ॥ ৭৭৭
পাইলন্ত গুহক ৰামে পিতৃত মাগিয়া।
কৰিলা আশ্বাস বস্ত্র অলঙ্কাৰ দিয়া ॥
অনেক শাসন ৰামে দিলা গ্রাম দেশ।
নির্ভয় বচনে তাঙ্ক বুলিলা অশেষ ॥ ৭৭৮
আজি ধৰি গুহ তুমি ভৈলা মোৰ মিতা।
থাকিয়োক সুখে কিছু নকৰিবা চিন্তা ॥
হেন শুনি গুহ চণ্ডালৰ অধিপাত।
ৰামক বুলিল কৰি অনেক ভকতি ॥ ৭৭৯
কৈৰ মই হীন জাতি চণ্ডাল অধম।
তুমি ত্রিজগত গুৰু ঈশ্বৰ পৰম ॥
ব্রহ্মা হৰে নজানন্ত যাহাৰ মহিমা।
চাৰি বেদে কহি যাব নপাৰন্ত সীমা ॥ ৭৮০

অধমো উদ্ধৰে যাৰ নাম লৈলে মাত্ৰ।
মই কেনে তোমাৰ মিত্ৰৰ ভৈলো পাত্ৰ॥
কমনে তৰ্কিবে প্ৰভু তোমাৰ লীলাক।
কৰা অনুগ্ৰহ কেনে কেতিক্ষণে কাক॥ ৭৮১
নাহিকে তোমাত জাতি আচাৰ বিচাৰ।
তযুপদে শৰণ কৰোক মাত্ৰ সাৰ॥
এতেকে তোমাৰ তাত করুণা মিলয়।
যেই সেইমতে যেন অমৃত পিৱয়॥ ৭৮২
এতেকে অজৰামৰ হোৱে সিটো জন।
লৈলো আজি মাত্ৰ মই তোমাত শৰণ॥
এতেকতে মোক মিত্ৰ বুলিয়া ধৰিলা।
এহিটো অতৰ্ক তযু বিপৰীত লীলা॥ ৭৮৩
আনো নানা স্তুতি নতি কৰিলা ভকতি।
পাচে তাঙ্ক বিদায় দিলন্ত ৰঘুপতি॥
ৰামত মেলানি পায়া কৰি যোৰহাত।
দণ্ডৱতে পৰি আতি কৰি প্ৰণিপাত॥ ৭৮৪
মাথাত মাখিল চৰণৰ ধূলি আনি।
পুনৰপি কৃতাঞ্জলি বুলিলন্ত বাণী॥
তোমাৰ চৰণে ৰতি নুগুচোক মোৰ।
যাক দৰশনে পাপ এৰাইলো দুৰ্ঘোৰ॥ ৭৮৫
ধৰিবাহা আমাক দাসৰ বুলি দাস।
জন্মে জন্মে এহি চৰণত হৌক আশ॥
এহি বুলি কতো দূৰ গৈলা পাচভৰি।
পুনৰপি প্ৰণামিলা দণ্ডৱতে পৰি॥ ৭৮৬
ৰাম পাদপদ্ম দুই মনে ধৰি ৰৈল।
সৈন্যসমে গুহ নিজস্থানে চলি গৈল॥
অনন্তৰে দশৰথ নৃপতি প্ৰধান।
পাত্ৰ পুত্ৰ সসৈন্যে কৰিয়া গঙ্গাস্নান॥ ৭৮৭
চলিবাক চান্তে দিনকৰ অস্ত গৈল।
দেখি ভৰদ্বাজৰ আশ্ৰম গৈয়া পাইল॥
চাৰি পুত্ৰ সমন্বিতে ৰাজা শুদ্ধমনে।
কৰিলন্ত নমস্কাৰ ঋষিৰ চৰণে॥ ৭৮৮
ভৰদ্বাজে বেদমন্ত্ৰ কৰিয়া সম্বাদ।
পুত্ৰে সমে ৰাজাক কৰিলা আশীৰ্ব্বাদ॥
নানাবিধ দ্ৰব্য মুনিৰাজ কৌতূহলে।
অতিথিৰ ব্যৱহাৰ কৰিলা সকলে॥ ৭৮৯
ৰামক দেখিয়া মুনি ভৈলা ৰঙ্গমন।
কোলে লৈয়া ঋষিৰাজ কৰিলা শয়ন॥
নিদ্ৰা গৈলা ৰামচন্দ্ৰ ঋষিৰ লগত।
ইন্দ্ৰে সমে আসিলন্ত দেৱগণ যত॥ ৭৯০
ৰামক কৰিলা অভিষেক পুৰন্দৰ।
মন্ত্ৰ সমে দিলা সবে দিব্য ধনু শৰ॥
পাচে ইন্দ্ৰে দিলন্ত ৰামক সন্নিধান।
এহি ধনুশৰে শত্ৰু কৰিবা নিৰ্য্যাণ॥ ৭৯১
নানা দিব্য কামে ধনুবাণ অনুপাম।
মন্ত্ৰ সমে পায়া ৰঙ্গমন ভৈলা ৰাম॥
ধনুশৰ দিয়া চলি গৈলা দেৱগণ।
ৰাত্ৰি অৱসানে ৰাম পাইলন্ত চেতন॥ ৭৯২
দেখন্ত হাততে আছে দিব্য ধনুশৰ।
কৰে ফটফট মনে মন্ত্ৰ নিৰন্তৰ॥
দেখি ধনুৰ্ব্বাণ ঋষি ৰামৰ হাতত।
পৰম বিস্ময় ভৈল মুনিৰ মনত॥ ৭৯৩
প্ৰভাতে উঠিয়া ৰাম কৰিলন্ত স্নান।
ঋষি সমে দশৰথ ভৈলা একস্থান॥
কৰি কৰযোৰ ৰামচন্দ্ৰ মহাভাগে।
কহন্ত স্বপ্নৰ কথা দুহান্তৰ আগে॥ ৭৯৪
ঐৰাৱত স্কন্ধে আসিলন্ত পুৰন্দৰ।
মন্ত্ৰে সমে দিলা মোক দিব্য ধনুশৰ॥
দেৱগণ সমে আৰো বুলিলা বচন।
এহি ধনুৰ্ব্বাণে জিনিবাহা শত্ৰুগণ॥ ৭৯৫
এহি বুলি চলি গৈলা দেৱগণ যত।
জাগি দেখো ধনুৰ্ব্বাণ আছয় হাতত॥
মনত সুমৰো মহামন্ত্ৰগণ যত।
এহি বুলি ৰামচন্দ্ৰে দুহানো আগত॥ ৭৯৬
স্বপনৰ লব্ধ ধনু শৰ আনি দিল।
দেখি সমস্তৰ মনে বিস্ময় মিলিল॥
ভৰদ্বাজ ঋষি ধনু দেখি বিদ্যমান।
অদ্ভুত মানিয়া মনে কৰিলন্ত ধ্যান॥ ৭৯৭

জানিলন্ত ঋষি ৰাম নুহিকে মানুষ ।
ভৈলা অৱতাৰ বিষ্ণু পৰম পুৰুষ ॥
দিলন্ত অজয় ধনুৰ্ব্বাণ দেৱৰাজে ।
বধিৱন্ত ৰাৱণক সংগ্ৰামৰ মাজে ॥ ৭৯৮
জানি মহামুনি মনে ভৈল কৌতুহল ।
পাচে ৰামচন্দ্ৰক স্বপ্নৰ দিলা ফল ॥
স্বপ্নত তোমাক ধনু দিলা পুৰন্দৰ ।
জিনিবা শত্ৰুক যশ বাঢ়িব বিস্তৰ ॥ ৭৯৯
নপাৰি কহিবে ৰাম তোমাৰ মহত ।
স্বপ্ন শুনি হাসিলন্ত ৰাজা দশৰথ ॥
ভৰদ্বাজ ঋষিক কৰিয়া সতকাৰ ।
চাৰিপুত্ৰ সহিতে কৰিলা নমস্কাৰ ॥ ৮০০
মাগিয়া মেলানি আতি বুলি প্ৰিয়বাণী ।
পুত্ৰসমে অযোধ্যাক গৈলা মহামানী ॥
নিজ মন্দিৰত ৰাজা ৰৈল ৰঙ্গমনে ।
মিলয় আনন্দ পুত্ৰমুখ দৰশনে ॥ ৮০১
মহাগুণে গুণৱন্ত চাৰিও তনয় ।
যত অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ চাৰিয়ো জানয় ॥
কেৱল ধৰ্ম্মত মাত্ৰ ৰতি সৰ্ব্বক্ষণে ।
কৰন্ত ভকতি নিতে ৰামৰ চৰণে ॥ ৮০২
চাৰি ভাইৰ মাজে ৰামচন্দ্ৰ গুণে চাৰ ।
তান্ত আতিশয় প্ৰীতি বাঢ়য় ৰাজাৰ ॥
ৰামৰ সমান আৰো নাহি ত্ৰিভুৱনে ।
তাহান গুণৰ অন্ত কহিবেক কোনে ॥ ৮০৩
দেখয় গম্ভীৰ কোটি সমুদ্ৰত কৰি ।
ক্ষমাগুণে কোটি বসুন্ধৰা নুহি সৰি ॥
ধৈৰ্য্যে কোটি এক মেৰু নুহি পটন্তৰ ।
শ্ৰমত সমান নুহি কোটি মহেশ্বৰ ॥ ৮০৪
কোটি এক সূৰ্য্য সম নুহি প্ৰতাপত ।
এক কোটি যম সম নুহিকে ক্ৰোধত ॥
বিলাসত সম নুহি কোটি পুৰন্দৰ ।
শীতলত চন্দ্ৰ কোটি নুহি সমসৰ ॥ ৮০৫
গজেন্দ্ৰ কোটিকো জিনি গমন গম্ভীৰ ।
কোটি হেমৱন্ত জিনি নিষ্কম্প শৰীৰ ॥
অমৃত কোটিতো কৰি দেখিয় মধুৰ ।
ৰূপে কোটি কন্দৰ্পৰো দৰ্প কৰে চুৰ ॥ ৮০৬
নুহি দুৰ্গা কোটি সম শত্ৰুমৰ্দ্দনত ।
ইতিনি ভুৱনে সম নাহিকে দানত ॥
কোটি এক বহ্নি নুহি তেজত সমান ।
বৃহস্পতি কোটি জিনি শাস্ত্ৰত সুজান ॥ ৮০৭
এক কোটি ব্ৰহ্মা সম নুহিকে মানত ।
ধনুৰ্গুণে সম নাহি ইতিনি লোকত ॥
আনো নানা গুণ যত আছয় ৰামত ।
ত্ৰিভুৱন মাজে কোনে বৰ্ণাইবে শকত ॥ ৮০৮
অনন্ত শকতিধৰ পৰম ঈশ্বৰ ।
যাহাৰ কিঙ্কৰ হৰ ব্ৰহ্মা পুৰন্দৰ ॥
যাক যোগেশ্বৰসবে চিন্তন্ত ধ্যানত ।
তেন্তে ৰামৰূপে আসি ভৈলন্ত বেকত ॥ ৮০৯
নিজ গুণ যশ মহাধৰ্ম্ম মাজে সাৰ ।
কৃপায় কৰিলা আসি লোকত প্ৰচাৰ ॥
আক শুনি ভণিয়া তৰোক সৰ্ব্বজনে ।
ঈশ্বৰৰ অৱতাৰ এহিসে কাৰণে ॥ ৮১০
ৰাৱণ মাৰণ তান কোন প্ৰয়োজন ।
যাৰ কটাক্ষতে কোটি ব্ৰহ্মাণ্ড উছন ॥
মাৰিলা ৰাৱণ কোন পৌৰুষ তাহাৰ ।
যাক জিনিলেক বালি বনৰ বানৰ ॥ ৮১১
হেন ৰাম চৰণত কৰিয়োক ৰতি ।
আন পৰিহৰি ৰাম দেৱত কৰা মতি ॥
অনিত্য সংসাৰ বিলম্বত কাজ নাই ।
চিন্তামণি জন্ম হেৰা হাততে হৰায় ॥ ৮১২
শুনা সভাসদ পদ ৰামৰ চৰিত ।
এহিসে প্ৰধান ধৰ্ম্ম জানিবা কলিত ॥
মনুষ্য হৈবাৰ প্ৰয়োজন এহিমান ।
বোলা ৰাম ৰাম হৌক পাতক নিৰ্য্যাণ ॥ ৮১৩

---

মাৰীচ-সুবাহু বধাৰ্থে ৰাম-লক্ষ্মণক আনিবলৈ
বিশ্বামিত্ৰৰ আগমন

### দুলড়ী

শুনা আতপৰে কথা নিৰন্তৰে
চৰিত্ৰ যেন ৰামৰ ।
পৰলোক হিত ঋষি বিশ্বামিত্ৰ
আৰম্ভিলা যজ্ঞবৰ ॥
মাৰীচ সুবাহু নামে দুইজন
ৰাক্ষস আতি দুৰ্জ্জন ।
চতুৰ্দ্দশ কোটি ৰাক্ষস সহিতি
কৰয় যজ্ঞ উছন ॥ ৮১৪
বাৰম্বাৰে ঋষি আৰম্ভন্ত যজ্ঞ
অনেক কৰি যতন ।
ৰক্তময় বৃষ্টি কৰিয়া সমস্তে
ৰাক্ষসে কৰে ধ্বংসন ॥
সমস্তে ৰাক্ষস ভস্ম হোৱে যেৱে
শাপে ঋষি কৰি কষ্ট ।
নশপন্ত ক্ৰোধে উপজিয়া মৰে
তপব্ৰত হোৱে নষ্ট ॥ ৮১৫
সিহেতু ৰাক্ষস যজ্ঞ নষ্ট কৰে
ঋষিৰ মনে অসুখ ।
উগুল থুগুল চিত্ত অসন্তোষ
উপজয় বৰ দুখ ॥
পাচে ধ্যান কৰি সকল বৃত্তান্ত
জানিলন্ত মুনিবৰে ।
ৰাক্ষস বধিতে অৱতৰি হৰি
আছা দশৰথ ঘৰে ॥ ৮১৬
তাঙ্ক আনি সবে ৰাক্ষস মৰায়া
কৰো যজ্ঞ সমাপতি ।
এহি মনে গুণি চলিলন্ত মুনি
ৰামক আনিবে প্ৰতি ॥
দশৰথ ৰাজা পুত্ৰৱতে প্ৰজা
পালি সুখে অযোধ্যাত ।
আছন্ত নৃপতি যেন সুৰপতি
বসিয়া দিব্য সভাত ॥ ৮১৭
বশিষ্ঠ প্ৰমুখ্যে পুৰোহিত সবে
বসি আছা ৰঙ্গমনে ।
ইন্দ্ৰৰ আগত বৃহস্পতি আদি
যেন মহামুনিগণে ॥
সুমন্ত্ৰ সহিতে মহামন্ত্ৰী সবে
ৰাজাক আছে উপাসি ।
সেহি সময়ত বিশ্বামিত্ৰ মুনি
তথাতে মিলিল আসি ॥ ৮১৮
দেখিয়া নৃপতি সমাজে সহিতি
উঠিলা আতি সত্বৰে ।
প্ৰণাম কৰিয়া চৰণৰ ধূলি
মাথাত লৈলা সাদৰে ॥
সুৱৰ্ণ আসন আনিয়া নৃপতি
সমাজৰ মাজে দিলা ।
সমস্তকে আশী- ৰ্ব্বাদ কৰি ঋষি
আসনে আসি বসিলা ॥ ৮১৯
আপুনি চৰণ ধুৱাই দশৰথে
পাদোদক লৈলা মাথে ।
পৰম সাদৰে সঅৰ্ঘে ঋষিক
পূজিলা পৃথিৱীনাথে ॥
যোৰহাতে ৰাজা মধুৰ বচনে
কুশল বাৰ্ত্তা পুছিল ।
তযু দৰশনে অমৃতৰ পানে
সন্তোষ যেন মিলিল ॥ ৮২০
আপোনাৰ নিজ ভৃত্য বুলি মোক
ধৰিবাহা মুনিৰাজ ।
আজ্ঞা কৰিয়োক সম্প্ৰতি তোমাৰ
সাধো মই কিবা কাজ ॥
ৰাজাৰ বচন শুনি বিশ্বামিত্ৰে
ভৈলা আতি ৰঙ্গমন ।
ৰাজাক বোলন্ত শুনিয়ো নৃপতি
যেন মোৰ প্ৰয়োজন ॥ ৮২১

ৰাৰম্বাৰে আসি যজ্ঞ আৰম্ভিলো
অনেক কৰি যতন।
মাৰীচ সুবাহু ৰাক্ষসে আমাৰ
কৰয় যজ্ঞ উছন ॥
অনেক সম্ভাৰ আনি আৰোবাৰ
চাহো যজ্ঞ কৰিবাক।
ৰাক্ষসক মাৰি যজ্ঞ ৰাখিবাক
ৰামক দিয়োক মোক ॥ ৮২২
শুনিয়া ৰাজাৰ মাথাত পৰিল
বজ্রৰ যেন প্ৰহাৰ।
উভয় সঙ্কটে বাজিয়া নৃপতি
দেখন্ত দুখে আন্ধাৰ ॥
ৰামক নিদিলে শাপ দিয়া ঋষি
কৰিবেক বংশ ছন।
ঋষিৰ লগত ৰামক পঠালে
হৈবেক মোৰ মৰণ ॥ ৮২৩
একভিতি বাঘে খেদে আৰোভিতি
নদী ঘোৰ বাৰিষাৰ।
জাম্প দিলে মৰে জাম্প নেদিলেও
বাঘে লৱে প্ৰাণ তাৰ ॥
সেহি পটন্তৰ পায়া আছে মোক
কৰিবো কোন উপায়।
হেন মনদুখে থাকি ৰাজা পাচে
মাতিলা ঋষিক চাই ॥ ৮২৪
বাৰ বৰিষৰ ছাৱা ৰাম মোৰ
শিশুমতি আতিশয়।
কিমতে ৰণত মাৰিবেক ৰামে
ৰাক্ষস বৰ দুৰ্জ্জয় ॥
ব্ৰহ্মাৰ বৰত ৰাক্ষসগণৰ
বাঢ়িল বল অপাৰ।
সৈন্যসমে গৈয়া ৰাক্ষস মাৰিয়া
ৰাখিবো যজ্ঞ তোমাৰ ॥ ৮২৫
আপুনি চলিবো ৰামক নেদিবো
বুলিলা দৃঢ় বচন।
শুনি বিশ্বামিত্ৰ ৰাজাক বোলন্ত
নুবুজি তোমাৰ মন ॥
ৰামত বিনাই ৰাক্ষস মাৰিতে
শকতি আছে কাহাৰ।
আমাক ভাণ্ডিয়া বচন বোলাহা
বুজিলো বোল তোমাৰ ॥ ৮২৬
ৰামক নিদিয়া আশা ভঙ্গ কৰি
পালটাই পঠা মোক।
কোপ দেখি ৰাজা বোলে যোৰহাতে
মহাঋষি শুনিয়োক ॥
তোমাৰ ক্ৰোধত কম্পে তৰতৰি
ব্ৰহ্মা আদি দেৱগণ।
হেনয় তোমাৰ আগে কোন হওঁ
আমি আতি অল্পজন ॥ ৮২৭
কত দুখে মই পাইলোহো ৰামক
দেৱতা সবৰ বৰে।
তোমাৰ লগত তাক পঠাই দিলে
মাৰিবেক নিশাচৰে ॥
ধন জন যত প্ৰাণত কৰিয়া
ৰামেসে আতি প্ৰধান।
একক্ষণ মান দেখিতে নপাইলে
নৰহে মোহোৰ প্ৰাণ ॥ ৮২৮
হেনয় ৰামক কিমতে পঠাইবো
ৰাক্ষসক যুজিবাক।
ইন্দ্ৰ আদি কৰি ত্ৰিদশ সকলে
হাৰিয়া আছে যাহাক ॥
সিটো ৰাক্ষসক কিমতে যুজিব
অবোধ মোৰ ছৱালে।
নিদিলেও শপি কৰিবাহা ভস্ম
জানিলো গ্ৰাসিলে কালে ॥ ৮২৯
হৰি হৰি বিধি কি কাম কৰিলো
পৰিলো মহা বিপাকে।
ৰাম হেন পুত্ৰ পায়াও নপাইলো
দণ্ডিলা দৈৱে আমাকে ॥

ৰামক পঠাইলে মৰিব কৌশল্যা
আমিও মৰিবো প্ৰাণে।
ৰামক নেদেখি মৰিব সকলে
যত নৰনাৰী মানে ॥ ৮৩০
দান্তে তৃণ ধৰি তোমাত মাগোহো
ৰামক দিয়োক মোক।
তোমাৰ প্ৰসাদে অযোধ্যাৰ লোকে
নপাওক ৰামৰ শোক ॥
তোমাৰ লগত আপুনি চলিবো
কটক লৈয়া অপাৰ।
তোমাৰ যজ্ঞক ৰাখিবো কৰিয়া
ৰাক্ষসক বুন্দামাৰ ॥ ৮৩১
যদি তথাপিতো ৰামক নেৰাহা
স্বৰূপ বোলো বচন।
নিৰন্তৰে লোক ৰামৰ লগত
চলি যাইবো তপোবন ॥
ৰাম বিনে আমি অযোধ্যা নগৰে
সাধিবো কমন কাম।
সমজ্যাৰ লোক পাতক ছাৰোক
ডাকি বোলা ৰাম ৰাম ॥ ৮৩২

---

[ৰাম-লক্ষ্মণক দিবলৈ সন্মত নোহোৱাত ঋষিৰ কোপ
আৰু ৰাম-লক্ষ্মণক লৈ ঋষিৰ গমন

পদ

দশৰথ নৃপতিৰ শুনিয়া বচন।
মহাকোপ কৰি বোলে গাধিৰ নন্দন ॥
ৰঘুৰ বংশত তুমি ভৈলা উতপতি।
ধৰ্ম্মশীল হুয়া অধৰ্ম্মত কৈলা ৰতি ॥ ৮৩৩
পুত্ৰৰ স্নেহত মোক কৰস নৈৰাশ।
মিছা মোহজালে পৰি কৰ ধৰ্ম্মনাশ ॥
নজানস কতগুণ আছয় ৰামত।
বাহুবলে জিনিবাক পাৰে ত্ৰিজগত ॥ ৮৩৪
ৰাক্ষস মাৰিব ৰামে ইটো কোন কাজ।
বিমুখ কৰহ ৰাজা দিয়া মোক লাজ ॥
কপটে ভাণ্ডিয়া মোৰ আশা কৰ ভঙ্গ।
সবংশে নাশিব পুনু মোৰ ভৈলে খঙ্গ ॥ ৮৩৫
আছন্ত বশিষ্ঠ তোৰ মন্ত্ৰণাৰ বাস।
তাৰ বোলে অপমান আমাক লগাস ॥
সত্যে সত্যে বোলো ৰাজা মই নিষ্ঠ কৰি।
নিদিলি ৰামক যাওঁ ক্ৰোধ পৰিহৰি ॥ ৮৩৬
নিষ্ঠুৰ বচন ৰাজা শুনিয়া মুনিৰ।
পৃথিবী কম্পয় যেন গাৱ নোহে স্থিৰ ॥
আছোক নৃপতি চৰাচৰ কম্পি গৈল।
প্ৰলয়ৰ কাল যেন উপগত ভৈল ॥ ৮৩৭
ক্ৰোধ প্ৰকম্পিত বিশ্বামিত্ৰ মুনিবৰ।
দেখি অন্তৰীক্ষ ধাতু ভৈল নিৰন্তৰ ॥
পাত্ৰ মিত্ৰ সমে দশৰথ মহাৰায়।
ভয় ত্ৰাসে ভৈল যেন মৃতক পৰায় ॥ ৮৩৮
অনন্তৰে বশিষ্ঠে দেখিয়া তমোময়।
ৰাজাক বোলন্ত শুনিয়োক মহাশয় ॥
প্ৰথমে ঋষিক তুমি বুলিলা বচন।
বুলিয়োক ঋষি কিবা সাধো প্ৰয়োজন ॥ ৮৩৯
কদাচিতো ব্যৰ্থ নাহি বচন তোমাৰ।
এতেকে ৰামক দিতে ভৈল অঙ্গীকাৰ ॥
সিটো অঙ্গীকাৰ আৰে লৰিলা কিমতে।
তুমি সত্যৱন্ত হেন জানয় জগতে ॥ ৮৪০
নকৰিবা ৰাজা সত্যধৰ্ম্ম পৰিহাৰ।
তুমি সত্য লঙ্ঘিলে ৰাখন্তা নাহি আৰ ॥
সত্য সম ধৰ্ম্ম আৰ পুৰুষৰ নাই।
জানি ঋষি সঙ্গে দিয়ো ৰামক পঠাই ॥ ৮৪১
তাঙ্ক নপঠাইলে বিশ্বামিত্ৰে দিবে শাপ।
গাধিৰ তনয় মহা প্ৰচণ্ড প্ৰতাপ ॥
হেন জানি ৰামৰ নিমিত্তে এৰা শোক।
ঋষিৰ বচন ৰাখি ৰামক দিয়োক ॥ ৮৪২
তাঙ্ক পাইলে ঋষিৰ সন্তুষ্ট হৈবে চিত।
নানা অস্ত্ৰে শস্ত্ৰে বিশ্বামিত্ৰ সুশিক্ষিত ॥

মুনিসবে অস্ত্রশিক্ষা দিবন্ত ৰামক।
তাকে লৈয়া ৰামে জিনিবেক ৰাক্ষসক ॥ ৮৪৩
বিশেষত বিষ্ণু ৰামৰূপে অৱতাৰ।
ৰাক্ষসকুলক ৰামে কৰিব সংহাৰ ॥
অণুমাত্ৰো চিন্তা নকৰিবা মহামানী।
দশৰথ ৰাজা বশিষ্ঠৰ শুনি বাণী ॥ ৮৪৪
পাইলন্ত ভাৰসা তান শান্ত ভৈল হিয়া।
জিজ্ঞাসা কৰন্ত ৰাজা ৰামক আনিয়া ॥
আসি আছে বিশ্বামিত্ৰ তোমাক নিবাক।
ৰাক্ষসক মাৰি ৰাম যজ্ঞ ৰাখিবাক ॥ ৮৪৫
শুনি ৰামচন্দ্ৰৰ হৰিষ ভৈল মনে।
পিতৃক বোলন্ত ৰামে প্ৰসন্ন বদনে ॥
কত ভাগ্যে ইসব কাৰ্য্যক পায়া লাগ।
মোক প্ৰতি চিন্তা নকৰিবা মহাভাগ ॥ ৮৪৬
পুত্ৰ হুয়া নপালয় পিতৃৰ বচন।
চিৰকালে নৰকত পচে সিটো জন ॥
প্ৰচণ্ড প্ৰতাপ মুনি গাধিৰ কুমাৰ।
তাহান কাৰ্য্যত চিন্তা কৰা পৰিহাৰ ॥ ৮৪৭
ৰামৰ বচনে ৰাজা ভৈল হৰষিত।
মৰাৰ মুখত যেন পৰিল অমৃত ॥
ঋষিৰ হাতত ৰাজা পুত্ৰ সমৰ্পিল।
নমস্কাৰ কৰি ৰাজা বচন বুলিল ॥ ৮৪৮
ৰামে মোৰ ধন জন জীৱ মন প্ৰাণ।
ৰাম বিনে গতি মোৰ নাহি নাহি আন ॥
পাইলোহো ৰামক পুত্ৰ কত তপস্যায়।
আৰে জ্ঞান গুণ জানিবেক তযু ঠাই ॥ ৮৪৯
কিছুৱে নজানে ৰাম ছৱাল চঞ্চল।
জানিবে অস্ত্ৰৰ সন্ধি তোমাত সকল ॥
তোমাৰ সেৱক ৰাম ভৈল আজি ধৰি।
নিজদাস বুলি পালিবাহা যত্ন কৰি ॥ ৮৫০
ৰাঘৱক পায়া মুনি ভৈলন্ত সন্তোষ।
পুষ্প বৰষিলা দেৱে কৰি জয়ঘোষ ॥
সেহি বেলা যোৰহাতে উঠিলা লক্ষ্মণ।
ৰামক বুলিলা কৰি চৰণে বন্দন ॥ ৮৫১
মোক সঙ্গে নিয়ো প্ৰভু জগতৰ পতি।
তোমাৰ চৰণ বিনে মোৰ নাহি গতি ॥
যথা তথা যাইতে নাথ নেৰিবা আমাক।
দাস হুয়া সেৱা প্ৰভু কৰিবো তোমাক ॥ ৮৫২
হাসে ৰাজা লক্ষ্মণৰ শুনিয়া বচন।
ৰামৰ সঙ্গত চলি যাইৱন্ত লক্ষ্মণ ॥
দুই পুত্ৰ দিলা ৰাজা ঋষিৰ লগত।
যাত্ৰা সুমঙ্গল কৰিলন্ত যত যত ॥ ৮৫৩
আপোনাৰ অস্ত্ৰ যত লৈয়া দুয়ো জন।
দুই ভাই বশিষ্ঠক কৰিলা বন্দন ॥
পিতৃক মাতৃক কৰিলন্ত নমস্কাৰ।
দশৰথে দুইকো শিক্ষা দিলা বাৰে বাৰ ॥ ৮৫৪
পালিবাহা দুই ভাই ঋষিৰ বচন।
থাকিবাহা সদায় ঋষিৰ বুজি মন ॥
ঋষিৰ ক্ৰোধত সবে বংশে হৈবো নাশ।
সৰ্ব্বদায় থাকিবা ঋষিৰ পালি আশ ॥ ৮৫৫
এহি বুলি পুত্ৰ দুইকো সাবটি ধৰিলা।
শিৰ ঘ্ৰাণি দুইহন্তৰো মুখে চুমা দিলা ॥
কৌশল্যা সুমিত্ৰা দুয়ো পুত্ৰক ধৰিয়া।
কৰিলা চুম্বন চক্ষু সজল কৰিয়া ॥ ৮৫৬
অন্তঃপুৰ মাজত আছয় যত প্ৰাণী।
স্নেহে সবে লোকৰ চক্ষুৰ পৰে পানী ॥
যাত্ৰা লৈয়া বাজ ভৈলা শ্ৰীৰাম লক্ষ্মণ।
দুইকো লৈলা বিশ্বামিত্ৰ কৰিলা গমন ॥ ৮৫৭
আগ ভৈলা ঋষিৰাজ হৰিষ মনত।
মাজত চলিল ৰাম লক্ষ্মণ পিচত ॥
উৰ্দ্ধমুখে চাহিয়া থাকিল সৰ্ব্বজন।
ৰামৰ লগতে গৈল সমস্তৰে মন ॥ ৮৫৮
জইয়া পৰিল লোক বিয়োগে ৰামৰ।
শুনি যেন ভৈল সিটো অযোধ্যা নগৰ ॥
শ্ৰীৰামৰ বিয়োগে আকুল ভৈল চিত।
সূৰ্য্য অস্ত গৈলে যেন কমল মুদিত ॥ ৮৫৯
চলি যান্ত দুয়ো ভাই পিচত ঋষিৰ।
গজেন্দ্ৰ জিনিয়া দুইৰো গমন গম্ভীৰ ॥

যেন শিশু সিংহ লীলাগতি চলি যান্ত ।
অমৃত বৰিষে যেন যিদিশক চান্ত ॥ ৮৬০
সুৰাসুৰে সেৱা কৰে যাৰ চৰণত ।
যেন ৰাম চলি যান্ত ঋষিৰ পিচত ॥
পৰম কোমল পদ গমন মধুৰ ।
আতি সুকুমাৰ তনু লাৱণ্য প্ৰচুৰ ॥ ৮৬১
ৰত্নে বিৰচিত শোভে পিঠিত চোখৰ ।
কাষত খড়্গ দুইৰো হাতে ধনুশৰ ॥
প্ৰকাশে শৰীৰ ৰত্নময় অলঙ্কাৰ ।
দেখন্তা লোকৰ মন হৰন্ত সবাৰ ॥ ৮৬২
পৰম হৰিষে দুয়ো যান্ত ঋষি সঙ্গে ।
আঢ়ৈ প্ৰহৰৰ পন্থ বহি গৈলা ৰঙ্গে ॥
ৰামৰ দেখিয়া মুখ হৰিষ ঋষিৰ ।
অনন্তৰে পাইলা গৈয়া সৰযূৰ তীৰ ॥ ৮৬৩
দেখি ৰামচন্দ্ৰৰ হৰিষ ভৈলা মন ।
বিশ্বামিত্ৰে বুলিলন্ত ৰামক বচন ॥
সৰযূ নদীৰ কথা শুনিয়োক ৰাম ।
পৰম নিৰ্ম্মল জল তীৰ্থ অনুপাম ॥ ৮৬৪
কৰিয়োক স্নান দুয়ো সৰযূৰ জলে ।
বাঢ়িবেক বল শ্ৰম গুচিবে সকলে ॥
ত্ৰিভুৱন মধ্যে ৰাম পুৰুষ উত্তম ।
মহাবলশালী হৈবা বিপুল বিক্ৰম ॥ ৮৬৫
ক্ষুধা তৃষ্ণা এৰে জ্বৰ ব্যাধি নিপীড়িব ।
গুচিব আয়াস যশে জগত জুৰিব ॥
ত্ৰৈলোক্যৰ অধিপতি তুমিসে ঈশ্বৰ ।
ইটো জগতৰ হৈবা এক দণ্ডধৰ ॥ ৮৬৬
ঋষিৰ বচন শুনি হৰিষ মনত ।
বিধিৰতে স্নানিলন্ত সৰযূ জলত ॥
ঋষিয়ো কৰিলা স্নান সন্ধ্যা যত যত ।
বসিলা তিনিয়ো সেই নদীৰ কূলত ॥ ৮৬৭
বুলিলন্ত ঋষি ৰঙ্গে ৰামক বচন ।
দিওঁ মহামন্ত্ৰ বিদ্যা লৈয়ো দুয়ো জন ॥
যাহাক-জানিলে শ্ৰম গুচয় সকল ।
হোৱে মহাবলবন্ত বাঢ়ে তেজবল ॥ ৮৬৮

এহি বুলি দুয়ো ভাইত মন্ত্ৰ কহিলন্ত ।
ত্ৰিভুৱনে সাৰ বিদ্যা দুভাইক দিলন্ত ॥
মন্ত্ৰ পায়া দুয়ো ভাইৰ হৰিষ মিলিল ।
ঋষি সঙ্গে ৰঙ্গে তথা ৰজনী বঞ্চিল ॥ ৮৬৯

### তাড়কা ৰাক্ষসী বধ

প্ৰভাতে উঠিয়া নিত্য কৰি সমাপত ।
চলিলা হৰিষে দুয়ো ঋষিৰ সঙ্গত ॥
সুললিত লীলাগতি গমন সুথিৰ ।
কৌতুহলে পাইলা গৈয়া মন্দাকিনী তীৰ ॥ ৮৭০
দেখিয়া বিচিত্ৰ এক স্থান অনুপাম ।
কাহাৰ আশ্ৰম বুলি পুছিলন্ত ৰাম ॥
ঋষিয়ে বোলন্ত ইটো অনঙ্গ ভুৱন ।
মদনক এথাতে দহিলা ত্ৰিনয়ন ॥ ৮৭১
অনঙ্গ ক্ষেত্ৰক ৰঙ্গে এৰাই তিনি জনে ।
তাড়কাৰ বন গৈয়া পাইলা ৰঙ্গমনে ॥
ৰামচন্দ্ৰে পুছিলা ঋষিৰ চাপি পাশ ।
কহিয়োক মুনি ইটো কাহাৰ নিবাস ॥ ৮৭২
মুনিয়ে বোলন্ত ৰাম শুনা মহাযশী ।
এহিটো বনত থাকে তাড়কা ৰাক্ষসী ॥
বিকট দশন তাইৰ ৰূপ ভয়ঙ্কৰ ।
ব্ৰাহ্মণ তপস্বী মাৰি খাইলেক বিস্তৰ ॥ ৮৭৩
যত লোক খাইলে কোনে লেখা কৰে তাক ।
ত্ৰৈলোক্যৰ লোক পাইলে পাৰয় খাইবাক ॥
চোবায়া গিলয় মাথা বৃদ্ধ মানুহৰ ।
ছৱালৰ মুণ্ডে তাইৰ কুণ্ডল কৰ্ণৰ ॥ ৮৭৪
মনুষ্যৰ তেজে তাইৰ বদন পখালে ।
গাৰৰ কাপোৰ তাইৰ মনুষ্যৰ ছালে ॥
তাইৰ ডৰে নৰে আউৰ ই পথে নাযায় ।
আমি কোন পথে যাইবো কহিয়ো উপায় ॥ ৮৭৫
প্ৰহৰেক লাগে যেৱে যাই এহি পথে ।
তৃতীয় প্ৰহৰ লাগে দক্ষিণৰ পথে ॥
জগৰা এৰায়া যাওঁ মোৰ হেন মন ।
শুনি ৰামচন্দ্ৰে হাসি বুলিলা বচন ॥ ৮৭৬

কিসক ইবোল বোলা তুমি মুনিৰাজ।
চমু এৰি দূৰ পথে যাইবো কোন কাজ ॥
লক্ষ্মণক চাহি পাচে বুলিলন্ত ৰাম।
স্ত্রীবধ হৈবে পাপ কৰো কোন কাম ॥ ৮৭৭
লক্ষ্মণে বোলন্ত কেনে বোলা হেন মত।
পিতৃয়ে পঠাই আছে ঋষিৰ লগত ॥
মুনি যিবা বোলে কৰিবাহা সেহি কৰ্ম্ম।
গুৰুৰ বচনে কিছু নাহিকে অধৰ্ম্ম ॥ ৮৭৮
মুনি বুলিলন্ত ৰাম নকৰিবা ভয়।
ৰাক্ষসী মাৰিলে কিছু দোষ নোপজয় ॥
বিস্তৰক অপকাৰ যিজনে কৰয়।
নাহি দোষ তাক মাৰি পুণ্যসে লভয় ॥ ৮৭৯
মাৰীচ সুবাহু দুই পুত্র তাড়কাৰ।
মাৰি মাৰি খাইল গৰু ব্রাহ্মণ অপাৰ ॥
তাড়কা খাইল গৰু মানুষ বিস্তৰ।
তাক মাৰি পাইবা ৰাম পুণ্য বহুতৰ ॥ ৮৮০
শুনিয়া টঙ্কাৰ কৰিলেক ৰঘুবৰে।
তাড়কাক মাৰো আজি একপাট শৰে ॥
মানুষৰ শৰদ শুনিয়া নিশাচৰী।
ক্রোধে খেদি আশে দিশ অন্ধকাৰ কৰি ॥ ৮৮১
কৰ্ণে লড়বড় কৰে মুণ্ড মানুষৰ।
বদন প্রকটি আসে যম সমসৰ ॥
কৰে মড়মড় গাৰে ছাল মানুষৰ।
সৰ্ব্বত সমান ঘোৰ ৰূপ ভয়ঙ্কৰ ॥ ৮৮২
শাল বৃক্ষ সদৃশ মেলিয়া দুই বাহু।
সূৰ্য্যক ঢাকিবে যেন খেদি যায় ৰাহু ॥
ৰামক দেখিয়া ভীম তেজিলা আটাস।
ত্রৈলোক্যৰ লোকত লাগিল মহাত্রাস ॥ ৮৮৩
সকল ব্রহ্মাণ্ড জুৰি প্রতিধ্বনি গৈল।
বজ্র পৰে বুলি সৰ্ব্বজন ভয় ভৈল ॥
পাতাল সদৃশ কৰি বেন্তগোট বায়া।
সবাকে খাইবাক যায় পৃথিৱী কম্পায়া ॥ ৮৮৪
ৰাক্ষসীক দেখি ঋষি মহাভয় ভৈলা।
ৰামৰ পিচত গৈয়া আৰ হুয়া ৰৈলা ॥

ঋষিক আশ্বাসি ৰামে জুৰিলন্ত বাণ।
তাড়কাৰ হৃদয়ত কৰিল সন্ধান ॥ ৮৮৫
সৰকিয়া বাণ হৃদয়ত গৈল পশি।
ঘোৰ আটাসেক দিয়া পৰিল ৰাক্ষসী ॥
বজ্রৰ প্রহাৰ যেন হিয়াত পৰিল।
তাড়কা তেজিল প্রাণ পৃথিৱী লৰিল ॥ ৮৮৬
আকাশত আনন্দ মিলিল দেৱতাৰ।
জয় জয় ৰাম বুলি কৰয় জোকাৰ ॥
ৰামৰ শিৰত বৰিষিল পাৰিজাত।
দুন্দুভি শৰদে নাচে তুলি দুই হাত ॥ ৮৮৭
দাৰুণী ৰাক্ষসী মৰি গৈল যমঘৰ।
ৰামৰ প্রসাদে দুখ খণ্ডিল লোকৰ ॥
ৰাক্ষস বধিবে প্রতি ভৈলা অৱতাৰ।
প্রথমতে ৰামে প্রাণ লৈল তাড়কাৰ ॥ ৮৮৮
দেখি বিশ্বামিত্রৰ হৰিষ ভৈল মন।
ৰামক বুলিলা মুনি প্রশংসা বচন ॥
ধন্য ধন্য ৰাম তুমি পুৰুষ প্রধান।
একপাত শৰে ৰাক্ষসীৰ লৈলা প্রাণ ॥ ৮৮৯
গুচিল দুৰ্গতি ৰাম তোমাৰ প্রসাদে।
হুয়ো চিৰঞ্জীৱ ৰাম মোৰ আশীৰ্ব্বাদে ॥
তোমাৰ নিৰ্ম্মল যশ বাঢ়োক অশেষ।
অনন্তৰে ভৈলা আসি ৰজনী প্রবেশ ॥ ৮৯০
মহাসুখে সিটো ৰাতি বঞ্চিলা তথাতে।
ৰামক মাতিলা ঋষি উঠিয়া প্রভাতে ॥
তোমাৰ বিক্রমে ৰাম তুষিলা আমাক।
নানা অস্ত্র দিয়া মই তুষিবো তোমাক ॥ ৮৯১
মন্ত্রে সমে ব্রহ্ম অস্ত্র লৈয়ো মহাশয়।
দিবোহো বৈষ্ণৱ অস্ত্র ত্রৈলোক্য বিজয় ॥
ৰুদ্রমন্ত্র সমন্বিতে দিবো ৰুদ্র শৰ।
বজ্রসায় সমে অস্ত্র দিবো বাসৱৰ ॥ ৮৯২
শিখাইবো অগ্নিৰ বাণ পৰম বিক্রম।
লৈয়োক গৰুড় বাণ আতি নিৰুপম ॥
শিখাওঁ গন্ধৰ্ব্ব বাণ বৈৰী ক্ষয়ঙ্কৰ।
সংগ্রাম বিজয়ী বাণ লৈয়ো গন্ধৰ্ব্বৰ ॥ ৮৯৩

শকতি তোমৰ ত্ৰিকণ্টক কনিয়াল।
অসি অৰ্দ্ধচন্দ্ৰ শেল শূল ভিণ্ডিপাল ॥
খড় খুৰ ত্ৰিকুণ বিশাল টাঙ্গি ভল্ল।
পৰিঘ পট্টিশ গদা পৰশু মুষল ॥ ৮৯৪
হৰিত লোহিত প্ৰাস শতঘ্নী কুলিশ।
ব্যাঘ্ৰমুখ নাগপাশ ত্ৰিশূল নিচুংশ ॥
কুবেৰ বৰুণ বাণ স্তম্ভন মোহন।
লহ অহিপত্ৰ বায়ু বাণ বিতোপন ॥ ৮৯৫
লৈয়ো নিশাচক্ৰ অস্ত্ৰ ত্ৰিভুৱনে সাৰ।
চন্দ্ৰসূৰ্য্য মন্ত্ৰ অস্ত্ৰ শক্ৰ ক্ষয়ঙ্কাৰ ॥
যমঅস্ত্ৰ দিবো যমদণ্ড সমসৰ।
শিখিয়োক দিব্য অস্ত্ৰ মন্ত্ৰ নিৰন্তৰ ॥ ৮৯৬
অসুৰ মানুষ যক্ষ ৰক্ষ পিশাচৰ।
শিখাইবো তোমাক মায়া মোহ যত শৰ ॥
স্নান কৰি আসি অস্ত্ৰ লৈয়োক এখনে।
শুনি ৰাম-লক্ষ্মণে হৰিষ ভৈলা মনে ॥ ৮৯৭
স্নান কৰি ঋষিৰ আগত বসিলন্ত।
নানা অস্ত্ৰ শস্ত্ৰ মুনি দুইকো শিখাইলন্ত ॥
বিশ্বামিত্ৰ ঋষিৰ ভৈলন্ত দুয়ো শিষ্য।
অস্ত্ৰ শিখি দুয়ো ভাই মনত হৰিষ ॥ ৮৯৮

### মাৰীচ-সুবাহু বধ

অনন্তৰে ঋষি ৰাম লক্ষ্মনক লৈয়া।
ৰঙ্গমনে তপোবনে প্ৰবেশিলা গৈয়া ॥
বিশ্বামিত্ৰে বুলিলন্ত শুনিয়োক ৰাম।
এহি তপোবন মোৰ সিদ্ধাশ্ৰম নাম ॥ ৮৯৯
মাৰীচ সুবাহু এহি বনৰ ভিতৰ।
আছে দুইৰো লগে চৈধ্য কোটি নিশাচৰ ॥
ৰাখিবা আমাৰ যজ্ঞ তাক মাৰি ৰণে।
আনিলো তোমাক মই এহিসে কাৰণে ॥ ৯০০
ৰাক্ষসক মাৰি দিয়ো আমাক নিৰ্ভয়।
তোমাৰ প্ৰসাদে হৌক যজ্ঞৰ উদয় ॥
শুনি ৰামচন্দ্ৰে বুলিলন্ত এহি হৌক।
মাৰিবো ৰাক্ষস সুখে যজ্ঞ কৰিয়োক ॥ ৯০১

শুনি মুনিৰাজৰ হৰিষ ভৈলা মনে।
ৰামক দেখিলা আসি যত মুনিগণে ॥
ফলে মূলে দুয়ো ভাইক কৰাইলা ভোজন।
পাচে তৃণশয্যাত শুতিলা দুয়োজন ॥ ৯০২
ৰজনী প্ৰভাতে উঠি মুনিগণ যত।
স্নান সন্ধ্যা তৰ্পণ কৰিয়া সমাপত ॥
যজ্ঞৰ সম্ভাৰ মানে একত্ৰ কৰিল।
শুভক্ষণে মুনিগণ যজ্ঞ আৰম্ভিল ॥ ৯০৩
ৰামক বুলিলা বিশ্বামিত্ৰ মুনিবৰ।
স্নান কৰি নিয়মে ধৰিয়ো ধনুশৰ ॥
শুনি ৰাম লক্ষ্মণে কৰিলা গৈয়া স্নান।
দুয়ো ভাই নিয়মে ধৰিলা ধনুৰ্ব্বাণ ॥ ৯০৪
অনন্তৰে ঋষিৰাজে কৰিয়া সুবেশ।
মন্ত্ৰে ৰাম লক্ষ্মণৰ বান্ধিলন্ত কেশ ॥
মণিৰত্ন কণ্ঠা দিলা দুয়ো ভাইৰ গলে।
ঋষিক পুছিলা ৰামচন্দ্ৰ কৌতূহলে ॥ ৯০৫
কেতিক্ষণে আসিবেক ৰাক্ষস দুৰ্জ্জন।
ঋষিয়ে বোলন্ত ৰাম শুনিয়ো বচন ॥
ৰাত্ৰিদিনে মৌন ব্ৰত দিন ছয় মানে।
শৰ ধনু ধৰি দুয়ো থাকা সাৱধানে ॥ ৯০৬
আসিব ৰাক্ষস ছয় দিন অনন্তৰে।
দুয়ো ভাই শৰ কৰি মাৰিবা সত্বৰে ॥
শুনি ধনু ধৰি ৰাক্ষসক বাট চাই।
উজাগৰে ৰৈলা সাৱধানে দুয়ো ভাই ॥ ৯০৭
বিশ্বামিত্ৰ মুনি যজ্ঞ কৰিবাক লৈল।
আচাৰ্য্য ব্ৰাহ্মণ তিনি সহস্ৰেক হৈল ॥
মণ্ডল নিয়মে বেদমন্ত্ৰ উচ্চাৰিলা।
সাঙ্গোপাঙ্গে ঈশ্বৰক পূজিবে লাগিলা ॥ ৯০৮
নিৰন্তৰে পূজিলেক ছয় দিনমান।
অগ্নি থাপিলন্ত কুণ্ড কৰিয়া নিৰ্ম্মাণ ॥
দিলন্ত আহুতি আতি কৰি বেদধ্বনি।
ঘৃতৰ সুৰভী ঘ্ৰাণ উঠি গৈল ছানি ॥ ৯০৯
অৰণ্যৰ পৰা নিশাচৰ গন্ধ পাইল।
মাৰীচ সুবাহু যজ্ঞ বিধ্বংসিবে আইল ॥

চৈধ্য কোটি নিশাচৰ আসিল লগত।
মাৰীচ ৰাক্ষস আইল সবাৰো আগত ॥ ৯১০
পিচত সুবাহু আসি ৰৈল মহাবল।
আকাশ ব্যাপিল যেন ঘোৰ মেঘদল ॥
যেন বজ্র পৰে ৰাৱ তেজে ভয়ঙ্কৰ।
দেখি নিৰন্তৰে ঋষি ভয় ভৈলা বৰ ॥ ৯১১
পাচে ৰাম-লক্ষ্মণে ঋষিৰ দেখি ডৰ।
নাহি ভয় বুলি আশ্বাসিলা ৰঘুবৰ ॥
মন্ত্র পঢ়ি ৰামে শৰ জুৰিলা ধনুত।
দেখিয়া ৰাক্ষস ভয় ভৈল অদভুত ॥ ৯১২
বায়ুবেগে ৰামচন্দ্রে প্রহাৰন্ত শৰ।
দাৰুণ সন্ধানে ফুটি মৰে নিশাচৰ ॥
বজ্রতো অধিক আতি ৰামৰ সন্ধান।
একছোটে ৰাক্ষস চলয় যমস্থান ॥ ৯১৩
লক্ষ্মণে ধৰিয়া ধনুশৰ প্রহাৰন্ত।
যম যেন খেদি খেদি ৰাক্ষস মাৰন্ত ॥
শানত শনাইল শৰ যেন খুৰধাৰ।
কৰন্ত লক্ষ্মণে ৰাক্ষসক বুন্দামাৰ ॥ ৯১৪
নিদাৰুণ ছোটে মৰি গৈল যমঘৰ।
লক্ষ্মণে মাৰিলা আঠ কোটি নিশাচৰ ॥
ৰামৰ শৰত মৰি গৈল ছয় কোটি।
দুই ভাই ৰাক্ষসক কৰিলা নিগুটি ॥ ৯১৫
হেন দেখি সুবাহু ৰাক্ষস ভয়ঙ্কৰ।
লক্ষ্মণক খেদি গৈল যম সমসৰ ॥
দেখি ভল্লশৰ জুৰি লক্ষ্মণে গুণত।
সন্ধানে হানিলা সুবাহুৰ হৃদয়ত ॥ ৯১৬
মহা চোটে ফুটিয়া মৰিল দুৰাচাৰ।
পৰিল ভূমিত সিটো পৰ্ব্বত আকাৰ ॥
দেখি মাৰীচৰ আতি ক্রোধ বৰ ভৈল।
ভয়ঙ্কৰ আতাসে ৰামক খেদি গৈল ॥ ৯১৭
হাসি ৰামে পাঞ্চ শৰে ভেদি হৃদয়ক।
বায়ুবাণ হানি উৰুৱাইলা মাৰীচক ॥
ঊৰ্দ্ধমুখ কৰি চাহি আছে মুনিগণে।
শুকান তৃণক যেন লৈ যান্ত পৱনে ॥ ৯১৮

ৰামশৰে ৰাক্ষসক লৈ যান্ত আকাশে।
দেখিয়া ত্রিদশ দেৱে খলখলি হাসে ॥
মহাবেগে গৈয়া সিটো ছেৰায়া সাগৰ।
হেট মাথে লঙ্কাত পৰিল নিশাচৰ ॥ ৯১৯
ভাঙ্গি গৈল ঘাৱ মূৰ ভৈল ছিৰাছিৰ।
ভৈল অচেতন বহে বোম্বালে ৰুধিৰ ॥
নপাৰে উশাস তেজ বহে নাকে মুখে।
নমৰিল কথমপি জীল বৰ দুখে ॥ ৯২০
বাণ বিষে ক্ষণে ক্ষণে হোৱে শ্রুতিহত।
ৰামময় মাত্র দেখে সকলে জগত ॥
ৰামে পাইলে বুলি ভয় হোৱে স্বপনত।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত ॥ ৯২১
সপোন সচিতে সিটো ৰাম বিনে আন।
নেদেখয় ৰামত লাগিল যেন ধ্যান ॥
নযায় নুপুহায় তাৰ ৰামৰ ভয়ত।
এৰিল মাৰীচে বিষয়ৰ ভোগ যত ॥ ৯২২
সেহি ধৰি বিদায় লইয়া ৰাৱণত।
তপ হেতু চলি গৈয়া ৰহিল বনত ॥
ৰাম লক্ষ্মণৰ দেখি বিক্রম সাক্ষাত।
পুষ্প বৰিষিলা দেৱে দুইৰো মাথাত ॥ ৯২৩
অদ্ভুত মহিমা দেখি ৰাম লক্ষ্মণৰ।
ভৈলন্ত বিস্ময় মুনিগণ নিৰন্তৰ ॥
দুই ভাইক প্রশংসা কৰিল বহুতৰ।
ধন্য ৰাম লক্ষ্মণ সাৰ্থক ধনুৰ্দ্ধৰ ॥ ৯২৪
ঈষত কটাক্ষে দুয়ো কৰি মহালীলা।
চৈধ্য কোটি ৰাক্ষস ক্ষণেকে সংহৰিলা ॥
কৰ্ম্ম দেখি জানিলোহো নুহিকা মানুষ।
ভৈলা অৱতাৰ হৰি পৰম পুৰুষ ॥ ৯২৫
ৰাক্ষস মাৰিয়া ভাৰ কৰিবা নিৰ্য্যাণ।
সাধিবাহা জগতৰ পৰম কল্যাণ ॥
যাৰ নামে সাঙ্গ হোৱে ধৰ্ম্ম কৰ্ম্ম যত।
হেন তুমি ভৈলা আসি সহায় যজ্ঞত ॥ ৯২৬
জানিলোহো আমাৰ ভাগ্যৰ নাহি সীমা।
এহিমতে দুহান্তৰো বখানি মহিমা ॥

মুনিগণ সমে বিশ্বামিত্র মহাঋষি।
পূর্ণা দিয়া যজ্ঞ সাঙ্গ কৰিলা হৰিষি ॥ ৯২৭
অগ্নি বিসর্জ্জিয়া পাচে দক্ষিণা কৰিলা।
ৰাম লক্ষ্মণক সবে আশীর্ব্বাদ দিলা ॥
বিশ্বামিত্র মুনিৰ হৰিষ আতি মন।
পৰমান্নে ভোজন কৰাইলা মুনিগণ ॥ ৯২৮
দানে মানে সমস্তৰে মন সন্তোষিলা।
সুৱৰ্ণ ৰজত বস্ত্র গাৰে গাৰে দিলা ॥
ভৈলন্ত সন্তুষ্ট মুনিগণ নিৰন্তৰ।
ৰঙ্গমনে চলি গৈলা আপোনাৰ ঘৰ ॥ ৯২৯
ৰামৰ প্রসাদে বিশ্বামিত্র মুনিবৰ।
যজ্ঞ সাঙ্গ কৰি ভৈলা হৰিষ বিস্তৰ ॥
হাতে লুণ্ডি ঘুণ্ডি আতি দুইহন্তৰ গাৰে।
আশীর্ব্বাদ কৰি বুলিলন্ত বহুভাৰে ॥ ৯৩০
তুমি নাৰায়ণ দেৱ অনাদি অনন্ত।
তুমিসে যজ্ঞৰ ফলদাতা ভগৱন্ত ॥
তুমিসে আপুনি ধর্ম্ম কর্ম্ম যজ্ঞ যত।
জানি সমর্পিলো যজ্ঞ তযু চৰণত ॥ ৯৩১
তুমি কেৱল সত্য বোলো পৰমার্থ।
তোমাৰ প্রসাদে ৰাম ভৈলোহো কৃতার্থ ॥
তোমাৰ বিনাই আন সবে ব্যৱহাৰ।
তাকে প্রৱর্ত্তাইবে প্রতি ভৈলা অৱতাৰ ॥ ৯৩২
আপুনি আচাৰী ধর্ম্ম মনুষ্যৰ নয়।
তোমাক ঈশ্বৰ বুলি কেহো নজানয় ॥
যোগবলে ছদ্ম হুয়া আছা মহাশয়।
ব্যৱহাৰ পালিবাক আমাৰ লাগয় ॥ ৯৩৩
যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক।
উচিত প্রসাদ আৰে কি দিবো তোমাক।

সীতাৰ সয়ম্বৰলৈ বিশ্বামিত্র মুনিৰ লগত
ৰাম-লক্ষ্মণৰ গমন।

এহি বুলি মনে গুণিলন্ত মুনিবৰ।
উপজিয়া আছে লক্ষ্মী জনকৰ ঘৰ ॥ ৯৩৪
যেহি যেহি ৰূপে অৱতাৰ হন্ত হৰি।
উপজন্ত লক্ষ্মী দেৱী সেহি ৰূপ ধৰি ॥
ৰামৰূপে নাৰায়ণ আছন্ত সাম্প্রত।
সীতাৰূপে লক্ষ্মী আছা জনক ঘৰত ॥ ৯৩৫
নিশ্চয়ে হৈৱন্ত সীতা ভার্য্যা ৰাঘৱৰ।
জনক নৃপতি পাতি আছে সয়ম্বৰ ॥
ৰাম-লক্ষ্মণক মিথিলাক লৈয়া যাওঁ।
সীতা সমে ৰাঘৱৰ বিবাহ কৰাওঁ ॥ ৯৩৬
হেন মনে গুণি মুনি কৰিলন্ত সাৰ।
ৰামক বোলন্ত শুনা বচন আমাৰ ॥
মিথিলা নগৰে আছে জনক নৃপতি।
ৰাজঋষি ধর্ম্ম আচৰন্ত মহামতি ॥ ৯৩৭
পুত্ৰৱতে প্রজাক পালন্ত নৃপবৰ।
সীতা নামে আছে তান দুহিতা স্নেহৰ ॥
অযোনিকা ৰূপে আছে জনকৰ ঘৰে।
যেন অমৃতৰ ঘট দুগ্ধ সাগৰে ॥ ৯৩৮
ত্রৈলোক্য মোহনী কন্যা পৰম সুন্দৰী।
কিবা লক্ষ্মী পার্ব্বতী আছন্ত মূর্ত্তি ধৰি ॥
জানকীৰ ৰূপৰ নাহিকে পটন্তৰ।
দেখি চুৰ হোৱে যত দর্প কন্দর্পৰ ॥ ৯৩৯
মুনিমনমোহন বদন ৰুচিকৰ।
দেখি লাজে থিৰ নথাকন্ত শশধৰ ॥
নয়নক দেখি আতিশয় পায়া লাজ।
পলাই গৈয়া কমল থাকিল জলমাজ ॥ ৯৪০
ৰত্ন তিলফুল জিনি নাসা কৰে কান্তি।
প্রকাশে দশন জিনি মুকুতাৰ পান্তি ॥
ভ্রুৱ সুৱলিত মদনৰ ধনু সম।
কপালত সুন্দৰ তিলক মনোৰম ॥ ৯৪১
হাস্যত বৰিষে যেন অমৃত প্রচুৰ।
নয়নে কাজল জ্বলে শিখত সিন্দুৰ ॥
দীর্ঘ কেশচয় জিনি আছে চামৰক।
ভ্রমৰাৰ শাৰী যেন কুটিল অলক ॥ ৯৪২
বিম্বফল অধিক অধৰ মনোহৰ।
অমৃত সুৰস বাণী স্বৰ কোকিলৰ ॥

নয়নৰ প্ৰান্তে যেন দলিত অঞ্জন।
মদনৰ শৰ যেন কটাক্ষ ঈক্ষণ ॥ ৯৪৩
সমান কৰ্ণৰ তলে কুণ্ডল জ্বলয়।
উপৰত চাকি চিকিমিকি প্ৰকাশয় ॥
কুণ্ডলৰ কান্তি গণ্ডস্থলে প্ৰকাশিত।
গলে গলপাতা মণিময় মনোনীত ॥ ৯৪৪
সুৰলিত ভুজযুগ দেখি লাজ পাই।
থাকিল মৃণাল গৈয়া পঙ্কজে লুকাই ॥
বাহুত বাহুতি শাঙ্খ দুয়ো হাতে আছে।
ৰত্নময় বলয়া কঙ্কণ আগে পাচে ॥ ৯৪৫
সুন্দৰ আঙ্গুলি পান্তি ললিত বলিত।
সুৱৰ্ণৰ আঙঠি প্ৰত্যেক আঙ্গুলিত ॥
মণি চন্দ্ৰ সম নখ পৰম উজ্জ্বল।
কৰ কিশলয় তুল ৰাতুল কমল ॥ ৯৪৬
হৃদয়ত বাঢ়ে স্তন বদৰী প্ৰমাণ।
দৰশনে যুৱতৰ হৰয় পৰাণ ॥
স্তন মধ্যে শোভা কৰে সাতসৰি হাৰ।
কাঞ্চনে ৰচিত মণি মালা মুকুতাৰ ॥ ৯৪৭
সুবিপুল নিতম্বক দেখিতে সুবেশ।
হৰৰ ডম্বৰু যেন ক্ষীণ মধ্য দেশ ॥
কুন্দত কুন্দলা যেন মুঠিতে লুকায়।
বতাসতে হালে ভাগি পৰিল পৰায় ॥ ৯৪৮
ৰত্নৰ মেখলা জ্বলে খোঞ্চাৰ উপৰ।
সুৰলিত উৰু ৰামকল সমৰস ॥
যাক দেখি স্তম্ভি ৰহে মদনৰ মন।
নৱ পদ্মকোষ যেন দুখানি চৰণ ॥ ৯৪৯
মাণিক মঞ্জিৰ ৰুণজুন কৰি বাজে।
সুৱৰ্ণ উজ্মাটি দশ আঙ্গুলিৰ মাজে ॥
পদতল ৰাতুল কমল আতিশয়।
ফুটি যেন সাক্ষাতে ৰুধিৰ বাজ হয় ॥ ৯৫০
প্ৰথম যৌৱনী ৰাজহংসৰ গমনী।
সৰ্ব্বাঙ্গ সুন্দৰী কন্যা আতি বিতোপনী ॥
ত্ৰৈলোক্যৰ ৰূপ হুয়া আছে একথান।
অনেক যতনে বিধি কৰিলা নিৰ্ম্মাণ ॥ ৯৫১

আতি শুভান্বিতা জনকৰ জীউ সীতা।
বিষ্ণুত ভকত সৰ্ব্বগুণে আনন্দিতা ॥
আন একো নাহি তান হৰিচিন্তা বিনে।
যেন চন্দ্ৰকলা বাঢ়ি যান্ত দিনে দিনে ॥ ৯৫২
ৰূপগুণ সীতাৰ কৰিবে কোনে সীমা।
স্ৰজিয়া থৈলন্ত বিধি মোহন প্ৰতিমা ॥
গুণন্ত মনত বসি জনক নৃপতি।
কমন বৰত বিহা দিবো সীতা সতী ॥ ৯৫৩
সৰ্ব্বসুলক্ষণী কন্যা পৰম সুন্দৰী।
ইহান সমান বৰ পাইবো কেনে কৰি ॥
গুনি গুনি ৰাজা পাচে কৰিলন্ত সাৰ।
মৃগ মাৰি মহাদেৱে দ্বাৰত আমাৰ ॥ ৯৫৪
ধনু এৰি পূৰ্ব্বকালে গৈলা মহাশয়।
তাতে যিটো জনে গুণ দিবাক পাৰয় ॥
ইটো লক্ষ্মীসমা কন্যা বিহা দিবো তাত।
এহি অঙ্গীকাৰ ৰাজা কৰিলা সাক্ষাত ॥ ৯৫৫
আলোচিয়া মনে জানকীৰ সয়ম্বৰ।
মিথিলাত সভা পাতিলন্ত নৃপবৰ ॥
বিশ্বকৰ্ম্মা সম শিল্পী আনি সৰ্ব্বজন।
কৰাইলন্ত পুৰ চিত্ৰ মন্দিৰ নিৰ্ম্মাণ ॥ ৯৫৬
অনেক উচ্ছ্ৰিত গৃহ বহল বিস্তৰ।
প্ৰকাশ কৰয় যেন কৈলাশ শিখৰ ॥
সুৱৰ্ণ ৰজত ৰত্নে কৰিলা আৰম্ভ।
অনেক সহস্ৰ ফটিকৰ দিলা স্তম্ভ ॥ ৯৫৭
হীৰা মণি মাণিক লগাইলা থানে থানে।
কৰিলা অনেক শিল্পী জানিলেক মানে ॥
নানা ৰত্নে চিকিমিকি কৰে ঠাই ঠাই।
সূৰ্য্যৰ জ্যোতিক যেন চাহন নযায় ॥ ৯৫৮
সুৱৰ্ণে ৰজতে বিৰচিল স্থলী যত।
থানে থানে মঞ্চ সজাইলন্ত নানা মত ॥
ৰাজাক উচিত সিংহাসন থৈলা পাৰি।
নানাবিধ আসন থাপিলা শাৰী শাৰী ॥ ৯৫৯
ৰাজাগণ ৰহিবাক প্ৰতি নৃপবৰ।
নানা স্থানে সজাইলন্ত যত বাসাঘৰ ॥

ভোজন সম্ভাৰ বহুবিধ উপহাৰ।
ভৰাই থৈলন্ত ৰাজা অনেক ভণ্ডাৰ ॥ ৯৬০
অনন্তৰে মাতি আনি দূত বহুতৰ।
সমস্তকে বচন বুলিলা নৃপবৰ ॥
দেশে দেশে যত ৰাজা আছে নিৰন্তৰ।
সমস্তকে কহ জানকীৰ সয়ম্বৰ ॥ ৯৬১
শুনি দশোদিশে দূত গৈল অসংখ্যাত।
ঘোষিলেক সয়ম্বৰ সমস্তে ৰাজাত ॥
জানকীৰ সয়ম্বৰ শুনি ৰাজা যত।
অমৃত পিলেক যেন হৰিষ মনত ॥ ৯৬২
বস্ত্ৰ অলঙ্কাৰ দিয়া দূতক সাদৰি।
পুছয় সীতাৰ কথা কহ ভাল কৰি ॥
শুনি দূতে ৰূপগুণ বৰ্ণাৱে সীতাৰ।
কথাতে হৰয় মন সকলে ৰাজাৰ ॥ ৯৬৩
মনে গুণে কেনমতে পাইবো জানকীক।
তান্ত বিনে জীৱন যৌৱন ধিক ধিক ॥
এহি বুলি ৰাজ্যভাৰ ভাৰ্য্যা পৰিহৰি।
চতুৰঙ্গ সেনা সমে চলে শীঘ্ৰ কৰি ॥ ৯৬৪
যাহন্তে গুণয় পথে মনে অৱগাই।
জানো আগে বিহা কৰে মোকে আগে পাই ॥
মই আগে পাওঁ যেৱে নতু পাৰে আনে।
মোৰ আগে সীতাক নিবেক কাৰ প্ৰাণে ॥ ৯৬৫
ৰূপে গুণে সমস্তে ৰাজাত মই চাৰ।
মোতে বৰিবেক ভাগ্য আছয় আমাৰ ॥
জনক নৃপতি ভালে জানন্ত আমাক।
অৱশ্যে মোতেসে বিহা দিবন্ত সীতাক ॥ ৯৬৬
এহি গুণি ৰাত্ৰি দিনে পথ বাহি যায়।
উগুল-থুগুল মনে সুখ-শান্তি নাই ॥
হস্তী ঘোৰা ৰথে ৰাজাগণে নিৰন্তৰে।
মিথিলা পশিল গৈয়া মহা আড়ম্বৰে ॥ ৯৬৭
জনকে দেখিয়া ৰাজাগণ আসিবাৰ।
পাদ্যে অৰ্ঘে পূজি কৰিলন্ত সতকাৰ ॥
বসিবাক প্ৰতি ৰাজা দিলা সিংহাসন।
প্ৰিয় বাক্য পুছন্ত কুশল আগমন ॥ ৯৬৮

বুলিলা সবাৰ প্ৰতি মধুৰ বচনে।
আজি সুপ্ৰভাত তোমাসাৰ দৰশনে ॥
যাৰ যাৰ কথা কৰ্ণে শুনিয়া আছিলো।
কিনো ভাগ্য তোমাসাক চক্ষুৱে দেখিলো ॥ ৯৬৯
এহিমতে চাটুপটু অনেক বুলিলা।
ৰহিবাক প্ৰতি দিব্য বাসাঘৰ দিলা ॥
অন্নপান ষড়ৰস ভোজন সম্ভৃত।
সমস্তকে দিলা যাক যেন সমুচিত ॥ ৯৭০
একৈ একৈ ৰাজা আইল যেন দিগপতি।
সন্তোষিলা সবাকে জনক নৰপতি ॥
পাত্ৰ মন্ত্ৰী সেনাগণ হয় হস্তী ৰথ।
নাহি তাৰ সীমা সংখ্যা আসি আছে যত ॥ ৯৭১
সবাকে নৃপতি ৰহিবাৰ স্থান দিলা।
অন্নে পানে সমস্তৰে চিত্ত সন্তোষিলা ॥
এক গোটা পদ্ম ফুলি আছে সৰোবৰে।
তাৰ মধু আশে ধাৱে ভ্ৰমৰ বিস্তৰে ॥ ৯৭২
সেহিমতে পৃথিৱীৰ ৰাজা নিৰন্তৰ।
জানকীক আশে আইল মিথিলা নগৰ ॥
ভৈলা একথান ৰাজা বৰিষেক মান।
সবাকো জনক কৰিলেক বহু মান ॥ ৯৭৩
অনন্তৰে শুভ দিন তিথি বাৰ চাই।
জনক আনিলা সবে ৰাজাক মতাই ॥
বোলন্ত নৃপতি শুনা ৰাজা নিৰন্তৰ।
আজি পাতিবোহো জানকীৰ সয়ম্বৰ ॥ ৯৭৪
এহি কাজে তুমিসব আইলা মোৰ ঠাই।
বহু দিন প্ৰবাসত আছা দুখ পাই ॥
আশা বা নিৰাশা আজি পৰিচ্ছেদা হৌক।
বোলা ৰাম ৰাম সবে সভাসদ লোক ॥ ৯৭৫

---

**ছুলড়ী**

জনকৰ বাণী ৰাজাগণে শুনি
মনত হৰিষ ভৈল।

কৰিয়া সত্বৰ আসি বাসাঘৰ
কাচিবাক সবে লৈল ॥
অগৰু চন্দন কস্তুৰি কুঙ্কুমে
ভূষিলেক সবে গাৱে।
নানাবিধ দিব্য ৰত্ন অলঙ্কাৰ
পিন্ধিলেক ঠাৱে ঠাৱে ॥ ৯৭৬
পাট পাটোৰণে বিচিত্ৰ বসনে
ভৈল আতি জাতিষ্কাৰ।
সুৱৰ্ণৰ মালা শিৰত চৰায়া
হৰিষৰ নাহি পাৰ ॥
দৰ্পণ ধৰিয়া মুখ চায়া বোলে
বিধি ভৈল সুপ্ৰসন্ন।
মোক সম ৰূপে ইতিনি ভুৱনে
নাহি আৰো একজন ॥ ৯৭৭
ধনে জনে মান্যে গুণে কুলে শীলে
দেখিয়া মোক বিশিষ্ট।
জনকনন্দিনী সীতা সুবদনী
মোকেসে বৰিব নিষ্ট ॥
এহি বুলি আতি- শয় ৰঙ্গমনে
ৰাজাগণ অসংখ্যাত।
কাচি লাসে বেশে পৰম সুবেশে
বসিলা গৈয়া সভাত ॥ ৯৭৮
ৰত্ন সিংহাসনে প্ৰকাশ কৰয়
ৰাজাগণ ভাল ভাল।
মেৰুৰ উপৰে যেন জ্যোতি কৰে
বসি দশ দিকপাল ॥
পাত্ৰ মন্ত্ৰী যত ৰাজাৰ পিচত
বসিলা গৈয়া উৎসুকে।
আন যত জন মঞ্চত বসিল
মনত মহা কৌতুকে ॥ ৯৭৯
নটী নাচে গাৱে মৃদঙ্গ বজাৱে
বাৱে নানা যন্ত্ৰ তাল।
ভাটে চাটু পটু বোলে মালসবে
যুজয় কৰি আস্ফাল ॥
নানা বাদ্য ভণ্ডে শৱদ প্ৰচণ্ডে
কৰ্ণত হানয় তাল।
ৰঙ্গ ঢঙ্গ বোলে প্ৰজাৰ আন্দোলে
সাগৰ যেন উল্লাল ॥ ৯৮০

---

ছবি

এহিমতে নৃপগণে জানকী সীতাক
দিব্য সভা মাজে বসি আছে।
মিথিলাৰ অধিপতি সভাক নিবাক প্ৰতি
কচাইলা সীতাক দিব্য কাছে ॥
আগত সীতাক লৈয়া সমাজত চলি গৈলা
নানাবাদ্য শুভ সুমঙ্গলে।
অনেক যুৱতী নাৰী চলি যায় কাচি পাৰি
সীতাৰ সঙ্গত কৌতুহলে ॥ ৯৮১
যত ইষ্ট বন্ধুজন পাত্ৰ মন্ত্ৰী পুত্ৰগণ
চলি যান্ত মহাৰঙ্গ মনে।
হাতে দিব্য ঘট ধৰি নানা লাসবেশ কৰি
গাৱন্ত মঙ্গল নাৰীগণে ॥
ব্ৰাহ্মণসকলে বেদ পঢ়ি যান্ত অবিচ্ছেদ
আতিশয় হৰিষে মনত।
চপয়ে পঢ়য় ভাট নটীসবে কৰে নাট
কৰি লয়লাস নানা মত ॥ ৯৮২
মিথিলাৰ নৃপবৰে এহিমতে অনন্তৰে
প্ৰবেশিলা সয়ম্বৰশালা।
সীতাও লগত গৈলা মেৰুত উদয় ভৈলা
যেন অভিনৱ চন্দ্ৰকলা ॥
সীতাৰ মুখৰ কান্তি দশোদিশে প্ৰকাশন্তি
যেন পূৰ্ণচন্দ্ৰৰ উদয়।
আছে যত ৰাজাগণ সবাৰো হৰিষ মন
দেখি আতি ভৈল তমোময় ॥ ৯৮৩
সীতাৰ কোমল মুখ দেখিতে পৰম সুখ
সমস্তে এৰিল ধৈৰ্য্যভাৱ।
লাজকাজ পৰিহৰি চাহয় নয়ন ভৰি
মদনে কম্পিত সৰ্ব্বগাৱ ॥

নভাসয় নেত্রে আতি কৰয় মদনে সাতি
আস ইস কৰে উসমিস।
জ্বলে আতি কামানল কৰে চিত টলবল
মনে একো নপাৰে উদ্দিশ ॥ ৯৮৪
হৃদয়ত কামশৰে পশি মহাপীড়া কৰে
কাহাৰো নুহিকে মন থিৰ।
চেতন হৰিয়া গৈল বৃদ্ধসব যুবা ভৈল
দেখি ৰূপ সীতা গোসানীৰ ॥
নমো নমো ৰঘুনাথ চৰণত থৈয়া মাথ
মন মোৰ ৰহোক তোমাত।
সমজ্যাৰ যত লোক ৰাম হৰি বুলিয়োক
তেৱে দুখ তৰিবা সাক্ষাত ॥ ৯৮৫

---

পদ

বিশ্বামিত্র বদতি শুনিয়ো ৰঘুবৰ।
সভাত আছিল যত লোক নিৰন্তৰ ॥
দেখিয়া সীতাৰ আতি ৰূপ বিপৰীত।
কামবাণে সবাৰো মোহিত ভৈল চিত ॥ ৯৮৬
যেহি অঙ্গে সীতাৰ পৰিল দৃষ্টি যাৰ।
তাৰ হন্তে পুনৰপি নপালটে আৰ ॥
সবাৰে হৰিল মন সীতাৰ ৰূপত।
নিসিজিল মন যেন যোগীৰ ব্রহ্মত ॥ ৯৮৭
জানকীৰ মুখচন্দ্রমাক নিৰন্তৰে।
সুন্দৰ অমৃত পিয়ে নয়ন চকোৰে ॥
অমৃতক দেখি যেন লুভীয়া বিস্তৰে।
নতু পূৰে মন যেন লটপট কৰে ॥ ৯৮৮
সেহিমতে জানকীক দেখি ৰাজাগণ।
কেনমতে পাইবো বুলি নসম্বৰে মন ॥
কেহো ৰাজাগণে বসি গুণয় মনত।
বোলো গৈয়া ধৰি জনকৰ চৰণত ॥ ৯৮৯
তোমাৰ দুহিতা সীতা আমাক দিয়োক।
ভৃত্য বুলি প্রভু মোক কিনিয়া থৈয়োক ॥
সেৱা কৰি তোমাক থাকিবো অহৰ্নিশ।
নপাইবাহা জোৱাই আন আমাৰ সদৃশ ॥ ৯৯০
কেহো জনে বোলয় মন্ত্রীৰ চাপো পাশ।
কত লক্ষ ধন দিয়া বুজো তান আশ ॥
মন্ত্রীৰ অধীন ৰাজাগণ নিৰন্তৰ।
তান বোলে কন্যা মোক দিব নৃপবৰ ॥ ৯৯১
কেহো বোলে ধৰো লাগ ৰাজাৰ পুত্রৰ।
শাকুতি কাকুতি তাক কৰিবো বিস্তৰ ॥
হাতত ধৰিয়া বাক্য বুলিবো বিনয়।
তোমাৰ ভগিনী মোক দিয়ো মহাশয় ॥ ৯৯২
তযু ভগিনীৰ বৰ আমিসে উত্তম।
পুছি চায়ো আন কোন আছে মোৰ সম ॥
শুনি ৰাজপুত্রে কন্যা আমাকেসে দিব।
ৰাজায়ো পুত্রৰ বাক্য অৱশ্যে কৰিব ॥ ৯৯৩
কেহো বোলে চাটুবাণী বোলোহো কন্যাক।
শুনিয়ো সুন্দৰী তুমি বৰিয়ো আমাক ॥
যত ৰাজ্যভাৰ ভাৰ্য্যা আছয় আমাৰ।
আজি ধৰি সকলো তোমাৰ অধিকাৰ ॥ ৯৯৪
থাকিবোহো আমিও তোমাৰ পালি আশ।
কৰোহো শপত যদি সঞ্জাত নযাস ॥
আমাক মহন্ত বুলি জানে সৰ্ব্বলোক।
জানিলো নিশ্চয় সীতা বৰিব আমাক ॥ ৯৯৫
হেঠমাথে বসি আলোচয় কতো জন।
সীতাৰ সখীক বোলো কাকুতি বচন ॥
বুজায়োক সীতা সতী বৰোক আমাক।
যেহি চাহা তাকে মই দিবোহো তোমাক ॥ ৯৯৬
স্ত্রীৰ উতলে আতি চিত্ত লোভ পাই।
অৱশ্যে বুলিবে তেৱে সীতাক বুজাই ॥
নিশ্চয় ধৰিব সীতা সখীৰ বচন।
এহিমতে আলোচে সকলে ৰাজাগণ ॥ ৯৯৭
শুনিয়োক কথা আৰে আত অনন্তৰ।
সমজ্যাত উঠিয়া জনক নৃপবৰ ॥
কৃতাঞ্জলি হুয়া ৰাজা বুলিলা বচন।
সাৱধান হুয়া শুনিয়োক ৰাজাগণ ॥ ৯৯৮
মহা মহা ৰাজা বহু দিন মোৰ ঠাই।
সীতাৰ নিমিত্তে ৰহি আছা দুখ পায় ॥

আজি সবাহানে এক পৰিচ্ছেদা হৌক।
যিমতে কন্যাক পায় তাক শুনিয়োক ॥ ৯৯৯
পূৰ্ব্বকালে হৰে মৃগ মাৰিয়া বনত।
এৰি গৈলা ধনুখান মোৰ দুৱাৰত ॥
পৰম সুদৃঢ় ধনু যেন বজ্রসাৰ।
ঘৰে আনি থৈয়া কৰিলোহো অঙ্গীকাৰ॥ ১০০০
পাৰয় ধনুত যেহি গুণ লগাইবাক।
সুচন্দ্রবয়নী সীতা দিবোহো তাহাক ॥
আছোহো পূৰ্ব্বত এহি অঙ্গীকাৰ কৰি।
এৱে যেহি গুণ দিবে পাৰে ধনু ধৰি ॥ ১০০১
তাহাকে বৰিব সীতা বুলিলো নিশ্চয়।
এহি বুলি লোক পাঞ্চি দিলা মহাশয় ॥
বৰ ঘৰ মাজে থৈয়া আছে ধনুখান।
সাঙ্গি বান্ধি সমজ্যাক লাগি গৈয়া আন॥ ১০০২
ৰাজাৰ বচন শুনি তেতিক্ষণে গৈল।
অৰ্ব্বুদেক লোকে ধনু সাঙ্গি কৰি লৈল ॥
কুজি মুজি হুয়া সবে আনে বল দিয়া।
আদখান ধনু আসে মাটিত লুটিয়া ॥ ১০০৩
যেনে তেনে আনি সমাজৰ মাজে থৈল।
দেখিয়া ধনুক ৰাজাগণ ভয় ভৈলা ॥
আছো গুণ দিব দাণ্ডিবাকো নাই সাস।
জানকীৰ মুখ চাই তেজয় নিশ্বাস॥ ১০০৪
সমজ্যাত ধনু থৈয়া জনক নৃপতি।
সীতাক বোলন্ত শুনিয়োক মহাসতী ॥
তোক আশা কৰি মহা মহা ৰাজাচয়।
ৰাজ্য এৰি বৰিষেক প্ৰবাস খাটয় ॥ ১০০৫
একৈ একৈ ৰাজা সুৰপতিৰ সমান।
তোমাৰ কাৰণে আসি আছে মোৰ থান ॥
সুৱৰ্ণৰ মালাগাচি ধৰিয়া হাতত।
এতিক্ষণে থাকা গৈয়া সভাৰ মাজত ॥ ১০০৬
ধনুত লগাইবে গুণ যিজনে পাৰয়।
সেহি নিজপতি তয়ু জানিবা নিশ্চয় ॥
তান মাথে মালা দিয়া কৰি নমস্কাৰ।
বৰিবাহা গই একো নকৰি বিচাৰ ॥ ১০০৭

শুনিয়া জানকী পাচে পিতৃৰ বচন।
সখীৰ মাজক চলি গৈলা তেতিক্ষণ ॥
সুৱৰ্ণৰ মালা মাৰ হাতে তুলি লই।
পৃথিৱীক নিৰেখিয়া থাকিলন্ত ৰই ॥ ১০০৮
জনকে বুলিলা ৰাজাগণক বচন।
লগায়ো পচাৰ জানকীক যাৰ মন ॥
জনকৰ বাণী শুনি কতোহো নৃপতি।
কৰন্ত যতন গুণ লগাইবাক প্রতি ॥ ১০০৯
কৰে উসমিস উঠে বসে কতোজন।
আগে পাচে চাৰে কতো চোবাৱে দশন ॥
বাহু নিৰেখিয়া কতো ফোকায় যেন নাগে।
ভাঙ্গো ধনু আজি কোন বস্তু মোৰ আগে ॥ '১০
দেখোক সকলে বাহুবলৰ মহত।
প্ৰথমত উঠি গৈলা ৰাজা শুভদত্ত ॥
ওচৰ চাপিয়া গৈয়া আস্ফোট কৰিল।
বাহু দাপ্তি মাৰি বীৰে ধনুক ধৰিল ॥ ১০১১
অনেক যতনে ধনু ধৰি বল দিল।
গুণ দিবে ছাৰি লাৰিবাকো নপাৰিল ॥
শুভদত্ত ৰাজাৰ ভাগিল চটিমটি।
লাজ হুয়া আসনত বসিলা পালটি ॥ ১০১২
আত অনন্তৰে শতধনু নৃপবৰ।
মই গুণ দিবো বুলি চাপিলা ওচৰ ॥
দশন কামুৰি শৰীৰৰ বলে ধৰি।
কতো বেলি চাহিলেক দঙ্গাদঙ্গি কৰি ॥ ১০১৩
বল দিয়া চাইল ৰাজা অনেক প্ৰকাৰে।
আছো গুণ দিবো ধনু লাৰিবে নপাৰে ॥
তাক দেখি হাসিলন্ত সকল সমাজ।
বসিল উলটি শতধনু হুয়া লাজ॥ ১০১৪
তাত অনন্তৰে মগধৰ নৰেশ্বৰ।
আতি বৰ বলবন্ত পৰম প্ৰখৰ ॥
মই গুণ দিবো বুলি হাস্ফোলিয়া গৈল।
উলটি বসিল আতি মৰা যেন ভৈল ॥ ১০১৫
লাৰিবে নপাৰে ধনু অনেক যতনে।
তাক দেখি ৰিঙ্গ পাৰি হাসে সৰ্ব্বজনে ॥

মগধৰ ৰাজাৰ মহাগৰ্ব্ব ভাঙ্গি গৈল।
উলটি বসিল আতিশয় লাজ ভৈল ॥ ১০১৬
ক্ষীৰোদধি তীৰে বসে উত্তৰ দিশত।
সনাতন নামে ৰাজা অনন্ত ভকত ॥
হুঙ্কাৰতে সমস্তে ৰাজাৰ মান লয়।
লক্ষ্মী সৰস্বতী যেৱে কন্দল কৰয় ॥ ১০১৭
তাৰা দুইকো বুজাই ৰাজা ভাঙ্গয় কন্দল।
পৰম বিক্ৰমী ৰাজা আতি মহাবল ॥
হেন ৰাজা গুণ দিবে গৈলা বলে ৰাগি।
দাঙ্গিবাকো নপাৰি বসিল গৰ্ব্ব ভাগি ॥ ১০১৮
বৰ বৰ ৰাজা লাজ ভৈল বিপৰীত।
দেখি সৱে নৃপতিৰ চমকিল চিত ॥
বলহীন মন ভৈল মুণ্ড নলাৱয়।
পৰিল নিজম হুমনিশ্বাস তেজয় ॥ ১০১৯
নোতোলয় মাথা মনে মিলে মহাদুখ।
কেৰ চক্ষু কৰি জানকীৰ চাৱে মুখ ॥
ধনুক দেখিয়া পুনু চপৰাৱে মাথ।
বিৱৰ্ণ বদনে গুণে গালে দিয়া হাত ॥ ১০২০
হৰি হৰি আজি বিধি কি কাম কৰিলো।
মান্য হৰুৱাইলো আউৰ লাজতে মৰিলো ॥
ধনুত লগাইবে গুণ গৰ্ব্ব কৰি গৈলো।
আছোক লগাইবো গুণ লঘুমাত্ৰ ভৈলো ॥ ১০২১
আগে জানো নপাৰিবো উঠি গৈলো কিক।
সমাজত লঘু ভৈলো মৰণতোধিক ॥
আসিলোহো যত ৰাজ্যভোগ পৰিহৰি।
বৰিষেক আছো জানকীক আশা কৰি ॥ ১০২২
সীতাক নপাইলো আৰো গৰ্ব্ব ভৈল ছন।
ধনুৰূপে বিধাতা কৰিলে বিড়ম্বন ॥
আপোনাৰ নিজ ভাৰ্য্যা কৰি পৰিহাৰ।
জানকীৰ আশা মাত্ৰ কৰিলো অপাৰ ॥ ১০২৩
নপাইলোহো সীতাক লভিলো বৰ দুখ।
কিমতে চাহিবো পূৰ্ব্ব কামিনীৰ মুখ ॥
আমাক এৰিয়া বিহা কৰিবাক গৈলা।
কি কাৰ্য্যক আমাৰ পাশক আসি ভৈলা ॥ ১০২৪
যি জনীক ৰাজা আনি আছা বিহা কৰি।
হৈবেক সিজনী জানো পৰম সুন্দৰী ॥
তাইৰ পাশত থাকা কৰি সুখভোগ।
আমি পুনু নৃপতি তোমাৰ নোহো যোগ ॥ ১০২৫
এহিমতে বিস্তৰ কৰিব পৰিহাস।
চাপিবো কিমতে আৱে তাসম্বাৰ পাশ ॥
কিসক আসিলো মই কি কাম কৰিলো।
সীতাৰ আশায়ে নিজ ভাৰ্য্যাতো নৰৈলো ॥ ১০২৬
এক বাস চাহন্তে হৰাইলো দুয়ো বাস।
এহি বুলি ঘনে ঘনে তেজয় নিশ্বাস ॥
দিবে পাৰো ধন জন যতেক খোজয়।
ধনুত লগাইবে গুণ কিসক বোলয় ॥ ১০২৭
নভৈল সুবুদ্ধি ইটো জনক ৰাজাৰ।
কিসক কৰিল হেনমত অঙ্গীকাৰ ॥
ধনুত লগাইবে গুণ নপাৰিলে কেৱে।
জানিলোহো জীয়েকক নিবে মহাদেৱে ॥ ১০২৮
আমি সৱে গৃহক নযাইবো এতিক্ষণ।
ধনুত লগাইবে গুণ চাহো কোন জন ॥
এহি বুলি গোষ্ঠি কৰি যতেক নৃপতি।
সয়ম্বৰ সভা মাজে আছন্ত সম্প্ৰতি ॥ ১০২৯
আমি চলি যাওঁ আসা সেই সমজ্যাক।
পাৰিবা ধনুত তুমি গুণ লগাইবাক ॥
তোমাৰ বিক্ৰম ৰাম কহিবোহো কিক।
ধনু ভাঙ্গি বিবাহ কৰিয়ো জানকীক ॥ ১০৩০
জানকীৰ সয়ম্বৰ শুনি অনুপাম।
হাসিয়া ঋষিক পাচে বুলিলন্ত ৰাম ॥
শুনা ঋষিৰাজ মই কহো স্বৰূপত।
পিতৃ পঠাই দিয়া আছে তোমাৰ লগত ॥ ১০৩১
যি কাৰ্য্যক লাগি তুমি পাঞ্চাহা আমাক।
অৱশ্যেকে লাগে মোৰ তাকে কৰিবাক ॥
বুলিলাহা যাওঁ তয়ু সঙ্গে মিথিলাক।
কেনমত ধনুখান দেখিবোহো তাক ॥ ১০৩২
ৰামৰ বচনে বিশ্বামিত্ৰ ৰঙ্গ ভৈলা।
ৰাম লক্ষ্মণক ঋষিৰাজ লগে লৈলা ॥

কুতুহলে মিথিলাক কৰিলা গমন।
পিচত চলিলা অসংখ্যাত শিষ্যগণ ॥ ১০৩৩
কত দূৰ যান্তে ভৈলা সূৰ্য্য অস্তগত।
ৰহিলন্ত গৈয়া এক নদীৰ কূলত ॥

কান্যকুব্জ দেশৰ বৃত্তান্ত।

ঋষিত পুছিলা ৰামে কৰিয়া সাদৰ।
কাৰ ইটো ৰাজ্য কহিয়োক মুনিবৰ ॥ ১০৩৪
মুনিয়ে বোলন্ত ৰাম শুনিয়ো হৰিষি।
কুশধ্বজ নামে আছিলন্ত ৰাজ ঋষি ॥
উপজিল তান ঘৰে কন্যা এক শত।
বিদ্যাধৰী সবে সম নুহিকে ৰূপত ॥ ১০৩৫
নৃত্য গীত কৰি সদা থাকে পুষ্পবনে।
দেখি কামে বিমোহিত ভৈলন্ত পৱনে ॥
আসিলন্ত বায়ু পাচে তাসম্বাৰ পাশ।
কৰিলন্ত কন্যাগণে তাহাঙ্ক নৈৰাশ ॥ ১০৩৬
দেখি কোপ কৰি বায়ু ঊনপঞ্চাশত।
ভাঙ্গিলন্ত মধ্যদেহ পশি শৰীৰত ॥
কান্যকুব্জ নাম দেশ ভৈল সেহি ধৰি।
কুশধ্বজে মনত আছন্ত চিন্তা কৰি ॥ ১০৩৭
তাহান পাশক আইল ঋষি ব্ৰহ্মদত্ত।
তাহাঙ্ক দিলন্ত দান কন্যা একশত ॥
তুষ্ট ভৈলা ব্ৰহ্মদত্ত পায়া কন্যাগণ।
হৰিষে বুলিলা কুশধ্বজক বচন ॥ ১০৩৮
হৈবেক তোমাৰ এক তনয় উত্তম।
এহি বুলি গৈয়া ঋষি আপোন আশ্ৰম ॥
হৰিষে আছন্ত কুশধ্বজ মহাশয়।
ভৈলন্ত সুপাশু নামে তাহান তনয় ॥ ১০৩৯
কুশনাভ নামে পুত্ৰ ভৈল সুপাশুৰ।
ভৈলন্ত তাহান গাধি নামে পুত্ৰবৰ ॥
আমাৰ জনক গাধি জানা মহাশয়।
বিশ্বামিত্ৰ নামে আমি গাধিৰ তনয় ॥ ১০৪০
বংশাৱলী কথা ৰাম কহিলো নিশেষ।
কান্যকুব্জ নামে আমাসাৰ নিজ দেশ ॥

ঊনপঞ্চাশত বায়ুৰ উৎপত্তি বিবৰণ।

পুনৰপি ৰামে কথা পুছিলা ঋষিত।
এক লোকপাল বায়ু জগতে বিদিত ॥ ১০৪১
কিমতে পৱন ভৈলা ঊনপঞ্চাশত।
শুনি বিশ্বামিত্ৰে কথা কহন্ত ৰামত ॥
আছন্ত কাশ্যপ মৰীচিত হন্তে হুই।
দিতি আৰু অদিতি তাহান ভাৰ্য্যা দুই ॥ ১০৪২
কাশ্যপক সেৱা দুয়ো কৰে অনুক্ষণ।
দুইত হন্তে উপজিল দেৱাসুৰগণ ॥
অদিতিত হন্তে দেৱগণ ভৈলা জাত।
দিতিত অসুৰ ভৈলা জগতে প্ৰখ্যাত ॥ ১০৪৩
সৰ্ব্বকালে দেৱাসুৰে কৰয় কন্দল।
দেৱতাক জিনিলা অসুৰ মহাবল ॥
পাচে দেৱতাক শিক্ষা দিলা নাৰায়ণ।
ভৈল সমৰন্তি যত দেৱাসুৰগণ ॥ ১০৪৪
কৰিলা যুগুতি দেৱাসুৰ নিৰন্তৰ।
পাই দিব্য অমৃতক মথিলা সাগৰ ॥
অজৰ অমৰ হৈবো ভুঞ্জিয়া অমৃত।
এহি বুলি দেৱাসুৰে কৰি এক চিত্ত ॥ ১০৪৫
মথিলন্ত গৈয়া পাচে ক্ষীৰোদ সাগৰ।
কৰিলা মথনি দাণ্ডি পৰ্ব্বত মন্দৰ ॥
সৰ্পৰাজ বাসুকীক জৰি কৰিলন্ত।
লাঙ্গুলৰ ভিতি দেৱগণে ধৰিলন্ত ॥ ১০৪৬
দৈত্যগণে টানি ধৰি সৰ্পৰ শিৰত।
উপজিল কালকূট বিষ প্ৰথমত ॥
দেখি ভয় ভৈলা দেৱাসুৰ নিৰন্তৰে।
তাক পান কৰি জীৰ্ণ কৰিলন্ত হৰে ॥ ১০৪৭
দিব্য নাৰী অপেস্বৰাগণ ভৈলা জাত।
তাৰে অনুচৰী উপজিলা অসংখ্যাত ॥
অপেস্বৰা সমস্তক দেৱগণে নিল।
দেখি দৈত্য সকলৰ অসুখ মিলিল ॥ ১০৪৮
উপজিল উচ্চৈশ্ৰৱা ঘোৰা অনুপাম।
ভৈলা জাত কল্পতৰু পাৰিজাত নাম ॥

আঠ গোট দিগ্‌গজ ভৈলেক উপগত।
উপজিল আসি গজৰাজ ঐৰাৱত ॥ ১০৪৯
দিব্যমণি কৌস্তুভ জন্মিল তেজোময়।
মাধৱৰ কণ্ঠ মাজে প্ৰকাশ কৰয় ॥
জগতজননী লক্ষ্মী ভৈলন্ত বেকত।
বিষ্ণুক বৰিয়া ৰহিলন্ত হৃদয়ত ॥ ১০৫০
লৈয়া মদ্য কলস বাৰুণী উপজিল।
গন্ধ পায়া দানৱ সকলে তাক নিল ॥
অনন্তৰে আসি উপজিলা ধন্বন্তৰী।
সম্পূৰ্ণ অমৃত ঘটে আছা হাতে ধৰি ॥ ১০৫১
দেখি দেৱ দানৱৰ হৰিষ মিলিল।
দেৱতাক হেলি দৈত্যগণে তাক নিল ॥
পাচে নাৰায়ণে দুখ দেখি দেৱতাৰ।
ধৰিলন্ত মাধৱে মোহিনী অৱতাৰ ॥ ১০৫২
কপটৰ ছলে বঞ্চি দৈত্য সমস্তক।
পিয়াইলা অমৃত হৰি দেৱতাসৱক ॥
অজৰ অমৰ দেৱ ভৈলা সেহি ধৰি।
দৈত্যক বধিলা দেৱে ঘোৰ ৰণ কৰি ॥ ১০৫৩
শুনি দিতি ধৰি কাশ্যপৰ চৰণত।
কৰন্ত ক্ৰন্দন দেৱী পৰম শোকত ॥
কিসক কান্দস দেৱী কাশ্যপে পুছিলা।
পাচে দিতি কাশ্যপত দুখ নিবেদিলা ॥ ১০৫৪
মোৰ পুত্ৰগণক মাৰিলা পুৰন্দৰ।
অমৃতক খায়া ভৈলা অজৰ অমৰ ॥
নুগুচয় মোৰ হৃদয়ৰ পুত্ৰশোক।
মোৰ পুত্ৰ ইন্দ্ৰ হৌক বৰ দিয়া মোক ॥ ১০৫৫
বৰ দিয়া কাশ্যপে বুলিলা হাস্য কৰি।
শুচি হুয়া গৰ্ভ তুমি ধৰিবা সুন্দৰী ॥
নিয়মে থাকিবে পাৰা দ্বাদশ বৎসৰ।
হৈবে তযু পুত্ৰ ইন্দ্ৰ দিলো মই বৰ ॥ ১০৫৬
শুনি দিতি কাশ্যপ ঋষিক সেৱা কৰি।
শুচি হুয়া গৰ্ভ পাচে ধৰিলা সুন্দৰী ॥
হেন দেখি পুৰন্দৰ ত্ৰাস আতি ভৈলা।
কপটে দিতিক সেৱা কৰিবাক লৈলা ॥ ১০৫৭
ছিদ্ৰ পাইলে আন গৰ্ভ কৰিবো বিনাশ।
অহৰ্নিশি দিতিৰ নছাৰে ইন্দ্ৰে পাশ ॥
যেতিক্ষণ যেহি লাগে যোগান্ত সকল।
গৰ্ভ নষ্ট কৰিবাক নপাৰন্ত ছল ॥ ১০৫৮
গৰ্ভভৰে দিতি নিয়মক পাসৰিলা।
মুক্তকেশে সন্ধ্যা বেলা শয়ন কৰিলা ॥
শীয়ৰে চৰণ দিয়া চৰণকে শিৰ।
হেন ছিদ্ৰ পায়া হাসিলন্ত পুৰন্দৰ ॥ ১০৫৯
মায়া বলে গৰ্ভত পশিলা বজ্ৰ ধৰি।
কাটিলন্ত ছৱালক সাতখান কৰি ॥
তাকো সাত সাত খান কৰিলা গৰ্ভত।
কান্দয় ছৱাল হুয়া ঊনপঞ্চাশত ॥ ১০৬০
চেতন লভিয়া দিতি দেখিলা বিস্ময়।
কিসক মাৰস ছাৱা ইন্দ্ৰক বোলয় ॥
শুনি ইন্দ্ৰে বুলিলন্ত দিতিক বচন।
যি কাৰণে অনিয়মে কৰিলা শয়ন ॥ ১০৬১
সি কাৰণে গৰ্ভ নষ্ট কৰিলো তোমাৰ।
দেৱ হুয়া থাকিবেক লগত আমাৰ ॥
বিশ্বামিত্ৰে বোলে ৰাম কহিলো বেকত।
ঊনপঞ্চাশত বায়ু ভৈলা এহিমত ॥ ১০৬২
বঞ্চিলা ৰজনী ৰাম হেন কথা মাতে।
তৈৰপৰা চলি গৈলা ৰজনী প্ৰভাতে ॥
গৌতমৰ আশ্ৰমক দেখি অনুপাম।
কৌতুকে ঋষিত কথা পুছিলন্ত ৰাম ॥ ১০৬৩
কাৰ ইটো আশ্ৰম কহিয়ো তপোধন।
নানা ফলে ফুলে দেখিবাক সুশোভন ॥
সৰ্ব্বশূন্য আশ্ৰম নেদেখো একো প্ৰাণী।
ঋষিয়ে বোলন্ত ৰাম শুনিয়োক বাণী ॥ ১০৬৪
ভাল সুমৰাইলা ৰামকমললোচন।
ইঠাইত তোমাৰ কিছু আছে প্ৰয়োজন ॥

অহল্যাৰ মুক্তি

পাচে ৰাম-লক্ষ্মণক লৈয়া ঋষিৰাজ।
প্ৰবেশিলা গৈয়া পাচে আশ্ৰমৰ মাজ ॥ ১০৬৫

গৌতম ঋষিৰ শাপ লভিয়া প্ৰচণ্ড।
আছন্ত অহল্যা সতী হুয়া শিলাখণ্ড॥
বিশ্বামিত্ৰে ৰামক বুলিলা মৃদুভাৱে।
এহি শিলাখণ্ড ৰাম পৰশিয়ো পাৰে॥ ১০৬৬
শুনি ৰামে শিলে মাত্ৰ পৰশিলা পাৱ।
শাপ এৰাই অহল্যা ভৈলন্ত শুদ্ধভাৱ॥
ঈশ্বৰৰ পদধূলা জগত দুৰ্ল্লভ।
মহা মহা মহন্তৰ নুহিকো সুলভ॥ ১০৬৭
হেনয় ধূলাক সুখে অহল্যা পাইলন্ত।
তাহান ভাগ্যৰ কোনে কহিবেকো অন্ত॥
ঘোৰ ঋষিশাপ এৰাই প্ৰকাশন্ত জ্যোতি।
দেখিয়া ঋষিত ৰামে পুছিলন্ত মাতি॥ ১০৬৮
কিবা নাম আন এন্তে ভাৰ্য্যা বা কাহাৰ।
পৰম সুন্দৰী আতি ৰূপ চমৎকাৰ॥
শিলা হুয়া আছে কেনে শূন্য আশ্ৰমত।
ইহাৰ কাৰণ কহিয়োক স্বৰূপত॥ ১০৬৯
শুনি বিশ্বামিত্ৰে দিলা ৰামক উত্তৰ।
ইহান অহল্যা নাম ভাৰ্য্যা গৌতমৰ॥
মহাঋষি গৌতমক জগতে জানয়।
তান তপ দেখি ইন্দ্ৰ ভৈল মহাভয়॥ ১০৭০
ৰাত্ৰি দিনে মানে তান সুখ শান্তি নাই।
আন তপ ভঙ্গ কৰো কমন উপায়॥
ইটো ঋষি যেনে তপ কৰয় দুৰ্ঘোৰ।
কোন দিন ইন্দ্ৰপদ কাঢ়ি লৈবে মোৰ॥ ১০৭১
মদনক আনি পাঞ্চিলন্ত পুৰন্দৰ।
যেনে তেনে তপ ভঙ্গ কৰা গৌতমৰ॥
শুনিয়া মদনে বোলে নপাওঁ আমি সাস।
জাজ্বল্য বহ্নিত কোনে কৰিবেক জাস॥ ১০৭২
জীৱন্ত যমৰ কোনে চাপিবেক পাশ।
শুনি পুৰন্দৰে দীৰ্ঘ তেজিলা নিশ্বাস॥
দিগপাল সমস্তক বুলিলা সভাত।
কৰা সবে গৌতমৰ তপক বিঘাত॥ ১০৭৩
দেৱগণে বচন বুলিলা একেবাৰে।
কালকূট খায়া কোনে মৰিবাক পাৰে॥
যদি স্বৰ্গপদ ঋষি লন্ত এতক্ষণে।
তথাপিতো আগবাঢ়ি মৰিবো কমনে॥ ১০৭৪
দেৱতাসবক ইন্দ্ৰে বুলিলেক বাণী।
স্বৰ্গপদ লৈলে তোমাসাৰ কিবা হানি॥
যেহি ইন্দ্ৰ হোৱে তুমিসব হৈবা তাৰ।
মোৰেসে কেৱলে মাত্ৰ গুচে অধিকাৰ॥ ১০৭৫
গৌতমৰ তপভঙ্গ মই কৰো যাই।
কিন্তু তুমিসব হৈবা পিচত সহায়॥
এহি বুলি নিশ্চয় কৰিয়া দেৱৰাজ।
আসিলন্ত গৌতমৰ তপোবন মাজ॥ ১০৭৬
ঋষিক দেখিয়া মহাভয়ে ভীত ভৈলা।
মায়া কৰি গৃহৰ ওচৰ চাপি ৰৈলা॥
প্ৰভাতৰ কাৰ্য্য যত কৰি সমাপতি।
ফল মূল আনিতে গৌতম মহামতি॥ ১০৭৭
প্ৰবেশিলা গৈয়া উপবনে আশ্ৰমৰ।
পাচে অহল্যাক দেখিলন্ত পুৰন্দৰ॥
ত্ৰৈলোক্যমোহিনী আতি পৰম সুন্দৰী।
নুহিকে সমান বিদ্যাধৰী অপেস্বৰী॥ ১০৭৮
অহল্যাৰ ৰূপে বাসৱক পৰশিল।
কামে বিমোহিত হুয়া বুলিবে লাগিল॥
গৌতমৰ তপ ভঙ্গ এখন আছোক।
অহল্যাৰ ৰূপে আতি মোহিলেক মোক॥ ১০৭৯
মোক্ষ নুহিবেক আন সঙ্গমৰ সৰি।
কোন ছাৰ স্বৰ্গ বিদ্যাধৰী অপেস্বৰী॥
আহান অধৰ-মধু পিবে যেৱে পায়।
তেৱে কোটি কোটি অমৃততো কাৰ্য্য নাই॥ '৮০
আক এৰি স্বৰ্গে গৈয়া কি কাম কৰিবো।
প্ৰাণে যদি মৰো আজি তথাপি হৰিবো॥
এহি বুলি ইন্দ্ৰে মনে গুণিয়া অশেষ।
গৌতম ঋষিৰ পাচে ধৰিলন্ত বেশ॥ ১০৮১
গৃহত প্ৰবেশ পাচে ভৈলা ছদ্ম কৰি।
স্বামী আসিবাৰ দেখি অহল্যা সুন্দৰী॥
আথবেথ কৰিয়া আসন আনি দিল।
কৰণ্ডি পেলায়া থৈয়া আসনে বসিল॥ ১০৮২

অহল্যা মধুৰ বাণী পুছিলা সাদৰে।
অৰণ্যক নগৈ কেনে উলটিলা ঘৰে ॥
ইন্দ্রে মনে বোলে বিধি সুপ্রসন্ন ভৈলা।
ছদ্মৰূপে গৌতমে মাতিবে পাচে নৈলা ॥ ১০৮৩
কি পুছস সুন্দৰী বিপাক আজি মোৰ।
ঘৰ হন্তে যাহন্তে দেখিলো মুখ তোৰ ॥
শৰত কালৰ পূৰ্ণচন্দ্ৰ নুহি সৰি।
কামবাণে পীড়া মোক কৰে সেহি ধৰি ॥ ১০৮৪
বিহা কৰি আনিবাৰ পৰা কদাচিত।
হেনমত ৰূপ নতো দেখো বিপৰীত ॥
আজি জানো বিধাতা কৰিল বিড়ম্বন।
তোহোৰ নিমিত্তে পীড়া কৰয় মদন ॥ ১০৮৫
চল যাওঁ শয্যাক পুছস আৰ কিক।
শুনিয়া অহল্যা সতা বোলয় স্বামীক ॥
আজি দেখো তুমি প্ৰভু কেনমত ভৈলা।
লাজ কাজ তপ ব্ৰত পাচ কৰি থৈলা ॥ ১০৮৬
ত্ৰিজগতে জানে তুমি মহা মুনিবৰ।
তোমাৰ অকাৰ্য্যে হাসিবেক নিৰন্তৰ ॥
সমস্তে শাস্ত্ৰত তুমি আপুনি পাৰ্গত।
কৰিব আলাপ স্ত্ৰীক ঋতু সময়ত ॥ ১০৮৭
ঋষিসকলৰ ধৰ্ম্ম এহিসে নিশ্চয়।
ঋতুবাজে স্ত্ৰীক আলাপিলে পাপ হয় ॥
তুমি কেনে ঋতু বিনে কৰিবা আলাপ।
নপাৰোহো বুজিবে তোমাৰ কিবা কাপ ॥ '৮৮
মোকেসে পৰীক্ষা কৰা জানিলোহো নিষ্ঠ।
নুহি কেনে ইবোল বুলিলা তুমি শিষ্ট ॥
হেন শুনি কপট গৌতমে বোলে বাণী।
ভাল তুমি অহল্যা বুলিলা ধৰ্ম্ম জানি ॥ ১০৮৯
কিন্তু মোৰ ধৰ্ম্ম তুমি কৰিলা বিঘাত।
তোমাৰ ৰূপেসে কামে কৰে উতপাত ॥
যিহেতু ভৈলাহা তুমি পৰম সুন্দৰী।
ত্ৰৈলোক্যৰ ৰূপ থৈলে একস্থান কৰি ॥ ১০৯০
যিকালত বিহা কৰি তোমাক আনিলো।
হৈবে মোৰ ধৰ্ম্ম নষ্ট তেথনি জানিলো ॥

তোমাৰ ৰূপত যাৰ নিমজিল মন।
ৰাখিবেক ধৰ্ম্ম হেন আছে কোনজন ॥ ১০৯১
আজি যেৱে প্ৰাণ ৰহে মদন অনলে।
তেৱে তপ ধৰ্ম্ম কৰ্ম্ম পাইবোহো সকলে ॥
এখনে কামিনী মোৰ প্ৰাণ ৰক্ষা কৰা।
চলিয়োক শয্যাক বিলম্ব পৰিহৰা ॥ ১০৯২
পুনৰপি বুলিলন্ত অহল্যা বচন।
শুনিয়োক প্ৰভু তুমি থিৰ কৰা মন ॥
হৰিক সুমৰি ব্ৰহ্মমন্ত্ৰ কৰা জপ।
কপট গৌতমে বোলে এৰা কাপ ঝাপ ॥ ১০৯৩
বাৰম্বাৰ হৰি স্মৰি ধৰিলো ধিয়ান।
তোক বিনে সমাধিতো নেদেখিলো আন ॥
কিবা মোক বুজাস নজানো কিবা মই।
মোত কৰি অধিক পণ্ডিত ভৈলি তই ॥ ১০৯৪
কামবাণে ফুটি মোৰ প্ৰাণ সঙ্কলয়।
কামাতুৰ ভৈলে পৰদাৰাকো হৰয় ॥
কৰিলন্ত ব্ৰহ্মা নিজ দুহিতা আলাপ।
তথাপিতো তান্ত দেখো নিসিজিল পাপ ॥ ১০৯৫
নিজ ভাৰ্য্যা আলাপিবো দোষ আত বৰ।
মোৰ প্ৰাণ যায় তই পাতস জগৰ ॥
অহল্যা গুণয় জানো মিলয় অকাজ।
আলাপ নাপাই শাপিবেক ঋষিৰাজ ॥ ১০৯৬
জানিলোহো বিধাতা আমাক বিড়ম্বিল।
মহাভয় হুয়া আতি বচন বুলিল ॥
শুনিয়োক মহাঋষি বচন আমাৰ।
ধৰ্ম্মত থাকিয়া বুজাইলোহো বাৰে বাৰ ॥ ১০৯৭
স্ত্ৰী জাতি কিবা আমি জানো শাস্ত্ৰচয়।
আন আন মহাঋষি তোমাত পুছয় ॥
তথাপিতো কৰা যদি ধৰ্ম্ম পৰিত্যাগ।
দিবা গুচি আসি তেৱে হৌক নিশাভাগ ॥ '৯৮
দিনত শৃঙ্গাৰ ধৰ্ম্ম নুহিকে উচিত।
সামান্য জনৰো ইটো আতি গৰহিত ॥
মায়াবী গৌতমে বোলে শুনা প্ৰাণেশ্বৰী।
তই ধৰ্ম্ম চিনাস আছিলো মই মৰি ॥ ১০৯৯

কামাতুৰ ভৈলে তাৰ ধৰ্ম্ম কৈত আছে।
চল যাওঁ শয্যাক বুজাবি মোক পাচে ॥
অহল্যা বোলয় যেনে লাগে কৰা তাক।
হাতে কোনে পাৰয় হস্তীক ঠেলিবাক ॥ ১১০০
শুনি বাসৱৰ আতি ৰঙ্গ ভৈলা মনে।
আথবেথ কৰিয়া উঠিল তেতিক্ষণে ॥
শয্যাক নিলন্ত তাক ধৰিয়া হাতত।
কৰিলা অনেক ক্ৰীড়া কামে হুয়া মত্ত ॥ ১১০১
মহা কামাতুৰ ইন্দ্ৰ ৰতিত কুশল।
ষোড়শ শৃঙ্গাৰ ভাৱ দেখাইলা সকল ॥
দেখিয়া বিস্ময় মন ভৈল অহল্যাৰ।
গৌতম ঋষিৰ নোহে ইমত শৃঙ্গাৰ ॥ ১১০২
জানিলো নুহিকা ইটো বাসৱত পৰ।
এহি বুলি ভৈলা দেৱী শয্যাৰ অন্তৰ ॥
ভৈলো সৰ্ব্বনাশ বুলি ভৈলা মহাভয়।
থিৰ নোহে হাত ভৰি শৰীৰ কম্পয় ॥ ১১০৩
মাতিলা অহল্যা পাচে কোপ কৰি মন।
অৰে তই কহ কোন পৰম দুৰ্জ্জন ॥
শুনিয়া ইন্দ্ৰৰ ভয়ে গৰ্ভ গৈল গলি।
প্ৰকম্পিত হুয়া মাতিলন্ত কৃতাঞ্জলি ॥ ১১০৪
শুনিয়োক মহামতি মই দেৱৰাজ।
আনে কোনে কৰিবেক ইমত অকাজ ॥
অহল্যা বোলন্ত দূৰ গুচ দুৰাচাৰ।
পতিব্ৰতা ধৰ্ম্ম নষ্ট কৰিলি আমাৰ ॥ ১১০৫
শাপি তোক এখনে কৰিবে পাৰো ছাই।
তথাপিতো মোৰ আৰো পৰিক্ৰিয়া নাই ॥
অৱশ্যকে মই ঘোৰ নৰকক যাইবো।
তোক শাপ দিয়া মই কোন ফল পাইবো ॥ '০৬
মই তোক কিবা কাজে কৰিবোহো দণ্ড।
স্বামীৰ শাপত তোৰ হৈবে লণ্ডভণ্ড ॥
যি ভৈল সি ভৈল মোৰ শুনৰে বৰ্ব্বৰ।
তই মাত্ৰ আপোনাৰ প্ৰাণ ৰক্ষা কৰ ॥ ১১০৭
নতো পান্ত আসি তোক গৌতমে যাৰত।
সত্বৰে এথাৰ পাপী অন্তৰ তাৰত ॥
হেন শুনি মহাভয় লাজে পুৰন্দৰ।
তেখনে ধৰিলা বেশ বৃদ্ধ ব্ৰাহ্মণৰ ॥ ১১০৮
শণ পাজ্জি হেন কেশ ভোবোকাৰ দাঢ়ি।
ভগা ছাতিখানি বাম কান্ধে আছে পাৰি ॥
হাতে গলে শিৰে মালা আছে ৰুদ্ৰাক্ষৰ।
লৰবৰ দান্ত ফোটা কৰে চবচৰ ॥ ১১০৯
কৰে কম্প কম্প হাত পাৱ নুহি থিৰ।
কাখে ভগী জুলি লাখুটিত দিয়া ভিৰ ॥
ভিক্ষুকৰ বেশে নওলাৰ ভৈলা বাজ।
সেহি বেলা আসিলা গৌতম ঋষিৰাজ ॥ ১১১০
সাৰি যাওঁ বুলি আগে বেগ দিয়া গৈল।
গৌতমক দেখি পাচে বেগ থিৰ ভৈল ॥
কাসে ঢুলু ঢুলু কৰি থিৰ নুহি মন।
গৌতমে বোলন্ত ইটো যায় কোন জন ॥ ১১১১
কাহাকো নেদেখি আগে গৈল সৰসৰি।
মোক দেখি ইহাৰ কাম্পয় হাত ভৰি ॥
নুহিকে ভিক্ষুক ইটো জানিলো নিশ্চয়।
কপট ব্ৰাহ্মণ বেশ ভৈল মোক ভয় ॥ ১১১২
আন কোনো নোহে ইটোজন পুৰন্দৰ।
ছদ্মৰূপে জানো বিধ্বংসিল মোৰ ঘৰ ॥
এহি বুলি গৌতমে কৰিয়া মনে হাস।
মাতিলন্ত ৰহ অৰে কোন তই যাস ॥ ১১১৩
শুনিয়া বাসৱে আতি ভৈলা ভয়ে ত্ৰাস।
নিশ্বাস তেজিয়া বোলে ভৈলো সৰ্ব্বনাশ ॥
হা কি কৰিলো কোন সময়ে লৰিলো।
গৌতম স্বৰূপ মৃত্যু মুখত পৰিলো ॥ ১১১৪
নাই শ্ৰুতি জ্ঞান ভয়ে উৰি গৈল জীৱ।
কপট এৰিয়া গৈয়া আগে ভৈলা থিৰ ॥
যম যেন গৌতমক দেখন্ত সাক্ষাত।
মৰা যেন ভৈল থিৰ নুহি ভৰি হাত ॥ ১১১৫
নাই মাত বোল আতি সেপকে নোঢোকে।
বুঢ়া বানৰক যেন পাইল পুত্ৰশোকে ॥
হৃদয় শুকাইল মুখে ধূলা উৰি যায়।
কৃতাঞ্জলি ৰহিলা তলক লাগি চাই ॥ ১১১৬

কোপে বাসৱক ঋষি মাতিলন্ত হাসি।
মোহোৰ ঘৰক বেটা বিধ্বংসিলি আসি ॥
ছাগ যেন ভৈল একো নাই লাজ কাজ।
এহিসে কৰ্ম্মক লাগি ভৈলি দেৱৰাজ ॥ ১১১৭
নটত অগন তই ভৈলি দুৰাচাৰ।
নিৰশঙ্ক হুয়া ভাৰ্য্যা হৰস আমাৰ ॥
মই ত্ৰৈলোক্যৰ ৰাজা বুলি গৰ্ব্ব তোৰ।
একোকে নচাস কৰ্ম্ম কৰহ দুৰ্ঘোৰ ॥ ১১১৮
বিশ্বৰূপ ব্ৰাহ্মণক কাটি পাইলি লাই।
বান্টি দিয়া ব্ৰহ্মবধ পাপ কৈলি ছাই ॥
আমাৰ ভাৰ্য্যাক হৰি সেহিমত চাস।
মোৰ হাত সাৰি আজি সেন্থৰে নযাস ॥ ১১১৯
কোনে কি কৰিব মোক হেন মনে মান।
গৌতম ঋষিৰ একো মহিমা নজান ॥
স্বৰ্গৰ যতেক নাৰী তোক নুজুৰিল।
গৌতমৰ স্ত্ৰীতে তোৰ মনক পূৰিল ॥ ১১২০
পৰনাৰী হৰে যাৰ ঘৰে ভাৰ্য্যা নাই।
তোৰ যত ভাৰ্য্যা তাৰ লেখাও নপাই ॥
তথাপিতো ব্ৰাহ্মণৰ ভাৰ্য্যাক হৰস।
কৰো শাস্তি যেন হেন কৰ্ম্ম নকৰস ॥ ১১২১
এহি বুলি ক্ৰোধে জ্বলি ভৈলা বহ্নি সম।
ইন্দ্ৰ বোলে নুহি ঋষি পাইলে মোক যম ॥
কোপে বাসৱক ঋষি বুলিলন্ত মাতি।
শুন পুৰন্দৰ হেৰ বিহো তোৰ শাস্তি ॥ ১১২২
সৰ্ব্বদাই তই যোনিতেসে মাত্ৰ ৰত।
সহস্ৰ হউক যোনি তোৰ শৰীৰত ॥
যেন আনক্ষণ নকৰস হেন দোষ।
এতিক্ষণে ছিণ্ডিয়া পৰক অণ্ডকোষ ॥ ১১২৩
বিহিলোহো শাস্তি তোৰ যেহেন উচিত।
ব্ৰাহ্মণক আৰো যেন নকৰ ইঙ্গিত ॥
হেন শাপ গৌতমে ইন্দ্ৰক যেৱে দিল।
পাতকৰ ফল আসি তেখনে মিলিল ॥ ১১২৪
ইন্দ্ৰৰ শৰীৰ গোট যোনিময় ভৈল।
দুই অণ্ডকোষ তেতিক্ষণে ছিণ্ডি গৈল ॥

দেৱৰ ঈশ্বৰ আতি ভৈল লণ্ডভণ্ড।
এৰাইতে শকতি নাহি ব্ৰাহ্মণৰ দণ্ড ॥ ১১২৫
মহাহিত উপদেশ শুনিয়োক সৰ্ব্ব।
ব্ৰাহ্মণত অল্পো নকৰিবা অবগৰ্ব্ব ॥
এৰিয়ো বিপ্ৰত অৱহেলা সৰ্ব্বদাই।
দেখা কেনমত ভৈল দেৱৰ বিলাই ॥ ১১২৬
হুয়া আতি বীভৎস শাপত গৌতমৰ।
মহাতাপে মনত গুণন্ত পুৰন্দৰ ॥
যাইবোহো স্বৰ্গক আৰে মই কোন লাজে।
পূৰ্ব্বত দিলেক হাক দেৱতা সমাজে ॥ ১১২৭
তথাপি আসিলো তপভঙ্গ কৰিবাক।
আছো তপ ভাঙ্গিবো নাশিলো আপোনাক ॥
কোনবা বিধিয়ে মোক ঠেকিলে বিপাক।
জগতৰ লোকে আৰে হাসিবেক মোক ॥ ১১২৮
হৰি হৰি বিধাতা নভৈলা মোৰ ফাল।
ই লাজত কৰি জানা মৰণেসে ভাল ॥
শাপ দিয়া ভস্ম ঋষি নকৰিলা কিক।
ভৈলোহো বীভৎস মই মৰণতোধিক ॥ ১১২৯
কোন কৰ্ম্ম কৰো আৰে কৈক লাগি যাওঁ।
ইটো লাজ অপমান কহিতে এৰাওঁ ॥
এহি বুলি উত্তৰ দিশক লাগি যাই।
পদ্মৰ তন্তুত গৈয়া থাকিলা লুকাই ॥ ১১৩০
শাপ দিয়া ইন্দ্ৰক গৌতম মুনিবৰ।
কোপমনে গৈয়া প্ৰবেশিলা নিজ ঘৰ ॥
অহল্যা আছন্ত মহা মনে তাপ কৰি।
স্বামী আসিবাৰ পাচে দেখিলা সুন্দৰী ॥ ১১৩১
মহাত্ৰাসে স্বামীৰ নহন্ত সতী আগ।
অহল্যাক মাতিলা গৌতম মহাভাগ ॥
শুনা সতী অহল্যা কহিবি নিষ্ঠ কৰি।
কিবা ভাল মন্দ কৰ্ম্ম আছস আচৰি ॥ ১১৩২
শুনি অহল্যাৰ হেন উৰি গৈল জীৱ।
যোৰহাতে গৌতমৰ আগে ভৈল থিৰ ॥
লাজে ভয়ে ধীৰে ধীৰে মাতন্ত স্বামীক।
আপুনি সৰ্ব্বজ্ঞ তুমি মোত পুছা কিক ॥ ১১৩৩

তযু ৰূপ ধৰি ইন্দ্ৰ আইল ছলিবাক।
নুহিকা সৰ্ব্বজ্ঞ মই নজানিলো তাক ॥
তোমাকেসে জানিয়া কহিলো ধৰ্ম্ম যত।
কপট বাসৱে তাক নধৰি মনত ॥ ১১৩৪
কামে মত্ত হুয়া ইন্দ্ৰে হৰিলেক মোক।
শাপি ভস্ম কৰিয়োক প্ৰায়শ্চিত্ত হৌক ॥
গৌতমে বোলন্ত মিছা নামাতিলি তই।
শাপি তোক ভস্ম আৰো নকৰোহো মই ॥ ১১৩৫
অজ্ঞান দোষৰ তথাপিতো কৰো দণ্ড।
কতো কাল মানে হুয়া থাক শিলাখণ্ড ॥
ৰামৰূপে হৰি আসি হৈব অৱতাৰ।
ৰাক্ষসক মাৰিয়া খণ্ডিব ভূমিভাৰ ॥ ১১৩৬
তান পদৰেণু পাইলে হৈবি পূৰ্ব্বৱত।
নকৰিবি সংশয় কহিলো স্বৰূপত ॥
আজি হন্তে কোন প্ৰাণী তোক নেদেখোক।
ইটো আশ্ৰমত আৰো লোক নাথাকোক ॥ ১১৩৭
এহি বুলি গৌতম তেখনে চলি গৈলা।
উত্তৰ দিশত গৈয়া তপ কৰি ৰৈলা ॥
অহল্যা ভৈলন্ত শিলা স্বামীৰ শাপত।
সেহি ধৰি নাহি একোজন আশ্ৰমত ॥ ১১৩৮
তযু পদ পঙ্কজৰ ৰেণু প্ৰসাদত।
এহেন্তে অহল্যা সতী ভৈলা পূৰ্ব্বৱত ॥
গৌতমৰ ভাৰ্য্যা এন্তে জানিবাহা ৰাম।
শুনি অহল্যাক ৰামে কৰিলা প্ৰণাম ॥ ১১৩৯
বিশ্বামিত্ৰ মুনিত পুছিলা ৰঘুবৰ।
কহিয়োক পাচে কেন ভৈল বাসৱৰ ॥
ঋষি বোলে শুনা ৰাম ৰঘুবংশধৰ।
শচী একো থিতি নজানিয়া বাসৱৰ ॥ ১১৪০
পাচে বৃহস্পতিত পুছিলা শচী সতী।
স্বামী কিবা ভৈলা কহিয়োক বৃহস্পতি ॥
দেৱগুৰু বোলন্ত নজানো মই তাক।
তেৱেসে স্বামীক পাইবা পূজিয়ো দুৰ্গাক ॥ ১১৪১
শুনি শচী দেৱী তেৱে দুৰ্গাক পূজিলা।
তুষ্ট হুয়া দুৰ্গায়ো শচীক দেখা দিলা ॥
শচীক বোলন্ত যেন লাগে লৈয়ো বৰ।
শচী বোলে কৈয়ো কিবা ভৈল পুৰন্দৰ ॥ ১১৪২
ইন্দ্ৰৰ বৃত্তান্ত দুৰ্গা কহিলা শচীত।
পাইবাহা স্বামীক বুলি ভৈলা অন্তৰ্হিত ॥
বৰ পায়া শচী আনন্দিত আতি ভৈলা।
বৃহস্পতি সমে সৰোবৰ তীৰে গৈলা ॥ ১১৪৩
পাচে পুৰন্দৰক মাতিলা বৃহস্পতি।
হৈবেক কল্যাণ উঠিয়োক মহামতি ॥
গুৰুৰ বচন শুনিলন্ত পুৰন্দৰ।
পদ্মৰ তন্তুত আছা সহস্ৰ বৎসৰ ॥ ১১৪৪
তাৰপৰা উঠিয়া তীৰক লাগি গৈলা।
শচী বৃহস্পতি সমে একথান ভৈলা ॥
শাপৰ বৃত্তান্ত কহিলন্ত পুৰন্দৰ।
দেখা গুৰু কেন মোৰ ভৈল অথন্তৰ ॥ ১১৪৫
কি কৰিবো গুৰু আৱে উপদেশ দিয়ো।
বৃহস্পতি বোলন্ত দেৱীক আৰাধিয়ো ॥
পাচে পুৰন্দৰ শুনি গুৰুৰ বচন।
একচিত্তে কৰিলা দেৱীক আৰাধন ॥ ১১৪৬
তুষ্ট হুয়া দেৱী আসি ভৈলন্ত সাক্ষাত।
দেখি পুৰন্দৰে প্ৰণামিলা নমাই মাথ ॥
স্তুতি নতি ভকতি কৰিলা বহুতৰ।
পাৰ্ব্বতী বোলন্ত যেন লাগে লৈয়ো বৰ ॥ ১১৪৭
বাসৱে বোলন্ত মাৱ বৰ দিবা মোক।
মহাঋষি গৌতমৰ শাপ দূৰ হৌক ॥
পাৰ্ব্বতী বোলন্ত ব্ৰহ্মশাপ আছা পাই।
তাক গুচাইবাক লাগি মোৰ শক্তি নাই ॥ ১১৪৮
তথাপিতো দেও বৰ তাক শুনিয়োক।
যোনি গুচি ইটো সহস্ৰেক চক্ষু হৌক ॥
হৈবেক তোমাৰ নাম সহস্ৰলোচন।
ভৈলা অন্তৰ্দ্ধান বুলি এতেক বচন ॥ ১১৪৯
দেৱীক আৰাধি বৰ পাইলন্ত প্ৰত্যেক।
যোনি গুচি ক্ষণে ভৈল চক্ষু সহস্ৰেক ॥
তেৱেসে স্বৰ্গক লাগি গৈলা পুৰন্দৰ।
দেখিয়া হৰিষ ভৈলা দেৱতাসবৰ ॥ ১১৫০

শচীৰ আনন্দ স্বামী আসিলন্ত ঘৰে।
অশ্বিনীকুমাৰ দুইক আনি পুৰন্দৰে॥
অণ্ডকোষ নাহি মোৰ কথা কহিলন্ত।
ছাগলৰ অণ্ড বৈদ্যে আনি জোৰাইলন্ত॥ ১১৫১
তেৱে ইন্দ্ৰ দেৱৰ সন্তুষ্ট ভৈল মন।
খাসিক দিলন্ত বৰ সহস্ৰলোচন॥
হৌক খাসি ছাগল পবিত্ৰ সুকোমল।
লাগিবেক দেৱ পিতৃ কাৰ্য্যত সকল॥ ১১৫২
ভৈলা আসি পৱিত্ৰ ইন্দ্ৰৰ পায়া বৰ।
খাসি কৰিলাত বীৰ্য্য বাঢ়য় ইন্দ্ৰৰ॥
কহিলো তোমাত ৰাম কথা নিৰন্তৰ।
এহিমতে শাপমুক্ত ভৈলা পুৰন্দৰ॥ ১১৫৩
অনন্তৰে জানিলন্ত গৌতমে ধ্যানত।
ভৈলন্ত অহল্যা সতী মুকুত শাপত॥
পৰম হৰিষ মনে ঋষি সৰ্ব্বজান।
ভাৰ্য্যায়ে সহিতে আসি ভৈলা একথান॥ ১১৫৪
ৰাম-লক্ষ্মণক ঋষি আশীৰ্ব্বাদ দিলা।
দুয়ো ভাই গৌতম ঋষিক প্ৰণামিলা॥
বিশ্বামিত্ৰ মুনিক গৌতম মুনিবৰ।
পৰম গৌৰৱে প্ৰশংসিলা বহুতৰ॥ ১১৫৫
সাধিলা আমাৰ কিনো বৰ উপকাৰ।
অহল্যা মুকুত ভৈলা প্ৰসাদে তোমাৰ॥
তযু উপকাৰ নপাৰিবো শুজিবাক।
নিজগুণে কিনি যেন থৈলাহা আমাক॥ ১১৫৬
পাচে ঋষি গৌতমে ৰামক মাতিলন্ত।
শুনিয়োক ৰাম তুমি পুৰুষ মহন্ত॥
অনাদি ঈশ্বৰ তুমি দেৱতাৰো দেৱ।
অনাথৰ গতি তুমি বিনে নাই কেৱ॥ ১১৫৭
তযু পদ ধূলাৰ মহিমা অদভুত।
যাহাৰ পৰশে ভৈলা অহল্যা মুকুত॥
ভালেসে তোমাৰ পদধূলা আশা কৰি।
মহা মহা মহন্তে সমস্ত পৰিহৰি॥ ১১৫৮
তোমাৰ চৰণে সেৱা সদায় কৰন্ত।
তযু মহা প্ৰসাদে মোক্ষকো নাদৰন্ত॥
এহিমতে কৰি স্তুতি ৰামক বিস্তৰ।
অহল্যা সহিতে চলি গৈলা মুনিবৰ॥ ১১৫৯
শুনা সভাসদ পদ ৰামৰ চৰিত্ৰ।
শুনন্তে কৰ্ণত যেন বৰিষে অমৃত॥
অনায়াসে গুচিবেক সংসাৰৰ দুখ।
বোলা ৰাম লভিবা পৰমানন্দ সুখ॥ ১১৬০

---

ৰামৰ হৰধনু ভঙ্গ

**দুলড়ী**

অনন্তৰে মহা ঋষি বিশ্বামিত্ৰ
ৰাম-লক্ষ্মণক লই।
সহৰিষ মনে মধুৰ গমনে
মিথিলা পাইলন্ত গই॥
ঋষিৰ পাচত হৰিষ মনত
চলন্ত ৰাম লক্ষ্মণ।
যেন শিশু সিংহ দেখিতে বিড়িঙ্গ
গজৰ যেন গমন॥ ১১৬১
মৃদু সুকোমল চৰণ যুগল
চলাৱন্ত লয়লাসে।
দিশ পাশ প্ৰতি কৰি প্ৰজ্বলিত
ৰামৰ দেহা প্ৰকাশে॥
পৰম মধুৰ লাৱণ্য প্ৰচুৰ
সাক্ষাত যেন মদন।
মহা মনোহৰ মূৰুতি সুন্দৰ
দেখি চাৱে সৰ্ব্বজন॥ ১১৬২
ঈষত হসিত বৰিষে অমৃত
দেখন্তা লোকৰ গাৱে।
জুৰায় মন প্ৰাণ নভাসে নয়ন
যতেক ৰামক চাৱে॥
লগত উভতি চলে সৰ্ব্বজন
প্ৰশংসিয়া বহুভাৱে।
ইটো পুৰুষক তুলিলে কোনেনো
সুৱৰ্ণকুক্ষীয়া মাৱে॥ ১১৬৩

যিটো ভাগ্যৱতী পাইলা আঙ্ক পুত্ৰ
তাইৰ বিধি সুপ্ৰসন্ন ।
সিজনীৰ সম পুণ্য জানো আৰ
নতো কৰে একোজন ॥
ৰামৰ সমান পুৰুষ উত্তম
ইতিনি লোকত নাই ।
ত্ৰৈলোক্যৰ ৰূপ ইহান শৰীৰে
থৈলা বিধি এক ঠাই ॥ ১১৬৪
সীতাৰ সদৃশ এহেন্তেসে বৰ
বিধি নিৰ্ম্মিলন্ত জানি ।
সয়ম্বৰ সম- য়ত মিথিলাত
দৈৱে মিলাইলন্ত আনি ॥
জনক নৃপতি কি কাৰ্য্য কৰিলা
অঙ্গীকাৰ বিপৰীত ।
কঠিন ধনুত কোমল শৰীৰে
নপাৰিবে গুণ দিত ॥ ১১৬৫
ইহেন বৰত আপোন ইচ্ছায়ে
সীতাক দিবে নপাইল ।
যেন কোনজনে হাতৰ অমৃত
আপুনি ঠেলি পেলাইল ॥
যেন নৱনিধি পায়া হৰুৱাৰে
দৰিদ্ৰ আপোন দোষে ।
ৰামক দেখিয়া যত নৰ-নাৰী
এহিমতে সবে ঘোষে ॥ ১১৬৬
মুনিৰ পিচত পৰম হৰিষে
চলন্ত ৰাম-লক্ষ্মণ ।
বিশ্বামিত্ৰ মুনি সয়ম্বৰ শালা
পাইল গৈয়া কতক্ষণ ॥
জনক নৃপতি দেখি সচকিত
উঠিলন্ত চালি গাৱ ।
আপুনি আসন পাৰিয়া দিলন্ত
বুলি আতি মৃদুভাৱ ॥ ১১৬৭
পাচে জানুশিৰে পৰশি সাদৰে
কৰিলন্ত নমস্কাৰ ।
সঅৰ্ঘে ঋষিক কৰিলন্ত পূজা
হৰিষৰ নাই পাৰ ॥
সুখে আসনত বসিয়া আছন্ত
বিশ্বামিত্ৰ মুনিবৰ ।
দক্ষিণত ৰাম বামত লক্ষ্মণ
আৰো শিষ্য নিৰন্তৰ ॥ ১১৬৮
গৌতমৰ পুত্ৰ নামে শতানন্দ
পুৰোহিত জনকৰ ।
বিশ্বামিত্ৰ মহা মুনিক দেখিয়া
সাদৰিলা বহুতৰ ॥
ৰাম-লক্ষ্মণক দেখি শতানন্দ
পুছিলা বিশ্বামিত্ৰত ।
কাহাৰ কুমাৰ ৰূপে মনোহৰ
দেখি নতো হেনমত ॥ ১১৬৯
শতানন্দ আগে ঋষি বিশ্বামিত্ৰে
কহিলা কথা সকল ।
দশৰথ মহা ৰাজাৰ তনয়
ৰাম এন্তে মহাবল ॥
ৰামৰ কনিষ্ঠ এহেন্তে লক্ষ্মণ
পৰম গুণে যুগুত ।
চৰণে পৰশি মাতৃক তোমাৰ
কৰিলা ৰামে মুকুত ॥ ১১৭০
ৰামৰ চৰণ প্ৰসাদে অহল্যা
ঘোৰ শাপ নিস্তাৰিলা ।
গৌতম আসিয়া ৰামক প্ৰশংসি
অহল্যাক সম্বৰিলা ॥
শুনি শতানন্দে ভৈলন্ত হৰিষ
পাইলন্ত মাতৃ নিস্তাৰ ।
ৰামক প্ৰশংসি ঋষিক বোলন্ত
প্ৰসাদ ইটো তোমাৰ ॥ ১১৭১
নোহন্ত মানুহ পৰম পুৰুষ
জানিলো ৰাম নিশ্চয় ।
জগত নিস্তাৰ হেতু অৱতাৰ
ভৈলা এন্তে মহাশয় ॥

যিটো পদধূলি সদা আৰাধন্ত
ব্ৰহ্মা আদি দেৱগণে।
যাক আশা কৰি সৰ্ব্ব পুৰুষাৰ্থ
এৰে মহা মহাজনে ॥ ১১৭২
হেনয় পৰম দুৰ্ল্লভ ধূলাক
পাইলা মাতৃ মোৰ লাগ।
জানি লোক তৰা কোটি জনমৰ
আছে তান মহাভাগ ॥
আমিয়ো চক্ষুয়ে দেখিলো ৰামক
কতবা পুণ্যৰ ফলে।
এহি বুলি শতা- নন্দে ৰাঘৱক
অৰ্চ্চিলন্ত কৌতুহলে ॥ ১১৭৩
যত যত মহা মহাৰাজাগণ
আছয় বসি সভাত।
ৰামক দেখিয়া সমস্তে ৰাজাৰ
মুখত হৰিল মাত ॥
ৰাঘৱৰ মহা তেজে ধৰষিল
ভৈল আতি সঙ্কোচিত।
প্ৰমত্ত সিংহক দেখি মৃগগণ
হোৱে যেন ভয়ে ভীত ॥ ১১৭৪
সয়ম্বৰ সম- জ্যাত যত যত
আছে নৰ-নাৰীচয়।
ৰামৰ অদ্ভুত ৰূপক দেখিয়া
ভৈ গৈলা মহা বিস্ময় ॥
যাৰ যেহি অঙ্গে ৰামৰ ৰূপত
পৰি গৈলা দৃষ্টিপাত।
পুনৰপি আৰ পালটি নাসয়
ৰহিল তম্ভি তথাত ॥ ১১৭৫
ৰামক দেখিতে নখণ্ডে তৃপিতি
লাগি গৈল যেন ধ্যান।
অমৃতক যেন পিৱন্তে পিৱন্তে
জুৰায় তনু মন প্ৰাণ ॥
জনকনন্দিনী দেখিলে ৰামক
ৰূপ আতি বিপৰীত।
ৰামৰ ৰূপত নিমজিল মন
ভৈগৈল দেৱী মোহিত ॥ ১১৭৬
মনত বোলন্ত কোন নো বিধিয়ে
স্ৰজিলা ৰূপ ৰামৰ।
কোটি এক কাম দেৱো জানো আন
নুহিবেক সমসৰ ॥
এহেন্তেসে মোৰ হৈবে নিজপতি
কৰিলো মনে নিশ্চয়।
ইহান আগত দেখো যেন মৰা
আছে যত ৰাজাচয় ॥ ১১৭৭
ৰামত বিনাই আন পুৰুষক
নবৰিবো কদাচিত।
কিবা কাজে মোৰ পিতৃ কৰিলন্ত
অঙ্গীকাৰ বিপৰীত ॥
তথাপি আনক নভজিবো যদি
ধনুত গুণ লগাৱে।
পিতৃৰ বচন ছন্ন কৰি মই
ভজিবো ৰামৰ পাৱে ॥ ১১৭৮
ৰামৰ নখৰ সমান নাহিকে
ইতিনি লোকৰ মাজে।
ইহাঙ্ক এৰিয়া আন পুৰুষক
ভজিবো কমন কাজে ॥
মোহৰ কৰ্ম্মৰ ফলে জানো আনি
ৰামক মিলাইলা বিধি।
অকস্মাৎ হেন দৰিদ্ৰৰ হাতে
উপগত নৱনিধি ॥ ১১৭৯
ৰামক এৰিয়া কোন অভাগিনী
আনক ভজিবে যায়।
হাতৰ অমৃত এৰি কোনজনী
মৰিবেক বিষ খাই ॥
এহিমতে সীতা দেৱী কান্দিলন্ত
ৰামৰ চৰণ সাৰ।
তেজি আন কাম বোলা ৰাম ৰাম
যত লোক সমজ্যাৰ ॥ ১১৮০

পদ

ৰাম-লক্ষ্মণক দেখি জনক নৃপতি।
বিশ্বামিত্র মুনিত পুছিলা মহামতি॥
কিবা নাম আন দুইবো কাহাৰ তনয়।
মহা ৰূপৱন্ত আতিশয় শুভানয়॥ ১১৮১
আপোনাৰ কহিয়ো কুশল আগমন।
আজ্ঞা কৰিয়োক কিবা সাধো প্ৰয়োজন॥
শুনি হাসি বিশ্বামিত্রে বুলিলা বচন।
আৰা দুই দশৰথ ৰাজাৰ নন্দন॥ ১১৮২
আন ৰাম নাম সৰ্ব্বগুণৰ আলয়।
আন নাম লক্ষ্মণ পৰম শুভানয়॥
শ্ৰেষ্ঠ ৰাম কনিষ্ঠ লক্ষ্মণ বীৰবৰ।
জানিবা ৰামক তুমি পৰম ঈশ্বৰ॥ ১১৮৩
পৰম পুৰুষ হৰি জগত আধাৰ।
ৰামৰূপে ভৈলা পৃথিৱীত অৱতাৰ॥
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি।
তযু গৃহে লক্ষ্মী আছে সীতা নাম ধৰি॥ ১১৮৪
ৰামৰেসে ভাৰ্য্যা সীতা জানা স্বৰূপত।
দিয়োক সীতাক তুমি বিবাহ ৰামত॥
হৈবেক তোমাৰ তেৱে পৰম কল্যাণ।
এহি প্ৰয়োজনে আসি আছো তযু থান॥ ১১৮৫
ত্ৰৈলোক্য বিজয়ী ৰাম মহা ধনুৰ্দ্ধৰ।
ত্ৰিভুৱনে নাহিকে ৰামৰ সমসৰ॥
জনক নৃপতি মাতিলন্ত হেন শুনি।
মোহোৰ বচন শুনিয়োক মহামুনি॥ ১১৮৬
নাহি দশৰথ ৰাজা পৃথিৱীত সম।
তাহান তনয় ৰাম পুৰুষ উত্তম॥
মহা সুকুমাৰ ৰূপ লাৱণ্য প্ৰচুৰ।
ভুৱন মোহন আতি মুৰতি মধুৰ॥ ১১৮৭
এন্তেসে নিশ্চয় পতি হৈৱন্ত সীতাৰ।
কিন্তু মই এক কৰি আছো অঙ্গীকাৰ॥
মৃগ মাৰি মহাদেৱে দুৱাৰে আমাৰ।
এৰি গৈল ধনুখান যেন বজ্ৰসাৰ॥ ১১৮৮

তাক ঘৰে থৈয়া মই বুলিলো বচন।
ইহাতে লগাইবে গুণ পাৰে যিটো জন॥
তাহান্তে বিবাহ সীতা দিবোহো নিশ্চয়।
নপাৰিলে গুণ দিবে যত ৰাজাচয়॥ ১১৮৯
ৰামক দেখিয়া বসি গুণে মনে মনে।
মিছা অঙ্গীকাৰ কৰিলোহো কি কাৰণে॥
এন্তেসে জানিবা বৰ সীতাৰ উচিত।
বিধাতা আনিয়া কৰিলন্ত উপস্থিত॥ ১১৯০
মহা উচপিচ মুনি কৰে মোৰ চিত্ত।
নপাৰিবে ৰাঘৱে ধনুত গুণ দিত॥
ৰামক চাহন্তে অঙ্গীকাৰ হৰুৱাওঁ।
অঙ্গীকাৰ চাহো যেৱে ৰামক নাপাওঁ॥ ১১৯১
একক চাহন্তে মোৰ অপৰ নঘটে।
বাজিয়া ৰহিলো মই উভয় সঙ্কটে॥
বিশ্বামিত্রে বোলন্ত জনক মহাভাগ।
ইসব চিন্তাক তুমি কৰা পৰিত্যাগ॥ ১১৯২
কোন বস্তু ধনুখান ৰামৰ আগত।
নজানাহা তুমি ৰামচন্দ্ৰৰ মহত্ত্ব॥
ঈষত কটাক্ষে ধনু ভাঙ্গিবন্ত ৰামে।
পাইবন্ত সীতাক চিন্তা কৰা কিবা কামে॥ ১১৯৩
বুলিলা জনকে বিশ্বামিত্ৰক দুনাই।
কেমনে গুচিবে চিন্তা শুনিয়ো আতাই॥
ধৰিলেক ধনু মহা মহা ৰাজাগণে।
লাৰিবাকো নপাৰিলা অনেক যতনে॥ ১১৯৪
কোমল শৰীৰ ৰাম বয়সত অল্প।
পৰম কঠিন ধনু যেন বজ্ৰকল্প॥
তাক ধৰি গৈয়া ৰামচন্দ্ৰে কি কৰিব।
আছো গুণ দিবে লাৰিবাকো নপাৰিব॥ ১১৯৫
ধনুত লগাইবে গুণ ৰামৰ নলাগে।
সমাজত লঘু কেনে হৈব মহাভাগে॥
অঙ্গীকাৰ লাৰি সীতা দিবোহো ৰামক।
কৈত খুজি পাইবো আৰ ইমত বৰক॥ ১১৯৬
অজিজ্ঞাসি পূৰ্ব্বত কৰিলো অঙ্গীকাৰ।
তাক এৰিলাত দোষ নাহিকে আমাৰ॥

যদি দোষ হোৱে তাক নকৰোহো ডৰ।
গুচিবে সকলে দোষ প্ৰসাদে ৰামৰ ॥ ১১৯৭
শুনি বিশ্বামিত্ৰ হাসি বুলিলন্ত বাণী।
কৰাহা সংশয় তুমি ৰামক নজানি ॥
এন্তেসে ঈশ্বৰ চৰাচৰ জগতৰ।
ধনু ভাঙ্গিবন্ত কোন প্ৰয়াস ৰামৰ ॥ ১১৯৮
চাহি থাকা জনক নৃপতি কৌতূহলে।
ধনুতে পৰীক্ষা আজি পাইবাহা সকলে ॥
শুনি সীতা মনে কোপ কৰন্ত ঋষিক।
মোহোৰ বিপক্ষ এন্ত আছৰন্ত কিক ॥ ১১৯৯
অঙ্গীকাৰ পাৰি মোক বিহা দিবে চান্ত।
ঋষিৰ কাৰণে পিতৃ তাহাক নপান্ত ॥
ধনু ভাঙ্গিবাক এন্তে বোলন্ত কিসক।
ইহান নিমিত্তে মই নপাইবো ৰামক ॥ ১২০০
ৰাম মোৰ স্বামী হাতে মিলাইলেক বিধি।
বিশ্বামিত্ৰ হেতু হৰুৱাইবো নৱনিধি ॥
লৱনু পুতলি যেন সুকোমল তনু।
হেন ৰামে কিমতে ভাঙ্গিবে বজ্ৰধনু ॥ ১২০১
নলাগে ভাঙ্গিবে ধনু সীতা দেন্ত হাক।
অঙ্গীকাৰ এৰি বিহা দিয়োক আমাক ॥
পাচে বিশ্বামিত্ৰ ঋষি বুলিলা বচন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন ॥ ১২০২
ধনুখানি ভাঙ্গি বিহা কৰিয়ো সীতাক।
উঠিয়ো সত্বৰে ৰাখিয়োক মোৰ বাক ॥
শুনি ৰামচন্দ্ৰে উঠিলন্ত তাৰক্ষণে।
কঙ্কালত বস্ত্ৰ কাচিলন্ত ৰঙ্গমনে ॥ ১২০৩
ঋষিক প্ৰণামি চলিলন্ত ৰঘুবৰ।
দেখি হাসি তুলিলেক ৰাজা নিৰন্তৰ ॥
বৰ বৰ বীৰে নপাৰিলা লাৰিবাক।
ভৈলো লঘু লোকে বেঢ়ি হাসিলে আমাক ॥ '৪
শিশুমতি হুয়া তাক প্ৰতি কৰে সাস।
হেনসে ইহাৰ জানকীক ভৈল আশ ॥
বিশ্বামিত্ৰ মুনি শুনি চপৰাইলা মাথ।
জানো ধনু ভাঙ্গিবে নপাৰে ৰঘুনাথ ॥ ১২০৫
অসুখ অশান্তি অতি মনত সীতাৰ।
হৰি হৰি বিধি সিদ্ধি নভৈল আমাৰ ॥
হাসিয়া চলন্ত ৰামচন্দ্ৰ মহাবল।
প্ৰত্যেক ভৰিত মহী কৰে টলবল ॥ ১২০৬
প্ৰমত্ত কেশৰী যেন যান্ত মহাশয়।
দেখি ৰাজাগণ ভৈল পৰম বিস্ময় ॥
গুচিল সবাৰ হাসি বিবৰ্ণ বদন।
সীতা গোসানীৰ মন ভৈগৈল প্ৰসন্ন ॥ ১২০৭
ধনুৰ নিকট গৈয়া চাপিলন্ত ৰামে।
কৰে চিকিমিকি সুৱৰ্ণৰ চিত্ৰ কামে ॥
বাম হাতে লীলায়ে ধৰিলা ধনুখান।
ক্ষেপিলন্ত আকাশক কতোদূৰ মান ॥ ১২০৮
পুনু বামহাতে ধৰি পৰম নিপুণ।
নিমিষেকে ধনুত লগাইলা ৰামে গুণ ॥
আগত থাপিলা নিয়া তুলি বাম ভৰি।
দিলা টান গুণত দক্ষিণ পাচ কৰি ॥ ১২০৯
টানন্তে ধনুৰ আগ পাচ নামি আইল।
দেখি সবে ৰাজাগণ মাথা চপৰাইল ॥
বিশ্বামিত্ৰ মাথা তুলিলন্ত হাস্য কৰি।
ৰামৰ ভৰত থিৰ নুহি বসুন্ধৰী ॥ ১২১০
ধনু টানিবাৰ দেখি হৰিষ সীতাৰ।
পৃথিৱী কম্পিতে চিন্তা ভৈল আৰোবাৰ ॥
ভৰি থিৰ নভৈলে নপাইবে বল গাৱে।
পৃথিৱীক কাতৰ কৰিলা সীতা মাৱে ॥ ১২১১
মাতৃ বসুমতী কৃপা কৰিয়োক মোক।
থিৰ হুয়া প্ৰভু ৰাঘৱক ধৰিয়োক ॥
দিগ্‌গজ সকল তুমিসবে হৈবা থিৰ।
শুনিয়ো অনন্ত তুমি নলাৰিবা শিৰ ॥ ১২১২
হে কূৰ্ম্ম ভালে অনন্তক ধৰিবাহা।
দিগপাল সকল স্বামীৰ হৈবা সহা ॥
এহিমতে সীতা হুয়া আছন্ত আকুল।
পাচে ৰামচন্দ্ৰ জগতৰ আদি মূল ॥ ১২১৩
গুণগাচ এৰি দিয়া টঙ্কাৰ কৰিলা।
প্ৰচণ্ড শৱদে আতি ব্ৰহ্মাণ্ড লৰিলা ॥

দশোদিশ ব্যাপি প্ৰতিধ্বনি গৈল ৰৱে।
ত্ৰাস ভৈল সৰ্ব্বজনে বোলে বজ্ৰপৰে ॥ ১২১৪
সাতোখান স্বৰ্গ বাৰম্বাৰ লৰি গৈল।
সপ্তদ্বীপা বসুমতী টলবল ভৈল ॥
কাখৰ লঙ্ঘিল সাতো সাগৰ খলকি।
জলজন্তু ভৈল ত্ৰাস প্ৰলয়ক শঙ্কি ॥ ১২১৫
দিগ্‌গজসকল কম্পে তৰতৰিমান।
মহাত্ৰাসে কম্পিল পাতাল সাতোখান ॥
কম্পিলন্ত অনন্ত যতেক নাগগণ।
কূৰ্ম্ম কম্পি ফোকাৰ তেজয় ঘনে ঘন ॥ ১২১৬
মেৰু আদি কম্পিল যতেক গিৰিবৰ।
ভয় হুয়া কাম্পে আতি দেৱাসুৰ নৰ ॥
চৰাচৰ লোকে কম্পি কম্পি লৈল ঠাই।
সমাজৰ লোকৰ চেতন জ্ঞান নাই ॥ ১২১৭
কৰ্ণত হানিলা তাল হৃদয় শুকাইল।
পাচে কতোক্ষণে কথমপি ধাতু আইল ॥
পাচে ৰামে গুণত ধৰিয়া বল দিল।
ঠাকোৰ কৰিয়া ধনু মাজতে ভাঙ্গিল ॥ ১২১৮
পুনৰপি প্ৰকম্পিত ভৈল ত্ৰিভুৱন।
প্ৰলয় মিলিল হেন বোলে সৰ্ব্বজন ॥
মিথিলাৰ লোক মানে ভৈল পূৰ্ব্বৱত।
চেতন লভিয়া পাচে ৰাজাগণ যত ॥ ১২১৯
ৰামক নিৰেখি মহাভয় চিত্ত ভৈল।
হেট মাথে চক্ষু মুদি মৰা যেন ৰৈল ॥
ত্ৰাসত হৃদয় কম্পে বুদ্ধি নোহে থিৰ।
মনে বোলে নতু দেখি শুনি হেন বীৰ ॥ ১২২০
জানিলোহো এন্তে ৰাম মানুষ নোহয়।
দেৱতো উত্তম দেৱ হেন মনে লয় ॥
ৰামচন্দ্ৰে ধনুখান ভাঙ্গি অপ্ৰয়াসে।
হাসি বসিলন্ত গৈয়া বিশ্বামিত্ৰ পাশে ॥ ১২২১
ধৰিয়া ৰামক বিশ্বামিত্ৰ মুনিবৰ।
চুম্বন কৰিয়া প্ৰশংসিলা বহুতৰ ॥
ধন্য ৰামচন্দ্ৰ তুমি বিক্ৰম তোমাৰ।
ৰহিল নিৰ্ম্মল যশ জুৰিয়া সংসাৰ ॥ ১২২২

ধনু ভাঙ্গিলন্ত ৰামচন্দ্ৰ মহাশয়।
আনন্দে নধৰে সীতা দেৱীৰ হৃদয় ॥
পৰম প্ৰেমত নীৰ বহে নয়নৰ।
সুপ্ৰসন্ন বিধি বুলি উঠিলা সত্বৰ ॥ ১২২৩
সুৱৰ্ণৰ পুষ্প মালা হাতে তুলি লৈলা।
বিষ্ণুক বৰিবে যেন লক্ষ্মী সাজ ভৈলা ॥
সখীগণ মাজহন্তে বাজ ভৈলা সতী।
হৰৰ পাশক যেন চলিলা পাৰ্ব্বতী ॥ ১২২৪
দিশ পাশ প্ৰকাশিয়া শৰীৰ জ্বলয়।
গজেন্দ্ৰৰ পাশে যেন হস্তিনী চলয় ॥
ৰাজহংস জিনি আতি গতি লয়লাস।
চলি যান্ত ৰতি যেন মদনৰ পাশ ॥ ১২২৫
ৰাঘৱৰ নিকট চাপিয়া বৰবালা।
সাদৰে মাথাত দিলা সুৱৰ্ণৰ মালা ॥
বৰিল ৰামক আনন্দৰ নাহি পাৰ।
চৰণত ধৰি কৰিলন্ত নমস্কাৰ ॥ ১২২৬
দেখি ৰামচন্দ্ৰে পাচে সীতাক আশ্বাসি।
আপোনাৰ পাশক চপাইলা প্ৰভু হাসি ॥
প্ৰকাশন্ত সীতা সতী ৰাঘৱৰ পাশে।
চন্দ্ৰৰ পাশত যেন ৰোহিণী আকাশে ॥ ১২২৭
লক্ষ্মী-নাৰায়ণ দুই ভৈল একথান।
জগতৰ ভৈল আসি পৰম কল্যাণ ॥
সমস্ত লোকৰ ভৈল পৰম মঙ্গল।
জয় জয় বুলি জোকাৰন্ত সৰ্ব্বজন ॥ ১২২৮
আকাশত থাকি দেৱগণ অসংখ্যাত।
পুষ্প বৰিষিলা ৰাম-সীতাৰ মাথাত ॥
দুন্দুভি বজায়া দেৱে কৰে জয় জয়।
মুখ্য মুখ্য অপেস্বৰা কাছিয়া নাচয় ॥ ১২২৯
ত্ৰিজগত লোকৰ মিলিল মহোৎসৱ।
দশোদিশ ছানি মাত্ৰ শুনি জয় ৰৱ ॥
সাৰ্থক লভিল ৰৰ মাৱ সীতা সতী।
ভৈলন্ত আনন্দ আতি জনক নৃপতি ॥ ১২৩০
ৰাজাগণে দেখে সীতা ৰামক বৰিল।
বজ্ৰপাত ভৈল যেন সম্যকে মৰিল ॥

সীতাক চাহিয়া সবে তেজিল নিশ্বাস।
কি কাৰণে বৰিষেক খাটিলো প্ৰবাস ॥ ১২৩১
সীতাত নৈৰাশ হুয়া যত ৰাজাচয়।
মহা মৰ্ম্মে সবে তেজিলেক লাজ ভয় ॥
কোপে অপমানে আতি প্ৰজ্বলিত ভৈল।
জনক ৰাজাক আতি গৰ্জ্জিবাক লৈল ॥ ১২৩২

ৰাম-লক্ষণৰ সৈতে ৰজাবিলাকৰ যুদ্ধ

দেখা দেখা কেনে বুঢ়া জনকৰ কাজ।
মাতি আনি সমস্ত ৰাজাক দিলা লাজ ॥
জীয়াৰীক আনক দিবেক যেৱে জানে।
কিসক আমাক দূত পঠাই মাতি আনে ॥ ১২৩৩
ৰাজঋষি হুয়া ভৈল পৰম অজ্ঞান।
বৰ বৰ ৰাজাক দিলেক অপমান ॥
ধৰি আন বুঢ়াক সকলে মান সাৰো।
চাহো কোনে ৰাখে আক বেঢ়ি সবে মাৰো ॥ '৩৪
তেৱেসে হিয়াৰ শাল গুচিব আমাৰ।
কপট জপট ভাঙ্গো টামন বুঢ়াৰ ॥
আমাক আনিয়া দুখ দিলে বৰিষেক।
সবাকে বঞ্চিয়া সীতা ৰামক দিলেক ॥ ১২৩৫
নাহিকে বুঢ়াৰ দোষ কেহো বোলে বাণী।
কিসক মাৰিবে খোজা আহাঙ্ক নজানি ॥
বিচাৰি চাহিলে দোষ কেৱলে কন্যাৰ।
কৰিলেক আশাভঙ্গ সকলে ৰাজাৰ ॥ ১২৩৬
আতি নিদাৰুণী কন্যা কঠিন হৃদয়।
সবাকো বঞ্চিয়া শিশু ছৱাক বৰয় ॥
মাণিক এৰিয়া কাচ কৰিলেক সাৰ।
এইক আনে নিব হুনু আগত আমাৰ ॥ ১২৩৭
যত ৰাজ্যভাৰ ভাৰ্য্যা পুত্ৰ এৰি আশ।
এইৰ নিমিত্তে মৰো খাটিয়া প্ৰবাস ॥
মহাকোপ কৰি উঠি বোলে কতো জনে।
ধৰি আন আস্ফালিয়া মাৰোহো এখনে ॥ ১২৩৮
সীতাক মাৰিবে চাহো ৰাখে কোন বীৰ।
কেহো জনে বোলে দোষ নাহি জানকীৰ ॥
কৈৰ হন্তে আসিল ছৱাল মন্দবুদ্ধি।
আমাৰ ভাৰ্য্যাক নিবে চাস কাত সুধি ॥ ১২৩৯
হেনসে অবধ্য সব জীৱন জানয়।
মত্ত সিংহসমূহক হাতে হেম্পোচয় ॥
জলা জুইৰ মাজত ফৰিঙ্গ বাস কৰে।
জাম্প দিয়া পাৰ হুইবে খোজয় সাগৰে ॥ ১২৪০
জীৱন্ত যমৰ মুখে পৰি তোলে হাস।
দেখা কেনমত ইটো ছৱালৰ সাস ॥
বৰ বৰ ৰাজাগণ আছো সাৱধানে।
পিসিয়া মাৰিবো আমি তাহাক নজানে ॥ ১২৪১
একোকে নজানে আতি শিশু অল্পমতি।
সীতাক নিবেক দেখো কাহাৰ শকতি ॥
প্ৰাণে যেৱে বৰ্ত্তিবেক এৰোক সীতাক।
নুহি তেৱে ভালমতে নপঠাইবো তাক ॥ ১২৪২
কতো দুষ্ট ৰাজাগণে কৰে অহঙ্কাৰ।
চাহিবে নলাগে আক মুছৰিয়া মাৰ ॥
চাহো আক মাৰন্তে ৰাখয় কোন জন।
এহি বুলি উঠিলা সকলে ৰাজাগণ ॥ ১২৪৩
সসৈন্যে ধাইলেক হাতে অস্ত্ৰ শস্ত্ৰ তুলি।
ধৰমাৰ বুলি আতি কৰে হুলস্থুলি ॥
হেন দেখি মহাভয়ে নৃপতি জনক।
আথে বেথে পলাই গৈলা ঋষিৰ মাজক ॥ ১২৪৪
মিথিলাৰ লোক দশোদিশক পলাইল।
দেখি ৰামচন্দ্ৰে হাসি লক্ষ্মণক চাইল ॥
দেখিয়ো লক্ষ্মণ ৰাজাসকলৰ টাই।
উঠা ঝাণ্টে সমস্তৰে দৰ্প কৰো ছাই ॥ ১২৪৫
সিংহক জোকাৱে আসি শৃগালৰ পালে।
তাৰ হোঞ হোঞ ঠাই লগায়ো সকলে ॥
ৰামৰ আদেশ বাণী শুনিয়া লক্ষ্মণে।
প্ৰণামি ৰামক উঠিলন্ত তাৱক্ষণে ॥ ১২৪৬
মাৰো আজি ৰাজাগণ দাৰুণ সমৰে।
বান্ধিলা অক্ষয় তূণ পিঠিৰ উপৰে ॥
প্ৰচণ্ড ধনুক ৰামহাতে তুলি ধৰি।
ধাইলন্ত মৃগক যেন প্ৰমত্ত কেশৰী ॥ ১২৪৭

আইস বুলি ৰাৱ তেজিলন্ত বীৰবৰ।
সাগৰৰ ঢউ যেন ৰাখিল কাথৰ॥
সিংহ যেন শশাৰ আগত ভৈল থিৰ।
সমস্ত ৰাজাৰ দেখি উৰি গৈল জীৱ॥ ১২৪৮
কৰিলন্ত টঙ্কাৰ ধনুত পাক দিয়া।
ৰাজা সমূহৰ ভয়ে চমকিল হিয়া॥
হাসিয়া লক্ষ্মণে শৰ বৰষিবে লৈলা।
নিৰন্তৰে ৰাজা ফুটি জৰ্জ্জৰিত ভৈলা॥ ১২৪৯
উৰু শিৰ নাসিকা ললাট মুখ কাণে।
বাহু বক্ষঃস্থল গল ফুটিল সন্ধানে॥
পেট পিঠি শালিলেক আঞ্জৰে পাঞ্জৰে।
ছেদিলেক হাত ভৰি লক্ষ্মণৰ শৰে॥ ১২৫০
কাৰো মাজ কঙ্কালত ছিণ্ডিলন্ত বাণে।
পৰিয়া বাগৰে কতো আধা কাটা মানে॥
কৰিলন্ত লণ্ডভণ্ড লক্ষ্মণৰ বাণে।
কদলী বনক যেন পাইলন্ত পৱনে॥ ১২৫১
লক্ষ্মণৰ কৰ্ম্ম দেখি পৰম বিস্ময়।
সাধু সাধু বুলি সৰ্ব্বজনে প্ৰশংসয়॥
শিশুমতি হুয়া কৰ্ম্ম কৰিলন্ত ভাল।
কতো বোলে নোহে শিশু এন্তে যমকাল॥ '৫২
শৰে ফুটি আতি বৰ বৰ ৰাজাচয়।
ক্ৰোধে জ্বলি গৈলা আঠু বাহু কামোৰয়॥
ছাৱাগোটে এত বৰ কৰিলে আমাক।
একেবাৰে ধাইলেক সব ৰাজাজাক॥ ১২৫৩
চতুৰঙ্গ সেনাগণ ধাইলেক লগত।
ৰাহুতি দিলেক চুটি উঠি ঘোটকত॥
হস্তী স্কন্ধে চড়ি সাজে মাহুতসকলে।
বেগে ৰথ গতি কৰি ৰথীসব চলে॥ ১২৫৪
পদাতি কটকে বাজু ধৰি পাটোৱাৰি।
ধাৱে ক্ৰোধ কৰি বাৰু খাণ্ডাক ঝঙ্কাৰি॥
ধনুশৰ ধৰি ধাৱে ধানুকীসকল।
নসহে ধৰণী খণ্ড কৰে টলবল॥ ১২৫৫
একেবাৰে ধাৱে মুখ্য মুখ্য ৰাজাগণ।
কটাক্ষ নাহিকে চাহি আছন্ত লক্ষ্মণ॥
কৰে ধৰ মাৰ সেনা সাগৰ সঙ্কাশ।
হাসন্ত লক্ষ্মণে একো নাহি ভয় ত্ৰাস॥ ১২৫৬
ধনু ধৰি ৰাজাসবে টঙ্কাৰ কৰিল।
পৃথিবী আকাশ দিশ শব্দে পূৰিল॥
ঢালিলেক লক্ষ্মণক শৰ বৰিষণে।
পৰ্ব্বতক যেন আৱৰিলা মেঘগণে॥ ১২৫৭
নানাবিধ বাণ বৰিষয় অবিচ্ছেদ।
দেখি দেৱাসুৰ নৰ মুনি কৰে খেদ॥
নিদাৰুণ ৰাজাগণ পৰম দুৰ্জ্জয়।
মাৰিবেক লক্ষ্মণক বুলি ভৈল ভয়॥ ১২৫৮
ৰামৰ কনিষ্ঠ বীৰ লক্ষ্মণ কুমাৰ।
ৰণত সুজান আতিশয় অনিৰ্ব্বাৰ॥
ৰাজাগণে শৰ বৰিষয় যত যত।
খান খান কৰিয়া কাটয় আকাশত॥ ১২৫৯
সমস্তে শৰক ছন্ন কৰিলা লক্ষ্মণে।
শিশিৰ শুষিল যেন ৰবিৰ কিৰণে॥
শৰচয় বিনাশি লক্ষ্মণে অনন্তৰে।
গোটে গোটে ৰাজাক তাড়িলা নিজ শৰে॥ '৬০
শৰ ছোটে ফুটি মহাকোপ কৰি মনে।
লক্ষ্মণক মধ্য কৰি বেড়িলা তেখনে॥
একেশ্বৰ লক্ষ্মণ অনেক ৰাজাগণ।
ৰামচন্দ্ৰ দেখন্তে বিষম ভৈল ৰণ॥ ১২৬১
উঠিলা তেখনে কোপ কৰিয়া মনত।
সীতাক থৈলন্ত বিশ্বামিত্ৰৰ পাশত॥
নমস্কাৰ কৰি ৰামে বুলিলা ঋষিক।
তোমাৰ হাতত সমৰ্পিলো জানকীক॥ ১২৬২
শিষ্যগণ সমন্বিতে ৰাখিবা সীতাক।
শৰে হানি সমৰত মাৰো ৰাজাজাক॥
ৰাম হাতে ধনু ধৰি পিঠিত চোখৰ।
পৱন সঞ্চাৰে লাগ লৈলা লক্ষ্মণৰ॥ ১২৬৩
জনক নৃপতি আসি চতুৰঙ্গ দলে।
ৰাম লক্ষ্মণৰ লাগ লৈলা কৌতূহলে॥
একে লক্ষ্মণৰ ৰণে নাই ভয়ে ভীত।
ৰামে লগ পাইল গৈয়া জনক সহিত॥ ১২৬৪

এক থান হুয়া পাচে তিনি বীৰবৰ।
পঞ্চ লক্ষ ৰাজা সমে কৰন্ত সমৰ ॥
আস্ফাল কৰিলা তিনিজনে আতিশয়।
তিনিৰো আন্দোলে মহীমণ্ডল কম্পয় ॥ ১২৬৫
কৰিলন্ত সিংহনাদ মহা ভয়ঙ্কৰ।
ত্ৰাস হুয়া কম্পিল সকলে চৰাচৰ ॥
তিনি মহাবীৰে ধনু ধৰি খৰতৰ।
নলক্ষয় কেহো কেতিক্ষণে কৰে শৰ ॥ ১২৬৬
যত যত শৰ প্ৰহাৰিলা ৰাজাজাক।
পথতে কাটিল তিল সম কৰি তাক ॥
পাচে তিনি শৰ কৰি ছানিল গগন।
ৰাত্ৰি যেন ভৈল নাহি ৰবিৰ কিৰণ ॥ ১২৬৭
অবিচ্ছেদে মেঘে যেন কৰে বৰিষণ।
সেহিমতে শৰ প্ৰহাৰিলা তিনিজন ॥
নিৰন্তৰে ৰাজাগণে ফুটি শৰচোটে।
পৰম বিহ্বল ভৈলা সেপকো নোঢোকে ॥ ’৬৮
বোম্বালে ৰুধিৰ বহে শৰীৰ ঢাকিয়া।
সেনাগণ সকলে ভাগিল ফাট দিয়া ॥
শৰে ফুটি ৰাজাগণে উঠিলা কিটায়া।
জ্বলিল পাৱক যেন ঘৃত দান পায়া ॥ ১২৬৯
ধনু ধৰি টঙ্কাৰিলা বীৰনাদ কৰি।
কৰ্ণে তাল হানিল কম্পিল বসুন্ধৰী ॥
কৰিলেক নিৰন্তৰে শৰ বৰিষণ।
ভৈল অন্ধকাৰ ঢাকি ৰবিৰ কিৰণ ॥ ১২৭০
মহাশৰ চোটে ফুটিলন্ত তিনিবীৰ।
বহৱে ৰুধিৰ থিৰ নুহিকে শৰীৰ ॥
বৃদ্ধ ৰাজা জনক ভৈলন্ত অচেতন।
শৰে লাল কাল আতি ভৈলন্ত লক্ষ্মণ ॥ ১২৭১
ৰামো আশকত হুয়া থাকি কতোক্ষণ।
কোপে প্ৰজ্বলিত ভৈলা যেন হুতাশন ॥
বজ্ৰসম ধনুখানি বাম হাতে ধৰি।
বহুবাৰ ফুৰাইলন্ত চক্ৰাকাৰ কৰি ॥ ১২৭২
পৰম আটোপে কোপে কৰিল টঙ্কাৰ।
ত্ৰৈলোক্যৰ লোকৰ লাগিল চমৎকাৰ ॥

পঞ্চলক্ষ ৰাজাক ধাইলন্ত কোপ কৰি।
মৃগ দেখি ধাইল যেন প্ৰমত্ত কেশৰী ॥ ১২৭৩
দেখিয়া ৰামক ৰাজাগণ ভৈলা ভয়।
কুপিত যমক দেখি যেন প্ৰজাচয় ॥
পাক দিয়া ধনুখানি কৰিয়া কুণ্ডলী।
ঘোৰ শৰচয় প্ৰহাৰিলা মহাবলী ॥ ১২৭৪
দাৰুণ সন্ধানে ৰাজাগণে তেজে প্ৰাণ।
ঢাকিল বিদিশ দিশ হানি কুশবাণ ॥
ঘোৰতৰ আটাস তেজিল ভয়ঙ্কৰ।
কৰ্ণত হানিল তাল সমস্ত লোকৰ ॥ ১২৭৫
নিৰন্তৰে লোক ৰহি আছিল যথাত।
মহাভয়ে ফুৰি ফুৰি পৰিল তথাত ॥
ভৈ গৈল তবধ লোক যেন বজ্ৰপাতে।
কদলী বনক যেন নিদলিল বাতে ॥ ১২৭৬
ৰামশৰে ফুটি ৰাজাগণ সমুদায়।
ভৈল অচেতন ধাৰে তেজ বহি যায় ॥
কাহাকো মাজতে কাটি কৰিল দুখান।
কতো ৰাজাগণ মৰি গৈল যমথান ॥ ১২৭৭
ৰাঘৱৰ শৰচয় পৰম প্ৰচণ্ড।
দীঘল বৰ্ত্তুল স্থূল যেন যমদণ্ড ॥
আকৰ্ণ পূৰিয়া টানি কৰন্ত প্ৰহাৰ।
হস্তী ঘোৰা ৰথপতি কাটিলা অপাৰ ॥ ১২৭৮
কৰিলন্ত ৰামচন্দ্ৰে দুৰ্ঘোৰ সমৰ।
ৰুধিৰে বহিল নদী মহা ভয়ঙ্কৰ ॥
কতো শুনি দেখি হেন ৰণ বিপৰীত।
পলাই ৰাজা প্ৰজাগণ হুয়া ভয় ভীত ॥ ১২৭৯
বাপে পোৱে নসম্বৰে লৰৱে ভয়ত।
গিৰ গিৰ মাত্ৰ শুনি সমস্ত দিশত ॥
পলায় প্ৰজা দেখি শুভদত্ত মহাৰাজ।
ৰাঘৱক ধাইলে কোপে সংগ্ৰামৰ মাজ ॥ ১২৮০
ৰামে শুভদত্তক ধাইলন্ত কোপমনে।
হস্তীক দেখিয়া যেন ধাইলা পঞ্চাননে ॥
দুয়োবীৰে ধনু ধৰি কৰন্ত আস্ফাল।
দুইহানো আন্দোলে আতি যায় ভূমিচাল ॥ ’৮১

ধনুক টঙ্কাৰি দুয়ো প্ৰহাৰিলা বাণ।
দুয়ো শৰ আকাশত ভৈল একথান ॥
শৰত পৰিয়া শৰ বহ্নি জ্বলি গৈল।
সেহি বহ্নি জ্বলি দুয়ো শৰ ভস্ম ভৈল ॥ ১২৮২
পাচে ৰামে প্ৰহাৰিলা দশপাট শৰ।
শুভদত্ত দশ শৰ কাটিলা ৰামৰ ॥
আন দশ শৰে ভেদিলেক ৰাঘৱক।
দুৰ্জ্জয় শৰীৰ ৰামে সহিলা শৰক ॥ ১২৮৩
শৰ পায়া ৰাঘৱৰ ক্ৰোধ জ্বলি গৈলা।
কুৰিপাট শৰ তূণ হন্তে বাছি লৈলা ॥
গুণত চড়ায়া টানি আনি কৰ্ণমানে।
শুভদত্ত নৃপতিক হানিলা সন্ধানে ॥ ১২৮৪
বাজ হুয়া গৈলা শৰ পৰি হৃদয়ত।
আৰো তিনিপাট ভেদিলন্ত ললাটত ॥
ধ্বজগোট কাটি সাৰথিৰ লৈলা প্ৰাণ।
চাৰি ঘোৰা মাৰি ভাঙ্গিলন্ত ৰথখান ॥ ১২৮৫
ধনুখান কাটিলন্ত মাৰি ক্ষুৰবাণ।
কৃপাযুত হুয়া তাৰ নগৈল পৰাণ ॥
লালকাল হুয়া আতি ৰামৰ শৰত।
আধামৰা হুয়া পলাই গৈলা শুভদত্ত ॥ ১২৮৬
হেন দেখি শতধনু ৰাজা কোপমনে।
নাইস বুলি তাৰ লাগ লৈলন্ত লক্ষ্মণে ॥
সুমিত্ৰাৰ তনয় প্ৰচণ্ড ধনুৰ্দ্ধৰ।
কৰিলন্ত সিংহনাদ আতি ভয়ঙ্কৰ ॥ ১২৮৭
দিশ পাশ আকাশ পৃথিৱী কম্পি গৈলা।
মহা মনত্ৰাসে ৰিপুগণ ভয় ভৈলা ॥
মৃগপাল শুনি যেন সিংহৰ আটাস।
প্ৰাণ ৰাখি শত্ৰুগণ পলাই দিশ পাশ ॥ ১২৮৮
দেখি কোপ কৰি শতধনু বিপৰীত।
ৰথে চড়ি লক্ষ্মণৰ আগে উপস্থিত ॥
ভূমিত লক্ষ্মণ ৰথে শতধনু বীৰ।
লাগিল দাৰুণ ৰণ ৰথী বিৰথীৰ ॥ ১২৮৯
দেখি ৰাজা জনকৰ মনে নসহয়।
মাতিয়া বোলন্ত পুত্ৰ শুনিয়ো অজয় ॥

ৰথ সাজি জাণ্টে লক্ষ্মণৰ লৈয়ো লাগ।
তাতে চড়ি শত্ৰু মাৰন্তোক মহাভাগ ॥ ১২৯০
হুয়োক সাৰথি ৰথী হৈবন্ত লক্ষ্মণ।
কৰিয়া সমৰ মাৰিয়োক ৰিপুগণ ॥
মই লাগ লৈবো চতুৰঙ্গ দলে সাজি।
ৰাজাসকলক ৰণে জিনিয়োক আজি ॥ ১২৯১
অজয় কুমাৰে শুনি পিতৃৰ বচন।
দশগোটা ঘোড়াৰে সাজিল ৰথখান ॥
আতি চমৎকাৰ কৰিলন্ত ৰথবৰ।
বান্ধিলা বিজয় ধ্বজ ৰথৰ উপৰ ॥ ১২৯২
নানা অস্ত্ৰ শস্ত্ৰচয় নিবন্ধিয়া থৈল।
বায়ুবেগে গৈয়া লক্ষ্মণৰ লাগ লৈল ॥
লক্ষ্মণক বুলিলন্ত বচন বিনয়।
মোহোৰ অজয় নাম জনক তনয় ॥ ১২৯৩
চড়িয়োক ৰথে মই সাৰথি তোমাৰ।
কৰিয়োক লীলায়ে শত্ৰুক বুন্দামাৰ ॥
লক্ষ্মণে শুনিয়া পাচে বাণী অজয়ৰ।
ডেৱ দিয়া চড়িলন্ত ৰথৰ উপৰ ॥ ১২৯৪
প্ৰকাশন্ত লক্ষ্মণ ৰথত হুয়া থিৰ।
ৰাজাসকলৰ দেখি উৰি গৈল জীৱ ॥
পৱন সঞ্চাৰে ৰথ ফুৰান্ত অজয়।
নমনিয় ৰথবেগে পৃথিৱী কাম্পয় ॥ ১২৯৫
ধূলায়ে ঢাকিল ৰণ-ধৰণীসকল।
পাচে ৰথখান থিৰ কৰি মহাবল ॥
ৰাখিলন্ত নিয়া শতধনুৰ পাশত।
লক্ষ্মণক শতধনু দেখিয়া আগত ॥ ১২৯৬
আতি আড়ম্বৰে সাজ ভৈলা যুজিবাক।
দুয়ো মহাবীৰ ধনু ধৰি দিলা পাক ॥
দুয়ো দুইকো শৰ প্ৰহাৰন্ত একেবাৰে।
আকাশত চলে শৰ বিদ্যুত সঞ্চাৰে ॥ ১২৯৭
দুইৰো শৰ বৰিষণে ঢাকিল গগন।
ভৈল অন্ধকাৰ নাহি ৰবিৰ প্ৰসন্ন ॥
সকলে আকাশখান দেখি শৰময়।
সুৰাসুৰ নৰ মুনি ভৈল মহাভয় ॥ ১২৯৮

দুইৰ শৰে দুই ফুটিলন্ত নিৰন্তৰ।
জর্জ্জৰিত ভৈল দুইহন্তৰ কলেৱৰ ॥
দুইহানো শৰীৰ ঢাকি ৰুধিৰ বহয়।
ফুলিল অশোক যেন প্ৰকাশ কৰয় ॥ ১২৯৯
ৰণে আতি সুজান লক্ষ্মণ বীৰবৰ।
কাটিলন্ত ধনু শতধনুৰ হাতৰ ॥
খৰতৰ শৰে পাচে ভেদিলন্ত তনু।
শৰচোটে বিহ্বল ভৈলেক শতধনু ॥ ১৩০০
স্বস্থ হুয়া পাচে শতধনু গৈলা ৰাগি।
প্ৰহাৰিলা মুদগৰ লক্ষ্মণক লাগি ॥
দেখিয়া লক্ষ্মণে কাটিলন্ত শৰে হানি।
পাচে শতধনু শূল প্ৰহাৰিলা টানি ॥ ১৩০১
তাকো খণ্ড খণ্ড কৰি লক্ষ্মণে কাটিলা।
তাত পাচে শতধনু শকতি মাৰিলা ॥
মহাশব্দ কৰিয়া শকতি ধায়া আসে।
লক্ষ্মণে হানিয়া শৰ কাটিলা আকাশে ॥ ১৩০২
দেখি শতধনু মহা অসন্তোষ পাইল।
ভয়ঙ্কৰ গদাগোট হানিয়া পঠাইলা ॥
আকাশত আসে গদা মহাবেগ ধৰি।
কাটিলা লক্ষ্মণে গদা সাতখান কৰি ॥ ১৩০৩
শতধনু দেখে মোৰ গদা ভৈল নাশ।
পাচে লক্ষ্মণক প্ৰহাৰিলা নাগপাশ ॥
লক্ষ্মণে দেখন্ত নাগপাশ আসে খেদি।
হানিয়া গৰুড় বাণ পেলাইলন্ত ছেদি ॥ ১৩০৪
কৌতুহলে লক্ষ্মণে ছেদিলা নাগপাশ।
হানিলন্ত বহ্নি বাণ দেখি লাগে ত্ৰাস ॥
প্ৰলয়ৰ বহ্নি সম চলয় সত্বৰে।
নিমাইলেক শতধনু বৰুণৰ শৰে ॥ ১৩০৫
দেখি বৰ কোপ জ্বলি গৈল লক্ষ্মণৰ।
শূলপাট লৈলন্ত দেখিতে লাগে ডৰ ॥
প্ৰকাশ কৰন্ত শূল ধৰিয়া হাতত।
যেন মহেশ্বৰ আতি প্ৰলয় কালত ॥ ১৩০৬
চামৰ মৃতুৰা ঘট আছে থানে থানে।
কালান্তক যম যেন দেখি বিদ্যমানে ॥
কৰে লহলহ অগ্ৰপ্ৰদেশ শূলৰ।
দেখি ত্ৰাসযুত ভৈলা দেৱাসুৰ নৰ ॥ ১৩০৭
মাৰিলা লক্ষ্মণে শূল আৰ্ত্তনাদ কৰি।
পলায় দেৱগণ কম্পি গৈলা বসুন্ধৰী ॥
দেখি মহাভয়ে শতধনু নৃপবৰ।
লৰৰি পলাইলা বেগে নামিয়া ৰথৰ ॥ ১৩০৮
ৰথে পৰি শূল বহ্নি জ্বলি বিপৰীত।
ভস্ম ভৈল ৰথ ঘোৰা সাৰথি সহিত ॥
ৰাজাগণে দেখে শতধনু ভঙ্গ খাইল।
শৰ ধনু ধৰি সবে লক্ষ্মণক ধাইল ॥ ১৩০৯
একেবাৰে ধায় সেনা সাগৰ সমান।
লক্ষ্মণে সবাকো ঢাকি বৰিষিলা বাণ ॥
মহা তীক্ষ্ণতৰ শৰ ত্ৰিশূল সাক্ষাত।
হেন শৰে হানি সেনা কৰন্ত নিপাত ॥ ১৩১০
ৰাজা প্ৰজাগণ মাৰি লৈ যান্ত নিদলি।
মৃগগণ পায়া যেন সিংহ মহাবলী ॥
হস্তী ঘোৰা ৰথপতি কাটিলা অপাৰ।
যমে যেন প্ৰজাগণ কৰন্ত সংহাৰ ॥ ১৩১১
উৰু শিৰ কাৰো কাটে বাহু বক্ষঃস্থল।
কাৰো নাক কাণ কাৰো ছিণ্ডিলন্ত গল ॥
কেহো আধা মৰা কেহো সমূলি মৰিল।
মৰাশৰ সবে ৰণ-ধৰণী ভৰিল ॥ ১৩১২
ৰুধিৰে বহৰে নদী দেখি লাগে ডৰ।
মহাভয়ে ভঙ্গ দিলা ৰাজা নিৰন্তৰ ॥
হস্তী ঘোৰা ৰথ ছত্ৰ ধ্বজ দণ্ড যত।
অস্ত্ৰ শস্ত্ৰ বস্ত্ৰ এৰে প্ৰাণৰ ভয়ত ॥ ১৩১৩
মুখত উশাসে আতি লৰৰি পলায়।
কাৰ কোন কৈক গৈল থান থিতি নাই ॥
খুৰা জেঠা মামা পেসা সুহৃদ সোদৰ।
বাপে পোৱে এৰাএৰি ভৈল নিৰন্তৰ ॥ ১৩১৪
পায়া আছে সেনাগণ লক্ষ্মণৰ কাণ্ডে।
বিষতে মৰয় তেজ বহে ধাৰা দণ্ডে ॥
বাটত পৰিয়া থাকে যাইবাক নপাৰে।
হস্তী ঘোৰা ৰথে পায়া চটকিয়া মাৰে ॥ ১৩১৫

সাগৰ সঙ্কাশ সেনা লণ্ডভণ্ড ভৈল।
কতোহো মৰিল কতো কতো পলাই গৈল ॥
পাচক নচাৰে মাত্র পলায় ৰাজাগণ।
ৰথে চৰি পৰিহাস কৰন্ত লক্ষণ ॥ ১৩১৬
ৰহ অৰে দুষ্ট ৰাজসব কৈক যাস।
ছৱালত ৰণ হাৰি কিসক পলাস ॥
ৰৰিষেক আছস সীতাক আসা কৰি।
এৱে কি কাৰণে যাস তাঙ্ক পৰিহৰি ॥ ১৩১৭
ক্ষেত্রি হুয়া যুদ্ধ পায়া কৰ পৰিহাৰ।
ধিক বাহুবল ধিক জীৱন তোমাৰ ॥
পাঞ্চ লক্ষ ৰাজা একে ছৱালত হাৰি।
শৃগালৰ পাল যেন পলায় লেঞ্জ মাৰি ॥ ১৩১৮
আসিলি সীতাক বিহা কৰিবাৰ কাজে।
নকৰি বিবাহ পলাই যাস কোন লাজে ॥
স্ত্রীৰ আগত কিবা কহিবি মহত।
বোলন্ত লক্ষণে উপালম্ভ নানামত ॥ ১৩১৯
প্রাণৰ কাতৰে ৰাজাগণ নিৰন্তৰ।
নুশুনিল ভয়ে পলাই গৈল নিজঘৰ ॥
অনায়াসে লক্ষ্মণ ভৈলেক ৰণজয়।
আকাশত দেৱগণে পুষ্প বৰিষয় ॥ ১৩২০
জয় জয় বুলিয়া কোৱাল কৰে ছানি।
ধন্য ধনুৰ্দ্ধৰ মহাবীৰ চূড়ামণি ॥
অজয় সহিতে ৰণ জিনিয়া লক্ষ্মণে।
নিবৰ্ত্তিয়া আসি দুয়ো মহাৰঙ্গ মনে ॥ ১৩২১
প্রণামিলা বিশ্বামিত্র মুনিক হৰিষি।
আশীৰ্ব্বাদ কৰি গাৱ মাৰ্জ্জিলন্ত ঋষি ॥
মুনিৰ প্রসাদে দুইৰো গুচিল ভাগৰ।
লক্ষ্মণে নমিলা পাচে চৰণে ৰামৰ ॥ ১৩২২
ৰামে লক্ষ্মণক গলে বান্ধিয়া ধৰিলা।
মুখে চুমা দিয়া বহু প্রশংসা কৰিলা ॥
ভৈলন্ত হৰিষ আতি নৃপতি জনক।
অজয় সহিতে প্রশংসিলা লক্ষ্মণক ॥ ১৩২৩
সীতা গোসানীৰ আতি আনন্দ বিস্তৰ।
শুনা ৰামায়ণ সভাসদ নিৰন্তৰ ॥
লভিবা মুকুতি দুখ হৈব উপশাম।
ডাকি ঘনে ঘনে ঘোষিয়োক ৰাম ৰাম ॥ ১৩২৪

---

দশৰথক আনিবলৈ শতানন্দক অযোধ্যালৈ প্রেৰণ।

দুলড়ী

জনক নৃপতি পাচে মহামতি
মনত মহা কৌতুকে।
বিশ্বামিত্র সমে ৰাম লক্ষ্মণক
আগত লৈয়া উৎসুকে ॥
জানকীক আগ কৰি মহাভাগ
চলি গৈলা নিজঘৰ।
আথানৰ বাজ পাতিয়া সমাজ
বসিলন্ত নৃপবৰ ॥ ১৩২৫
পুৰোহিত শতা- নন্দক মাতিয়া
বুলিলা মধুৰ বাক।
শুনিয়োক গুৰু বিলম্ব নকৰি
চলি যাইয়ো অযোধ্যাক ॥
দশৰথ মহা- ৰাজাত জনায়া
তান পুত্র ৰঘুবৰে।
ধনুক ভাঙ্গিয়া জানকী সীতাক
লভিলন্ত সয়ম্বৰে ॥ ১৩২৬
বশিষ্ঠ সহিতে আসন্ত সত্বৰে
বিহা কৰাইবাক প্রতি।
শত্রুঘন ভৰ- তকো লগে আনি
আসিবন্ত মহামতি ॥
শুনি শতানন্দে পৰম আনন্দে
অযোধ্যাক লাগি গৈলা।
দশৰথ আগে ৰাম লক্ষ্মণৰ
কথা প্রপঞ্চিয়া কৈলা ॥ ১৩২৭
ৰাম লক্ষ্মণৰ কুশল কাহিনী
শুনি ৰাজা দশৰথ।
শতানন্দ মুনি- বৰক সৎকাৰ
কৰিলন্ত মহাৰথ ॥

বৃদ্ধ মন্ত্ৰী পাত্ৰ গণক নৃপতি
নগৰৰ ৰক্ষা দিলা ।
ৰামৰ বিবাহ নিমিত্তে পৰম
উৎসুক মনে সাজিলা ॥ ১৩২৮
হস্তী ঘোড়া ৰথ- পতি চতুৰঙ্গ
দল লগে ভৈলা সাজ ।
শত্ৰুঘন ভৰ- তক লগে লৈয়া
চলিলন্ত মহাৰাজ ॥
বশিষ্ঠ প্ৰমুখ্যে ব্ৰাহ্মণসকল
কৌতূহলে চলি গৈলা ।
বস্ত্ৰ অলঙ্কাৰ অনেক সম্ভাৰ
সুমন্ত্ৰ লগত লৈলা ॥ ১৩২৯
তুলি ছত্ৰ দণ্ড নানা বাদ্য ভণ্ড
বজাৱে প্ৰজাসকল ।
অসংখ্য সেনাৰ পদধূলিচয়
কৰিল ৰবিমণ্ডল ॥
জয় জয় ৰোল কৰয় কল্লোল
প্ৰজাৰ বহু ঘঞ্চাল ।
প্ৰমত্ত হস্তীৰ ঘোৰাৰ শৰদে
কৰ্ণত হানয় তাল ॥ ১৩৩০
প্ৰজাৰ আন্দোলে পৃথিৱী হিন্দোলে
কম্পে সুৰাসুৰ যত ।
মহা আড়ম্বৰে মিথিলা নগৰে
প্ৰবেশিলা দশৰথ ॥
জনক নৃপতি অনেক ভকতি
কৰি আগবাঢ়ি নিলা ।
পৰম সাদৰে দিব্য সিংহাসন
আপুনি পাৰিয়া দিলা ॥ ১৩৩১
সুৱৰ্ণ আসন পাৰিয়া দিলন্ত
বশিষ্ঠ মহাঋষিক ।
জনকে হৰিষে সঅৰ্ঘে পূজিলা
দশৰথ নৃপতিক ॥
বশিষ্ঠকো পাদ্য অৰ্ঘে পূজিলন্ত
কৰি আতি সতকাৰ ।

শ্ৰীৰাম লক্ষ্মণে পিতৃৰ চৰণে
কৰিলন্ত নমস্কাৰ ॥ ১৩৩২
পুত্ৰ দুইক পায়া পৰম স্নেহত
সাবটি ধৰিলা গলে ।
শিৰ ঘ্ৰাণি দুইৰো শৰীৰ তিয়াইল
হৰিষে নেত্ৰৰ জলে ॥
দশৰথে বিশ্বা- মিত্ৰক দেখিয়া
নমিলা কৰি আহ্লাদ ।
কৰি বেদধ্বনি বিশ্বামিত্ৰ মুনি
কৰিলন্ত আশীৰ্ব্বাদ ॥ ১৩৩৩
দশৰথ মহা- ৰাজাৰ লগত
আসিয়াছে প্ৰজা যত ।
জনকে সবাকো দিলা বাসাঘৰ
হৰিষে আতি মনত ॥
ভোজন সম্ভাৰে নানা ব্যৱহাৰে
সমস্তকে সন্তোষিলা ।
চাৰি পুত্ৰ সমে ৰাজাক জনকে
অন্তঃপুৰে বাসা দিলা ॥ ১৩৩৪
বহু সতকাৰ কৰিয়া ভোজন
কৰাইলন্ত পঞ্চামৃতে ।
বিবাহৰ কাৰ্য্য চিন্তিবে লাগিলা
ঋষিগণ সমন্বিতে ॥
বিশ্বামিত্ৰ মুনি বোলন্ত জনক
উৰ্ম্মিলা জীউ তোমাৰ ।
লক্ষ্মণক বিহা দিয়োক বচন
পালিয়ো যেৱে আমাৰ ॥ ১৩৩৫
জনকে বোলন্ত লক্ষ্মণক বিহা
দিবো জীউ উৰ্ম্মিলাক ।
জনকৰ ভ্ৰাতৃ কুশধ্বজে দশ-
ৰথক বুলিলা বাক ॥
শুনিয়োক ৰাজা আমাৰ দুইখানি
দুহিতা ঘৰে আছয় ।
শত্ৰুঘন ভৰ- তক বিহা দিওঁ
তযু আজ্ঞা কিবা হয় ॥ ১৩৩৬

শুনি দশৰথে বুলিলন্ত বাণী
পুছিবে নলাগে আক।
বিবাহ কৰায়া সত্বৰে গৃহক
পঠায়া দিয়া আমাক ॥
কুশধ্বজ জন- কৰ শুনি বাণী
হৰিষ ভৈল মনত।
চাৰি বৰ চাৰি কন্যাক কৰাইলা
অধিবাস কৰ্ম্ম যত ॥ ১৩৩৭
নানাবিধ জয় বাদ্য সুমঙ্গলে
ৰজনী ভৈল প্ৰভাত।
দেৱ পিতৃকাৰ্য্য কৰি দশৰথে
বসিলা গৈয়া সভাত ॥
মিথিলা নগৰে মহা মহোৎসৱ
মিলিয়া গৈল অপাৰ।
হাটী বাটী যত সাজ্জি মাজ্জি আতি
কৰিলন্ত জাতিস্কাৰ ॥ ১৩৩৮
পদূলি পদূলি তাম্বুল কদলী
ৰুইলা চৰে সমে কাটি।
পতাকা তোৰণ চিৰলে ৰচিল
কৰি আতি পৰিপাটি ॥
নানা চিত্ৰ ফল পল্লৱে ৰঞ্জিয়া
থৈলা পূৰ্ণঘট পাতি।
প্ৰত্যেক দুৱাৰে পাতিলেক দ্ৰোণি
ঘৃতৰ লগায়া বাতি ॥ ১৩৩৯
থানে থানে আতি প্ৰকাশ কৰয়
ধ্বজ দণ্ড শাৰী শাৰী।
দিব্য অলঙ্কাৰে বস্ত্ৰে কাছি পাৰি
শোভা কৰে নৰ-নাৰী ॥
সমস্তে প্ৰজাৰ হৰিষ অপাৰ
বিবাহ হৈব সীতাৰ।
কিনো ভাগ্যৱতী পাইলন্ত সুপতি
ৰামক পুৰুষ সাৰ ॥ ১৩৪০
চাৰি অংশে হৰি আছা অৱতৰি
ৰূপ ধৰি মনুষ্যৰ।
বিহা কৰিবাক প্ৰতি গৈয়া আছা
জনক ৰাজাৰ ঘৰ ॥
সীতা ৰূপে লক্ষ্মী ভৈলা উতপতি
ৰাক্ষস বধ কাৰণে।
লক্ষ্মী নাৰায়ণে একত্ৰ হৈবন্ত
জানিয়া দেৱতাগণে ॥ ১৩৪১
মহাৰঙ্গ মনে আসিলন্ত সবে
সমজ্যাক জনকৰ।
পুত্ৰগণ সমে আসিলন্ত ব্ৰহ্মা
পাৰ্ব্বতী সহিতে হৰ ॥
গন্ধৰ্ব্ব চাৰণ অপেস্বৰাগণ
সমে আইলা পুৰন্দৰ।
পৰম হৰিষে আইলা মিথিলাক
আনো দেৱ নিৰন্তৰ ॥ ১৩৪২
বাসুকী সহিতে যত নাগগণ
আসিলা সবে হৰিষি।
বিবাহ দেখিতে আসিলা আনন্দে
নাৰদ প্ৰমুখ্যে ঋষি ॥
পৃথিৱী মধ্যত আছে যত যত
ৰাজা প্ৰজাগণ মানে।
অনেক সম্ভাৰে মঙ্গল আচাৰে
আইলা বিবাহৰ থানে ॥ ১৩৪৩
নানা বাদ্য দেৱ দুন্দুভি বাজয়
পৃথিৱী আকাশ চানি।
স্বৰ্গ মৰ্ত্ত্য নাগ- লোকত কৰয়
জয় জয় ৰাম ধ্বনি ॥
নমো ৰঘুপতি পূৰিয়ো সম্প্ৰতি
জগতৰ মনস্কাম।
যত সমজ্যাৰ লোক বাৰম্বাৰ
বোলা জয় ৰাম ৰাম ॥ ১৩৪৪

---

ৰাম-লক্ষ্মণাদি চাৰি ভাইৰ বিবাহ

পদ

নানা জয় মঙ্গল প্ৰজাৰ কোলাহল।
বহুবিধ শৰদে কৰ্ণত হানে তাল ॥
ত্ৰৈলোক্যৰ লোক একথান মিথিলাত।
ব্ৰহ্মা আদি বসি আছা বিয়াৰ সভাত ॥ ১৩৪৫
মধুৰ মৃদঙ্গ ধৰি বিদ্যাধৰে বায়ে।
গন্ধৰ্ব্বসকলে সুললিত গীত গায়ে ॥
মুখ্য মুখ্য বাছি অপেস্বৰা কৰে নাট।
নানা ছন্দে বিছন্দে চপয়ে পঢ়ে ভাট ॥ ১৩৪৬
নানা থানে নানাৰঙ্গে নানা কৌতুহলে।
নানা কুটি নাটি লোকে কৰয় সকলে ॥
প্ৰজায়ে জুৰিল হাট ঘাট বাট মানে।
নানাবিধ ৰস মিলি আছে থানে থানে ॥ ১৩৪৭
সৰ্ব্বজান জনক নৃপতি মহামতি।
দেৱ পিতৃ কৰ্ম্ম যত কৰি সমাপতি ॥
দ্বিজ কন্যাগণ মাতি আনিয়া সমস্ত।
মঙ্গল আচাৰ কৰাইলন্ত যত যত ॥ ১৩৪৮
লৌকিক বৈদিক ব্যৱহাৰ নিৰন্তৰে।
সমস্তে কৰাইলা ৰাজা বিধি ব্যৱহাৰে ॥
আয়তী সকলে কৰি মঙ্গল বিধান।
চাৰি বৰ চাৰি কন্যা কৰাইলন্ত স্নান ॥ ১৩৪৯
দিব্য বস্ত্ৰ অলঙ্কাৰে কৰাইলা ভূষণ।
হাতত দিলন্ত ফল কটাৰী দৰ্পণ ॥
মেনকা সুন্দৰী মহাদই জনকৰ।
সঙ্গে লৈয়া দ্বিজ কন্যাগণ নিৰন্তৰ ॥ ১৩৫০
সীতা সতী ঊৰ্ম্মিলা মাণ্ডৱী শ্ৰুতকীৰ্ত্তি।
চাৰিৰো মঙ্গল আচৰিলা সাৱহিতি ॥
নানাবিধ বিভূষণে কৰাইলা ভূষিত।
কপালে তিলক দিলা কৰি সুবলিত ॥ ১৩৫১
সিন্দূৰৰ মাজে দিলা চন্দন ধৱল।
সুবিচিত্ৰ কৰি দিলা নয়নে কাজল ॥
কুশধ্বজ মহামতি নৃপতি জনক।
অৰ্চ্চিলন্ত বিধিৱতে চাৰি কুমাৰক ॥ ১৩৫২
দিলন্ত চাৰিকো বিহা মণ্ডপৰ তলে।
চাৰিৰ প্ৰকাশে সভাখান আতি জ্বলে ॥
বিবাহৰ লগ্ন আসি ভৈল অনন্তৰে।
জানি পাচে হৰিষে জনক নৃপবৰে ॥ ১৩৫৩
কন্যা সম্প্ৰদান কৰিবাক বসিলন্ত।
ৰামে সমে দেৱতাসবক অৰ্চ্চিলন্ত ॥
বিশ্বামিত্ৰে বিধি পাঠ কৰন্ত হৰিষি।
ৰঙ্গে হোম কৰন্ত বশিষ্ঠ মহাঋষি ॥ ১৩৫৪
যেন অনুক্ৰমে বিধি আচৰিয়া তাক।
ৰামৰ লগত নিয়া বসাইলা সীতাক ॥
তিল কুশ ধৰিয়া জনক নৰনাথে।
উৎসৰ্গি সীতাক দিলা ৰাঘৱৰ হাতে ॥ ১৩৫৫
সেহি সময়ত ভৈলা মহা মহোৎসৱ।
উৰুলি জোকাৰ বহুবিধ জয় ৰৱ ॥
দেৱ মনুষ্যৰ বাদ্য একত্ৰে বাজয়।
সিদ্ধ মুনিসকলে কুসুম বৰিষয় ॥ ১৩৫৬
বেদধ্বনি কৰন্ত সকলে দেৱগণ।
নানা শুভ মঙ্গল ঘোষয় সৰ্ব্বজন ॥
সমস্ত লোকৰ মহা মিলিল হৰিষ।
জয় জয় ৰামধ্বনি শুনি দশোদিশ ॥ ১৩৫৭
জনক নৃপতি আতি পূৰি মনোৰথ।
অনেক যৌতুক দিলা সীতাৰ লগত ॥
হয় হস্তী ৰথ দোলা দাসী দাস দেশ।
মুকুতা মাণিক ৰত্ন দিলন্ত অশেষ ॥ ১৩৫৮
দিব্য বস্ত্ৰ অলঙ্কাৰ সুৱৰ্ণ ৰজত।
ঘটস্ৰৱা ধেনু উৎসৰ্গিলা শতে শত ॥
এহেন্তে ঈশ্বৰ বুলি মনত জানিলা।
ৰাজ্যভাৰ সমস্তে ৰামত সমৰ্পিলা ॥ ১৩৫৯
আজিসে কৰিলো সবে পুৰুষ উদ্ধাৰ।
পৰম ঈশ্বৰ জোৱাই ভৈলন্ত আমাৰ ॥
ভৈলোহো কৃতাৰ্থ বুলি আনন্দে নাচন্ত।
অনন্তৰে ব্ৰহ্মা আদি যতেক আছন্ত ॥ ১৩৬০
যাৰ যেনমত ইচ্ছা তাকে উৎসৰ্গিল।
সুৱৰ্ণ মাণিক ৰত্নে যেন বৰষিল ॥

ত্ৰৈলোক্যৰ লোকে সবে উৎসৰ্গা কৰিল।
যৌতুক সম্ভাৰে পুৰী মিথিলা ভৰিল ॥ ১৩৬১
অনন্তৰে লক্ষ্মণক জনক নৃপতি।
ঊৰ্ম্মিলাক বিবাহ দিলন্ত মহামতি ॥
লক্ষ্মণকো যৌতুক দিলন্ত বহুতৰ।
তাত পাচে কুশধ্বজ ভ্ৰাতৃ জনকৰ ॥ ১৩৬২
নিজ জীউ মাণ্ডৱী সুন্দৰী মহাসতী।
ভৰতক বিবাহ দিলন্ত মহামতি ॥
শ্ৰুতকীৰ্ত্তিক দিলা শত্ৰুঘনক উৎসুকে।
অনেক যৌতুক দুইকো দিলন্ত কৌতুকে ॥ '৬৩
জনক নৃপতি কুশধ্বজ মহাসন্ত।
দুই ভাইৰ চাৰি কন্যা চাৰিকো দিলন্ত ॥
বস্ত্ৰ অলঙ্কাৰ পুষ্প তাম্বুল চন্দনে।
যথা যোগ্য সমজ্যা ৰঞ্জিলা ৰঙ্গমনে ॥ ১৩৬৪
সতকাৰ লভিয়া সন্তোষ আতি ভৈলা।
স্বকী স্বকী থানে ব্ৰহ্মা আদি চলি গৈলা ॥
জনক নৃপতি বৰ কন্যা আঠজন।
পৰমানে পঞ্চামৃতে কৰাইলা ভোজন ॥ ১৩৬৫
পুষ্প শয্যা মাজে পাচে কৰাইলা শয়ন।
সুখে অনন্তৰে ভৈলা ৰজনী প্ৰসন্ন ॥
কৰিলন্ত স্নান দান উঠি প্ৰভাতত।
কৰাইলন্ত বাসি বিহা হৰিষে মনত ॥ ১৩৬৬
দশৰথে মাতিলন্ত জনক ৰাজাক।
বৰ-কন্যা সমে বিহাই পাঠায়ো আমাক ॥
ৰাজা হুয়া আসি আছো পাট পৰিহৰি।
শত্ৰু শঙ্কা লাগি চলি যাওঁ শীঘ্ৰ কৰি ॥ ১৩৬৭
শুনি অন্তঃপুৰে গৈয়া জনক নৃপতি।
সীতাক প্ৰবোধ বুলিলন্ত মহামতি ॥
অযোনিকা তোমাক লভিলো যজ্ঞভূমি।
পিতৃৰ মাতৃৰ প্ৰিয়তম জীউ তুমি ॥ ১৩৬৮
ত্ৰিভুৱনে নিৰুপমা তুমি মহাসতী।
পৰম দুৰ্ল্লভ আতি লভিলা সুপতি ॥
সতী স্ত্ৰীসকলৰ স্বামীসে ভূষণ।
কদাচিতো নলঙ্ঘিবা স্বামীৰ বচন ॥ ১৩৬৯
একচিত্তে সেৱা কৰিবাহা সৰ্ব্বক্ষণে।
কৰিবা শুশ্ৰূষা শাশু শশুৰ চৰণে ॥
অৱহেলা নকৰিবা দেৱৰসবক।
কৰিবাহা দায়া আতি সমস্তে জনক ॥ ১৩৭০
তেৱে তযু শুদ্ধ যশে জুৰিব সংসাৰ।
ইহ পৰলোকে সুখ মিলিবে তোমাৰ ॥
নালাগে শিখাবে সবে জানাহা আপোনে।
তোমাৰ সদৃশ আৰো নাহি একো গুণে ॥ ১৩৭১
পাচে আসি মেনকা জনক পটেশ্বৰী।
কৰন্ত ক্ৰন্দন জানকীৰ গলে ধৰি ॥
কাক লাগি এতমান কৰিয়ো জীয়াই।
ঘৰ শুৱনীয়া কৈক যাইবে সীতা আই ॥ ১৩৭২
সীতা সীতা বুলি নাম লৈবোহো কাহাৰ।
তই গৈলে প্ৰাণ কেনে ৰহিব আমাৰ ॥
আজি সৰ্ব্বশূন্য কৰি যাইবে মোৰ ঘৰ।
আনেসে আপোন ভৈল মই ভৈলো পৰ ॥ '৭৩
মোৰ বুক শূন্য কৰি কোনে লৈয়া যায়।
থাকিবি কাহাৰ গৈয়া ঘৰক শুৱাই ॥
কৌশল্যা বিহনী আছা কত তপসাই।
আজি তান বুক জুৰাইবেক তোক পাই ॥ ১৩৭৪
সীতায়ো কান্দয় মেনকাৰ ধৰি গলে।
কৰয় ক্ৰন্দন আৰ সুহৃদসকলে ॥
একত্ৰে কান্দয় মিথিলাৰ নাৰী-নৰ।
আতিশয় উৰ্ম্মি উথলিলা ক্ৰন্দনৰ ॥ ১৩৭৫
কৈক যাহা সীতা সতী জীউ জনকৰ!
আজি শূন্য কৰিলাহা মিথিলা নগৰ ॥
তই বিনে দুখত মৰিলো সৰ্ব্বজন।
অযোধ্যাপুৰীৰ বিধি ভৈলা সুপ্ৰসন ॥ ১৩৭৬
চক্ষুৰ লোতক মুচি জনক নৃপতি।
কৰিলন্ত দশৰথ ৰাজাত ভকতি ॥
বুলিলন্ত বিনয় ধৰিয়া তান হাতে।
সীতা জীউখানি মোৰ সপিলো তোমাতে॥ '৭৭
জীউ বুলি প্ৰতিপাল কৰিবা বিহাই।
বিহনাক বুলিবাহা আপুনি বুজাই ॥

তুলি তালি বৰ কৰি দিলো জানকীক।
আপুনি পালিবা কিবা বুলিবো অধিক ॥ ১৩৭৮
অনন্তৰে দশৰথ উৎসুকে মনত।
চাৰি পুত্ৰ চাৰি বধূ তুলি বিমানত ॥
সুমন্ত্ৰ যোগাইল ৰথ তাতে চড়িলন্ত।
অযোধ্যাক প্ৰতি শুভক্ষণে লৰিলন্ত ॥ ১৩৭৯
আগে পাচে বজাৱয় ব্যাল্লিশ বাজন।
চমৎকাৰে সাজিয়া চলিল সেনাগণ ॥
ধ্বজ দণ্ড তুলি প্ৰজা কৰে জয় জয়।
অসংখ্য প্ৰমাণ ৰথপতি হস্তীচয় ॥ ১৩৮০
ছানিলেক দিশ পাশ শৱদ কল্লোলে।
প্ৰজাৰ আন্দোলে মহীমণ্ডল হিল্লোলে ॥
চলিল আনন্দে দশৰথ মহামতি।
মিথিলাৰ লোক সমে জনক নৃপতি ॥ ১৩৮১
আগ বঢ়াইবাক প্ৰতি গৈলা নৰেশ্বৰ।
হৰিষে চলিলা বিশ্বামিত্ৰ মুনিবৰ ॥
সীতাসমে ৰামচন্দ্ৰ যান্ত বিমানত।
ৰোহিণী সহিতে যেন চন্দ্ৰ আকাশত ॥ ১৩৮২
দূৰ্ব্বাদলশ্যাম ৰামদেৱৰ শৰীৰ।
সুৱৰ্ণ গৌৰাঙ্গ তনু সীতা গোসানীৰ ॥
দুইহন্তৰো ৰূপ দশোদিশ প্ৰকাশয়।
পথিক লোকৰ আতি মনক হৰয় ॥ ১৩৮৩
ঊৰ্দ্ধমুখ হুয়া চাহি আছে সৰ্ব্বজনে।
যেন অমৃতক পান কৰয় নয়নে ॥
নখণ্ডয় তৃপিতি চাহয় নেত্ৰভৰি।
ৰামৰ ৰূপক যেন পিয়ে চলু কৰি ॥ ১৩৮৪
জলকুম্ভ কাখে লৈয়া যুৱতীসকলে।
ৰামৰ ৰূপক চাহি থাকে কৌতুহলে ॥
চিত্ৰৰ পুতলি যেন নভাসে নয়ন।
ৰামৰ সীতাৰ ৰূপে হৰিলেক মন ॥ ১৩৮৫
পৰম তৃপিতি হুয়া যত নাৰী-নৰে।
ৰামৰ সীতাক প্ৰশংসয় নিৰন্তৰে ॥
ধন্য ৰামচন্দ্ৰ ধন্য সীতা বৰনাৰী।
দুইহন্তৰ পটন্তৰ দিবাক নপাৰি ॥ ১৩৮৬
পুৰুষ ৰতন ৰাম ত্ৰিভুৱনে সাৰ।
নাহিকে সমান আন জানকী সীতাৰ ॥
প্ৰৱন্ধে স্ৰজিলা বিধি দুইহানো ৰূপক।
ধন্য মাৰ-বাপ তুলিলেক দুইজনক ॥ ১৩৮৭
এহিমতে প্ৰশংসয় পথিকসকলে।
দশৰথ ৰাজা চলি যান্ত কৌতুহলে ॥
গৈলন্ত জনক কতোদূৰ আনন্দতে।
বুলি মাতি পালটাই পঠাইলা দৰশনে ॥ ১৩৮৮
পাত্ৰ পুৰোহিত চাৰি পুত্ৰ লৈয়া সঙ্গে।
অযোধ্যাক যান্ত চলি দশৰথ ৰঙ্গে ॥
সেহি বেলা বাত বৃষ্টি ভৈলা আকাশত।
ৰাজাৰ আগত আসি ভৈলা বজ্ৰপাত ॥ ১৩৮৯
নমনিয় দিশ পাশ ভৈল অন্ধকাৰ।
কৰে মৰ মৰ চক্ৰ ৰথৰ ৰাজাৰ ॥
ঘোৰ শিলা সম্পা বায়ু বহে বিপৰীত।
হস্তী ঘোৰা সেনা যত ভৈল ভয়ে ভীত ॥ ১৩৯০
শীতে পীড়িলেক থিৰ নোহে হাত ভৰি।
নাসে মুখে মাত বুক কাম্পে তৰতৰি ॥
যিবা যৈত আছিল তহিতে তম্ভি ৰৈল।
ৰাজাৰ আগত ৰক্তময় বৃষ্টি ভৈল ॥ ১৩৯১
নানাবিধ বিমঙ্গল দেখি আতিশয়।
বশিষ্ঠত নৃপে পুছিলন্ত হুয়া ভয় ॥
ইহাৰ কাৰণ কহিয়োক মুনিবৰ।
কি কাৰণে পথত এতেক অথান্তৰ ॥ ১৩৯২
কোন বা বিঘিনি ভৈল আমাৰ ৰাজ্যত।
অন্ধকৰ শাপ জানো ভৈল উপগত ॥
গুচিল আমাৰ জানো ৰাজ্যভাৰ যত।
কিবা মোৰ আয়ু আসি ভৈল সমাপত ॥ ১৩৯৩
শুনিয়া ৰাজাক দিলা প্ৰবোধ বশিষ্ঠে।
নাহি কিছু শঙ্কা ৰাজা জানিবাহা নিষ্ঠে ॥

### বাটত পৰশুৰামৰ সৈতে ৰামৰ সাক্ষাত আৰু পৰশুৰামৰ পৰাভৱ

সেহি সময়ত পাচে জামদগ্নি ৰাম।
ধনু ভঙ্গ শুনি কোপে নিকলিল ঘাম ॥ ১৩৯৪

কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ।
সিজনৰ দৰ্প আজি কৰিবোহো চূৰ ॥
পৰশু কুঠাৰখান ধৰিয়া কান্ধত।
ভয়ঙ্কৰ ধনুখান ধৰিয়া হাতত ॥ ১৩৯৫
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।
শৃঙ্গে সমন্বিতে যেন সচল পৰ্ব্বত ॥
দুৰ্জ্জয় শৰীৰ ধনুৰ্দ্ধৰ মহাবীৰ।
ক্ৰোধৰ বেগত আতি নুহিকন্ত থিৰ ॥ ১৩৯৬
ফুৰাৱন্ত চক্ষু দুই অগনি সমান।
দেখি কটকৰ ভয়ে উৰি গৈল প্ৰাণ ॥
বৃষ্টি অন্ধকাৰে নেদেখিয় দিশপাশ।
পৰশুৰামৰ মূৰ্ত্তি দেখি ভৈল ত্ৰাস ॥ ১৩৯৭
কিসে পাইলে বুলি ধাতু চুৰুতি উৰিল।
চক্ষু জপাই সেনাসবে ভূমিত পৰিল ॥
কৈৰা ৰাম বুলিয়া মাতন্ত শীঘ্ৰ কৰি।
ব্ৰাহ্মণৰ চিহ্ন যজ্ঞসূত্ৰ আছা ধৰি ॥ ১৩৯৮
ক্ষত্ৰিয় লক্ষণ হাতে আছে ধনুখান।
পৰম নিৰ্দ্দয় দায়া নাহি অনুমান ॥
পিতৃৰ বচনে কাটি আছন্ত মাতৃক।
হেন জনে আনক কৰিবে দায়া কিক ॥ ১৩৯৯
শিৰে জটাভাৰ গলে ৰুদ্ৰাক্ষৰ মালা।
কটিত বাকলি বস্ত্ৰ কুশৰ মেখলা ॥
ঝকঝক দান্ত শোভা কৰে গোফ ডাড়ি।
গাৱে মল পঙ্ক বনবাসী ৰূপধাৰী ॥ ১৪০০
হাতে মালা ধৰিয়া জপন্ত সৰ্ব্বক্ষণ।
উফৰন্ত ক্ৰোধত দেখিবে যম যেন ॥
ভ্ৰুব চালি কপালৰ গাঠি শিহৰাই।
দশন চোবায়া কোপে মাতন্ত শেহাই ॥ ১৪০১
গৰ্জ্জিবে লাগিলা আতি নিষ্ঠুৰ বচনে।
আমাৰ গুৰুৰ ধনু ভাঙ্গিল কেমনে ॥
বামহাতে ধৰি ঘোৰতৰ ধনুখান।
পৃথিবীৰ ক্ষত্ৰি মাৰি কৰিলো নিৰ্য্যাণ ॥ ১৪০২
ক্ষত্ৰি হুয়া কোন বীৰ পুনৰপি আইল।
জানিলো সিজনে মোৰ বাৰ্ত্তাক নপাইল ॥

মোৰ কথা শুনি ক্ষত্ৰি নাম কোন ধৰে।
হেনমত ভয় সিটো সাসক নকৰে ॥ ১৪০৩
এবে কোন জনে মোক নগণে মনত।
এতিক্ষণ থিৰ হৌক মোহোৰ আগত ॥
ৰৌদ্ৰে বৰিষণে আতি পৰিয়া আছয়।
খুখুন্দা ধনুক ভাঙ্গি মুনিষ কহয় ॥ ১৪০৪
আজি যেৱে জীউ লৈয়া যায় মোৰ আগে।
তেৱে গৈয়া বীৰত্ব কহোক যত লাগে ॥
শুনি দশৰথ ৰাজা গুনন্ত মনত।
ভৈলো বৃদ্ধ আমাৰ শৰীৰ আশকত ॥ ১৪০৫
দেখিয়া ছাৱাল নিজ পুত্ৰ চাৰিখানি।
বিপৰীত চিন্তা লভিলন্ত মহামানী ॥
ৰামে সমে আমি যদি আছো দুইবীৰ।
তেৱে কি কৰিবো আহ্ম দুৰ্জ্জয় শৰীৰ ॥ ১৪০৬
বিপাকে ঠেকাইলা আনি বিধাতা আমাক।
বিবাদে নপৰি আহ্ম বোলো প্ৰিয় বাক ॥
এহি বুলি পৰশুৰামক নৰনাথে।
পাদ্যে অৰ্ঘে পূজি চৰণত ধৰি হাতে ॥ ১৪০৭
তুতি নতি প্ৰণতি বোলন্ত দশৰথ।
তথাপিতো দায়া তাৰ নোপজে মনত ॥
হাতে ঘোৰ ধনু ধৰি চক্ষু পকাই চান্ত।
বাঘে যেন গৰ্জ্জিয়া ৰামক ধায়া যান্ত ॥ ১৪০৮
দেখি ৰামচন্দ্ৰে মুখে অল্পহাস্য কৰি।
পৰশুৰামৰ আগ ভৈলা ধনু ধৰি ॥
জামদগ্নি ৰামে শ্ৰীৰামক দেখিলন্ত।
কৰিয়া তৰ্জ্জন পাচে বাক্য বুলিলন্ত ॥ ১৪০৯
নজানাহা ৰণ কিছু ছাৱাল ৰাজাৰ।
জানো তুমি কথা নতু শুনাহা আমাৰ ॥
পৰশুৰাম নাম মোৰ বিদিত সংসাৰ।
নিক্ষত্ৰি কৰিলো মহী তিনি সাতবাৰ ॥ ১৪১০
ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম।
সম্প্ৰতি আছোহো মই পৰিয়া নিজম ॥
ডাকিয়া আনিলা মোক দেখায়া দৰ্পক।
দাণ্ডি দিয়া যোগাইলাহা কাহাল গোমক ॥ ১৪১১

কুপিত সিংহৰ আগে ঘেলাইলাহা গাৰ ।
আনিলা যমক যেন দিয়া হাত বাৰ ॥
মই অন্তকৰ কোপ তুলিলা কিসক ।
শিশু হুয়া কৰা কেনে দুৰ্ঘোৰ কৰ্ম্মক ॥ ১৪১২
ধনু ভাঙ্গি যশ বৰ লভিলা ডাঙ্গৰ ।
উপাৰিয়া শৃঙ্গ যেন মেৰু পৰ্ব্বতৰ ॥
কাৰ বৰ পায়া তুমি কৰা হেন কৰ্ম্ম ।
আমাৰ গুৰুৰ ধনু ভাঙ্গি দিলা মৰ্ম্ম ॥ ১৪১৩
জানিলো কৰিলা গুৰু দেৱত ভকতি ।
নুহি কেনমতে হৈব ই দূৰ শকতি ॥
ত্ৰিভুৱনে পৰম উজ্জ্বল ৰাম নাম ।
নাহি সংসাৰত ইটো নামক উপাম ॥ ১৪১৪
সেহি ৰাম নাম ধৰি আমাৰ প্ৰকাশ ।
হেন নাম লৈলা তুমি কৰি অভিলাষ ॥
বোলা ৰাম নাম লৈলে মোৰ হৈবে খ্যাতি ।
আমাক বিদ্বেষ তুমি কৰিলাহা আতি ॥ ১৪১৫
বৰ তেজৱন্ত বীৰ ভৈলাহা অধিক ।
কৰিবাহা লুপ্ত তুমি আমাৰ কীৰ্ত্তিক ॥
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক ।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥ ১৪১৬
নপাৰো জিনিবে যেৱে তোমাক ৰণত ।
নিষ্ফল জীৱন মোৰ ইটো সংসাৰত ॥
জনকৰ ঘৰে ভাঙ্গি পচা ধনুখান ।
তাতে বোলা নাহি মোত মুনিষ সমান ॥ ১৪১৭
মই চুৰ কৰিব তোমাৰ গৰ্ব্ব যত ।
পৰিল চেঙেলি আজি বুঢ়াৰ হাতত ॥
ৰহি আছা বৃক্ষ যেন নদীৰ তীৰত ।
অলপতে পৰে শিফা নাহিকে তলত ॥ ১৪১৮
হোৱা যদি ৰাম তুমি বীৰ অদভুত ।
লগায়োক গুন দেখো আমাৰ ধনুত ॥
তেৱেসে মুনিষ বুলি জানোহো সাক্ষাত ।
অনা যুদ্ধে ভঙ্গ মই মানিবো তোমাত ॥ ১৪১৯
তাক দেখি ৰামচন্দ্ৰে লাগিলা হাসিত ।
ধনু দেখি দশৰথ ভৈলা ভয় ভীত ॥
প্ৰসন্ন বদনে ৰামে বুলিলা বচন ।
শুনিয়োক ঋষি জমদগ্নিৰ নন্দন ॥ ১৪২০
ঋষি ধৰ্ম্ম অনুসৰি আছা মহাভাগ ।
আমাত তোমাৰ কেনে এত মান ৰাগ ॥
ক্ষমাসে উচিত ধৰ্ম্ম হোৱয় তোমাৰ ।
কিসক কৰিলা তুমি তাক পৰিহাৰ ॥ ১৪২১
ধৰ্ম্ম এৰি অধৰ্ম্ম কৰয় যিটো নৰ ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্ৰিয়ৰ ॥
ব্ৰাহ্মণত জন্ম ধৰ্ম্ম ধৰিছা ঋষিৰ ।
তাক এৰি ধৰ্ম্ম কেনে আচৰা ক্ষত্ৰিৰ ॥ ১৪২২
শম দম দান দয়া ক্ষমা তযু ধৰ্ম্ম ।
ক্ৰোধ অহঙ্কাৰ আদি ক্ষত্ৰিয়ৰ কৰ্ম্ম ॥
কৰিলাহা তুমি সিটো ধৰ্ম্ম বিপৰ্য্যয় ।
বিচাৰত দণ্ডিবাক তোমাক লাগয় ॥ ১৪২৩
ভাঙ্গিলোহো ধনু আমি গুৰুৰ তোমাৰ ।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ইটো উচিত আমাৰ ॥
কোন দোষে কৰা তুমি আমাক বিৰোধ ।
ঋষিৰ তোমাৰ কেনে এতমান ক্ৰোধ ॥ ১৪২৪
জ্ঞানশূন্য হুয়া অধৰ্ম্মত প্ৰবৰ্ত্তিলা ।
ভাল ভৈল আসি মোৰ আগত মিলিলা ॥
কৰো আজি তোমাক উচিত প্ৰায়শ্চিত্ত ।
যেন আনক্ষণ অধৰ্ম্মত নেদা চিত ॥ ১৪২৫
ধৰ্ম্মহীন হুয়া দৰ্প কৰা মোৰ আগে ।
অৱশ্য তোমাক দণ্ড দিবে মোৰ লাগে ॥
ভাঙ্গো আজি সকলে তোমাৰ মিছা টোল ।
বুজা কেনমত শিশু ছাৱালৰ বল ॥ ১৪২৬
তুমি কেনমত বীৰ পৰীক্ষাক চাওঁ ।
নুহি যেৱে বোলা ক্ষমা কৰিয়া পঠাওঁ ॥
যদ্যপি আমাৰ মুনি নুহি ক্ষমা ধৰ্ম্ম ।
বৃদ্ধ দেখি তোমাক লাগয় মোৰ মৰ্ম্ম ॥ ১৪২৭
যায়োক গৃহক গুৰু দিলোহো বিদায় ।
তথাপিতো যদ্যপি তোমাৰ ক্ষমা নাই ॥
মোৰ দোষ নাহি তেৱে কহো স্বৰূপত ।
কৰো চুৰ সকলে তোমাৰ গৰ্ব্ব যত ॥ ১৪২৮

তোমাৰ ধনুৰ বৰ বখানা মহত্ত্ব।
বল বুজি চাওঁ ধনুখান কেনমত ॥
ইহাত লগাইলে গুণ ভঙ্গ যদি মানা।
লগাইবোহো গুণ ধনু মোক দিয়া আনা॥ ১৪২৯
তোমাৰ ধনুত গুণ পাৰো যেৱে দিতে।
জিনিবো ৰণত তেৱে তোমাক ইঙ্গিতে ॥
শুনিয়া পৰশুৰামে ধনুখান দিলা।
শ্ৰীৰামে লগাইলা গুণ কৰি মহালীলা ॥ ১৪৩০
বল দিয়া ৰাঘৱে টানন্ত ধনুখান।
লেক লেক কৰে ফুল-ধনুৰ সমান ॥
ধনু টানি ৰামচন্দ্ৰে হাসন্ত হৰিষি।
ইহাৰেসে মহত্ত্ব বখানা তুমি ঋষি ॥ ১৪৩১
এহি বুলি ৰামে পুনৰপি দিলা টান।
মহাশব্দে মাজতে ভাঙ্গিলা ধনুখান ॥
শব্দৰ ত্ৰাসত কম্পিল ত্ৰিভুৱন।
মহাভয়ে অচেতন ভৈল সৰ্ব্বজন ॥ ১৪৩২
ৰাঘৱে বোলন্ত গুৰু কৰিলো অকাজ।
টানন্তে ভাঙ্গিল ধনু ভৈলো মই লাজ ॥
নসহিল ধনু ছৱালবো টানিবাক।
বীৰ বোলাই তুমি কেনে লৈয়া ফুৰা আক ॥ '৩৩
আমাকো কৰিলা লঘু আপুনিয়ো ভৈলা।
দেখিয়া পৰশুৰাম স্তব্ধ হুয়া ৰৈলা ॥
অনন্তৰে ৰামচন্দ্ৰ পুৰুষ নিপুণ।
নিজ ধনুখান লৈয়া লগাইলন্ত গুণ ॥ ১৪৩৪
বাণ জুৰি মাতিলন্ত পৰশুৰামক।
হেৰা দেখা কৰো ছাই তোমাৰ গৰ্ব্বক ॥
ৰাখিবাহা প্ৰাণ যেৱে মাগা পৰাজয়।
ভৈলন্ত পৰশুৰাম দেখি মহাভয় ॥ ১৪৩৫
বল দৰ্প গুচি মুখে হৰিল বচন।
হইল বিৱৰ্ণ আতি মলিন বদন ॥
পৰশুৰামৰ ভাগি গৈলা কাপ জাপ।
বৈদ্য দেখি যেন মুণ্ড চপৰাইল সাপ ॥ ১৪৩৬
শ্ৰীৰামৰ আগত ভাগিল সবে ভাষ।
সূৰ্য্য আগে নাহি যেন চন্দ্ৰৰ প্ৰকাশ ॥
অন্তকালে যেন নজ্বলয় দিনকৰ।
গৰুড়ৰ আগে দৰ্প হৰয় সৰ্পৰ ॥ ১৪৩৭
জমদগ্নিসুত ৰাম ভৈলা সেহি নয়।
লোক বিদ্যমানে লঘু ভৈলা আতিশয় ॥
যম হেন সাক্ষাতে দেখন্ত ৰাঘৱক।
মাৰিবন্ত শৰ বুলি লাগিল চমক ॥ ১৪৩৮
দেখি ৰামচন্দ্ৰ আতি ভৈলা দায়াযুত।
হাসিয়া বোলন্ত শুনা জমদগ্নিসুত ॥
আসিলাহা ধায়া তুমি আমাক মাৰিত।
জানিলোহো তোমাৰ কঠিন বৰ চিত্ত ॥ ১৪৩৯
ঋষি হুয়া ভৈলা তুমি এনুৱা নিৰ্দ্দয়।
তোমাক মাৰিবে মন আমাৰ নলয় ॥
ৰাখিলো তোমাৰ প্ৰাণ নকৰিবা ভয়।
কিন্তু মোৰ বাণ জানা অমোঘ নিশ্চয় ॥ ১৪৪০
কদাচিতো বৃথা বাণ নুহিকে আমাৰ।
কহিয়োক তোমাৰ ছেদিবো কোন দ্বাৰ ॥
শুনিয়া ৰামৰ দায়াযুক্ত বচন।
বোলন্ত বিনয়ে জমদগ্নিৰ নন্দন ॥ ১৪৪১
নিচিনিলো তোমাক বুদ্ধিত মন্দ আমি।
তুমিসে ঈশ্বৰ জগতৰ অন্তৰ্য্যামী ॥
ভৈলা অৱতাৰ তুমি আসি মনুষ্যত।
তোমাৰ অধীন ইটো সকলে জগত ॥ ১৪৪২
তুমিসে ঈশ্বৰ নিষ্ঠে জানিলো সাক্ষাত।
আমাৰ বিক্ৰম যাই লাগিল তোমাত ॥
জগতৰ আত্মা তুমি পুৰুষ পুৰাণ।
হাৰিলোহো তোমাত দিয়োক প্ৰাণদান ॥ ১৪৪৩
কৰিলাহা মোক যেন দায়া দামোদৰ।
শুনিয়োক মোৰ তেৱে স্বৰূপ উত্তৰ ॥
নাহিকে স্বৰ্গত কিছু মোৰ প্ৰয়োজন।
শৰে হানি প্ৰভু স্বৰ্গপথ কৰা ছন্ন ॥ ১৪৪৪
তযু অংশে আসি হুয়া আছো অৱতাৰ।
আমাতে আছিল তযু পৃথিৱীৰ ভাৰ ॥
আপুনি বেকত আসি ভৈলাহা সাম্প্ৰত।
গুচাইলাহা আপুনি আমাৰ ভাৰ যত ॥ ১৪৪৫

সজ্জনক পালি সংহৰিবা দুষ্ট যত।
তীর্থ কৰি ফুৰো মই তযু প্ৰসাদত ॥
নযাইবো স্বৰ্গক নিষ্ঠে বুলিলো বচন।
কৰিয়োক মোৰ স্বৰ্গপথ নিবাৰণ ॥ ১৪৪৬
শুনি ৰামচন্দ্ৰে পূৰ্ব্বদিশে মুখ দিলা।
পৰশুৰামৰ স্বৰ্গপথক ছেদিলা ॥
শ্ৰীৰামৰ কীৰ্ত্তি প্ৰকাশয় সংসাৰত।
অদ্যাপিও ৰামশৰ দেখিয়ো স্বৰ্গত ॥ ১৪৪৭
পৰশুৰামক ৰামে কৰিলা আশ্বাস।
মোৰ বাণ দেখি ঋষি ভৈলা মহাত্ৰাস ॥
ক্ষত্ৰি জাতি আমাৰ দাৰুণ বৰ হিয়া।
পালো অঙ্গীকাৰ ব্ৰাহ্মণক দুখ দিয়া ॥ ১৪৪৮
মৰষিবা সকলে আমাৰ ইটো দোষ।
কৰো হাতযোৰ নকৰিবা অসন্তোষ ॥
শ্ৰীৰামৰ ভকতি দেখিয়া আতিশয়।
দুখভয় গুচি ভৈল প্ৰসন্ন হৃদয় ॥ ১৪৪৯
বুলিলা পৰশুৰামে বচন মধুৰ।
স্বভাৱতে ক্ষত্ৰিয়ৰ হৃদয় নিষ্ঠুৰ ॥
হেন মহা ক্ষত্ৰি তুমি পুৰুষ উত্তম।
দেখিলো সাক্ষাতে আজি তোমাৰ বিক্ৰম ॥ '৫০
তথাপি কৰাইলা তুমি আমাকে প্ৰসন্ন।
ধন্য ধন্য ৰাম ৰঘুকুলৰ নন্দন ॥
শত্ৰু হুয়া প্ৰসন্ন কৰাইলা বুলি নতি।
তুমিয়ো সন্তুষ্ট হৈবা আমাৰ ভকতি ॥ ১৪৫১
শুনিয়োক ৰাম বোলো স্বৰূপ বচন।
অনাদি ঈশ্বৰ তুমি সত্য সনাতন ॥
তুমি নিত্য নিৰঞ্জন পুৰুষ পুৰাণ।
জগতৰ পতি তুমি বিনে নাহি আন ॥ ১৪৫২
তোমাত ভকতি মোৰ সততে থাকোক।
যাওঁ তপোবনে মোক বিদায় দিয়োক ॥
এহিমতে দুয়োজন জগত ঈশ্বৰে।
কৰিলন্ত লীলা নজানিলা একো নৰে ॥ ১৪৫৩
দুইহান্তৰো সম্বাদ বিবাদ যত যত।
চাহি আছে লোকসবে বিস্ময়ে মনত ॥

অনন্তৰে বিদায় লইয়া শ্ৰীৰামত।
গৈলন্ত পৰশুৰাম হৰিষ মনত ॥ ১৪৫৪
দশৰথে দেখি আতি বিক্ৰম ৰামৰ।
মনত হৰিষে প্ৰশংসিলা বহুতৰ ॥
ধন্য ধন্য পুত্ৰ তুমি ভৈলাহা আমাৰ।
ৰহিল তোমাৰ যশ জুৰিয়া সংসাৰ ॥ ১৪৫৫
আসিল পৰশুৰাম খেদি যেন যম।
তাহাঙ্কো জিনিলা ৰণে কৰিয়া বিক্ৰম ॥
সাধু সাধু ৰাম তুমি বংশৰ তিলক।
গলে বান্ধি ৰাজা ধৰিলন্ত ৰাঘৱক ॥ ১৪৫৬
উপজিল প্ৰেম তনু ভৈলা পুলকিত।
পাইলেক সন্তোষ যেন পিয়ন্তে অমৃত ॥
আকাশত তৃপিতি ভৈলন্ত দেৱগণে।
অৰ্চ্চিলা ৰামক আতি পুষ্প বৰিষণে ॥ ১৪৫৭
দেখিয়া জানকী বল বিক্ৰম ৰামৰ।
ভৈলন্ত তৃপিতি ৰোমাঞ্চিত কলেৱৰ ॥
বিশ্বামিত্ৰ বশিষ্ঠ প্ৰমুখ্যে ঋষিগণে।
পূজিলন্ত ৰাঘৱক প্ৰশংসা বচনে ॥ ১৪৫৮
পৰম পুৰুষ ৰাম জগত আধাৰ।
ৰামৰূপে পৃথিৱীত ভৈলা অৱতাৰ ॥
পৰশুৰামৰ দৰ্প কৰিলন্ত চুৰ।
কাহাৰ শকতি কৰ্ম্ম কৰয় এ দূৰ ॥ ১৪৫৯
এহিমতে ৰামক প্ৰশংসে সৰ্ব্বজনে।
অনন্তৰে দশৰথ ৰাজা ৰঙ্গ মনে ॥
অযোধ্যাক প্ৰতি চলি গৈলা মহাশয়।
কৰয় কটকে বেঢ়ি ৰাম জয় জয় ॥ ১৪৬০
নানা বাদ্যে সুমঙ্গলে চলে সমদলে।
অযোধ্যাত প্ৰবেশ ভৈলন্ত কৌতূহলে ॥
দেখি নগৰীয়া লোকে ৰাজা আসিবাৰ।
তেতিক্ষণে কৰিলা নগৰী জাতিষ্কাৰ ॥ ১৪৬১
সাজ্জি মাজ্জি লিপিলা বিচিত্ৰ গন্ধজলে।
পতাকা তোৰণ ধ্বজা ৰচিলা চিৰলে ॥
তাম্বুল কদলী ৰুইলা ঠোক সমন্বিত।
থানে থানে আলিপন কৰিলা ৰঞ্জিত ॥ ১৪৬২

মুখত পল্লৱ ফলে পাতি পূর্ণঘট।
ঘৃতৰ প্ৰদীপ দিলা তাহাৰ নিকট॥
দুৱাৰে দুৱাৰে তুলি থাপিলা প্ৰৱন্ধি।
লগাইলা বিচিত্ৰ ধূপ অগৰু সুগন্ধি॥ ১৪৬৩
কুসুম চন্দন হাতে লৈয়া দূৰ্ব্বাক্ষত।
চড়িলন্ত নাৰীগণ গৃহ উপৰত॥
আতি মনোহৰ পুৰী অযোধ্যানগৰ।
তাৰ মাজে যান্ত দশৰথ নৰেশ্বৰ॥ ১৪৬৪
চাৰি পুত্ৰ চাৰি কন্যা যান্ত ৰঙ্গমনে।
দূৰ্ব্বাক্ষত পুষ্প বৰিষন্ত নাৰীগণে॥
উৰুলি জোকাৰ জয় অনেক মঙ্গলে।
ভূমিত পৰিল পুষ্প শতেক সদলে॥ ১৪৬৫
নগৰত মিলি গৈলা আনন্দ প্ৰচুৰ।
পুত্ৰগণ সমে ৰাজা পাইলা অন্তঃপুৰ॥
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী।
কন্যাগণ সমে দীপ ঘট হাতে লই॥ ১৪৬৬
তিনি মহাদই নানা মঙ্গল আচাৰে।
সিঞ্চি দূৰ্ব্বাক্ষত পুষ্প উৰুলি জোকাৰে॥
ভিন্নে ভিন্নে আসি পাচে তিনি পটেশ্বৰী।
আপোনাৰ পুত্ৰ বোহাৰীৰ হাতে ধৰি॥ ১৪৬৭
নানা ব্যৱহাৰে গৃহ কৰাইলা প্ৰবেশ।
পুত্ৰবধূ দেখি পাইলা আনন্দ অশেষ॥
সীতাৰ দেখিয়া ৰূপ কৌশল্যা দেৱীৰ।
অমৃতৰ পানে যেন জুৰাইল শৰীৰ॥ ১৪৬৮
চাৰি কুমাৰৰ বিহা ভৈল একেবাৰে।
দেখিয়া আনন্দ আতি মিলিল সবাৰে॥
নানা নৃত্য গীত বাদ্য বাজন বজাইল।
ৰামক সীতাক লোকে দেখিবাক আইল॥ ১৪৬৯
দুহানৰ ৰূপ আতি দেখি বিপৰীত।
নয়ন ভৰিয়া যেন পিৱয় অমৃত॥
দিলা আনি লোকে যত যৌতুক অপাৰ।
সুৱৰ্ণ ৰজত ৰত্ন বস্ত্ৰ অলঙ্কাৰ॥ ১৪৭০
ৰাজাগণ আইলা লৈয়া যৌতুক সম্ভাৰ।
নানা ৰত্নে ভূপতিৰ ভৰাইলা ভাণ্ডাৰ॥
দশৰথে সমস্তকে প্ৰসাদে ৰঞ্জিলা।
বস্ত্ৰ অলঙ্কাৰ পুষ্প চন্দনে তুষিলা॥ ১৪৭১
চাৰিয়ো পুত্ৰক সমুচিতে বণ্টা দিলা।
হস্তী ঘোৰা ৰথ ৰাজ্যে মন সন্তোষিলা॥
অনায়াসে ভৈল বিহা চাৰিয়ো পুত্ৰৰ।
পৰম কৃতাৰ্থ মন ভৈলা নৃপবৰ॥ ১৪৭২
শুনিয়োক সভাসদ পদ আদিকাণ্ড।
ৰামৰ চৰিত্ৰ যেন অমৃতৰ ভাণ্ড॥
সংসাৰ মধ্যত ইসি মহাধৰ্ম্ম সাৰ।
বোলা ৰাম ৰাম সুখে তৰিয়ো সংসাৰ॥ ১৪৭৩

ছবি

যিটো দেৱ নাৰায়ণ　　সদাশিৱ সনাতন
　　নাহি আদি অন্ত মধ্য যাৰ।
দেৱে যাক নজানন্ত　　তেন্তে দেৱ ভগৱন্ত
　　ৰামৰূপে ভৈলা অৱতাৰ॥
নিজ যোগমায়াবলে　　ছদ্ম হুয়া মহীতলে
　　দশৰথ নৃপতিৰ ঘৰে।
সীমা নাহি মহিমাৰ　　মনুষ্যৰ ব্যৱহাৰ
　　দেখাৱন্ত প্ৰভু নিৰন্তৰে॥ ১৪৭৪
জনকনন্দিনী সীতা　　দেৱী জগতৰ মাতা
　　তাক বিহা কৰি আনিলন্ত।
লক্ষ্মীসমে একথান　　হুয়া নানাবিধ দান
　　দিয়া সমস্তকে ৰঞ্জিলন্ত॥
সীতা সমন্বিতে ৰাম　　পূৰিয়া সবাৰে কাম
　　ৰত্নৰ মন্দিৰে ভৈলা থিত।
দশৰথ নৃপবৰ　　বিহা কৰাই তনয়ৰ
　　ভৈলা আতিশয় আনন্দিত॥ ১৪৭৫
মহামুনি বিশ্বামিত্ৰ　　কহিলন্ত নৃপতিত
　　গুণ গ্ৰাম ৰাম-লক্ষ্মণৰ।
তাড়কাক একেশ্বৰে　　মাৰিলন্ত ৰঘুবৰে
　　সমৰে বধিলা নিশাচৰ॥
অহল্যাৰ শাপ মুক্ত　　ধনু ভাঙ্গি অদভুত
　　জিনিলন্ত ৰাজাগণ ৰণে।

পুত্ৰ দুইৰ পৰাক্ৰম শুনিয়া অমৃত সম
সন্তোষ ৰাজাৰ আতি মনে ॥ ১৪৭৬
বিশ্বামিত্ৰক ৰাজা কৰিলা অনেক পূজা
চলি গৈলা মুনি মনৰঙ্গে ।
অযোধ্যা নগৰে ৰাজা দেৱতো অধিক ৰাজ্য
ভোগ ভুঞ্জে পুত্ৰগণ সঙ্গে ॥
ৰাঘৱৰ গুণগণে সমস্তে লোকৰ মনে
মিলয় আনন্দ আশৰিস ।
ৰাজ্য প্ৰতিপালিবাক সামৰ্থ ভৈলন্ত ৰাম
দেখি দশৰথৰ হৰিষ ॥ ১৪৭৭
কতোকাল অনন্তৰে দেখিলন্ত নৃপবৰে
নিশাকালে স্বপ্ন বিপৰীত ।
পৰিল উলুকাপাত আকাশৰ ৰাহু চন্দ্ৰ
লাম্ফে লাম্ফে ফুৰয় ভুমিত ॥
ৰক্ত শয্যা আকাশত দেখে বসি সিথানত
কান্দে কালনাৰী একজন ।
কৃষ্ণ কুসুমৰ মালা দুই হাতে ধৰি আনি
সুঙ্গন্ত নৃপতি ঘনে ঘনে ॥ ১৪৭৮
মৃত্যুৰ সূচক স্বপ্ন দেখি দশৰথ ৰাজা
বসিয়া গুণন্ত মনে মন ।
অন্ধক মুনিৰ শাপ সমীপ চাপিল মোৰ
নিকটতে মিলিব মৰণ ॥
যাৱত চেতন গাৱে আছয় ৰামত তাৱে
ৰাজ্যভাৰ কৰো সমৰ্পণ ।
প্ৰাণতো অধিক মোৰ ৰামচন্দ্ৰে পালিবেক
পুত্ৰতো অধিক সৰ্ব্বজন ॥ ১৪৭৯
ৰামক পাতন্তে ৰাজা পাতিবে বিঘিনি জানো
ভৰত আৱৰ শত্ৰুঘনে ।
গুচোক বিঘিনি সবে পঢ়িবাৰ চলে দুইকো
ৰাজ্যৰ গুচাওঁ এতিক্ষণে ॥
এহি গুণি দুহান্তকো মাতি আনিলন্ত ৰাজা
বুলিলন্ত মধুৰ বচনে ।
যুদ্ধাজিত মাতুলৰ ৰাজ্যক পঢ়িবে প্ৰতি
চলিয়া যায়োক দুয়োজনে ॥ ১৪৮০

পিতৃৰ বচন শুনি ভৰত যে শত্ৰুঘনে
মাতামহ ৰাজ্যে চলি গৈলা ।
পাচে দশৰথ ৰাজা ৰামক হৰিষ মনে
ৰাজা পাতিবাক সাজ ভৈলা ॥
এহি মানে আদিকাণ্ড যেন অমৃতৰ ভাণ্ড
সাঙ্গোপাঙ্গে ভৈল সমাপতি ।
শুনিয়োক সাধুজন পুণ্য কথা ৰামায়ণ
ৰচিলা মাধৱ মূঢ়মতি ॥ ১৪৮১
বোলো কৃতাঞ্জলি বাণী মোক মূঢ় হেন জানি
নিন্দা নুবুলিবা মহাজনে ।
মোত পৰে মতিহীন জ্ঞানশূন্য বুদ্ধিক্ষীণ
নাহি আন ইতিনি ভুৱনে ॥
কৰি আতি গৰ্ব্ব মদ তথাপি ৰচিলো পদ
দেখা কেনে মোৰ অহঙ্কাৰ ।
ইটো মোৰ দোষচয় ক্ষমিবে উচিত হয়
মহন্তৰ ক্ষমা অলঙ্কাৰ ॥ ১৪৮২
অন্তৰ্য্যামী নাৰায়ণে যেনে প্ৰৱৰ্ত্তাইলা মনে
তাকে মূৰ্খ কৰিলো বেকত ।
কহিলো সকলে সাৰ জানি কৰা পৰিহাৰ
বঢ়া টুটা দেখা যত যত ॥
পৰে ৰাম চৰিত্ৰত আনো সব কথা যত
সিয়ো ৰাম কথাসে নিশ্চয় ।
গঙ্গাৰ জলত যত পৰে নদী নানা মত
তাক কোনে তেজিয়া আছয় ॥ ১৪৮৩

### দুলড়ী

ইকথা থাকোক শুনা সবে লোক
চিন্তা হিত আপোনাৰ ।
দুৰ্ঘোৰ সংসাৰ সাগৰ নিকাৰ
যিমতে পাইবা নিস্তাৰ ॥
দেখিয়ো আকলি কলি মহাবলী
কৰিলে কেনে অকাজ ।
সমস্তে লোকক তল নিয়াইলেক
পাপ সাগৰৰ মাজ ॥ ১৪৮৪

পাপত মগন হুয়া যিটোজন
আন ধৰ্ম্মে আশা কৰে।
একো ফল তাত নাহিকে মিছাত
দুখ পায়া মাত্ৰ মৰে ॥
তাত পৰে আৰ নাহি দুৰাচাৰ
তাৰো হৰিনাম ধৰ্ম্ম।
নাম গুণ লৈলে সংসাৰ তৰয়
জানিবা ইসব মৰ্ম্ম ॥ ১৪৮৫
ব্ৰহ্মা মুনি যাক বাঞ্ছিয়া নপাৰে
পায়া হেন কলেৱৰ।
হৰিৰ কীৰ্ত্তন নকৰে যিজন
আত্মঘাতী সিটো নৰ ॥
ইটো তত্ত্বসাৰ জানিয়া সংসাৰ
তৰিয়ো নাম সুমৰি।
কলিৰ যুগত অন্যত্ৰ ধৰ্ম্মত
থৈয়ো আশা দূৰ কৰি ॥ ১৪৮৬
তেজি আন কাম সুমৰিয়ো নাম
ধৰ্ম্মৰ ঈশ্বৰ জানি।
কৰি থিৰ মন হৰিত শৰণ
লৈয়োক ঈশ্বৰ মানি ॥
নমো নমো ৰাম কৰোহো প্ৰণাম
দিয়া চৰণত চিত্ত।
মহা মূঢ়মতি হুয়া বিৰচিলো
তোমাৰ ইটো চৰিত ॥ ১৪৮৭
তুমি বুদ্ধি বৃত্তি যেন প্ৰৱৰ্ত্তাইলা
হৃদয়ে থাকি আমাৰ।
সেহিমতে ভয় তৰিব সকলে
কৰিলো মুখে প্ৰচাৰ ॥
পদ ৰচনাত আছয় যতেক
দোষ মই অধমৰ।
তাক কৃপাময় ক্ষমিবে লাগয়
জানিবাহা হৃদীশ্বৰ ॥ ১৪৮৮

তয়ু কৃপাময় সমস্তে বেকত
আপুনি তুমি কৰিলা।
ভক্তবেশ মাত্ৰ ধৰিলা পূতনা
এতেকে তাইক তাৰিলা ॥
ভয়ত তোমাক সুমৰিয়া গতি
পাইলে পাপী কংসৰায়।
ঘোৰ অঘাসুৰে তোমাক গিলিয়া
সিয়ো মহামোক্ষ পায় ॥ ১৪৮৯
পৰম দুৰ্ম্মতি পৌণ্ড্ৰক নৃপতি
ধৰিল তোমাৰ বেশ।
এতেকতে তাৰ উত্তম মুকুতি
দিলা তুমি হৃষীকেশ ॥
পাপী অজামিল নামৰ আভাস
সুমৰিল অজ্ঞানত।
তাকে এতেকতে কৰি অনুগ্ৰহ
থান দিলা বৈকুণ্ঠত ॥ ১৪৯০
পশু জাতি আতি বনৰ বানৰ
কৰিলে মাত্ৰ আশ্ৰয়।
তাতে তাসম্বাত মহা অনুকম্পা
কৰিলাহা কৃপাময় ॥
মই মহামূঢ় পৰম পামৰ
তোমাত লৈলো শৰণ।
তোমাত ভকতি ৰহে যেনমতে
কৃপা কৰা নাৰায়ণ ॥ ১৪৯১
তয়ু গুণনাম ধৰ্ম্ম অনুপাম
ৰহোক মোহোৰ মুখে।
পৰম দুৰ্ল্লভ তোমাৰ চৰণ
সুমৰো পৰম সুখে ॥
শ্ৰৱণ কীৰ্ত্তন বিনে প্ৰভুৰাম
নাহি মোৰ আন কাম।
সমাজিক লোক সদগতি হৌক
ডাকি বোলা ৰাম ৰাম ॥ ১৪৯২

**আদিকাণ্ড সমাপ্ত**

# সপ্তকাণ্ড ৰামায়ণ

## অযোধ্যাকাণ্ড

শ্ৰীৰাম আদিৰ অযোধ্যালৈ প্ৰত্যাগমন আৰু ভৰত শত্ৰুঘনৰ মাতুলালয় যাত্ৰা

পদ

জয় জয় ৰামচন্দ্ৰ জগত আধাৰ।
ব্ৰহ্মা হৰ পুৰন্দৰ সেৱক যাহাৰ॥
সৃষ্টি স্থিতি লয় যাৰ লীলা অনুপাম।
হেন ৰাম পদে কৰো সদায় প্ৰণাম॥ ১৪৯৩
স্বৰূপ আৱৰি নিজ মায়া বশ্য কৰি।
দশৰথ গৃহে লীলাৰূপে অৱতৰি॥
মনুষ্যৰ নয় কৰ্ম্ম কৰিলা অপাৰ।
যাহাৰ শ্ৰৱণে মহাপাপীৰো উদ্ধাৰ॥ ১৪৯৪
লক্ষ্মণ সহিতে বিশ্বামিত্ৰ সঙ্গে আসি।
ৰাখিলা তাহান যজ্ঞ ৰাক্ষস বিনাশি॥
ঋষি সমন্বিতে ৰঙ্গে গৈয়া মিথিলাক।
ধনুভঙ্গ কৰি বিহা কৰিলা সীতাক॥ ১৪৯৫
পৰম সুন্দৰী ভাৰ্য্যা পায়া হৃষীকেশ।
পৰম উৎসুকে ভৈলা অযোধ্যা প্ৰবেশ॥
চন্দ্ৰৰ উদয়ে যেন কুমুদ প্ৰকাশ।
ৰামক দেখিয়া সৰ্ব্বজনৰ উল্লাস॥ ১৪৯৬
সুৰভি শীতল বহে মলয়া পৱন।
পুষ্পবন সুগন্ধে আমোদ কৰে মন॥
ধনে জনে বিচিত্ৰ মণ্ডিত সৰ্ব্বজন।
ৰাজ্যৰ পতন যেন স্বৰ্গৰ ভুৱন॥ ১৪৯৭
সুপক্ক কদলী ৰুইল বাহিৰে তোৰণ।
কনকে ৰচিত ধ্বজ ভূষিত বসন॥
জমকে জমকে জ্বলে মাণিক অপাৰ।
শেতে নেতে মণ্ডিত নগৰী জাতিষ্কাৰ॥ ১৪৯৮
পুৰুষে ৰমণী তৈত ভৈল উসমিশ।
নগৰৰ পথত যাইবাক নাই দিশ॥
শঙ্খপট হৰিষৰ মাদলৰ জাক।
নন্দিনী নিনাদ বাদ্য বাৰে বীৰঢাক॥ ১৪৯৯
ৰমণীৰ বদন নিৰ্ম্মল শশধৰ।
কুণ্ডল যুগল সুৱলিত দিনকৰ॥
তাৰাগণ সদৃশ মাণিকসব জ্বলে।
অযোধ্যা নগৰী দেৱ ভুৱনতো বলে॥ ১৫০০
ঘণ্টাৰ শৱদে হস্তী চলে সহৰিষে।
আগে পাচে চলন্তে তুৰঙ্গসব হ্ৰেসে॥
চতুৰঙ্গ দলত শৱদ কোলাহল।
পূৰ্ব্বৰ কালত যেন স্বৰ্গৰ আস্ফাল॥ ১৫০১
বিমান সদৃশ ৰথ চতুৰ্দ্দিশে চলে।
নেমিৰ সন্ধানে সবে নাগলোক টলে॥
উপৰে শকতি ধনু নৰাচ কটাৰ।
নয়নত চমক খৰশ জাতিষ্কাৰ॥ ১৫০২
বিদগদ জন তৈত মিলিলা আশেষ।
বাল বৃদ্ধ তৰুণ আসিল দেশেদেশ॥
বন্দীগণে তুতি পঢ়ে ব্ৰাহ্মণে আশীষ।
জয় জয় শৱদে পূৰিল দশোদিশ॥ ১৫০৩

ৰাম আগমন শুনি কৌতূহল মনে।
কুন্দৰুখ জালে চাহে কেহো নাৰীগণে ॥
ধৌৰলিৰ উপৰত চড়িল যুৱতী।
কৈলাস শিখৰে শোভে যেহেন পাৰ্ব্বতী ॥ ১৫০৪

সখীগণ সম্মুখি বোলয় বৰনাৰী।
ৰামৰ স্বৰূপে চিত ধৰিতে নপাৰি ॥
ৰাম মুখপদ্ম মোৰ নয়ন ভ্ৰমৰ।
বাৰিতে নপাৰো ভোগ কৰে নিৰন্তৰ ॥ ১৫০৫

কাঞ্চিৰ শৱদ নূপুৰৰ ৰুণ ঝুন।
বৰ্ণাইবেক কেমনে ৰামৰ ৰূপ গুণ ॥
ৰম্ভা তিলোত্তমা আৰো উৰ্ব্বসী সুন্দৰী।
সীতাৰ ৰূপক কেহো নুহি সৰিবৰি ॥ ১৫০৬

ৰাম সীতা আগমন দেখি সৰ্ব্বলোকে।
থানে থানে উৰুলি পাৰয় জাকে জাকে ॥
কেহো নৃত্য কৰে কেহো আনন্দ বধাৱ।
নটীসবে নাচয় কৰিয়া ভঙ্গীভাৱ ॥ ১৫০৭

ৰামক সীতাক দেখি গৈলা থানে থানে।
নগৰীৰ লোকক তুষিলা দানে মানে ॥
সুৱৰ্ণ ৰজত ৰত্ন যতেক সম্ভাৰ।
ৰামক সীতাক দিলা যৌতুক অপাৰ ॥ ১৫০৮

ৰাম সীতা ৰথে থিত ভৈলন্ত চৌপথে।
উৰ্ম্মিলা লক্ষ্মণ থিত ভৈলা একে ৰথে ॥
হাট বাট এৰাই গৈলা জঙ্গল চৌপথ।
কৌশল্যাৰ ঘৰে চলি গৈলা দশৰথ ॥ ১৫০৯

কৌশল্যা গৃহত কৈলা বিবিধ আচাৰ।
কহিলা সুমন্ত্ৰ শুন বচন আমাৰ ॥
আগবাঢ়ি সুমন্ত্ৰে জুৰিলা যোৰহাত।
ৰাজ ৰাজেশ্বৰ বুলি নমিলন্ত মাথ ॥ ১৫১০

দশৰথে আজ্ঞা কৰিলন্ত সুমন্ত্ৰক।
শীঘ্ৰে গৈয়া আন কুলনন্দন ৰামক ॥
মাথে ধৰি মন্ত্ৰী নৃপতিৰ আজ্ঞা বাণী।
ৰাম সীতা লক্ষ্মণক মিলাইলন্ত আনি ॥ ১৫১১

থাপিলন্ত গৃহত সুৱৰ্ণময় ঘট।
কন্যাসবে পাৰিল বাটত নেত-পট ॥
আপোনাৰ আচাৰ কৰিল নাৰীগণে।
দশৰথ থিত ভৈলা সহৰিষ মনে ॥ ১৫১২

ৰাম-সীতা প্ৰবেশিলা ৰাজাৰ মন্দিৰি।
ভাৰ্য্যা সমে সূৰ্য্য যেন থিত অস্ত গিৰি ॥
নমিলন্ত বাপক আৰৰ নিজ মাৱ।
কৈকেয়ীৰ সুমিত্ৰাৰ নমিলন্ত পাৱ ॥ ১৫১৩

ছয় শত মাৱ আৰ শঞ্চাশ বেকতা।
একে একে সবাহাক কৰিলা প্ৰণতি ॥
শ্ৰীৰাম লক্ষ্মণ আদি কৰি চাৰি ভাই।
চাৰি কন্যা লৈয়া চলি গৈলা নিজ ঠাই ॥ ১৫১৪

নাৰী মিলিলন্ত যত কৌশল্যাৰ ঘৰ।
সীতাৰ ৰূপক কেহো নোহে সমসৰ ॥
সীতাৰ প্ৰভাৱে মুখ মলিন সবাৰ।
পূৰ্ণচন্দ্ৰ উদয়ে নজ্বলে যেন তাৰ ॥ ১৫১৫

কাশ্যপক অদিতিক যেন সুৰপতি।
বাপক মাৱক নিতে কৰিলা ভকতি ॥
দেৱ দ্বিজ আৰাধিয়া সন্তোষন কৰি।
নিজগুণে ৰঞ্জিলন্ত সমস্তে নগৰী ॥ ১৫১৬

চাৰি ভাই মিলি ধৰ্ম্মপথ অনুসৰি।
হৰিষে আছন্ত নানাবিধ ভোগ কৰি ॥
মাতুলক দেখো ভৰতৰ ভৈল মন।
তুলত লৈলন্ত প্ৰাণ ভাই শত্ৰুঘন ॥ ১৫১৭

ৰামৰ চৰণ দুই নমস্কাৰ কৰি।
অনুজ্ঞা মাগিলা পাচে পুটাঞ্জলি ধৰি ॥
প্ৰণামিলা বাপক আৰৰ নিজ মাৱ।
পাইলন্ত ভৰত গৈয়া যুদ্ধাজিত ঠাৱ ॥ ১৫১৮

ৰাজা যুদ্ধাজিতে তাঙ্ক ভালে সাদৰিল।
মাস কতিপয় তথা ভৰতে বাঞ্চিল ॥
বিবিধ সম্বাদ তথা মিলিল বহুত।
ৰামৰ কাহিনী আৱে শুনিয়ো প্ৰস্তুত ॥ ১৫১৯

ৰাজা দশৰথৰ ওচৰত শ্ৰীৰামক যুবৰাজ পাতিবলৈ প্ৰজাসকলৰ অনুৰোধ।

প্ৰজাসবে বোলয় হৰিষ কৰে মন।
ৰাম যুৱৰাজ ভৈলে সাফল জীৱন ॥
ধন্য উতপতি তেৱে নেত্ৰৰ সাফল।
জীৱন্তে স্বৰ্গ মহা মিলিবে মঙ্গল ॥ ১৫২০
মন্ত্ৰী পুৰোহিত যত ৰামত ভকত।
বশিষ্ঠ প্ৰমুখ্যে নৃপতিত অনুগত ॥
মুখ্য মুখ্য পাত্ৰে মিলি সম্মত কৰিল।
দশৰথ ওৱাৰিত সবহি মিলিল ॥ ১৫২১
সিংহাসনে বসিয়া আছন্ত দশৰথ।
প্ৰতিহাৰে কৈলা গৈয়া বৃত্তান্ত সমস্ত ॥
যত মুখ্য মুখ্য জন তোমাত ভকত।
হৰিষে মিলিল আসি সিংহ দুৱাৰত ॥ ১৫২২
নয়ন কটাক্ষে ৰাজা কৰিলা আদেশ।
দ্বাৰী জনে আনি সবে কৰাইলা প্ৰবেশ ॥
বশিষ্ঠক দেখি ৰাজা চালিলন্ত গাৱ।
যেন ইন্দ্ৰে নমিলা গুৰুৰ দুই পাৱ ॥ ১৫২৩
বশিষ্ঠ বসিলা তথা আনন্দ বদনে।
দশৰথ বসিলন্ত ৰত্ন সিংহাসনে ॥
ৰাজাক প্ৰণামি ভক্তি কৰে সৰ্ব্বজনে।
ইন্দ্ৰক যেহেন তুতি কৰে দেৱগণে ॥ ১৫২৪
সমস্তৰে ভক্তি দেখি দশৰথ ৰায়।
বুলিলা বচন পাচে সমস্তকে চাই ॥
তোমাসাৰ দেখো আজি প্ৰসন্নবদন।
কিনো বাক্য বুলিতে সবাৰো আছে মন ॥ ১৫২৫
অনন্তৰে পাত্ৰলোকে কৃতাঞ্জলি ধৰি।
ৰাজাক মাতিলা পাচে নমস্কাৰ কৰি ॥
শুনিয়ো গোসাই নিজ পৃথিৱীপালক।
ৰাজ ৰাজেশ্বৰ ৰঘুবংশৰ তিলক ॥ ১৫২৬
তোমাৰ তনয় ৰাম সাফল জীৱন।
নিজগুণে ৰঞ্জিলন্ত নগৰীৰ জন ॥
দেৱৰ আগত আমি নোবোলোহো মিছা।
ৰাম যুৱৰাজ হৈবে সমস্তৰে ইচ্ছা ॥ ১৫২৭
ঘৰ্ম্মদুখে আতিশয় পীড়া পায়া জন।
মেঘজল বৃষ্টিক যেহেন কৰে মন ॥
ৰাম যুৱৰাজ ভৈলে মিলে কৌতুহল।
হোৱয় আমাৰ তেৱে জীৱন সাফল ॥ ১৫২৮
হেন বাক্য শুনি ৰাজা সহৰিষ মন।
ধন্য ধন্য প্ৰজা ৰাজা বুলিলা বচন ॥
অনুগ্ৰহ আছে মোক জানিলোহো কাজ।
অবিলম্বে ৰামক কৰিবো যুৱৰাজ ॥ ১৫২৯

শ্ৰীৰামৰ অভিষেক আয়োজন।

ফাল্গুন এৰায়া ভৈল চৈত্ৰৰ প্ৰবেশ।
বৃক্ষসব পুষ্পিত মণ্ডিত সবদেশ ॥
ইহাতে ৰামক ভালে অভিষেক কৰি।
ৰাজ্যভাৰ সমৰ্পিবো অযোধ্যা নগৰী ॥ ১৫৩০
শুনিয়ো বশিষ্ঠ কুলদেৱতা আমাৰ।
শীঘ্ৰে মিলায়োক আনি সমস্তে সম্ভাৰ ॥
ৰাজাৰ বচন সবে জানিল প্ৰস্তুত।
শীঘ্ৰে মিলাইলন্ত আনি সম্ভাৰ বহুত ॥ ১৫৩১
দশৰথে বোলন্ত সুমন্ত্ৰ মন্ত্ৰীবৰ।
ৰামক ৰথত তুলি আনিয়ো সত্বৰ ॥
ৰাজাৰ আদেশ মন্ত্ৰী মাথাত লৈলন্ত।
ৰামক আনিয়া আতি শীঘ্ৰে মিলাইলন্ত ॥ ১৫৩২
প্ৰাসাদ উপৰে ৰাজা মাথা তুলি চাইল।
হৃদয় নন্দন শ্ৰীৰামক ভেট পাইল ॥
গন্ধৰ্ব্ব ৰাজাৰ সমসৰ মনোহৰ।
সুকীৰ্ত্তি বিদিত দশোদিশ নিৰন্তৰ ॥ ১৫৩৩
প্ৰলম্বিত বাহু মত্ত গজৰ গমন।
কোমল কমল দল সমান নয়ন ॥
দশৰথে নকৰিল চক্ষুক নিমেষ।
পুত্ৰমুখ দেখি ভৈলা হৰিষ আশেষ ॥ ১৫৩৪
প্ৰাসাদ নামত ৰথ কৰি পৰিত্যাগ।
পাচত সুমন্ত্ৰ ৰামচন্দ্ৰ ভৈলা আগ ॥
বাপক দেখিলা ৰাম প্ৰাসাদ উপৰে।
কুবেৰ আছন্ত যেন কৈলাস শিখৰে ॥ ১৫৩৫

প্ৰদক্ষিণ কৰি কৃতাঞ্জলি কৰিলন্ত।
যেন নলকুবেৰে চৰণ বন্দিলন্ত ॥
ৰামক আনিয়া ৰাজা আলিঙ্গি ধৰিলা।
গুণ ৰূপ বৰ্ণাই মাথে চুম্বন কৰিলা ॥ ১৫৩৬
সুবৰ্ণৰ আসনক কৰিলা আদেশ।
তাহাতে বসিলা ৰামচন্দ্ৰ হৃষীকেশ ॥
ৰামৰ দীপিতি সিংহাসনত লাগিল।
ৰবিৰ কিৰণে যেন মেৰু উজ্জ্বলিল ॥ ১৫৩৭
ৰামক দেখিলা ৰাজা হৰষিত মনে।
দৰ্পণত প্ৰতিবিম্ব যেহেন আপনে ॥
সভাখান ভৈল যেন নিৰ্ম্মল গগন।
ৰাজাসব ভৈল যেন নক্ষত্ৰ শোভন ॥ ১৫৩৮
ৰাঘৱৰ কান্তি চন্দ্ৰ সমান বলিল।
স্বৰ্গৰ খণ্ডেক যেন ভূমিত পৰিল ॥
অল্প হাস্য কৰিয়া বোলন্ত দশৰথ।
শুনিয়োক শ্ৰীৰাম তোমাৰ হিতপথ ॥ ১৫৩৯
জনক পালিবা বুজিবাহা ৰাজ কাজ।
পুণ্য যোগে তোমাক পাতিবো যুৱৰাজ ॥
বুলিতে নলাগে তুমি শোভন চৰিত।
স্নেহৰূপে ত্ৰিজগতে পালিবাহা হিত ॥ ১৫৪০
আপোন পৰক কিছু নেদেখিবি ভিন।
জন প্ৰতিপালিবে জানিবে ছয়গুণ ॥
সন্ধি বিগ্ৰহৰ তত্ত্ব আৱৰ আসন।
দ্বৈধ সখ্য যান ছয়গুণে দিবে মন ॥ ১৫৪১
এহি ছয় গুণে হয় ৰাজাৰ লক্ষণ।
সৰ্ব্বকালে সুখে তেৱে বঞ্চে ৰাজাগণ ॥
শুন পুত্ৰ শ্ৰীৰাম আৱৰ কহো বিধি।
এহি সাত প্ৰকাৰে ৰাজ্যৰ হোৱে সিদ্ধি ॥ ১৫৪২
আপুনি পালিব ৰাজ্য আৰো মন্ত্ৰীগণ।
বহুমিত্ৰ কৰিব সঞ্চিব বহুধন ॥
ৰাজ্য দেশ হৈব আনো নানা থান।
ৰাজা ভৈলে কৰিব সৈন্যক বহুমান ॥ ১৫৪৩
পৰজন সমে যেৱে ৰাজা কৰে সঙ্গ।
হেন অষ্ট প্ৰকাৰে ৰাজ্যৰ হোৱে অঙ্গ ॥

যিবা ৰাজা আক জানে তাৰ নাহি ভয়।
আছোক নৃপতি ত্ৰৈলোক্যতো পাৱে জয় ॥ ’৪৪
জ্যেষ্ঠ মহাদেই মোৰ সাফলা কৌশল্যা।
যাহাৰ গৰ্ভত তুমি উতপতি ভৈলা ॥
কুলৰ নন্দন বাপ মোৰ বৰ ভাগ।
তুমি ৰাজা হৈবাহা জনৰ অনুৰাগ ॥ ১৫৪৫
বৃদ্ধ ভৈলো কৰিলো ৰাজ্যৰ উপভোগ।
যজ্ঞ শত কৰিলো বনৰ উপযোগ ॥
দেৱ পিতৃ পুত্ৰৰ নভৈল ঋণ শেষ।
প্ৰজাক পালিলো ভালে অনেক বিশেষ ॥ ১৫৪৬
স্বপ্নেক দেখিয়া বিচলিত মোৰ চিত।
ভূমিকম্পে নিৰ্ঘাত পৰিল পৃথিৱীত ॥
দুই গ্ৰহ মন্দ মোৰ ৰাহুৱে মঙ্গলে।
দৈৱজ্ঞে গণিয়া মোত কহিল সকলে ॥ ১৫৪৭
হেন উপঘাতত ৰাজাৰ কাল হয়।
প্ৰজাৰ অনিষ্ট আসি মিলিল নিশ্চয় ॥
যাৱে নৈয়ো জানে লোকে ইটো সব কাজ।
কালি শুভ দিনত তোমাক দিবো ৰাজ ॥ ১৫৪৮
তোমাক ভকতি মনে ভৰত কুমাৰে।
তোমাৰেসে আজ্ঞা পালি অন্নপান কৰে ॥
তথাপিতো নুবুজোহো কুমাৰ স্বভাৱ।
শীঘ্ৰে ৰাজ্য লৈয়োক দেশত নাহি যাৱ ॥ ১৫৪৯
কালি ৰাজা হৈবা চলো আপোনাৰ থান।
সীতায়ে সহিতে চাহিয়োক অনুষ্ঠান ॥
ৰাজাৰ আদেশ ৰামে মাথে তুলি লৈলা।
কৌশল্যাৰ ঠাৱক সত্বৰে চলি গৈলা ॥ ১৫৫০
ৰাম অভিষেক শুনি সহৰিষ মনে।
আসিয়া আছন্ত আগে সুমিত্ৰা লক্ষ্মণে ॥
কথা শুনি কৌশল্যায়ো শুক্ল বস্ত্ৰ ধৰি।
আছন্ত দেৱৰ ঘৰে কৃতাঞ্জলি কৰি ॥ ১৫৫১
একান্তিক ধ্যান মনে জগতৰ সাৰ।
বিষ্ণুক পূজন্তে ৰামে নমিলন্ত পাৱ ॥
শুনিলা কি মাৱ মোৰ কাৰ্য্য সবিশেষ।
প্ৰজা পালিবাক বাপে কৰিলা আদেশ ॥ ১৫৫২

হেন শুনি কৌশল্যাৰ পৰম হৰিষ।
চিৰকাল জীৱ বুলি কৰিলা আশীষ॥
ধন্য মোৰ জীৱন ফলিল মনোৰথ।
তুষিলা তোমাৰ গুণে ৰাজা দশৰথ॥ ১৫৫৩
সাফল বিষ্ণুত আমি ভকতি কৰিল।
কৰ্ম্মগত লক্ষ্মী আসি আপুনি বৰিল॥
দেৱগণ সহিতে বিষ্ণুয়ে দেন্ত বৰ।
চিৰকাল জীৱ বুঢ়া ৰাজা ৰাজেশ্বৰ॥ ১৫৫৪
শ্ৰীৰামে বোলন্ত কুখিধৰ মোৰ মাৱ।
কালি ৰাজা হৈবোহো জনাইলো তযু পাৱ॥
আশীৰ্ব্বাদ দিয়া মাৱ কৰিয়ো আশ্বাস।
সীতা সমন্বিতে মোৰ আজি অধিবাস॥ ১৫৫৫
মাঙ্গল্য দিয়োক মাৱ স্ত্ৰীৰ আচাৰ।
বিঘিনি বিনাশ হৌক সীতাৰ আমাৰ॥
ৰাঘৱে বোলন্ত শুন কনিষ্ঠ লখাই।
প্ৰাণ সম তুমি মোৰ সুভাষিত ভাই॥ ১৫৫৬
আমাৰ ৰাজ্যত তোৰ নাহি বিপৰীত।
অবিকলে ভোগ কৰ শোভন চৰিত॥
লক্ষ্মণক সম্বুধি আৰৱ যত মাৱ।
শীঘ্ৰ বেগে চলিয়া গৈলন্ত নিজ ঠাৱ॥ ১৫৫৭
বসিলন্ত সুৱৰ্ণৰ আসন বিশেষে।
বশিষ্ঠ গৈলন্ত চলি ৰাজাৰ আদেশে।
সাদৰিলা তাঙ্ক ৰামে সহৰিষ মনে।
চলিলন্ত কৌতূহলে ব্ৰহ্মাৰ নন্দনে॥ ১৫৫৮
নৃপতিয়ে পঠাই দিলা মোক তযু পাশ।
কালি ৰাজা হৈবা ৰাম আজি অধিবাস॥
অধিবাস কৰাই গুৰু চলি গৈলা ৰথে।
দেখিলন্ত বশিষ্ঠে আনন্দ সব পথে॥ ১৫৫৯
নিৰন্তৰে প্ৰজা বোলে ৰাত্ৰি পৰিহৰি।
ৰাম অভিষেকক দেখিবো নেত্ৰভৰি॥
তেৱেসে আমাৰ হৈবে সাফল জীৱন।
কৰে কৌতূহল অযোধ্যাৰ যত জন॥ ১৫৬০
নগৰী জনৰ বাক্য শুনিয়া আশেষ।
ৰাজাত কহিয়া গুৰু গৃহত প্ৰবেশ॥
বশিষ্ঠৰ বাক্য ৰামে শিৰত ধৰিল।
বেদমন্ত্ৰে অগনিত আহুতি কৰিল॥ ১৫৬১
আহুতিৰ শেষে ৰামে আনন্দিত মনে।
দেৱঘৰে থাকিলন্ত কুশৰ শয়নে॥
ৰাত্ৰি প্ৰহৰেক থিতে ৰামে চালি গাৱ।
শৰীৰত অলঙ্কাৰ পিন্ধি নানা ভাৱ॥ ১৫৬২
ঊষা কাল ভৈল জানি বিধিৰ বিধানে।
পূৰ্ব্ব সন্ধ্যা উপাসিল হৰিক ধিয়ানে॥
আনো সব নিয়মক কৰি এক চিতে।
আনন্দে ৰহিলা ৰাম সীতা সমন্বিতে॥ ১৫৬৩
নিৰন্তৰে প্ৰজাগণে মনত কৌতুকে।
নগৰীক অলঙ্কৃত কৰিলা উৎসুকে॥
বিচিত্ৰ পতাকা ধ্বজ তুলিয়া ধৰিল।
হাট বাট পুষ্পে গন্ধে ধূপে আৱৰিল॥ ১৫৬৪
জীৱন সাফল প্ৰজা বোলে নিৰন্তৰ।
ৰামচন্দ্ৰ হৈব আজি ৰাজ ৰাজেশ্বৰ॥
চিৰকাল জীৱ বুঢ়া ৰাজা দশৰথ।
যাহাৰ প্ৰসাদে সাফলিল মনোৰথ॥ ১৫৬৫
সূৰ্য্যৰ বংশত ধন্য ভৈলা উতপতি।
ৰাঘৱক ৰাজ্য দিতে যাৰ ভৈল মতি॥
ৰাম অভিষেক শুনি সহৰিষ মনে।
নগৰী ভৰিল আসি আনো দেশীজনে॥ ১৫৬৬
হাসো হাসো কৰে পুৰী অযোধ্যা সম্প্ৰতি।
নৃত্য গীত বাদ্যে যেন দেখি অম্ৰাৱতী॥

মন্থৰাৰ কৈকেয়ীক কুমন্ত্ৰণা দান।

কৈকেয়ীৰ কুবুজী মন্থৰা তাৰ নাম।
প্ৰাসাদ উপৰে চড়ি দেখে অনুপাম॥ ১৫৬৭
হাট বাট নগৰী পূৰিল সৰ্ব্বজনে।
দেৱগণে ক্ৰীড়ে যেন স্বৰ্গৰ ভুৱনে॥
কেহো গাৱে কেহো বাৱে কেহো কৰে ৰোল।
আউৰে আউৰ হৰিষে ধৰিয়া কোলে কোল॥ '৬৮
নৃত্য গীত শৱদ বাজয় বাদ্য ভণ্ড।
পতাকা তোৰণ ধ্বজ চিহ্ন চৌণ্ডা দণ্ড॥

ভৰতৰ ধাইত কুজীয়ে পুছে কাজ।
বিপৰীত ৰঙ্গ দেখো ব্ৰাহ্মণ সমাজ॥ ১৫৬৯
আনন্দ উৎসাহ নগৰীত ভৈল জনে।
জয় নন্দি ঘোষে লোকে সহৰিষ মনে॥
কৌশল্যা ৰাজাৰ মাৰ ৰাজাত বিনয়।
যেন স্বৰ্গ জনৰ আনন্দ জয় জয়॥ ১৫৭০
ধাই বোলে কুজী তই নলক্ষিলি কাজ।
দশৰথে ৰামক কৰন্ত যুৱৰাজ॥
এতেকে কৌশল্যা ভৈল আনন্দিত চিত্ত।
তনয়ৰ আনন্দ দেখিবা নিতে নিত॥ ১৫৭১
ধাইৰ বচন শুনি কুজীয়ে খঙ্গাইল।
আথে বেথে গৈয়া কৈকেয়ীৰ পাশ পাইল॥
উঠ উঠ দুহা শয়নক পৰিহৰ।
তোহোৰ উপৰে কথা বৰ আথান্তৰ॥ ১৫৭২
সচকিত মনে শয্যা হন্তে চালি গাৱ।
কুজীত শোধয় কথা ভৰতৰ মাৱ॥
শুন বোলো কুজী তোৰ কেনে দেখো মন।
কিনো আথান্তৰ কথা কহ এতিক্ষণ॥ ১৫৭৩
কৈকেয়ীক মন্থৰা বুলিল পাচে বাণী।
মিলিল তোমাৰ ক্ষয় কিসক নজানি॥
তুমি যেন সুভাগিনী জানিলোহো কাজ।
দশৰথে ৰামক কৰন্ত যুৱৰাজ॥ ১৫৭৪
অকল্যাণ বৰ আসি মিলিল দুৰ্ঘোৰ।
ইটো দুখ সাগৰে উদ্ধাৰ নাহি তোৰ॥
কিনো পাপ কৰিলো যৌতুকে দিলা মোক।
সতিনীৰ চেড়ী হৈবী দেখিবোহো তোক॥ ১৫৭৫
ৰাম অভিষেক শুনি সহৰিষ মনে।
গ্ৰীৱাৰ কাঢ়িয়া হাৰ দিলা তেতিক্ষণে॥
ৰাজ্য দেউক ৰামক নৃপতি দশৰথ।
লউ কুজী প্ৰসাদ ফলিল মনোৰথ॥ ১৫৭৬
ক্ৰোধত খঙ্গিল কুজী জাজ্বল্য সমান।
আছাৰিয়া পেলাইলেক কৈকেয়ীৰ দান॥
হাতে হাতে পিষয় বজায়া দান্তে দান্ত।
আসজ শুনিয়া যেন তেলীয়াৰ জান্ত॥ ১৫৭৭

সাপে খায়া মাৰোক গৰল নোহে খাহা।
গলে হাণ্ডি বান্ধি নোহে মৰিবাক যাহা॥
আৰে জানা ভৈল তোৰ অধম বিপত্তি।
আপদ কালত তোৰ হেন ভৈল মতি॥ ১৫৭৮
প্ৰলয়ে হৰিষ তোৰ পাচ নমনস।
চুন্দেবাসে তল যাস পাৱক গিলস॥
যেৱে তোৰ জীৱেক স্বপুত্ৰ পৰিবাৰ।
ৰাঘৱৰ ৰাজ্য দিতে ৰাজাক নিবাৰ॥ ১৫৭৯
দশৰথ সাগৰ তৰঙ্গী নদী তই।
অলপতে শুখাই যাইবি জানিলোহো মই॥
প্ৰিয় গঙ্গা কৌশল্যা গম্ভীৰ বেগে বহে।
ৰাম অভিষেকক বেকত কৰি কহে॥ ১৫৮০
কৈকেয়ী বোলন্ত কুজী হেনসে দাৰুণ।
মোহোৰ আগত আসি বোল নিকাৰুণ॥
ৰাম ৰাজা ভৈলে মন্দ নলখোহো আন।
ভাতৃক দেখিব ৰামে পুত্ৰৰ সমান॥ ১৫৮১
গুণৰ সাগৰ ৰাম দেখিলি তই কিস।
অমৃত কুণ্ডত কুজী তই ঢাল বিষ॥
জ্যেষ্ঠ তনয়ক দিব ৰাজ্য ধন কোষ।
দশৰথ ৰাজাৰ নেদেখোহো কিছু দোষ॥ ১৫৮২
গুণৰ মন্দিৰ ৰাম বাপ শুদ্ধমতি।
কৌশল্যাতোধিক মোত কৰয় ভকতি॥
সত্যে সত্যে বোলো কিছু নাই অন্যয়থা।
ভৰততোধিক মোৰ ৰামকেসে বেথা॥ ১৫৮৩
কতোকাল ৰাজ্য ভুঞ্জি সহৰিষ মনে।
ভৰতত ৰামে ৰাজ্য সম্পিব আপুনে॥
কুজী বোলে ভাল তুমি ৰামক বখান।
ৰাজবংশে উতপতি কিছুৱে নজান॥ ১৫৮৪
ৰাম ৰাজা ভৈলে পাচে তাহাৰ তনয়।
পুত্ৰ পৌত্ৰ বংশে ৰাজা হৈবক নিশ্চয়॥
দুয়োকুলে ৰাজা তাৰ নজানস কাজ।
কহিত শুনিলি ভায়েকক দিয়ে ৰাজ॥ ১৫৮৫
তোহোৰ বাপৰ ভাই জগত বিদিত।
তাঙ্ক ৰাজ্য নেদিয়া থাপিলা যুদ্ধজিত॥

হেন সব জানি তোৰ মতি বিপৰীত।
বুদ্ধি হত ভৈলে বোলো নুশুনস হিত ॥ ১৫৮৬
সতিনীৰ পোৰ গুণ বখানস কিস।
মুখত অমৃত তাৰ হৃদয়ত বিষ ॥
আঙ্গাৰক দুগ্ধে কৰে শতেক ক্ষালন।
তথাপিতো নেৰয় স্বভাৱ কাল বৰ্ণ ॥ ১৫৮৭
ৰাজা ভৈলে ৰাঘৱ ভৰত বনে যাইব।
ৰামৰ হাতত নুহি প্ৰাণ সুজাইব ॥
মোৰ বোল নুশুনস নুবুজস কাজ।
সকুটুম্বে জানিলো দেশৰ ভৈলি বাজ ॥ ১৫৮৮

---

মন্থৰাৰ কথা মতে দশৰথৰ ওচৰত কৈকেয়ীৰ বৰ ভিক্ষা আৰু দশৰথৰ খেদ

হেন শুনি কৈকেয়ীৰ বিহৰিল মন।
বোলন্ত মন্থৰা তোৰ সাফল জীৱন ॥
ৰামক গুচায়া ভৰতক দিবো দেশ।
কোনবা উপায় ফলে বুলিয়ো বিশেষ ॥ ১৫৮৯
কুজী বোলে কৈকেয়ী হৰিষ কৰ মন।
একে উপদেশে ৰাম চলি যাইব বন ॥
আলখনী কুজীত সুধিলি তই কাজ।
আৰ বুদ্ধি বোলোহো ভৰতে পাইব ৰাজ ॥ '৯০
এতেক বচন শুনি ভৰতৰ মাৱ।
বুলিও উপায় বুলি চালিলেক গাৱ ॥
ভৰত নৃপতি ভৈলে তই হৈবি সুখী।
অন্তেষপুৰত তোক কৰিবো প্ৰমুখী ॥ ১৫৯১
ৰাজা ভৈলে ভৰত কীৰ্ত্তিক তোক নিবো।
তোৰ কুজ গুটি শুদ্ধ সুৱৰ্ণে বান্ধিবো ॥
বেটী শত দিবো আৰো ৰত্ন অলঙ্কাৰ।
গ্ৰীৱাত তোহোৰ দিবো সাতেসৰি হাৰ ॥ ১৫৯২
পদ্মকেশৰৰ বৰ্ণ প্ৰিয় দৰিশন।
উৰুস্থল লখি তোৰ আতি সুশোভন ॥
উন্নত নাসিকা মুখ দেখিয়া স্বভাৱ।
কুজ গুচি দেখি হেন সুৱৰ্ণ সৰাৱ ॥ ১৫৯৩
আন সব কুবুজীৰ হিয়াখান খাল।
গ্ৰীৱা গোট নলখিয় পেচা হেন গাল ॥
পেট গোট খাল আতি অশোভন দেখি।
ইসব দোষক তোৰ কিছুৱে নলখি ॥ ১৫৯৪
তোহোৰ উদৰ কৃশ সৰস জঘন।
শোভন যৌৱন দেখি যুৱত মোহন ॥
আগত থাকিলে মন কৰয় উল্লাস।
লীলা হংসী যেন কেলি কৰতেহি যাস ॥ ১৫৯৫
কুজী বোলে উপায় শুনিয়ো তোৰ হিত।
যিমতে জিনিবি ৰাজা দশৰথ চিত ॥
পুৰণি কথাক তই সুমৰণ কৰ।
ৰাজা বুলিয়াছে তোক দিবো দুই বৰ ॥ ১৫৯৬
দেৱাসুৰ ৰণ বৰ মিলিল পূৰ্ব্বত।
জিনিলা দেৱক ৰণে অসুৰ সমস্ত ॥
মহেন্দ্ৰৰ সখা ভৈল দশৰথ ৰায়।
ভঙ্গায়া অসুৰ বল খেদাইলা লীলাই ॥ ১৫৯৭
যুদ্ধ জিনি আসি পাচে ভৈলন্ত তৃপিতি।
আগবাঢ়ি কৈলা তুমি ৰাজাত ভকতি ॥
বৰ দুই দিবাক ৰাজাৰ ভৈল মন।
তুমিও বুলিলা বৰ লৈবো আনখন ॥ ১৫৯৮
ক্ৰোধঘৰে থাকিয়ো মলিন বস্ত্ৰ লৈয়া।
মাটিত বস্ত্ৰক পাৰি বিমন কৰিয়া ॥
কোপ কৰি থাকিবি মুকুত কৰি কেশ
ৰাজা আসি চাটু পাটু বুলিব অশেষ ॥ ১৫৯৯
ৰত্ন মণি মানিবন্ত নিধিৰ ভাণ্ডাৰ।
যতেক মানিব তাক নকৰিবি সাৰ ॥
বাক্যে ছান্দি নৃপতিক শপত কৰাইবি।
হেন বুদ্ধি কৈলে তই দুয়ো বৰ পাইবি ॥ ১৬০০
এক বৰ মাগি ভৰতক দিবি ৰাজ।
ৰাম বন যাইবাক বুলিবি আৰ কাজ ॥
বৃদ্ধৰ তৰুণী ভাৰ্য্যা আতি বৰ ৰতি।
তোৰ বোল বাধিবাক নুহিবে শকতি ॥ ১৬০১
চলিলা কুজীৰ বোলে হৰষিত মনে।
ৰামৰ লিখিত বিধি বাধিব কেমনে ॥

কুজী তোৰ বচনে ভূমিত থাকো লুটি।
হা ৰাম বোলন্তে পৰাণ যায় ফুটি॥ ১৬০২
পাপিষ্ঠী কুবুজী মোৰ ভেদিলি হৃদয়।
জানিলি কথাক কহি অনেক সংশয়॥
তোহোৰ বোলোত আৰে কৰো মন্দ যত্ন।
ভৰত কাচক লাগি হৰাওঁ ৰাম ৰত্ন॥ ১৬০৩
মোৰ বোলে ৰাম বন যাইবে হেন জানি।
মৰিবো কটাৰ হানি নখাই ভাত পানী॥
মনত বিষাদ কৰি ভৰতৰ মাৱ।
ক্রোধঘৰে থাকিলন্ত বিমন স্বভাৱ॥ ১৬০৪
ৰাঘৱক ৰাজ্য দিবো বুলি আইলা ঠাৱে।
কৈকেয়ীক খোজে ৰাজা হৰষিত ভাৱে॥
স্ত্রীগণ লৈয়া খুজি ফুৰা নৃপবৰে।
দেখন্ত কৈকেয়ী শুতি আছে ক্রোধঘৰে॥ ১৬০৫
হস্তিনী আছয় যেন পৰিয়া নৈৰাশ।
মহাগজ সম ৰাজা চাপিলন্ত পাশ॥
কৰে কৰ ধৰি ৰাজা বুলিলন্ত ভাৱ।
ৰাম অভিষেক কালি শীঘ্রে চাল গাৱ॥ ১৬০৬
উঠা প্রাণেশ্বৰী অৱসান ভৈল বেলা।
তোক যি অনিষ্ট চিন্তে মোক কৰে হেলা॥
নাৰীজন হোৱে অনুৰূপ কৰো দণ্ড।
পুৰুষৰ নামে কাটি কৰো নৱ খণ্ড॥ ১৬০৭
মই মন্দ কৰিলোহো নলখোহো হেন।
বৃদ্ধৰ তৰুণী ভাৰ্য্যা দেখো প্রাণ যেন॥
কোনে মন্দ চিন্তিলেক পাইবে পাপ ফল।
সপুত্র বান্ধৱ সমে যাইব ৰসাতল॥ ১৬০৮
নিৰ্ধনী হৈবেক ধনী ধনীয়ে নিৰ্ধন।
কাহাক দণ্ডিবো বোল তোৰ যাক মন॥
যত ৰত্ন ভণ্ডাৰ আছয় এথা মোৰ।
যেই লাগে লৈয়োক হৰিষ মন তোৰ॥ ১৬০৯
উঠ উঠ প্রাণেশ্বৰী নতু শুন কাজ।
পুণ্যযোগে কালি শ্রীৰামক দিবো ৰাজ॥
এতেক বচন শুনি ভৰতৰ মাৱ।
নৃপতিক দুখ দিবে চালিলন্ত গাৱ॥ ১৬১০

কৈকেয়ী বোলন্ত প্রভু বচন ধৰিয়ো।
যি কাৰ্য্যক বোলো তাক শপত কৰিয়ো॥
হেন শুনি দশৰথ স্ত্রীবশ ভৈলা।
আপোন বধক লাগি গলপাশ লৈলা॥ ১৬১১
ৰাজা বোলে প্রাণেশ্বৰী শুনিয়ো মনত।
ৰামত তোমাত পৰে প্রিয় আছে কত॥
ৰামক তেজিয়া আন যত মাগ বৰ।
হৃদয় কাটিয়া দিবো পুণ্য নিৰন্তৰ॥ ১৬১২
হেনসে আবুধি তই মিছা কৰ গহ।
কিনো মোত সাধিবি বেকত কৰি কহ॥
কৈকেয়ী বোলয় আপোনাৰ মত ৰাখি।
চন্দ্র সূৰ্য্য বায়ু বসুমতী হৈবা সাখী॥ ১৬১৩
সত্য এৰিলাত যিবা আছে দোষ তাত।
তুমিসব দৃষ্ট দেৱ দেখাহা সাক্ষাত॥
পূৰ্ব্বত নৃপতি মোক দুই বৰ দিল।
সুমৰিয়ো প্রভু তাৰ সময় মিলিল॥ ১৬১৪
শুনিয়ো গোসাই দশৰথ মহাৰাজ।
এই সব সাজে ভৰতক দিয়ো ৰাজ॥
ৰামত সম্প্রতি তুমি হৈয়োক নৈৰাশ।
চৈধ্য বৰিষক লাগি দিয়ো বনবাস॥ ১৬১৫
ৰাজ্য এৰি গৈয়া ৰামে বঞ্চোক বনত।
কৰি যুৱৰাজ ৰাজ্যে থাপিয়ো ভৰত॥
এই দুই বৰ মোক দিয়া প্রভু যেৱে।
পূৰ্ব্ব অঙ্গীকাৰ তব সত্য হোৱে তেৱে॥ ১৬১৬
এতেকে আমাৰ হোৱে চিত্তত সন্তোষ।
সত্যক এৰিলে জানা যেন হোৱে দোষ॥
কৈকেয়ীৰ বচনত হৃদয় ভেদিল।
বাঘিনীক দেখি যেন মৃগ চমকিল॥ ১৬১৭
ভয় হন্তে নৃপতিৰ শিহৰিল গাৱ।
মৃতক স্বভাৱ ভৈলা কাম্পে হাত পাৱ॥
শোকে দুখে ৰাজাৰ মোহিত ভৈল চিত।
বিমূৰ্চ্ছিত হুয়া ৰাজা পৰিলা ভূমিত॥ ১৬১৮
বিহ্বল ভৈলন্ত ৰাজা কাম্পে কলেৱৰ।
পৰিলা অনাথ যেন ৰাজ ৰাজেশ্বৰ॥

কতোবেলি দশৰথে পাইলন্ত চেতন।
মহাক্রোধে কৈকেয়ীক বুলিলা বচন ॥ ১৬১৯
শুন বোলো পাপিষ্ঠী বধিতে ভৈলি মোক।
কুলবিনাশক লাগি বিহাইলোহো তোক ॥
ৰাঘৱে বা মন্দ তোক কৰিলেক কিস।
পুত্রক বা বধিতে বুলিলি বাক্য বিষ ॥ ১৬২০
ৰাম হেন পুত্র মোৰ আতি শুদ্ধমতি।
কৌশল্যাতোধিক তোত কৰয় ভকতি ॥
ৰাম গুণে তুষি সৰ্ব্ব জনৰ উল্লাস।
কোন অপৰাধে তাঙ্ক দিবো বনবাস ॥ ১৬২১
শুদ্ধ চিত্ত ৰামৰ অনিষ্ট চিন্ত কিক।
মহাবৈৰী ভাৰ্য্যা আছে কোন ততোধিক ॥
চৰণত ধৰো তোৰ কৃপা কৰ মোক।
নকৰিবি দ্রোহ দায়া কৰ ৰাম পোক ॥ ১৬২২
মোৰ চিত পৰীক্ষা কৰিলি পৰিহাস।
কৃপা কৰ মোক চৰণৰ ভৈলো দাস ॥
হেন বুলি চৰণত পৰিলা নৃপতি।
কৈকেয়া নিষ্ঠুৰ বোলে নিকাৰুণ মতি ॥ ১৬২৩
ত্রৈলোক্যত জানে দৃঢ় চিত্ত দশৰথ।
আল জাল এৰি তুমি পালিয়ো শপত ॥
শিৱি ৰাজা কপোতক অভয় দিলন্ত।
আপোনাৰ মাংস কাটি শেন তুষিলন্ত ॥ ১৬২৪
সত্য পালি ৰামক সত্বৰে পঠাৱ বন।
নুহিবা তোমাৰ আগে তেজিবো জীৱন ॥
হা বুলি দশৰথ পৃথিৱীত লুটি।
হা ৰামপুত্র বুলি প্রাণ যাওক ফুটি ॥ ১৬২৫
আতি সুচৰিত ৰাম বন যাইবি তই।
কেনে প্রাণ ধৰিবো কৌশল্যা সমে মই ॥
যদি মোত সোধে লোকবৃদ্ধ গুৰুজন।
কেনে ৰাজা ৰাঘৱক পঠাইলন্ত বন ॥ ১৬২৬
সত্যে বোলো প্রাণেশ্বৰা এৰা ই বচন।
কৰিবে গৰিহা মোক আনো দেশীজন ॥
স্ত্রীজিত ক্রূৰ ৰাজা নিকাৰুণ মন।
শোক জ্বালি ৰাঘৱক পঠাইলন্ত বন ॥ ১৬২৭

পৰম দুষ্কৃতি মোৰ ৰৈল দেশে দেশ।
হেন জনবাদে মোৰ প্রাণ ভৈল শেষ ॥
শিশুকালে ৰাঘৱৰ বৰ দুখ ভৈল।
ব্রহ্মচৰ্য্য আচৰন্তে কতো কাল গৈল ॥ ১৬২৮
যেৱে আসি মিলিল ৰাজ্যত উপভোগ।
বনবাস খাটিবেক কিনো বিধি যোগ ॥
ছল পাশে কৰিলেক নৃপতিক বন্দী।
বামনে বলীক যেন নানা বোলে ছান্দি ॥ ১৬২৯
খনো মূৰ্চ্ছা যান্ত খনো চেতনক পাইল।
অনেক বিষাদে তান ৰজনী পুহাইল ॥
মন্ত্রী পুৰোহিত যত ৰামত ভকত।
অভিষেক সাজে মিলিলন্ত দুৱাৰত ॥ ১৬৩০
শিঙ্গা শঙ্খ আদি কৰি সুমঙ্গল যত।
আভৰণে আঠ কন্যা ভৈল উপগত ॥
শুকুলা চামৰ ফল পুষ্প দধি ক্ষীৰ।
সুৱৰ্ণৰ ঘটত সাত সাগৰৰ নীৰ ॥ ১৬৩১
গঙ্গা যমুনাক আদি যত তীৰ্থজল।
শ্বেতছত্র জ্বলে যেন চন্দ্রৰ মণ্ডল ॥
সুৱৰ্ণ কুম্ভত সুগন্ধিত ভৰি জল।
সুৱৰ্ণ পতাকা ধ্বজ ৰচিল চিৰল ॥ ১৬৩২
নিৰন্তৰে লৈয়া অভিষেক সাজ যত।
সবহি মিলিল আহি সিংহ দুৱাৰত ॥
মন্ত্রী পুৰোহিত মিলি আলোচিল কাজ।
সুমন্ত্রক বুলিল জনায়ো মহাৰাজ ॥ ১৬৩৩
ৰবিৰ উদয় ভৈল নুযুৱাই হেলা।
ৰাম অভিষেকৰ লগ্নৰ হৈল বেলা ॥
শুনিল সুমন্ত্র হেন বচন বিশেষ।
অন্তেষপুৰ দুৱাৰত ভৈলন্ত প্রবেশ ॥ ১৬৩৪
জাগিয়োক প্রভু মন্ত্রীগণে পাৰে ৰাৱ।
ৰবিৰ উদয় ভৈলে চালিয়োক গাৱ ॥
ৰজনী প্রভাত ভৈলে ৰাজা দশৰথ।
ব্রহ্মা বিষ্ণু শঙ্কৰে পূৰন্তো মনোৰথ ॥ ১৬৩৫
মন্ত্রীৰ বচন ৰাজা শুনিলা শ্রৱণে।
সুমন্ত্র সমীপ চাপ বুলিলা সঘনে ॥

কৈকেয়ীৰ বাক্য বহ্নি দহে কলেৱৰ।
তোৰ বাক্য অমৃতে জুৰায়ো নিৰন্তৰ ॥ ১৬৩৬
ৰামমুখ দেখিলেসে হৈবেক নির্ব্বাণ।
ৰাম-গুণ সাগৰক শীঘ্রে কৰি আন ॥
ৰাজাৰ আজ্ঞাক মন্ত্রী মাথে কৰি লৈল।
ৰামক আনিবে প্রতি শীঘ্রে চলি গৈল ॥ ১৬৩৭
হাট বাট এৰাইয়া ৰামৰ পাইল থান।
ৰঙ্গ কৰে সর্ব্বজনে দেখি বিদ্যমান ॥
যুবাজন ক্রীড়া কৰে ধৰি হাতে হাত।
গ্রীৱে গ্রীৱে জড়িল লাগিল মাথে মাথ ॥ ১৬৩৮
দদা ভাই মিতা বুলি ধৰি কোলে কোল।
বাহুত চাপৰ মাৰি কৰয় আস্ফাল ॥
আউৰে আউৰক কেহো সাৰটি ধৰিল।
মুখ চাই কেহো কেহো বিগতি কৰিল ॥ ১৬৩৯
ৰাম ৰাজা হৈব আজি জীৱন সাফল।
হেন বুলি প্রজাসবে কৰে কৌতুহল ॥
নগৰীজনৰ হেন লখিল স্বভাৱ।
পাইলন্ত সুমন্ত্র গৈয়া ৰাঘৱৰ ঠাৱ ॥ ১৬৪০
ৰামৰ প্রাসাদ শোভে কৈলাস সমান।
বিদ্যুতৰ কান্তি যেন জ্বলে থানেথান ॥
সুৱর্ণৰ মাওলি চালত বলিয়াইল।
বৈদুর্য্য ৰুৱলি শুদ্ধ ৰজতেহি চাইল ॥ ১৬৪১
শতেক শতেক হাত চৈধ্যয় মাওলি।
পঞ্চাশ পঞ্চাশ হাত এৰৈক ৰুৱলি ॥
চৌষষ্টি তম্ভত তাক কৰিল নিবেশ।
বৈজয়ন্ত সমসৰ দেখিতে সুবেশ ॥ ১৬৪২
ৰতনে খসিয়া সুৱর্ণৰ পতা দিল।
সুষি কামি সমন্বিতে একত্র কৰিল ॥
ৰামৰ ওৱাৰি সব জগতে বখানি।
প্রবেশিলে দিন ৰাতি একোকে নজানি ॥ '৪৩
হস্তী দন্তে বাৰ দিলা হিঙ্গুলৰ কাম।
কুন্দৰুখ জালা থৈলা দেখি অনুপাম ॥
হির্ম্মাণি মাণিক জ্বলে মৰকত মোতি।
জ্বলে বাসঘৰ পূর্ণ চন্দ্রমাৰ জ্যোতি ॥ ১৬৪৪

প্রাসাদ উপৰে দিল মাণিকৰ কান্তি।
ইন্দ্রনীল মণি দিল থানে থানে জান্তি ॥
বিদ্যুত মণিৰ ভালে লাগি গৈল কাপ।
শুক্ল মেঘখনে যেন জলে শক্রচাপ ॥ ১৬৪৫
শঙ্কৰক লেখিল আছন্ত বৃষ যানে।
পার্ব্বতীক লেখি আছে সিংহৰ বাহনে ॥
মুষৰ পিঠিত লেখি আছে গণপতি।
ময়ূৰৰ উপৰে কার্ত্তিক সেনাপতি ॥ ১৬৪৬
বামনক লেখিল কান্ধত দিব্য ছাতি।
বলিৰায় আগত আছন্ত হাত পাতি ॥
তিনিপাৱ ভূমিক মাগন্ত বোলে ছান্দি।
পাতালত বলিক থাপিলা কৰি বন্দী ॥ ১৬৪৭
বিষ্ণুক লেখিলা গৰুড়ৰ স্কন্ধে আতি।
ডাহিনত লক্ষ্মী বামপাশে সৰস্বতী ॥
লেখি আছে ব্রহ্মাক কুবেৰ দেৱৰাজ।
বায়ু বৰুণক আদি দেৱতাসমাজ ॥ ১৬৪৮
ভূমিত পৰিল নেত বস্ত্র অহর্নিশ।
শুকুল চামৰে সুমণ্ডিত চতুর্দ্দিশ ॥
পুষ্পমালা সুগন্ধে আমোদ সর্ব্বক্ষণ।
ৰত্নসব জ্বলে আতি দেখি সুশোভন ॥ ১৬৪৯
পূর্ণবট পঙ্কতি মুখত ৰঞ্জি ফলে।
সুগন্ধি পূৰিত ভৈল সৰযূৰ জলে ॥
সুমণ্ডিত সিন্দূৰে সর্ব্বাঙ্গে কলেৱৰ।
ঐৰাৱত সমসৰ ৰামৰ কুঞ্জৰ ॥ ১৬৫০
ময়মত্ত গজক মাহুতে আছে জান্তি।
আকাশক লাগি যেন কৰয় আক্রান্তি ॥
ৰথখান সাজিল বিচিত্র অনুপাম।
মা৷ণকে ৰচিল শুদ্ধ সুৱর্ণৰ কাম ॥ ১৬৫১
আঠগোট তুৰঙ্গম ধৱল জুৰিল।
দিব্য বিমানেক যেন ভূমিত পৰিল ॥
ওৱাৰিৰ লোকে বৰ আনন্দ কৰন্ত।
থানে থানে অনেক মাঙ্গল্য নির্ম্মিলন্ত ॥ ১৬৫২
হেন দেখি সুমন্ত্র আনন্দ কৰি মনে।
ৰামৰ সমীপ চাপিলন্ত তেতিক্ষণে ॥

সুৱৰ্ণ খাটত ৰাম আছা ৰঙ্গ কৰি।
সমীপত সীতা শ্বেত চামৰক ধৰি ॥ ১৬৫৩
মেৰুগিৰি শিখৰত যেন বাসুদেৱ।
ধৱল কমল ধৰি লক্ষ্মী কৰে সেৱ ॥
ৰূপে ৰতি-কামদেৱ দেখি সমসৰ।
অলঙ্কাৰে মণ্ডিত দোহানো কলেৱৰ ॥ ১৬৫৪
কৃতাঞ্জলি ধৰিয়া সুমন্ত্র মন্ত্রীগণ।
নন্দি বন্দিলন্ত যেন পাৰ্ব্বতী শঙ্কৰ ॥
সুমন্ত্র বুলিলা পাচে বচন বিশেষ।
দশৰথ নৃপতিৰ তোমাক আদেশ ॥ ১৬৫৫
বুলিলন্ত যাইবাক কৈকেয়ী শতমাৱ।
ৰথত চড়িয়ো জাণ্টে চালিয়োক গাৱ ॥
সুমন্ত্র বচনামৃতে সহৰিষ মনে।
সীতাক সম্মুখি ৰামে বুলিলা তেক্ষণে ॥ ১৬৫৬
শুনা ৰামায়ণ সভাসদ নিৰন্তৰ।
শ্ৰৱণতে তৰি সুখে সংসাৰ সাগৰ ॥
পৰম মঙ্গল ৰূপ মাধৱৰ নাম।
তাঙ্ক মনে ধৰি ডাকি বোলা ৰাম ৰাম ॥ ১৬৫৭

---

দুলড়ী

ৰাঘৱে বোলন্ত শুনিয়ো জানকী
তোমাত বোলোহো কাজ।
নিশ্চয় কৰিয়া আৱেসে জানিলো
আমি হৈবো যুৱৰাজ ॥
কৌশল্যা মাৱৰ সদৃশ দেখোহো
কৈকেয়ী শত মাৱক।
মোক ৰাজ্য দিতে পুছিতে নৃপতি
আসিছে তান ঠাৱক ॥ ১৬৫৮
আমি হেন মনে বুজোহো ৰাজাত
বুলিলন্ত মাৱে কাজ।
বিলম্ব নকৰি সত্বৰে আনিয়া
ৰামক দিয়োক ৰাজ ॥
জানা প্ৰাণেশ্বৰী যুৱৰাজ হুয়া
আমি আছো যেতিক্ষণ।
মোৰ সঙ্গে চলি আসিবেক সবে
যত পাত্র মন্ত্রীগণ ॥ ১৬৫৯
তাসম্বাক অৰ্চ্চা কৰিতে জানকী
মই যেন নোহো লাজ।
জানিবা নিশ্চয় তোমাতে লাগিল
ইঠাৱৰ যত কাজ ॥
স্বামীৰ বচন শুনি সীতা দেৱী
বুলিলা হৰিষ মনে ॥
ইঠানৰ কাৰ্য্য চৰ্চ্চিবোহো আমি
চলিয়ো তুমি এক্ষণে ॥ ১৬৬০
এহি বুলি দ্বাৰ মানে আগবঢ়াই
থৈলা জগতৰ মাৱ।
স্বামীক সন্মুখি পাচে সীতা সতী
আসিলন্ত নিজ ঠাৱ ॥
আপোনাৰ নিজ ধৱলি ঘৰৰ
বাজ ভৈলা ৰঘুবৰ।
তিমিৰ ফাৰিয়া শ্বেত মেঘ হন্তে
যেন পূৰ্ণ শশধৰ ॥ ১৬৬১
ৰত্নে বিৰচিত সুৱৰ্ণ ৰথত
চড়িলাহা তেতিক্ষণ।
চামৰ ছত্ৰক ধৰিয়া পাশত
চড়িলা গৈয়া লক্ষ্মণ ॥
মনত পৰম আনন্দে পাচত
সুমন্ত্র চড়িয়া যাই।
হাতত চাবুক ধৰিয়া ৰথক
ডাকিল যেন যুৱাই ॥ ১৬৬২
শ্ৰীৰাম লক্ষ্মণ ইন্দ্ৰ বিষ্ণু যেন
যান্ত দুই মহাৰথী।
সুমন্ত্র মন্ত্রীক দেখিয়া সাক্ষাত
মাতলি যেন সাৰথি ॥
নয়ন আনন্দে কুন্দৰুথ জালে
চাৱে যত নাৰীগণে।
মুখ ভৰি ভৰি ৰামৰ গুণক
ৰথানন্ত নাৰীগণে ॥ ১৬৬৩

জনমে জনমে প্ৰয়াগ বটত
সীতা তেজি কলেৱৰ।
সিকাৰণে গুণ- সাগৰ ৰামক
পাইলা মনোনীত বৰ ॥
অৱশ্যে তোমাক দিৱন্ত ৰাজ্যক
মহাৰাজা দশৰথে।
শুনিয়ো গোসাই আমাক পালিবা
তুমি প্ৰভু পুত্ৰৱতে ॥ ১৬৬৪
সাফলা কৌশল্যা গোসানী তোমাক
গৰ্ভত ভালে ধৰিলা।
কি ভৈল আনন্দ কৰ্ম্মাগত লক্ষ্মী
আপুনি যাক বৰিলা ॥
অন্যো অন্যে বোলে ৰাম ৰাজা ভৈলে
বহুতৰ হৈবে সুখ।
নিশ্চয়ে জানিলো বিস্তৰ কালক
লাগি পলাইবেক দুখ ॥ ১৬৬৫
এহিমতে ৰামে নগৰী জনৰ
শুনন্ত বোল আশেষ।
মধুৰ বচনে প্ৰজাক সন্মুখি
ওৱাৰি ভৈল প্ৰবেশ ॥
কৈকেয়ীৰ ঘৰে মিলিলন্ত গৈয়া
শ্ৰীৰামচন্দ্ৰ লক্ষ্মণ।
আসনত বসি আছন্ত নৃপতি
পাইলা দুয়ো দৰিশন ॥ ১৬৬৬
পৰম নিঃশ্ৰীক দেখিলন্ত ৰামে
বদন দশৰথৰ।
ৰাহুগ্ৰস্ত হৈলে নজ্বলয় আতি
কিৰণ যেন সূৰ্য্যৰ ॥
প্ৰথমতে নম্ৰ ভাৱে নমিলন্ত
নৃপতিৰ দুয়ো পাৱ।
ৰাম লক্ষ্মণক আশীৰ্ব্বাদ পাচে
দিলন্ত কৈকেয়ী মাৱ ॥ ১৬৬৭
পৰম বিকল স্বৰূপ বাপৰ
দেখিলন্ত দুই ভাই।
কৰযোৰে নম্ৰ ভাৱে থাকিলন্ত
পিতৃৰ চৰণ চাই ॥
পিতৃৰ আগত আছে ৰামচন্দ্ৰ
কৰিয়া আতি ভকতি।
ৰামক নিষ্ঠুৰ বুলিতে ৰাজাৰ
নভৈল কিছু শকতি ॥ ১৬৬৮
একো অপৰাধ নাহিকে ৰামৰ
চাইলা কৰি বিমৰিষ।
কেনমতে আৱে সুপুত্ৰ ৰামক
বুলিবোহো বাক্য বিষ ॥
কতোক্ষণে ৰাজা ৰাম হেন বুলি
বিমন্যু আতি কৰিল।
মহামন দুখে কিছু নুবুলিল
কণ্ঠত শোক ধৰিল ॥ ১৬৬৯
আতিশয় শোকে আথাকে নয়নে
লোতক বহে ৰাজাৰ।
ৰাহুগ্ৰস্ত হুয়া যেন পূৰ্ণচন্দ্ৰে
অমৃত তেজে দুধাৰ ॥
ৰাজাৰ বিষাদ দুখক দেখিয়া
ৰামৰ চিত্ত লৰিল।
কৰি বিমৰিষ যেন সূৰ্য্যদেৱ
ভূমিত আসি পৰিল ॥ ১৬৭০
ভূমি পৰিৱৰ্ত্ত যেন ভৈল আতি
সাগৰ যেন শুখাইল।
হৰষিতে আতি ৰাজা দশৰথ
বিষাদক বৰ পাইল ॥
মই জানো একো দোষ নৈয়ো কৰো
কায়ে বা বাক্যে বা মনে।
তথাপিতো মাথা তুলি নচাৱন্ত
মোক বিষাদিত মনে ॥ ১৬৭১
একবাৰ মোক ৰাম হেন বুলি
কিছু নুবুলিলা আন।
একো নজানিলো কি কাৰ্য্যে বাপৰ
মিলি গৈল অপমান ॥

ৰাঘৱে বোলন্ত শুনিয়োক মাৰ
কোনবা মিলিল দোষ।
কহিয়োক তুমি কি কাৰণে ইটো
কৰে বাপে অসন্তোষ ॥ ১৬৭২
পৰম অমৃত ৰামৰ চৰিত্ৰ
শুনা সমাজিক জনে।
দশৰথ হেন ৰাজায়ো আপদ
এৰাইব আৰ কমনে ॥
আতি দুখময় বিষয়ক জানি
কৰা মন উপশাম।
পৰম মঙ্গল মিলোক সবাৰো
ডাকি বোলা ৰাম ৰাম ॥ ১৬৭৩

---

দশৰথৰ বিষাদ দেখি শ্ৰীৰামৰ আশ্বাস বাণী

পদ

বাপৰ ইন্দ্ৰক প্ৰতি ভৈল ক্ৰোধ মন।
বান্ধিয়া আগত আনি দিবো এতিক্ষণ ॥
দশদিকপাল পুৰ খোজা নৃপবৰ।
বশ্য কৰি দিবো আজি ধৰি ধনুশৰ ॥ ১৬৭৪
পিতৃপুৰ পয়াণ কৰিবো একেশ্বৰ।
বন্দী কৰি আনিবো যমৰ পৰিকৰ ॥
ক্ষত্ৰ বীৰ যতেক আছয় ৰবিতলে।
কেহো নোহে শকত মোহোৰ বাহুবলে ॥ ১৬৭৫
কাহাকো মাৰিবে কাকো কমৰত ধৰি।
বাপৰ আগত বান্ধি দিবো জড় কৰি ॥
গজকন্ধে বীৰ মোক নাহি সমসৰ।
ঘোড়াৰ পিঠিত মই অজয় পাথৰ ॥ ১৬৭৬
ৰথে বা পয়দা মোক কেহো নোহে সম।
অৰি বিমৰ্দ্দন সাক্ষাততে মই যম ॥
ত্ৰিভুৱন বীৰ সমে একেশ্বৰ যোড়ো।
দুৰ্জ্জয় মালক সবে ধৰি ঘাৰ মোড়ো ॥ ১৬৭৭
মহা মহা বীৰৰ হৃদয় কাণ্ডে ফাড়ো।
খাণ্ডাৰ প্ৰহাৰে আজি ৰিপুশিৰ তোড়ো ॥
সাতো দ্বীপা পৃথিৱী ৰুধিৰময় কৰি।
তিনি সাত বাৰ ফুৰি ক্ষত্ৰিয় সংহৰি ॥ ১৬৭৮
হেন যামদগ্নি ৰাম দুৰ্জ্জয় শৰীৰ।
কান্ধত কুঠাৰে মোৰ আগে ভৈল থিৰ ॥
জিনিলোহো তাহাক বাপৰ বিদ্যমান।
নিষ্প্ৰভ হুয়া গৈলা আপোনাৰ থান ॥ ১৬৭৯
দেখিলন্ত আপুনি নৃপতি দশৰথ।
শৰে হানি নিৰুধিলো তান স্বৰ্গপথ ॥
দেৱৰাজ হৈবাক বাপৰ আছে মন।
ইন্দ্ৰক খেদায়া থাপিবোহো এতিক্ষণ ॥ ১৬৮০
সুৰগণ বন্দী কৰি দিবোহো সকলে।
স্বৰ্গ ভোগ ভুঞ্জন্তোক মোৰ বাহুবলে ॥
অভিলাষ আছে যেৱে চৌদান্ত নাগত।
দিগ্‌গজক বন্দী কৰি দিবোহো আগত ॥ ১৬৮১
বহুতৰ বিতক বাপৰ মন জানি।
মেৰু গিৰি উপাৰি আগত দেওঁ আনি ॥
মোহোৰ আগত কিছু নোহে দেৱাসুৰ।
মুঠিৰ প্ৰহাৰে পৰ্ব্বতক কৰো চূৰ ॥ ১৬৮২
আজ্ঞা বাধে আসি যেৱে নৃপতি নিকৰ।
জিনিয়া আনিবো আজি নগৰ ভিতৰ ॥
হাতত নৰাচ ধৰি পৃথিৱীক ভেদো।
মুখ্য মুখ্য নাগৰ ফনাক সবে ছেদো ॥ ১৬৮৩
আজ্ঞা পাই বাপৰ পাতাল পুৰে যাওঁ।
সৰ্পৰাজ বাসুকীক বান্ধিয়া ভেটাওঁ ॥
নিৰন্তৰে নাগক অন্যক লাগি নিবো।
শৰৰ সন্ধানে সাত সাগৰ শুষিবো ॥ ১৬৮৪
ৰত্নসব দিয়া মন বাপৰ পূৰিবো।
তিনি ভুৱনক মুহি একত্ৰ কৰিবো ॥
ব্যাঘ্ৰমুখ চন্দ্ৰমুখ চন্দ্ৰ যে তাপন।
দীৰ্ঘবাহু সুবাহু প্ৰচণ্ড সম্মৰ্দ্দন ॥ ১৬৮৫
সমভন নতাসন সমুদ্ৰ সমান।
ত্ৰিভুৱন কম্পন সক পাতাল নাশন ॥
ধেনুক প্ৰলম্ব বাণ নৰক সম্বৰ।
অনুহাদ হাদ এক নয়ন প্ৰৱৰ ॥ ১৬৮৬

এহি আদি কৰিয়া দুৰ্জ্জয় মহাসুৰ ।
একো একো বীৰে দেৱ দৰ্প কৰে চূৰ ॥
দেৱগণ গজ যেন অসুৰ কেশৰী ।
লোকৰ সন্ধানে কাপে নাগৰ নগৰী ॥ ১৬৮৭
বাপৰ আজ্ঞায়ে এসম্বাত মান ছাৰো ।
সকলে দানৱ মুণ্ডে মুণ্ডে হানি মাৰে ॥
তিনিয়ো ভুৱনে মোক নাহি সমসৰ ।
বাপক কৰিবো তিনি ভুৱন ঈশ্বৰ ॥ ১৬৮৮
যুবত হৈবাক ইচ্ছা বাপৰ মনত ।
তান বৃদ্ধ ভাৰ লৈয়া কৰো পৰিৱৰ্ত্ত ॥
ঘোৰ পাপ কৰি কোনে জনিল তৰাস ।
তান পৰিৱৰ্ত্তে নৰকত দিবো বাস ॥ ১৬৮৯
পুত্ৰ হুয়া নকৰয় পিতৃক নিস্তাৰ ।
সিটো পুত্ৰ ভৈল পৃথিৱীৰ মহাভাৰ ॥
জীয়ন্তে নোপোষে মৰিবাক বাট চাই ।
নৰক ভুঞ্জিতে সিটো কৰয় উপায় ॥ ১৬৯০
বাপৰ আজ্ঞাক বাধে আছো তাক ধিক ।
আজ্ঞা কৰা যেৱে ঘৰে ঘৰে মাগো ভিখ ॥
দেশান্তৰ কৰো নোহো হাতে খাণ্ডা ধৰো ।
হৃদয়ত খাণ্ডা হানি প্ৰাণ পৰিহৰো ॥ ১৬৯১
নিষ্ঠে বোলো যদ্যপি বাপৰ আজ্ঞা পাওঁ ।
ৰাজ্য পৰিহৰি তেৱে বনবাসে যাওঁ ॥
যেহি বোলা পিতৃ তাকে কৰিবাক পাৰো ।
নোবোলন্ত কিছু পিতৃ আত মই হাৰো ॥ ১৬৯২
মৰিব বচন শুনি প্ৰগুণ স্বভাৱ ।
নিষ্ঠুৰ বুলিতে লৈল ভৰতৰ মাৱ ॥

---

কৈকেয়ীৰ শ্ৰীৰামৰ আগত বৰৰ বৃত্তান্ত কথন আৰু শ্ৰীৰামৰ বনবাসত সম্মতি দান

শুন পুত্ৰ ৰাম তই বোলো তোত কাজ ।
হেন আজ্ঞা কৰন্ত তোমাক মহাৰাজ ॥ ১৬৯৩
দেৱাসুৰ যুদ্ধ মহা মিলিল পূৰ্ব্বত ।
দানৱে জিনিল দেৱতাক সমৰত ॥
ইন্দ্ৰে নিলা নৃপতিক কৰিয়া সম্মান ।
অসুৰক জিনিয়া আসিল মোৰ থান ॥ ১৬৯৪
তোমাৰ বাপক সেৱা কৰিলো বিস্তৰ ।
সিকালত ৰাজা মোক দিলা দুই বৰ ॥
এক বৰ লৈলো ভৰতক দিবো ৰাজ ।
তুমি বন যাইবাক বুলিলো আৰ কাজ ॥ ১৬৯৫
পিতৃ সত্য পালিতে আছয় যেৱে মন ।
ৰাজাৰ আদেশ ভৈল চলি যাইয়ো বন ॥
ৰাজ্যৰ বাসনা এৰি চিৰ জটাধৰ ।
চৈধ্য বৰিষক লাগি বনবাস কৰ ॥ ১৬৯৬
শুনিয়া ৰামৰ ভৈল ৰাজ্যত নৈৰাশ ।
হাস্য কৰি বোলন্ত যাইবোহো বনবাস ॥
ইসে কাৰ্য্যে মাৱ মোৰ দহে কলেৱৰ ।
আপুনি আদেশ নকৰিলা ৰাজেশ্বৰ ॥ ১৬৯৭
ৰাঘৱে বোলন্ত মাৱ বাক্য শুনিয়োক ।
শীঘ্ৰে দূত পঠাই ভৰতক আনিয়োক ॥
যাৱে প্ৰাণ ধৰিয়া আছন্ত মহাৰাজ ।
অবিলম্বে ভৰতক আনি দিয়ো ৰাজ ॥ ১৬৯৮
বাপক আশ্বাস বুলি পালিবেক জন ।
পিতৃদ্ৰোহী ৰাম হেৱা চলি গৈলো বন ॥
শুনিয়োক বাপদেৱ অজৰ নন্দন ।
পিতৃদ্ৰোহী ৰাম হেৱা বোলয় বচন ॥ ১৬৯৯
অনাথিনী মাৱ মোৰ পালিব কেমনে ।
মই চলি যাওঁ হেৱা ঘোৰ তপোবনে ॥
শুনিয়োক বাপ পৃথিৱীৰ নিজ নাহা ।
বদন কমল দেখো মাথা তুলি চাহা ॥ ১৭০০
দেখোহো দুৰ্ল্লভ পুনৰপি দৰশন ।
আশীৰ্ব্বাদ কৰিয়োক চলি যাওঁ বন ॥
কৈকেয়ী বোলে ৰাম বোলোহো তোমাক ।
যাৱে থাকা তুমি তাৱে নুতুলিবে মাথ ॥ ১৭০১
লজ্জা ভৈলা বিস্তৰ ৰাজাৰ মন দুখ ।
তুমি সত্য পালিলে ৰাজাৰ হৈবে সুখ ॥
বুলিলি বচন হিত আনিবো ভৰত ।
তুমি বন গৈলেহে ৰাজাৰ ৰহে সত ॥ ১৭০২

কৈকেয়ীৰ বাক্য শুনি নিষ্ঠুৰ স্বভাৱ।
হা ৰাম বুলি ৰাজা এৰিলন্ত গাৱ॥
ক্ষণেকতে ৰাজাৰ মোহিত ভৈল মতি।
আসনতে মূৰ্চ্ছা গৈলা অযোধ্যাৰ পতি॥ ১৭০৩
দুখ দেখি ৰাজাৰ বুলিলা ৰামে কাজ।
কৈকেয়ীক বুলিলা এৰিয়া মুখ লাজ॥
আমাক নিষ্ঠুৰ বাপে নোবোলন্ত বাণী।
হেৰা হাত যোৰো সুখে থাকিয়ো গোসানী॥'৭০৪
মোত নুবুলিলা তুমি ভৰতৰ কাজ।
প্ৰাণ দিতে পাৰোহো আছোক ধন ৰাজ॥
মোৰ বনবাসত বাপক দিয়া দুখ।
ইটো ৰাজ্যভাৰ কত বৰ হুইবে সুখ॥ ১৭০৫

কৌশল্যাৰ আগত শ্ৰীৰামে কৈকেয়ীৰ বৰপ্ৰাপ্তিৰ বৃত্তান্ত কথন।

অন্তেষপুৰে যতেক ৰামৰ শত মাৱ।
শুনি সন্তাপিত ভৈল উদবেগ ভাৱ॥
কৈকেয়ীক ভয়ে সবে সঙ্কোচিত মতি।
কৌশল্যাত জনাইবাক নভৈল শকতি॥ ১৭০৬
উদবেগে বিকলে ভ্ৰমন্ত মন্যু কৰি।
হা হা অনাথ ভৈলা অযোধ্যা নগৰী॥
পাপিষ্ঠী কৈকেয়ীৰ ভৈল কিনো মন্দমতি।
ভৰতক ৰাজ্যে দেই ৰামৰ বিপত্তি॥ ১৭০৭
এহি কাজে পাপিষ্ঠী ভৈ গৈল সুভাগিনী।
ৰামৰ ৰাজ্যত বহু পাতিল বিঘিনি॥
হা ৰাম বাপু তুমি আপুতীৰ পো।
সুমৰন্তে তোমাক চক্ষুৰ বহে লো॥ ১৭০৮
কান্দন্তে থাকিলা কেহো ধৰণীৰ লুটি।
হা ৰাম বোলন্তে পৰাণ যাউক ফুটি॥
কৈকেয়ীৰ বোলে চিত ৰামৰ ভাগিল।
বনক চলিতে ৰামে অনুজ্ঞা মাগিল॥ ১৭০৯
অচেতন পিতৃপাৱ শিৰে ধৰিলন্ত।
কুটিলা কৈকেয়ীক নমস্কাৰ কৰিলন্ত॥

বাপৰ মাৰৰ আগে পুষ্টাঞ্জলি ধৰি।
চলি গৈলা ৰাম মন আনন্দিত কৰি॥ ১৭১০
গুৰুতৰ বিষাদে দগধ কৰে মন।
নেত্ৰজলে দেখিলন্ত পাচত লক্ষ্মণ॥
নুগুচাইলা মুখশ্ৰী হুয়া ৰাজ্যহীন।
ৰাত্ৰি যেন চন্দ্ৰকান্তি নকৰে মলিন॥ ১৭১১
ধন জন ৰাজ্যভাৰে ভৈলন্ত বৈৰাগ।
যতী যেন ত্যাজিল গৃহৰ অনুৰাগ॥
প্ৰদক্ষিণ কৰিয়া সেৱক সব সজ।
লীলা গতি চলি গৈলা যেন মত্ত গজ॥ ১৭১২
অসন্তোষ ৰাঘৱৰ নলখিলা জনে।
সৰ্ব্বলোকে সন্তোষিলা হৰষিত মনে॥
মনত বিষাদ মুখ হৰিষ লক্ষ্মণ।
কৌশল্যাৰ থান পাইলা পাচত লক্ষ্মণ॥ ১৭১৩
ব্ৰাহ্মণক দেখিলা দুৱাৰ পৰিহৰি।
দেৱতাক পূজি আছে স্বস্ত্যয়ণ কৰি॥
তাসম্বাক প্ৰণাম কৰিলা বিদ্যমান।
পাচে প্ৰবেশিলা গৈয়া কৌশল্যাৰ থান॥ ১৭১৪
বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মাৱ।
দুই ভাই মিলি প্ৰণামিলা তান পাৱ॥
প্ৰণামোহো হেৰা ৰাম আৰৰ লখাই।
কল্যাণে বাঞ্চয়ো কুখিধৰ মোৰ আই॥ ১৭১৫
হেন শুনি কৌশল্যা ৰামৰ গলে ধৰি।
কুলৰ নন্দন বুলি অভিনন্দা কৰি॥
হাতে গাৱ মাজিলন্ত দিলন্ত আশীষ।
ধেনু বৎস পায়া যেন বিবিধ হৰিষ॥ ১৭১৬
শুন বাপ ৰাম মোৰ হৃদয় নন্দন।
দেৱৰ নিৰ্ম্মাল্য হেৰা পিন্ধিয়ো চন্দন॥
বাপৰ আজ্ঞায়ে তুমি হৈবা যুৱৰাজ।
জনক পালিবা বুজিবাহা ৰাজকাজ॥ ১৭১৭
আৰৰ পালিবা তুমি যত দ্বিজগণ।
পুত্ৰৱতে প্ৰজাক পালিবা সৰ্ব্বক্ষণ॥
দেখিবা সকলো মাৰ মোহোৰ সমান।
শ্ৰাদ্ধ যজ্ঞ কৰিবা দিবাহা মহাদান॥ ১৭১৮

শুনি ৰামে বোলন্ত মাৰৰ মুখ চাই।
অথান্তৰ ভৈল বৰ নতু শুনা আই ॥
উলট পালট ভৈল আমাসাৰ কাজ।
কৈকেয়ীৰ বোলে ভৰতক দিলা ৰাজ ॥ ১৭১৯
বাক্যে বান্ধি নৃপতিক দুই বৰ মাগি।
আমি বনে যাইবো চৈধ্য বৰিষক লাগি ॥
আউৰ এক বৰ ভৰতক দিল দেশ।
আমাক নিষ্ঠুৰ বাণী বুলিল আশেষ ॥ ১৭২০
ভৰতক লাগি তেজিলোহো ধন জন।
ৰাজাৰ আদেশ আজি চলি যাইবো বন ॥
ৰাজ্যভোগ তেজিলোহো কুটুম্বসকল।
চিৰ জটা ধৰিবো ভুঞ্জিবো বনফল ॥ ১৭২১
হেন শুনি কৌশল্যাৰ মোহ ভৈল মন।
গুৰিত ছেদিল যেন বৃক্ষ হোৱে ছন্ন ॥
ভূমিত পৰিল গাৰ সন্তাপিত ভাৰ।
পৰম বিকলে বিমূৰ্চ্ছিত ভৈলা মাৰ ॥ ১৭২২
সন্তাপে পোৰন্ত যেন তুলাত অগনি।
অচেতনে পৰিলন্ত ৰামৰ জননী ॥
আথেবেথে দুই ভাই তুলি ধৰি হাতে।
সুশীতল জল আনি ঢালিলন্ত মাথে ॥ ১৭২৩
কদাচিতো মাৰৰ শৰীৰ নোহে থিৰ।
দুভাইৰো দেখিয়া নয়নৰ ঝৰে নীৰ ॥
শ্ৰীৰামে বোলন্ত লখাই শুন মোৰ বাণী।
আৱেসে নিজীবে মাৱ জগত গোসানী ॥ ১৭২৪
অগনি দহৱে পিম্পলিৰ দিয়া পথ।
আৰ মোৰ শোকত নিজীৱ দশৰথ ॥
সিংহৰ ভাৰ্য্যায়ে ছাগ প্ৰসবিল মোক।
মোহোৰ কাৰণে কৌশল্যাৰ এত শোক ॥ ১৭২৫
কৈকেয়ী মাৱে আতি বৰ পাপ পাইল।
পাচে কতোক্ষণে কৌশল্যাৰ প্ৰাণ আইল ॥
সন্ধুক্ষণ হুয়া মাৱে মাথা তুলি চাইল।
দুই পুত্ৰ কান্দে তাক দৰশন পাইল ॥ ১৭২৬
উঠি বসি কৌশল্যা ৰামৰ গলে ধৰি।
মৰিলোহো বুলিয়া অনেক মন্যু কৰি ॥

হা বিধি মোৰ কোন কাৰ্য্যক কৰিলে।
আগে নিধি দিয়া কেনে পাচত হৰিলে ॥ ১৭২৭
মোহোৰ হৃদয় বজ্ৰ লোহায় গঢ়িল।
তোৰ বনবাস শুনি প্ৰাণ নছাৰিল ॥
জানিলো কৈকেয়ী আৱে স্বামীক বধিল।
তোমাৰ আগত বিধি মৰিবে নেদিল ॥ ১৭২৮
হাতযোৰ কৰি বোলে প্ৰেত মহীপাল।
সব দুখ এৰাই সত্বৰে কৰা কাল ॥
চিত্ৰগুপ্ত তুমি কেনে পাসৰিলা মোক।
পাঁজি মোচ সত্বৰে কাতৰ কৰো তোক ॥ ১৭২৯
অপায় মিলিল কিনো অযোধ্যা নগৰ।
শুচি মুখে কৈকেয়ীয়ে শুষিল সাগৰ ॥
টীপচিৰ বাৱে মেৰু পৰ্ব্বত উৰিল।
টুনি সাপে সব নাগপুৰাক গিলিল ॥ ১৭৩০
তোমাক পঠাইব বন দশৰথ ৰায়।
ততোধিক মোৰ বাক্য পালিতে যুৱাই ॥
স্ত্ৰীজিত পিতৃৰ নকৰি তুমি বাক।
বনক নযাইবে বাপ মোৰ পাশে থাক ॥ ১৭৩১

লক্ষ্মণৰ ক্ৰোধ ; শ্ৰীৰামৰ কৌশল্যা আৰু
লক্ষ্মণক প্ৰবোধ দান

শুনিয়া লক্ষ্মণে হেন বুলিলন্ত বাণী।
উত্তম বুলিলা মাৱ জগত গোসানী ॥
স্ত্ৰীজিত বৃদ্ধ বাপ কপট চৰিত।
তান বোলে বন যাইবা কিনো বিপৰীত ॥ ১৭৩২
কৈকেয়ী পাপিষ্ঠী নৃপতিত ৰাজ্য মাগে।
বৈৰিণীৰ বোলত মৰিতে কেন লাগে ॥
হেন বুলি ক্ৰোধিলন্ত লক্ষ্মণ প্ৰচণ্ড।
বুঢ়াৰে আগত কাটি কৰো খণ্ড খণ্ড ॥ ১৭৩৩
ভৰতক সাৰাইল তোমাক পৰিহৰি।
নিৰ্ম্মল কৰিবো আজি অযোধ্যানগৰী ॥
সমদলে সাজি আসন্তোক মহীপাল।
লক্ষ্মণৰ হাতত সবাৰো হৈব কাল ॥ ১৭৩৪

অশ্বদল গজদল নৰদল ছেদি।
আজি মই শোণিতে বোৱাইব এক নদী ॥
মাতুলে সহিতে যদি সাজিয়া আসয়।
লক্ষেক ভৰতো মোৰ লাহাৰি নসয় ॥ ১৭৩৫
দেৱগণ সমে ভৰতত অনুবলে।
ইন্দ্রদেৱো ধাৱ যদি কৰে সমদলে ॥
তাহাঙ্কো জিনিবো আজি সমৰৰ মাজ।
মই আজি তোমাক কৰিবো যুৱৰাজ ॥ ১৭৩৬
ভৰতৰ পক্ষ যক্ষ ৰাক্ষস অসুৰ।
ৰণমাজে সবাৰে কৰিবো দৰ্পচুৰ ॥
নন্দী মহাকালক জিনিবো গণপতি।
কাৰ্ত্তিকক জিনিবো দেৱৰ সেনাপতি ॥ ১৭৩৭
তোমাৰ চৰণে ভালে কৰিবোহো সেৱ।
ৰণে সমসৰ মোৰ নুহিকয় কেৱ ॥
কামবশ বাপৰ বচন পৰিহৰি।
ৰাজ্যভাৰ লৈয়ো জাণ্টে অযোধ্যানগৰী ॥ ১৭৩৮
হেন শুনি কৌশল্যায়ো বুলিলা বচন।
হিত উপদেশ বোলে সুমিত্ৰানন্দন ॥
অনুদিনে লখাই ভকতি তোত কৰে।
তোমাৰ অনিষ্ট দেখি অনুশোচ কৰে ॥ ১৭৩৯
আন বোল কৰিয়োক জীৱন উপায়।
আমাৰ বচন ভালে কৰিতে যুৱাই ॥
মাৱত ভকতি আৱে কৰি নিতে নিত।
সিকাৰণে কাশ্যপৰ কৈলাসত থিত ॥ ১৭৪০
মোৰ জীৱনক যেৱে আছে অভিপ্ৰায়।
বাপৰ বচনে বনে যাইতে নুযুৱাই ॥
সাপত্ন্য ভাতৃক জিনি মাতৃৰ বচনে।
ইন্দ্রে কাঢ়ি লৈলা অম্রাৱতী ৰঙ্গমনে ॥ ১৭৪১
হেন বুলি থাকিলা কৌশল ৰাজজীৱ।
হাতযোৰে ৰামচন্দ্ৰ আগে ভৈলা থিৱ ॥
অনুজ্ঞা দিয়োক মাৱ চৰণত ধৰো।
বাপৰ আদেশ মই কেনে পৰিহৰো ॥ ১৭৪২
বিনয়ে কাতৰ কৰো কুখিধৰ মাৱ।
আজ্ঞা দিয়া চলো বনে তেজি নিজ ঠাৱ ॥
কৈকেয়ীৰ বোলে বন আদেশিলা ৰায়।
সম্মত দিয়োক বাধিবাক নুযুৱায় ॥ ১৭৪৩
যামদগ্নি ৰামে যত বুলিলন্ত গৰ্ব্ব।
মোৰ বাহুবলে তাক হৰিলেক সৰ্ব্ব ॥
আমি হেন মহাবীৰ পিতৃত ভকত।
আজ্ঞা ভৈলে ত্ৰিভুৱন জিনিবে শকত ॥ ১৭৪৪
সত্যপাশে কৈকেয়ী ৰাজাক বন্দী কৈলা।
পলৱৰ চাৰত দিগ্‌গজ বন্দী ভৈলা ॥
অনুমতি দিয়োক বাধিতে নুযুৱায়।
এহিসে কৰিবে আদেশিলা মহাৰায় ॥ ১৭৪৫
মোৰ বিধি লিখিতক বাধিতে নোৱাৰি।
ৰাজ্য শ্ৰী এৰিলোহো আপোন ওৱাৰি ॥
মোৰ শোকে দগধ বাপক ভালে চাহা।
তাহাক নিষ্ঠুৰ বোলা মোৰ মাথা খাহা ॥ ১৭৪৬
পৰশুৰামক কোপে বাপে আদেশিল।
কাটিয়া মাৱৰ মাথা পিতৃআগে দিল ॥
গণ্ডু নামে ঋষি পিতৃ আজ্ঞাক ধৰিল।
অদভুত কৰ্ম্ম তেৱে গোবধ কৰিল ॥ ১৭৪৭
স্বৰূপ বুলিল বাপ লখাই মহাবীৰ।
তোহোৰ আগত কোনে হৈবে পাৰে থিৰ ॥
অসাৰ জীৱন দিন মাত্ৰ কতিপয়।
তাকে লাগি চিন্তিবোহো গোত্ৰৰ প্ৰলয় ॥ '৪৮
ভালে জানো লখাই তোৰ আমাৰ ভকতি।
মোৰ অৰ্থে প্ৰাণ দিতে আছয় শকতি ॥
শুন শুন বোলোহো লক্ষ্মণ বিদ্যমান।
পিতৃশোকে মৰো হৃদয়ত দেস হান ॥ ১৭৪৯
তাই জান কৈকেয়ীৰ নিকাৰুণ কায়া।
ভৰতত অতিৰেক মোত বৰ দায়া ॥
মোৰ দৈৱে।চত পৰিৱৰ্ত্ত ভৈল তান।
অন্যথা নুহিকে বাপ সত্যে সত্যে জান ॥ ১৭৫০
ৰাজবংশে উতপতি স্বভাৱে কল্যাণী।
দৈৱবশে তান চিত হৈল হেন জানি ॥
মোৰ কৰ্ম্মে অভিষেকে মিলিল বিঘাত।
মন পৰিতাপ পৰিহৰিয়ো ইহাত ॥ ১৭৫১

সুখ দুখ দুই ভুঞ্জিলেহে যায় ক্ষয়।
তুলা ধৰিয়াছে বিধি ভাগ্যেসে মিলয় ॥
দৈৱে সমে যুজে কোনে কহতো কাহিনী।
কৈকেয়ীক দোষ কেন দিয়স নজানি ॥ ১৭৫২
হেন শুনি ক্রোধিলন্ত লক্ষ্মণ প্রধান।
খাণ্ডাক ঝঙ্কাৰি কম্পে তৰতৰিমান ॥
তাৰা যেন ৰকত নয়ন দুই ফুৰে।
অবিৰল ধাৰে যেন মেঘজল জুৰে ॥ ১৭৫৩
আকাশ নির্ম্মল যেন খাণ্ডা তুলি লৈলা।
কৈকেয়ীক ধাৰে যমদূত সাজ ভৈলা ॥
ভ্রূকুটি কুটিল আখি ভৈ গৈল বদন।
ৰামক বুলিলা মহাকোপ কৰি মন ॥ ১৭৫৪
ক্ষত্র কুলে উপজিলা ভৈলা বুদ্ধি নাশ।
প্রিয়বাক বুলিয়া বৈৰক দিলা আশ ॥
পৌৰুষ এৰিয়া দৈৱ কৰিলাহা সাৰ।
নপুংসক বৃত্তি সব ভৈগৈল তোমাৰ ॥ ১৭৫৫
ভৈল দৈৱ তোমাৰ কুঞ্জৰ ময়মত্ত।
পৌৰুষঅঙ্কুশে আজি কৰো পৰিৱৰ্ত্ত ॥
তুমি ৰাজা হৈবাক যাহাৰ নাহি মন।
মাৰিয়া পঠাইবো তাক যমৰ কৰণ ॥ ১৭৫৬
ৰাজধৰ্ম্ম এৰিয়া হৈবা তাপসীৰ বেশ।
কমন মুগুধে হেন দিল উপদেশ ॥
কিনো পাপ কৰিলো বচন নুশুনাহা।
মাৰৰ সতিনী বোলে মৰিবাক যাহা ॥ ১৭৫৭
কিসক তোমাৰ ভৈল হেন বুদ্ধি মোস।
সকলো লোকক কৰাইলাহা অসন্তোষ ॥
লোকৰ বিদ্বেষ কৰিবাক নুযুৱায়।
ৰাজ্য ধৰ্ম্ম ধৰি দৃঢ় কৰিয়োক কায় ॥ ১৭৫৮
দাব সুহায়ন মোৰ নোহে চন্দ্ৰহাস।
টোণ হাত সুহায়ন নোহে বনবাস ॥
শৰীৰ শোভন মোৰ নোহে দুই বাহু।
জিনিবো শত্রুক চন্দ্ৰক যেন ৰাহু ॥ ১৭৫৯
খৰতৰ লক্ষ্মণক ত্রিভুৱনে জানি।
বীৰগণে তাত তযু পাচত বখানি ॥
কদলী বনক যেন গুৰিত ছেদিবো।
বিপক্ষক মাৰি যম-সদন পূৰিবো ॥ ১৭৬০
কৈকেয়ীক নৃপতিক কোপ কৰি মনে।
মেলানি দিয়োক বুলি ধৰিলা চৰণে ॥
সত্যে সত্যে পালিবোহো তোমাৰ আদেশ।
আজ্ঞা দিয়ো পৰিৱৰ্ত্ত কৰিব নিশেষ ॥ ১৭৬১
সকল ৰাজ্যৰ লোক ভৈলোহো অসাৰ।
বাপকৰ গোসানীক কৰিলেক সাৰ ॥
আজ্ঞা দিয়ো প্রভু মোক বোলো বাৰেবাৰ।
বুঢ়াৰে আগতে কাটি কৰিবো দোহাৰ ॥ ১৭৬২
বাপক কৰন্ত কোপ লখাই মহাবীৰ।
নিৰন্তৰে কম্পে আতি সকল শৰীৰ ॥
ক্রোধ দেখি ৰামে লক্ষ্মণৰ হাতে ধৰি।
বিনয় বচনে তাঙ্ক চিত্ত শান্ত কৰি ॥ ১৭৬৩
ভালে জানো লখাই মোত ভকতি কৰস।
ব্যসনে মগন ভৈলো তাৰিতে পাৰস ॥
যদি স্নেহ আছে কৰা আমাৰ সম্মত।
পৰিহৰ বাপ ইটো ক্রোধভাৰ যত ॥ ১৭৬৪
যদি প্রিয় হৱ মোৰ বাক্য কৰ হিত।
বাপৰ চৰণ সেৱা কৰ নিতে নিত ॥
মই বন গৈলে পালা মাতৃক সকলে।
ৰাজ্যভাৰ বহিবে ভৰত অনুবলে ॥ ১৭৬৫
শুনি লক্ষ্মণৰ কোপ উপশাম ভৈল।
হস্তীমদ যেহেন হস্তীতে অন্ত গৈল ॥
যেহেন সৰ্পৰ বিষ শিখাগ্রক গৈল।
নগাই আনি গাৰুড়ী নিষ্প্রভ কৰি থৈল ॥ ১৭৬৬
একো পক্ষে ৰাঘৱৰ চিত্ত নলৰিল।
হাতযোৰে লখাই গৈয়া চৰণে পৰিল ॥
শুনিয়োক দদা মোৰ কৃপাময় মতি।
ৰাজ্যভোগ শতেক তোমাৰ পাৱে গতি ॥ ১৭৬৭
দুখৰ সহায় হৈবো যোগাইবোহো ফল।
সেৱা কৰি থাকিবোহো চৰণ যুগল ॥
তোমাৰ সঙ্গতি হৈবো মোৰ এহি সাৰ।
বনবাসে পৰিচৰ্য্যা কৰিবো তোমাৰ ॥ ১৭৬৮

ৰাঘৱে বোলন্ত শুন সুমিত্ৰানন্দন।
বন্ধুজন এৰি তুমি নযাইবাহা বন॥
কৌশল্যা মাৱৰ শোক হৈবে অনুপাম।
তোৰ দৰশনে কিছু হৈব উপশাম॥ ১৭৬৯
একুতীৰ পুত্ৰ মই বনবাসে যাইবো।
সি কাৰণে মাৱ মোৰ বৰ দুখ পাইবো॥
আশ্বাসিবি ইহাঙ্ক সুমিত্ৰা আৰ আই।
কেন বনে যাইবি তই লক্ষ্মণ ভৈয়াই॥ ১৭৭০
বনবাসে গৈলে বৰ নিকাৰকে পাইব।
চৈধ্য বৰিষক লাগি অন্নকে নখাইব॥
ফল মূল এৰিয়া ভক্ষণ নাহি আন।
বৃক্ষৰ বাকলি মাত্ৰ হৈবে পৰিধান॥ ১৭৭১
বাপৰ আজ্ঞাক আমি শিৰোগত কৰি।
চলি যাইবো আজি অযোধ্যাক পৰিহৰি॥
ৰাজ্যৰ ভোগত আমি ভৈলোহো নৈৰাশ।
আতি বৰ দুখে খপিবোহো বনবাস॥ ১৭৭২
জটাৰ ভিতৰে পশি ওকণীয়ে খাইব।
হাতৰ পাৱৰ নখ বাঢ়ি বাঢ়ি যাইব॥
বৰিষা কালত আমি বৰ দুখ পাইব।
একো একো ৰজনী বৰিষ সম যাইব॥ ১৭৭৩
কিশলয় সম তোৰ কুশল স্বভাৱ।
আদিত্যৰ ৰশ্মি ভালে নসহয় গাৱ॥
বাহুৰিয়া চল ভৈয়াই আপোনাৰ ঠাৱ।
মৰিবন্ত কান্দিয়া সুমিত্ৰা তোৰ মাৱ॥ ১৭৭৪
আগবাঢ়ি লক্ষ্মণে জুৰিলা দুই হাত।
প্ৰাণদাদা ৰাম বুলি নমিলন্ত মাথ॥
তুমি এৰি গৈলে মই যাইবো দেশান্তৰ।
নুহি আজি কটাৰত কৰিবোহো ভৰ॥ ১৭৭৫
হেন শুনি ৰামৰ কৌতুক বৰ ভৈল।
বনক যাইবাক লক্ষ্মণক লগে লৈল॥
শুন শুন বোলো তোক ভৈয়াই লক্ষ্মণ।
আমাৰ লগত বাপ তই যাইবি বন॥ ১৭৭৬
আদি অন্ত কথা শুনি আপোনাৰ ঠাৱে।
আথে বেথে আসিলা সুমিত্ৰা নিজমাৱে॥
দুই বাহু মেলি দোহান্তৰ গলে ধৰি।
দীৰ্ঘৰাৱে কান্দিলা অনেক মন্যু কৰি॥ ১৭৭৭
কিনো পাপ কৰিলোহো কৌশল্যায়ে বাই।
দুই আন্ধলীৰ লাঠি কহি লাগি যায়॥
এত হন্তে তান দুই চৰণত ধৰি।
আগে সবিনয়ে কোপ উপশাম কৰি॥ ১৭৭৮
হেন দেখি কৌশল্যা হৃদয়ে মুঠি হানি।
মুখ চাই ৰামক বুলিলা দেৱী বাণী॥
জপে তপে পাইলোহো তোমাক গৰ্ভে ধৰি।
পৰম আশায়ে তুলিলোহো বৰ কৰি॥ ১৭৭৯
কৈকেয়ী প্ৰচণ্ড সূৰ্য্য জনিল তৰাস।
পুত্ৰ তৰু ছায়াত কৰিলো বৰ আশ॥
ফল ধৰিবাৰ যেৱে হৈ গৈল সময়।
মোৰ কৰ্ম্ম বায়ু উৰে বিধি বিড়ম্বয়॥ ১৭৮০
সতিনীৰ পৰাভৱ কতেক সহিবো।
সত্যে সত্যে কহিলোহো জীৱন ত্যজিবো॥
বৈৰিণীৰ বোলে ৰাম দেশৰ বজাস।
ৰাজধৰ্ম্ম দেখি বাপু নজা বনবাস॥ ১৭৮১
নুশুনিলি বাপু তই মনুৰ বচন।
আমি কহো শুন ৰাম ভালে দিয়া মন॥
কাম কাজ নুবুজস বাতুল চৰিত।
হেন গুৰু বচন বাধিব নিতে নিত॥ ১৭৮২
দশ বিপ্ৰ অধিক গৌৰৱ উপাধ্যায়।
তাতো দশগুণ পিতা দেখিতে যুৱায়॥
বাপত অধিক দশগুণ হোৱে মাৱ।
পৃথিৱীত গুৰুতৰ দেখিব সুভাৱ॥ ১৭৮৩
হেন মনু বাক্য তুমি নকৰিবা বাধা।
পাপ এৰি বাপু তুমি ধৰ্ম্মপথ সাধা॥
মোত পৰে তোৰ আৰ নাই গুৰুতৰ।
কামবশ বাপৰ বচন পৰিহৰ॥ ১৭৮৪
হৰি হৰি ৰাম তই দহিবাক ভৈলে।
নিৰ্য্যাণ কালৰ বাতি জ্বালিয়া নিমাইলে॥
দুই পুত্ৰ হৰুৱাইলো কি কাম কৰিলো।
এৰেসে জানিলো মই জীৱন্তে মৰিলো॥ ১৭৮৫

প্ৰাণ প্ৰভু দশৰথ মহা মহীপাল।
জানিলোহো এৰেসে তোমাৰ ভৈল কাল ॥
কৈক যাইবে ৰাম মোৰ একুতীৰ পো।
তোক সুমৰন্তে সদা ঝৰিবেক লো ॥ ১৭৮৬
নৃপতিৰ বাক্য বাধি কৰ মোক মন্ত।
ৰাজায়ো হৰিষ হৈব জানিয়োক তত্ত্ব ॥
কৈকেয়ীক বাক্য বুলিবন্ত মহাৰাজ।
বুলিলোহো ৰামক যাইবাক বনমাজ ॥ ১৭৮৭
বচন নকৰে পুত্ৰ আবচন কৰ।
যেন অভিমত আৰে লৈয়ো আন বৰ ॥
মোৰ বাক্য কৰিলে সবাৰো হোৱে হিত।
জ্যেষ্ঠ পুত্ৰক ৰাজ্য দিবাক উচিত ॥ ১৭৮৮
কামবশ বাপৰ বচন পৰিহৰ।
লখাই সমে বিমৰিষ কৰি ৰাজ্য কৰ ॥
তুমি এৰি গৈলে শূন্য দেখো দশোদিশ।
অগনিত প্ৰবেশো নুহিবা খাওঁ বিষ ॥ ১৭৮৯
যদি বনে যাইবে বাপু মোকো লৈয়া চল।
তোহোৰ লগতে মইয়ো খাইবো বনফল ॥
শ্ৰীৰাম বোলন্ত মাৱ কোশল জীয়াৰী।
তোমাৰ আমাৰ নৃপতিসে অধিকাৰী ॥ ১৭৯০
তাহান বচন বাধি কত ফল পাইব।
গৃহ এৰা ত্ৰিভুৱনে কুখিয়াতি যাইব ॥
নাৰীৰ পতিসে গতি আন দেৱ নাই।
তান বোল হেলা কৰি পাপকেসে পায় ॥ ১৭৯১
ব্ৰতে দানে তুষিলা দেৱতা ব্ৰাহ্মণ।
গোহোৰ দায়াত তাক বিনাশিবে মন ॥
কৈকেয়ীক দেখিবা ভগিনী সম হিত।
প্ৰৱলে সহিতে দ্বন্দ নুহিকে উচিত ॥ ১৭৯২
যাৱত তোমাৰ আছা স্বামী দৃঢ়কায়।
আমাৰ তুলত বন যাইবে নুযুৱায় ॥
ৰাজা বৰ দিলা লৈলা কৈকেয়ী সাদৰি।
তান অপৰাধ আচৰিবো কেন কৰি ॥ ১৭৯৩
কৈকেয়ীক নৃপতি পূৰ্ব্বত দিলা বৰ।
আত কিছু দোষ মই নেদেখো বাপৰ ॥
তোমাৰ স্বামীসে দেৱ শুশ্ৰূষা কৰিবা।
তাহান বচন মাৱ শিৰত ধৰিবা ॥ ১৭৯৪
পতিব্ৰতা ধৰ্ম্মে আই স্বৰ্গে চলি চাইবা।
তান বাক্য হেলা কৰি অধৰ্ম্মক পাইবা ॥
দশৰথ বাপ মোৰ তুমি নিজ মাৱ।
জগতে বিদিত ৰঘুকুলে যাব ঠাৱ ॥ ১৭৯৫
ৰামৰ বচন শুনি কৌশল্যা কান্দন্ত।
পুত্ৰশোকে দুখৰ কমনে পাইবো অন্ত ॥
যাহাৰ কিঙ্কৰে সবে হস্তী ৰথ ৰায়।
বিধিৰ বিপাকে ৰাম বনে চলি যায় ॥ ১৭৯৬
ওৱাৰি শ্মশানশাল চিন্তা আম গাণ্ডি।
কৈকেয়ীৰ বচনে খোচনি ভৈল দাণ্ডি ॥
শোক বহ্নি শ্বাস ধূম বিয়োগ তোমাৰ।
নিৰন্তৰে শৰদাহ কৰিবে আমাৰ ॥ ১৭৯৭
তুমি এৰিলাতো মই শোক দুখ পাইবো।
নিহৰে নলিনী যেন ঠাৱতে শুখাইবো ॥
ধেনু যেন বৎসৰ পাচত কৰে গতি।
তোমাৰ লগতে যাইবো হেন মোৰ মতি ॥ ১৭৯৮
কৈকেয়ীক দেখিয়া শৰীৰ মোৰ কাম্পে।
হৰিণীক নিতে যেন বাঘিনীয়ে জাম্পে ॥
সৰ্পিনীৰ আগে যেন মণ্ডুকীৰ গতি।
শেনীৰ আগত যেন কম্পে কপোৱতী ॥ ১৭৯৯
কৈকেয়ীৰ দাস ৰাজা মই যাইবো বন।
তুমি এৰি গৈলে মোৰ নাহিকে জীৱন ॥
ৰাঘৱে বোলন্ত মাৱ শোক এৰিয়োক।
চলিবোহো বনক মাঙ্গল্য কৰিয়োক ॥ ১৮০০
ত্ৰিভুৱনে বিদিত নৃপতি দশৰথ।
সত্যক এৰিয়া কেনে তেজি ধৰ্ম্মপথ ॥
মোৰ কৰ্ম্মে আসিয়া ভৈলন্ত উদভাৱ।
চৰণত ধৰো মোক আজ্ঞা দিয়ো মাৱ ॥ ১৮০১
যুগুত বচনে ৰামে মাৱক জুৰাইল।
অনিচ্ছায়ে মাৱৰ অনুজ্ঞা ৰামে পাইল ॥
আখি মুখ পখালিলা ৰামে দিলা জল।
শিশিৰে প্ৰকাশে যেন ৰকত কমল ॥ ১৮০২

দেৱতা পূজিয়া দেৱী কৰি সমাপতি।
মঙ্গল কৰিলা মন্ত্ৰ জপিয়া সম্প্ৰতি॥
ৰক্ষা বান্ধিলন্ত মাথে ৰাম লক্ষ্মণৰ।
ৰক্ষা কৰন্তোক পথে দেৱ নিৰন্তৰ॥ ১৮০৩
ৰক্ষা ঔষধক পিন্ধাইলন্ত দুইৰো হাতে।
দেৱৰ নিৰ্ম্মাল্য পিন্ধাইলন্ত দুইৰো মাথে॥
ধৃতি স্মৃতি কীৰ্ত্তি কান্তি সতী সৰস্বতী।
গতি মতি শান্তি আদি কৰি তুতি নতি॥ ১৮০৪
অসংখ্য ৰহস্য শাস্ত্ৰ নিগম পুৰাণ।
ইতিহাস আদি কৰি কৰন্তো কল্যাণ॥
সিংহ বাঘ ঘোঙ আদি কুঞ্জৰ মহিষ।
ৰাক্ষস পিশাচ সৰ্পগণ মহাবিষ॥ ১৮০৫
বৰাহ ভালুক গণ্ড গবয় সকল।
ঋষভ প্ৰভৃতি কৰি কৰন্ত মঙ্গল॥
ধাতা বিধাতাক আদি ইন্দ্ৰ দেৱৰাজ।
কুবেৰ বৰুণ আদি দেৱতা সমাজ॥ ১৮০৬
স্বৰ্গ মৰ্ত্ত্য ৰসাতল অনিল অনল।
চন্দ্ৰ সূৰ্য্য দিন ৰাতি নক্ষত্ৰ সকল॥
জলচৰ থলচৰ বনচৰ যত।
ত্ৰিভুৱনে থিত যত মঙ্গল কৰন্ত॥ ১৮০৭
পুত্ৰ দুইকো কৌশল্যা কোলাক লাগি নিলা।
আপোন পাৱৰ ধূলি দুইৰো মাথে দিলা॥
চৈধ্যয় বৰিষ সুখে বনে যাউক কাল।
অবিৰোধে তৰিবাহা বিপিন বিশাল॥ ১৮০৮
আকাশে পৱন যেন থাকে নিৰন্তৰে।
এক প্ৰাণে দুয়ো ভাই বঞ্চিবা দুস্তৰে॥
দুয়ো ভাই মাৱ দুইকো প্ৰদক্ষিণ কৰি।
মাৱ দুইয়ো পদধূলি শিৰে আনি ধৰি॥ ১৮০৯
জন মন হৰন্তে চলিলা দুই ভাই।
লীলাগতি পাইলা গৈয়া আপোনাৰ ঠাই॥
নমো নমো ৰঘুকুল কমল দীনেশ।
ব্ৰহ্মা হৰ আদি পালে যাহাৰ আদেশ॥ ১৮১০
ভৱ দুখ দূৰ হোৱে যাৱ লৈলে নাম।
তান কৈত দুখ আছে জানি বোলা ৰাম॥ ১৮১১

শ্ৰীৰামে সীতাৰ আগত বনবাস-আজ্ঞা কথন

দুলড়ী

ধৰলি ওৱৰত আছন্ত জানকী
ৰাঘৱৰ মনোৰমা।
শ্বেত মেঘ যেন জগত বিদিত
ৰোহিণী দেৱী উপমা॥
আতি অপৰ্য্যন্ত হৰিষ কৰন্ত
গাৱে অলঙ্কাৰ ধৰি।
মোৰ স্বামী ৰাম ৰাজা হৈবা আজি
আমি হৈবো পটেশ্বৰী॥ ১৮১২
মনে কৌতূহল অনেক মঙ্গল
কৰিলন্ত ঠাৱে ঠাৱ।
মনত হাসন্ত নিয়মে আছন্ত
সীতা জগতৰ মাৱ॥
প্ৰসন্ন নয়ন হৰিষ বদন
কৰি দুৱাৰক চাইল।
প্ৰাণনাথ ৰাম গুণে অনুপাম
আসা দৰশন পাইল॥ ১৮১৩
পৰিল জাগৰ নোশোভে ৰামৰ
মুখ অনুৰূপ দিন।
গধূলি কালৰ যেন দিনকৰ
প্ৰভায় ভৈলা বিহীন॥
প্ৰদক্ষিণ কৰি স্বামীক নমিল
সীতা জনকৰ জীৱ।
হাতযোৰ কৰি ৰামৰ পাচত
সঙ্কোচে ভৈলন্ত থিৰ॥ ১৮১৪
অন্তৰ্গতে পাচে কাৰ্য্যক লখিয়া
ৰাঘৱৰ বৰনাৰী।
ধীৰে ধীৰে মাৱ বুলিলা বচন
জনক ৰাজা জীয়াৰী॥
প্ৰাণ প্ৰভু দেৱ পাৱে কৰো সেৱ
মিলিল কিনো প্ৰমাদ।
কি কাৰণে প্ৰভু হৰিষ কালত
দেখোহো মনে বিষাদ॥ ১৮১৫

আতি অপ্ৰমাদী মন্ত্ৰী পাত্ৰ আদি
ব্ৰাহ্মণ যত আছন্ত।
পঢ়ি মন্ত্ৰ মূল দূৰ্ব্বাক্ষত ফুল
নিদিলা তযু শিৰত॥
তোমাৰ লগত ধৱল চামৰ
নাহি ৰাজ অলঙ্কাৰ।
কিনো বিপৰীত অথিৰ চৰিত
দেখোহো চিত্ত তোমাৰ॥ ১৮১৬
ৰাজলক্ষ্মীধৰ প্ৰমত্ত কুঞ্জৰ
নাসিল কেনে লগত।
চলন্তে বেগত মেৰু পৰ্ব্বতক
তুলিতে দান্তে শকত॥
আতি মনোৰম অষ্ট তুৰঙ্গম
যুগুত কাঞ্চনময়।
হেন পুষ্পৰথ তোমাৰ লগত
কেনে প্ৰভু নচলয়॥ ১৮১৭
তোমাৰ ভকত মন্ত্ৰী পাত্ৰ যত
আনো ৰাজ-সেনাগণ।
সমৰে শকত গোসাই লগত
নকৰে কেনে গমন॥
সুৱৰ্ণৰ ৰথ শুক্ল ঘোৰা যত
শোভন কৰি যুগুত।
কৰি কৌতূহল কৰন্তে মঙ্গল
নচলয় অদভুত॥ ১৮১৮
আনো নানা মত তোমাৰ সঙ্গত
নলখোহো ৰাজ্য অঙ্গ।
কৈয়ো অভিপ্ৰায় কি কাৰণে প্ৰভু
অভিষেক ভৈল ভঙ্গ॥
হেন শুনি পাচে প্ৰভু ৰামচন্দ্ৰে
সীতাক দিলা উত্তৰ।
সাৱধান কৰি শুনা প্ৰাণেশ্বৰী
যেন ভৈল অথান্তৰ॥ ১৮১৯
পৰম নিৰ্ম্মল ৰাজঋষি কুলে
তুমি ভৈলা উতপতি।
সুশোভন চিত ধৰ্ম্মেসে চৰিত্ৰ
শুদ্ধমতী শান্তী সতী॥
অভিষেক বিধি বিহিয়া নৃপতি
গৈলা কৈকেয়ীৰ ঠাৱ।
বচনে ছান্দিয়া বৰ দুই মাগি
লৈলন্ত কৈকেয়ী মাৱ॥ ১৮২০
তেজিয়া ৰাজ্যক চৈধ্য বৰিষক
আমি যাইবো বনমাজ।
আউৰ বৰ মাগি লৈলন্ত ৰাজাত
ভৰতক দিবে ৰাজ॥
পাপক সঞ্চিলে শৰীৰ দংশিলে
কৈকেয়ীয়ে কালসৰ্প।
গিলিল বিঘাত বাক্যবিষে ছলি
হৰি লৈল বল দৰ্প॥ ১৮২১
মাৱৰ বচন শুনি আতিশয়
ভৈল চিত উপশাম।
কালে পাইলে আৰ নাহিকে জীৱন
সাক্ষাতে লৈ যায় যম॥
নাহি আন মন বাপৰ বচন
আমি শিৰোগত কৰি।
শ্ৰী ভৈল ছন্ন আজি যাইবো বন
অযোধ্যাক পৰিহৰি॥ ১৮২২
শুনা প্ৰাণেশ্বৰী চিত্ত থিৰ কৰি
নকৰিবা কিছু শোক।
আসিয়োক বান্ধে পৰিছেদ কৰি
দেখিলোহো মই তোক॥
পৰম দাৰুণ ৰামৰ বচন
শুনিয়া সীতা গোসানী।
হা প্ৰভু বুলি পৰিলা ভূমিত
হৃদয়ত মুঠি হানি॥ ১৮২৩
বিষাদে মনত শিৱৰ আগত
যেহেন দেৱী পাৰ্ব্বতী।
যেন মহাদেৱ দহিলা কামক
বিলাপ কৰন্ত ৰতি॥

আতি মহাভয় শৰীৰ কাম্পয়
হাতৰ খসে বলয় ।
নাহি গাৱে তত সিংহৰ ত্ৰাসত
যেন মৃগ নলৰয় ॥ ১৮২৪
চেতন লভিয়া সীতায়ে বোলন্ত
কতনো পাপ কৰিলো ।
মাটিৰ ভিতৰ প্ৰবেশি আছিলো
তথাপিতো নমৰিলো ॥
কিনো অপৰাধে প্ৰভু তুমি মোক
শোক অগনিত দিয়া ।
আমি পতিব্ৰতা নাৰীক গোসাই
চলিলা কেনে তেজিয়া ॥ ১৮২৫
নযাইবাহা প্ৰভু বুলিয়া জানকী
আঞ্চলত ধৰিলন্ত ।
যেন লক্ষ্মীদেৱী ঈশ্বৰ বিষ্ণুৰ
চৰণত পৰিলন্ত ॥
ৰাঘৱে বোলন্ত উঠা প্ৰাণেশ্বৰী
শুনিয়োক হিতপক্ষ ।
বাপৰ বচন তেজিয়া বনক
নযাইবো ইটো অশক্য ॥ ১৮২৬
কৌশল্যা মাৱক আদি কৰি যত
তেজিলোহো বন্ধুগণ ।
মায়াময় ইটো গৃহসুখ তেজি
আজি চলি যাইবো বন ॥
নমো নমো ৰাম যাহাৰ উপাম
নাহি ইটো ত্ৰিভুৱনে ।
দুখ উপশাম হৌক ৰাম ৰাম
বোলা সমাজিক জনে ॥ ১৮২৭

ৰামৰ লগত যাবলৈ সীতাৰ প্ৰাৰ্থনা

পদ

তেজিলোহো মিত্ৰ যত অযোধ্যানগৰী ।
মোহ এৰিলোহো সীতা সৰ্ব্বাঙ্গসুন্দৰী ॥
মুখচন্দ্ৰ অৰি অমৃতৰ অভিলাষে ।
গ্ৰাসিবাক লাগি ৰাহু আসি ভৈলা পাশে ॥ ১৮২৮
ভ্ৰুৱযুগ ধনুত কটাক্ষ যেন শৰ ।
চমকিয়া ৰাহু গৈল গগন উপৰ ॥
নীলোৎপল দল সম নয়নযুগল ।
দেখি মুনিগণে হোৱে মোহিত সকল ॥ ১৮২৯
নাসা ভৈল তিলফুল বন্দুলি অধৰ ।
মুকুতাপঙ্কতি দন্তপান্তি মনোহৰ ॥
মনোহৰ অধৰ অধিক বিম্বফল ।
তিনি ৰেখা সমে জ্বলে সুশোভিত গল ॥ ১৮৩০
বাহু দুইখান তোৰ মৃণালত সৰি ।
উদৰত ত্ৰিবলিকা মৰখাট খৰি ॥
হৰ-কোপবহ্নি পীড়ে কুজী নপাই জুৰ ।
নাভি সৰোবৰে কামদেৱে দিল বুৰ ॥ ১৮৩১
নিজ পুৰ পশি কামে মুদিল দুৱাৰ ।
উদৰত লোমপান্তি ধুম ভৈল তাৰ ॥
ডম্বৰুৰ মধ্যদেশ সদৃশ কঙ্কাল ।
কাঞ্চিয়ে ৰঞ্জিত আতি নিতম্ব বিশাল ॥ ১৮৩২
অমৃতৰ কূপসম মন্মথৰ পুৰ ।
সৰস জঘন তোৰ প্ৰকাশে প্ৰচুৰ ॥
সুকুমাৰ উৰু ৰামকদলীৰ সম ।
জঙ্ঘা দুইৰ কান্তি আতি দেখি মনোৰম ॥ ১৮৩৩
সুগুপুত গ্ৰন্থি আতি ৰঙ্গা দুই পাৱ ।
নৱ কিশলয় দল সদৃশ স্বভাৱ ॥
পন্থৰ গমনে কুঞ্জৰৰ তেজ হৰে ।
নূপুৰৰ শৱদে সাৰস অনুসৰে ॥ ১৮৩৪
সূৰ্য্যৰ উপমা দুই কুণ্ডলৰ জ্যোতি ।
তাৰাগণ চমক মাণিক গজমতি ॥
সুৰগণ গন্ধৰ্ব্ব নাগৰ তেজ হৰে ।
বেশ দেখি কিমতে যুৱতে প্ৰাণ ধৰে ॥ ১৮৩৫
জীৱন্তে মৃতক মই তোক পৰিহৰো ।
গলে শিলা বান্ধিয়া সাগৰে জাম্প কৰো ॥
পৰিহৰ দুখ সীতা চিন্তা শোক ৰোগ ।
মৰন্তাজনৰ দূৰ নোহে হেন যোগ ॥ ১৮৩৬

বাপৰ বচন মই কেনে পৰিহৰো।
গহ এৰ ক্ষমা কৰ হাতে তোৰ ধৰো ॥
সীতায়ে বোলন্ত প্ৰভু দেৱ নিজনাহা।
কোন দোষে প্ৰভু মোক পৰিহৰি যাহা ॥ ১৮৩৭
পূৰ্ব্বজন্মে নাৰাধিলো পাৰ্ব্বতী শঙ্কৰ।
সি কাৰণে মোক পৰিহৰে প্ৰাণেশ্বৰ ॥
সূৰ্য্যকুলে উতপতি অযোধ্যাৰ পতি।
দুখৱতী নাৰী কৰো তোমাত ভকতি ॥ ১৮৩৮
চৈধ্যয় বৰিষ লাগি তুমি বন যাইবা।
ইজন্মক লাগি মোৰ মানে বুকুৱাইবা ॥
চম্পক কলিকা যেন মোৰ কলেৱৰ।
লুণ্ডি ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ ॥ ১৮৩৯
যেৱে আসি বিকশিত হৈল ফুল ফল।
উপভোগ এৰি কেনে কৰাহা নিষ্ফল ॥
সূৰ্য্য অবিহনে যেন নোশোভয় দিন।
ৰজনী নোশোভে যেন শশধৰহীন ॥ ১৮৪০
বসন্ত নোশোভে বিনে কোকিলৰ ৰোলে।
নিষ্ফল জীৱন প্ৰভু তুমি বিনে কোলে ॥
সুমৰন্তে প্ৰভু মোৰ লাগে হৃদিখেদ।
বোলো স্বামীদেৱ নকৰিয়ো বন্ধুছেদ ॥ ১৮৪১
কমন অঙ্গত মোক হীন দেখিলাহা।
কি কাৰণে প্ৰভু মোক উপেক্ষিয়া যাহা ॥
তোমাক বোলোহো তুমি ৰাজাৰ কুমাৰ।
দাৰুণ বনক কেনে যাইবা একেশ্বৰ ॥ ১৮৪২
যমৰ কৰণ সম দুৰ্গম দুস্তৰ।
সুমৰন্তে হৃদিখেদ গহন গহ্বৰ ॥
ৰাঘৱে বোলন্ত সীতা থিৰ চিত কৰা।
আমাৰ বচন তুমি দৃঢ় কৰি ধৰা ॥ ১৮৪৩
আমি বন গৈলে দেৱ দ্বিজ আৰাধিবা।
উপবাস ব্ৰতে মোৰ কল্যাণ সাধিবা ॥
ভাই মোৰ সুবোধ ভৰত শত্ৰুঘন।
দেৱ হেন আৰাধিবে সকৰুণ মন ॥ ১৮৪৪
দৰ্প মান এৰি তান চিত্তক তুষিবা।
তেৱে অনুৰূপে তোমাক ভৰতে পুষিবা ॥
প্ৰভাত সময়ে উঠি চালিবাহা গাৱ।
কৰিবাহা প্ৰণাম আমাৰ বাপ মাৱ ॥ ১৮৪৫
হিত সুহৃদ ছাৰি নেদেখিবা আন।
সব শাশু দেখিবাহা কৌশল্যা সমান ॥
সীতায়ে বোলন্ত প্ৰভু শুনিয়ো বচন।
মোৰ বাক্য হেলা নকৰিয়া দিয়া মন ॥ ১৮৪৬
বাপৰ সুকৃতে পোৰ নুপজয় সুখ।
পোৰ কৰ্ম্মে বাপেকৰো নখণ্ডয় দুখ ॥
স্বামীৰ সুকৃত ভুঞ্জে পতিব্ৰতা জন।
প্ৰভুৰ লগত আৰ শোকে যাইবো বন ॥ ১৮৪৭
বনক যাহন্তে আগে মিলিবেক যত।
ভাঙ্গিয়া কণ্টক বন চলিবো আগত ॥
মোৰ অভিপ্ৰায় যেন আপুনি জানাহা।
অনুগত তেজি অপমানক পাইবাহা ॥ ১৮৪৮
কেশৰী কুঞ্জৰ বাঘ ভালুক মহিষ।
তুমি সঙ্গে থাকিতে কৰিবে মোক কিস ॥
নদী নদ দেখিবো বিবিধ সৰোবৰ।
কুমুদিনী নলিনী অনেক মনোহৰ ॥ ১৮৪৯
উৎসুক মনক গোসাই নকৰিয়ো ভঙ্গ।
তুমি সমে বনক যাইবাক বৰ ৰঙ্গ ॥
তুমি সমে ভ্ৰমণ কৰিবো বনমাজ।
যেহেন স্বৰ্গত শচীদেৱী দেৱৰাজ ॥ ১৮৫০
ৰত্নময় বিচিত্ৰ পৰ্ব্বত বন দেশ।
বিবিধ পুষ্পিত বন সুগন্ধি বিশেষ ॥
সমুচিত ক্ৰীড়া স্থান কুঞ্জৰ বিশেষ।
কামে সমে ৰতি যেন কৰিবো আশেষ ॥ ১৮৫১
মাৱে মোক পূৰ্ব্বত শিখাইলা হাতে ধৰি।
নকৰিবা ভোজন স্বামীক পৰিহৰি ॥
সিসব বচন আমি শিৰোগতে ধৰো।
নদী বনে তোমাৰ তুলতে অনুসৰো ॥ ১৮৫২
হেন শুনি বুলিলন্ত জগতৰ নাথে।
সীতা দেৱী আগতে আছন্ত হেটমাথে ॥
শুন শুন সীতা বোলো জনকজীয়াৰী।
নাৰীসমে বনবাস খাটিতে নপাৰি ॥ ১৮৫৩

সিংহৰ নাদক শুনি গিৰিৰ কন্দৰে।
কাম্পে কলেৱৰ চমকিত হৈবা ডৰে ॥
পৰ্ব্বত সমান হস্তী গৰ্জ্জে নিৰন্তৰে।
দ্বাদশ মাসৰ ভিতৰত ময় ধৰে ॥ ১৮৫৪
মহিষ বৰাহ বাঘ সৰভ গবয়।
সিংহ ঘোঙ ৰাৱে আতি ত্ৰাসক জনয় ॥
গোলাসতে ৰাজগোম পৰ্ব্বতীয়া বোৰ।
মাণ্ডলীক অজগৰ যাক নাহি যোৰ ॥ ১৮৫৫
ইসবক আদি কৰি ভয়ঙ্কৰ সৰ্প।
দৰশন মাত্ৰেকতে হৰে বল দৰ্প ॥
কীট পটঙ্গ জোক নকুল ইন্দুৰ।
ইটো সব জন্তু আছে বনত প্ৰচুৰ ॥ ১৮৫৬
গুণ্ডকুৰি পৰুৱা আছয় সিটো থান।
যাহাৰ প্ৰহাৰে সিংহে নসহয় টান ॥
বিহঙ্গম চাতক বনত সব মিলে।
আছোক মানুষ হস্তী গোটে গোটে গিলে॥ '৫৭
ৰকত কমল সম তোৰ হাত পাৱ।
সৰ্ব্বক্ষণে নেতক মলিত যাৰ গাৱ ॥
ৰত্নগৃহে ফুৰন্তে শোণিত পাৱে বহে।
উলু কণ্টকত ফুৰিবেক কোন সাহে ॥ ১৮৫৮
অনেক দিনৰ পথ হৈবে মৰুস্থল।
মহাদুখ থান কতো অপৱিত্ৰ জল ॥
কুশৰ কণ্টক লতা গুল্ম যত দেশ।
ঘোৰ অৰণ্যত কেনে হৈবাহা প্ৰবেশ ॥ ১৮৫৯
পৰিধান বল্কল হৈবেক জটা কেশ।
নখ লোম চোৱৰ হৈব ভোবোকাৰ বেশ ॥
অস্থি চৰ্ম্ম নাম মাত্ৰ হৈব মোৰ সাৰ।
কিনো প্ৰীতি হৈব তোৰ সুৰত আমাৰ ॥ ১৮৬০
ঘৰ্ম্মকালে পঙ্কত ব্ৰতক ধৰিবো।
শিশিৰ সময়ে জলে নিবাস কৰিবো ॥
উপবাস কৰিতে লাগয় ঘনে ঘন।
অন্নক তেজিয়া ফলমূলেসে ভোজন ॥ ১৮৬১
আমাৰ লগত বনবাসে যেৱে যাইবা।
উপবাস ব্ৰতে মহাদুখ মাত্ৰ পাইবা ॥
জনকনন্দিনী মোৰ বচন নবাধা।
গৃহে পতিব্ৰতা ধৰ্ম্মে পৰলোক সাধা ॥ ১৮৬২
ৰামৰ বচন শুনি জানকী গোসানী।
ক্ৰন্দন কৰিয়া দেৱী বুলিলন্ত বাণী ॥
তুমি এৰি গৈলে মোৰ জীৱন নিষ্ফল।
কটাৰত ভৰ নুহি ভুঞ্জিবো গৰল ॥ ১৮৬৩
সীতাৰ বিলাপে চিত্ত ৰামৰ দ্ৰৱিল।
বনক যাইবাক তাঙ্ক অনুমতি দিল ॥
শুন শুন জানকী লিখিলো তোৰ কাজ।
মোহোৰ তুলত বনে যাইবে হোৱা সাজ ॥ ১৮৬৪

লক্ষ্মণৰ বনলৈ যাবলৈ অনুমতি লাভ আৰু
ৰাম-সীতা-লক্ষ্মণৰ বনগমনৰ উদ্যোগ

ৰাঘৱে বোলন্ত লক্ষ্মণৰ হাতে ধৰি।
পালটাউ মন বাপু গহ পৰিহৰি ॥
দুখী দুই মাৱ মোৰ বৰ শোক পাইব।
কৈকেয়ীত মান সাৰি লঘনক পাইব ॥ ১৮৬৫
শুনিয়া লক্ষ্মণে পাচে বুলিলন্ত বাণী।
লক্ষক পুষিতে পাৰে কৌশল্যা গোসানী ॥
ধন জন সমন্বিতে গ্ৰাম দশ শত।
তোমাত গৌৰৱে তাঙ্ক পালিব ভৰত ॥ ১৮৬৬
তুলত যাইবাক মোক নিৰোধাহা কিক।
কিনো মন্দ চিন্তিলো মোহোৰ আছো ধিক ॥
প্ৰাণ মোৰ দহে আতি এতমান স্নেহ।
হৃদয়ত খাণ্ডা হানি তেজিবোহো দেহ ॥ ১৮৬৭
যেন অভিমত কৰ ভৈয়াই লক্ষ্মণ।
সুযজ্ঞ দ্বিজক গৈয়া আন এতিক্ষণ ॥
বশিষ্ঠৰ পুত্ৰ তেহো ৰাঘৱৰ মিত্ৰ।
তেখনে লক্ষ্মণে আনি কৈলা উপস্থিত ॥ ১৮৬৮
সুযজ্ঞক ৰামদেৱে অৰ্চ্চনা কৰিলা।
আপোনাৰ অলঙ্কাৰ তাঙ্ক দান দিলা ॥
ৰাঘৱক দেখিয়া সীতাৰ অভিমত।
মিতিনীক আনি দিলা অলঙ্কাৰ যত ॥ ১৮৬৯

শয়ন কামলি আৰো সিংহাসণ খাট ।
ৰত্নৰ ৰাহুতি দিলা চতুঃষষ্টি পাট ॥
পাট পট কুণ্ডল কঙ্কণ মণি হাৰ ।
নূপুৰ পাগৰী দিলা নানা অলঙ্কাৰ ॥ ১৮৭০
কৌশল্যা সুমিত্ৰা আদি মাৱগণ যত ।
ব্ৰাহ্মণ প্ৰমুখ্যে আনো যত অনুগত ॥
বন্ধুজন নট ভাট দাস দাসী জন ।
মনোৰথ পূৰি ৰামে বিলাইলন্ত ধন ॥ ১৮৭১
পাচে বৃদ্ধ ব্ৰাহ্মণে ৰামক পাইল ভেট ।
আমি পাঞ্চ বৰিষে ৰাজাত কৰি জ্যেষ্ঠ ॥
শিশুসুত মোহোৰ বিস্তৰ পৰিজন ।
পুষিতে নপাৰো মোক কিছু দিয়ো ধন ॥ ১৮৭২
ৰাঘৱে বোলন্ত ধন আগে দিয়া গৈল ।
সহস্ৰেক চৰু তাৰ অৱশেষ ৰৈল ॥
ৰাখিতে পাৰিবা যত আপুনি লৈয়োক ।
বিলম্ব নকৰি জাণ্টে লৈয়ো ধৰিয়োক ॥ ১৮৭৩
শুকাই গৈল চৰ্ম্মসম পাক্তি হেন কেশ ।
দৃঢ় কৰি গাঠি বান্ধি আগত প্ৰবেশ ॥
হাতে লৰু ধৰি চলিলাহা দ্বিজবৰ ।
পাৱ থিৰ নোহয় কাম্পয় কলেৱৰ ॥ ১৮৭৪
বাহুৰিয়ো গোসাই বুলি ৰামে দিলা ৰাৱ ।
পৰিহাস বুলিলো লখিলো কুট ভাৱ ॥
গোৰক্ষে সহিতে গোসকল নিয়োক ।
আৰো যত ধন লাগে মোত মাগিয়োক ॥ ১৮৭৫
যজ্ঞ কৰিবোহো বুলি মাগি লৈয়া ধন ।
ৰামক আশীষ কৰি চলিলা ব্ৰাহ্মণ ॥
যত ধন দিয়া ৰামে কৰিলন্ত শেষ ।
অস্ত্ৰ আন লক্ষ্মণক কৰিলা আদেশ ॥ ১৮৭৬
বৰুণে পিতৃক দিলা ধনু দুইখান ।
তূণ দুই অক্ষয় সম্পূৰ্ণ যত বাণ ॥
আৰো দিলা অভেদ কৱচ দুইখান ।
বিমল কৱচ দুই জাণ্টে গৈয়া আন ॥ ১৮৭৭
দিব্য ধনু মোহোৰ আছয় গুৰুঘৰে ।
তাহাক আনিয়ো গৈয়া লক্ষ্মণ সত্বৰে ॥

ৰাঘৱৰ আদেশ শিৰত কৰি লৈয়া ।
ত্বৰিতে লক্ষ্মণে ধনু আনিলন্ত গৈয়া ॥ ১৮৭৮
ৰাম সীতা লক্ষ্মণ ধনুক দান কৰি ।
ৰাজাক দেখিতে যান্ত থান পৰিহৰি ॥
ওৱাৰিৰ নাৰী কান্দে সীতা পাৱে পৰি ।
কৈক যাহা মাৱ আমাসাক পৰিহৰি ॥ ১৮৭৯
নকৰিলো পাপ অকালত মৃত্যু নাই ।
অন্তেষপুৰৰ লক্ষ্মী এৰি কৈক যায় ॥
পূৰ্ব্ব কালত আছো খণ্ড তপ কৰি ।
তাৰ ফলে সীতা মাৱ যান্ত পৰিহৰি ॥ ১৮৮০
ধৰণীৱৰত পৰি কান্দে নাৰীজন ।
যেন হিম গিৰিত পৰিল তাৰাগণ ॥
ৰাজপথে প্ৰজা যত আদি অন্ত নাই ।
চতুৰ্ভিতি বেঢ়িয়া ক্ৰন্দন কৰি যায় ॥ ১৮৮১
নিৰন্তৰে প্ৰজা যত কান্দয় চৌপথে ।
কিনো কৰ্ম্ম কৰিলে নৃপতি দশৰথে ॥
জানিলোহো ইহাঙ্ক আপদে আসি পাইলা ।
সি কাৰণে প্ৰিয় পুত্ৰ বনক পঠাইলা ॥ ১৮৮২
আমিসব ৰামৰ লগতে চলি যাইবো ।
ইহানে পাশতে গৈয়া নগৰী বসাইবো ॥
নিৰন্তৰে লৈয়া যাইবো পুত্ৰ পৰিবাৰ ।
ইটো শূন্য নগৰী কৈকেয়ীৰ হৌক সাৰ ॥ ১৮৮৩
ৰাজাৰ কুমাৰী তুলিলন্ত বাপে মাৱে ।
প্ৰজাগণে দেখে সীতা যান্ত ভূমিপাৱে ॥
সুকোমলী সীতা দেৱীৰ ভূমিত চৰণ ।
কিসক নভৈল বিধি আমাৰ মৰণ ॥ ১৮৮৪
নগৰী জনৰ বাক্য শুনি হেন কাণে ।
সিংহদ্বাৰ পাইলন্ত মনত অভিমানে ॥
সুমন্ত্ৰক বোলন্ত জনায়ো মহাৰাজে ।
বাপৰ চৰণ দেখো যাইবো বনমাজে ॥ ১৮৮৫
সংক্ষেপ কৰিয়া কহিলোহো ইটো কথা ।
দশৰথ নৃপতিৰ শুনিয়ো ব্যৱস্থা ॥

দশৰথত শ্ৰীৰামৰ বিদায় প্ৰাৰ্থনা আৰু দশৰথৰ শোক

চেতন লভিয়া শোকে কৈকেয়ীক চাইল।
ৰোগযুত গজে যেন সিংহ ভেট পাইল ॥ ১৮৮৬
কালি ৰাতি শুনিবি কৈকেয়ৰাজজীৰ।
ৰাম বন গৈলে মই তেজিবোহো জীৱ ॥
তোৰ পুত্ৰ কেনমতে কৰিবেক ৰাজ।
ছৱাল চৰিত্ৰ কিছু নুবুজয় কাজ ॥ ১৮৮৭
মধুফল আশায়ে সেবিলো বৃক্ষমূল।
ফল কালে ভৈল সিয়ো শিমলীৰ তুল ॥
বিবিধ কালত হেন নিকাৰুণ ভৈলে।
মুখৰ গৰাস মোৰ তাকো কাঢ়ি লৈলে ॥ ১৮৮৮
এৱেসে জানিলো তোক যেনে পতিব্ৰতা।
মোহোৰ ৰুধিৰ পান কৰিতে শকতা ॥
জন্মে জন্মে হোৱে যেন তোৰ সদ্গতি।
ৰাজ্যলোভে বধ কৈলে মই হেন পতি ॥ ১৮৮৯
কীৰ্ত্তি কৰ্ম্ম ধৰ্ম্ম মানে সবে পৰিহৰি।
অনাথ কৰিলি তই অযোধ্যা নগৰী ॥
হায় প্ৰিয় পুত্ৰ মই পৰিহৰো কিক।
স্ত্ৰীৰ অধীন মোক আছো ধিক ধিক ॥ ১৮৯০
প্ৰতিপাল কৰে মোক সুভাষিত ৰাম।
তিনিয়ো ত্ৰৈলোক্যে যাক নাহিকে উপাম ॥
হা বিধি মই আৱে কৰিলোহো কিস।
পাপিষ্ঠীয়ে ঢালিলন্ত অমৃতত বিষ ॥ ১৮৯১
~~ৰামত~~ নিষ্ঠুৰ মই ভৈলো স্ত্ৰীৰ বশ।
ৰামক বনক পঠাই পাইলো অপযশ ॥
কিনো অধোগামী তই পাপিষ্ঠী দাৰুণী।
বিহতা স্বামীত কেনে ভৈলি নিকাৰুণী ॥ ১৮৯২
বিলাপ কৰন্তে যেৱে আছে মহাৰথ।
হাতযোৰে সুমন্ত্ৰ আগত উপগত ॥
শ্ৰীৰাম লক্ষ্মণ সীতা দুৱাৰত থিত।
বনে যাইতে আসিলন্ত চৰণ দেখিত ॥ ১৮৯৩
কান্দি ৰাজা সুমন্ত্ৰক বুলিলন্ত বাণী।
মহাদই সমস্তক মিলায়োক আনি ॥
পৰিছেদা দেখন্তোক ৰাম পুত্ৰমুখ।
ৰাম বনে গৈলে অন্তৰ্গতে পাইব দুখ ॥ ১৮৯৪
ৰাজাৰ আদেশে মন্ত্ৰী গৈলা অভ্যন্তৰে।
নিৰন্তৰে নাৰীগণ মিলাইলা সত্বৰে ॥
বসিলা ৰাজাক বেঢ়ি ৰমণীসকলে।
চন্দ্ৰক বেঢ়িয়া যেন তাৰাগণ জ্বলে ॥ ১৮৯৫
দেৱতা ভূষিত যত সুন্দৰী সমাজ।
অপেস্বৰা বেঢ়িলে যেহেন দেৱৰাজ ॥
সুমন্ত্ৰয়ো নৃপতিৰ বচন প্ৰমাণি।
ৰাম সীতা লক্ষ্মণক ভেটাইলন্ত আনি ॥ ১৮৯৬
বাপক দেখিলা হেম সিংহাসন থিত।
উদয় গিৰিত যেন জ্বলন্ত আদিত্য ॥
কৈকেয়ী কৌশল্যা দুয়ো আছন্ত দুভিতি।
কাশ্যপক বেঢ়ি যেন দিতি যে অদিতি ॥ ১৮৯৭
দশৰথ আছে কন্যাগণৰ মাজত।
হস্তিনীগণৰ মাজে যেন ঐৰাৱত ॥
ৰামক দেখিয়া ৰাজা চালিলন্ত গাৱ।
সাবটি ধৰিতে লাগি বঢ়াইলন্ত পাৱ ॥ ১৮৯৮
শোকে শিহৰিল গাৱ নপাইলন্ত উলি।
ঢলিয়া পৰন্তে ৰামে ধৰিলন্ত তুলি ॥
শ্ৰীৰাম লক্ষ্মণে নিয়া থাপিলা আসনে।
তিনিহন্তে কান্দিলা বিষাদ কৰি মনে ॥ ১৮৯৯
বিচিলন্ত অনেক চামৰ ধৰি হাতে।
সুশীতল জল আনি ঢালিলন্ত মাথে ॥
কৌশল্যাক প্ৰমুখ্যে ৰামৰ শত মাৱ।
হা প্ৰাণ প্ৰভু বুলি তেজিলন্ত ৰাৱ ॥ ১৯০০
হৰি হৰি বিধি কত কৰিলে সঙ্গতি।
দশৰথ নৃপতিৰ হেনসে বিপতি ॥
সুখৰ ভিতৰে কেনে মিলিল অপায়।
বন্ধুছেদ কৰি ৰামে বনবাসে যায় ॥ ১৯০১
কহি যাইবে সীতা আই সৰ্ব্বাঙ্গ সুন্দৰী।
কৈক যাহা লখাই বাপ দেশ পৰিহৰি ॥
বিনাশ মিলিল আসি অযোধ্যা নগৰী।
কৈক যাইবে ৰামাই মোক অনাথিতি কৰি ॥ ’২

কতো বেলি নৃপতিৰ আসিলেক জীৱ।
কৰযোৰে শ্ৰীৰাম আগত ভৈল থিয় ॥
তথু সত্য পালিয়া চলিবো বনমাজ।
শুভ দৃষ্টি চাহি আজ্ঞা দিয়ো মহাৰাজ ॥ ১৯০৩
লক্ষ্মণ সীতাক মই বুলিলোহো ভাৱ।
গহ কৰি তেজিলন্ত আপোনাৰ ঠাৱ ॥
পালটাইতে নপাৰিলো কৰিবোহো কিস।
তিনিহন্তে চলিলোহো দিয়োক আশীষ ॥ ১৯০৪
জগতৰ নাথে এই বুলি ৰহিলন্ত।
মাথা তুলি পাচে দশৰথে বুলিলন্ত ॥
স্ত্রীজন বড়াই বৰ ভৈলোহো হতাশ।
কৈকেয়ীক বৰ দিয়া চিন্তিলো বিনাশ ॥ ১৯০৫
জন্মে জন্মে মই কৰিলোহো মন্দকৰ্ম্ম।
জ্যেষ্ঠ পুত্ৰ বনে যাই কোন যুগধৰ্ম্ম ॥
অযোগ্য কৰিয়া গলে সত্যপাশে ধৰি।
ৰাজ্যভাৰ লৱয় নিগ্ৰহ মোক কৰি ॥ ১৯০৬
দশৰথে বোলে শুনা হৃদয়নন্দন।
এৰি যাইবে মোহোক বিকল কৰে মন ॥
তুমি এৰি গৈলে মোৰ নাহিকে জীৱন।
দুখ ভাগ লৈবো মোক লৈয়া চল বন ॥ ১৯০৭
প্ৰদক্ষিণ কৰি ৰামে বুলিলন্ত বাণী।
আমাৰ জীৱন যেন পদ্মপত্ৰ পানী ॥
পিতৃদেৱ তোমাৰ সত্যক ৰক্ষা কৰি।
নিশ্চয়ে চলিবো বন ৰাজ্য পৰিহৰি ॥ ১৯০৮
ধৰ্ম্মপথ ৰাখো মোত তেজিয়োক স্নেহ।
সত্যক পালন কৰো দৃঢ় কৰা দেহ ॥
পুত্ৰ সঙ্গে ৰাজাৰ যাইবাক নোহে যোগ।
বন্ধুজন পালি কৰিয়োক ৰাজ্য ভোগ ॥ ১৯০৯
দশৰথে বোলে ৰাম কুলৰ নন্দন।
মাৱক বাপক বোলা আশ্বাস বচন ॥
মাৱৰ বাপৰ পুত্ৰ সৰ্ব্বকালে ছোট।
মাজ কৰি গলে বান্ধি থাকো ৰাতিগোট ॥ ১৯১০
ৰাজায়ে বোলন্ত ৰাম বুলিলোহো চিত।
এক বোল বোলোতাক দেখিয়োক হিত ॥
আজি থাকি অনুগ্ৰহ কৰিয়ো আমাত।
পৰিচ্ছেদা একে থানে ভুঞ্জো আজি ভাত ॥'১১
ৰাঘৱে বোলন্ত বাপ শুনিয়ো আপোনে।
আজি দুয়ো ভাত খাইবো কালি খাইবো কোনে ॥
মোহোৰ বাসনা এৰি পালিয়ো শপত।
অবিলম্বে ৰাজ্যে আ।ন থাপিয়ো ভৰত ॥ ১৯১২
মোহোৰ নিমিত্তে কিক শোকক জ্বলয়।
গম্ভীৰ সাগৰ কদাচিতো নটলয় ॥
নিশ্বাস কাঢ়িয়া ৰাজা মাথা তুলি চাইলা।
সুমন্ত্ৰ আগতে আছে তাঙ্ক ভেট পাইলা ॥ ১৯১৩
বোলোহো সুমন্ত্ৰ শুন বচন আমাৰ।
চতুৰঙ্গ দল মোৰ সত্বৰে হাঙ্কাৰ ॥
শ্ৰীৰামৰ লগতে চলোক সেৱা কৰি।
ভৰতে আসিয়া লৌক ই শূন্য নগৰী ॥ ১৯১৪
প্ৰথম যৌৱন যত বিবিধ সুন্দৰী।
ৰাঘৱৰ লগতে চলায়ো জাণ্ট কৰি ॥
ভাণ্ডাৰ বেহাৰ ধন জন যত দেশ।
ৰামৰ তুলত হৌক বনত প্ৰবেশ ॥ ১৯১৫
পাত্ৰ মন্ত্ৰী সকল যতেক বীৰ সাৰ।
একো একো বীৰে বাসৱকো দেই ধাৰ ॥
ৰামৰ তুলত গৈয়া বৈসায়ো নগৰা।
কৈকেয়ীক ৰাজ্য ইটো দেও শূন্য কৰি ॥ ১৯১৬
শুনি কৈকেয়ীৰ মুখ জিহ্বা শুকাই গৈল।
ক্ৰোধে নৃপতিক বাক্য বুলিবাক লৈল ॥
সাৰভাগ কাঢ়ি লৈলা পাইলো সত্য বোল।
ঘৃত কাঢ়ি লৈলা মই কি কৰিবো ঘোল ॥ ১৯১৭
ৰাজাৰ চৰিত্ৰ দেখি ভৰতৰ মাৱ।
চমৎকাৰ জ্বলিল কাম্পয় হাত পাৱ ॥
বিবৰ্ণ বদন ভৈল নিশ্ৰীক কুচান্দ।
অমৃত পানক যেন ৰাহুগ্ৰস্ত চান্দ ॥ ১৯১৮
তোমাৰ উপৰি বংশ সগৰ আছিল।
শুনি আছো তেহো শ্ৰেষ্ঠ পুত্ৰক ত্যাগিল ॥
সেহিমতে ৰামক কৰিয়ো পৰিহাৰ।
তাঙ্ক যোগ্য নুহিকে অযোধ্যা ৰাজ্যভাৰ ॥ ১৯১৯

ধিক তোক পাপিষ্ঠী বুলিলা মহাৰায়।
লাজে শোকে থাকিলা ভূমিক লাগি চাই ॥
হেন দেখি বুলিলন্ত বৃদ্ধ মহাপাত্ৰ।
নামত সিদ্ধাৰ্থ তেহো চিৰকাল পাত্ৰ ॥ ১৯২০
আছিলা অসমঞ্জ শঙ্কটবৰ থলে।
শিশু মাৰি পেলাৱয় সৰযূৰ জলে ॥
শোকে বিনাৱয় প্ৰজা নৃপতিত কাজ।
সিকাৰণে তেজিলা সগৰ মহাৰাজ ॥ ১৯২১
গুণৰ সাগৰ ৰাম সৰ্ব্বজন হিত।
দেৱ দ্বিজ ভক্ত পিতৃ মাতৃত বিনীত ॥
জলমল কুমুদ প্ৰকাশ শশধৰ।
কোন দোষে শ্ৰীৰামক গুচাইবে ৰাজ্যৰ ॥ ১৯২২
বাৰে বাৰে বোল তই ৰামক গুচিত।
মই জানো তোক যেনে কৰিবে উচিত ॥
সবৰাজে সাজিয়া ৰামৰ পাশে যাউক।
কুকুৰ শৃগালে তোক লাৰি চাৰি খাউক ॥ '২৩
ৰাজাৰ কুমাৰী ৰূপে আইলি ৰাক্ষসিনী।
দশৰথ হেন স্বামী নৈলি নিদাৰুণী ॥
পৰম পাপিনী দেখিবাক নোহ যোগ।
অচিকিৎস্য ব্যাধি ভৈলে যেন গৰ্ভৰোগ ॥ ১৯২৪
নৃপতি বোলন্ত শুন হাওৰে পাপিষ্ঠী।
তোক দেখি পৰে যেন নৰকত দৃষ্টি ॥
ৰাজভোগ তেজি মই ভৈলোহো নিৰাশ।
সুখে থাক ৰাম সঙ্গে চলো বনবাস ॥ ১৯২৫
ৰাঘৱে বোলন্ত পিতৃ চিত্ত কৰা থিৰ।
বনবাস যোগ মোক দিয়ো আনি চীৰ ॥
পুত্ৰৰ লগত বন যাইতে নোহে যোগ।
বন্ধুজন পালিয়ো কৰিয়ো ৰাজ্যভোগ ॥ ১৯২৬

শ্ৰীৰাম আদিৰ বাকলি বস্ত্ৰ পৰিধান আৰু সকলোৰে প্ৰতি আশ্বাসবাক্য প্ৰদান

শুনিয়া কৈকেয়ী আতি মহবিষ মনে।
তিনিকো বাকলি বস্ত্ৰ দিলা তেতিক্ষণে ॥
লাজ এৰি বোলয় নিষ্ঠুৰ মন কৰি।
চীৰ পিন্ধি চল জাণ্টে দেশ পৰিহৰি ॥ ১৯২৭
ভৰতে আসিয়া লৈাক এহি দণ্ডপাট।
চৈধ্যয় বৰিষ লাগি বনবাস খাট ॥
দেৱাঙ্গ বস্ত্ৰক তেজিলন্ত তেতিক্ষণে।
পিন্ধিলা বাকলি বস্ত্ৰ শ্ৰীৰাম লক্ষ্মণে ॥ ১৯২৮
সীতাদেৱী নৈলন্ত গলত চীৰবাস।
মৃগী যেন দেখিয় গলত নৈল পাশ ॥
লাজে নমাইলন্ত মাথ জনকৰ জীৱ।
স্বামীৰ পাশত ধীৰে ধীৰে ভৈলা থিয় ॥ ১৯২৯
শুনিয়োক প্ৰভু ৰাম মোৰ নিজপতি।
কেনমতে চীৰ পিন্ধো কহিয়ো সম্প্ৰতি ॥
হেন বুলি চীৰ নেত্ৰ উপৰে ধৰিল।
মহাদই লোকে দেখি ক্ৰন্দন কৰিল ॥ ১৯৩০
হা বিধি বুলি ৰোল উথলিল জাৰি।
সীতা গোসানীক লাগি নাহি পাট শাৰী ॥
ৰাজা বোলে পাপিষ্ঠী অখ্যাতি বৰ থৈলে।
একে ৰামে বনে যাইতে বৰ মাগি লৈলে ॥ '৩১
কিনো নিদাৰুণী তোৰ পাপৰ শৰীৰ।
লক্ষ্মণ সীতাক কেনে পিন্ধাৱস চীৰ ॥
ৰাঘৱে বোলন্ত বাপ তযু পাৱে ধৰো।
একুতীৰ পুত্ৰ মই আইক পৰিহৰো ॥ ১৯৩২
মোহোৰ বিয়োগে আইৰ জীৱন সংশয়।
হেন কাজ কৰা যেন তান প্ৰাণ ৰয় ॥
পৰিলা কৌশল্যা মাৱ শোকৰ সাগৰে।
ইহাৰ শৰীৰ ৰক্ষা কৰা নিৰন্তৰে ॥ ১৯৩৩
হেন শুনি নৃপতি বিহ্বল আতি ভৈলা।
ভূমিত পৰিয়া তেতিক্ষণে মূৰ্চ্ছা গৈলা ॥
কতোক্ষণে চেতন লভিয়া মহাৰায়।
কৰিলা আদেশ ৰাজা সুমন্ত্ৰক চাই ॥ ১৯৩৪
মোৰ ৰথখান আন শীঘ্ৰে ঘোড়া সাজি।
ৰামে বনে যাহন্তে সাৰথি হুয়ো আজি ॥
ৰাজাৰ আদেশ মন্ত্ৰী মাথে তুলি লৈয়া।
সব সাজে ৰথ সাজি আনিলন্ত গৈয়া ॥ ১৯৩৫

ভণ্ডাৰীক নৃপতিয়ে কৰিলা হাঙ্কাৰ।
সীতাক দিয়োক ৰাজযোগ্য অলঙ্কাৰ ॥
ৰাজাৰ বচন মন্ত্ৰী শিৰোগতে লৈয়া।
তেখনে আনিলা দিব্য অলঙ্কাৰ গৈয়া ॥ ১৯৩৬
নৃপতি বোলন্ত কুল বোহাৰী আমাৰ।
পৰিচ্ছেদা দেখো পিন্ধিয়োক অলঙ্কাৰ ॥
তেতিক্ষণে সীতা বল্কলক তেজিলন্ত।
সুনিৰ্ম্মল বস্ত্ৰ পৰিধান কৰিলন্ত ॥ ১৯৩৭
শাশু পাঞ্চশতে পিন্ধাইলন্ত অলঙ্কাৰ।
মুকুট কুণ্ডল গ্ৰীৱে সাতেসৰি হাৰ ॥
নূপুৰ পাগৰি আনো অলঙ্কাৰ যত।
থানে থানে প্ৰতি প্ৰতি পিন্ধাইলা সমস্ত ॥ ১৯৩৮
কঙ্কণ কুণ্ডল ৰত্নাঙ্গুলি আৰো কাঞ্চি।
সমস্ত শৰীৰ অলঙ্কাৰে নিলা খাঞ্চি ॥
মঙ্গল কৰিলা ভালে জনকৰ জীৱে।
গাৱ চালি কৌশল্যায়ো ধৰিলন্ত গ্ৰীৱে ॥ ১৯৩৯
মাৱে জীৱে যেন ধৰিলন্ত গলে গলে।
লোহো মলচিলা সীতা বস্ত্ৰৰ আঞ্চলে ॥
মাথাত চুম্বন দিয়া ৰামৰ জননী।
বোলন্ত শুনিয়ো মাৱ জনকনন্দিনী ॥ ১৯৪০
নিৰ্গুণ সুস্বামী তোৰ দুৰ্গতি পতিত।
আৰ মান নসাধিয়া কৰিবাহা হিত ॥
সীতায়ে বোলন্ত মাৱ তেজা চিন্তা শোক।
ইতৰ নাৰীৰ সম নেদেখিবা মোক ॥ ১৯৪১
সুস্বামী থাকন্তে শোভে সবে অলঙ্কাৰ।
স্বামীহীন হৈলে হোৱে সবে ছাৰখাৰ ॥
পৰিমিত ধন মাত্ৰ দেন্ত বাপ ভাই।
পুত্ৰত থাকিলে ধন হাতেতো নাপাই ॥ ১৯৪২
স্বামীৰ ধনক সুখভোগে কৰে দান।
কোন নাৰী কৰয় স্বামীক অপমান ॥
কোকিল শোভন হোৱে সুশোভন ৰাৱে।
নাৰীগণ শোভে পতিব্ৰতা ধৰ্ম্মভাৱে ॥ ১৯৪৩
পুৰুষ শোভন গুণ সদবিদ্যা ভাৱে।
তাপস শোভন হোৱে ক্ষমা অলঙ্কাৰে ॥

শুনিয়ো গোসানী বোলো সীতা পৰবাসু।
জন্মে জন্মে ৰাম স্বামী তুমি হৈবা শাশু ॥ ১৯৪৪
কৌশল্যা শুনিলা হেন বচন কুশল।
হৰিষ বিষাদে পৰে নয়নৰ জল ॥
ৰামৰ গলত ধৰি বুলিলা বিশেষ।
সীতাক ৰাখিবা যত্নে দিলা উপদেশ ॥ ১৯৪৫
সুকুমাৰ বাপ মোৰ লক্ষ্মণ কুমাৰ।
তাহাঙ্কো দেখিবা যেন নিজ কলেৱৰ ॥
ৰাঘৱে বোলন্ত মাৱ তেজিয়োক চিন্তা।
লক্ষ্মণ ডাহিন বাহু ছায়া মোৰ সীতা ॥ ১৯৪৬
আক্ষ পৰাভৱে পশে হৰত শৰণে।
পাতি মলছিল তাৰ সমৰ কৰণে ॥
মোৰ লগে শোভন লক্ষ্মণ বীৰবৰ।
ৰবিতলে নাহিকে আমাক সমসৰ ॥ ১০৪৭
একে আৰো অগ্নি মই লক্ষ্মণ পৱন।
ৰিপু অৰণ্যক কৰিবোহো পুৰি ছন ॥
কৌশল্যা মুঠিক ধৰি হানিলন্ত হিয়ে।
চাপিয়া ধৰিলা গৈয়া লক্ষ্মণৰ গ্ৰীৱে ॥ ১৯৪৮
শুন শুন বাপু মোৰ লক্ষ্মণ কুমাৰ।
সীতাক ৰাখিবা ভালে বনৰ ভিতৰ ॥
লক্ষ্মণে বুলিলা বাণী যোৰহাত কৰি।
চিন্তা তেজিয়োক শোক মন্যু পৰিহৰি ॥ ১৯৪৯
সীতাৰ নিমিত্তে মাৱ নকৰিবা ভয়।
ধনু ধৰি ৰাখিবোহো লক্ষ্মণ দুৰ্জ্জয় ॥
অশ্বিনীকুমাৰো মোক নুহিৱন্ত সম।
হাতে ধনুশৰ ধৰি জিনিবোহো যম ॥ ১৯৫০
কাল বিকালক জিনি কীৰ্ত্তি বৰ থৈবো।
মহেশৰ হাতৰ ত্ৰিশূল কাঢ়ি লৈবো ॥
একেশ্বৰে জিনিবো সকলে দেৱাসুৰ।
মুঠিতে কৰিবো বাসৱৰ বজ্ৰ চুৰ ॥ ১৯৫১
হাতে ধৰি ছিণ্ডিবোহো বৰুণৰ পাশ।
গদা ভাঙ্গি কুবেৰক কৰিবো উদাস ॥
শ্ৰীৰামে বোলন্ত মাৱ তেজিয়োক তাপ।
আশ্বাসিয়ো ভালে মোৰ দশৰথ বাপ ॥ ১৯৫২

ভক্তিভাৱে তুষিয়ো শঙ্কৰ দেৱ হৰি।
সত্বৰে আসিবো মই বনবাস তৰি॥
সুবিনয় সুৰূপ পুত্ৰৰ শুনি বোল।
স্ত্ৰীসব মাজে ভৈল ক্ৰন্দনৰ ৰোল॥ ১৯৫৩
ক্ৰৌঞ্চ সমূহে যেন নাদয় আকাশে।
ক্ৰন্দনৰ উৰ্ম্মি দশৰথৰ আবাসে॥
ৰাম সীতা লক্ষ্মণ ৰাজাক নমিলন্ত।
পুনু পুনু পাৱে ধৰি ধূলিক লৈলন্ত॥ ১৯৫৪
বন্দিলন্ত পাচত কৌশল্যা দেবী মাৱ।
অনন্তৰে নমিলন্ত সুমিত্ৰাৰ পাৱ॥
চৰণ বন্দিলা লখাই বিনয় স্বভাৱে।
বসাইলন্ত কোলাত সুমিত্ৰা নিজ মাৱে॥ ১৯৫৫
সাফল জীৱন মোৰ কল্যাণ সাধিলো।
কত জন্ম পুণ্যে মই হেন পুত্ৰ পাইলো॥
উদ্ধাৰিলি বংশক সাফল উতপতি।
জ্যেষ্ঠ ভাইত ভৈল তোৰ ইমত ভকতি॥ ১৯৫৬
সীতা তোৰ মই সম ৰাম দশৰথ।
অবিৰোধে চল বাপ কল্যাণৰ পথ॥
শুনা ৰামায়ণ মন সাৱধান কৰি।
ভকতিক ইচ্ছা যাৰ ডাকি বোলা হৰি॥ ১৯৫৭

——

শ্ৰীৰামচন্দ্ৰ আদিৰ বনগমন

**দুলড়ী**

অনন্তৰে ৰাম সীতা একে ৰথে
চড়িলন্ত ৰঙ্গে গই।
পাচত লক্ষ্মণ চড়িলা হৰিষে
হাতে ধনুশৰ লই॥
চৈধ্য বৰিষক লাগিয়া সীতাৰ
বস্ত্ৰ অলঙ্কাৰ লৈয়া।
পেটাৰিত ভৰি লৈয়া ঝাণ্ট কৰি
সুমন্ত্ৰ চড়িলা গৈয়া॥ ১৯৫৮
সমস্তে প্ৰজাৰ তিনি ৰত্নসাৰ
চড়িলা থান তেজিয়া।
ওৱাৰি জনৰ গাৱত সাক্ষাতে
অগনি কুণ্ড জ্বালিয়া॥
সিংহ দুৱাৰক এৰি অনন্তৰে
পাইলা গৈয়া ৰাজপথ।
শোকে দুখে মৰ্ম্মে পৰিজন সমে
পাচে যান্ত দশৰথ॥ ১৯৫৯
উচ্ছল প্ৰচ্ছল ভৈলা তল বল
অযোধ্যা যত নগৰী।
ৰাম সঙ্গে যাই আগ পাচ চাই
পলাই যত দেশান্তৰী॥
যোগীৰ কান্ধত কানি জুলি যত
হাতে দোৱাদশ কাথি।
লৰৰন্তে লৰ- ৰন্তে পাচে চান্তে
হিয়া মানে গৈল ফাটি॥ ১৯৬০
পাইলেক ভাগৰ বোকণ্ডা কাখৰ
সবে পৰি গৈল খসি।
মুখে শিৰ শিৰ সুমৰন্তে আতি
পলাইলা যত তপসী॥
আস বুলি যোগী আচাৰি পেলাইলে
পূজাৰ দেৱতা মান।
পূজিবাক লাগি পাচে পাইবো দেৱ
থাকয় যেৱে পৰাণ॥ ১৯৬১
ৰামৰ পাচত পঞ্চাশ ছাপন
কোটি যায় কোণ্ডকৰ।
তাৰ সীমা সংখ্যা নাহিকে যতেক
চলি যায় ধনুৰ্দ্ধৰ॥
বাৰু খাণ্ডাধৰ যতেক যুজাৰ
আদি অন্ত নাহি তাৰ।
একো একো বীৰে সাগৰ পৰ্য্যন্তে
যুজিবাক দেই ধাৰ॥ ১৯৬২
পুত্ৰক কান্ধত ধৰিয়া পাচত
চলিলা ব্ৰাহ্মণ মানে।
নট ভাট আদি কিঙ্কৰ লৰিল
আছিল যতেক মানে॥

সূৰ্য্য দেৱতায়ো যাৰ ৰূপ দেখি
চলিয়া নযান্ত ৰথে।
হেনয় সুন্দৰী সকলে কান্দয়
পৰি পৰি চতুষ্পথে ॥ ১৯৬৩
নয়ন কটাক্ষ কৰি ৰামদেৱে
পাচক লাগিয়া চাইলা।
ভূমিপাৱে চলি আছয় কান্দন্তে
নৃপতিক ভেট পাইলা ॥
হাঁ বাপ ৰাম লক্ষ্মণ জানকী
এৰি মোক কৈক যাহা।
ইজন্মক লাগি দেখো পৰিছেদা
মাথা তুলি মোক চাহা ॥ ১৯৬৪
বাপৰ বচন শুনি ৰামদেৱে
মন আকৰষি আনি।
মক মক কৰি ক্ৰন্দন কৰন্ত
মুখত নাসয় বাণী ॥
সুমন্ত্ৰ মন্ত্ৰীক বুলিলন্ত ৰামে
শীঘ্ৰে ৰথখান ডাক।
শুনৰে সুমন্ত্ৰ নডাকিবি ৰথ
দশৰথে দেন্ত হাক ॥ ১৯৬৫
নযা থাক থাক ডাক ডাক ডাক
উথলিল দুই ৰোল।
সুমন্ত্ৰ মন্ত্ৰীৰ মন দোধা ভৈল
কৰয় চিত্ত আন্দোল ॥
খৰতৰ কৰি ৰাঘৱে বোলন্ত
মন্ত্ৰী আৰ কিবা চাহা।
বাপৰ বচন নুশুনিলা ভাৱে
ৰথখান ঝাণ্টে বাহা ॥ ১৯৬৬
শুনিয়া সুমন্ত্ৰ মন্ত্ৰীয়ে ৰাজাক
চাই কৰি হাতযোৰ।
আতি শীঘ্ৰ বেগ কৰিয়া ৰথৰ
ডাকিলন্ত চাৰি ঘোড় ॥
মন পৱনৰ বেগে চলে ৰথ
ধৰি অৰণ্যৰ পথ।
ক্ষণেকতে সবে পাচ কৰিলন্ত
নগৰৰ লোক যত ॥ ১৯৬৭
সবাকে তেজিয়া শীঘ্ৰবেগে আতি
চড়িয়া গৈলন্ত ৰথে।
হিয়া ধাকুৰিয়া পৰি বাহুৰিয়া
নাৰীগণ কান্দে পথে ॥
ৰাজা দশৰথ কান্দন্ত পথত
চলি যান্ত ভূমিপাৱে।
মহাদই যত কান্দন্তে চলন্ত
ৰাম বুলি দীৰ্ঘৰাৱে ॥ ১৯৬৮
বশিষ্ঠ প্ৰমুখ্যে কৰিয়া যতেক
আছন্ত গুৰু ব্ৰাহ্মণ।
ৰাজাক সন্মুখি মধুৰ বচন
বুলিলন্ত তেতিক্ষণ ॥
ৰামৰ পুনৰা- গমনে তোমাৰ
আছে যেৱে অভিপ্ৰায়।
বহুদূৰ তাঙ্ক আগ বঢ়াইবাক
এতিক্ষণ নুযুৱাই ॥ ১৯৬৯
শুনিয়ো নৃপতি আপুনি চিন্তিলা
আপোনাৰ সৰ্ব্বনাশ।
আগে সত্য কৰি বৰ দুই দিয়া
কৈকেয়ীক দিলা আশ ॥
বশিষ্ঠে দেখন্ত ৰাজা দশৰথ
মত্ত গজ যেন আছে।
যুগুত বচন অঙ্কুশে তাহাঙ্ক
পালটাইলা গুৰু পাচে ॥ ১৯৭০
গুৰুৰ যুগুত বচন শুনিয়া
ৰহিলা তথা নৰেশ।
ৰামৰ ভিতিক চাহিয়া নৃপতি
নকৰে চক্ষু নিমেষ ॥
কাঢ়ন্ত নিশ্বাস ভৈলন্ত নৈৰাশ
পুনু পুত্ৰ দৰশনে।
মৰ্ম্মে পোৰে হিয়া ভূমিত পৰিয়া
মুৰ্চ্ছা গৈলা তেতিক্ষণে ॥ ১৯৭১

হাহাকাৰ কৰি ডাহিনে কৌশল্যা
ধৰিলা বিকল ভাৱে।
বামপাশ চাপি ধৰিলন্ত পাচে
ভৰতৰ নিজ মাৱে॥
কতোক্ষণে পাচে ৰাজা দশৰথ
গাৱত চেতন পাইলা।
ক্ৰোধদৃষ্টি আতি কৰিয়া নৃপতি
কৈকেয়ীক লাগি চাইলা॥ ১৯৭২
হাওৰে পাপিষ্ঠী পৰম অনিষ্ঠী
নুচুবি নুচুবি মোক।
গুচ ইথানৰ জীওঁ মানে আৰ
মইতো নচাইবো তোক॥
শুন ছাৰি ওৰে তোৰ বাক্যে যেৱে
ভৰতে লৱয় ৰাজ।
নলৈবো তাহাৰ পিণ্ড জলাঞ্জলি
আদি কৰি যত কাজ॥ ১৯৭৩
দেখিয়া সুন্দৰী তোক বিহা কৰি
নষ্ট ভৈলো মই ছাৰ।
নথাক এথাত তোহোৰ আত্মাত
পৰি যাউক মহামাৰ॥
ধিকাছোক তোক ৰাম হেন পোক
দিলি তই বনবাস।
শুনৰে পাপিষ্ঠী দূৰ যাহা তই
মোক বধিবাক চাস॥ ১৯৭৪
ৰামে তৈত বন ফলক খাইবন্ত
মই ভুঞ্জিবোহো ভাত।
ৰাজ্যভোগ সবে তেজিবো বাসনা
ইটো পুৰী অযোধ্যাত॥
নাই মোৰ সিদ্ধি হৰি হৰি বিধি
কি কৰিলি তই মোক।
মৰিবাৰ কালে পাইলোহো দাৰুণ
প্ৰিয়পুত্ৰ ৰাম শোক॥ ১৯৭৫
কৌশল্যা গোসানী গদ গদ বাণী
বুলিলা বচন হিত।
কেন মতিহীন ভৈলা প্ৰভু এৱে
থিৰ কৰিয়োক চিত॥
নাহি তুল্য যাৰ ত্ৰিভুৱনে আৰ
তুমি মোৰ নিজপতি।
ভাল কাৰ্য্য আৰ নেদেখোহো প্ৰভু
মিলি গৈল বিসঙ্গতি॥ ১৯৭৬
বিষাদে মনত বুলিলন্ত পাচে
অযোধ্যাৰ নিজ নাহা।
মাত নাসে আৰ থানে কৌশল্যাৰ
মোক আৱে লৈয়া যাহা॥
কিছু স্বস্থ মন ৰাজাৰ বচন
মন্ত্ৰীগণে যেৱে পাইলা।
কৌশল্যা দেৱীৰ ঠাৱত ৰাজাক
প্ৰবেশ নিয়া কৰাইলা॥ ১৯৭৭
পটেশ্বৰীসব সহিতে নৃপতি
পশিলা নিজ পুৰত।
ৰামৰ উত্তম ওৱাৰিক ৰাজা
দেখিলা কতো দূৰত॥
মলিন পৰিল গৰুড়ে এৰিল
সৰ্পৰ যেন গহ্বৰ।
কেশৰী দেখিল কুঞ্জৰে তেজিল
যেহেন গিৰি কন্দৰ॥ ১৯৭৮
পাচে শোকে দুখে কৌশল্যা সহিতে
শয্যাত এৰিলা গাৱ।
হা ৰাম বুলি বাহু দুই তুলি
কান্দে দিয়া দীৰ্ঘৰাৱ॥
হৰি হৰি ৰাম মোক শোক দিয়া
এৰি কৈক লাগি গৈলা।
কিনো তোৰ চিত মোহোক বধিত
লাগি উৎপতি ভৈলা॥ ১৯৭৯
পূৰ্ব্বজন্মে হৈবে মই পিতা পুত্ৰে
কৰায়া আছো বিয়োগ।
তাৰ ফলে ঘোৰ মিলিল মোহোৰ
নিদাৰুণ পুত্ৰশোক॥

প্ৰাণেশ্বৰী মোৰ শুনিয়ো কৌশল্যা
গ্ৰীৱত চাপিয়া ধৰ ।
তোহোৰ গৰ্ভত ভৈল উতপতি
ৰাম মোৰ পুত্ৰবৰ ॥ ১৯৮০
আৰ নেদেখিবো গৈল কৈক লাগি
মোহোৰ কুলনন্দন ।
মহা বীৰবৰ শৰীৰ সুন্দৰ
গজৰ যেন গমন ॥
পৰম নিৰ্ম্মল নীল উতপল
সমান শোভে বদন ।
সুৱলি বলিত আজানুলম্বিত
বাহু প্ৰিয় দৰশন ॥ ১৯৮১
আতি সুশোভন শিশু তিনি জন
মোৰ যেৱে বনে গৈল ।
বিধিৰ বিঘাতে আমি হেন নাথে
পুত্ৰ অনাথিতি ভৈল ॥
কোমল তুলিত নেত কামলিত
শুতি উতপাত কৰে ।
তৃণৰ শয্যাত শুতিয়া সাক্ষাৎ
এৱে কেনে প্ৰাণ ধৰে ॥ ১৯৮২
অল্প বয়সৰ সুখীয়া কুমাৰ
ৰাজাৰ ভোগ উচিত ।
তেজি গৃহসুখ বনবাস দুখ
ভুঞ্জিবেক নিতে নিত ॥
শৰীৰক ছানি পুত্ৰ শোক বহ্নি
দহে দুইকো নিৰন্তৰ ।
শোকে সৰ্ব্বক্ষণে ৰবিৰ কিৰণে
যেন শোষে সৰোবৰ ॥ ১৯৮৩
নিদ্ৰাক নপাইলা বিষাদে থাকিলা
ৰাজা আৰু পটেশ্বৰী ।
ৰামৰ শোকত ভৈল নিশব্দ
অযোধ্যা সিটো নগৰী ॥
শুনিয়োক লোক সংক্ষেপে আছোক
ইটো কথা এহিমানে ।
মহালাভ জানি ৰামৰ কাহিনী
শুনিয়োক বিদ্যমানে ॥ ১৯৮৪
ঘোৰ কলিকাল নাহি আত ভাল
ৰামত বিনে ভকতি ।
জীৱা কতকাল তেজি আলজাল
ৰামপাৱে দিয়া মতি ॥
পৰম অথিৰ মনুষ্য শৰীৰ
পৰে কেতিক্ষণ জানি ।
জন্মৰ সাফল হৌক লোক ডাকি
বোলা ৰাম ৰাম বাণী ॥ ১৯৮৫

---

প্ৰজাসকলৰপ্ৰতি শ্ৰীৰামৰ প্ৰবোধ বাক্য

পদ

অযোধ্যা তেজিয়া ৰাম গৈলা যেতিক্ষণ ।
নগৰীয়া লোক নথাকিল একোজন ॥
নিজ প্ৰাণ তিনি জন বনে চলি যায় ।
মৃতক শৰীৰে থাকিবোহো কাক চাই ॥ ১৯৮৬
এহি বুলি প্ৰজা ৰাঘৱৰ লাগ লৈলা ।
যাইবে কতো নপাৰি পথতে পৰি ৰৈলা ॥
ৰাঘৱে বোলন্ত শুনা অযোধ্যাৰ জন ।
যদি দায়া থাকে মোৰ কৰিয়ো বচন ॥ ১৯৮৭
মোহোৰ বাসনা এৰি অযোধ্যাক যাহা ।
ভৰতক ৰাজা পাতি ধৰ্ম্মপথ চাহা ॥
মোহোৰ শোকতে দগ্ধ ৰাজা দশৰথ ।
তাঙ্ক যেৱে আশ্বাসিয়ো মোৰ হিতপথ ॥ ১৯৮৮
প্ৰজা বোলে ৰাম প্ৰভু ধৰ্ম্ম চাহিয়োক ।
বাহুৰায়া মন অযোধ্যাক চলিয়োক ॥
নোহে আমি তেজিলোহো পুত্ৰ পৰিবাৰ ।
তোমাৰ তুলত বন কৰিলোহো সাৰ ॥ ১৯৮৯
কৈকেয়ীৰ বচনক দৃঢ় মনে ধৰি ।
কোথা চলি যাহা আমাসাক পৰিহৰি ॥
ৰাগ ৰোষ সকলো আমাত ক্ষমা কৰি ।
প্ৰতিপাল কৰিয়োক অযোধ্যা নগৰী ॥ ১৯৯০

পিঠি দিয়া প্ৰজাক নিৰ্দ্দয় ৰাম বীৰ।
শীঘ্ৰবেগে পাইলেক তমসা নদীতীৰ ॥
ৰাঘৱে বোলন্ত শুনা লক্ষ্মণ বিনীত।
প্ৰথম প্ৰবাসে আমি ভৈলো উপস্থিত ॥ ১৯৯১
অসুখ নকৰা বাপু মন্যু পৰিহৰি।
ৰাত্ৰিগোট বঞ্চিয়ো প্ৰজাক ৰক্ষা কৰি ॥
কেনমতে ফলমূল ভুঞ্জিবোহো আজি।
ঝাণ্ট কৰি তৃণশয্যা দিয়ো মোক সাজি ॥ ১৯৯২
ৰামৰ বচন শুনি লখাই মহাবীৰে।
তৃণশয্যা নিৰ্ম্মিলা তমসা নদীতীৰে ॥
ৰাম সীতা পাচে তথা শয়ন কৰিলা।
নিদ্ৰা গৈলা দুয়ো দুখ শোক পাসৰিলা ॥ ১৯৯৩
চতুৰ্ভিতি বেঢ়ি শুইলা অযোধ্যাৰ লোকে।
নিশ্চেষ্টে গৈলন্ত নিদ্ৰা পীড়িলেক শোকে ॥
ৰামৰ বিবিধ গুণ কথা আতি কহি।
সুমন্ত্ৰ লক্ষ্মণ জাগি থাকিলন্ত বহি ॥ ১৯৯৪
সমধিকে গৈল যেৱে নিশা দুইপৰ।
পাইলন্ত চেতন নিদ্ৰা ভাগিল ৰামৰ ॥
ৰাঘৱে বোলন্ত লখাই প্ৰজাৰ বিপত্তি।
পুত্ৰ দাৰা গৃহ তেজি আমাত ভকতি ॥ ১৯৯৫
দাৰুণ বনত আসি তমসা কূলত।
মোত অনুৰাগে শুইল বৃক্ষৰ মূলত ॥
প্ৰজাক আমাৰ দুখ দিতে নুযুৱাই।
সবাহাঙ্কো পৰিহৰো চিন্তাহা উপায় ॥ ১৯৯৬
শুনা বোলো বচন সুমন্ত্ৰ সদভাৱ।
অযোধ্যাক লাগি মোৰ ৰথ বাহুৰাৱ ॥
কতো দূৰ গৈয়া পাচে আন পন্থা ধৰি।
অন্তৰীক্ষ ভাৱে ৰথ আন ঝাণ্ট কৰি ॥ ১৯৯৭
শ্ৰীৰামৰ বচন সুমন্ত্ৰে পৰিমানি।
সেহিমত কৰি ৰথ যোগাইলন্ত আনি ॥
ৰাঘৱে সীতায়ে সেহি ৰথত চৰিয়া।
তমসাৰ পাৰ ভৈলা প্ৰজাক এৰিয়া ॥ ১৯৯৮
পাৰ হুয়া ৰাম যেৱে বহু দূৰ গৈলা।
প্ৰভাতত আদিত্য উদয় আসি ভৈলা ॥

জাগি প্ৰজাসবে বোলে হৰি হৰি বিধি।
খুজি ফুৰে হাতৰ হৰাইল যেন নিধি ॥ ১৯৯৯
অযোধ্যাক গৈল ৰাম দেখি ৰথ চিন।
জানি নিৰন্তৰে প্ৰজা ভৈল শোকহীন ॥
ক্ষমাশীল ৰাম কোপ উপশাম ভৈল।
হেন বুলি প্ৰজাসব অযোধ্যাক গৈল ॥ ২০০০
পাচে প্ৰজা দেখে ৰাম নাহি অযোধ্যাত।
সূৰ্য্য অস্ত গৈলে পদ্ম সঙ্কোচ সাক্ষাত ॥
ভূমিত পৰিয়া প্ৰজা আপোনাৰ ঠাৱে।
পুত্ৰ পৰিবাৰ সমে কান্দে দীৰ্ঘৰাৱে ॥ ২০০১
নাৰীগণে স্বামীক বোলয় অনুত্তৰ।
ৰামগুণ পাসৰিয়া আসি লৈলে ঘৰ ॥
দিনেকৰো গুণ তান সুজিতে নপাৰি।
স্বামীসকলক গালি পাৰে যত নাৰী ॥ ২০০২
স্বামীৰ মাথাত কেহো দেয় মাৰ ঘোৰ।
এৰি আইলি ৰামক টেন্তন যেন চোৰ ॥
এভো হেন কৰহ ৰামৰ পাশে যাহা।
সেৱা কৰি বিনয় ৰামক মনবাহা ॥ ২০০৩
ফল মূল গোটাই আনি ৰামক তুষিব।
তোমাক আমাক ৰাম সীতায়ে পুষিব ॥
স্ত্ৰীমুখ চাইতে আইলি ৰামক তেজিয়া।
পাপী মোক্ষ তেজি মৰে নৰকে মজিয়া ॥ ২০০৪
এহিমতে প্ৰজায়ে ৰামক কৰে মৰ্ম্ম।
তেজিল সমস্তে লোকে যাৰ যেন কৰ্ম্ম ॥
দেৱৰীয়ে দেৱ পূজা কৰিলে বিচ্ছেদ।
ব্ৰাহ্মণসকলে নপঢ়য় আৰো বেদ ॥ ২০০৫
ক্ষত্ৰে এৰিলেক অস্ত্ৰ শস্ত্ৰ কৰ্ম্ম ধৰ্ম্ম।
বৈশ্যে এৰিলেক কৃষি বাণিজ্যৰ কৰ্ম্ম ॥
শূদ্ৰে এৰিলেক সেৱা বিষাদিত লোক।
পুত্ৰে মাতৃ এৰিলে তেজিল মাৱে পোক ॥ '৬
সকলে প্ৰজাৰ ভৈল অসুখ আধৃতি।
ছত্ৰিশ জাতিয়ে তেজিলেক নিজ বৃত্তি ॥
দেশে দেশে প্ৰজাসবে কান্দে মন্যু কৰি।
সকলে নগৰী ছানি শুনি হৰি হৰি ॥ ২০০৭

দশৰথ কৈকেয়ীক প্ৰজা বোলে ধিক।
বিনা দোষে ৰামক পঠাইলা বনে কিক॥
কতো দিনে প্ৰজাসবে খাইলে অন্ন পানী।
শুনিয়ো পথত যেন ৰামৰ কাহিনী॥ ২০০৮

শ্ৰীৰামচন্দ্ৰৰ গুহ ৰাজাৰ লগত সাক্ষাত

উপায় বিশেষে প্ৰজাগণে পৰিহৰি।
অবিলম্বে পাইলা আসি কোশল নগৰী॥
তাকো এৰাই গৈয়া বেদশ্ৰুতি নদী তৰি।
লক্ষ্মণ জানকী সমন্বিতে মন্যু কৰি॥ ২০০৯
গোপকূল পাইলা গৈয়া ঘৃত দধি সাৰ।
শীঘ্ৰেবেগে ভৈলা গৈয়া গোমতীৰ পাৰ॥
ৰথনেমি সন্ধানে পৃথিৱী তল ভেদি।
শীঘ্ৰবেগে তৰিলা সৰযূ মহানদী॥ ২০১০
মন্ত্ৰীক সম্বুধি ৰামে বুলিলা বচনে।
বিষাদ থাকিল মোৰ সৰযূৰ বনে॥
কোন কালে আসি মাৱবাপ ভেট পাইবো।
সৰযূৰ বনে মৃগ মাৰিবাক যাইবো॥ ২০১১
হেনয় বিষাদে যেৱে গৈলা বহু দূৰ।
গোধূলিৰ বেলা পাইলা শৃঙ্গৱেৰ পুৰ॥
দেৱনদী গঙ্গাক দেখিলা গৈয়া তথা।
জগত পৱিত্ৰ কৰি ৰহন্ত সৰ্ব্বথা॥ ২০১২
শত যোজনত থাকি সুমৰণ কৰে।
তেতিক্ষণে দুৰ্ঘোৰ দুস্তৰ পাপ তৰে॥
স্নানত দুষ্কৃত যত গুচয় নিশেষ।
কল্যাণ লভিয়া পায় পুণ্য কথা শেষ॥ ২০১৩
দেখিলে পাতক হৰে এক জনমৰ।
পৰশিলে নষ্ট হোৱে জনম শতৰ॥
স্নানিলাতে সহস্ৰ জনমৰ পাপ নাশ।
স্নান দান জপে হোৱে ব্ৰহ্মৰ প্ৰকাশ॥ ২০১৪
অন্তকালে যিবা জনে গঙ্গাত মজয়।
মুকুতি লভিয়া ঘোৰ সংসাৰ তৰয়॥
চাৰি মুখে ব্ৰহ্মা গুণ বৰ্ণাইতে নপাৰি।
হেন গঙ্গাতীৰ পাইলা ৰাঘৱ মুৰাৰি॥ ২০১৫

বায়ুৰ পৰশে ঢৌ উঠিলন্তে আছে।
ৰাম দৰশনে গঙ্গাদেৱী যেন নাচে॥
ফেনগণ হৈল যেন সচকিত হাস।
জলৰ উল্লোল যেন দেখয় প্ৰকাশ॥ ২০১৬
নিজাৱৰ্ত্ত হাতে গঙ্গা আহ্বান কৰিল।
গঙ্গাক দেখিয়া ৰামে শোক পাসৰিল॥
কুম্ভীৰ কচ্ছপ মৎস্য শিশু ঘৰিয়াল।
নানাবিধ জলজন্তু কৰয় আস্ফাল॥ ২০১৭
হংস সাৰসৰ মধ্যে বক চক্ৰবাক।
জলচৰ পক্ষীগণ লখি জাকে জাক॥
দুখতে হৰিষ কিছু ভৈল গঙ্গাকূলে।
বসিলা ৰথৰ নামি ইঙ্গুদিৰ মূলে॥ ২০১৮
সুমন্ত্ৰ ৰথৰ ঘোৰা কৰিলা উদাস।
জলপান কৰায়া ঘোৰাক দিলা ঘাস॥
শৃঙ্গৱেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ॥ ২০১৯
চাণ্ডালৰ ৰাজা তেহো বাৰ্ত্তা পাচে পাইল।
মুখ্য মুখ্য পাত্ৰ লৈয়া ৰামপাশে আইল॥
দূৰতে ৰামক দেখি নমাইলেক মাথ।
সাষ্টাঙ্গে প্ৰণামি জুৰিলেক যোৰহাত॥ ২০২০
কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ।
ৰামৰ আগত কৰিলেক উপসন॥
আইস আইস গুহ বুলি ৰামে দিলা বাৱ।
সন্নিত চাপিলা গৈয়া বিনয় স্বভাৱ॥ ২০২১
দুই বাহু মেলি ৰামে সাৱটি ধৰিলা।
গ্ৰীৱত ধৰিয়া মাথে চুম্বন কৰিলা॥
কিনো শুভদিন আজি দেখিলোহো তোক।
এৰাইলোহো ক্ষণকতে হৃদয়ৰ শোক॥ ২০২২
কুশল বাৰ্ত্তাক পুছি দিলন্ত সিদ্ধান্ত।
আদি অন্তে কহিলন্ত আপোন বৃত্তান্ত॥
পৰিগ্ৰহ তেজিলোহো তাপসৰ ভাৱ।
অন্ন পান দ্ৰব্য যত ঠাৱক পঠাৱ॥ ২০২৩
বাকলি বসন ফল মূলে মোৰ আশ।
পাইলো তোৰ আদৰ ঘোৰাক দিয়ে ঘাস॥

সন্ধ্যা কৰিলন্ত ৰাম লখাই মহাবীৰে।
তৃণশয্যা নিৰ্ম্মিলা লক্ষ্মণ গঙ্গাতীৰে ॥ ২০২৪
তৃণৰ শয্যাত ৰামে থেলাইন্ত গাৱ।
সীতায়ো চাপিলা গৈয়া সলজ্জিত ভাৱ ॥
সুমন্ত্র লক্ষ্মণ গুহ গঙ্গাৰ কূলত।
তিনি জনে বিষাদিত বৃক্ষৰ মূলত ॥ ২০২৫
গুহৰাজে বোলে লক্ষ্মণৰ মুখ চাই।
তোমাক দিবাক আছে পত্রক বিছাই ॥
ইহাতে শুতিয়ো তুমি মন্যু পৰিহৰি।
সসৈন্যে পহৰা দিবো হাতে ধনু ধৰি ॥ ২০২৬
লক্ষ্মণে বোলন্ত শুনা গুহ মহাবীৰ।
কেনে নিদ্রা যাইবো শোকে দগধ শৰীৰ ॥
কৌশল্যা সুমিত্রা মাৱ বাপ দশৰথ।
চট ফটাই মৰে দুইয়ো দহে অন্তৰ্গত ॥ ২০২৭
যাহাৰ তুলত লবে চতুৰঙ্গ দল।
স্বৰ্গদ্বাৰ ভেদয় সৈন্যৰ কোলাহল ॥
হেন ৰাম সীতা শুতিলন্ত তৰুতল।
নৰহয় প্ৰাণ মন কৰয় বিকল ॥ ২০২৮
যাহাৰ সেৱক হস্তী ঘোড়ে ৰথে চৰি।
আগে পাচে সেৱা কৰি চলে দৰদৰি ॥
তাহান বিপত্তি হেন মিলিল অপায়।
জীৱনতো ধিক মোৰ পৰাণ নযায় ॥ ২০২৯
শুনি গুহ নৃপতিৰ পৰাণ নসহে।
দশৰথ বহ্নি জ্বলি অন্তৰ্গত দহে ॥
তিনিকো পীড়িলে শোক জ্বলিয়া প্ৰচণ্ড।
কান্দন্তে পুহাইল ৰাত্রি উদিত মাৰ্ত্তণ্ড ॥ ২০৩০
ৰাঘৱে বোলন্ত লখাই ঝাণ্টে চাল গাৱ।
পুহাইল ৰজনী কুলি তেজিলেক ৰাৱ ॥
ময়ূৰৰ নাদে শুন পূৰিলেক বন।
ধনু কাণ্ড লৈয়ো ভাই কৰিয়ো গমন ॥ ২০৩১
ৰামৰ বচন শুনি বিনীত লক্ষ্মণে।
তূণ বাণ খড়্গ সাজি লৈলা তেতিক্ষণে ॥
আগত লক্ষ্মণ সীতা পাচে ৰঘুনাথ।
আগবাঢ়ি সুমন্ত্র জুৰিলা যোৰহাত ॥ ২০৩২
লখিলোহো ভূমিপাৱে ধৰিলাহা দিশ।
আজ্ঞা দিয়ো প্ৰভু মই কৰিবোহো কিস ॥
ৰাঘৱে বোলন্ত মন্ত্রী অযোধ্যাক চল।
লোকত জনাইবে মোৰ বাৰ্ত্তাক কুশল ॥ ২০৩৩
হেন শুনি মন্ত্রী ভৈল বিকল স্বভাৱ।
মৰিলোহো বুলিয়া দিলেক দীৰ্ঘৰাৱ ॥
আশেষ কান্দিয়া বোলে চৰণত ধৰি।
দেশক নযাইবো থাকো তযু সেৱা কৰি ॥ '৩৪
শ্ৰীৰামে বোলন্ত মন্ত্রী হেন নোহে যোগ।
তিনি দিন বাপৰ নাহিকে ৰাজ্যভোগ ॥
জীৱন্তে কি দশৰথে তেজিলন্ত মোক।
আশ্বাসিবি ভালে তাঙ্ক যেন পলাই শোক ॥ '৩৫
ৰামৰ চৰিত্র কথা অমৃত পৰম।
সংসাৰ তৰণ ইটো উপায় সুগম ॥
জানিয়া ৰামৰ পাৱে থিৰ কৰি মন।
বোলা ৰাম ৰাম সবে সমাজিক জন ॥ ২০৩৬

---

সুমন্ত্রৰ বিদায়

দুলড়ী

আমাৰ বাপৰ তুমি প্ৰিয়মন্ত্রী
বচন মোৰ শুনহ।
দুখৰ ভাজন বাপৰ আগত
কুশল বাৰ্ত্তাক কহ ॥
জীৱন্তে আছন্ত দুখৰ ভাজনী
কৌশল্যা সুমিত্রা আই।
কৈবা দুইৰো আগে সুখে জীৱে তিনি
স্বাদু বনফল খাই ॥ ২০৩৭
কৈকেয়ী প্ৰমুখ্যে মাৱক প্ৰণামি
জনাইবাহা পাচে মোক।
শ্ৰীৰামে বুলিল ভালে মই আছো
তুমিসব তেজা শোক ॥
বাপৰ চৰণ বন্দিয়া বুলিবি
তোমাত ৰাম ভকত।

আছো বনবাস তযু সত্য পালি
নৰক যাইবে শকত ॥ ২০৩৮
ভৰতক ঝাণ্টে ৰাজ্যে থাপিয়োক
তেজিয়োক সবে শোক।
অবিৰোধে বন তেজিয়া যাইবো
ত্বৰিতে দেখিবা মোক ॥
ভৰতক মোৰ বচন বুলিবি
সুভাষিত মোৰ ভাই।
কৈকেয়ী সদৃশ দেখিবে মোহোৰ
কৌশল্যা সুমিত্রা আই ॥ ২০৩৯
লক্ষ্মণে বোলন্ত বাপক বুলিবি
গুচিল তোমাৰ ছলি।
কৈকেয়ীৰ হিত চিন্তিয়া আমাক
বনক পঠাইলা বুলি ॥
লোক পতিয়ান বিষাদ এৰিয়া
হৰিষে কৈকেয়ীক চাহা।
সাত পুৰুষৰ তোমাৰ গোসানী
কান্ধত কৰি বুলাহা ॥ ২০৪০
তুমি হেন ৰাজা স্ত্রীবশ হৈয়া
বৰ ইটো ধৰ্ম্ম পাইলা।
দেশে দেশে খ্যাতি থাকিল তোমাৰ
ৰামক বনে পঠাইলা ॥
সকলে লোকক অসাৰ দেখিলা
কৈলা কৈকেয়ীক সাৰ।
মৰিবাৰ কালে কামবশ্য হুয়া
ধৰ্ম্ম নষ্ট আপোনাৰ ॥ ২০৪১
লক্ষ্মণক বাধি ৰামে বুলিলন্ত
মন্ত্রী শুনা পৰিমাণ।
লক্ষ্মণৰ বোল ৰাজাক জনাইলে
তেখনে তেজিব প্রাণ ॥
শোক দুখ এৰি কিছু নুবুলিবি
হৰিষে অযোধ্যা যাহা।
আমাৰ কুশল সবে বাৰ্ত্তা কহি
নৃপতিক ভালে চাহা ॥ ২০৪২

গুহ নৃপতিক ৰামে বুলিলন্ত
আঠা আন এতিক্ষণ।
মাথে জটা ধৰি তাপসৰ বেশে
দুভায়ে চলিবো বন ॥
আজ্ঞা শিৰে ধৰি তেতিক্ষণে গুহে
আনি দিল বৰ আঠ।
জটা নিৰ্ম্মি শিৰে দুভায়ে গঙ্গাৰ
পাৰ হৈতে লৈলা বাট ॥ ২০৪৩
গঙ্গাতীৰ চাহি গুহয়ে সুমন্ত্রে
আছয় বিকল ভাৱে।
সীতাৰ হাতত ধৰিলা লক্ষ্মণে
ৰামে চৰিলন্ত নাৱে ॥
ৰাম সীতা লখাই গুহ সুমন্ত্রৰ
নয়নে লোতক বহে।
দুহাঙ্কো সন্মুখি ৰামে চলি গৈলা
শৰীৰে কাৰো নসহে ॥ ২০৪৪
পৰম অমৃত ৰামৰ চৰিত্র
শুনা সমাজিক যত।
অসাৰ সংসাৰ আৰ আশা এৰি
কৰিয়ো ৰতি ৰামত ॥
ৰামৰ ভকতি এহিসে সম্পত্তি
সমস্তে শাস্ত্র সন্মত।
থিৰ মন কৰি বোলা হৰি হৰি
লাগোক জুই পাপত ॥ ২০৪৫

---

শ্রীৰামৰ বনত প্রবেশ আৰু ভৰদ্বাজ মুনিৰ
আশ্রমত আগমন

পদ

মাজ গঙ্গা পাইলা গৈয়া লইয়া নাও বাহি।
হাতযোৰে বোলন্ত গঙ্গাক সীতা চাহি ॥
শুনিয়ো গোসানী তুমি দেৱ নদী গঙ্গে।
আমি যিটো বোলো তাক শুনিয়োক সঙ্গে ॥ '৪৬

প্ৰণামোহো গঙ্গাদেৱী হেৰ যোৰহাত।
দশৰথসুত ৰাম মোৰ প্ৰাণনাথ॥
ৰক্ষা কৰা মাৰ আঙ্ক দুৰ্গতি তৰন্ত।
বনবাস খাটি আসি ৰাজ্যক কৰন্ত॥ ২০৪৭
লক্ষ্মণকো পালিবাহা আমাৰ দেৱৰ।
মোক ৰক্ষা কৰা সবে তৰোহো দুস্তৰ॥
অযোধ্যাক আসিলে কৰিবো বহুমান।
তোমাৰ উদ্দেশে দিবো সহস্ৰ গোদান॥ ২০৪৮
সীতা তুতি কৰন্তে গঙ্গাৰ ভৈলা পাৰ।
প্ৰণামিয়া গঙ্গাক বনত পয়োসাৰ॥
সীতা আগে চলে লখাই ধনুশৰ ধৰি।
পাচত চলন্ত ৰাম দুইকো ৰক্ষা কৰি॥ ২০৪৯
তিনিয়ো অনেক বন বিষম এৰাইলা।
কতোদূৰ গৈয়া বৰ বৃক্ষমূল পাইলা॥
হৰিণকে মাৰিয়া ৰান্ধিয়া তৈতে খাইলা।
বৃক্ষমূলে লক্ষাই পত্ৰশয্যাক বিছাইলা॥ ২০৫০
শ্ৰীৰামে বোলন্ত বাপ শুনিয়ো লখাই।
তোৰ শয্যা কৰ মোৰ সন্নিতে চপাই॥
আজি ভালে জানিবি প্ৰথম পৰবাস।
সুমন্ত্ৰে এৰিল দেখি তেজিলা নিশ্বাস॥ ২০৫১
কতো নিশা যাহন্তে উদিত ভৈল শশী।
লক্ষ্মণক বুলিলা শয্যাতে ৰামে বসি॥
আজি জানো সাফলিলো বাপৰ শপত।
কৈকেয়ী মাৱৰ সিদ্ধি ভৈল মনোৰথ॥ ২০৫২
হৰি হৰি বাপ দশৰথ মহীপাল।
কৈকেয়ী তোমাৰ ভৈলন্ত নিজ কাল॥
ভৰত নৃপতি ভৈলে লখাই বুজি উলি।
মাৰিবে কৈকেয়ী মোৰ বাপ মাৱ পুলি॥ ২০৫৩
এভো তই লখাই দেশক চলি যাহা।
অনাথিতি মাৱক বাপক ভালে চাহা॥
তোক দৰশনে কিছু সন্তাপ তেজিব।
সীতা সমে আমি পিতৃসত্যক পালিবো॥ ২০৫৪
লক্ষ্মণে বোলন্ত শোকে তোমাক বাধয়।
ইসব ক্ৰন্দনে আৰো কিছু নসাধয়॥
পুনু পুনু বোলাহা দেশক লাগি চল।
মই প্ৰাণ তেজিলে পাইবাহা কোন ফল॥ ২০৫৫
লক্ষ্মণৰ বোলে ভৈল শোক উপশাম।
পুহাইল ৰজনী গাৱ চালিলন্ত ৰাম॥
আগ ভৈলা লক্ষ্মণ সীতাক মাজ কৰি।
চলি যান্ত ৰাম বৃক্ষমূল পৰিহৰি॥ ২০৫৬
নদী নদ গহন পৰ্ব্বত মহাদেশ।
সীতাক আপুনি বিনাৱন্ত হৃষীকেশ॥
দেখিয়োক সীতা গঙ্গা যমুনা সঙ্গম।
পাইলোহো প্ৰয়াগ ভৰদ্বাজৰ আশ্ৰম॥ ২০৫৭
ভৰদ্বাজ ঋষিয়ে কৰন্ত হোম যাপ।
ত্ৰিভুৱন দহিতে পাৰন্ত দিয়া শাপ॥
হোমধূম পঙ্কতি দেখিয়ো সীতা আগ।
মুক্তি ক্ষেত্ৰ আসি আমি পাইলোহো প্ৰয়াগ॥'৫৮
গধূলি সময়ে যেৱে আদিত্য নামিলা।
ঋষিৰ দুৱাৰে গৈয়া তিনিয়ো মিলিলা॥
ৰাম আসিবাৰ পাচে ঋষি বাৰ্ত্তা পাইলা।
শিষ্যক পঠাইয়া ঋষি ৰামক অনাইলা॥ ২০৫৯
সবে মুনিগণে ভৰদ্বাজক আৱৰি।
বাঘ ঘোঙ্গ ভালুকে আছয় সেৱা কৰি॥
ভৈল যজ্ঞ সবে মুনি তপে উপশাম।
নমিলন্ত মুনিক লক্ষ্মণ সীতা ৰাম॥ ২০৬০
ঋষিয়ে ৰামক কৰিলন্ত আশীৰ্ব্বাদ।
বেদধ্বনি উথলিল ব্ৰাহ্মণৰ নাদ॥
আসনে বসিলা ৰাম ঋষি সভামাজে।
ফলে মূলে জলে অৰ্চ্চিলন্ত ভৰদ্বাজে॥ ২০৬১
কমন কাৰণে ৰাম অথিৰ চৰিত।
ঋষিয়ে সুধিলা তব কিবা অপেক্ষিত॥
ৰাঘৱে বোলন্ত শুনিয়োক ঋষিৰাজ।
আদি অন্তে সংক্ষেপে কহিবো সবে কাজ॥ '৬২
কৈকেয়ী মাৱে বৰ লৈলন্ত ৰাজাত।
ভৰতক ৰাজা পাতিবন্ত অযোধ্যাত॥
চৈধ্য বৰিষক মোক পঠাইলন্ত বন।
তুলত লৱিল সীতা ভৈয়াই লক্ষ্মণ॥ ২০৬৩

তোমাৰ চৰণ আসি দেখিলো বনত।
এৰাইলোহো শোক কিছু হৰিষ মনত ॥
কমন থানত আসি হৈবো উপস্থিত।
উপদেশ বুলিয়োক আমাক উচিত ॥ ২০৬৪
সসম্ভ্রম ৰূপে ঋষি বুলিলা বচন।
ত্রিভুৱনে সাৰ ইটো মোৰ তপোবন ॥
প্রয়াগ সুতীর্থ গঙ্গা যমুনা সঙ্গমে।
আমি সমে হুয়ো থিত এহিটো আশ্রমে ॥ ২০৬৫
ৰাঘৱে বোলন্ত শুনিয়োক ঋষিৰত্ন।
ইথানে থাকিতে মোক নকৰিবা যত্ন ॥
মোক দেখিবাক আসিৱন্ত বন্ধুজন।
নিৰজন থানে উপদেশিয়োক বন ॥ ২০৬৬
ঋষিয়ে বোলন্ত আমি বিমৰিষি চাইলো।
অনুৰূপে তোমাৰ থানক খুজি পাইলো ॥
তৃতীয় প্রহৰ পথে আছে গুপ্তদেশ।
চিত্রকুট পৰ্ব্বতত হুয়োক প্রবেশ ॥ ২০৬৭
মুনিগণ দেখিবাহা বহু ফল মূল।
ভালুক বানৰ সম গোদা গোলাঙ্গুল ॥
কতো কতো ঋষি তাতে স্বর্গপথ চাইলা।
কেহো কেহো মুনিগণ মুকুতিক পাইলা ॥ ২০৬৮
ঋষিসমে কথামাতে ৰজনী প্রভাত।
মুনি সমে পাইলা গৈয়া যমুনা সাক্ষাত ॥
পথ উপদেশি মুনি বাহুৰি আসিলা।
ভেল বান্ধি তিনিহন্তে যমুনা তৰিলা ॥ ২০৬৯
শাম নামে বটবৃক্ষ পাইলা কতোদূৰে।
ভাল ৰূপে তাহাক জানয় দেৱাসুৰে ॥
মুনি উপদেশে সীতা বৃক্ষক আৰাধি।
চলি গৈলা তিনিয়ো অনেক বৰ সাধি ॥ ২০৭০
দণ্ড দুইৰ পথে পাইলা নীল নামে বন।
মৃগ মাৰি ৰান্ধি তৈতে কৰিলা ভোজন ॥
তৰুতলে লখাই পত্রশয্যাক বিছাইলা।
প্রয়াস তেজিয়া সুখে নিদ্রা তাতে পাইলা ॥ '৭১
লখাইক জগাইলা ৰামে জানিয়া প্রভাত।
হাত মুখ ধুইয়া সন্ধ্যা কৰিলা তথাত ॥

অবিলম্বে চিত্রকুট বন পাচে পাইলা।
হৰিষ বদনে ৰামে সীতামুখ চাইলা ॥ ২০৭২
দেখা দেখা জানকী হৰিষ কৰি মন।
ফল মূল যুগুত বিবিধ তৰুবন ॥
জাই যূতী বকুল বন্দুলি কর্ণিকাৰ।
কাঞ্চন তগৰ কুন্দ শেৱালী মন্দাৰ ॥ ২০৭৩
অশোক পলাশ ফুলি গৈল হিসা হিসি।
নাগেশ্বৰ চম্পক ফুলিল অহর্নিশি ॥
পীওঁীত গৰবক ফুলিল সেৱতী।
ধুন্দুৰ কনৌৰ আৰো ফুলিল মালতী ॥ ২০৭৪
ওৰ পুষ্প মালি দুৱামালি আৰু মালি।
তমাল তুলসী মাধৈ মৰুৱা সেৱালী ॥
বসন্ত সময়ে কামৰাজাৰ পয়াণ।
পুষ্পৰ ধনুত আৰোহিয়া পাঞ্চবাণ ॥ ২০৭৫
ভার্য্যা পুৰুষৰ কামবাণে কৰে লক্ষ্য।
বিৰহীজনৰ ভৈল সহন আশক্য ॥
সেনাপতি লৰি ভৈল মলয়ৰ বাৱ।
মহাবীৰ নাদ ভৈল কোকিলৰ ৰাৱ ॥ ২০৭৬
পক্ষীগণ ৰাৱে যেন বাৱে বাদ্যভণ্ড।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড ॥
গুঞ্জৰিত বাৱে সবে ভ্রমৰ লৰিল।
কেতেকী কুসুমে যেন কোণ্ডক গঢ়িল ॥ ২০৭৭
কোকিল ভ্রমৰ পক্ষী ময়ূৰৰ ৰাৱে।
কামব্যাধি পীড়িয়া নসহে মোৰ পাৱে ॥
শুনি মন মোহিত পাৱয় নিৰন্তৰে।
ভালেসে ক্রোধত কাম দহিলা ঈশ্বৰে ॥ ২০৭৮
দেখ দেখ সীতা আম জাম পনিয়াল।
তাম্বুল কঠাল নাৰিকল নানা ফল ॥
কমলা মোহৰি শ্রীফলৰ গন্ধ কহে।
নানা ফুল ফলৰ সুৰভি বায়ু বহে ॥ ২০৭৯
সবে বৃক্ষ বাহ্রয় মাসত ফল ধৰে।
আশেষ চটকে পৰি পৰি বোল কৰে ॥
জলচৰ থলচৰ জাকে জাকে পক্ষা।
সীতাক বিনান্তে চলি যান্ত লখি লখি ॥ ২০৮০

কঙ্ক বক মউপিয়া পক্ষী মনোনীত।
নানাবিধ চিত্ৰ পক্ষী দেখিতে শোভিত ॥
কোকিলৰ বাৰ পেচা ফিঙ্গা শুকসাৰী।
মনোহৰ পক্ষী যত বৰ্ণাইতে নপাৰি ॥ ২০৮১
মন্দাকিনা নদীত দেখিয়া পক্ষীগণ।
সীতাক সম্বুধি ৰামে বুলিলা বচন ॥
ৰাজহংস দেখা সীতা তোমাৰ গমন।
চক্ৰবাক যুগল তোমাৰ দুই তন ॥ ২০৮২
কলহংস ৰাৱ কাঞ্চি নূপুৰৰ নাদ।
বদন কমল তোৰ দেখন্তে আহ্লাদ ॥
বদন উপৰে তোৰ নয়ন যুগলে।
খঞ্জন দুতয় যেন চলয় কমলে ॥ ২০৮৩
জনকৰ জীৱ দেখ নদী মন্দাকিনী।
তোমাৰ সদৃশ সুশোভিত মধ্যক্ষিণী ॥
বিদূৰ গমনে যেন মিলিল প্ৰয়াস।
কৃশ ভৈল শৰীৰ ঈষত যেন হাস ॥ ২০৮৪
চিত্ৰকুট পৰ্ব্বতক দেখিয়োক সীতা।
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা ॥
ওপৰত মেঘ যেন দেখিয় শোভন।
বাঢ়িল নিকলি যেন পৃথিৱীৰ তন ॥ ২০৮৫
শিখৰ উপৰে মন্দাকিনী শুক্ল জল।
তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥
সুৰভী শীতল বায়ু বহে বৃক্ষতলে।
উপভোগ কৰিয়ো অমৃত সম ফলে ॥ ২০৮৬
সুশোভন গৈৰিক বিচিত্ৰ ধাতু ভাল।
সুৱৰ্ণৰ তন মণি ৰতন পোৱাল ॥
পাৰিজাত মন্দাৰ চম্পক শাল তাল।
আশেষ ৰমন সুখে বঞ্চিয়োক কাল ॥ ২০৮৭
তুমি সমে চিত্ৰকুটে হৈবো আমি থিত।
গৌৰী মহাদেৱে যেন কৈলাস গিৰিত ॥
মৃগসব মাৰিয়া ভুঞ্জিবো নিতে নিত।
অযোধ্যাৰ জন এৱে ভৈলা অবিদিত ॥ ২০৮৮
এহিমতে নানা বন পৰ্ব্বত এৰাইলা।
কথামাতে জানকীৰ পথ পাসৰাইলা ॥

শিথিল গমনে ৰাম জানকী লক্ষ্মণে।
পৰ্ব্বত নিকট গৈয়া পাইলা কতোক্ষণে ॥ ২০৮৯
দুয়ো ভাই তেতিক্ষণে পৰ্ব্বত মূলত।
আশ্ৰম নিৰ্ম্মিলা মন্দাকিনীৰ কূলত ॥
বাসা দুই সাজিলা লক্ষ্মণে ৰঘুনাথে।
মাটি জল লৈয়া সীতা লিপিলন্ত হাতে ॥ ২০৯০
ৰাঘৱে বোলন্ত যজ্ঞ কৰিবো এখন।
কৃষ্ণসাৰ মৃগ মাৰি আনিয়ো লক্ষ্মণ ॥
জ্যেষ্ঠ ভাইৰ আদেশক শিৰে তুলি লৈয়া।
তেতিক্ষণে মৃগ মাৰি আনিলন্ত গৈয়া ॥ ২০৯১
সীতায়ে ৰান্ধিলা ৰামে হুনি বহ্নিমুখে।
যজ্ঞ সমৰ্পিয়া তিনি ভুঞ্জিলন্ত সুখে ॥
ফল মূল ভুঞ্জিয়া ৰহিলা সেহি থানে।
ৰাম লক্ষ্মণৰ কথা আছো এহিমানে ॥ ২০৯২
গঙ্গা পাৰ হৈয়া ৰামে বনত পশিলা।
দেখি গুহ সুমন্ত্ৰৰ শোক উথলিলা ॥
দুহান্তোকো দুই পাচে ধৰি গলে বান্ধি।
হা ৰাম বুলিয়া বিহ্বল ভৈলা কান্দি ॥ ২০৯৩
ৰাম সীতা লক্ষ্মণৰ শোকে দেহা দহে।
নেত্ৰৰ লোতক দুইৰো অবিচ্ছেদে বহে ॥
সুমন্ত্ৰ বোলন্ত গুহ কৰো কোন কাম।
দশৰথে দিলন্ত তেজিলা মোক ৰাম ॥ ২০৯৪
ৰথ লৈয়া অযোধ্যাক যাইবো কেনমতে।
এভো বনে গৈয়া থাকো ৰামৰ লগতে ॥
পাচে গুহে সুমন্ত্ৰক বুলিলা বচন।
তেজিয়া সন্তাপ মন্ত্ৰী থিৰ কৰা মন ॥ ২০৯৫
আপুনি বুজায়া ৰামে তেজিলে তোমাক।
তান আজ্ঞা শিৰে লৈয়া চলা অযোধ্যাক ॥
অনেক যুগুতি গুহে মন্ত্ৰীক বুজাইল।
ৰামশোকে পোৰা দেহা কিঞ্চিত জুৰাইল ॥ '৯৬
গুহক সম্বুধি মন্ত্ৰী ৰথে চৰিলন্ত।
মনত অসুখে অযোধ্যাক লৰিলন্ত ॥
ৰামক তেজিয়া মন্ত্ৰী নিবৰ্ত্তিয়া আইল।
গোধূলিৰ সময়ে অযোধ্যাপুৰ পাইল ॥ ২০৯৭

মন্ত্ৰী বোলে মনত আসজ ভৈল কাজ।
ৰাম শোকে দগধ ভৈলন্ত মহাৰাজ॥
নগৰত দেখো প্ৰজাগণ আতি দীন।
দিৱসৰ তৰা যেন দীপিতিবিহীন॥ ২০৯৮
শূন্য যেন দেখো প্ৰজা নিশবদ ভৈল।
কমল সঙ্কোচ যেন সূৰ্য্য অস্ত গৈল॥
কুমুদ মলিন যেন দিব্য সৰোবৰে।
হৰিষ নকৰে প্ৰজা অযোধ্যানগৰে॥ ২০৯৯
কুন্দৰুখে নাৰীগণে মন্ত্ৰীক চাহাৰে।
বেঢ়াৰ উপৰে কতো গভুৰা বঢ়াৰে॥
শূন্য ৰথ দেখি সবে কান্দিবাক লৈলা।
হা ৰাম লখাই সীতা এৰি কৈক গৈলা॥ ২১০০
নিৰন্তৰে বেঢ়িয়া মন্ত্ৰীক পাৰে গালি।
এৰি আইলি ৰামক চণ্ডাল পাপশালী॥
কিনো হিয়াখন তোৰ বজ্ৰেসে গঢ়িল।
ৰামক এৰিতে কেনে মনত ফলিল॥ ২১০১
জানিলোহো ইটো ভৰতৰ ভাৰি খাইলে।
ছলে নিয়া ৰামক বনত এৰি আইলে॥
নগৰৰ বাজ কৰি খেদায়ো ইহাক।
মাৰ ধৰ বুলিয়া গালিৰ দেই জাক॥ ২১০২
কৰে হুলস্থুল বহু ক্ৰন্দনৰ ৰোল।
অন্তেষপুৰত গৈয়া সঞ্চৰিল ৰোল॥
নিৰন্তৰে যতেক ৰাজাৰ মহাদই।
ধৌলিৰৰ শিখৰত চৰিলন্ত গই॥ ২১০৩
হা ৰাম আমাক অনাথ কৰি গৈলি।
দুখ-নদী কৈকেয়ী তৰিয়া বাজ ভৈলি॥
সুহৃদত তোহোৰ গুচিল অনুৰাগ।
আমি ভৈলো কৈকেয়ীৰ অষ্টমীৰ ছাগ॥ ২১০৪
আমি আপুতীৰ আন্ধলীৰ লাঠি তই।
জলশূন্য তৰু যেন মৰিবোহো জই॥
কৈক গৈলি বাপু তই আমাক বিছুই।
আমাক মাৰয় পুৰি তোৰ শোক জুই॥ ২১০৫
পাচে সুমন্ত্ৰত সবে সুধিলন্ত কথা।
কহিলা সুমন্ত্ৰ সবে বনৰ ব্যৱস্থা॥
নাৰীগণ পৰাভৱ শুনন্তে আশেষ।
কান্দতে সুমন্ত্ৰ সাত বেবন্ধা প্ৰবেশ॥ ২১০৬
ছটফট কৰে ৰাজা বসি আসনত।
আসুখ অশান্তি সুস্থ নাহিকে মনত॥
শূন্য ৰথ দেখি ভৈলা বিয়াকুল চিত।
আসনৰ হন্তে শোকে পৰিলা ভূমিত॥ ২১০৭
কৌশল্যা সুমিত্ৰা দুয়ো ৰাজপটেশ্বৰী।
ক্ৰন্দন কৰন্তে হাতে তুলিলন্ত ধৰি॥
উঠা উঠা প্ৰভু তুমি চিন্তা তেজিয়োক।
ৰাম সীতা লক্ষ্মণৰ বাৰ্ত্তা পুছিয়োক॥ ২১০৮
শুনি পুত্ৰ পুত্ৰ বুলি বিমোহিত ভৈলা।
বাতুল চৰিত্ৰ যেন পৰি মূৰ্চ্ছা গৈলা॥
দেখিয়া কৌশল্যা পৰিলন্ত স্বামী কোলে।
ওৱাৰি পূৰিলা সব ক্ৰন্দনৰ ৰোলে॥ ২১০৯
চিৰকালে দশৰথ চেতনক পাইল।
পটেশ্বৰী কৌশল্যাৰ পাচে প্ৰাণ আইল॥
প্ৰথমে ধৰিল যেন অৰণ্যৰ হাতী।
নিশ্বাস ফোকাৰে যেন ঠাঠাৰিৰ ভাটি॥ ২১১০
প্ৰণামিয়া সুমন্ত্ৰে জুৰিলা দুই হাত।
ধীৰে ধীৰে সুধিলন্ত অযোধ্যাৰ নাথ॥
মোহোৰ তনয় ৰাম পিতৃ পিতামহ।
কোথা এৰি আসিলি প্ৰস্তুত কথা কহ॥ ২১১১
হস্তী ঘোৰা ৰথে যাক আগ পাচ কৰি।
হেন পুত্ৰ বনে আছে ৰাজ্য পৰিহৰি॥
বুলিতে না পাৰে সীতা কোমল থানত।
হেন মাৰ হাণ্ঠে কেনে কণ্টক বনত॥ ২১১২
কুমাৰ লক্ষ্মণ যত মোৰ বৰ স্নেহ।
কেনে বনবাস খাটে সুকুমাৰ দেহ॥
ৰাজাৰ বচন শুনি পাচে মন্ত্ৰীবৰ।
লোতক মলচি দিলা ৰাজাক উত্তৰ॥ ২১১৩
শুনিয়ো গোসাই মোৰ বচন সন্দেশ।
প্ৰণাম অঞ্জলি হেৰা ৰামৰ আদেশ॥
প্ৰদক্ষিণে ভূমিত থাপিলা পাচে মাথ।
কৃতাঞ্জলি বোলো শুনা পৃথিৱীৰ নাথ॥ ২১১৪

ৰামে বুলিলন্ত মোৰ ধৰিয়া গ্ৰীৱত।
জানাইবা আমাৰ বাৰ্ত্তা বাপৰ পাৰত ॥
শোক দুখ এৰি পালন্তোক নিজ শত।
আতি শীঘ্ৰে ৰাজে আনি থাপন্তো ভৰত॥২১১৫
লক্ষ্মণে বুলিলা পাচে তোমাত সিদ্ধান্ত।
থিৰ মন কৰি শুনা সিসব বৃত্তান্ত ॥
সৰ্ব্বজন হিত ৰত ৰাম মহাভাগ।
বনক পাঠাইলা ৰাজা কৰি পৰিত্যাগ ॥ ২১১৬
ভৰতে তাহাঙ্ক বৰ কৰিবেক হিত।
কান্ধে কৰি কৈকেয়ীক ফুৰান্তোক নিত ॥
ভৰতক বুলিলন্ত নিদাৰুণ বাক।
গৰ্ব্বমান এৰিয়া অৱস্থা ৰাখি আক ॥ ২১১৭
দেখিবে সমস্তে মাৰ কৈকেয়ীৰ সম।
নুহি অবিলম্বে পাতি মলছিল যম ॥
কৌশল্যাক বুলিলন্ত তেজিয়োক শোক।
বনবাস তৰি যাইবো দেখিবন্ত মোক ॥ ২১১৮
মন কষ্টে ৰামে বাক্য বুলি পঠাইলন্ত।
দুই ভায়ে বৰ আঠে জটা নিৰ্ম্মিলন্ত ॥
আগত লক্ষ্মণ জানকীক মাজ কৰি।
তিনিহন্তে চলি গৈলা গঙ্গানদী তৰি ॥ ২১১৯
গুহ ৰাজা সমে চাহি থাকিলো সন্তাপে।
মোক এৰি গৈলা ৰাম জগতৰ বাপে ॥
বনে প্ৰৱেশিলা তিনি ভৈলোহো উদাস।
নৰকৰ পলুৰ স্বৰ্গত নাহি আশ ॥ ২১২০
হুয়া আতি নৈৰাশ আছোহো হাতযোৰে।
আৰ পানী তেজিয়া কান্দয় চাৰি ঘোৰে ॥
চিহৰিতে লাগিল ৰামৰ দিশ চাই।
গুহৰ মোহোৰ দেখি প্ৰাণ ফুটি যাই ॥ ২১২১
শীঘ্ৰবেগে আসি মই পাইলোহো চিয়ালি।
শূন্য ৰথ দেখি লোকে মোক পাৰে গালি ॥
কেহো দেই মাৰ ঘোৰ কেহো তোলে লাথি।
কেহো বোলে মাৰ কিলে কেহো ঘৰা কাতি॥ '২২
কেহো বোলে ইটো ভৰতৰ আইঠা খাইলে।
সিকাৰণে চণ্ডালে ৰামক এৰি আইলে ॥

যাত ভেৰু নিশা নবাজয় বীৰঢাক।
হেন অযোধ্যাত শুনো ক্ৰন্দনৰ জাক ॥ ২১২৩
হাহাকাৰে কান্দে সবে শত্ৰু মিত্ৰবৰ্গ।
জীৱন্ততে ৰামৰ মিলিল মহাস্বৰ্গ ॥
কৰিয়ো শৰীৰ থিৰ মন্যু পৰিহৰি।
সত্বৰে আসিবা ৰাম বনবাস তৰি ॥ ২১২৪
ৰাজা বোলে সুমন্ত্ৰ বিকল কৰে গাৱ।
আজি গৈয়া সত্বৰে ৰামক বাহুৰাৱ ॥
যাহন্তে আসন্তে চিৰকাল দেখো মই।
ঝাণ্টে নিয়ো মোক তথা প্ৰাণ সঙ্কলয় ॥ ২১২৫
যদিবা সুমন্ত্ৰ তোক কৰি আছো হিত।
এতিক্ষণে থৈয়ো নিয়া ৰামৰ সন্নিত ॥
কণ্ঠাগত প্ৰাণ মোৰ প্ৰমাণক পাইল।
হৃদয় লৰিল মোৰ জিহ্বায়ো শুকাইল ॥ ২১২৬
সিংহবন্ধ স্কন্ধ ৰাম দীৰ্ঘবাহু দুই।
দেৱাসুৰ মাজে যাক কেহো সম নুই ॥
আয়ত নয়ন চন্দ্ৰ সমান বদন।
পুত্ৰ নেদেখিলে যাইবো যমৰ সদন ॥ ২১২৭
হা ৰাম লখাই সীতা জনকৰ জীৱ।
পৰিত্ৰাণ কৰে মোৰ সঙ্কলয় জীৱ ॥
আশেষ মিনতি কৰি মতিহীন ভৈলা।
পুনৰপি ধৰণীত পৰি মূৰ্চ্ছা গৈলা ॥ ২১২৮
স্বামীক দেখিলা যেৱে ভূমিত পতন।
কৌশল্যায়ে সুমিত্ৰায়ে বুলিলা বচন ॥
আমাকো বনত মন্ত্ৰী থৈয়া আস গৈয়া।
গলে বান্ধি তিনিকো ধৰিবো কোলে লৈয়া॥ '২৯
শুনা বোলে মন্ত্ৰী মোৰ প্ৰাণখানি যাই।
ঘোৰ বনে তিনিজনে বনফল খাই ॥
কণ্টক ভাঙ্গিয়া ঘোৰ বনমধ্যে থিত।
বাপৰ মাৱৰ শোকে অধীৰ চৰিত ॥ ২১৩০
মন্ত্ৰী বোলে মাৱ শোক কৰা উপশাম।
দেখিবাহা সত্বৰে লক্ষ্মণ সীতা ৰাম ॥
স্বামীৰ তুলত থিত সীতা বনবাসে।
লক্ষ্মী দেৱী ক্ৰীড়ন্ত যেহেন বিষ্ণুপাশে ॥ ২১৩১

শ্ৰীৰাম লক্ষ্মণ দুয়ো দুইহন্তৰ হিত।
দুইকো দুই ৰাখন্তে বনত ভৈলা থিত ॥
মধুময় ফল তিনি ভক্ষণ কৰন্ত।
তিনিকো তিনিয়ো দেখি দুখ পাসৰন্ত ॥ ২১৩২
বাপ মাৱে বন্ধুজন সবাকো পাসৰি।
তিনিজনে বনত আছন্ত ক্ৰীড়া কৰি ॥
তাহান নিমিত্তে শোক দুখ পৰিহৰি।
অবিকলে থাকিয়োক স্বামী সেৱা কৰি ॥ ২১৩৩
সুমন্ত্ৰৰ বাক্যে তান শৰীৰ জুৰাইল।
সন্ধুকিয়া আগতে ৰাজাক ভেট পাইল ॥
কৌশল্যা বোলন্ত শুনা পৃথিৱীৰ নাহা।
মৰিবাৰ বেলা সত্য বোল হেৰাইলাহা ॥ ২১৩৪
একশত অশ্বমেধ একভিতি কৰি।
আউৰ দিকে সত্য দিয়া দুইকো তুলি ধৰি ॥
মহা যজ্ঞ শততো কৰিয়া সত্য বলে।
হেন সত্য এৰিলা তোমাৰ দৈৱ ছলে ॥ ২১৩৫
ৰাম অভিষেক লাগি সম্ভাৰ মিলাইলা।
সকলো লোকক হেন কাৰ্য্যক জনাইলা ॥
গৰ্ভৰ পুত্ৰৰ ভৈলা এনুৱা নাদৰ।
ৰাজ্য নেদি দিলা তুমি অৰণ্য সাগৰ ॥ ২১৩৬
অজ্ঞানত বুৰাইলা তোমাৰ নাহি লাজ।
মোক হিংসি সাধিলাহা কৈকেয়ীৰ কাজ ॥
ৰামক দেখুৱা হেন আশে প্ৰাণ ধৰো।
নুহি আজি আগতে কটাৰ হানি মৰো ॥ ২১৩৭
সুমিত্ৰায়ে বোলন্ত কৌশল্যা শুনা বাই।
হা ৰাম বোলন্তে ৰাজাৰ প্ৰাণ যায় ॥
ইটো দোষ পৰিহৰা স্বামীৰ সকল।
মৰন্তাক মাৰিলে নাহিকে কিছু ফল ॥ ২১৩৮
ছোট হন্তে ৰামে পিতৃআজ্ঞা নবাধিল।
বনবাস কৰি ৰামে কল্যাণ সাধিল ॥
হেনয় পুত্ৰক একো নকৰিবা চিন্তা।
দেখিবাহা সত্বৰে লক্ষ্মণ ৰাম সীতা ॥ ২১৩৯
সুমিত্ৰাৰ বোলে শান্ত চিত্ত কৌশল্যাৰ।
স্বামীক নিষ্ঠুৰ বুলি ভৈলা চমৎকাৰ ॥
ক্ষমিয়োক প্ৰভু বুলি চৰণে ধৰিল।
প্ৰবোধ বচনে স্বামীক কাতৰ কৰিল ॥ ২১৪০
পুত্ৰৰ শোকত বিমোহিত মোৰ মন।
প্ৰভুক বুলিলো তাতে লাঘৱ বচন ॥
পাঞ্চদিন ভৈল ৰাম বনবাসে গৈল।
আতে মোৰ শত বৰিষৰ সম ভৈল ॥ ২১৪১
হেন শুনি দশৰথ শান্ত কিছু ভৈলা।
অনন্তৰে সুমন্ত্ৰয়ো বুলিবাক লৈলা ॥
ছোট হন্তে সেৱা কৰো তোমাৰ চৰণ।
একোকালে নবাধিলা আমাৰ বচন ॥ ২১৪২
মৃত্যুকালে পাইলে আসি তোমাক বিবুধি।
কৈকেয়ীক বৰ দিলা আমাক নুসুধি ॥
বৃদ্ধৰ তৰুণীভাৰ্য্যা লোকত শুনিল।
সিসব সকলো কথা তোমাত মিলিল ॥ ২১৪৩
ৰাম অমৃতক তুমি তেজিলা তৰল।
মৰিবাৰ বেলা খাইলা কৈকেয়ী গৰল ॥
গুৰু বন্ধুজন কিছু নভৈল তোমাৰ।
বংশক বিনাশি কৈলা কৈকেয়ীক সাৰ ॥ ২১৪৪
সাৰ্থক বুলিলা বাক্য কৌশল্যা গোসানী।
কেনমতে তোমাৰ ৰহিল সত্যবাণী ॥
সমস্ত লোকত শুনাই বুলিবাহা কাজ।
কালি আনি ৰামক পাতিবো যুৱৰাজ ॥ ২১৪৫
সিসব বচন কেনে পৰিবৰ্ত্ত ভৈলা।
গুণি চোৱা তযু সত্য কেনমতে ৰৈলা ॥
কোন ফল পাইলা তুমি অসতীক সেৱি।
কৈকেয়ী তোমাৰ মাত্ৰ ভৈল মুখ্যদেৱী ॥ ২১৪৬
তাহাক কান্ধত লৈয়া ফুৰিয়ো ৰাজ্যত।
তেৱে পৰিপূৰ্ণ হৈবে তোমাৰ শপত ॥
কৌশল্যা বোলন্ত মন্ত্ৰী নোবোলা অধিক।
পুত্ৰশোকে মৰিছে আউৰ মাৰা কিক ॥ ২১৪৭
কৌশল্যাৰ বোলে মন্ত্ৰী কিছু শান্ত ভৈলা।
বিদায় কৰিয়া নিজস্থানে চলি গৈলা ॥
অনন্তৰে আসিয়া ৰজনী উপগত।
শোকে দুখে পীড়ি নিদ্ৰা গৈলা দশৰথ ॥ ২১৪৮

দশৰথ ৰাজাৰ মৃত্যু

কৌশল্যা সুমিত্রা দুয়ো সতী শোকমনে।
ৰাজাৰ দুই পাশে শুতিলন্ত দুইজনে॥
মধ্যনিশা ভৈলে ৰাজা চেতনক পাইল।
শয্যাত বসিয়া দুয়ো ভাৰ্য্যাক জগাইল॥ ২১৪৯
পূৰ্ব্বৰ কথাক মই সুমৰিয়া পাইলো।
নিশ্চয় জানিলো এৰে প্রাণ হেৰুৱাইলো॥
আম্রবন দেখি যেন ৰুইলো পলাশ।
কালে ফলশূন্য দেখি হইলো হতাশ॥ ২১৫০
নুগুণিয়া ৰামক দিলোহো বনবাস।
ঋষিশাপে আসি মোৰ মিলালে বিনাশ॥
পূৰ্ব্বকালে মন্দকৰ্ম্ম কৰিলো দুৰ্ম্মতি।
তাৰ ফলে মন্দগতি ফলিল সম্প্রতি॥ ২১৫১
তোক নতু বিহা কৰো যুৱৰাজ ভৈলো।
বাৰিষা কালত হাতে ধনুশৰ লৈলো॥
তূণ বাণ সাজিয়া দুৰ্জ্জয় মহাবীৰ।
নিশাকালে পাইলো গৈয়া সৰযূৰ তীৰ॥ ২১৫২
শব্দভেদীময় লুকি দিলোহো তথাত।
শব্দ লক্ষি পশু মাৰিলোহো অসংখ্যাত॥
কতোবেলি আছো যেৰে ধনুশৰ ধৰি।
জলকুম্ভ ভৰান্তে বাজিল ঘটাং কৰি॥ ২১৫৩
মই বোলো হস্তীগোটে জল পান কৰে।
গৰজন্তে আছয় মুখত জল ধৰে॥
যাৰে আসি নতু উঠে সৰযূৰ ঘাট।
এই বুলি শীঘ্রে হানিলোহো শৰপাট॥ ২১৫৪
হা মৰিলোহো বুলি দিলেক আটাস।
কোনে হেনমতে মোৰ চিন্তিলে বিনাশ॥
কাৰো মন্দ নিচিন্তিলো ঋষিৰ তনয়।
অন্ধ মাৰ-বাপ দুইৰো শোকক জ্বলায়॥ ২১৫৫
মইতো জানো কাৰো নতো চিন্তো অপকাৰ।
কোনেনো পাপিষ্ঠে কৈল হৃদয়ে প্রহাৰ॥
অন্ধ মাৰ-বাপ মোৰ দুইৰো মই লাঠি।
তিনিকো মাৰিল কোনে এহি শৰকাঠি॥ ২১৫৬

হেন শুনি মোৰ বৰ জন্মিল তৰাস।
ধীৰে ধীৰে গৈয়া তাৰ চাপিলোহো পাশ॥
ভয়ে গাৰ কাম্পয় লাগিল ধসমসি।
ৰাহুৰ আগত হেন পূৰ্ণিমাৰ শশী॥ ২১৫৭
হৃদয়ত শৰ দেখো ঋষিৰ কুমাৰ।
সৰ্ব্বাঙ্গ পানীত আছে তটে জটাভাৰ॥
জাজ্জ্বল্য সমান কৰি কটাক্ষ নয়নে।
মোক চাই বুলিবেক নিষ্ঠুৰ বচনে॥ ২১৫৮
হাওৰে পাপিষ্ঠ নষ্ট কি কৰিলো তোক।
কিকাৰণে শৰ হানি মাৰিলিহি মোক॥
অন্ধ মাৰ-বাপৰ জ্বলাইলি কেনে শোক।
বাপৰ শাপত আজি যাইবি যমলোক॥ ২১৫৯
আমাৰ বাপৰ শাপ প্রচণ্ড অগনি।
শুকান বনক যেন দহিবেক ছানি॥
এৰাইতে পাৰস যদি বিনয় ভাৰত।
আমাৰ বাৰ্ত্তাক কহি ধৰ চৰণত॥ ২১৬০
ব্রহ্মবধ ভৈল তাক নজানিবি তই।
ব্রহ্মঋষি জনিল শূদ্রাৰ পুত্র মই॥
হৃদয়ৰ কাঢ় শৰ প্রাণক সুজাওঁ।
সৰযূ জলত মৰি স্বৰ্গে চলি যাওঁ॥ ২১৬১
হেন শুনি তাৰ মই খসাইলোহো বাণ।
কতোক্ষণে ঋষিৰ পুত্রৰ গৈল প্রাণ॥
প্রাণবায়ু তেজি মৰি গগনক চাইল।
তাক দেখি বৰ আমি দুখশোক পাইলো॥ '৬২
শুন বোলো কৌশল্যা প্রাণৰ পটেশ্বৰী।
ঋষিশাপে গৈলো কান্ধে জলঘট ধৰি॥
মনে মনে গুণো আজি ভৈলোহো নিৰ্য্যাণ।
ঋষিৰ শাপত মোৰ ছাৰিবেক প্রাণ॥ ২১৬৩
পথ চাহি আছে দুয়ো নেদেখয় আখি।
বৃদ্ধ চাতকৰ যেন ছেদিলোহো পাখী॥
ধীৰে ধীৰে গৈয়া মই চাপিলোহো কোল।
পুত্র বুলি দুহান্তৰ উথলিল ৰোল॥ ২১৬৪
তোহোক নেদেখি দুইৰো প্রাণ যায় ফুটি।
বিলম্ব কৰিলি কিয় অন্ধৰ লাখুটি॥

আনখন চিৰকাল নকৰিবি বাপে।
প্ৰাণক তেজিলো হয় তোহোৰ সন্তাপে ॥ ২১৬৫
হেন শুনি আগত জুৰিলো যোৰহাত।
ক্ষেত্ৰি জাতি মই গোসাই জনাইলো তোমাত ॥
ঋষিপুত্ৰ নোহো মই অজ মোৰ বাপ।
সূৰ্য্যকুলে কলঙ্কিত দশৰথ পাপ ॥ ২১৬৬
সূৰ্য্যৰ কুলত মই ভৈলো পাপৰোগ।
অপৰাধ কৰিলো দেখিতে নোহে যোগ ॥
বংশনাশ কৰিলো চিন্তিয়ো প্ৰতিকাৰ।
চণ্ডশাপ দিয়ো যেন হওঁ ছাৰখাৰ ॥ ২১৬৭
সৰযূৰ আসিলোহো মৃগক বধিতে।
হাতে ধনু ধৰি লুকি দিয়া ভৈলো থিতে ॥
জলকুম্ভ ভৰান্তে শুনিলো গজৰাৱ।
শৰে হানি মাৰিলোহো অজ্ঞান স্বভাৱ ॥ ২১৬৮
হেন শুনি অন্ধ দুয়ো বিমোহিত ভৈলা।
বজ্ৰপাত ভৈলা যেন পৰি মূৰ্চ্ছা গৈলা ॥
কিছুক্ষণে ঋষি পাচে চেতনক পায়া।
ছটি ফুটি কৰি বুলিলন্ত মোক চায়া ॥ ২১৬৯
হাওৰে পাপিষ্ঠ আজি তোৰ মান সাৰো।
সব ৰঘুবংশ নাশ কৰিবাক পাৰো ॥
শাপিয়া দহিবে পাৰো দেৱাসুৰ নৰ।
জ্ঞানত মাৰিলি হন্তে যাইবি যমঘৰ ॥ ২১৭০
জানিয়া মাৰিলি মোৰ তনয় তাপস।
গৈল হন্তে নৰকে পুৰুষ চতুৰ্দ্দশ ॥
আপুনি জনাইলি আসি হুয়া গৃহাগত।
তোহোক মাৰিলে মোৰ কেমন মহত্ত্ব ॥ ২১৭১
ভৈল আসি বেকত মোহোৰ কৰ্ম্মফল।
দুহান্তক পুত্ৰৰ পাশক লৈয়া চল ॥
হেন শুনি মোৰ বৰ জন্মিল তৰাস।
লৈয়া গৈলো দুহান্তকো মৰা পুত্ৰপাশ ॥ ২১৭২
দুহান্তক নিয়া পাচে থাপিলো তথাতে।
দিলো নিয়া মৰা পুত্ৰ দুহান্তৰ হাতে ॥
দীৰ্ঘৰাৱে কান্দি আসি হিয়াত ধৰিল।
কোলে তুলি গৈয়া মুখে চুম্বন কৰিল ॥ ২১৭৩

মাৱে বুলিলন্ত পুতাই তেজিলিহি মোক।
মৰি বাৰ দিনে দিলি নিদাৰুণ শোক ॥
মোক এৰি যাস বাছা নিদাৰুণ মনে।
অন্ধ মাৱ-বাপ তোৰ পুষিব কেমনে ॥ ২১৭৪
হৰি হৰি বাপ মোত কোপ পৰিহৰা।
পাচে এৰি যাইবি মোৰ গ্ৰীৱে চাপি ধৰা ॥
ছটফটাই মৰোহো তোহোৰ বাপ-মাৱ।
ক্ষণিতেক প্ৰাণ ধৰো মাথা তুলি চাৱ ॥ ২১৭৫
চিৰকালে ঋষি পাচে ক্ৰন্দন তেজিল।
সৰযূত বুৰ দিয়া অঞ্জলি কৰিল ॥
স্বৰ্গহন্তে ৰথ তেতিক্ষণে নামি আইল।
তাতে বসি ঋষিপুত্ৰে মাতক লগাইল ॥ ২১৭৬
শুনিয়োক বাপ কুখীধৰ মোৰ আই।
ইটো ৰাজকুমাৰৰ কিছু দোষ নাই ॥
প্ৰাণ ৰাখি ইহাক দেশক পঠায়োক।
মনুষ্য এৰি লিখিত কৰ্ম্মক চাহিয়োক ॥ ২১৭৭
অবিলম্বে তোমাসাৰ হৈব সদগতি।
মই চলি গৈলো হেৰা পুৰী অত্ৰাৱতী ॥
হেন বুলি ঋষিপুত্ৰ স্বৰ্গে চলি গৈল।
দেখি দুহান্তৰ পাচে বৰ শোক ভৈল ॥ ২১৭৮
আগত থাকিলো মই পুষ্টাঞ্জলি কৰি।
বুলিলন্ত ঋষিয়ে নিষ্ঠুৰ মন কৰি ॥
মহাশুদ্ধ বংশ তোৰ ভুৱনতে সাৰ।
হেন ৰঘুবংশৰ অনাইলি খিলিঙ্কাৰ ॥ ২১৭৯
পুত্ৰৰ শোকত আজি প্ৰাণক সুজাইব।
অন্তকালে তোৰো পুত্ৰশোকে প্ৰাণ যাইব ॥
পূৰ্ব্বত আমাৰ হেন ঋষিশাপ ভৈল।
দিন কতিপয়ে দুয়ো অন্ধ স্বৰ্গে গৈল ॥ ২১৮০
সেই ঋষিশাপে মোৰ মৰণ মিলিল।
যমদূত দেখো মোৰ সন্নিত চাপিল ॥
চক্ষুৰে নেদেখো মই নুশুনোহো বোল।
পুত্ৰ সুমৰন্তে ভৈল হৃদয় আন্দোল ॥ ২১৮১
এৰে যেৰে ৰামে বাপ বুলিয়া মাতয়।
স্নেহৰূপে আসি গ্ৰীৱে চাপিয়া ধৰয় ॥

অমৃতক পিয়া যেন জীৱয় আতুৰ।
তেৱে প্ৰাণ ৰহে মোৰ নযাওঁ যমপুৰ ॥ ২১৮২
মৰণ কালত ৰাম নেদেখিলো তোক।
যম কৱলকো গৈলে নেৰাইবোহো শোক ॥
শুনা বান্ধৈ কৌশল্যা নকৰা হৃদিখেদ।
তোমাৰ আমাৰ এৱে ভৈল পৰিচ্ছেদ ॥ ২১৮৩
চৌধ্যয় বৰিষ ৰামে বনবাস তৰি।
পুনৰপি আসিৱন্ত অযোধ্যানগৰী ॥
স্বৰ্গ হন্তে যেহেন আসিব সুৰৰাজে।
লোকে বেঢ়িলেক যেন দেৱতা সমাজে ॥ ২১৮৪
তাক দেখিবাক কপালত ভাগ্য নাই।
পুত্ৰশোকে হেৰা মোৰ প্ৰাণ ফুটি যায় ॥
হা ৰাম বুলিয়া শয্যাত এৰি গাৱ।
ভৈলন্ত নিশ্চেষ্ট ৰাজা বিমোহিত ভাৱ ॥২১৮৫
বনত যাইবাৰ ছয়দিন ভৈল কাল।
মধ্য নিশা ভৈল মৰিলন্ত মহীপাল ॥
কৌশল্যা দেখন্তে ৰাজা আশেষ বিলাপে।
অচেতন দশৰথ পুত্ৰৰ সন্তাপে ॥ ২১৮৬
নাজানিলা নিৰ্য্যাণক ৰাঘৱৰ মাৱ।
নজগায়া শুইলা শয্যাত এৰি গাৱ ॥
কৌশল্যা সুমিত্ৰাদেৱী আৱৰ কৈকেয়ী।
ৰাজাক বেঢ়িয়া শুইলা সবে মহাদই ॥ ২১৮৭
উই গোট মুখে যেন শুষিলা সাগৰ।
কৈকেয়ীৰ কাজে মৰিলন্ত নৃপবৰ ॥

ৰাজাৰ মৃত্যুত মহাদইসকলৰ বিলাপ

প্ৰভাত সময়ে বাজি গৈল ঢোল ঢাক।
বন্দীগণে স্তুতি বোলে আশংসি ৰাজাক ॥২১৮৮
শৱদৰ ৰোলে সবলোক জাগি গৈল।
নাৰীগণে আপোন নিয়োগ কৰ্ম্ম কৈল ॥
স্ত্ৰীৰ আচাৰ যত কৰিলা, সকল।
সুৱৰ্ণ কুম্ভত কৰি আনিলেক জল ॥ ২১৮৯
তিল ফুল গন্ধ ধূপ চন্দন মিলাইলা।
স্নানৰ সমস্ত সাজনীয় আনি থইলা ॥
নাৰীগণে বোলয় পীড়িল পুত্ৰশোকে।
জগাইবাক লাগিলন্ত মহাদই লোকে ॥ ২১৯০
উঠা উঠা প্ৰভু আমাসাৰ নিজনাথ।
সূৰ্য্যৰ উদয়ে তযু সন্ধ্যা হৈব পাত ॥
আশেষ প্ৰকাৰে জগাৱন্ত নাৰীগণ।
তথাপিতো নৃপতিৰ নভৈল চেতন ॥ ২১৯১
শঙ্কা বৰ দেখিলন্ত স্বামীৰ জীৱন।
চণ্ডবাৱে কাম্পে যেন কদলীৰ বন ॥
কাষ চাপি গাৱৰ বস্ত্ৰক গুচাইলন্ত।
মৃতক শৰীৰ নৃপতিৰ দেখিলন্ত ॥ ২১৯২
চাপৰি চাপৰি কতো নাৰীগণে চায়।
গাৱত ধৰিয়া কতো স্বামীক জগায় ॥
তবধ নয়নে দেখে হিম যেন গাৱ।
জিহ্বাখান কুঞ্চিলা নাসাত নাহি বাৱ ॥ ২১৯৩
নিষ্প্ৰান দশন পান্তি শুকাইল অধৰ।
নিশ্চল চৰণ দুই নলৰয় কৰ ॥
স্বামীৰ মৰণ দেখি ৰমণীসকলে।
বেঢ়িয়া কান্দিল সবে হাকলে বিকলে ॥ ২১৯৪
মহামৰ্ম্মে মূৰত চাপৰ মাৰে টানি।
কেশমণি ছিণ্ডে কতো হিয়ে মুঠি হানি ॥
হা নাথ হা প্ৰভু হা মহাৰাজ।
বেঢ়িয়া কান্দিল সবে সুন্দৰী সমাজ ॥ ২১৯৫
ৰোল শুনি কৌশল্যা সুমিত্ৰা পাটেশ্বৰী।
চমকি উঠিলা চকু তৰবৰ কৰি ॥
কৌশল্যা বোলন্ত প্ৰভু কিনো পুণ্য কৈল।
ৰাম ৰাম সুমৰন্তে প্ৰাণ চুটি গৈল ॥ ২১৯৬
কিনো কৰ্ম্মে প্ৰভু এৰাইলন্ত পুত্ৰশোক।
যমপুৰী গৈলা প্ৰভু সুমৰি ৰামক ॥
ওৱাৰিৰ লোকে শুনি ৰাজাৰ অৱস্থা।
উল্কা সঞ্চাৰিল যেন বাজ ভৈল কথা ॥ ২১৯৭
স্ত্ৰী বাল বৃদ্ধ সব যত যুবালোকে।
মূৰ্চ্ছা গৈয়া পৰিল ৰাজাৰ মহাশোকে ॥
যেহেন শুকান কাষ্ঠ মোৰ কলেৱৰ।
ৰাম শোক ৰবিজালে শোষে নিৰন্তৰ ॥ ২১৯৮

স্বামীশোক অগনিয়ে পুৰি পুৰি দহে।
এভো প্ৰাণ নযাই শৰীৰ কেনে ৰহে ॥
উলট পালট স্বৰ্গ মৰ্ত্ত্য পাতালত।
যুগ পৰিবৰ্ত্ত যেন ভৈল অকালত ॥ ২১৯৯
মৰিবাহা তুমিসব কোনে পতিয়ায়।
হা প্ৰভু বোলন্তে মোহোৰ প্ৰাণ যায় ॥
ৰাম বন গৈলা ছাড়ি তুমি গৈলা স্বৰ্গ।
চতুৰ্ভিতি বেঢ়ি কান্দে মহাদইবৰ্গ ॥ ২২০০
সমিধান নিদিলা টিকব নিজনাহা।
আমাক অনাথ কৰি কৈক লাগি যাহা ॥
ৰাঘৱৰ শোকে তুমি গৈলা যমপুৰ।
খণ্ডাইলাহা অলঙ্কাৰ শিখৰ সিন্দূৰ ॥ ২২০১
হেন মন কৰয় যাইবোহো মই মৰি।
পুত্ৰ বাসনাতহে জীৱন আছো ধৰি ॥
হা স্বামী দশৰথ বৃদ্ধ মহীপাল।
হা ৰাম লখাই সীতা মোৰ ভৈলা কাল ॥ ২২০২

কৌশল্যাৰ কৈকেয়ীক ভৰ্ৎসনা আৰু সকলোৰে ৰাজ্য ৰক্ষাৰ মন্ত্ৰণা

বিষাদে কৌশল্যা কৈকেয়ীক লাগি চাইলা।
কুল সংহাৰিণীক আগতে ভেট পাইলা ॥
হাওৰে পাপিষ্ঠী চাৰী তই স্বামী খাইলি।
সমস্ত লোকক শোক সাগৰে পেলাইলি ॥ ২২০৩
তোৰ গৰ্ব্বে ঠাই ভৈল সুস্বামী আমাৰ।
সব ৰঘুবংশৰ চিন্তিলি বুন্দামাৰ ॥
তোৰ কুখিয়াতি তিনি ভুৱনক যাইব।
নৰকৰ পোকে তোক লাৰি ছাৰি খাইব ॥ ২২০৪
যাৱে চন্দ্ৰ দিবাকৰ পৃথিৱী সাগৰ।
ঘোৰ ক্ৰিমিকুণ্ডত থাকিবি একেশ্বৰ ॥
ৰামত ভকত যেন লখাই মহাবীৰ।
ভৰতো ৰামত তেন একেসে শৰীৰ ॥ ২২০৫
পুতেয়ো নলৈব ৰাজ্য স্বামীকো বধিলি।
একোৱে নভৈল তই নৰক সাধিলি ॥
তোহোৰ কাৰণে ৰামচন্দ্ৰ গৈলা বন।
পুত্ৰশোকে নৃপতিয়ো তেজিলে জীৱন ॥ ২২০৬
সিংহ গজৰাৱ শুনি জনকৰ জীৱে।
চমকিয়া ৰাঘৱৰ ধৰিলন্ত গ্ৰীৱে।
তই ভৈলি প্ৰজাৰ দুখৰ আদিমূল ॥
কৰিলি নিৰ্ম্মূল তই ইটো ৰঘুকুল ॥ ২২০৭
এহি বুলি মুঠি হানি পৰিলন্ত শোকে।
প্ৰবোধিতে নপাৰিল সব নাৰীলোকে ॥
পাচে বশিষ্ঠক গৈয়া মতাইয়া অনাইল।
কুলগুৰু কৌশল্যাক প্ৰবোধ কৰাইল ॥ ২২০৮
বিষাদে থাকিল দেৱী অস্থি চৰ্ম্ম মাত্ৰ।
বশিষ্ঠ বসিলা গৈয়া আউৰ যত পাত্ৰ ॥
সেনাপতি যূথপতি মন্ত্ৰী সন্ধিকৈ।
মহা মহা সাধু যত সবাহাঙ্কে লই ॥ ২২০৯
বামদেৱ যাজ্ঞ্যবল্ক বিশ্বামিত্ৰ গৰ্গ।
মাৰ্কণ্ডেয় গৌতম ৰাজাৰ গুৰুবৰ্গ ॥
বশিষ্ঠক মধ্য কৰি বসিল বিমনে।
আদিত্যক বেঢ়িয় যেহেন গ্ৰহগণে ॥ ২২১০
সবে বিমৰিষি পাচে কৰিলন্ত থিৰ।
তৈলদ্ৰোণী কৰি থৈল ৰাজাৰ শৰীৰ ॥
পাত্ৰ পুৰোহিত মিলি আলোচিলা কাজ।
অৰাজকে নিৰন্তৰে ছন্ন হৈবে ৰাজ ॥ ২২১১
সবে হন্তে বুলিলন্ত বশিষ্ঠক চাই।
ৰাজ্য ছন্ন হৈবেক নৃপতি কেহো নাই ॥
দশৰথ চক্ৰৱৰ্ত্তী ভৈলন্ত বিনাশ।
ৰাম লক্ষ্মণেয়ো এৰি গৈল বনবাস ॥ ২২১২
পৰদাৰা হৰণ কৰিব মহাপাপ।
পুত্ৰ হুয়া নমানিব আপোনাৰ বাপ ॥
নাৰীগণ স্বামীত হৈবেক অবিনীত।
অনিয়মে সবে দোষ হৈবে উপস্থিত ॥ ২২১৩
মাতুলৰ ঘৰত ভৰত শত্ৰুঘন।
সত্বৰে অনায়ো যেৱে ৰাজ্য নোহে ছন্ন ॥
অৰাজকে দুষ্ট খলে আসঙ্ক পাইব।
অনেক দুৰ্জ্জন চোৰ মহল উঠাইব ॥ ২২১৪

ৰাজায়ে আহন্তে মোত পুছিলন্ত কাজ।
সত্বৰে চিন্তিয়ো যেৱে ছন্ন নোহে ৰাজ॥
শুনিয়ো সমাজে ইটো ৰামৰ চৰিত।
ৰাম ৰাম বুলি সুখে তৰিয়ো কলিত॥ ২২১৫

---

দূত পঠাই ভৰতক আনয়ন

**দুলড়ী**

হেন শুনি পাচে নিজ কুলগুৰু
বশিষ্ঠে বুলিলা বাণী।
কহিলা সুমন্ত্ৰ মন্ত্ৰী ঝাণ্টে কৰি
দূত মিলায়োক আনি॥
শুনি মন্ত্ৰীবৰ আজ্ঞা বশিষ্ঠৰ
মাথাত লৈয়া সাদৰি।
পৰম চতুৰ দূতগণ মন্ত্ৰী
মিলাইলন্ত শীঘ্ৰ কৰি॥ ২২১৬
বশিষ্ঠ দূতক বুলিলন্ত বাণী
বিলম্বক পৰিহৰি।
আমাৰ বচনে তুমিসব শীঘ্ৰে
চলা ৰাতি দিন কৰি॥
কেকয় ৰাজাৰ ৰাজ্য এথা হন্তে
হোৱে আতি বহুদূৰ।
মোৰ বাক্য ধৰি চলা শীঘ্ৰ কৰি
যথা গিৰিবজ্ৰপুৰ॥ ২২১৭
এথাৰ বৃত্তান্ত কথা তুমিসবে
ভৰতক নকহিয়া।
ৰাজাৰ আদেশ বুলি জাণ্ট কৰি
আনিয়ো এথা লাগিয়া॥
বশিষ্ঠৰ বাণী শুনি দূতগণ
লৰিলা চৰি ৰথত।
নাহি অন্ন পান সাত দিন মাত্ৰ
যাহন্তে ভৈলা পথত॥ ২২১৮
যেৱে দূতগণ গিৰিবজ্ৰপুৰে
শীঘ্ৰবেগে প্ৰবেশিলা।
ভৰতে তথাত অনিষ্টসূচক
সপোন বৰ দেখিলা॥
নাই সুস্থ মন মলিন বদন
ভৈল ভৰতৰ মুখ।
শ্ৰীহানি দেখি মিত্ৰসকলৰ
মনত বৰ অসুখ॥ ২২১৯
হাতযোৰ কৰি পুছিলন্ত পাচে
দেখিয়া তান অৱস্থা।
মিত্ৰ সকলত কহিলা ভৰত
যত সপোনৰ কথা॥
এহিসে কাৰণে জানিবাহা মোৰ
বিকল কৰয় মন।
শৰীৰ দহয় হৃদয় কাম্পয়
শুকাই মুখ সঘন॥ ২২২০
কি কহিবো আৰ তোমৰাসবৰ
কথা শুনি বিমৰিষ।
জানিলোহো নিষ্ট কোনবা অনিষ্ট
আসি ভৈলা অসদৃশ॥
পৰম দুৰ্ঘোৰ স্বপ্ন দেখি মোৰ
থিৰ আৰ নোহে চিত।
আকাশ ছানিয়া দেখিলো সম্পূৰ্ণ
পৰিল চন্দ্ৰ ভূমিত॥ ২২২১
আৰৰ দেখিলো সাগৰ শুকাইল
ৰাহুৱে গ্ৰাসিল সূৰ।
বিনা মেঘে আসি নিৰ্ঘাত পৰিয়া
যেন ভূমি ভৈলা চূৰ॥
আমাৰ পিতৃৰ শৰীৰ দেখিলো
ৰক্ত বস্ত্ৰ আনি দিল।
থিৰ নুহি কায়া মাটিত ঘসাইয়া
দক্ষিণক লাগি নিল॥ ২২২২
দেখি গাৰ পোৰে উপৰক গোড়ে
বুৰ দিলা তৈলকুণ্ডে।
কৰিয়া আক্ৰান্তি আতিশয় যান্তি
তৈল দিলা গাৱে মুণ্ডে॥

আৰো এক স্বপ্ন দেখিলোহো মই
গাৱে কলা বস্ত্ৰ লই।
পিতৃ দশৰথ লোহাৰ খাটত
থেপেকাই বসিলা গৈ ॥ ২২২৩
দেখিলো আউৰ ৰাতুল পুষ্পৰ
মালা মাথে তুলি দিল।
পিঙ্গল বৰণী নাৰী একজনী
আলিঙ্গি আসি ধৰিল ॥
ইসব স্বপ্নৰ ফলে নিৰন্তৰ
কহয় বাপৰ কাল।
লয় মোৰ মন নোহে বা জীৱন
তেজিলন্ত মহীপাল ॥ ২২২৪
নেদেখোহো ভাল ভৈল বহুকাল
আসিলো তেজি নগৰ।
নজানো তথাত কোনবা বিঘাত
মিলিয়াছে অথন্তৰ ॥
মনে অনুমানি স্বপ্নৰ কাহিনী
কৈলা কৈকেয়ীৰ সুত।
সেহি সময়ত নগৰ পশিল
আহি অযোধ্যাৰ দূত ॥ ২২২৫
ৰাজাক প্ৰণামি পাচে নমিলেক
ভৰতৰ দুই পাৱ।
ভৰতৰ দূতে বচন বোলয়
ঝাণ্টে চালিয়োক গাৱ ॥
চলা এতিক্ষণ চাৰি কোটি ধন
ৰাজাৰ লোৱা সন্দেশ।
নবাধিবা বাক আমি দেখো তাক
কৰাইয়ো আগে প্ৰবেশ ॥ ২২২৬
হেন শুনি পাচে ভৰতে বোলন্ত
শুনিয়ো দূতসকল।
দশৰথ নিজ পিতৃৰ আমাৰ
কহিয়ো বাৰ্ত্তা কুশল ॥
পৰম শ্ৰীমন্ত ভালে কি আছন্ত
ৰাম পিতৃ সম ভাই।
ৰামৰ পাচত মোক সুমৰন্ত
কৌশল্যা যে বৰ আই ॥ ২২২৭
প্ৰকৃতি সুন্দৰ বাৰ্ত্তা লক্ষ্মণৰ
কহিয়োক সদভাৱ।
আতি মহাশান্ত ভালে কি আছন্ত
সুমিত্ৰায়ে শত মাৱ ॥
বাপৰ সুভগা কলহত প্ৰিয়
প্ৰচণ্ড যাৰ স্বভাৱ।
স্বামী সেৱা কৰি ভালে কি আছন্ত
আমাৰ কৈকেয়ী মাৱ ॥ ২২২৮
হেন শুনি দূতে শোকক তন্তায়া
কহিলন্ত ধৈৰ্য্য ধৰি।
সকলে কুশল ৰাজাৰ আদেশ
চলা তুমি ঝাণ্ট কৰি ॥
শুনা ৰামায়ণ সভাসদগণ
ৰামক মনত ধৰি।
ৰামৰ চৰণে পশিয়ো শৰণে
বিলম্বক পৰিহৰি ॥ ২২২৯
জানা সাৰ তত্ত্ব কালৰ মুখত
পৰিয়া আছো নিশ্চয়।
কেতিক্ষণে গিলে মিলে একতিলে
দাৰুণ মৰণ ভয় ॥
পৰম চঞ্চল বিষয় সকল
তেজিয়ো বিশ্বাস আত।
ইসে নিজ কাম বুলি ৰাম ৰাম
এৰায়ো কালৰ হাত ॥ ২২৩০

---

পদ

সিংহাসনে থিত ভৈলা গিৰিবজ্ৰনাথ।
তেতিক্ষণে ভৰতে জুৰিল যোৰহাত ॥
দেখি ৰাজা বোলে মোৰ নাতি সদভাৱ।
বাপৰ আদেশে ঝাণ্টে চালিয়োক গাৱ ॥ ২২৩১
দশৰথ কৌশল্যা ৰাঘৱ লখমন।
কৈকেয়ী সুমিত্ৰা আৰো যত বন্ধুগণ ॥

বশিষ্ঠ প্ৰমুখ্যে গুৰুপাত্ৰ যত জন।
সবাকো সন্দেশ দিল তিনি কোটি ধন ॥ ২২৩২
ভৰতকো দিলা পাচে আশেষ সম্ভাৰ।
সহস্ৰেক ঘোৰা দিল পৱন সঞ্চাৰ ॥
মাণিকে মণ্ডিয়া দিলা ৰথ দশখান।
ময়মত্ত হস্তী দিলা দশশত মান ॥ ২২৩৩
লক্ষ তোলা সুৱৰ্ণ সহস্ৰ আতিৰেক।
কোটি এক ধন দিলা সন্দেশ অনেক ॥
কেকয়ক নমিলা মাতুল যুদ্ধাজিত।
চড়িলা ভৰত ৰথে হৈয়া সুনত্ৰিত ॥ ২২৩৪
আগত ভৰত পাচ ভৈলা শত্ৰুঘন।
ৰথখান গতি কৰে যেহেন পৱন ॥
পূৰ্ব্ব দিশ লাগি দুয়ো ভাই চলিলন্ত।
নদী নদ নগৰ অৰণ্য এৰাইলন্ত ॥ ২২৩৫
যমুনাৰ তীৰ পাইল কটকসকল।
সবে প্ৰজা সন্ধুকিল পান কৰি জল ॥
এৰাইল অনেক গ্ৰাম নগৰ আশেষ।
ধীৰে আস প্ৰজা বুলি কৰিলা আদেশ ॥ ২২৩৬
প্ৰজাক এৰিয়া নানা দেশক এৰাইল।
শীঘ্ৰে গৈয়া আতি নদী গোমতী ছাৰাইল ॥
চলিলা ভৰত যেৰে গোমতীক তৰি।
ৰিণি ৰিণি দেখি যায় অযোধ্যা নগৰী ॥ ২২৩৭
সাত দিনে পাইলা গৈয়া নগৰীৰ কোল।
এদিনাৰ মতে তাত নুশুনিয় ৰোল ॥
বিপৰীত দেখি বোলে কৈকেয়ীৰ সুত।
কিবা আথান্তৰ মোত নকহিলি দূত ॥ ২২৩৮
তিনি প্ৰহৰৰ পথ যাৰ ধ্বনি গৈল।
অযোধ্যা নগৰী দেখো নিশৱদ ভৈল ॥
সাগৰ মথন্তে যেন আসিল আস্ফাল।
বেদধ্বনি নৃত্যগীত নাহি কোলাহল ॥ ২২৩৯
কিছুৰে নুশুনি আজি সিসব শৱদ।
বায়ু থিৰ ভৈলা যেন সাগৰ তৰঙ্গ ॥
নিৰন্তৰে চলে যত হাতী ঘোড়া ৰথ।
চৌদোলৰ নিমিত্তে যাইবাক নাহি পথ ॥ ২২৪০

কি কাৰণে আজি নাৰীশূন্য দেখো বাট।
কোলাহল নুশুনোহো পাঞ্চশত হাট ॥
মলিন দেখোহো নগৰৰ উপবন।
বিলাস বিনোদ যৈত কৰে নাৰীগণ ॥ ২২৪১
বৃক্ষত চাটক সবে নকৰয় ৰোলি।
নগৰৰ লোকৰ নেদেখো কিছু কেলি ॥
শুন ওৰে সাৰথি বচন বোলো তোক।
আমাক নমাতে কিয় নগৰৰ লোক ॥ ২২৪২
মলিন বস্ত্ৰক পিন্ধি কৰে নৰে শোক।
কি কাৰণে অভিনন্দা নকৰয় মোক ॥
হেন বুলি প্ৰবেশিলা অন্তেষপুৰত।
দুৱৰী দেখিয়া মাথা নমাইল দূৰত ॥ ২২৪৩
ঝাতঝিত কৰে দেখো অযোধ্যা নগৰী।
বুলিলন্ত ভৰতে বিষাদ মন কৰি ॥
নাশ হেতু ৰাজাৰ দেখিলো বিমঙ্গল।
সিসব অনিষ্ট স্বপ্ন মিলিল সকল ॥ ২২৪৪
প্ৰজাসবে মোক মাথা তুলিয়া নচায়।
চকু দুই টেৰ কৰি পিঠি দিয়া যায় ॥
অশেষ বিষাদে ৰাজ ওৱাৰীক পাই।
ঝাণ্ট কৰি ৰথৰ নামিলা দুয়ো ভাই ॥ ২২৪৫
আথে বেথে পাইলন্ত বাপৰ নিজ ঠাই।
হাতীশাল শূন্য যেন মত্ত গজ নাই ॥
নেদেখিয়া বাপক বিকল দুয়ো ভৈলা।
মাৱৰ থানক শীঘ্ৰে চাহিবাক গৈলা ॥ ২২৪৬

কৈকেয়ীৰ পৰা সকলো বৃত্তান্ত শুনি ভৰতৰ ক্ৰোধ

পুত্ৰক দেখিয়া পাচে ভৰতৰ মাৱ।
কৌতুহলে আসনৰ চালিলন্ত গাৱ ॥
মাৱক দেখিয়া কিছু সহৰিষ মন।
পাৱে পৰি প্ৰণাম কৰিলা তেতিক্ষণ ॥ ২২৪৭
দুই বাহু মেলি মাৱে সাৱটি ধৰিল।
গ্ৰীৱত সাৱটি মুখে চুম্বন কৰিল ॥
যুদ্ধাজিত ভাতৃৰ কুশল বাৰ্ত্তা কহ।
ভালে কিবা আছন্ত তোমাৰ মাতামহ ॥ ২২৪৮

Composed 20.6.76

কল্যাণে আছন্ত মোৰ সৈহৰীৰ লোক।
কিবা বস্তু সন্দেশ পঠাইল দিয়া মোক ॥
আমাৰ বাপৰ দেশ অনেক বিদূৰ।
কৈসানি এৰিলা বাপ গিৰিবজ্রপুৰ ॥ ২২৪৯
পথত কতেক দিন ভৈগৈল প্ৰবাস।
তোক দেখি বাপ মোৰ শৰীৰ উল্লাস ॥
ভৰতৰ মাৱে যাৰ কল্যাণ ইচ্ছন্তি।
সকলে কুটুম্ব মাৰ সকলে আছন্তি ॥ ২২৫০
সাত দিনে ভৈলো আসি অযোধ্যাপুৰত।
তোমাৰ সন্দেশ আছে কতোহো দূৰত ॥
আনিল বাপৰ দূতে সত্বৰ গমন।
সিকাৰণে পাচে এৰি আইলো যত ধন ॥ ২২৫১
মলিন দেখোহো কেনে অযোধ্যানগৰী।
বিয়াকুল মন মোৰ কোৱা ঝাণ্ট কৰি ॥
শূন্য নগৰীক মই আসিলোহো চাই।
দিবসৰ চন্দ্ৰ যেন তাৰাগণ নাই ॥ ২২৫২
পতাকা নলৰে যেন বিজুলী চটক।
লণ্ড ভণ্ড পুৰী দেখো উৎসন্ন কটক ॥
শুনিয়োক মাৰ কথা কহিয়োক তত্ত্ব।
আছে পিতৃ দশৰথ কমন গৃহত ॥ ২২৫৩
তোমাৰ থানত পিতৃ আছে হেন আশে।
আসিয়া দেখোহো কিন্তু নাহি তয়ু পাশে ॥
আমাৰ বাপক কোন থানে ভেট পাইবো।
উতপাত কৰে মন তেৱেসে জুৰাইবো ॥ ২২৫৪
ভৰতৰ বোল শুনি লাজ পৰিহৰি।
কহিবাক লাগিলা মনত ৰঙ্গ কৰি ॥
নুশুনিলি বাপ তই ভৈল কাজ যত।
মাজ নিশা মৰিল নৃপতি দশৰথ ॥
আপোন সুকীৰ্ত্তি কৰি চলিলন্ত স্বৰ্গ।
অনাথ কৰিলা আপোনাৰ বন্ধুবৰ্গ ॥ ২২৫৫
হেন শুনি ভৰতে তেজিলা দীৰ্ঘবাৱ।
যেন বজ্রপাত মাথে মোহিত স্বভাৱ ॥
হা মোৰ পিতৃ তুমি কেনে গৈলা যমে।
কান্দিলা অনেক কৰি শত্ৰুঘন সমে ॥ ২২৫৬

বাপ পঠাইবাৰ দূতে শীঘ্ৰে আনিলেক।
মনত মানিলো ইটো ৰাম অভিষেক ॥
কৌতুকে আছিলো হেন মনে মনে গুণি।
সকলে নিষ্ফল ভৈল পিতৃনাশ শুনি ॥ ২২৫৭
এহি বুলি মহাদুখে পৃথিৱীত লুটি।
বিলাপ কৰন্ত হেন প্ৰাণ যায় ফুটি ॥
দেখিয়া কৈকেয়ী পাচে তুলি ধৰিলন্ত।
প্ৰবোধ বচনে ভৰতক বুলিলন্ত ॥ ২২৫৮
উঠা উঠা বাপ শোক নকৰিয়ো মনে।
উলটি কি আসিবন্ত তোমাৰ ক্ৰন্দনে ॥
বহুতৰ কীৰ্ত্তিক থৈলন্ত মহাপাল।
বৃদ্ধ বয়সত নৃপতিৰ ভৈলা কাল ॥ ২২৫৯
প্ৰজাক পালিয়া কৰিলন্ত ৰাজ্যভোগ।
সত্য পালি মৰিলা কান্দিতে নুহি যোগ ॥
মৰিবাৰ বেলা ৰাজা বুলিলা বচন।
ঝাণ্ট কৰি আসোক ভৰত শত্ৰুঘন ॥ ২২৬০
ৰাম সীতা লক্ষ্মণক বনত পঠাইল।
হেন দেখি সব লোক কৌতুক পাইল ॥
শুনি ভৰতৰ হৃদয়ৰ কম্প ভৈল।
ৰোগীৰ মুণ্ডত যেন বজ্র পৰি গৈল ॥ ২২৬১
হায় বিধি যমে কিয় নেনিলেক মোকে।
এহি বুলি পৃথিৱীত পৰিলন্ত শোকে ॥
অচেতনে আছে যেন ভৈল বায়ুপাত।
মৃতকৰ যেন প্ৰাণ নেখেলে নাসাত ॥ ২২৬২
ৰাম লক্ষ্মণৰ শোকে পৰি শত্ৰুঘন।
ভৰতক ধৰি বীৰে কৰন্ত ক্ৰন্দন ॥
কতোক্ষণে ভৰতে চেতন লভিলন্ত।
শোকত তন্তায়া পাচে বাক্য বুলিলন্ত ॥ ২২৬৩
কি কাৰণে নৃপতিৰ মতি বিহৰিল।
ৰাম সীতা লক্ষ্মণক বনবাস দিল ॥
ৰামে কিনো ব্ৰহ্মবধ গোবধ কৰিল।
নোহে মহাপাপ গুৰুভাৰ্য্যাক হৰিল ॥ ২২৬৪
সিকাৰণে প্ৰাণ ভাইক দিলা বনবাস।
চিন্তিলন্ত কিয় পিতৃ আপোনাৰ নাশ ॥

সবে ৰাজ্য স্নেহ একভিতি কৰিলন্ত।
আউৰ দিকি ৰাম স্নেহ তুলে ধৰিলন্ত ॥ ২২৬৫
ৰামত বাসনা আতি বাপৰ মিলিল।
মৰিবাৰ বেলা কেনে বিধিয়ে চলিল ॥
কৈকেয়ী বোলয় সবে পাত্রে আলোচিলা।
ৰাজাৰ পাশক শীঘ্রে সবহি আসিলা ॥ ২২৬৬
ৰাজায়ে সহিতে পাচে বিমৰিষি কাজ।
কৌশল্যাৰ তনয়ত সমৰ্পিলা ৰাজ ॥
বশিষ্ঠে আনিলা অভিষেকৰ সম্ভাৰ।
কালি ৰাজ দিব হেন কৰিলন্ত সাৰ ॥ ২২৬৭
ৰামৰ সাতাৰ পাচে অধিবাস কৈল।
এতেক দেখিয়া মোৰ হৃদিকম্প ভৈল ॥
আলোচিয়া থিত সব কৰিলোহো কাজ।
তোমাক লাগিয়া মই মাগি লইলো ৰাজ ॥ ২২৬৮
শপত কৰায়া নৃপতিক কৈলো বন্দি।
ৰামক পঠাইলো বনে সত্যপাশে ছান্দি ॥
হৰাইল দেখিলো ৰাজ্য সপোনৰ নিধি।
কতমতে সাধিলো সহায় ভৈল বিধি ॥ ২২৬৯
বপাহাঙ্ক লাগি বাপ নকৰিবি মৰ্ম্ম।
ঝাণ্টে ৰাজ্য লৈয়ো মোৰ সাফলোক শ্ৰম ॥
ৰাজাৰ আদেশ ৰামে শিৰোগতে লৈল।
সীতায়ে লক্ষ্মণ সমে বনবাসে গৈল ॥ ২২৭০
হাহাকাৰ শব্দে কান্দিল সব লোকে।
মৰিলন্ত মহীপাল সেহি পুত্ৰশোকে ॥
ৰাজাৰ শৰীৰ আছে নাৱাণ তেলত।
তান কৰ্ম্ম কৰি ৰাজ্য লৈয়োক ভৰত ॥ ২২৭১
এৰেসে পলাইল মোৰ ই দুখ ললাট।
শুভক্ষণ কৰি বাপ লৈয়ো দণ্ডপাট ॥
দুয়ো ভাই জানিল ৰামৰ বনবাস।
কুজীৰ কাৰণে ভৈল ৰাজাৰ বিনাশ ॥ ২২৭২
চাৰিগুণে ভৰতৰ ক্ৰোধ উপজিল।
গৰিহা বচনে পাচে কৈকেয়ীক বুলিল ॥
হাওৰে পাপিষ্ঠী মাৱ কি কৰিলি কাজ।
কোননো বাপেৰে তোত মাগিলেক ৰাজ ॥ '৭৩

ৰাম লক্ষ্মণৰ খণ্ডিলিহি ৰাজ্যভোগ।
বাপক মাৰিলি তই অচিকিৎস ৰোগ ॥
কিবা ৰাম দদা তোক অনিষ্ট কৰিল।
সিকাৰণে তান তই ৰাজ্য বিহৰাইল ॥ ২২৭৪
ৰাজ্যলোভে আপুনিও নৰকক গৈলি।
মোৰ কেনে ত্ৰিভুৱনে অখ্যাতিক থৈলি ॥
একেবাৰে তিনিগোট অকাৰ্য্য কৰিলি।
মোহোৰ দুষ্কীৰ্ত্তি ৰাম বনবাস দিলি ॥ ২২৭৫
স্বামীক মৰাইলি দশৰথ মহাৰাজ।
তথাপিতো দাৰুণী তোহোৰ নাহি লাজ ॥
ইহলোকে পৰলোকে শুভ নাহি তোৰ।
দেশে দেশে মোহোৰ কুযশ থৈলি ঘোৰ ॥ ২২৭৬
স্বামী ঘাতিনীক পৃথিৱীয়ে কেনে ঘৰে।
ফাট দিয়া লুকাই থৈয়া তোক নসম্বৰে ॥
শুষিনী নাগিনী নিকাৰুণী সংহাৰিণী।
নিৰ্দ্দয়িনী ৰাক্ষসিনী বাঘিনী দাৰুণী ॥ ২২৭৭
যক্ষিনী ডাহিনী তই স্বস্বামী ভক্ষিনী।
পিশাচিনী আৰে ৰাণ্ডী ভৈলি অলক্ষিণী ॥
সকলো লোকক শোকে মাৰিলি বিছুই।
অযোধ্যা ৰাজ্যত তই ভৈলি সোণগুই ॥ ২২৭৮
বাপক মাৰিলি আগে আৰে মোক খাহা।
নিলাজী বৈৰিণী চাৰী মাৰিবাক যাহা ॥
কৌশল্যা সুমিত্ৰা বিকলিত পুত্ৰশোকে।
নৰকত পচিবি খাইবেক জোকে পোকে ॥ ২২৭৯
দশোদিশে ব্যাপিল নিৰ্ম্মল যাৰ যশে।
তান ভাৰ্য্যা ভৈলি তোক জনিল ৰাক্ষসে ॥
কৌশল্যা মাৱক তই দিলি বৰশোক।
ময়ো আৰে পেট পুৰি মাৰিবোহো তোক ॥ '৮০
এতিক্ষণে ময়ো আজি যাইবো বনমাজ।
স্বতন্তৰী দাৰুণী আপুনি লহ ৰাজ ॥
হা বাপ বুলিয়া বিকল বৰ ভৈলা।
হা ৰাম ভাই বুলি পৰি মূৰ্চ্ছা গৈলা ॥ ২২৮১
আশেষ কান্দন্তে শত্ৰুঘনে গৈয়া পাইল।
আশ্বাসি অনেক তুলি ধৰিয়া বসাইল ॥

লক্ষ্মণ দদাৰ ভৈল কমন মহত।
সব প্ৰতিকাৰ তেহো কৰিতে শকত ॥ ২২৮২
ৰাঘৱৰ সঙ্গতি গৈলন্ত বনমাজ।
পিতৃ বোলে বাধিয়া ৰামক নিদি ৰাজ ॥

শত্ৰুঘ্নৰ হাতত কুঁজীৰ বিপত্তি

শুনিলেক কুঁজীয়ে ভৰত আসি ভৈল।
সত্বৰ গমনে কৈকেয়ীৰ পাশে গৈল ॥ ২২৮৩
পিন্ধিলেক হৰিষে বত্ৰিশ অলঙ্কাৰ।
মুকুট কুণ্ডল গ্ৰীৱে সাতেসৰি হাৰ ॥
বলয় কঙ্কণ কাঞ্চি নূপুৰৰ সাজে।
হংসী কেলি কৰে যেন সৰোবৰ মাজে ॥ ২২৮৪
সুৱৰ্ণৰ খোল নিয়া কুজত চড়াইল।
কটাক্ষ দৃষ্টিয়ে ভৰতৰ মুখ চাইল ॥
শৰীৰত পিন্ধিলেক অগৰু চন্দন।
কৈকেয়ীৰ গৃহ লাগি কৰিল গমন ॥ ২২৮৫
ৰাজ্যযোগে অলঙ্কাৰ পিন্ধি উৰি গাৱে।
কপিলা থাকিলা যেন চণ্ডালৰ ঠাৱে ॥
বিমৰিষ কৰে কুঁজী আউৰ কিবা চাও।
ভৰতক সমীপক কিসক নযাও ॥ ২২৮৬
মই বান্ধো ৰূপ বৰ হেনয় নোহয়।
মোহোৰ স্বৰূপে দেখো আথানো জ্বলয় ॥
বয়সত বৰ মই ভৰতত কৰি।
কাম বশ ভৈলে সিটো দোষক নধৰি ॥ ২২৮৭
বিদিতে কুমাৰে যেৱে লাজ কিছু কৰি।
গুপ্তৰূপে তথাপিতো হৈবো পটেশ্বৰী ॥
অনন্তৰে অন্তঃপুৰে ভৰতে চাহিল।
সেহিবেলা কুঁজী আসি আগতে মিলিল ॥ ২২৮৮
দেখ ভাই সমস্তৰে বহ্নি-কুণ্ড আইল।
হেন বুলি কুঁজীক তাহন্তে সঙ্কটাইল ॥
সকল আপদ হেতু এইসে আঘুধী।
লাথি ভুকু চৰৰ মাৰস যথাবিধি ॥ ২২৮৯
হেন শুনি শত্ৰুঘনে মন্থৰাক পাইল।
যেন ক্ষুদ্ৰ মৃগী দেখি কেশৰী খঙ্গাইল ॥
ঘাৰে ধৰি কুঁজীক ফুৰাইল বহুপাক।
মন্থৰা ঘূৰয় যেন কুমাৰৰ চাক ॥ ২২৯০
কতো বেলি পেলাৱন্ত আচাৰি হাতৰ।
হিয়া মাটি পাইল যেন কুৰ লাঙ্গলৰ ॥
মাৰিলন্ত কুঁজত অনেক শত কিল।
চিত কৰি হিয়াত ডাঙৰ দিল শিল ॥ ২২৯১
দুই কোষে মাৰিলন্ত নিদাৰুণ লাথি।
ঘুকুচা ঘাৰত দিল বহু ঘৰাকাটি ॥
পুনু পুনু কেশত ধৰিয়া আজুৰিল।
কান্দন্তে মাৰিল ভুকু মুখে ধূলি দিল ॥ ২২৯২
বাৰে বাৰে তুলি তুলি ভূমিত আস্ফালি।
চৰৰত ভাঙ্গি গৈল দন্ত দুই পাৰি ॥
কুঁজীৰ বিলাই দেখি তাইৰ বন্ধুজন।
হা বান্ধৈ বুলিয়া কান্দিল ঘনে ঘন ॥ ২২৯৩
মাৰিবেক আমাক দুৰ্ব্বাৰ শত্ৰুঘনে।
কৌশল্যাত সবে গৈয়া পশিল শৰণে ॥
পাচ চাই পলাইল কুঁজীৰ চেড়ীগণ।
কৈকেয়ীক চাহি বুলিলন্ত শত্ৰুঘন ॥ ২২৯৪
তোৰ বাক্যে আমাৰ জ্বলিল বৰ শোক।
কুল সংহাৰিণী আসি নৰাখয় তোক ॥
এহি মুখে বুলিলি ৰাঘৱ বনে যাউক।
আৰো বোল বুলিলি ভৰতে ৰাজ্য পাউক ॥ '৯৫
হেন বুলি কুমাৰৰ হৃদয় ভাগিল।
আৰৰ কুঁজীক গৈয়া কিলাইবে লাগিল ॥
ৰাম সীতা লক্ষ্মণ গৈলন্ত বনমাজে।
ৰাজাও মৰিলা এই পাপিনীৰ কাজে ॥ ২২৯৬
হেন বুলি গালত নিৰ্দ্দয় দিলা মুঠি।
একো মতে কুঁবুজীৰ প্ৰাণ নযায় ফুটি ॥
ছিঙ্গি সিঙ্খিলন্ত কুঁবুজীৰ অলঙ্কাৰ।
স্বৰ্গে যেন আতিশয় ঝিকমিক তাৰ ॥ ২২৯৭
শত্ৰুঘনৰ কোপ দেখি ভৰতৰ মাৱে।
ভয়ে চমকিয়া গৈল ভৰতৰ ঠাৱে ॥
অথিৰ নয়ন তাৰ মুখে নাহি পান।
শত্ৰুঘনৰ হাতে আজি হৈবোহো নিৰ্য্যাণ ॥ ২২৯৮

ভয়ে তৰতৰি কাম্পে অধৰ শুকাইল।
এক দোৱা কৰি ভৰতৰ কাষ পাইল॥
মোৰ প্ৰাণ ৰাখ বাপ তোহোত শৰণ।
আসজ মিলিল দেখো শুনিয়ো বচন॥ ২২৯৯
মই তোক বোলোহো অলপমতি ছোট।
কুঁজীক মাৰিল নিদাৰুণ পুত্ৰগোট॥
দুইগোটা ভায়েকত পৰে গৰ্ব্বী নাই।
ঘনে ঘনে মোক চাৱৈ চক্ষুক পকাই॥ ২৩০০
নিদাৰুণ দেখো বৰ সুমিত্ৰাৰ পোক।
দুয়োগোটা ভায়েকে মাৰিতে চাহে মোক॥
লক্ষ্মণেও মোক মাৰিবাক সাজ ভৈল।
ৰামৰ ৰচনে পাচে বাহুৰিয়া গৈল॥ ২৩০১
ভৰতে বোলন্ত শত্ৰুঘনৰ মুখ চাহি।
মৰাক মাৰিলে আৰো কিছুফল নাহি॥
কুঁজী পৰ চেৰীসে নুহিকে স্বতন্তৰ।
বোজাৰ উপৰে শাক যেন পটন্তৰ॥ ২৩০২
গুৰুতৰ বচন শুনিয়া শত্ৰুঘনে।
হেম্পোচিয়া কুঁজীক পেলাইলা তেতিক্ষণে॥
চুঞ্চৰিয়া পাইল কুঁজী কৈকেয়ীৰ পাশ।
ধীৰে ধীৰে কৈকেয়ীয়ে বুলিলা আশ্বাস॥ ২৩০৩
ভৰতে বুলিল শত্ৰুঘন মুখ চাই।
দৈৱে বিমোহিত ভৈলা কৈকেয়ী যে আই॥
ৰামত বাসনা আনো মোতো অতিৰেক।
দদাৰ বিপদ দৈৱে কোনে বাধিবেক॥ ২৩০৪
হৰি হৰি দুখিনী কৌশল্যা শত আই।
কেনে সম্ভূধিবোহো তোমাৰ মুখ চাই॥
বুলিতে নথৈল মোৰ কৈকেয়ী মাৱে।
হেন বুলি তহিতে কান্দিলা দীৰ্ঘৰাৱে॥ ২৩০৫

কৌশল্যা আৰু ভৰতৰ কথোপকথন

ক্ৰন্দনৰ ৰোল বৰ কৈকেয়ীৰ ঠাই।
বুলিলা কৌশল্যা পাচে সুমিত্ৰাক চাই॥
আসিলেক ভৰত দাৰুণী যাৰ মাৱ।
দেখিয়োক আসা গৈয়া চালিয়োক গাৱ॥ ২৩০৬
হেন বুলি দুইহন্তো লৰিলা সেহিক্ষণে।
ভৰতো আসন্ত দুইকো দেখিবাক মনে॥
সুমিত্ৰাৰ তনয় পাচত শত্ৰুঘন।
বাটতে তাহাৰা দুইকো পাইলা দৰিশন॥ ২৩০৭
কৌশল্যাক দেখিয়া ভৰত দুখী ভৈলা।
হা মৰিলোহো বুলি পৰি মূৰ্চ্ছা গৈলা॥
আসিলি বোপাই কুলনাশিনীৰ পো।
দুইকো ধৰি কান্দিলা নয়নে বহে লো॥ ২৩০৮
উঠ উঠ বাপু তই মুখে এৰ লাজ।
মাৱেৰৰ হাতে তই মাগি লৈলি ৰাজ॥
ৰাজাকো মৰাইলি ৰাম বনবাস দিলি।
পিতৃবধ কৰি কোন কৰ্ম্মক সাধিলি॥ ২৩০৯
মোহোত বুলিলি হন্তে এহি ৰাজকাজ।
ৰামে কৰিলন্ত হন্তে তোক যুৱৰাজ॥
কি কাৰণে আমাসাক বিদ্বেষ কৰিলি।
সুমিত্ৰাক মোক বহ্নিকুণ্ডত থাপিলি॥ ২৩১০
একে শোকে মৰো আৰো জ্বালিলি সন্তাপ।
যেন গঙ্গাজল মোৰ ৰামাই নিষ্পাপ॥
কৌশল্যাৰ সুমিত্ৰাৰ হেন বাণী শুনি।
কিনো বুলিবন্ত নপাৰন্ত মনে গুণি॥ ২৩১১
কতোবেলি মনে থিৰ কৰিলা ভৰত।
দুহান্তৰো আগে পাচে কৰন্ত শপত॥
মোহোৰ কপট যেৱে সত্য পটুৱাওঁ।
মিছা যেৱে বোলো ব্ৰহ্মবধ পাপ পাওঁ॥ ২৩১২
দশ কপিলাক মাৰো গুৰুভাৰ্য্যা হৰো।
ৰামক পঠাইলো বনে আত্মঘাত কৰো॥
মোৰ বোলে বুলিলা কৈকেয়ী নিজমাৱ।
ঘোৰ নৰকত তেৱে মোৰ হৌক ঠাৱ॥ ২৩১৩
বচনে দিলেক দান নিদিলে অধৰ্ম্ম।
ৰাজদ্ৰোহ কৰিলে যতেক পাপকৰ্ম্ম॥
সবপাপ পাওঁ যেৱে মোৰ আছে মন।
যত ধৰ্ম্ম কৰি আছো সিয়ো হোৱে ছন॥ ২৩১৪
কৌশল্যা বোলন্ত তোক জানো শুদ্ধভাৱ।
দাৰুণ শপত শুনি পোৰে মোৰ গাৱ॥

চিৰকাল জীৱি আশীৰ্ব্বাদ দিলো তোক।
ৰাম আইলে দেখি পাসৰিবে সবে শোক॥ '১৫
কৌশল্যাৰ কোলে দুখে আছন্ত ভৰত।
তপত খোলাত কৰে মাছ যেনমত॥
মন্দকৰ্ম্মে মাৱৰ শৰীৰে দেই তাপ।
সুৰাপান কৰি যেন দ্বিজৰ সন্তাপ॥ ২৩১৬
অশেষ কৰন্ত শোক কৌশল্যাৰ ঠাৱে।
পিতৃশোক বহ্নি যেন জ্বলে তান গাৱে॥

বশিষ্ঠাদিৰ আগমন আৰু ৰাজাৰ প্ৰেতকাৰ্য্যৰ ব্যৱস্থা

সূৰ্য্য অস্ত গৈল নিশা দুখ বৰ পাইল।
বৰিষ সমান তান ৰজনী পোহাইল॥ ২৩১৭
প্ৰভাতে বশিষ্ঠ গুৰু চালিলন্ত গাৱ।
মন্ত্ৰী পাত্ৰ লৈয়া গৈলা ভৰতৰ ঠাৱ॥
দশৰথ ৰাজাৰ দেখিলা বাসা ঘৰ।
ইন্দ্ৰ নাহিকন্ত যেন স্বৰ্গৰ ভিতৰ॥ ২৩১৮
পাত্ৰসব দেখিলা ৰাজ্যৰ মহাহিতে।
ভৰতে বোলন্ত আইলা আমাক দেখিতে॥
বাপ ভাইৰ দ্ৰোহিয়া আমাৰ নাহি গতি।
কৈকেয়ী মাৱে কৈলা চাণ্ডাল সঙ্গতি॥ ২৩১৯
তেজিলোহো ৰাজ্যধন সবে বন্ধুজন।
বিনে বাপ ভাই মোৰ নিষ্ফল জীৱন॥
হেন বুলি ভৰত ভূমিত পৰিলন্ত।
পাত্ৰসবে দেখিয়া ক্ৰন্দন কৰিলন্ত॥ ২৩২০
বশিষ্ঠ বোলন্ত দশৰথৰ তনয়।
তোমাৰ কিসক ইটো সন্তাপ জ্বলয়॥
পিতৃকাৰ্য্য কৰিয়া লৈয়োক ৰাজ্যপাট।
খণ্ডোক লোকৰ দুখ দুৰ্গতি ললাট॥ ২৩২১
আছিলন্ত ভূবিদ্যুন্ন ৰাজা ৰবিতলে।
গৈলন্ত স্বৰ্গক আপোনাৰ কৰ্ম্মফলে॥
সকলে কুটুম্বে পাচে শোকে কান্দিলন্ত।
সিকাৰণে পুণ্যক্ষয় হইয়া পৰিলন্ত॥ ২৩২২
হেন জানি শোক তুমি কৰা উপশাম।
ত্বৰিতে দেখিবা সীতা লক্ষ্মণ শ্ৰীৰাম॥
স্বৰ্গে গৈল দশৰথ ৰাজা শুদ্ধভাৱ।
ক্ৰন্দন কৰিয়া তাঙ্ক পেলাইবাক চাৱ॥ ২৩২৩
ভৰতে বোলন্ত হেন কিয় বোলা মোক।
মাৱে থৈলা অপযশ কিমতে গুচোক॥
পিতৃৰ কৰিবো আমি দশপিণ্ড কাজ।
কৰিবো ৰামক সেৱা নলাগয় ৰাজ॥ ২৩২৪
হেন শুনি বশিষ্ঠ মনত ৰঙ্গ ভৈলা।
ভৰতক লৈয়া মৰাশৰ পাশে গৈলা॥
মৰা বাপ দেখিলন্ত কৈকেয়ীৰ সুত।
দুই ভাই লুটি পাৰি কান্দিলা বহুত॥ ২৩২৫
তৈলহন্তে নৃপতিক তুলিলন্ত কোলে।
দুই ভাই নিয়া থাপিলন্ত চতুৰ্দ্দোলে॥
অগুৰু চন্দনে দেখা ভূষিত কৰাইল।
সব অলঙ্কাৰ নিয়া গাৱত চড়াইল॥ ২৩২৬
আগে পাচে বহন্ত ভৰত শত্ৰুঘনে।
দুই পাশে ধৰিলা ৰাজাৰ বন্ধুজনে॥
মুখ্য মুখ্য নৃপতিৰ যত বন্ধুলোকে।
ৰাজাক দহিতে লাগি চলি গৈলা শোকে॥ '২৭
ৰাজাক থাপিলা নিয়া নদীৰ তীৰত।
বেঢ়িয়া কান্দন্ত মহাদই লোক যত॥
হা প্ৰভু আমাৰ টিকৰ নিজ নাহা।
আমাক তেজিয়া তুমি কৈক লাগি যাহা॥ ২৩২৮
মুকুট কুণ্ডল শোভে বিবিধ মণ্ডন।
হাসো হাসো কৰে আতি ৰাজাৰ বদন॥
মহাদই সবে ক্ৰন্দন কৰে আগে।
উত্তৰ নেদন্ত যেন মনত বৈৰাগে॥ ২৩২৯
অগৰু চন্দন দাৰু নিৰ্ম্মিলন্ত চিতা।
বন্ধুজনে কান্দন্ত ৰাজাৰ চতুৰ্ভিতা॥
চিতাত থাপিলা নিয়া উত্তৰ শিথানে।
উপৰতে যজ্ঞপাত্ৰ থৈল থানে থানে॥ ২৩৩০
ওহিতে ব্ৰাহ্মণে তিনি অগনি থাপিয়া।
ঘৃতাহুতি দিলন্ত হাতত শ্ৰুৱ দিয়া॥

উড়ুখল মুষলকো থাপিলন্ত নিয়া।
অগ্নিত হুমিলা পশুগোটক মাৰিয়া ॥ ২৩৩১
সবৎসা অনেক ধেনু প্ৰদান কৰিল।
বিধিৰ নিয়মে পাচে মুখাগ্নি কৰিল ॥
কলসে কলসে ঘৃত অনেক ঢালিল।
জাজ্বল্য সমান চিতা অগনি জ্বলিল ॥ ২৩৩২
অগনি লাগিল যেৱে নৃপতিৰ গাৱে।
প্ৰণামিল কুমাৰে ৰাজাৰ দুই পাৱে ॥
আৰ্ত্তনাদ কৰি কান্দিলন্ত দুই ভাই।
হা বাপ কৈক যাহা আমাক পেলাই ॥ ২৩৩৩
মোক এৰি কৈক যাহা দশৰথ বাপ।
সহিতে নপাৰো আৰো হৃদয়ৰ তাপ ॥
অনুদিনে বাপ যাত সমৰ্পণা কৰি।
পিতৃসম ৰাম গৈলা দেশ পৰিহৰি ॥ ২৩৩৪
হা ৰাম দদা মই কত পাপ কৈলো।
তুমি হেন ভ্ৰাতৃত বঞ্চিত মই ভৈলো ॥
বশিষ্ঠে বোলন্ত সবে অৱশ্যে মৰিব।
মৃতক পৰাণ পুনৰপি উপজিব ॥ ২৩৩৫
অনুশৌচ এৰিয়ো সংসাৰ বিধি বক্ৰ।
সংহাৰিব সবাকো দুৰ্ব্বাৰ কালচক্ৰ ॥
তুমি আমি প্ৰমুখ্যে আৰৰ যত জন।
দিন কতিপয় থাকি সবে হৈবো ছন্ন ॥ ২৩৩৬
পদ্মৰ পত্ৰৰ যেন নীৰ বহি যাইব।
শোক এৰা সবে হন্তে প্ৰাণ হৰুৱাইব ॥
দুই ভাইক বশিষ্ঠে তুলিলা হাতে ধৰি।
গুৰুৰ বচন শুনি শোক পৰিহৰি ॥ ২৩৩৭
লোতকে তিতিল দুইৰো শৰীৰ সকলে।
শুক্ৰধ্বজ যুগ যেন বৰিষণ জলে ॥
নিঃশেষ দগধ ভৈলা দশৰথ ৰাজ।
সৰযূত বুৰ দিয়া প্ৰেতাঞ্জলি কাজ ॥ ২৩৩৮
জল দান কৰিতে ভৰত লৰি গৈলা।
নিৰন্তৰে তীৰ্থ যত তৈতে আসি ভৈলা ॥
পয়স্বিনী গঙ্গাদেৱী যমুনা গোমতী।
চন্দ্ৰভাগা কাবেৰী লোহিত্য সৰস্বতী ॥ ২৩৩৯
নৰ্ম্মদা সুৰেষা সোণ নদী হীৰন্মতী।
গোদাবৰী কৃতমালা নদী ভানুমতী ॥
সব তীৰ্থ আসি ভৈলা সৰযূৰ জলে।
কুমাৰে তৰ্পণ কৈলা কুটুম্বসকলে ॥ ২৩৪০
নিৰন্তৰে জ্ঞাতিয়ে কৰিল জলদান।
তেতিক্ষণে আসি ভৈল ইন্দ্ৰৰ বিমান ॥
তীৰ্থজল পান কৰি তৃপিতি ভৈলন্ত।
ৰথে চড়ি দশৰথ স্বৰ্গক গৈলন্ত ॥ ২৩৪১
ইন্দ্ৰে আসি কতোদূৰ আগ বঢ়াই নিলা।
আপোনাৰ অৰ্দ্ধাসন তাঙ্ক এৰি দিলা ॥
পাচে প্ৰজাসব উঠি চালিলন্ত গাৱ।
পিণ্ড দিয়া ভৰত লৰিলা নিজ ঠাৱ ॥ ২৩৪২
আগে পাচে গৈল প্ৰজা পীড়িলেক শোকে।
ইন্দ্ৰক পীড়িল যেন অসুৰৰ লোকে ॥
দূৰতে ভৰতে দেখি অযোধ্যানগৰী।
প্ৰজাক সম্বুধি মাতিলন্ত মন্যু কৰি ॥ ২৩৪৩
ৰাম দশৰথে শূন্য গ্ৰাম দেখা জনে।
নাৰীক নোশোভে যেন স্বামী অবিহনে ॥
তেজিলোহো সবে দেশ যত বন্ধুজন।
বিনা বাপ ভাই মোৰ নিষ্ফল জীৱন ॥ ২৩৪৪
ভৰতক বুলিলা ব্ৰাহ্মণ মহাপাত্ৰ।
ধৰ্ম্মপাল নামে নৃপতিৰ পূৰ্ব্বপাত্ৰ ॥
অনুশৌচ পৰিহৰা ভৰত কুমাৰ।
কান্দিলে কি আসে আউৰ জনক তোমাৰ ॥ '৪৫
স্বৰ্গে গৈলা দশৰথ ৰাজা মহাজন।
ক্ৰন্দন কৰিয়া তাঙ্ক পেলাবাক মন ॥
কান্দিলে বাহুৰে যেৱে মৰাৰ জীৱন।
আজি কান্দি জীয়াইব সকলে বন্ধুজন ॥ ২৩৪৬
শুনিয়া ভৰতে পাচে তেজিলন্ত শ্বাস।
অযোধ্যা পশিলা পাছে বাপৰ আবাস ॥
শূন্যথান দেখিয়া সবাৰে মন জীণ।
তৃণ শয্যা দোভায়ে কৰিলা দশদিন ॥ ২৩৪৭
দশপিণ্ড দিলন্ত আৰৰ দশকৰ্ম্ম।
ত্ৰিদশা কৰিলা যতেক কুলধৰ্ম্ম ॥

একদশা দোৱাদশা শ্ৰাদ্ধ নিবৰ্ত্তিল।
নানাবিধ দান পাচে ব্ৰাহ্মণক দিল ॥ ২৩৪৮
হাতী ঘোড়া ৰথ যত চতুৰ্দ্দোল যান।
দাসী দাস ৰূপা সোণা গৃহ বস্ত্ৰদান ॥
তাম্বুল ভাজন মাল্য আৰো বৰবস্ত্ৰ।
শয্যা ধেনু বৃষভ দিলন্ত বৰছত্ৰ ॥ ২৩৪৯
ইসব পূৰ্ব্বকে যত বাপৰ উদ্দেশ্যে।
দিলা দান কৰ্ম্মকাণ্ড কৰিলা নিঃশেষে ॥

ৰামক ওভোতাই আনিবলৈ ভৰতৰ
উদ্যোগ

সৰ্ব্বকাৰ্য্য নিবৰ্ত্তিলে ৰজনী পোহাইল।
বৰ বৰ পাত্ৰ ভৰতৰ পাশে আইল ॥ ২৩৫০
শুনিয়ো ভৰত আমাসবৰ বচন।
মন্যু পৰিহৰ সবে দেশ হৈব ছন্ন ॥
অন্তকালে বাপে তোৰ মতিহীন ভৈল।
ৰামে বনবাস দিয়া ৰাজা স্বৰ্গে গৈল ॥ ২৩৫১
পাত্ৰসবে আসি আমি আলোচিলো কাজ।
সম্ভাৰ মিলাইবো আৰে ঝাণ্টে লৈয়ো ৰাজ ॥
ভৰতে বোলন্ত যেৱে মই লৈবো ৰাজ।
মইসে কৰিলো তেৱে যতেক অকাজ ॥ ২৩৫২
দেশে দেশে অখ্যাতি থাকিব ত্ৰিভুৱনে।
এতেক অকাজ ভৈল ভৰতৰ মনে ॥
জ্যেষ্ঠ ভাই গুৰুসম তান মই ভৃত্য।
চৰণত সেৱা কেন থাকিবোহো নিত্য ॥ ২৩৫৩
আউৰ বাৰ হেন নিদিবাহা উপদেশ।
সৈন্য সজায়োক বনে হৈবোহো প্ৰবেশ ॥
জ্যেষ্ঠ ভাইৰ ৰাজ্য মই কেনে কৰো ভোগ।
বেদত শাস্ত্ৰত জ্যেষ্ঠৰেসে ৰাজযোগ ॥ ২৩৫৪
কিমতে লঙ্ঘিবো সিটো বেদৰ বচন।
ৰামক আনিবে প্ৰতি চলি যাইবো বন ॥
ৰামক আনিয়া ৰাজা পাতিবো ৰাজ্যত।
মই প্ৰতিপালিবোহো পিতৃৰ শপত ॥ ২৩৫৫

ৰাম বিনে ইটো ৰাজ্য পালে কোন জনে।
সিংহৰ কাৰ্য্যক মৃগে কৰিব কেমনে ॥
নিষ্ঠে বোলো মোহোৰ ৰাজ্যত নাহি আশ।
ৰামৰ বদলে খাটিবোহো বনবাস ॥ ২৩৫৬
শুনিয়ো সুমন্ত্ৰ মোৰ বচন পালিয়ো।
পন্থ ভাল কৰিবাক সৈন্য পাঙ্কি দিয়ো ॥
শৃঙ্গবেৰপুৰ গুহ নৃপতিৰ বাট।
গঙ্গাতীৰ সীমা কৰি চাঙ্কিয়োক বাট ॥ ২৩৫৭
দীঘিসব নিৰ্ম্মল কৰোক থানে থানে।
অসংখ্যাত ভাণ্ডাৰ চলায়ো বিদ্যমানে ॥
ভোজন সম্ভাৰ চলায়োক বহুতৰ।
সৈন্যৰ বিহাৰ সজায়োক বাসা ঘৰ ॥ ২৩৫৮
নকৰিয়ো বিলম্ব শুনিয়ো মন্ত্ৰীবৰ।
মই সুখে আছো ৰাম বনৰ ভিতৰ ॥
যেন ঈশ্বৰৰ উপবাস পৰে নিত।
ভৃত্যসবে ভোজন কৰয় পঞ্চামৃত ॥ ২৩৫৯
ভৰতৰ আজ্ঞা মন্ত্ৰী শিৰত ধৰিল।
তেতিক্ষণে অসংখ্য সৈন্যক পাঙ্কি দিল ॥
খাল খোপ পুৰি কৰিলেক ৰাজবাট।
দীঘিসব খানিল কৰিল শিলে ঘাট ॥ ২৩৬০
ভৰতৰ ৰহিবাক আবাস কৰাইল।
ভোজন সম্ভাৰে বহু ভাণ্ডাৰ ভৰাইল ॥
দোকান বাজাৰ হাট কৰে থানে থান।
অনন্তৰে মন্ত্ৰী ভৰতক দিলা জান ॥ ২৩৬১
শুনিয়া ভৰতে চলিবাক সাজ ভৈলা।
দেখিয়া বশিষ্ঠে তাঙ্ক বুলিবাক লৈলা ॥
শুনিয়ো ভৰত তুমি বচন আমাৰ।
ভালমতে নুবুজিলো চৰিত্ৰ তোমাৰ ॥ ২৩৬২
তোমাৰ মাতৃৰ বোলে তেজি ইটো ৰাজ।
ভাৰ্য্যা ভ্ৰাতৃসমে ৰাম আছে বনমাজ ॥
ৰাজ্যসুখ এৰি বনফল কৰে ভোগ।
তাঙ্ক হিংসা কৰিতে তোমাৰ নোহে যোগ ॥ '৬৩
তোমাৰ মাতৃয়ে দিয়া আছে বহু খেদ।
তুমিয়ো কৰিতে কেনে চাহা বন্ধুছেদ ॥

বুলিবাহা ৰামক আনিবে প্ৰতি যাওঁ।
ইটো বচনক আমি কেনে পতিয়াওঁ ॥ ২৩৬৪
তোমাৰ কপট ভৈল বিদিত পূৰ্ব্বত।
ছদ্মে ৰাজ্য লোৱাইলাহা মাতৃৰ হাতত ॥
এৱে কেনে জানিবো তোমাৰ শুদ্ধমন।
বুলিলা ভৰতে শুনি কৰি ক্ৰোধমন ॥ ২৩৬৫
অপকাৰ তোমাক কৰিছো মই কিস।
কেনে বৰিষিলা গুৰু ইটো বাক্যবিষ ॥
ভূত ভবিষ্যৎ তুমি জানাহা আপুনি।
বুলিলা ইসব বাক্য কিসক নুগুণি ॥ ২৩৬৬
তুমিয়ো জানিলা মোৰ কপট চিত্তত।
হিয়া নোহে কাটি দেখাওঁ তোমাৰ আগত ॥
নিদাৰুণ বাক্য দিলা হৃদয়ত শাল।
কুলগুৰু হুয়া আজি খাইলা তুমি কাল ॥ ২৩৬৭
আনে কি ইসব বাক্য বুলিবেক মোক।
দেখাইলোহো হন্তে আজি তাক যমলোক ॥
স্বৰূপত নাহিকে তোমাৰ গুৰু দোষ।
কৈকেয়ী মাৱেসে কৰাইলে অসন্তোষ ॥ ২৩৬৮
স্বপ্নতো যিসব কাৰ্য্য নজানোহো মনে।
পাইলো ইটো দুস্কীৰ্ত্তিক মাতৃৰ কাৰণে ॥
মই ৰাজা হওঁ ৰাম যাইব বনবাস।
স্বপনতো যদি মোৰ আছে ইটো আশ ॥ ২৩৬৯
কৰোহো শপত গুৰু তোমাৰ আগত।
তুমি হেন সহস্ৰ ব্ৰাহ্মণ কৰো হত ॥
সহস্ৰ কপিলা মাৰো গঙ্গাৰ তীৰত।
পূৰ্ব্ব পুণ্য আছে যত সিয়ো হৌক হত ॥ ২৩৭০
গোত্ৰহত্যা সুৰাপান অগম্যা গমন।
মহাপাপ ব্ৰাহ্মণৰ সুৱৰ্ণ হৰণ ॥
ইসব প্ৰমুখ্যে পাপ কৰো নিৰন্তৰ।
যেৱে মই দ্ৰোহ চিন্তি আছোহো ৰামৰ ॥ ২৩৭১
মইতো জানো ৰামেসে সুহৃদ মোৰ প্ৰাণ।
ৰামৰ চৰণ বিনে নজানোহো আন ॥
ৰামে জপ তপ মোৰ ৰামে ইষ্টদেৱ।
ৰামৰেসে চৰণক কৰিবোহো সেৱ ॥ ২৩৭২

যত যত মহাগুণ আছয় ৰামত।
ত্ৰিভুৱন মধ্যে কোনে কহিবে শকত ॥
সৰ্ব্বক্ষণে দেৱ দ্বিজ গুৰুত ভকত।
পিতৃত মাতৃত সৰ্ব্বক্ষণে অনুগত ॥ ২৩৭৩
পৰম বিনীত বেদ শাস্ত্ৰত কুশল।
ধনুৰ্ব্বেদ আদি বিদ্যা জানন্ত সকল ॥
ক্ৰোধে যমকাল যেন ক্ষমাই বসুমতী।
গম্ভীৰে সাগৰ যেন বুদ্ধি বৃহস্পতি ॥ ২৩৭৪
সৰ্ব্বগুণে বিধি যেন বেশত গন্ধৰ্ব্ব।
ৰাজাৰ লক্ষণ ৰামতেসে আছে সৰ্ব্ব ॥
চলিবোহো নিশ্চয় ৰামক আনিবাক।
কাতৰ কৰোহো গুৰু নিদিবাহা হাক ॥ ২৩৭৫
প্ৰীতি কৰি আনি থাপি ৰামক ৰাজ্যত।
মই বনে থাকি পালো পিতৃৰ শপত ॥
বশিষ্ঠে বোলন্ত দশৰথৰ কুমাৰ।
মই ভালে জানো শুদ্ধমতি তোমাৰ ॥ ২৩৭৬
চিত্তক লখিতে কৰিলোহো পৰিহাস।
সাৰ্থক ৰঘুৰ বংশে তোমাৰ নিবাস ॥
বিলম্ব নকৰি চল সত্বৰে বনক।
তোমাৰ প্ৰসাদে দেখো আমিয়ো ৰামক ॥ ২৩৭৭
ভৰতে বোলন্ত মন্ত্ৰী চালিয়োক গাৱ।
সেনাপতিসব মোৰ সত্বৰে চলাও ॥
হস্তী ঘোৰা ৰথ আগে কৰোক পয়াণ।
ৰথখান সাজিয়া সত্বৰ কৰি আন ॥ ২৩৭৮
শিৰত ধৰিয়া ভৰতৰ আজ্ঞাবাণী।
সৈন্যক চলায়া ৰথ মিলাইলন্ত আনি ॥
দেখি শত্ৰুঘনে সমে চড়িলা ৰথত।
ৰক্ষণ বিহিয়া চলি গৈলন্ত ভৰত ॥ ২৩৭৯
শুনা সমাজিক ৰাম চৰিত্ৰ উপাম।
সংসাৰ নিৰ্ম্মল হোক বোলা ৰাম ৰাম ॥ ২৩৮০

ৰামক আনিবলৈ ভৰতৰ যাত্ৰা ; ৰামৰ বিপদ আশঙ্কাত গুহৰ বাধা দিবলৈ উদ্যোগ

ছুলড়ী

চৰিয়া ৰথত লৰিলা ভৰত
ৰক্ষণ বিহি ৰাজ্যত ।
কৌশল্যা সুমিত্ৰা কৈকেয়ী চলিলা
ৰথত চড়ি পাচত ॥
নিজ কুলগুৰু বশিষ্ঠ প্ৰমুখ্যে
ব্ৰাহ্মণ আছন্ত যত ।
ভৰতৰ আগ হৈয়া চলিলন্ত
চড়িয়া নিজ ৰথত ॥ ২৩৮১
ক্ষত্ৰী বৈশ্যগণ কায়স্থ সজ্জন
নট ভাট তেলী তান্তী ।
ঠঠাৰি সোণাৰি কসাৰ সেখাৰি
ভৰতৰ লগে যান্তি ॥
বণিয়া চমাৰ কমাৰ সুতাৰ
ধোবা আৰো কুম্ভকাৰ ।
ইসব প্ৰমুখ্যে চলিল যতেক
আদি অন্ত নাহি তাৰ ॥ ২৩৮২
মনত উৎসুকে নাৰীগণে বোলে
স্বামী আৰো কিবা চাহা ।
চলিয়ো সত্বৰে ভৰতৰ লগে
ৰামক আনিবে যাহা ॥
বিলম্ব নকৰা হেৰা দেউ ধৰা
কৰ্পূৰ তাম্বুল খাহা ।
ৰামক দেখিবো শোক পাসৰিবো
সত্বৰে গৈয়া আনাহা ॥ ২৩৮৩
শুনি চলিলন্ত নাহি আদি অন্ত
লৰিল পদাতি যত ।
পাৱৰ প্ৰহাৰে পৃথিৱী কাম্পয়া
চলে হস্তী ময়মত্ত ॥
বেগে বায়ু জিনি তেজিয়া হেসনি
চলিল যত ঘোটক ।
আড়ম্বৰ কৰি খাণ্ডা বাৰু ধৰি
অসংখ্য চলে কটক ॥ ২৩৮৪
বাৱে ঢাক ঢোল শৰদৰ ৰোল
যেহেন মেঘে গৰ্জ্জয় ।
চমক মনত গিৰি গহ্বৰত
নিৰ্ঘাত যেন পৰয় ॥
এহিমতে চলি গৈয়া নিৰন্তৰে
পাইল পাচে গঙ্গাতীৰ ।
পথশ্ৰম যত এৰাইল সমস্ত
পান কৰি গঙ্গানীৰ ॥ ২৩৮৫
ভৰতে বোলন্ত সম্প্ৰতি ৰহোক
সবে প্ৰজা এহি থান ।
সুৰনদী জলে আমি কৌতূহলে
কৰোহো অঞ্জলি দান ॥
ভৰতৰ বাণী নিৰন্তৰে প্ৰজা
শিৰোগত কৰি লৈল ।
কটক অপাৰ সবে আপোনাৰ
থানে থানে থিত ভৈল ॥ ২৩৮৬
অনন্তৰে শৃঙ্গ- ৱেৰ অধিপতি
দেখিলন্ত গুহৰাজ ।
মুখ্য মুখ্য পাত্ৰ- গণক বোলন্ত
মিলিল দেখো অকাজ ॥
দশো দিশে পৰ- দলে বেঢ়িলেক
সমুদ্ৰ যেন অপাৰ ।
পক্ষা পৰিবাৰো নাহিকয় থল
ধূলায়ে ভৈল আন্ধাৰ ॥ ২৩৮৭
দিশক ব্যাপিল অকাৰ্য্য মিলিল
মোৰ অন্তৰ্গতে ভয় ।
ইক্ষ্বাকু বংশৰ সেনা নিৰন্তৰ
নাহিকে তাত সংশয় ॥
ইটো ধ্বজ দণ্ড পতাকা দেখিয়া
জানিলোহো স্বৰূপত ।
আন হেতু নাই ৰামক মাৰিতে
আসিলা সাজি ভৰত ॥ ২৩৮৮

কৈকেয়ী মাৱৰ হাতে ৰাঘৱৰ
কৰিলা ৰাজ্য নৈৰাশ।
বাপেকৰ হাতে কপটে ৰামক
দিয়াইলেক বনবাস ॥
ৰাজ্যভাৰ লৈয়া বনবাস দিয়া
তথাপিতো ক্ষমা নাই।
সবাকে হানিয়া মাৰিবো সেহ্নৰে
এৰাইয়া আজি নযায় ॥ ২৩৮৯
মোৰ প্ৰভু ৰাম আছে বনমাজে
তেৱে মোৰ মহাভাগ।
ধিক ধিক মোৰ জীৱন নিষ্ফল
মোহোৰ ইটো অযোগ ॥
হৃদয়ত যত আছে গুলগুলি
ভৰতত সবে সাৰো।
হস্তী ঘোড়া যত পদাতি সমস্ত
মুণ্ডে মুণ্ডে হানি মাৰো ॥ ২৩৯০
ৰামেসে মোহোৰ নিজ অধিকাৰী
মই ভৃত্য ৰাঘৱৰ।
যত সেনা বল চতুৰঙ্গ দল
সজায়ো মোৰ সত্বৰ ॥
ইটো পৰদল সেনাৰ সকলে
লগাইবোহো হৃদিকম্প।
আতি আড়ম্বৰে গৰুড়ে সাগৰে
যেন কৰিবোহো জাম্প ॥ ২৩৯১
ভৰতে আগত চাহিয়া দেখোক
মোহোৰ বল বিক্ৰম।
বীৰ সৈন্য মাৰি হৃদয় বিদাৰি
শোণিতে কৰো কৰ্দ্দম ॥
আউৰ কিবা চাৱ কোটি সংখ্যা নাৱ
সজায়ো ঝাণ্টে আমাৰ।
নকৰিবা দৈন্য যেন পৰসৈন্য
গঙ্গাত নুহিকে পাৰ ॥ ২৩৯২
শুতিয়া অশেষ ৰাজাৰ আদেশ
পৰি তৈতে তল পাইল।

সেনাপতি সবে অশেষ সেনাক
সাজিয়া আনি মিলাইল ॥
হাতী ঘোড়া ৰথ সাজিয়া বজাইল
চণ্ডাল সেনা সকল।
দেৱতাক ধাৰে যেন চমৎকাৰে
চলে অসুৰৰ দল ॥ ২৩৯৩
সেনা ভৈলা সাজ দেখি গুহৰাজ
হৰিষ কৰে মনত।
আতি খৰতৰ সেনা ভৰতৰ
দেখিল কতো দূৰত ॥
হাঙ্কাৰ কৰিল সেনা ঝিঙ্কৰিল
দেৱ দাম্ফি আতি কৰে।
গৰ্ব্বে ছাড়ে ডাক জোকাৰে খাণ্ডাক
পৃথিৱী কাম্পয় ভৰে ॥ ২৩৯৪
উভয় সেনাৰ আৱাৰে অপাৰ
লাগি গৈল ধসমসি।
পায়া পয়োভৰ খলকে সাগৰ
পৰ্ব্বতো পৰয় খসি ॥
কৰয় আস্ফাল কম্পয় পাতাল
সৰ্পগণ তলবল।
ভৰ সহিবাক নপাৰি পৃথিৱী
যেন যান্ত ৰসাতল ॥ ২৩৯৫
শুনা ৰামায়ণ সভাসদগণ
শৰণ লৈয়ো ৰামত।
ৰামগুণ নাম গাৱা অবিশ্ৰাম
তৰা সুখে সংসাৰত ॥
ভকত জনৰ জানা নিজধন
ৰামৰ চৰণ দুই।
মুখভৰি ভৰি বোলা ৰাম হৰি
লাগোক পাপত জুই ॥ ২৩৯৬

---

ভৰতৰ লগত গুহৰ মিলন আৰু ৰামৰ বৃত্তান্ত শুনি
ইঙ্গুদী গছৰ তলত বহি ভৰতৰ বিলাপ

পদ

এহিমতে পাচে ভগীৰথী তীৰ জুৰি।
উভয় সেনাৰ লাগি গৈল হুড়াহুড়ি॥
দুই গোটা সেনাৰ লাগিল পঞ্চ কাণ্ডি।
শৰক প্ৰহাৰি শালি থোৱে মুণ্ডে গাণ্ডি॥ ২৩৯৭
যুজিবাক দিয়ো হাক আমাৰ সেনাক।
দেখি গুহে মন্ত্ৰীক বুলিলা পাচে বাক॥
অবিচাৰে প্ৰথমত যুদ্ধ কৰো যেৱে।
পৰ্য্যন্তে আমাৰ ঘাটি মিলিবেক তেৱে॥ ২৩৯৮
প্ৰথমতে ভৰতক ভেটিবাক যাওঁ।
ভালমতে তান চিত্ত জিজ্ঞাসিয়া চাওঁ॥
শুনি আছো ভৰতৰ ৰামত ভকতি।
ৰামক নিবাক যেৱে আসিছে সম্প্ৰতি॥ ২৩৯৯
তেৱে যুজিবাক যোগ্য আমাৰ নোহয়।
ৰাম যেন আমাৰ ভৰতো সেহি নয়॥
ৰামৰ চৰণে মাত্ৰ মোৰ যেন চিত।
ভৰততো হয় সেৱা কৰিতে উচিত॥ ২৪০০
এখন উচিত নেদেখোহো যুজিবাক।
এহি বুলি আপোন সৈন্যক দিলা হাক॥
তেতিক্ষণে অনেক সৈন্যক সাজি লৈলা।
ভৰতক ভেটিবাক গুহ চলি গৈলা॥ ২৪০১
পাত্ৰ মন্ত্ৰী সেনা বেঢ়ি চলিল অপাৰ।
সমস্তে দেখিল পাচে গুহ আসিবাৰ॥
আথে বেথে মন্ত্ৰী ভৰতত জান দিল।
তোমাক ভেটিতে গুহ নৃপতি আসিল॥ ২৪০২
ৰামৰ পৰম এহো সখা মহাহিত।
সতকাৰ কৰিবাক তোমাৰ উচিত॥
দেখিলোহো ৰামে যেন আশ্বাস কৰিল।
আলিঙ্গি ধৰিয়া আন মাথে চুমা দিল॥ ২৪০৩
জানি আঙ্ক ভালমতে কৰিয়ো সাদৰ।
আন্তে হন্তে বাৰ্ত্তা তুমি পাইবাহা ৰামৰ॥
ভৰতে দিলন্ত সুমন্ত্ৰক আজ্ঞাবাণী।
আপুনি সতকাৰ মন্ত্ৰী কৰা আঙ্ক জানি॥ ২৪০৪
শুনিয়া সুমন্ত্ৰ আথেবেথে গৈলা চলি।
তুলিলন্ত হাসি দুয়ো দুহাঙ্কো আকুলি॥
গুহ নৃপতিক মন্ত্ৰী আলিঙ্গি ধৰিল।
মধুৰ বচন বুলি আশ্বাস কৰিল॥ ২৪০৫
ভৰতক আগত দুইহান্তো গৈলা চলি।
দেখি ভৰতক গুহে কৰি কৃতাঞ্জলি॥
বিদূৰতে দেখি দণ্ডৱতে পৰিলন্ত।
পাচে জানু পাৰি নম্ৰভাৱে ৰহিলন্ত॥ ২৪০৬
গুহৰ ভকতি দেখি ভৰত কুমৰ।
প্ৰিয়বাক্যে পূজা কৰিলন্ত বহুতৰ॥
সুমন্ত্ৰ কহিছে মোত তোৰ গুণ যত।
মহাশুদ্ধভাৱ তই ৰামত ভকত॥ ২৪০৭
ৰামৰ বৃত্তান্ত যত তুমি আছা জানি।
কহিয়ো আমাত তান কল্যাণ কাহিনী॥
ৰামৰ বৃত্তান্ত তোত নাহি অবিদিত।
কহিয়ো ৰামৰ বাৰ্ত্তা হৌক থিৰ চিত্ত॥ ২৪০৮
শুনি গুহ ৰাজা পাচে বুলিলা বচন।
কেনমতে জানিবো তোমাৰ শুদ্ধ মন॥
ভালমন্দ তোমাৰ জানিতে মই চাওঁ।
তেৱেসে ৰামৰ বাৰ্ত্তা তোমাত জনাওঁ॥ ২৪০৯
কেনমতে কহিবোহো ৰামৰ কাহিনী।
পৰচিত্ত অন্ধকাৰ একোৱে নজানি॥
ভৰতে শুনিলা বাক্য গুহ নৃপতিৰ।
বজ্ৰৰ প্ৰহাৰে হিয়া যেন ভৈল ছিৰ॥ ২৪১০
চণ্ডালে গৰিহা মোক কৰিবাক পাইল।
কৈকেয়ী মাৱেসে মোক দুৰ্য্যশ কৰাইল॥
চুইবে ভাল নহে সৰ্ব্ব জাতিতো অধম।
তাহাৰো ৰামত ভৈল ভকতি উত্তম॥ ২৪১১
আমাক গৰিহা কৰে অধম চণ্ডাল।
ই লাজত কৰি মোৰ মৰণেসে ভাল॥
এহি বুলি তেজি বীৰে দীৰ্ঘনিশ্বাসক।
মহা মনোদুখে পাচে বুলিলা গুহক॥ ২৪১২

যি বোল বুলিলা গুহ উচিত তোমাৰ।
মাতৃসে দিয়াইল মোক ইসব সংসাৰ ॥
মইতো জানো ৰামেসে জীৱন মোৰ প্ৰাণ।
পিতৃতো অধিক মোৰ ৰামেসে প্ৰধান ॥ ২৪১৩
তান বনবাস দুখ মাতৃৰ কাৰণে।
তাহাঙ্ক নিবাক প্ৰতি প্ৰবেশিলো বনে ॥
ৰামত কপট চিত্ত নাহিকে আমাৰ।
কহিলো স্বৰূপ কথা আগত তোমাৰ ॥ ২৪১৪
পিতৃতুল্য শ্ৰীৰামক আনিবাক যাওঁ।
মিছা যদি বোলো ব্ৰহ্মবধ পাপ পাওঁ ॥
ভৰতৰ সত্য শুনি সহৰিষ মনে।
গুহৰাজে সম্বুধি বুলিলা তেতিক্ষণে ॥ ২৪১৫
স্বৰ্গক সাধিলা তুমি ভৰত কুমাৰ।
ৰাম হেন শ্ৰেষ্ঠ ভাইত ভকতি তোমাৰ ॥
সাফল জীৱন তুমি মুকুতি সাধিলা।
তুমি হেন ভাই ৰামে ভাগ্যেসে লভিলা ॥ ২৪১৬
দশৰথসুত তুমি ৰাঘৱৰ ভাই।
মোৰ ঘৰ জানা যেন আপোনাৰ ঠাই ॥
ৰাতিগোট থাকিয়ো অৰ্চ্চনা কিছু কৰো।
সকলে সেনাক একলাঞ্জে আলধৰো ॥ ২৪১৭
হেন শুনি বুলিলন্ত ভৰত কুমাৰ।
কিনো অদভুত দেখো শকতি তোমাৰ ॥
ধন্য তোৰ জীৱন সাফল তোৰ সাস।
এতেক সৈন্যক আল ধৰিবাক চাস ॥ ২৪১৮
প্ৰশংসি ভৰতে হৰিষক বৰ পাইল।
মনুষ্য পঠাইয়া সব সম্ভাৰ অনাইল ॥
ভক্ষ্য ভোজ্য মৎস্য মাংস বহু ফলমূল।
থানে থানে থোৱাইল পৰ্ব্বত যেন থূল ॥ ২৪১৯
ভৰতে সসৈন্যে পাচে আহাৰ কৰিল।
দুয়ো ভাই কিছু শোক দুখ পাসৰিল ॥
পৰ্ব্বত সমান শোকে পুনুহো জান্তিল।
গুহ নৃপতিক পাচে সম্বুধি মাতিল ॥ ২৪২০
মোহোৰ দদাৰ শোক নুহি উপশাম।
কোথা গৈয়া দেখিবো লক্ষ্মণ-সীতা-ৰাম ॥
তিনিক সুমৰি আমি নিদ্ৰাক নপাওঁ।
ইঙ্গুদী বৃক্ষৰ মূলে তৃণশয্যা চাওঁ ॥ ২৪২১
শ্ৰীৰামৰ সন্তাপে দগধ ভৈলা চিত।
মন উতপাত কৰে ত্বৰিতে দেখিত ॥
আগত কুমৰ দুই গুহ ভৈল পাচ।
দেখাইলা দুহাঙ্কো নিয়া ইঙ্গুদীৰ গাছ ॥ ২৪২২
দেখা হেৰা শ্ৰীৰামৰ তৃণশয্যাখান।
প্ৰহৰ ধৰিলো মই ৰাত্ৰিগোট মান ॥
দুই ভাই প্ৰভাততে নিৰ্ম্মলন্ত জট।
সুমন্ত্ৰৰ মোৰ দেখি মিলিল সঙ্কট ॥ ২৪২৩
সুমন্ত্ৰ সহিতে এথা এৰিলন্ত ৰথ।
তিনিজনে ভূমিপাৰে ধৰিলন্ত পথ ॥
গঙ্গা পাৰ হুয়া ভৈলা বনত প্ৰবেশ।
সুমন্ত্ৰ সহিতে পৰি কান্দিলো অশেষ ॥ ২৪২৪
ভৰতে ৰামৰ সিটো তৃণশয্যা চাই।
শত্ৰুঘনে সমে কান্দিলন্ত দুয়ো ভাই ॥
মহামৰ্ম্মে দুইৰো যেন প্ৰাণ যাই ফুটি।
হা ৰাম বুলি কান্দে পৃথিৱীত লুটি ॥ ২৪২৫
ইসব অৱস্থা দেখি কেনে জীওঁ প্ৰাণে।
তোমাৰ নিকাৰ মই পাপীৰ নিদানে ॥
আশেষ কান্দন্ত দুয়ো আৰ্ত্তনাদ কৰি।
গুহৰাজ সুমন্ত্ৰ কান্দন্ত দুইকো ধৰি ॥ ২৪২৬
হা ৰাম বুলিয়া কান্দন্ত চাৰিজন।
চমকি উঠিল শুনি কৌশল্যাৰ মন ॥
শত্ৰুঘন ভৰতৰ শুনিলন্ত মাত।
ৰাম ৰাম বুলি কান্দে শুনিলা সাক্ষাত ॥ ২৪২৭
বুলিলা বচন পাচে সুমিত্ৰাক চাই।
ৰামৰ অবাৰ্ত্তা জানো পাইলা দুয়ো ভাই ॥
ৰাম বুলি অন্যথা কান্দিবে কি কাৰণে।
ৰাম সীতা লক্ষ্মণৰ কিবা ভৈলা বনে ॥ ২৪২৮
সুমিত্ৰা সহিতে এহি বুলি ৰাম মাৱে।
মিলিলা তহিতে গৈয়া বিয়াকুল ভাৱে ॥
শত্ৰুঘন ভৰত কান্দন্ত পৰি দুই।
কৌশল্যাৰ গাৱত লাগিল যেন জুই ॥ ২৪২৯

কৌশল্যা সুমিত্রা ধৰি দুহান্তৰ গলে।
দীৰ্ঘৰাৱে কান্দিলন্ত হাকলে বিকলে॥
বৎসক নপায়া যেন ধেনু হামলাৱে।
কুৰুই বিলাপ যেন কৰে আৰ্ত্তৰাৱে॥ ২৪৩০
ঐ বাপ শত্রুঘন কহিয়ো ভৰত।
ৰামৰ অবাৰ্ত্তা কিবা শুনিলি বনত॥
জানিলো তাতেসে দুয়ো কান্দ আৰ্ত্তনাদে।
প্ৰাণ ফুটি যায় মোৰ ৰামৰ বিষাদে॥ ২৪৩১
সত্বৰে কহিয়ো কিবা ভৈল অথন্তৰ।
কিবা মন্দ বাৰ্ত্তা বাপু পাইলিহি ৰামৰ॥
হা ৰাম লক্ষ্মণ জানকী মোৰ আই।
তোমাসাৰ বনে কিবা মিলিল বিলাই॥ ২৪৩২
কিসক নমাতা মোক ঐ বাপ ভৰত।
কহিয়োক নিষ্ঠ কৰি মোহোৰ শপত॥
এহি বুলি মূৰ্চ্ছা গৈলা শ্ৰীৰামৰ মাৱে।
দেখি আনো নাৰীসবো কান্দে দীৰ্ঘৰাৱে॥ '৩৩
হা ৰাম ক্ৰন্দনৰ উথলিল ৰোল।
দশো দিশ বিয়াপি লঙ্ঘিল স্বৰ্গকোল॥
অনন্তৰে শত্রুঘন ভৰত দুই ভাই।
দেখিলন্ত মূৰ্চ্ছা গৈয়া আছে দুয়ো আই॥ ২৪৩৪
আথেবেথে দুইকো দুই ধৰি তুলিলন্ত।
সুস্থ হুয়া দুয়ো আই প্ৰবোধ বোলন্ত॥
ৰামৰ অবাৰ্ত্তা মাৰ আন কিছু নাই।
কান্দিলোহো আমি তান তৃণশয্যা চাই॥ ২৪৩৫
ইঙ্গুদী বৃক্ষৰ তলে তৃণৰ শয্যাত।
সীতা সমে ৰামে শুতি আছিলা এথাত॥
ইহাক দেখিয়া কান্দো কিছু নাহি আন।
হস্তী ঘোড়া ৰথে যাক ধৰয় যোগান॥ ২৪৩৬
দুগ্ধফেন সম শুক্ল কোমল শয্যাত।
ইন্দ্ৰ সম সুখে শুতি থাকন্ত সাক্ষাত॥
কুসুম চন্দন গন্ধে ভূষিত কৰিয়া।
পদ্মিনী সেৱয় কৰে চামৰ ধৰিয়া॥ ২৪৩৭
হেনয় প্ৰভুৰ তৃণশয্যা তৰুতলে।
ইহাক দেখিয়া মোৰ গাৱে জুই জ্বলে॥

নানা বাদ্য নৃত্য গীতে জগাৱে যাহাক।
বনৰ চাটকে আৱে চিয়াৱে তাহাক॥ ২৪৩৮
ধ্বজ দণ্ড ছত্ৰ আদি যাহাৰ যোগান।
নানাবিধ তৰু ভৈল ধ্বজ দণ্ড তান॥
সদায় ভুঞ্জন্ত যিটো দিব্য পঞ্চামৃত।
আৱে বনফল শাক মাংস ভুঞ্জা নিত॥ ২৪৩৯
দিব্য বস্ত্ৰ অলঙ্কাৰ যাৰ পৰিধান।
বৃক্ষচৰ্ম্মে জটায়ে ভূষণ ভৈল তান॥
ভাল ভাল মনুষ্যেসে যাহাৰ প্ৰহৰী।
এৱে বনজন্তুসে প্ৰহৰ থাকে ধৰি॥ ২৪৪০
হস্তী ঘোড়া ৰথে যাৰ পয়াণ স্বভাৱে।
হেন ৰামে কিমতে হাণ্টন্ত ভূমিপাৱে॥
পদ্মকোষ সম যাৰ সুকোমল ভৰি।
শিলা খোলা কণ্টক সহয় কেন কৰি॥ ২৪৪১
ৰাজ্যভোগ অলঙ্কাৰ ময়ো পৰিহৰো।
বনফল ভুঞ্জোহো শিৰত জটা ধৰো॥
তৃণশয্যা কৰোহো পিন্ধোহো বৃক্ষচৰ্ম্ম।
ৰামৰ সেৱক মই ধৰো তান ধৰ্ম্ম॥ ২৪৪২
এহিমতে অঙ্গীকাৰ কৰিলন্ত যত।
তাপসৰ চিহ্ন যত ধৰিল ভৰত॥
আপোনাতে দেখি বীৰে ৰাঘৱৰ বেশ।
মোৰ প্ৰভু ৰাঘৱৰ হেন ভৈল ক্লেশ॥ ২৪৪৩
ৰাঘৱৰ দুখক সুমৰি পোৰে মন।
মাতৃক শুনায়া বীৰে বুলিলা বচন॥
হা মাৱ কৈকেয়ী কৰিলি তই কিস।
পূৰ্ণ অমৃতৰ ঘটে ঢালিলিহি বিষ॥ ২৪৪৪
ৰামৰ নিকাৰ তই পাপিনীৰ কাজে।
ৰাজ্য এৰি ৰামচন্দ্ৰ আছে বনমাজে॥
স্বামীক মৰাইলি মোক কৰাইলি দুৰ্বশ।
আচৰি ৰামৰ দ্ৰোহ এখনো জীৱস॥ ২৪৪৫
গলে কাঠ চিপি তোক মাৰিবাক পাৰো।
মাতৃবধ লাগিবে ইহাতে মই হাৰো॥
কিনো নিদাৰুণী তোৰ ৰামত কপট।
নুহিকে ৰাজাৰ জীউ জনিলেক নট॥ ২৪৪৬

ভৰতৰ বাণী শুনি জননী ৰামৰ।
কিছু সুস্থ ভৈলা শোক গুচিল চিত্তৰ॥
গুহক ভৰতে পাচে বুলিলা বচন।
শ্ৰীৰাম দদাক কেনে পাওঁ দৰশন॥ ২৪৪৭
চৰণত ধৰিয়া ৰাজ্যক লাগি নিবো।
পিতৃৰ পাটত তাঙ্ক নৃপতি পাতিবো॥
অযোধ্যাৰ লোক তান সেৱিব চৰণ।
পালন্তোক ৰামে ৰাজ্য মই খাটো বন॥ ২৪৪৮
শুন গুহৰাজ তই নিজগৃহে চল।
আমাৰ শোকতে তয়ো হোৱস বিকল॥

ভৰতাদি নৈ পাৰ হয়।

গুহ নৃপতিক যেৱে গৃহক পঠাইল।
শত্ৰুঘন সমে শোকে নিদ্ৰাক নপাইল॥ ২৪৪৯
যুগৰ সমান তান ৰজনী পোহাইল।
ভৰতে মাতিয়া শত্ৰুঘনক জগাইল॥
প্ৰভাত সময় ভৈল কুলি তেজে ৰাৱ।
গুহক বুলিয়ো ঝাণ্টে আনন্তোক নাৱ॥ ২৪৫০
ভৰতে উঠিয়া পাচে মুখে দিলা জল।
কৌশল্যা সুমিত্ৰা আদি জাগিলা সকল॥
শত্ৰুঘনে বোলে কিয় জগোৱাহা মোকে।
জগায়া আছয় মোক বাপ-ভাইৰ শোকে॥ ২৪৫১
গুহক আনিতে প্ৰতি দূতক পঠাইল।
দূত নতো যান্তে গুহ আপুনি আইল॥
গুহে বোলে উঠিয়োক ভৰতকুমাৰ।
ভৰতে বোলন্ত ভৃত্য তইসে ৰামৰ॥ ২৪৫২
অব্যাহতে সৈন্য মোৰ কৰায়োক পাৰ।
ত্বৰিতে অনায়ো বাপ যতেক নাৱাৰ॥
হেন শুনি গুহ ৰাজা নথাকিল ৰহি।
আপোনাৰ কটকক শীঘ্ৰে গৈলা বহি॥ ২৪৫৩
ভৰতৰ আজ্ঞা নিয়া শিৰত চড়াইল।
তেতিক্ষণে পঞ্চশত নাৱাৰা অনাইল॥
নিৰন্তৰে নাৱাৰা গঙ্গাত কেলি কৰে।
কতো কতো নাৱত সহস্ৰ লোক ধৰে॥ ২৪৫৪
পঞ্চদশ শত লোক কাহাতো ধৰয়।
কাহাতো ষোড়শ শত কাতো সতৰয়॥
গৈল লৰি ৰঙ্গে বৰ অশ্বগজ দলে।
দিন গোটে পাৰ ভৈল কটকসকলে॥ ২৪৫৫
পঞ্চিশে তিৰিশে চল্লিশে সে হাতী চৰে।
তথাপিতো নাৱসব খানিকো নলৰে॥
পৰ্ব্বত সমান নাৱসব বাহি যায়।
ছাপে ছাপে নাৱ যেন পৱন উবায়॥ ২৪৫৬
হস্তী ঘোড়া ৰথপতি কটক অপাৰ।
গুহৰ কিঙ্কৰ সবে কৰিলেক পাৰ॥
কতো হান্টি কতো ভুৰে কতলোক ভেলে।
কতো কতো সান্তুৰিয়া পাৰ হোৱে হেলে॥'৫৭
গুহৰাজা যোৰহাতে সাকুত স্বভাৱ।
ভৰতৰ আগে গৈয়া যোগাইলেক নাৱ॥
ৰজতৰ পতা দিল সুৱৰ্ণৰ ছাল।
জমকে জমকে জ্বলে ৰতন পোৱাল॥ ২৪৫৮
ৰশিষ্ঠ প্ৰমুখ্য কৰি যত দ্বিজগণ।
ৰাজভাৰ্য্যা যতেক ভৰত শত্ৰুঘন॥
সেহি নাৱে ভৈল গুহ আপুনি কাণ্ডাৰ।
অব্যাহতে গঙ্গাৰ ভৈলন্ত সবে পাৰ॥ ২৪৫৯
পাৰ হৈয়া ভৰতে গুহক শোধে কাজ।
কোন পথে চলিবো দেখিতে ভৰদ্বাজ॥
নিষাদ নৃপতি পথ কৰিলা উদ্দেশ।
সসৈন্যে ভৰত ভৈলা বনত প্ৰবেশ॥ ২৪৬০
নদী নদ দুৰ্গ বন বহুত এৰাইল।
প্ৰহৰ দেড়েকে গৈয়া প্ৰয়াগক পাইল॥
মহাক্ষেত্ৰ থান সিটো মুকুতি দুৱাৰ।
সেনা সমন্বিতে সেই থানে পয়োসাৰ॥ ২৪৬১
শঙ্কৰক প্ৰণামি আসন ধৰিলন্ত।
মাতৃগণ সমে প্ৰদক্ষিণ কৰিলন্ত॥
নিৰন্তৰে প্ৰজাক থৈলন্ত সেই ঠাৱ।
মন্ত্ৰীগণ সহিতে আৱৰ যত মাৱ॥ ২৪৬২
কুলগুৰু বশিষ্ঠক আগত থৈলন্ত।
ভৰদ্বাজ থানে গৈয়া প্ৰবেশ ভৈলন্ত॥

বশিষ্ঠক দেখি ঋষি চালিলন্ত গাৱ।
চমকিয়া আসনৰ নমাইলন্ত পাৱ॥ ২৪৬৩
ভৰতক দেখি ভৈলা মনত উল্লাস।
বশিষ্ঠ সহিতে ভৈল তত্তুল্য সম্ভাস॥
মাৱে ভাই ভৰতেয়ো প্ৰদক্ষিণ কৰি।
কৰিলন্ত নমস্কাৰ ঋষিক সাদৰি॥ ২৪৬৪
কৃতাঞ্জলি ধৰি পাচে আগে ভৈল থিয়।
ঋষিয়ে বোলন্ত সবে হৈয়ো চিৰঞ্জীৱ॥
যথাযোগ্য ভৰদ্বাজে সবাকো অৰ্চ্চিল।
বসিবাক লাগিয়া আসন অনাই দিল॥ ২৪৬৫
সাদৰ কৰিলা যেৱে ঋষি ভৰদ্বাজে।
সবহি বসিলা মুনিগণৰ সমাজে॥

ভৰদ্বাজ আৰু ভৰতৰ কথা-বতৰা আৰু
ভৰদ্বাজ মুনিৰ অতিথি সৎকাৰ

হাসিয়া বুলিলা পাচে মহা ঋষিৰাজ।
ভৰত তোমাৰ ভাল নেদেখোহো কাজ॥ ২৪৬৬
পৰম ধাৰ্ম্মিক ৰাম তাপসৰ বেশ।
বাপৰ আজ্ঞাত ভৈলা বনত প্ৰবেশ॥
চতুৰঙ্গ দলে সাজি মাৰিবাক যাহা।
অকণ্টকে সবৰাজ্য ভুঞ্জিবাক চাহা॥ ২৪৬৭
ভৰতে বোলন্ত মোক দৈৱেসে নাশিল।
তোমাৰ মুখত হেন বচন আসিল॥
পিতৃসম জ্যেষ্ঠ ভাই আনিবাক যাওঁ।
মিছা যেৱে বোলো ব্ৰহ্মবধ পাপ পাওঁ॥ ২৪৬৮
মাৱৰ কাৰণে বৰ অখ্যাতিক পাইলো।
সিকাৰণে ৰামক নিবাক প্ৰতি আইলো॥
ৰামক স্মৰিতে তান লোতক বঝাইল।
দেখি ঋষিৰাজে পাচে প্ৰত্যেয়ক পাইল॥ ২৪৬৯
ঋষিয়ে বোলন্ত দশৰথৰ কুমাৰ।
ভালে জানিলোহো চিত্ত উত্তম তোমাৰ॥
তোমাক কৰিলো আমি পৰিহাস লীলা।
সূৰ্য্যৰ বংশত তুমি সাফল জন্মিলা॥ ২৪৭০

অনুগ্ৰহ কৰিয়োক বোলোহো তোমাতে।
ৰামসেনা সাদৰিবো চলিবা প্ৰভাতে॥
ভৰতে বোলন্ত তযু বাক্যত শৰণ।
নিশাগোট থাকো দেখি তোহ্মাৰ চৰণ॥ ২৪৭১
দেৱ বিশ্বকৰ্ম্মাক বুলিলা মুনিবৰ।
ভকতক লাগি ভাল নিৰ্ম্মিয়ো নগৰ॥
ঋষিৰ বচন বিশ্বকৰ্ম্মে শিৰে ধৰি।
দণ্ড দুইৰ ভিতৰত নিৰ্ম্মিলা নগৰী॥ ২৪৭২
পতাকা সঞ্চৰে যেন বিজুলী চটক।
দশ প্ৰহৰৰ পথ জুৰিল কটক॥
উত্তম ধৱলিয়ৰ ৰাজাৰ ওৱাৰি।
হাতী ঘোৰাশাল নিৰ্ম্মিলন্ত শাৰী শাৰী॥ '৭৩
দীঘিসব থৈলন্ত নিৰ্ম্মল জলে ভৰি।
মৎস্য মাংস দ্ৰব্য থৈলা পৰিপূৰ্ণ কৰি॥
ভৰদ্বাজে আদেশ কৰিলা তেতিক্ষণ।
দেৱলোক ছাৰি আইল অপেস্বৰাগণ॥ ২৪৭৪
ঘৃতাসী মেনকা গৌৰী ৰম্ভা তিলোত্তমা।
অলম্বুষা উৰ্ব্বশী কনকা ৰতি হেমা॥
মহেন্দ্ৰৰ নগৰী অপেস্বৰাগণ।
ভৰতৰ ঠাৱত ভৈলন্ত উপসন॥ ২৪৭৫
পদ্মৰ ভিতৰ যেন শৰীৰৰ কান্তি।
বদন কমল সুৱলিত দন্তপান্তি॥
উন্নত কঠিন ঘন পীন স্তনভাৰ।
উপৰত হাৰ জিকমিক কৰে তাৰ॥ ২৪৭৬
যাক যেন ৰুচয় ভুঞ্জিল অন্নপান।
পুষ্পগন্ধ চন্দন কৰিলা পৰিধান॥
কুবেৰে পঠাইয়া দিলা আঠ কোটি নাৰী।
অপেস্বৰাগণ সংখ্যা কৰিতে নপাৰি॥ ২৪৭৭
মহামুনিসবৰো কটাক্ষে মন হৰে।
হেন দেৱ সুন্দৰী মানুষে অনুসৰে॥
অপেস্বৰা নাৰীসমে ক্ৰীড়িলা আমোদে।
নিশাগোট বঞ্চিলন্ত বিধিৰ বিনোদে॥ ২৪৭৮
সকল প্ৰজায়ে বোলে পলাইলেক দুখ।
ৰামৰ কল্যাণ ভৰতৰ হৌক সুখ॥

এৰিলোহো ছাড় নাৰী পুত্ৰ পৰিবাৰ।
ঋষিৰ কটাক্ষে এহি ভোগ হৌক সাৰ॥ ২৪৭৯

ভৰতে প্ৰভাত জানি চালিলন্ত গাৱ।
কৰিলন্ত প্ৰণাম ঋষিৰ দুই পাৱ॥
ভৰদ্বাজে বোলন্ত ভৰত সদভাৱ।
পৰিচয় কৰায়ো কাহাৰ কোন মাৱ॥ ২৪৮০

শুনিয়া ভৰতে কৰি ঋষিক প্ৰণতি।
যাৰ যিটো মাৱ চিনাৱন্ত প্ৰতি প্ৰতি॥
দশৰথ ৰাজাৰ প্ৰথম পটেশ্বৰী।
নম্ৰভাৱে আছা যিটো কৃতাঞ্জলি ধৰি॥ ২৪৮১

ত্ৰৈলোক্যতো যাক গুণে নাহি পটন্তৰ।
দুখৰ ভাজনী এন্তে মাতৃ শ্ৰীৰামৰ॥
তোমাৰ চৰণ চাহি তান ৰামভিতা।
শত্ৰুঘন লক্ষ্মণৰ মাতৃ শোভনিতা॥ ২৪৮২

তানপাশে হাতযোৰে তোমাত ভকতি।
তপ্ত সুৱৰ্ণৰ বৰ্ণ নিকাৰুণ মতি॥
কলহত প্ৰিয়া এহো প্ৰচণ্ড প্ৰভাৱ।
কৈকেয়ী নামত আমি চণ্ডালৰ মাৱ॥ ২৪৮৩

ৰাম হেন ভাতৃক দিলেক বনবাস।
ইহানে কাৰণে ভৈল বাপৰ বিনাশ॥

জন্মান্তৰে কতেক পাতক মই কৈলো।
সিকাৰণে আন গৰ্ভে উতপতি ভৈলো॥ ২৪৮৪

ভৰদ্বাজে বোলন্ত ইহান নাহি দোষ।
দৈৱকাৰ্য্য হৈব তুমি এৰা অসন্তোষ॥

ঋষিৰ চৰণে ধূলি শিৰত কৰিল।
মুনি উপদেশে নদী যমুনা তৰিল॥ ২৪৮৫

কটক সাগৰে জুৰিলেক সবে বন।
ভৰতে বুলিলা শত্ৰুঘনক বচন॥

চিত্ৰকুট গিৰি দেখি নদা মন্দাকিনী।
ইথাৱতে আছে ৰাম লখাই সীতা তিনি॥ ২৪৮৬

ভৰতৰ কথা আৱে এহিমানে থওঁ।
ৰামৰ চৰিত্ৰ কিছু সংক্ষেপিয়া কওঁ॥

### চিত্ৰকূটত ৰামৰ বাস ; ভৰতৰ সৈন্যৰ কোলাহল শ্ৰৱণ

ৰাম সীতা ক্ৰীড়া কৰে চিত্ৰকূট বনে।
শচী সমে দেৱৰাজ যেহেন নন্দনে॥ ২৪৮৭
সীতাক বুলিলা ৰাম হৰিষ বদনে।
অযোধ্যাৰ ভোগ আউৰ নপৰয় মনে॥
গিৰিৰ কন্দৰে গন্ধ সুৰভি অপাৰ।
আছোক মনুষ্য মন মোহে দেৱতাৰ॥ ২৪৮৮
পুত্ৰ পুত্ৰ বুলি শুনু পক্ষী কাঢ়ে ৰাৱ।
এহিমতে কান্দিয়া মৰন্ত মোৰ মাৱ॥
ফল পুষ্প দেখি সীতা নানা চিত্ৰবন।
অনেক সন্তোষ কৰিয়োক বিতোপন॥ ২৪৮৯
থানে থানে দেখিয়ো কিন্নৰী বিদ্যাধৰী।
ৰমণ কৰন্ত নানা বিধ বেশ কৰি॥
মানস শিলাৰ ফোট সীতাদেৱী দিল।
আলিঙ্গন্তে ৰামৰ হিয়াত সঞ্চৰিল॥ ২৪৯০
হেন দেখি সীতায়ে কৰিলা পৰিহাস।
সুৰত শৃঙ্গাৰ বৰ ভৈল অভিলাষ॥
মৃগ মাৰি লক্ষ্মণে যোগান্ত নিতে আনি।
সীতা দেৱী ৰান্ধন্ত ভুঞ্জন্ত তিনি প্ৰাণী॥ ২৪৯১
মৃগ হেতু লক্ষ্মণ চলিলা আন ভিতি।
শৃঙ্গাৰে থাকিলা ৰাম সীতায়ে সহিতি॥
অনেক হৰিষ ভৈল ৰামৰ শৰীৰে।
সীতাৰ উৰুত শিৰে শুইলা নদীতীৰে॥ ২৪৯২
লক্ষ্মণ গৈলন্ত যেৱে মৃগ মাৰিবাক।
সীতাৰ সন্নিতে বৃক্ষডালে পৰি কাক॥
সীতাৰ ৰূপক দেখি কাক ভৈল ভোল।
এক দোৱা কৰি গৈয়া চাপিলেক কোল॥ ২৪৯৩
ৰাঘৱৰ আতিশয় নিদ্ৰাক দেখিয়া।
সীতাৰ তনত পৰিলেক জাম্প দিয়া॥
তনমাজে গোসানীৰ কৰিলেক ঘাৱ।
ক্ৰোধিলন্ত সীতা মাৱ কাম্পে হাত পাৱ॥ '৯৪
কোপে শোকে সীতাদেৱী ক্ৰন্দন কৰিল।
ৰামৰ শৰীৰ সবে লোতকে ভৰিল॥

সীতাৰ আগতে কাকে কেলি কৰে বৰে।
থপা মুণ্ডি দিয়া বেগে তন মাজে পৰে ॥ ২৪৯৫
মাৰিবে নপাৰে সীতা কান্দিল বহুত।
জাগিয়া দেখিলা ৰাম দশৰথসুত ॥
সীতাৰ তনৰ মাজে বহয় ৰুধিৰ।
ক্রোধিলন্ত ৰামে দেখি নসহে শৰীৰ ॥ ২৪৯৬
নগণিয়া ৰামক সীতাক প্ৰহাৰয়।
পুনু পুনু প্ৰহাৰিয়া তনত পৰয় ॥
ক্রোধিয়া বোলন্ত ৰাম লৈবোহো পৰাণ।
মন্ত্ৰ পঢ়ি মাৰিলেক ইষিকৰ বাণ ॥ ২৪৯৭
অগ্নি সম শৰ দেখি বায়স উবায়।
ৰাঘৱৰ শৰে তাক পাচে খেদি যায় ॥
ৰন্দ্ৰৰ তনয় কাক আতি বৰ খল।
শৰে খেদি নেই পলাই গগনমণ্ডল ॥ ২৪৯৮
কাকে মনে গুণে এৰে মিলিল মৰণ।
দেৱ সমাজত গৈয়া পশিলা শৰণ ॥
দেৱলোকে বোলে গুচ গুচৰে পাপিষ্ঠ।
সীতাক হিংসিলি তই সবাৰে অনিষ্ট ॥ ২৪৯৯
একো থানে কাকে যেৱে শৰণ নপাইল।
শীঘ্ৰবেগে কৰিয়া ৰামৰ পাশে আইল ॥
খেদে যমদূত সম ৰাঘৱৰ বাণ।
বোলে নিচিনিলো প্ৰভু ৰাখিয়োক প্ৰাণ ॥২৫০০
ক্ষমা কৰিয়োক মোৰ অজ্ঞানৰ পাপ।
তুমিসি ত্ৰৈলোক্য নাথ জগতৰ বাপ ॥
বৰ দ্ৰোহ আচৰিলো জগতৰ মাৰে।
এহি বুলি বায়স পৰিল ছুই পাৱে ॥ ২৫০১
ৰাঘৱে বোলন্ত আসি শৰণ পশিলি।
আপোতাৰ পাপে তই আপুনি নশিলি ॥
অব্যৰ্থ মোহোৰ বাণ জান তই সাঙ্গ।
প্ৰাণে যেৱে জীৱি ছাৰি দেহ এক অঙ্গ ॥ ২৫০২
বিমৰিষি কাকে এক চক্ষু এৰিলেক।
ৰাঘৱৰ শৰে তাক ছন্ন কৰিলেক ॥
ৰামক প্ৰণামি কাক গৈল প্ৰাণ ৰাখি।
সেহি ধৰি কাকে নেদেখয় এক আখি ॥ ২৫০৩

ঘাৰ গোট পালটায়া এখ আখি চাই।
সচকিত মনে সি আহাৰ পানী খায় ॥
অমৃত সমান জুৰ ৰাঘৱৰ হস্ত।
মাজিলা সীতাৰ তন ভৈলা দেৱী সুস্থ ॥ ২৫০৪
শ্ৰীৰাম লক্ষ্মণ দুয়ো শিৰে জটা জুটে।
সুখে উপস্থিত ভৈলা গিৰি চিত্ৰকূটে ॥
ৰাঘৱৰ চৰিত্ৰ আছোক এহি খন।
ভৰতে পশিলা যেৱে চিত্ৰকূট বন ॥ ২৫০৫
কটকৰ ৰোলে বন পূৰিল সকল।
পাৱ ধূলি ব্যাপিলেক গগনমণ্ডল ॥
বৃক্ষৰ চটকসবে সাগৰান্ত গৈল।
ৰাম সীতা লক্ষ্মণৰ চমৎকাৰ ভৈল ॥ ২৫০৬
সীতায়ে ৰামৰ গলে সাবটি ধৰিল।
বীৰত্ব বচনে ৰামে আশ্বাস কৰিল ॥
ৰাঘৱে বোলন্ত লখাই বাৰ্ত্তাক নপাইল।
কমন নৃপতি মৃগ মাৰিবাক আইল ॥ ২৫০৭
শীঘ্ৰ কৰি চলা হাতে ধনুশৰ ধৰি।
সুধি আসি আমাত কহিয়ো ঝাণ্ট কৰি ॥
ৰামৰ বচনে যেৱে পৰিতোল পাইল।
শালবৃক্ষে চড়িয়া লক্ষ্মণ বীৰে চাইল ॥ ২৫০৮
দেখে চতুৰঙ্গ দল বন জুৰি আইল।
প্ৰলয় কালৰ যেন সাগৰ জণ্টাইল ॥
হেন দেখি লক্ষ্মণৰ বিয়াকুল মন।
বৃক্ষ হন্তে নামি আসি জনাইল তেখন ॥ ২৫০৯
শুনিয়োক দাদা আমি অনুমানি পাইলো।
ভৰতে সেনাক সাজি মাৰিবাক আইল ॥
মায়েকৰ হাতে ৰাজ্য লোৱাইলেক মাগি।
তোমাক পঠাইলে ঘোৰ বনবাস লাগি ॥ ২৫১০
তথাপি নভৈল ক্ষমা মাৰিবাক চায়।
মাৰিবো ভৰত আজি জীয়ন্তে নযায় ॥
ভৰত বিশিষ্ট হেন বুলি আছা বাণী।
পানীৰ কণ্টক যেন বিন্ধিলেসে জানি ॥ ২৫১১
আততায়ী ভৰতক কাটিবো সমূলি।
কৈকেয়ীক মাৰিবোহো পুত্ৰশোকে পুলি ॥

হাতী ঘোৰা ৰথ সেনা মাৰো নিৰন্তৰ।
শোণিত কৰিবো আজি নদী ভয়ঙ্কৰ ॥ ২৫১২
অযোধ্যাত পাতো নিয়া নৃপতি তোমাক।
দিয়া অনুমতি মোক নিদিবাহা হাক ॥
বধোহো তোমাৰ শত্ৰু কিছু দোষ নাই।
ৰাঘৱে বোলন্ত বাপু শুনিয়ো লখাই ॥ ২৫১৩
জানো মোত ভকতি কৰস শুদ্ধমতি।
ভৰতক দোষ ভাই নিদিবি সম্প্ৰতি ॥
তই মোৰ যিমত ভৰতো সেহি নয়।
তাক মন্দ বোলা মোৰ দুখসে জনয় ॥ ২৫১৪
ভৰতক কষ্ট আৰো নকৰিবি তই।
যি কাজে ভৰত আসে ভালে জানো মই ॥
অযোধ্যাত নিয়া মোক নৃপতি পাতিব।
মোৰ বনবাস সিটো আপুনি খাটিব ॥ ২৫১৫
মোক চাই হাসে দেখ ঘোটক বাপৰ।
শত্ৰুঞ্জয় নামে পাট হস্তী ভয়ঙ্কৰ ॥
আক দ্ৰোহ কৰিলে বাপৰ দ্ৰোহ হয়।
সত্য ধৰ্ম্ম নাশি সিটো পাতক সাঞ্চয় ॥ ২৫১৬
আনো সব প্ৰজা মোক নিবাক আসয়।
দশোদিশে ৰাম ধ্বনি শুনো জয় জয় ॥
শুনি ৰাঘৱৰ পাচে নিষ্ঠুৰ বচন।
লাজ পাইয়া হেট মাথে ৰহিলা লক্ষ্মণ ॥ ২৫১৭
আপোনাক আপুনি কাটিলা যেন মত।
ধন্য ৰাম ধন্য ৰাম বোলন্ত মনত ॥
অনন্তৰে গুহ ৰাজা গুনিলা মনতে।
ভৰতৰ চিত্ত নুবুজিয়া ভাল মতে ॥ ২৫১৮
সৈন্য সমন্বিতে ভৰতৰ লাগ ধৰো।
ভাল মন্দ জানি পাচে তাৰ কাজ কৰো ॥
এহি বুলি গুহ যমুনাৰ পাৰ ভৈল।
আতি শীঘ্ৰবেগে ভৰতৰ লাগ লৈল ॥ ২৫১৯

ভৰত আৰু শ্ৰীৰামৰ মিলন

ৰামপাশে ভূমিপাৰে চলিলা ভৰত।
শত্ৰুঘনে সুমন্ত্ৰয়ে চলন্ত পাচত ॥
সুধি সুধি যান্ত বাৰ্ত্তা তপসী লোকত।
ধোৱাঁ দেখিলন্ত মন্দাকিনীৰ পাৰত ॥ ২৫২০
ৰামৰ আশ্ৰয় গৈয়া পাইলা ধীৰে ধীৰ।
বাহিৰৰ পৰা চাইলা কৰি আখি থিৰ ॥
বসি আছে ৰামচন্দ্ৰ তৃণৰ গৃহত।
আছন্ত অগনি যেন ভস্মৰ মাজত ॥ ২৫২১
শ্ৰীহানি ৰামৰ শৰীৰ গৈল জসি।
মেঘৰ সন্নিতে যেন পূৰ্ণিমাৰ শশী ॥
ডাহিনত লখাই বামে জনকৰ জীৱ।
নন্দী গৌৰী সমে যেন বসি আছে শিৱ ॥ ২৫২২
দেখি ভৰতৰ নীৰ নেত্ৰৰ ঝৰিল।
হাঁ প্ৰাণ দদা বুলি চৰণে পৰিল ॥
দেখিয়া বিষাদ বৰ পাইলা শত্ৰুঘনে।
হাঁ মৰিলোহো বুলি পৰিলা চৰণে ॥ ২৫২৩
সুমন্ত্ৰ ৰামৰ আগে ধৰি কৃতাঞ্জলি।
ৰামৰ চৰণে গৈয়া কৰিলা সেৱলি ॥
হাতযোৰে গুহে কৰিলন্ত নমস্কাৰ।
সবাৰে চক্ষুৰ পৰা বহে জলধাৰ ॥ ২৫২৪
শুনা ৰামায়ণ পদ সভাসদ যত।
পৰম সম্পদ ইসে কলিৰ যুগত ॥
আপোনাৰ কুশলক ইচ্ছা আছে যাৰ।
বোলা ৰাম ৰাম সুখে তৰিবা সংসাৰ ॥ ২৫২৫

— —

পিতৃৰ মৃত্যু শুনি ৰামৰ শোক

**দুলড়ী**

ৰাম শত্ৰুঘন ভৰত লক্ষ্মণ
আৰৰ সীতা গোসানী।
দাৰুণ শোকৰ ঘাৱে পীড়িলেক
মুখে নসঞ্চৰে বাণী ॥
ৰাঘৱে বোলন্ত ভৈয়াই ভৰত
তই চিন্তা বৰ পাইলি।
মোৰ বৃদ্ধ মাৱ বাপক এৰিয়া
কি কাৰ্য্যে বনক আইলি ॥ ২৫২৬

বশিষ্ঠ গুৰুৰ বাৰ্ত্তা কহ বাপ
আৰো শত মাৱবৰ্গ ।
সবলোক মন্ত্ৰী- পাত্ৰ আছে যত
ভালে কি আছয় সৰ্ব্ব ॥
কৌশল্যা সুমিত্ৰা আইৰ বাৰ্ত্তা কহ
যত অযোধ্যাৰ লোক ।
বৃদ্ধ দশৰথ বাপে কোন দিন
কৰে যুৱৰাজ তোক ॥ ২৫২৭
ভেদ দণ্ড শাম দানৰ উপায়
বুজিলা তাক বিচাৰি ।
দেৱ দ্বিজ গুৰু পিতৃৰ চৰণ
ভালে তুষিবাক পাৰি ॥
মুখ্য মুখ্য লোকে মাহুত ৰাহুত
তাক পাল ভাল কৰি ।
সকল দেশক মাৱ বাপ এৰি
কেনে আইলি জটা ধৰি ॥ ২৫২৮
ৰামক প্ৰণাম কৰিয়া ভৰতে
নমিলা পাচে সীতাক ।
কান্দো কান্দো মুখ কৰি বুলিলন্ত
কিয় হেন বোলা মোক ॥
শ্মশান-শালীৰ পোৱা ছাইক যেন
দেখিতে নুহিকে ভাল ।
কৈকেয়ীৰ গৰ্ভে উপজিলো আমি
অধম যেন চণ্ডাল ॥ ২৫২৯
তোৰা তিনি যেৱে বনক আসিলা
পূৰ্ণ ছয় দিন ভৈল ।
মধ্য ৰাত্ৰি ভৈলে তোমাৰ শোকত
বাপৰ পৰাণ গৈল ॥
বশিষ্ঠ গুৰুৱে নাৰাণ তেলত
মৃতক দেহক থৈয়া ।
অযোধ্যাক লাগি শীঘ্ৰবেগে দূতে
আমাক আনিলে গৈয়া ॥ ২৫৩০
শত্ৰুঘনে সমে দুইহন্তে আসিয়া
দুৱাৰ পাইলো বাপৰ ।
পিতৃৰ গৃহক শূন্য দেখি পাচে
ঠাৱক গৈলো মাৱৰ ॥
বাপৰ মৰণ তযু বনবাস
কহিলা দাৰুণী মাৱে ।
হৃদয় বিকল ভৈল আতি মোৰ
দাৰুণ বচন ঘাৱে ॥ ২৫৩১
শৰ সতকাৰ কৰিলো বাপৰ
দিলোহো দান দক্ষিণা ।
এক দণ্ড যেন যুগ যায় মোৰ
তোমাৰ চৰণ বিনা ॥
আসি ভৈলো বন তোমাৰ চৰণ
দেখিয়া এৰাইলো শোক ।
বোলো প্ৰভু কাজ আসি লৈয়ো ৰাজ
অনুগ্ৰহ কৰা মোক ॥ ২৫৩২
আপাত মধুৰ শুনিয়া প্ৰচুৰ
স্বাদিত পাচে কাঞ্জি ।
সউৰা বৃক্ষক ৰুইল মোৰ মাৱে
উত্তম বট উভাঞ্জি ॥
তোমাৰ নৈৰাশ কৰি বনবাস
দিয়াই ৰাজ্য লৈলা মাগি ।
হেনয় কৈকেয়ী মাৱ আছে আসি
তোমাক নিবাক লাগি ॥ ২৫৩৩
ইটো বনাশ্ৰম তোমাৰ নিয়ম
কাৰ্য্যক আমি গঞ্জাইবো ।
কৰিয়া হৰিষ চৈধ্যয় বৰিষ
বনে ফলমূল খাইবো ॥
শাস্ত্ৰৰ বিধানে জ্যেষ্ঠ বিদ্যমানে
কনিষ্ঠৰ নোহে ৰাজ ।
ৰাজ্যক চলিয়ো আপুনি কৰিয়ো
পিতৃৰ অঞ্জলি কাজ ॥ ২৫৩৪
বাপৰ মৰণ শুনিয়া বচন
ৰাঘৱৰ পোৰে গাৱে ।
অলপ জলত মৎস্য যেন মত
বহৱে সূৰ্য্য-প্ৰভাৱে ॥

শোক কালমেঘ ভৈল যেন আতি
মুখ যেন ভৈল শশী।
নদীৰ তীৰত বৃক্ষ যেনমত
পৰিলন্ত ৰাম খসি ॥ ২৫৩৫
কৰন্ত সন্তাপ হা বৃদ্ধ বাপ
দশৰথ মহীপাল।
জানিলোহো নিষ্ঠে আমিসে পাপিষ্ঠে
তোমাৰ কৰিলো কাল ॥
পাপে তল গৈলো জ্যেষ্ঠ পুত্ৰ ভৈলো
পৃথিৱীৰ মহাভাৰ।
বাপ গৈলা কহি নিজ কান্ধে বহি
নকৰিলো সংস্কাৰ ॥ ২৫৩৬
ধন্য ধন্য তযু তনয় ভৰত
ধন্য শত্ৰুঘন বীৰ।
নিজ কান্ধে বহি দহিল আপুনি
পিতৃৰ সিটো শৰীৰ ॥
শুন শুন সতা প্ৰাণেশ্বৰী সীতা
বিধি কৈল এত দূৰ।
দুখে দহে মোক পীড়ি পুত্ৰ শোকে
মৰিলা তযু শ্বশুৰ ॥ ২৫৩৭
ৰামৰ চৰিত্ৰ পৰম অমৃত
শুনা সমাজিক জন।
ধৰ্ম্ম শিৰোমণি সংসাৰ তৰণী
ইসে ভকতৰ ধন ॥
ৰাম গুণ গান মুক্তি বিত্ত মূল
সকলো শাস্ত্ৰৰ সাৰ।
এহি মুখ্য কাম বোলা ৰাম ৰাম
গুচোক দুখ নিকাৰ ॥ ২৫৩৮

---

ৰামৰ পিতৃ তৰ্পণ

**পদ**

সীতা দীৰ্ঘৰাৱে কান্দি বোলন্ত শশুৰ।
তোমাৰ বিনাশ শুনি ভৈলো মসিমুৰ ॥
বাপে নিজ জীউ যেন পালিলেক মোক।
কাক দেখি পাসৰিবো নেহৰিব শোক ॥ ২৫৩৯
লক্ষ্মণে বোলন্ত মই নৰক সাধিলো।
বাপক নিষ্ঠুৰ বুলি পুনু নেদেখিলো ॥
শ্ৰীৰাম লক্ষ্মণ সীতা কান্দিলা বহুত।
প্ৰবোধিয়া বুলিলন্ত কৈকেয়ীৰ সুত ॥ ২৫৪০
উঠা উঠা দদা শোক এৰিয়োক সৰ্ব্ব।
ৰঘুৰ বংশৰ সবে তোমাতেসে গৰ্ব্ব ॥
নিৰন্তৰে প্ৰজাৰ তুমিসি নিজ নাহা।
ক্ৰন্দনক তেজিয়া অঞ্জলি কাৰ্য্য চাহা ॥ ২৫৪১
মাজ কৰি সীতাক লক্ষ্মণ ভৈলা আগ।
পাচে ৰাম চলন্ত বিষাদে নেৰে লাগ ॥
জানকীক আগ কৰি জলত নামিল।
নদীজলে বুৰ দিয়া অঞ্জলি কৰিল ॥ ২৫৪২
ইঙ্গুদীৰ দ্ৰৱ আম জাম আদি ফল।
একথান কৰিলন্ত মন্দাকিনী জল ॥
কুশ পাৰি ভূমিৰ উপৰে পিণ্ড দিল।
হেৰা পিণ্ড লোৱা বনে যেহেন মিলিল ॥ ২৫৪৩
দক্ষিণক সমুখে অঞ্জলি দিল জল।
নাটিল ভূমিৰ ভোগে ভুঞ্জা বনফল ॥
তিতাছালে পাইলা গৈয়া থান আপোনাৰ।
তিনিহন্তে বৰ শোকে কান্দিলা অপাৰ ॥ ২৫৪৪
ভৰতৰ লক্ষ্মণে গ্ৰীৱত ধৰি টানি।
আস বাপ বুলিয়া কান্দিল দীৰ্ঘ বাণী ॥

মাতৃ আৰু ঋষিসকলৰ সৈতে ৰামৰ
সাক্ষাৎ আৰু কথাবাৰ্ত্তা

প্ৰজাসবে শুনিলেক ক্ৰন্দনৰ ৰাৱ।
নিৰন্তৰে লোকসবে চালিলেক গাৱ ॥ ২৫৪৫
ৰাঘৱক দেখি ক্ৰন্দনৰ কোলাহল।
প্ৰলয় কালত যেন সাগৰ আস্ফাল ॥
যাক যেন যোগ্য ৰামে আশ্বাস কৰিল।
কাহাকো হিয়াত কোলে সাবটি ধৰিল ॥ ২৫৪৬

দশৰথ ৰাজাৰ যতেক পটেশ্বৰী।
ধীৰে ধীৰে দ্বিজে নেন্ত প্ৰতিপাল কৰি॥
কতোবেলি গৈয়া মন্দাকিনী কূল পাইল।
কৌশল্যায়ে সুমিত্ৰাক মাত পুৰুজাইল॥ ২৫৪৭
দেখতো সুমিত্ৰা ৰাম গাধোৱাৰ ঘাট।
হেৰ দেখ লখাই পানী বহিবাৰ বাট॥
কিনো সুদুষ্কৰ কৰ্ম্ম লক্ষ্মণে কৰিল।
ৰামক ভকতি ৰাজ্য ভোগক এৰিল॥ ২৫৪৮
কুশৰ উপৰে দেখিলন্ত নানা ফল।
ৰামেসে কৰিল পিতৃকৰ্ম্মক সকল॥
হা কিনো প্ৰভু ভৈল বিপত্তি তোমাৰ।
ৰাজভোগ এৰি বনফুল ভৈল সাৰ॥ ২৫৪৯
মহাদইসবো শোক পাইল বহুতৰ।
বহুত কান্দিয়া পাশ পাইলন্ত ৰামৰ॥
ৰামচন্দ্ৰ আছন্ত সভাৰ মাজে বসি।
স্বৰ্গহন্তে যেন ইন্দ্ৰদেৱ আইলা খসি॥ ২৫৫০
ৰাম সীতা লক্ষ্মণৰ অৱস্থা দেখিল।
মহাশোক উথলিয়া সবাকো পীড়িল॥
কৌশল্যা সুমিত্ৰা আদি মহাদই যত।
গুণক বৰ্ণায়া ধৰি কান্দন্ত শোকত॥ ২৫৫১
হা সীতা সতী আই জনকৰ জীৱ।
তোৰ দুখ দেখি আই কেনে ধৰো জীৱ॥
সুন্দৰ বদনশ্ৰী হৰিল সকল।
শিশিৰে বিনষ্ট যেন শোভিত কমল॥ ২৫৫২
হৰি হৰি ৰাম দশৰথৰ তনয়।
লখাইৰ বিপত্তি দেখি দহৰে হৃদয়॥
চক্ষু চল চল কৰি প্ৰণামিল ৰাম।
দেখি ৰামমুখ শোক ভৈল উপশাম॥ ২৫৫৩
সূৰ্য্যৰ তাপত দেহা দহিল সকল।
চন্দ্ৰৰ ৰাশ্মিয়ে যেন কৰিলে শীতল॥
ৰামক দেখিয়া লোক ভৈল আনন্দিত।
পাসৰিল দুখ যেন পীয়া পঞ্চামৃত॥ ২৫৫৪
চতুৰঙ্গ দলে ৰঙ্গে বেঢ়িয়া থাকিল।
পাত্ৰসবে ৰাঘৱৰ সমীপ চাপিল॥

শত্ৰুঘন ভৰত সুমন্ত্ৰ গুহৰাজ।
ইন্দ্ৰক বেঢ়িয়া যেন দেৱতাসমাজ॥ ২৫৫৫
নমাতি আছন্ত বসি ৰঘুবংশনাথ।
গাৱ চালি ভৰতে জুৰিলা যোৰহাত॥
শুনিয়োক প্ৰাণ দদা মন্যু পৰিহৰি।
লৈয়ো আপোনাৰ ৰাজ্য অযোধ্যানগৰী॥ '৫৬
আমি নথাকন্তে মাৱ কৰিলন্ত দোষ।
চৰণত ধৰো এৰিয়োক অসন্তোষ॥
পিতৃসম ভাই তুমি মোৰ গুৰুদেৱ।
তোমাৰ চৰণ ছাৰি গতি নাহি কেৱ॥ ২৫৫৭
ধৰ্ম্মত থাকিয়া আমি নকৰোহো দণ্ড।
মাতৃক যে কাটিয়া নকৰো খণ্ড খণ্ড॥
নিষ্ফল জীৱন মোৰ কৈকেয়ী আই।
যেন কাক জীৱয় বলিৰ ভাত খাই॥ ২৫৫৮
তোমাৰ দ্ৰোহত মাতৃ দৈৱে পাইলে ফল।
সবাহাঙ্কে শোক দিয়া গৈল ৰসাতল॥
গুচায়োক বল্কল তেজিয়ো জটাভাৰ।
সকালে পিন্ধিয়ো ৰাজযোগ্য অলঙ্কাৰ॥ ২৫৫৯
মোত যেৱে দয়া দদা আছয় তোমাৰ।
ঝাণ্টে গৈয়া লৈয়োক অযোধ্যা ৰাজ্যভাৰ॥
কৰিলন্ত নৃপতিয়ে পাত্ৰক আদেশ।
ভৰতে বনত গৈয়া হৈবেক প্ৰবেশ॥ ২৫৬০
শ্ৰীৰামক বাপসম দেখয় ভৰত।
বনবাস খাটি মোৰ পালিব শপত॥
ৰাঘৱক আনিয়া দিবেক সব দেশ।
হেনয় বুলিয়া ভৈল প্ৰাণ অৱশেষ॥ ২৫৬১
শ্ৰীৰামে বোলন্ত শুনা ভৰতকুমাৰ।
তোমাৰ মুখত আসে অধৰ্ম্ম উত্তৰ॥
হুয়া তুমি কনিষ্ঠ ভাণ্ডিতে মোক চাহা।
চাপচুপে এৰিয়া দেশক চলি যাহা॥ ২৫৬২
সাফল ভৰত ভাই স্বৰ্গপথ সাস।
পিতৃআজ্ঞা বোলায়া ৰামক নিতে চাস॥
ইসব বচনে আৰ আমাত নোশোভে।
পিতৃসত্য বাধিবোহো ৰাজ্যভোগ লোভে॥ '৬৩

আছিলেক মান্ধাতা ইন্দ্ৰকো দিল ধাৱ।
কৰিলেক কালসৰ্পে তাহাঙ্কো সংহাৰ ॥
সগৰ নৃপতি তেহো খনাইল সাগৰ।
যমৰ এৰাইতে ধাৱ নভৈল নাগৰ ॥ ২৫৬৪
হিৰণ্যকশিপু সম নাছিলেক কেৱ।
বাহিলেক সকলে ত্ৰিদশ কোটি দেৱ ॥
নৰসিংহ ৰূপে তাকো কৰিল সংহাৰ।
কমন মুণ্ডধে জীৱনক দেখে সাৰ ॥ ২৫৬৫
হেন বুলি ৰামদেৱ ৰৈলা মৌন হুই।
থাকিলন্ত ভৰত জান্টিয়া পদ দুই ॥
বাপ এৰি গৈলা তুমি খাটিবাহা বন।
এৱেসে জানিলো মোৰ মিলিল মৰণ ॥ ২৫৬৬
ভৰত থাকিলা যেৱে বিষাদিত মনে।
ৰামক মাতিলা পাচে জঙ্গালী ব্ৰাহ্মণে ॥
ইটো ৰঘুবংশত তুমিসে ভৈলা সাৰ।
সত্য পালি কৰিবাহা বংশক উদ্ধাৰ ॥ ২৫৬৭
শুনিয়োক ৰাঘৱ তোমাত বোলো কাজ।
সত্যে সত্যে কৈকেয়ী তোমাক দিল ৰাজ ॥
পালিলা নিশ্চয়ে তুমি বাপৰ বচন।
দেশে চলা ভৰতে খাটিব সত্যে বন ॥ ২৫৬৮
তুমি যেৱে হেন সত্য ধৰ্ম্মক এৰিবা।
ৰহিব দুষ্কীৰ্ত্তি তাক কমনে খণ্ডিবা ॥
জ্যেষ্ঠৰেসে ৰাজ্য কনিষ্ঠৰ নোহে যোগ।
এৰিয়োক মন্যু কৰিয়োক ৰাজ্যভোগ ॥ ২৫৬৯
কুলগুৰু পুৰোহিত বোলন্ত বশিষ্ঠ।
কিকাৰণে ৰাঘৱ কৰাহা মনে নিষ্ঠ ॥
নিৰ্দ্দয় উচিত নোহে ক্ষমা কৰিয়োক।
মন্যু পৰিহৰিয়া দেশক চলিয়োক ॥ ২৫৭০
তোমাৰ শোকত ৰাজা তেজিল শৰীৰ।
ৰাত্ৰি দিনে শোক মাত্ৰ তোমাৰ মাতৃৰ ॥
সকলে ৰাজ্যৰ লোকে হৰিষ কৰন্ত।
তোমাক দেখিয়া সবে শোক পাসৰন্ত ॥ ২৫৭১
কৌশল্যা বোলন্ত ৰাম বচন বাধস।
হেন গহ কৰি কোন কাৰ্য্যক সাধস ॥
ৰঘুবংশে হুয়া মোক বধিবে খোজস।
গঙ্গা জল এৰি কূপজলত নামস ॥ ২৫৭২
সকল প্ৰজায়ে বেঢ়ি বুলিলেক বাক।
যায়োক যায়োক বুলি কোলাহল ডাক ॥
তথাপিতো ৰামৰ বনেসে বিমৰিষ।
কোটিয়েক নদী সাগৰক কৰে কিস ॥ ২৫৭৩

---

ৰামৰ ধৰ্ম্মতত্ত্ব ব্যাখ্যা; ৰামৰ খৰম মূৰত লই ভৰতৰ অযোধ্যা প্ৰত্যাগমন

সবাকো বোলন্ত ৰামে কৰি দৃঢ় মন।
সব লোকে মোহ গ্ৰহ কৰা কি কাৰণ ॥
জলৰ বুদ্বুদ যেন অথিৰ জীৱন।
আমি কেনে এৰিবোহো বাপৰ বচন ॥ ২৫৭৪
নৃপতি তিলক যত জগতে বখানি।
মৰি মৰি গৈল যেন জোৱাৰৰ পানী ॥
চক্ষু নেদেখিলো তাক শুনিলো শ্ৰৱণে।
আছিল নাছিল হেন পতিয়াইব কোনে ॥ '৭৫
পুৰুকুচ্ছ ধুন্ধুমাৰ নৃপতি দিলীপ।
চক্ৰৱৰ্ত্তী ভৰত সগৰ ৰঘু নৃপ ॥
ভগীৰথ যযাতি মান্ধাতা হেন বীৰে।
সবে মৰি মৰি গৈলা যমৰ মন্দিৰে ॥ ২৫৭৬
বলিৰায়ৰ পয়াণত ভুৱন টলিল।
বামন স্বৰূপে তাকো বিষ্ণুয়ে ছলিল ॥
বৰিষণ জল যেন শোষা ৰবিজালে।
সংহৰয় সবাকো দুৰ্ব্বাৰ যমকালে ॥ ২৫৭৭
পূৰ্ণচন্দ্ৰমাৰ কান্তি হৰয় সকল।
যেৱে শুকাই পৰে সাত সাগৰৰ জল ॥
পাতাল পৰ্য্যন্তে সাতো পৃথিৱী নশয়।
মেৰু মন্দৰক আদি পৰ্ব্বত খসয় ॥ ২৫৭৮
সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
তথাপিতো আমি পিতৃবাক্যক নেৰিব ॥
প্ৰাণৰ সংশয় যেৱে মিলয় আমাৰ।
তথাপিতো নযাইবে মোহোৰ অঙ্গীকাৰ ॥ ২৫৭৯

মোহোৰ বচন নিষ্ঠ জানিয়া মনত।
অযোধ্যাক লাগি চলা উলটি ভৰত ॥
যাৱে ছন্ন নতো হোৱে মোৰ পিতৃৰাজ।
তাৱত ভৰত গৈয়া চাৱা ৰাজ-কাজ ॥ ২৫৮০
কৌশল্যা সুমিত্ৰা মাৰ মৰিবন্ত শোকে।
ভালে দুইকো পালিবি জুৰাইব দেখি তোকে ॥
কৈকেয়ী মাৱে মন্দ চিন্তিলা আমাক।
মোৰ দৈৱে আছে কোনে বাধিবেক তাক ॥ '৮১
তাঙ্ক কোপ নকৰিবি দেখোহো সঞ্জাত।
এতিক্ষণে মোহোৰ মাথাত দেস হাত ॥
মোৰ বাক্য বাধিয়া নলস ৰাজ্যভাৰ।
জীৱমানে তেৱে তোক নমাতিবো আৰ ॥ ২৫৮২
জানিয়া কমন জনে ব্ৰাহ্মণ বধিব।
কমন অধমে সুৰাপানক কৰিব ॥
কোন জনে ব্ৰাহ্মণৰ সুৱৰ্ণ হৰিব।
অগম্যাগমন পাপ কমনে কৰিব ॥ ২৫৮৩
ভৃত্য হুয়া ঈশ্বৰৰ বোল নকৰিব।
কমন মুগুধে গুৰুবচন বাধিব ॥
ইসব পাতেক কৰিবোহো কেনে জানি।
নযাইবো দেশক বুলিলোহো সত্যবাণী ॥ ২৫৮৪
আসিলি ভৰত তই মোক পৰীক্ষিত।
যেন শিশুমতি মোৰ নজান চৰিত ॥
ৰামৰ নিষ্ঠুৰ বাণী শুনিয়া ভৰত।
যেন বজ্ৰপাতে দুখ মিলিলা মনত ॥ ২৫৮৫
বুলিলন্ত ৰাঘৱৰ চৰণত ধৰি।
তোমাক এৰিয়া মই যাওঁ কেনে কৰি ॥
চৈধ্যয় বৰিষ খাটিবাহা বনবাস।
তযু দুখে আমাৰ জীৱনে নাহি আশ ॥ ২৫৮৬
পৰম দাৰুণ বোল আমাক বুলিলা।
হানিলাহা আমাৰ হিয়াত বজ্ৰশিলা ॥
তযু আজ্ঞাপালি দেশ চলিবো নিশ্চয়।
পাৰন্তে কি জীয়ন্তা পৰাণী কি নসয় ॥ ২৫৮৭
তোমাৰ দুইখানি পানৈ প্ৰভু দিয়ো মোক।
মাথাত ধৰিয়া তাক পাসৰিবো শোক ॥

সেহি পানৈযুৰি সিংহাসনত থাপিবো।
তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবো ॥ ২৫৮৮
তোমাৰ চৰণ সেৱা তাহাতে কৰিবো।
বনবাস ব্ৰত যত গৃহতে ধৰিবো ॥
ভৰতৰ ভকতিক ৰাঘৱে দেখিল।
কুশৰ খৰমযুৰি আছে তাঙ্ক দিল ॥ ২৫৮৯
এক ঋষি থানত পাইলন্ত ৰঘুনাথে।
সাদৰে ভৰতে তাক চৰাইলন্ত মাথে ॥
ফুৰি ফুৰি প্ৰদক্ষিণ কৰিয়া ভৰত।
প্ৰণামিলা ৰামক ধৰিয়া চৰণত ॥ ২৫৯০
শিৰত ধৰিয়া আছিলন্ত কতোক্ষণ।
সলোতক মনে পাচে বুলিলা বচন ॥
তোমাৰ চৰণ মই তেজিয়া অভাগী।
তযু আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি ॥ ২৫৯১
থাকিয়োক বুলি পুনু কৰিলা প্ৰণাম।
কান্দন্তে চলিলা মুখে বুলি ৰাম ৰাম ॥
ৰাম দেশ যাইব হেন আশা গৈল টুটি।
নিৰন্তৰ লোকে কান্দে পৃথিৱীত লুটি ॥ ২৫৯২
ঋষিবৰ্গে কান্দন্ত নুহিকে চিত্ত ৰাত।
পৰম আকুলে কান্দে যত নট ভাট ॥
সীতায়ে ৰাঘৱে কান্দে আশ্ৰমত পশি।
সকলে বৃক্ষৰ ফল ফুল গৈল খসি ॥ ২৫৯৩
আনো ঋষি কান্দে কুশাসনত বসিয়া।
বন জন্তু কান্দিলেক আহাৰ তেজিয়া ॥
ভৰতৰ কান্দন্তে শৰীৰ ভৈল জীণ।
চিত্ৰকূট পৰ্ব্বতকো কৰি প্ৰদক্ষিণ ॥ ২৫৯৪
পৰিৱৰ্ত্তি পাইলা পাচে ভৰদ্বাজ ঠাৱ।
নমিলন্ত ভৰতে ঋষিৰ দুই পাৱ ॥
পুছিলন্ত বাৰ্ত্তা পাচে ঋষি ভৰদ্বাজে।
কহিলা ভৰতে বসি ঋষিৰ সমাজে ॥ ২৫৯৫
মনে বিমৰিষি ঋষি ৰাৱণ বিনাশ।
ভৰতৰ বোলে কিছু কৰিলন্ত হাস ॥
গুহ ৰাজা গৈলা পাচে শৃঙ্গৱেৰ পুৰে।
অযোধ্যাক ভৰতে দেখিলা কতো দূৰে ॥ ২৫৯৬

নশোভে নগৰী যেন প্ৰজা ভৈলে হীন।
চন্দ্ৰ সূৰ্য্য বিনে নোশোভয় ৰাতি দিন ॥
ভৰতে বুলিলা পাচে সুমন্ত্ৰক বাণী।
অযোধ্যানগৰ দেখিয়োক মহামানী ॥ ২৫৯৭
স্বৰ্গতো অধিক কৰি যাৰ কীৰ্ত্তি গৈল।
হেনপুৰী যেহেন শ্মশানশাল ভৈল ॥
ৰাম দশৰথে ছিৰি গৈলন্ত সঙ্কলি।
হাটখন মলিন যেহেন শূন্যস্থলী ॥ ২৫৯৮
কৈকেয়ী মাৰে ভৈলা প্ৰচণ্ড অগনি।
শুকান অৰণ্যে প্ৰজা লাগি গৈল ছলি ॥
জাজ্বল্য সমান ভৈল ৰামহিংসা বাৰে।
প্ৰজা অৰণ্যক দহি অগনি উধাৰে ॥ ২৫৯৯
সবৰাজ পুৰি দশৰথ গৈলা চলি।
অযোধ্যা নগৰী ভৈল যেন পোৰা থলি ॥
অযোধ্যা নদীত ভৈলা দশৰথ জল।
কৈকেয়ী ৰবিজালে শুষিল সকল ॥ ২৬০০
প্ৰজামৎস্য কচ্ছপ তৰত পৰি মৰে।
ৰাম শোক মৎস্যৰঙ্গে খেদি খেদি ধৰে ॥
শোকানলে ভৈল যেন জল সাগৰৰ।
তাতে খেদিলেক যেন কুঞ্জৰ কন্দৰ ॥ ২৬০১
বন্ধু জন সমে থাকিলন্ত বিমৰিষি।
সব জন আপুনি গৈলন্ত দিশাদিশি ॥
শুনা সভাসদ ৰাম চৰিত্ৰ সকল।
বোলা ৰাম ৰাম ইসি পৰম মঙ্গল ॥ ২৬০২

———

নন্দিগ্ৰামৰ সিংহাসনত শ্ৰীৰামৰ পাদুকা স্থাপন।

### দুলড়ী

প্ৰভাতে উঠিয়া নিত্য সমাপিয়া
মিলায়া পাত্ৰ সমাজ।
মধুৰ বচনে সম্বুধি সবাকে
ভৰতে বুলিলা কাজ ॥
ৰামৰ মন্দিৰ শূন্য দেখি মোৰ
শোক নোহে উপশাম।
অযোধ্যা নগৰী পৰিহৰি মই
চলি যাইবো নন্দিগ্ৰাম ॥ ২৬০৩
সেহি নন্দিগ্ৰামে থিত হুয়া কিছু
জুৰাইবো শোক ৰামৰ।
সবে ৰাজকাজ সাধিবো তথাতে
আজ্ঞা পালি ৰাঘৱৰ ॥
হেন শুনি পাচে যত পাত্ৰ মন্ত্ৰী
হৰিষ কৰিল মনে।
নন্দিগ্ৰাম প্ৰতি চলিবাক সবে
সাজিলন্ত তেতিক্ষণে ॥ ২৬০৪
কৌশল্যা প্ৰমুখ্যে মাতৃক প্ৰবোধি
অযোধ্যাপুৰত থৈলা।
প্ৰদক্ষিণ কৰি প্ৰণামি সবাকে
শিৰে ধৰি তুলি লৈলা ॥
শত্ৰুঘন ভ্ৰাতৃ সহিতে ভৰত
ৰথত গৈয়া চৰিলা।
বশিষ্ঠ প্ৰমুখ্যে যত গুৰুগণ
আগত সবে লৰিল ॥ ২৬০৫
সবাৰে আগত ভৰত লৰিল
পাচে যান্ত শত্ৰুঘন।
পাত্ৰ মন্ত্ৰী যত সবহি লৰিল
আনন্দিত কৰি মন ॥
সমদলে শীঘ্ৰ- বেগে নন্দিগ্ৰাম
কতো বেলি গৈয়া পাইল।
ৰথৰ নামিয়া পাচে পানৈযুৰি
ভৰতে মাথে চৰাইল ॥ ২৬০৬
ভৰতে বোলন্ত ৰাম ভৈল সিংহ
আমি ভৈলো যেন শশ।
প্ৰাণ দদা মোৰ ভৈলন্ত গৰুড়
তান আগে আমি মস ॥
ৰাম দদা ভৈল প্ৰফুল্ল পঙ্কজ
আমি ভৈলো তাত ভৃঙ্গ।

মই ভৈলো যেন ক্ষুদ্ৰ সৰীসৃপ
দদা ভৈল মেৰুশৃঙ্গ ॥ ২৬০৭
প্ৰভু ৰাঘৱৰ মই যে সেৱক
তান পদ মনে ধৰি।
সত্যে সত্যে মই আদেশ তাহান
পালিবোহো নিষ্ঠ কৰি॥
চৈধ্যয় বৰিষ মোৰ প্ৰভু ৰাম
যাৱে থাকে বনমাজ।
তাহান পাদুকা শিৰে ধৰি মই
চৰ্চ্চিবোহো পাৱে ৰাজ ॥ ২৬০৮
বশিষ্ঠ প্ৰমুখ্যে যত পুৰোহিত
পঢ়িলন্ত সুমঙ্গল।
ধৱল ছত্ৰেক ভৰতে ধৰিল
প্ৰজা কৰে কৌতুহল॥
পানৈযুৰি নিয়া পাটত বৈসায়া
তাঙ্কে ৰাজ্যভাৰ দিল।
জয় জয় ৰাম বুলি প্ৰজাসবে
আনন্দ আতি কৰিল ॥ ২৬০৯
ঢোল ঢাক শঙ্খ বাজয় অসংখ্য
ৰামকে বাজে মাদল।
উটভ নিশান অনেক বিশাল
ঘোড়াত বাজে তবল॥
বেমুচি খুমচি ডিণ্ডিম দগৰ
বাজে ভাণ্ডি কাংসতাল।
মুহুৰী দোশৰি ঝড় ঝড়ি ভেৰী
শৱদৰ কোলাহল ॥ ২৬১০
অনন্তৰে শত্ৰু- ঘন কুমাৰক
অযোধ্যালাগি পঠাইল।
ভৰতে তহিতে পাত্ৰ সমন্বিতে
যত ৰাজকাৰ্য্য চাইল॥
অন্যায় তেজিয়া সমুচিতে যত
ধন উপাৰ্জ্জন ভৈল।
হুয়া অৱনত পানৈৰ আগত
সমস্তে তাক যোগাইল ॥ ২৬১১

সততে ৰামৰ ভক্তি ততপৰ
ভৰত এ সুবিনীত।
ৰাজকাজ নিত কৰি সমুচিত
নন্দিগ্ৰামে ভৈল থিত॥
যত শিষ্ট শান্ত জন পালিলন্ত
দুষ্টক দণ্ডি সৰ্ব্বথা।
এহিমানে আৱে ভৈলা সমাপতি
অযোধ্যাকাণ্ডৰ কথা ॥ ২৬১২
অযোধ্যা নগৰে দশৰথ গৃহে
শ্ৰীৰাম অৱতাৰ।
ৰূপে গুণে মানে দানে ত্ৰিভুৱনে
সমান নাহিকে যাৰ॥
সনতকুমাৰ আদি যোগেশ্বৰ
নজানে যাৰ ৰহস্য।
যিটো কোটি কোটি ব্ৰহ্মাণ্ডৰ পতি
তেন্তো ভকতিত বশ্য ॥ ২৬১৩
সকল নিগম- গণে কহি যাৰ
গুণৰ নপাৱে অন্ত।
ব্ৰহ্ম হৰ-পুৰ- ন্দৰ আদি দেৱে
যাহাৰ পদ সেৱন্ত॥
অনন্ত শকতি- ধৰ মহেশ্বৰ
যিটো দেৱ ভগৱন্ত।
ভকতিত বশ্য হুয়া ভকতৰ
তেহেন্তো আজ্ঞা পালন্ত ॥ ২৬১৪
পিতৃৰ সত্যক পালিয়া বনক
গৈলা ভ্ৰাতৃ ভাৰ্য্যা সঙ্গে।
মাধব কন্দলী ভণিলন্ত ৰাম
ৰহিলা বনত ৰঙ্গে॥
ভকত জনৰ মনক পূৰণ
কৰন্ত ৰামে নিশ্চয়।
হেনয় পৰম কৃপালু দেৱতা
আৱৰ কোন আছয় ॥ ২৬১৫
হেন মহেশ্বৰ প্ৰভু ৰাঘৱৰ
কৃপালু গুণক জানি।

ৰামৰ চৰণ পঙ্কজক মাত্ৰ
ভজিয়োক সবে প্ৰাণী ॥
শুনা নিৰন্তৰ দুৰ্জ্জন জনৰ
নকৰিবা জানি সঙ্গ ।
একেজনী দুষ্টা কুজীৰ নিমিত্তে
ঈশ্বৰৰো ছত্ৰ ভঙ্গ ॥ ২৬১৬
অযোধ্যা নগৰে আছে যত জন
ৰামত সবে ভকত ।
মন্থৰাত হন্তে পাইলা যত দুখ
কহিবে কোনে শকত ॥
হেন নিষ্ঠ জানি দুঃসঙ্গ তেজিয়া
লৈয়ো সঙ্গ মহন্তৰ ।
তেসম্বে সহিতি বসি এক প্ৰীতি
শুনিয়ো কথা ৰামৰ ॥ ২৬১৭
সকলে শাস্ত্ৰৰ এহি তাতপৰ্য্য
জানিয়া তেজিয়ো হেলা ।
অথিৰ জীৱন যাই কেতিক্ষণ
অপেক্ষাৰো আৰো বেলা ॥
কলিত সম্প্ৰতি নাহি আন গতি
বিনে মাধৱৰ নাম ।
মাধৱ কন্দলী কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ২৬১৮

—ইতি অযোধ্যাকাণ্ড সমাপ্ত—

# সপ্তকাণ্ড রামায়ণ

## অৰণ্যকাণ্ড

ভৰতৰ নন্দিগ্ৰামত বাস ; শ্ৰীৰামচন্দ্ৰাদিৰ অত্ৰি
ঋষিৰ আশ্ৰম প্ৰবেশ, ঋষিপত্নীৰ
ওচৰত সীতাৰ বৃত্তান্ত কথন

জয় নমো ৰামচন্দ্ৰ প্ৰভু ভগৱন্ত ।
যাহাৰ লীলাৰ কেহো নপাৱন্ত অন্ত ॥
ইচ্ছামাত্ৰে হোৱে সৃষ্টি পালন সংহাৰ ।
হেন ৰামপদে কৰো কোটি নমস্কাৰ ॥ ২৬১৯
যাক স্মৰি তৰে মহা মহাপাপীচয় ।
ভজোহো সাদৰে হেন ৰাম কৃপাময় ॥
যাৰ কৃপালেশে সিদ্ধি হোৱে মনস্কাম ।
মহাপুৰুষাৰ্থ ৰূপ যাৰ গুণনাম ॥ ২৬২০
যাহাৰ কিঙ্কৰ হৰ পুৰন্দৰ বিধি ।
হেন ৰাম স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥
কৰি শিৰোগত ৰামদেৱৰ চৰণ ।
মাধৱ কন্দলি বিৰচিলা ৰামায়ণ ॥ ২৬২১
শুনিলাহা যত সমাজিক নিৰন্তৰ ।
ৰামৰ অমৃত কথা অযোধ্যাকাণ্ডৰ ॥
শুনিয়োক আৰ ৰাম চৰিত্ৰ উত্তম ।
অৰণ্যকাণ্ডত যেন ভৈল অনুক্ৰম ॥ ২৬২২
ৰামৰ পাদুকাযুৰি পূজি নিৰন্তৰ ।
নন্দিগ্ৰামে স্থিতি ভৈলা ভৰত কুমাৰ ॥
অযোধ্যা নগৰে ৰহিলন্ত শত্ৰুঘন ।
ৰামৰ আদেশ শিৰে ধৰি দুয়োজন ॥ ২৬২৩
পৰম সাদৰে প্ৰজা পালন্ত সকল ।
পূৰুবকালৰ মতে নাই কৌতূহল ॥
সুমৰিয়া সিটো ৰাঘৱৰ বনবাস ।
হা ৰাম বুলি সদা তেজন্ত নিশ্বাস ॥ ২৬২৪
অহৰ্নিশে ৰামৰ চৰণ যুগ স্মৰি ।
নাহিকে হৰিষ সদা থাকে মন্যু কৰি ॥
চৈধ্যয় বৰিষ বহি যাইব কেতিক্ষণ ।
হুইবোহো হৰিষ দেখি ৰামৰ চৰণ ॥ ২৬২৫
কৌশল্যা প্ৰমুখ্যে আছে যত মাতৃগণ ।
ৰামক সুমৰি সদা কৰন্ত ক্ৰন্দন ॥
কৃষ্ণপক্ষে চন্দ্ৰ যেন টুটে প্ৰতিদিন ।
পুত্ৰশোকে সবাৰো শৰীৰ ভৈল ক্ষীণ ॥ ২৬২৬
ৰাম সীতা লক্ষ্মণৰ কল্যাণ সাধন্ত ।
কৌশল্যা সুমিত্ৰা দুয়ো বিষ্ণুক পূজন্ত ॥
শোক জুৰাৱন্ত আশ্বাসিয়া শত্ৰুঘনে ।
ৰামক সুমৰি মাত্ৰ থাকে অনুক্ষণে ॥ ২৬২৭
অযোধ্যাত আছে নৰ-নাৰী যতমান ।
ধৰ্ম্ম আচৰিয়া সাধে ৰামৰ কল্যাণ ॥
ৰাম সুমৰিয়া বঞ্চে দুখশোক যত ।
ৰামৰ চৰিত্ৰ আৱে শুনিয়ো সাম্প্ৰত ॥ ২৬২৮
ৰামক তেজিয়া যেৱে আসিলা ভৰত ।
শোকাকুল হুয়া ৰাম থাকিলা মনত ॥
চিত্ৰকূট বনে সীতা লক্ষ্মণ সহিত ।
কতোদিন আছে প্ৰভু স্থিৰ নুহি চিত্ত ॥ ২৬২৯

লক্ষ্মণক সম্বোধি মাতিলা ৰঘুবৰে।
নপাৰো ধৰিবে চিত্ত উতপাত কৰে॥
মহাদুখ দিলা আসি ভৰত ভৈয়াই।
নুমাইল অগনি যেন জ্বলিল দুনাই॥ ২৬৩০
আমাক সুমৰি মনে সুখ নাই তাৰ।
এই স্থানে খেদি যোনো আসে আৰোবাৰ॥
মহাদুখ দিলা মোৰ আনি প্ৰজাগণ।
দেখি ভৰতৰ দুখ পোৰে মোৰ মন॥ ২৬৩১
ভৰত ভৈয়াই যাৱে আসি নতু পাৱে।
ইথানক ছাৰি আনদেশ যাওঁ তাৱে॥
এহি হৌক বুলিয়া লক্ষ্মণ ভৈল আগ।
পাচত চলন্ত ৰামচন্দ্ৰ মহাভাগ॥ ২৬৩২
লাসে লাসে সীতা সতী মাজত চলন্ত।
কতোক্ষণে চিত্ৰকূট বন তেজিলন্ত॥
নদী নদ গহন বিশেষ বনদেশ।
দল বিল এৰাইলন্ত নিকুঞ্জ অশেষ॥ ২৬৩৩
নাহিকে প্ৰয়াস ৰাম হৰিষে চলন্ত।
দণ্ডক বনত গৈয়া প্ৰবেশ ভৈলন্ত॥
পাইলন্ত প্ৰথমে অত্ৰি ঋষিৰ আথান।
প্ৰণামিলা তিনিয়ো ঋষিক কৰি মান॥ ২৬৩৪
অত্ৰি বৰ হৰিষ দেখিয়া ৰাঘৱক।
পৰম ঈশ্বৰ মোৰ আইলা আশ্ৰমক॥
আজিসে জানিলো মই জন্ম সাফলিলো।
ঈশ্বৰৰ পাদপদ্ম সাক্ষাতে দেখিলো॥ ২৬৩৫
বিধিৱতে ফুলে জলে পূজিয়া ৰামক।
পৰম সাদৰে পুছিলন্ত কুশলক॥
ব্ৰহ্মাৰ নন্দনে যেৱে কুশল পুছিল।
শুনি ৰাঘৱৰ মনে হৰিষ মিলিল॥ ২৬৩৬
ঋষিত কহিলা ৰামে আপোন কুশল।
শুনিয়া ঋষিৰ মনে ভৈল কৌতূহল॥
পাচে অভ্যন্তৰে ঋষি সীতাক পঠাইলা।
মুনিৰ ভাৰ্য্যাক গোসানীয়ে লাগ পাইলা॥ '৩৭
অত্ৰিৰৰ ভাৰ্য্যা তান অনসূয়া নাম।
ৰূপে গুণে ত্ৰিভুৱনে নাহিকে উপাম॥
চন্দ্ৰৰ জননী পতিব্ৰতা শুদ্ধভাৱ।
হৰ্ষিত বদনে সীতা নমিলন্ত পাৱ॥ ২৬৩৮
বিনয়ে থাকিলা দেৱী জনকনন্দিনী।
আসন বঢ়ায়া দিলা চন্দ্ৰৰ জননী॥
অনসূয়া বুলিলন্ত প্ৰফুল্ল বদনে।
ৰামৰ লগত কেনে আসি ভৈলা বনে॥ ২৬৩৯
বাপৰ আদেশে ৰাম আইলা বনবাসে।
তুমি কেনে নথাকিলা শাশুৰীৰ পাশে॥
দাৰুণ বনত মাৱ বৰ দুখ পাইবা।
তৃণৰ শয্যাত শুইবা ফলমূল খাইবা॥ ২৬৪০
সীতায়ে বোলন্ত কেনে লঘু বোলা মাতি।
আমাক জানিবা শান্তি পতিব্ৰতা আতি॥
দেশত থাকিলে আমি কোন ফল পাইবো।
স্বামী ভকতিত স্বৰ্গ মুকুতিক পাইবো॥ ২৬৪১
সত্যৱতী ৰমণী সাবিত্ৰী যেন সতী।
চন্দ্ৰৰ ৰোহিণী বশিষ্ঠৰ অৰুন্ধতী॥
অত্ৰিৰৰ তুমি যেন শঙ্কৰৰ মায়া।
আমাৰো ৰামত জানা তেহ্ন দৃঢ়কায়া॥ ২৬৪২
তোমৰাসবৰো যেন স্বামী আদিদেৱ।
আমাৰো ৰামত পৰে আন নাই কেৱ॥
বাপ মাৱ সুহৃদৰ বাসনা বিষয়।
স্বামীত ভকতি স্বৰ্গ মুকুতি সাধয়॥ ২৬৪৩
অনসূয়া শুনিলন্ত সীতাৰ বচন।
গ্ৰীৱে চাপি ধৰিলন্ত হৰ্ষিত বদন॥
মনত সন্তোষৰূপে দিলা কণ্ঠহাৰ।
অঙ্গৰাগ দিলন্ত বত্ৰিশ অলঙ্কাৰ॥ ২৬৪৪
পতিব্ৰতা নাৰীত মোহোৰ অনুৰাগ।
হৰিষ কৰাইলা মাৱ মোত বৰ মাগ॥
সীতায়ে বোলন্ত মাৱ দায়া দৃষ্টি চাইল।
এতেকতে আমিয়ো সকল বৰ পাইল॥ ২৬৪৫
অনসূয়া বোলে যত দিলো অলঙ্কাৰ।
সিন্দুৰ চন্দন তোৰ নুগুচোক আৰ॥
কদাচিতো ভাঠি তোৰ নুহিব যৌৱন।
মহাসুখে ৰামে সমে কৰিবা ৰমণ॥ ২৬৪৬

বৰ দিয়া আৰো বুলিলন্ত অনসূয়া।
স্বামীত ভকতি কৰ পতিব্ৰতা হুয়া ॥
তথু সয়ম্বৰৰ শুনিছো কিছু কথা।
কহিয়োক মিথিলাৰ যিমত ব্যৱস্থা ॥ ২৬৪৭
হেন শুনি সীতা সতী বুলিলন্ত বাণী।
উতপতি ধৰি মোৰ শুনিয়ো কাহিনী ॥
বাপ মোৰ ৰাজা ভৈলা মিথিলা নগৰে।
যাহাৰ প্ৰসিদ্ধ গৈল দেৱাসুৰ নৰে ॥ ২৬৪৮
জনক মোহোৰ বাপ অপুত্ৰক ভৈলা।
ভাৰ্য্যাসমে যজ্ঞভূমি চাহিবাক গৈলা ॥
মনত কৌতুকে বাপে মাথা তুলি চাইলা।
ত্ৰৈলোক্যমোহিনী কন্যা এক ভেট পাইলা ॥ '৪৯
নামত মেনকা তেহে দেৱ অপেস্বৰী।
ৰূপে গুণে ত্ৰিভুৱনে নাহি পটন্তৰী ॥
দেখিয়া বাপৰ বৰ বাঢ়ি গৈল মন।
বিমৰিষি তথাতে আছিলা কতোক্ষণ ॥ ২৬৫০
এতহন্তে আকাশত শুনিলন্ত বাণী।
তোমাৰ কুশল দেৱে মিলাইলেক আনি ॥
পাইবা মনোৰথ হাল বাহা এহি থান।
লভিবা অপত্য তুমি ইহানে সমান ॥ ২৬৫১
হেন শুনি পিতৃ মোৰ মনে ৰঙ্গ কৰি।
যজ্ঞ ভূমি বাহিলন্ত হাতে হাল ধৰি ॥
শুনিয়োক অনসূয়া আমাৰ সঙ্গতি।
ভূমি ভেদি সিৰলত ভৈলো উতপতি ॥ ২৬৫২
ধূলিয়ে ধূসৰ মই কৰোহো ঘঞ্চাল।
বিস্ময় স্বৰূপে চাহি আছা মহীপাল ॥
কোলে কৰি গৈলা নিজ মহিষীৰ ভিতা।
সিৰলত উপজিলো নাম ভৈলা সীতা ॥ ২৬৫৩
জনক ৰাজাৰ যত মুখ্য পটেশ্বৰী।
তাসম্বাত সুম্পিলা আমাক জীউ কৰি ॥
সুখে বৰ ভৈলো তাসম্বাৰো নাহি আন।
আমাক দেখন্ত শত পুত্ৰৰ সমান ॥ ২৬৫৪
ত্ৰৈলোক্য মোহিনী মই ভৈলো বৰবালা।
বাঢ়িলো তাহান ঘৰে যেন চন্দ্ৰকলা ॥

দিনমানে মোহোৰ যৌৱন ভৈল ভেদ।
বৰ নপাই সদৃশ বাপৰ হৃদিখেদ ॥ ২৬৫৫
চিন্তা অগ্নি সদায়ে দহবৈ কলেৱৰ।
বিমৰিষি পাতিলা আমাৰ সয়ম্বৰ ॥
পূৰ্ব্বকালে যজ্ঞভূমি বাহিলন্ত বাপ।
সেহিকালে মহাদেৱে দিলা নিজ চাপ ॥ ২৬৫৬
ৰাজাসব মতাইলা জনক মহীপালে।
নৃপতি সমাজ ভৈল সয়ম্বৰ শালে ॥
অনেক সহস্ৰ লোকে ধনু তুলি লৈল।
সবাৰো আগত মহেশৰ ধনু থৈল ॥ ২৬৫৭
সবাকো সম্মুখি বুলিলন্ত নৃপবৰে।
সবে আসি আছা মোৰ জীউৰ অন্তৰে ॥
যিটো দিতে পাৰে এই ধনুত পছাৰ।
সি সি মোৰ জমাই বৰ হৈবেক সীতাৰ ॥ ২৬৫৮
হেন শুনি যতেক নৃপতি আসি ভৈল।
ধনুক প্ৰণামি সবে দিশাদিশি গৈল ॥
জোৰা দিবে লাগি কতো চাপিল সমিত।
আছো জোৰ দিবে ধনু দেখি ভৈল ভীত ॥ '৫৯
ৰাজাসব গৈল যেৱে মনত বিৰঙ্গে।
বাপৰ বিষাদ ভৈল সয়ম্বৰ ভঙ্গে ॥
বিশ্বামিত্ৰে পাচে ৰাম লক্ষ্মণক নিল।
ভালমতে জনকে তিনিকো সাদৰিল ॥ ২৬৬০
ৰঙ্গমনে বাপৰ চাপিলো গৈয়া কোল।
ৰূপ দেখি ৰামৰ ভৈলোহো আতি ভোল ॥
সুন্দৰ ৰূপক দেখি সন্তোষ মিলয়।
মনে মনে গুণো যোনো বিধিয়ে চলয় ॥ ২৬৬১
সবহি গৈলন্ত পাচে সয়ম্বৰ শালে।
ধনু উপদেশিলা জনক মহীপালে ॥
ধনু দেখি ৰাঘৱে ঈষত হাস কৰি।
লীলাৰূপে বামহাতে ধনু তুলি ধৰি ॥ ২৬৬২
নিমিষেকে ৰাঘৱে ধনুত গুণ দিল।
টঙ্কাৰ কৰিলা তিনি ভুৱন কম্পিল ॥
অল্পহাস্য কৰিয়া ধনুত বল দিল।
প্ৰচণ্ড শব্দতে ধনু মাজতে ভাঙ্গিল ॥ ২৬৬৩

শিলাৰ উপৰে যেন নির্ঘাত পৰিল ।
সসাগৰা সাতোদ্বীপা পৃথিৱী লৰিল ॥
বিশ্বামিত্র জনকেয়ো থাকিলন্ত চাই ।
লক্ষ্মণ ৰামৰ কটাক্ষও কিছো নাই ॥ ২৬৬৪
আনসব নৃপতি যতেক আসি ভৈলা ।
ৰাম লক্ষ্মণত হাৰি নিজ স্থানে গৈলা ॥
বাপৰ আজ্ঞাক মই শিৰত ধৰিলো ।
পদ্মৰ মালাক দিয়া ৰামক বৰিলো ॥ ২৬৬৫
পাচে দশৰথক জনক ৰাজা নিল ।
তাহানে আগত মোক বাপে বিহা দিল ॥
আপোনাৰ জীউ আছে জনক ৰাজাৰ ।
কনিষ্ঠা উৰ্ম্মিলা নামে বহিনী আমাৰ ॥ ২৬৬৬
ত্ৰৈলোক্য মোহিনী কন্যা মহাৰূপৱতী ।
সুন্দৰ নাসিকা দন্ত মুকুতাৰ পান্তি ॥
মৃণাল যুগল বাহু কৃশ মধ্যদেশ ।
কমল নয়নী নীল আকুঞ্চিত কেশ ॥ ২৬৬৭
বন্দুলিকো জিনিয়া অধৰ ৰুচিকৰ ।
পূর্ণচন্দ্র জিনি মুখ পদ্ম সমসৰ ॥
কর্ণত কুণ্ডল কম্বুকণ্ঠ মনোহৰ ।
উন্নত কঠিন স্তন ত্ৰিবলি উদৰ ॥ ২৬৬৮
গলে গজমুক্তা শোভে সাতেসৰি হাৰ ।
বাহুত কঙ্কণ তাৰ বলয়া সোণাৰ ॥
ৰত্নৰ শলকা সম আঙ্গুলিৰ পান্তি ।
আঙ্গুঠি উজ্জ্বল নখচন্দ্ৰ কৰে কান্তি ॥ ২৬৬৯
জঙ্ঘা মনোহৰ উৰু যেন ৰামকল ।
ৰত্নৰ নূপুৰে শোভে চৰণ যুগল ॥
চম্পাৰ পাকৰি সম আঙ্গুলিৰ পান্তি ।
উঙ্ঘাটি উজ্জ্বল নখ মণি কৰে কান্তি ॥ ২৬৭০
আৰকত পদ হস্তে প্ৰকাশে কমলে ।
শৰীৰৰ কান্তিয়ে চন্দ্ৰতো কৰি বলে ॥
চন্দ্ৰকলা সম বাঢ়ে গজেন্দ্ৰ গমন ।
লক্ষ্মী সম ৰূপে গুণে মোহে মুনিগণ ॥ ২৬৭১
পৰম সুন্দৰী কন্যা জনকৰ ঘৰে ।
কটাক্ষতে ত্ৰিভুৱন মোহিবাক পাৰে ॥

উৰ্ম্মিলা বহিনী পাচে জনকে মতাইল ।
সব অলঙ্কাৰে তাঙ্ক লক্ষ্মণে বিহাইল ॥ ২৬৭২
পূৰ্ব্ব জন্মে অনেক তপস্যা কৈলা আমি ।
তাৰ প্ৰতিফলে ৰাঘৱক পাইলো স্বামী ॥
মোৰ মনে ৰাঘৱ স্বামীসে নিজদেৱ ।
ৰামক এৰিয়া আন নজানোহো কেৱ ॥ ২৬৭৩
হেন শুনি আনসূয়া আনন্দক পাইল ।
ৰামৰ পাশক লাগি সীতাক পঠাইল ॥
দেখি ৰাম লক্ষ্মণে কৌতুক বৰ পাইলা ।
কথা কহি অলঙ্কাৰ আগত যোগাইলা ॥ ২৬৭৪
সীতাৰ সম্পত্তি দেখি শ্ৰীৰাম লক্ষ্মণে ।
ৰাত্ৰিগোট বঞ্চিলন্ত হৰষিত মনে ॥
প্ৰভাততে ঋষিক কৰিয়া নমস্কাৰ ।
তিনিহন্তে দণ্ডকা বনত পয়োসাৰ ॥ ২৬৭৫

ৰামৰ দণ্ডকাৰণ্যত প্ৰবেশ, ঋষিৰ অভ্যৰ্থনা,
বিৰাধ ৰাক্ষস বধ

হাতে ধনুশৰ ধৰি লক্ষ্মণ শ্ৰীৰাম ।
আশ্ৰমেক পাইলা ৰবিমণ্ডল উপাম ॥
ভৈলা মহাতৃপিতি অশেষ স্তুতিভাৰে ।
আকৰ্ণ শৰদ ঋষিসব গলাৰাৱে ॥ ২৬৭৬
ৰামক দেখিয়া সবে পৰম হৰিষে ।
সহস্ৰ সংখ্যাত বেঢ়িলেক চতুৰ্দ্দিশে ॥
বেদপাঠ উচ্চৰিয়া আশংসাৰ জাক ।
সবেহন্তে সম্বোধি বুলিলা স্তুতি বাক ॥ ২৬৭৭
যাহাৰ বিনোদ ইটো সকলে সংসাৰ ।
তেন্তে ধৰ্ম্ম ৰক্ষা হেতু ভৈলা অৱতাৰ ॥
অত্যন্ত পাপীয়ো তৰে যাহাক সুমৰি ।
হেন ঈশ্বৰক দেখিলোহো নেত্ৰ ভৰি ॥ ২৬৭৮
জগত কাৰণ তুমি বিধাতাৰো বিধি ।
তযু দৰশনে তপস্যাৰো ভৈল সিদ্ধি ॥
জন্মৰো সাফল ভৈল তযু দৰশনে ।
ৰহোক ভকতি প্ৰভু তোমাৰ চৰণে ॥ ২৬৭৯

পাচে ৰাম বুলিলন্ত শুনিয়োক ঋষি।
নির্ভয়ে কৰিয়ো তপ এহি বনে বসি ॥
ঘোৰ অন্ধকাৰে যেন পূর্ণিমাৰ শশী।
মাৰিবো ৰাক্ষস সব তপোবনে পশি ॥ ২৬৮০
ঋষি সমে হৰিষে ৰজনীগোট বঞ্চি।
চলিলা ঋষিক ৰামে নির্ভয়ক সঞ্চি ॥
হাতে ধনু কাণ্ড গাৱে সন্নাহা চড়াইল।
মাজ কৰি সীতাক গহন বন পাইল ॥ ২৬৮১
ৰাম সীতা লক্ষ্মণ ভ্ৰমন্ত বনে বন।
ৰাক্ষসগোটক গৈয়া পাইলা দৰিশন ॥
নামত বিৰাধ একো অঙ্গে নোহে ছোট।
বসিয়া আছয় সিটো যেন গিৰিগোট ॥ ২৬৮২
চক্ষু যেন ধোন্দ কায়া আঙ্গাৰৰ বর্ণ।
নাকগোট বেঙ্কা কুলা হেন দুই কর্ণ ॥
লহ লহ জিহ্বা মুখ মাজতে লৰয়।
অগনি খণ্ডেক যেন গহ্বৰে জ্বলয় ॥ ২৬৮৩
দুই ভৰি ভেঙ্গুৰা পিঙ্গলবর্ণ কেশ।
বিকট দশন মুখ বিভঙ্গ কুবেশ ॥
মাথাগোট জোঙ্কাৰি গগনে উধাই গৈল।
দেখি জানকীৰ বৰ চমৎকাৰ ভৈল ॥ ২৬৮৪
আঠগোটা শিঙ্গ সিটো কপালে লৈলেক।
হস্তীৰ মাথাক কাটি তাতে আলাইলেক ॥
ক্ষণিকতে গৈয়া বাঘ মাৰিয়া খাইলেক।
ৰুধিৰে সহিতে চৰ্ম্ম গাৱে মেঢ়াইলেক ॥ ২৬৮৫
ঋষিসব মাৰিয়া ভুঞ্জয় প্ৰতিনিত।
নির্ভয় স্বৰূপে দণ্ডকাৰ বনে স্থিত ॥
তিনিকো দেখিয়া ঘোৰ নাদে খেদি গৈল।
বিৰাধে পাইলেক ঋষিসব ভয় ভৈল ॥ ২৬৮৬
চিলে যেন থাম্প দিয়া মাছক নিলেক।
মায়া কৰি সীতাক গগনে উড়াইলেক ॥
ৰাক্ষসৰ অঙ্গে ৰূপ সীতাৰ বলিল।
অঞ্জন পৰ্ব্বতে যেন মাণিক জ্বলিল ॥ ২৬৮৭
সীতা ভৈল সুবৰ্ণ বিৰাধ কাঠ নয়।
যেন হেমলতা কাল পৰ্ব্বতে জ্বলয় ॥
নিশাচৰ ঘোৰ মেঘ সীতা ভৈল তাৰ।
গঙ্গাৰ ওচৰে যেন বহ্নিৰ সঞ্চাৰ ॥ ২৬৮৮
হাসিয়া বিৰাধে বোলে অন্তৰীক্ষে বসি।
কহিব টেণ্টন দুই ভৈলাহা তপসী ॥
হাতে ধনু শৰ দেখো লগত সুন্দৰী।
আনো তপস্বীৰ ফুৰা ভিক্ষা ছন্ন কৰি ॥ ২৬৮৯
পৰিধান বাকলি শিৰত জটা ভাৰ।
ত্ৰৈলোক্য মোহিনী কন্যা লগত তোমাৰ ॥
ধৰ্ম্ম বিৰোধীক দেখিবাক নুহি যোগ।
তোৰা দুইকো মাৰি কন্যা কৰো উপভোগ ॥ '৯০
হেৰ দেখ ত্ৰিশূল হাতত তুলি ধৰো।
তোৰা দুইক মাৰিয়া ৰুধিৰ পান কৰো ॥
আৰাধিলো ব্ৰহ্মাক দিলন্ত তেহে বৰ।
তুমি হেনো লক্ষ্যকো মোহোৰ নাহি ডৰ ॥ '৯১
হেন শুনি ৰামে পাচে বুলিলা বচন।
দশৰথ সুত আমি আসি ভৈলো বন ॥
ত্ৰিভুৱনে বীৰ মোক নাহি সমসৰ।
প্ৰাণে যেৱে জীৱি জানকীক পৰিহৰ ॥ ২৬৯২
হেন শুনি বিৰাধৰ পৰম হৰিষ।
এহেন্তেসে ৰাম মন কৰি বিমৰিষ ॥
আন হাতে মৰো মোৰ পাপ অন্ত ভৈল।
এহি মনে গুণি খঙ্গ তোলাইবাক লৈল ॥ ২৬৯৩
ক্ৰোধ কৰি নিশাচৰে বোলে খৰ্ব্ব বাণী।
বিৰাধ ৰাক্ষস মোৰ কথা লৈয়ো জানি ॥
ত্ৰিভুৱনে বীৰমাজে আমাক বখানি।
পেযো যমঘৰে আজি এই শূলে হানি ॥ ২৬৯৪
ক্ষত্ৰি জাতি হুয়া তুমি ভৈলাহা তস্কৰ।
পৰনাৰী হৰিলাহা বনৰ ভিতৰ ॥
চোৰ দুই টেণ্টনক মোৰ নাই ডৰ।
মাৰিয়া পঠাওঁ যাহা যমৰ নগৰ ॥ ২৬৯৫
নাৰী চুৰি কৰিলাহা আতি বৰ ৰঙ্গে।
প্ৰাণ হৰুৱাইলা আতি কামিনীৰ সঙ্গে ॥
ভৈলাহা মানুষ জাতি ৰাক্ষসৰ ভক্ষ্য।
তোমাক জিনিতে কিছো নাহিকে অশক্য ॥ '৯৬

শ্ৰীৰামে বোলন্ত লখাই কেনে ধৰো জীউ।
বিৰাধৰ অঙ্গে দেখো জনকৰ জীউ॥
বাঘে যেন ধৰিলে হৰিণী নোহে স্থিৰ।
হৰি হৰি বান্ধে মোৰ নসহে শৰীৰ॥ ২৬৯৭
অঞ্জননয়নী পূৰ্ণচন্দ্ৰমা বদনী।
জনক ৰাজাৰ তুমি কুলৰ নন্দিনী॥
দশৰথ বোহাৰীৰ হেনসে বিপত্তি।
ৰাহুৱে গ্ৰাসিলে চন্দ্ৰ নক্ষত্ৰ ৰেৱতী॥ ২৬৯৮
আমি বিদ্যমানত সীতাৰ এতদূৰ।
বাসৱৰ স্ত্ৰীক যেন হৰিল অসুৰ॥
প্ৰাণ তেজো কৈকেয়ী পূৰোক মনোৰথ।
আৰে অবিকলে ৰাজ্য কৰোক ভৰত॥ ২৬৯৯
কৌশল্যা জননী পিতৃ অযোধ্যাৰ পতি।
তুইহন্তো কৈকেয়ীত কৰিলো ভকতি॥
তথাপিতো নুপূৰিল পাপিষ্ঠীৰ মন।
মাৰিবাক লাগি মোক পঠাইলেক বন॥ ২৭০০
লক্ষ্মণে বুলিলা পাচে হাতযোৰ কৰি।
চিত্ত থিৰ কৰিয়োক মন্যু পৰিহৰি॥
মই ভৃত্য থাকন্তে তোমাৰ কিবা ডৰ।
ত্ৰিভুৱন জিনিতে শকতি একেশ্বৰ॥ ২৭০১
আজ্ঞা কৰিয়োক মই বিৰাধক মাৰো।
ভৰতৰ যত মান ৰাক্ষসতে সাৰো॥
হেন বুলি বীৰে ধনু টঙ্কাৰ কৰিল।
শৱদে পৃথিৱী স্বৰ্গ অশেষ লৰিল॥ ২৭০২
ৰামে বুলিলন্ত বাপ শুনৰে লখাই।
ৰাক্ষসে বুলিল নিন্দা মোৰ মুখ চাই॥
মোৰ বিদ্যমানত সীতাক নিলে হৰি।
বিৰাধক মাৰি পেয়ো যমৰ নগৰী॥ ২৭০৩
বিৰাধক চাই ৰামে তুলিলন্ত হাস।
মাৰিলো পাপিষ্ঠ আজি জীৱন্তে নযাস॥
ঋষিসব ভুঞ্জি তই ভৈলি মহামাল।
তোক মাৰি গুচাওঁ আজি পৃথিৱীৰ শাল॥২৭০৪
মই ভালে জীৱন্তে সীতাক তই পাইবি।
মোহোৰ হাতত আজি যমঘৰে যাইবি॥
ক্ষুদ্ৰ মৃগ হুয়া মত্ত সিংহক জগাইলি।
মৰিবাক লাগিয়া গৰল বিষ খাইলি॥ ২৭০৫
সিংহৰ ভাৰ্য্যাক তই শৃগালে বাঞ্ছস।
আপোনাৰ মৃত্যু মূঢ় আপুনি সাধুস॥
মোৰ বিদ্যমানত সীতাক হৰি নেস।
শিয়ালত শিঙ্গ পৰ্ব্বততো মেৰুদেশ॥ ২৭০৬
এহি বুলি ক্ৰোধে ৰাম ধনুক ধৰিল।
সাতোটা নৰাচ নিয়া গুণত জুৰিল॥
খল খল কৰি ৰামে তুলিলন্ত হাস।
মাৰিলো পাপিষ্ঠ হেৱা ভৈলি সৰ্ব্বনাশ॥ ২৭০৭
আকৰ্ণ পূৰিয়া ধনু আজুৰি আনিল।
মাৰো মাৰো বুলি শৰ সত্বৰে হানিল॥
বিজুলী চটক যেন চলিল নৰাচ।
হৃদয়ত ফুটিয়া বজাইল পিঠি পাচ॥ ২৭০৮
নৰাচ ৰামৰ যেৰে নিশাচৰে পাইল।
অন্তকালে যমে যেন বিৰাধ কিটাইল॥
আঠগোটা সিদ্ধ হাতে আচাৰি পেলাইল।
ত্ৰিশূল সম্মুখ কৰি লক্ষ্মণক ধাইল॥ ২৭০৯
প্ৰলয়ৰ মেঘে যেন তেজিলে আটাস।
ঋষিগণ বনজন্তু ভৈলা মহাত্ৰাস॥
মাৰো মাৰো তোক আজি কৰোহো নিৰ্ম্মূল।
এহি বুলি লক্ষ্মণক হানিলা ত্ৰিশূল॥ ২৭১০
বাসৱৰ বজ্ৰ যেন শূল যাই বৈয়া।
চাহিয়া আছন্ত ৰাম হাতে ধনু লৈয়া॥
বিম্বাদ শৱদে যেন যাই যমদণ্ড।
খুৰপতি বাণে ৰামে কৈলা খণ্ড খণ্ড॥ ২৭১১
পুনৰপি ৰামে মহা ক্ৰোধত জ্বলিল।
সুৱৰ্ণে ৰচিত শৰ গুণত জুৰিল॥
হানিলন্তে বিৰাধক লাগিয়া চুটিল।
নপাৰিল এৰাইবাক হিয়াত ফুটিল॥ ২৭১২
ৰামে যেৰে ৰাক্ষসক প্ৰহাৰ কৰিল।
সীতাক ভূমিত থৈয়া ঢলিয়া পৰিল॥
ভূমিকম্প যান্তে যেন পৰ্ব্বত লৰয়।
সেহিমতে ৰাক্ষসৰ শৰীৰ কাম্পয়॥ ২৭১৩

মুখৰ শোণিতে গেৰুধাৰা নিকলয় ।
কাকূতি কৰিয়া পুৰাতন কথা কয় ॥
হাতযোৰ কৰি বাক্য বোলয় বিৰাধ ।
ক্ষমিয়ো গোসাঞি কৰিলোহো অপৰাধ ॥ ২৭১৪
নামত ডম্বৰু কুবেৰৰ অনুচৰ ।
তাহান চৰণ সেৱা কৰিলো বিস্তৰ ॥
শুনিয়োক প্ৰভু তিনি লোকৰ ঈশ্বৰ ।
তাহাৰেসে শাপে আসি ভৈলো নিশাচৰ ॥ '১৫
বাসৱৰ অপেস্বৰী ৰম্ভা যাৰ নাম ।
ৰূপে গুণে ত্ৰিভুৱনে নাহিকে উপাম ॥
দেখিয়া মোহিত হুয়া মহা অভিলাষে ।
বিবিধ বিনোদে আছিলোহো তান পাশে ॥ '১৬
ক্ৰীড়া কৌতূহলত অনেক কাল গৈল ।
এহিমতে কুবেৰত মন্দ সেৱা ভৈল ॥
কোপ কৰি মোক প্ৰভু বুলিলা বচন ।
নিশাচৰ হুয়া চল দণ্ডকাৰ বন ॥ ২৭১৭
ৰাম ৰূপে হুইব দশৰথৰ নন্দন ।
তাহান হাতত তোৰ হৈবেক মৰণ ॥
তৈসানিসি হৈব তোৰ শাপৰ উদ্ধাৰ ।
আসিয়া দেখিবি তোৰ পুত্ৰ পৰিবাৰ ॥ ২৭১৮
কুবেৰৰ শাপে আসি নিশাচৰ ভৈলো ।
ব্ৰাহ্মণ ঋষিক মাৰি মহাপাপ কৈলো ॥
তযু দৰশনে পূৰ্ব্বকথা সুমৰিলো ।
শান্তি সীতা হৰি ঘোৰ দোষ আচৰিলো ॥ ২৭১৯
তোমাৰ হাতত মোৰ মৰিবাক সাধ ।
সি কাৰণে কৰিলো দাৰুণ অপৰাধ ॥
এৱে তযু শৰ পৰি প্ৰকৃতিক গৈলো ।
মাতৃ বুলি সীতাক নমাৰি হেৰা থৈলো ॥ ২৭২০
ত্ৰিজগতনাথ মোক কৰিয়োক দায়া ।
গাত খানি পূৰিয়ো আমাৰ নিজ কায়া ॥
ৰাক্ষসৰ আমাৰ এহিসে কুল ধৰ্ম্ম ।
হৌক মোৰ গতি ৰাম কৰিয়োক কৰ্ম্ম ॥ ২৭২১
এহি বুলি নিশাচৰ ঢলিয়া পৰিল ।
ৰাম ৰাম বোলন্তে জীৱন নিকলিল ॥
পৰ্ব্বত সদৃশ পৰি গৈল কলেৱৰ ।
দেখিয়া হৰিষ ভৈল ৰাম লক্ষ্মণৰ ॥ ২৭২২
লক্ষ্মণে খানিল গাত পৰ্ব্বত গহ্বৰ ।
তাতে দহিলন্ত ৰাক্ষসৰ কলেৱৰ ॥
দিব্যৰূপ ধৰি সিটো স্বৰ্গে চলি গৈল ।
পুত্ৰ পৰিবাৰ সমে একথান ভৈল ॥ ২৭২৩
ৰামৰ চৰিত্ৰ শুনিয়োক নিৰন্তৰ ।
পৰম কৃপালু গুণ দেখিয়ো ৰামৰ ॥
ভাৰ্য্যাবৈৰী ৰাক্ষসৰ কৰিলন্ত কৰ্ম্ম ।
দেখা কেনে ঈশ্বৰৰ বিপৰীত ধৰ্ম্ম ॥ ২৭২৪
নবাচন্ত জাতিকুল ভজন মাত্ৰকে ।
এতেকে পৰম সিদ্ধি দিবন্ত সবাকে ॥
জানিয়া কৃপালু গুণ ভজিয়ো ৰামক ।
ৰাম বুলি দহিয়োক পাপৰ বীৰ্য্যক ॥ ২৭২৫

শ্ৰীৰামৰ সীতাদেৱীক আশ্বাস দান ; শৰভঙ্গ মুনিৰ দৰ্শন লাভ, সুতীক্ষ্ণ মুনিৰ আশ্ৰম প্ৰবেশ আৰু তেওঁৰ লগত কথোপকথন

### দুলড়ী

অনন্তৰে ৰামে হা বান্ধৈ বুলিয়া
সীতাৰ গলে ধৰিল ।
অনেক নিৰ্ভয় বচন বুলিয়া
আশ্বাস তাঙ্ক কৰিল ॥
দাৰুণ ৰাক্ষসে তোমাক হৰিল
মিলিল পৰম দুখ ।
তাহাক মাৰিয়া সন্তোষ লভিলো
দেখিয়া তোমাৰ মুখ ॥ ২৭২৬
পূৰ্ব্বতে তোমাক বুলিলো বনত
লভিবা দুখ অপাৰ ।
সিসব বচন সাক্ষাতে ফলিল
পুহাইল বোল আমাৰ ॥
পাচে লক্ষ্মণক ৰাঘৱে বুলিল
ৰাক্ষস ঐত আশেষ ।

সীতা ৰক্ষা কৰি ইটো বন এৰি
চলি যাওঁ আন দেশ ॥ ২৭২৭
লক্ষ্মণ জানকী সমন্বিতে ৰাম
মনে বিমৰিষি চাইল ।
কৰি মনোৰঙ্গ ঋষি শৰভঙ্গ
আশ্ৰমক গৈয়া পাইল ॥
এক অদভুত দেখিলন্ত পাচে
ৰামে কতোদূৰে বসি ।
ধৱল ছত্ৰেক প্ৰকাশন্তে আছে
যেন পূৰ্ণিমাৰ শশী ॥ ২৭২৮
দিব্য পুৰুষেক সাক্ষাতে দেখন্ত
আদিত্য যেন প্ৰভাৱ ।
জাজ্জ্বল্য সমান জ্বলন্তে আছয়
ভূমি নোচোৱয় পাৱ ॥
ৰত্নে বিৰচিত মুকুট শিৰত
ইতিনি ভুৱনে সাৰ ।
সুনিৰ্ম্মল বস্ত্ৰ গাৱত শোভয়
নানা দিব্য অলঙ্কাৰ ॥ ২৭২৯
তান সমসৰ পুৰুষেক তৈতে
কৰি আছে হাতযোৰ ।
কতোহো দূৰত হৰিত বৰণ
দেখিলন্ত চাৰি ঘোড় ॥
সুৱৰ্ণৰ মুঠি ৰচিত ধৱল
চামৰ দুতয় ধৰি ।
দুই পাশে দুই নাৰী সেৱা কৰে
ত্ৰৈলোক্য মোহে সুন্দৰী ॥ ২৭৩০
দেৱতাসকলে স্তুতি নতি কৰে
গন্ধৰ্ব্বে গীত যোগাৱে ।
হেন চমৎকাৰ ৰূপে তৈতে থিত
ভৈল অন্তৰীক্ষ ভাৱে ॥
ৰাঘৱে বোলন্ত ভৈয়াই লক্ষ্মণ
কহো শুনিয়োক কাজ ।
হৰিত বৰণ ঘোটক সহিতে
এহেন্তেসে দেৱৰাজ ॥ ২৭৩১

এহি বুলি পাচে ৰামে লক্ষ্মণক
সীতাক পাশক থৈলা ।
বৰ অদভুত দেখিয়া ৰাঘৱে
কথা সুধিবাক গৈলা ॥
কতোহো দূৰত দেৱগণ সমে
ৰামক ইন্দ্ৰে দেখিল ।
ঋষিক সম্বোধি আথেবেথ কৰি
স্বৰ্গক লাগি চলিল ॥ ২৭৩২
শৰভঙ্গ মহা- মুনিত বাসৱে
কথা কহন্তিহি যান্ত ।
হেৰা দেখিয়োক আমাক দেখিতে
শ্ৰীৰামচন্দ্ৰ আসন্ত ॥
দেৱতাসবৰ কাৰ্য্যক সাধিয়া
মাৰিবা ৰামে ৰাৱণ ।
জানা মুনিবৰ তৈসানি ইহান
আমাসাৰ দৰিশন ॥ ২৭৩৩
হেনয় সম্ভেদ কহি ইন্দ্ৰদেৱ
স্বৰ্গক চলি গৈলন্ত ।
পাচে ৰাম সীতা লক্ষ্মণে ঋষিক
কৌতুহলে দেখিলন্ত ॥
ৰামক দেখিয়া চালিলন্ত গাৱ
মহাঋষি শৰভঙ্গ ।
পৰম ঈশ্বৰ আসিলা থানক
বুলি ভৈলা বৰ ৰঙ্গ ॥ ২৭৩৪
অনন্তৰে ৰামে ঋষিক প্ৰণামি
পুছিলন্ত সেহি কথা ।
ঋষিয়ে ৰামত আদি অন্ত কহি
কহিলা যেন ব্যৱস্থা ॥
আমাক স্বৰ্গক নিবাক লাগিয়া
আসি ভৈলা দেৱৰাজ ।
তোমাক দেখিয়া আথেবেথ কৰি
চলি গৈলা স্বৰ্গমাজ ॥ ২৭৩৫
তুমি হেন মহা অতিথিক আসি
ভাগ্যে দৰশন ভৈলো ।

সেহিসে কাৰণে জানিবাহা ৰাম
স্বৰ্গক লাগি নগৈলো ॥
তোমাৰ প্ৰসাদে তপৰ প্ৰভাৱে
পাইলোহো অক্ষয় লোক।
তোমাৰ চৰণ সাদৰিলো আৰে
অনুজ্ঞা মোক দিয়োক ॥ ২৭৩৬
ৰাঘৱে বোলন্ত শুনিয়োক মুনি
কথা শুনি ভৈলো ৰঙ্গ।
আমাক উচিত স্থান উপদেশি
স্বৰ্গে যায়ো শৰভঙ্গ ॥
ঋষিয়ে ৰামক বোলন্ত সুতীক্ষ্ণ
মুনিৰ পাশক যায়ো।
তান উপদেশে পৰম হৰিষে
ফল মূল সুখে খায়ো ॥ ২৭৩৭
হেন বুলি মহা- মুনি শৰভঙ্গে
আপুনি কুণ্ড জ্বালিল।
বিষ্ণুক সুমৰি মন্ত্ৰক উচ্চৰি
আশেষ ঘৃত ঢালিল ॥
কৌতুহলে দেখি আছন্ত লক্ষ্মণ
সীতা ৰাম হৃষীকেশ।
ৰাম বুলি ডেৱ দিয়া অগনিত
ভৈলন্ত মুনি প্ৰবেশ ॥ ২৭৩৮
কতোক্ষণে পাচে তাহাঙ্ক দহিয়া
অগনি যেৱে নিমাইল।
পৰম হৰিষে শৰভঙ্গ ঋষি
দিব্য শৰীৰেক পাইল ॥
ৰামক সুমৰি দিব্য ৰূপ ধৰি
ঋষি স্বৰ্গে চলি গৈলা।
লক্ষ্মণ জানকী ৰাঘৱে দেখিয়া
বৰ কুতূহল ভৈলা ॥ ২৭৩৯
তৈৰহন্তে গৈয়া ৰাক্ষসে খাইবাৰ
ঋষিক তিনি দেখিল।
আন সব ঋষি- গণক ৰাঘৱে
অভয় দানক দিল ॥

অনন্তৰে তিনি সুতীক্ষ্ণ মুনিৰ
প্ৰৱেশিলা গৈয়া থান।
ফল মূল জলে ৰামক ঋষিয়ে
কৰিলন্ত বহু মান ॥ ২৭৪০
সুতীক্ষ্ণ মুনিয়ে ৰামক অনেক
সাদৰিলা অনুপাম।
হৰিষে আশ্ৰম সমীপত থিত
ভৈলন্ত প্ৰভু শ্ৰীৰাম ॥
অনেক পুৰাণ কাহিনী কহিলা
ৰাঘৱে ঋষি সহিত।
হৰিষ হৃদয় দিন কতিপয়
বঞ্চিলা সুখে তহিত ॥ ২৭৪১
পৰম আনন্দে ঋষিৰ চৰণ
ধূলা শিৰে তুলি ধৰি।
ৰঙ্গমনে তিনি হন্তে চলি গৈলা
আশ্ৰমক পৰিহৰি ॥
দুই ভাইৰ হাতে ধনু তূণ বাণ
খড়্গক ধৰি বিশেষ।
তিনিহন্তে মিলি হৰিষে ভ্ৰমন্ত
নানাবিধ বনদেশ ॥ ২৭৪২
পৰম পৱিত্ৰ ৰামৰ চৰিত্ৰ
শুনা সমাজিক সুখে।
জগত তাৰণ হেতু বনে বন
ভ্ৰমন্ত ঈশ্বৰ দুখে ॥
যাহাৰ চৰণ ধূলাক নপান্ত
মহা মহা যোগীজনে।
ভকতৰ পদে হেনয় ঈশ্বৰে
ফুৰন্ত কণ্টকবনে ॥ ২৭৪৩
যিটো মহেশ্বৰ সমস্তে জীৱৰ
আত্মা অন্তৰ্য্যামী সম।
ভকত জনৰ শত্ৰু মিত্ৰ হেতু
তাহাঙ্ক দেখি বিষম ॥
ভকতৰ শত্ৰু ভৈল তান শত্ৰু
ভকতৰ মিত্ৰে মিত্ৰ।

পৰম ঈশ্বৰ দেৱৰ দেখিয়ো
চৰিত্ৰ কেন বিচিত্ৰ ॥ ২৭৪৪
শান্তক তাৰন্ত দুষ্টক মাৰন্ত
এহি বেলা বিপদত।
হেনয় গুণক জানিয়া ৰামৰ
চৰণত দিয়া চিত্ত ॥
সমস্ত ধৰ্ম্মৰ শিৰত প্ৰকাশ
কৰে যাৰ গুণ নাম।
হেনয় ৰামক চিত্তত ধৰিয়া
ডাকি বোলা ৰাম ৰাম ॥ ২৭৪৫

---

ধৰ্ম্মভৃত্য মুনিৰ মন্দকৰ্ন্নি মুনিৰ বৃত্তান্ত
কথন আৰু শ্ৰীৰামচন্দ্ৰৰ পুনৰ
সুতীক্ষ্ণ মুনি দৰ্শন।

পদ

আপোনাৰ কৃপা গুণ বৃদ্ধিৰ কাৰণে।
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰাম ঘুৰে বনে বনে ॥
নিস্তাৰোক লোক মোৰ এহি গুণ গাই।
এহি বুলি আনন্দে ফুৰন্ত বন চাই ॥ ২৭৪৬
ফল মূল সহিতে দেখিলা তৰুবৰ।
সৰোবৰ দেখিলা বিবিধ জলচৰ ॥
হৰিণ চোৰাৰি পশু দেখিলা বিস্তৰ।
শূকৰ গৱয় শশা ভালুক কুঞ্জৰ ॥ ২৭৪৭
যেৱে আসি তথা অস্ত যান্ত দিবাকৰ।
প্ৰহৰ মানত দেখিলন্ত সৰোবৰ ॥
কাহাকো নেদেখি তৈত শুনৈ নৃত্যগীত।
ধৰ্ম্মভৃত্য ঋষিৰ গৈ চাপিলা সন্নিত ॥ ২৭৪৮
প্ৰণামিয়া ৰাঘৱে পুছিলা সেহি কাজ।
কিবা বাদ্য ভণ্ড শুনো সৰোবৰ মাজ ॥
ৰামক সম্বোধি ঋষি সহৰিষ মনে।
আদি অন্তে কহিবাক লাগিলা তেখনে ॥ ২৭৪৯
মন্দকৰ্ন্নি নামে আছিলন্ত মুনিবৰ।
তপৰ প্ৰভাৱে নিৰ্ম্মিলন্ত সৰোবৰ ॥
উগ্ৰ তপস্যাক তান ভৈল বিমৰিষ।
বায়ু ভক্ষিলন্ত দশ হাজাৰ বৰিষ ॥ ২৭৫০
তপ দেখি ইন্দ্ৰৰ ব্যাকুল ভৈল মন।
আমাক খেদায়া জানো লৱে ত্ৰিভুৱন ॥
সবে দেৱে মিলি পাচে বিমৰিষ কৰি।
ঋষিক মোহিতে পঠাইলন্ত অপেস্বৰী ॥ ২৭৫১
ইন্দ্ৰৰ আজ্ঞাক অপেস্বৰী গৈয়া লৈল।
তপ ভঙ্গ কৰিবাক লাগি চলি গৈল ॥
ভঙ্গী ভাৱে লয়লাসে কৰে নৃত্য গীত।
হাতে তাল ধৰি গাৱে গীত সুললিত ॥ ২৭৫২
বিচিত্ৰ ভাষণ বোলাৱয় তান সনে।
শুনি মোহ ভৈল ঋষি ভাগিল ধিয়ানে ॥
পঞ্চ অপেস্বৰা নাম এহি সৰোবৰ।
পঞ্চকন্যা লৈয়া ঋষি আছন্ত ভিতৰ ॥ ২৭৫৩
পুণ্যবলে জলে স্থিত মন্দকৰ্ন্নি ঋষি।
পঞ্চকন্যা লৈয়া আছে সৰোবৰে পশি ॥
হেন শুনি হৰিষ লক্ষ্মণ ৰাম সীতা।
মুনিৰ আশ্ৰম চাই ফুৰে চতুৰ্ভিতা ॥ ২৭৫৪
ঋষিগণে ৰামক আৰাধে অহৰ্ন্নিশ।
বিবিধ বিনোদে গৈল এ দশ বৰিষ ॥
দশম বৰিষ যেৱে ভৈল নিৱৰ্ত্তন।
পুনৰপি সুতীক্ষ্ণ মুনিত দৰিশন ॥ ২৭৫৫
সুতীক্ষ্ণ মুনিত ৰামে পুছিলন্ত কাজ।
কোন দিশে আছন্ত অগস্তি ঋষিৰাজ ॥
ঋষিয়ে ৰামক ৰঙ্গে অৰ্চ্চনা কৰিল।
অগস্তিৰ ঠাইক পন্থ উদ্দেশিল ॥ ২৭৫৬

ইল্বল আৰু বাতাপিৰ বৃত্তান্ত বৰ্ণন আৰু
অগস্তি মুনিৰ আশ্ৰম প্ৰবেশ।

ঋষিৰ চৰণ ধূলি শিৰত লৈলন্ত।
তিনি হন্তে আশ্ৰমক পৰিহৰি যান্ত ॥
ৰাঘৱে বোলন্ত লখাই বাৰ্ত্তাক নপাইল।
দুইগোটা অসুৰে অনেক ঋষি খাইল ॥ ২৭৫৭

ইল্বল বাতাপি নামে অসুৰ দুই ভাই।
স্বচ্ছন্দ স্বৰূপে আসিলেক এহি ঠাই ॥
জ্যেষ্ঠগোট ইল্বল ব্ৰাহ্মণ বেশ ধৰে।
পিতৃশ্ৰাদ্ধ বুলি ঋষি নিমন্ত্ৰণ কৰে ॥ ২৭৫৮
বাতাপিক মেষ পশুগোট কৰি থয়।
ঋষিগণ আনি তান পাৱ পখালয় ॥
নিদাৰুণ অসুৰে অনেক মায়া জানে।
মায়া মেষগোটক আগক লাগি আনে ॥ ২৭৫৯
সবাৰে আগত মেষ মাৰি প্ৰাণ লয়।
শ্ৰাদ্ধ দিন বুলি সেই মাংস বিলাৱয় ॥
দিব্য শালি তণ্ডুলে ঋষিক দেই ভাত।
মেষ মাংসে ৰান্ধয় ব্যঞ্জন পাঞ্চ সাত ॥ ২৭৬০
আচমন কৰি ঋষি বৈসে তাৰ ঠাৱ।
আইস অৰে বাতাপি ইল্বলে পাৰে ৰাৱ ॥
ঋষিপেট ফুটিয়া ওলাৱে তেতিক্ষণ।
দুই ভাই মিলি পাচে কৰয় ভোজন ॥ ২৭৬১
অগস্তি সকলে কথা শুনিলা শ্ৰৱণে।
ইল্বলৰ থানত গৈলন্ত তেতিক্ষণে ॥
দেখি দুয়ো ভাই কাণাকাণি কৰি চাইল।
যাহাক খুজিব সিটো আপুনিয়ে আইল ॥ ২৭৬২
অগস্তিয়ে দুই ভাইক কৰি সম্ভাষণ।
ছলে ভুঞ্জিবাক মনে প্ৰাৰ্থিলন্ত অন্ন ॥
অনেক দিনৰ পৰা মহা হাবিলাষে।
অন্ন ভুঞ্জিবাক লাগি আইলো তযু পাশে ॥ '৬৩
আন ঋষিমতে তাঙ্কো অন্নদান কৰে।
আতি বুদ্ধি কচ্ছপ তৰত পৰি মৰে ॥
হাসিয়া ইল্বলে বোলে আতিপেট ছোট।
একেশ্বৰে কেমনে ভুঞ্জিবা মেষগোট ॥ ২৭৬৪
নিকটতে হুইৰ আসি শ্ৰাদ্ধৰ বাসৰ।
এতিক্ষণ নিৱৰ্ত্তিয়া যায়ো মুনিবৰ ॥
আনো ঋষিগণ সমে আনিবো মতাই।
পৰিপূৰ্ণ ৰূপে পাচে ভুঞ্জিবা আতাই ॥ ২৭৬৫
অগস্তি বোলন্ত ভোক ধৰিতে নপাৰো।
আউৰ কিছু নাহি পদে ইহাতেসে হাৰো ॥

শুনা দানপতি মই বোলোহো তোমাত।
আউৰ আছে নাহি মেষ গোটা পাঞ্চ সাত ॥'৬৬
মাৰিলেক মেষগোট তাহান আগত।
মেষ সঙ্গে ৰান্ধিল ব্যঞ্জন পাঞ্চ সাত ॥
ইল্বলে বোলয় মোৰ বিধি সুপ্ৰসন্ন।
এহি বুলি অগস্তিক ভুঞ্জাইলেক অন্ন ॥ ২৭৬৭
হেন বুলি ঋষি মেষ ভোজন কৰিল।
মন্ত্ৰে গঙ্গাজল কমণ্ডলুত ভৰিল ॥
মন্ত্ৰন্যাস কৰিয়া আশেষ জল পিল।
তপৰ প্ৰভাৱে মেষ জীৰ্ণতা কৰিল ॥ ২৭৬৮
ইল্বলে বোলয় অৰে ভয়াই বাতাপি।
মেষৰূপ এৰিয়া সত্বৰে আস চাপি ॥
ঋষিয়ে বোলয় কেনে বোল হেন বাক।
অগস্তিৰ গৰ্ভবহ্নি দহিলেক তাক ॥ ২৭৬৯
অস্ত্ৰ ধৰি ইল্বলে আসিল আগবাঢ়ি।
ডেৰ দিয়া অগস্তি খড়গ লৈলা কাঢ়ি ॥
ক্ৰোধদৃষ্টি চাহিলন্ত সংহৰিত মনে।
চক্ষু অগনিত ভস্ম ভৈগৈল তেখনে ॥ ২৭৭০
এহিমতে ঋষি দুয়ো ভাইক সংহৰিল।
দেৱ ঋষিগণে তাঙ্ক প্ৰশংসা কৰিল ॥
হেনয় ঋষিক আমি হুইবো দৰিশন।
তেহে সমে হৰিষে কৰিবো সম্ভাষণ ॥ ২৭৭১
এই কথাগোট ৰামে কহি লক্ষ্মণত।
অগস্তিৰ ভাইৰ প্ৰবেশিলা আশ্ৰমত ॥
বঞ্চিলা ৰজনী ঋষি কৈলা বহুমান।
আৰ দিন পাইলা গৈয়া অগস্তিৰ স্থান ॥ ২৭৭২
পৰম হৰিষে গৈলা দক্ষিণৰ দিশ।
দেখিলা সহস্ৰ সংখ্যা অগস্তিৰ শিষ্য ॥
বিদূৰতে ৰামৰ ঋষিক লক্ষ্য ভৈল।
হাতৰ পাৱৰ নখ ফুলি ফুলি গৈল ॥ ২৭৭৩
ভোবোকাৰ দাঢ়ি শন পাঞ্জি কেশপাশী।
সকলে গাৱৰ লোম ফুলি গৈল কাশি ॥
যেন পুণ্ডা কুমুণ্ডাক দেখোতে বিশেষ।
তাপলীয়া মুণ্ড তালু মাথে নাই কেশ ॥ ২৭৭৪

এহেন্তেসে বাতাপিক পৰিণাম নিল।
গণ্ডুষতে সাতো সাগৰৰ জল পিল ॥
এহেন্তেসে বাউল হৰি শঙ্কৰৰ সম।
ক্ষমায়ে পৃথিৱী কোপে কালান্তক যম ॥ ২৭৭৫
ৰামৰ বাৰ্ত্তাক লখাই ঋষিত জানাইল।
শিষ্যক পঠাইয়া ঋষি ৰামক নিয়াইল ॥
পৰম বিনয়ে ৰামে সহৰিষ ভাৱে।
সীতায়ে লক্ষ্মণ সমে নমিলন্ত পাৱে ॥ ২৭৭৬
আশংসা কৰিয়া ঋষি পুছিলা কুশল।
বহুভাৱে অৰ্চ্চিয়া দিলন্ত ফল জল ॥
ৰামক বুলিলা ঋষিধৰ্ম্মৰ চৰিত্ৰ।
তুমি আসি ভৈলা মোৰ থানৰ পৱিত্ৰ ॥ ২৭৭৭
হেন বুলি ঋষি দিব্য ধনু এক দিল।
তূণ দুই অক্ষয় ৰামত সমৰ্পিল ॥
ধনু পাই ৰামে বৰ সহৰিষ ভৈলা।
ঋষিয়ে তাহাৰ গুণ কহিবাক লৈলা ॥ ২৭৭৮
এহি ধনু বিষ্ণুৱে থাপিলা দেৱৰাজ।
অসুৰক দেখিয়া স্বৰ্গৰ কৈলা বাজ ॥
ব্ৰহ্মায়ে স্ৰজিলা অস্ত্ৰ শক্ৰ খেদি থাই।
যাহাক হানিলে শৰ ব্যৰ্থক নযায় ॥ ২৭৭৯
বিশ্বকৰ্ম্মে গঢ়িলেক অনেক যতনে।
বাসৱে দিলন্ত মোক কৌতুহল মনে ॥
ধনুৰ্ব্বাণ ভৰে বসুমতী নোহে থিৰ।
ত্ৰিভুৱন বিজয়ী তুমিসি মহাবীৰ ॥ ২৭৮০
ধনুৰ্ব্বাণ ৰামে যেৱে শিৰত চড়াইল।
আকাশ নিৰ্ম্মল আৰো খড়গেক পাইল ॥
ঋষিয়ে বোলন্ত ৰাঘৱক মনোৰমে।
সুখে থিত হুয়ো তুমি আমাৰ আশ্ৰমে ॥ ২৭৮১
শ্ৰীৰামে বোলন্ত আক বৰ ভাগ্যে পাই।
সীতা সমে এথা থাকিবাক নুযুৱাই ॥
বঞ্চিবাক যোগ্য থান কৈয়ো বিতোপন।
ঋষিয়ে বোলন্ত যায়ো পঞ্চবটীবন ॥ ২৭৮২
সাৱধানে থাকিবাহা ৰাক্ষস আশেষ।
সীতাক ৰাখিবা ভালে মোৰ উপদেশ ॥
লক্ষ্মণে জুৰিয়া কৰ বুলিলন্ত বাণী।
মোক একখানি ধনু দিয়ো মহামুনি ॥ ২৭৮৩
হেন কথা শুনি মুনি হাস তুলিলন্ত।
দিব্য ধনুখান আনি তাহাঙ্ক দিলন্ত ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত ধনু অনুপাম।
শৰচয় দীৰ্ঘ শুদ্ধ মাণিকৰ কাম ॥ ২৭৮৪
ৰত্নবিৰচিত দিলা অক্ষয় দুই তূণ।
ধনুশৰ পায়া ভৈলা হৰিষ লক্ষ্মণ ॥
ঋষিৰ চৰণ ধূলা শিৰত লৈলন্ত।
তিনি হন্তে আশ্ৰমক পৰিহৰি যান্ত ॥ ২৭৮৫

পঞ্চবটী বনপথত জটায়ুৰ লগত শ্ৰীৰামৰ কথোপকথন
আৰু লক্ষ্মণৰ শূৰ্পনখাৰ নাক-কাণ ছেদন

ৰঙ্গে তিনিহন্তে পঞ্চবটীক চলন্ত।
পথত জটায়ু গৃধ্ৰৰাজে দেখিলন্ত ॥
ৰামক বোলন্ত দশৰথৰ তনয়।
বাপাহাৰ মিত্ৰ মই হুয়ো পৰিচয় ॥ ২৭৮৬
পিতৃ হেন জানি ৰাম মহা তুষ্ট মনে।
তাঙ্ক বহুমান কৰিলন্ত তেতিক্ষণে ॥
ৰাঘৱে বোলন্ত শুনিয়োক গৃধ্ৰৰাজ।
কোন বংশে উতপতি কহিয়োক কাজ ॥ ২৭৮৭
হেন শুনি কহিতে লাগিলা পক্ষীবৰ।
নামত বৈনতা তেহে দুহিতা দক্ষৰ ॥
স্বামীত ভকতা আতি পৰম সুন্দৰী।
ৰূপে গুণে ত্ৰিভুৱনে নাহি সৰিবৰি ॥ ২৭৮৮
কাশ্যপে বিহাইলা তাঙ্ক শুনিয়োক কাজ।
তাহান গৰ্ভত উপজিলা পক্ষীৰাজ ॥
গৰুড়ৰ পুত্ৰ আমি কাশ্যপৰ নাতি।
জ্যেষ্ঠ ভাই আৰো মোৰ আছন্ত সম্পাতি ॥ '৮৯
নাম মোৰ জটায়ু জানিবা শুদ্ধভাৱ।
মোৰ থান জানা যেন বপাহাৰ ঠাৱ ॥
হেন শুনি ৰাঘৱ হৰিষ বৰ ভৈলা।
গৃধ্ৰৰাজ সমে পঞ্চবটী চলি গৈলা ॥ ২৭৯০

স্নান পান কৰি নিতে গোদাৱৰী জলে।
মহাসুখে ভুঞ্জিলা অমৃত সম ফলে॥
জটায়ুক ৰাঘৱে কৰিলা বহুমান।
আশংসিয়া পক্ষী গৈল আপোনাৰ থান॥ ২৭৯১
বন্ধুজন দেখি যেৱে পক্ষীৰাজ গৈলা।
বিবিধ বিনোদে তিনিহন্তে থিত ভৈলা॥
শ্ৰীৰাম লক্ষ্মণ সীতা ত্ৰিভুৱন পাল।
পঞ্চবটী দেশত বঞ্চিলা কতো কাল॥ ২৭৯২
ৰাৱণৰ বহিনীৰ শূৰ্পনখা নাম।
ফুৰন্তে ভ্ৰমন্তে দেখে বসি আছে ৰাম॥
কমল নয়নৰ দীৰ্ঘ বাহু মনোৰম।
মনোহৰ বেশ ত্ৰিভুৱনে নাহি সম॥ ২৭৯৩
বদনমণ্ডল শোভে পূৰ্ণ শশধৰ।
ৰুচিকৰ কৰ্ণ কম্বুকণ্ঠ মনোহৰ॥
সুন্দৰ নাসিকা সম নোহে তিলফুল।
বন্দুলি অধিক শোভে অধৰ ৰাতুল॥ ২৭৯৪
সিংহবন্ধ স্কন্ধ কেশ নীল আকুঞ্চিত।
বক্ষস্থলে সুন্দৰ উদৰ ত্ৰিবলিত॥
ভুজযুগ মৃণাল কোমল সুললিত।
মদনৰ ধনুসম ভ্ৰুৰ সুবলিত॥ ২৭৯৫
ৰত্নৰ শলাকা সম আঙ্গুলি জ্বলয়।
হস্ত পদ্মে শোভে আৰকত নখচয়॥
উৰু ৰামকল সুবলিত জঙ্ঘা দুই।
চৰণৰ কান্তি পদ্মকোষ সম নুই॥ ২৭৯৬
আঙ্গুলি উজ্জ্বল নখ চন্দ্ৰমাক গঞ্জে।
পদতল ধ্বজ বজ্ৰ যৱে আতি ৰঞ্জে॥
হেন চমৎকাৰ ৰূপ লাৱণ্য প্ৰচুৰ।
কোটি কন্দৰ্পৰ দৰ্প দেখি হোৱে চুৰ॥ ২৭৯৭
সুন্দৰী সীতাক দেখি মনে পৰি তাই।
কিনো স্বামী পাইলে এই কত তপসাই॥
দেৱ দেৱী ক্ৰীড়ে যেন স্বৰ্গে সুখে বসি।
ৰোহিণী সহিতে যেন ক্ৰীড়ে পূৰ্ণশশী॥ ২৭৯৮
বিমৰিষ কৰে শূৰ্পণখা মনে মন।
এহে স্বামী নোহে যেৱে নিষ্ফল জীৱন॥
হেন বেশ ধৰো আমি ত্ৰৈলোক্য মোহন।
মোক দেখি ৰামৰ ভোলয় যেন মন॥ ২৭৯৯
তাহান ঘৰিণী আছে কোন বা সুন্দৰী।
ভজিৱন্ত মোহোত তাহাঙ্ক পৰিহৰি॥
বৃদ্ধা ৰাক্ষসীৰ মায়া জানয় আশেষ।
নিজৰূপ এৰি ভৈল মোহিনীৰ বেশ॥ ২৮০০
যথা বসি আছন্ত ৰাঘৱ হৃষীকেশ।
পাৱ চালি ৰাক্ষসী আগত পৰবেশ॥
ত্ৰিভুৱন মোহিনী সুন্দৰী ভৈল বালা।
ৰামৰ আগত গৈয়া কৰে কেলি কলা॥ ২৮০১
অল্পহাস্য কৰি হেন বুলিলা বচন।
কেনে হেন বেশ ধৰি আসি ভৈলা বন॥
স্বৰূপ এৰিয়া কেনে তাপসৰ বেশ।
কহিব গন্ধৰ্ব্ব আসি ভৈলা বনদেশ॥ ২৮০২
অসংখ্যাত ৰাক্ষস আছয় এহি থান।
ঋষিসব মাৰিয়া ৰুধিৰ কৰে পান॥
কোথা হন্তে আসিলা কোনবা বাপ মাৱ।
কি কাৰণে তেজিলাহা আপোনাৰ ঠাৱ॥ ২৮০৩
কিবা নাম তোমাৰ কমন জাতিকুল।
স্বৰূপ কৰিয়া কহিয়োক আদি মূল॥
ৰামে বুলিলন্ত বাপ দশৰথ ৰাজ।
তান সত্য পালি আসি ভৈলো বনমাজ॥ ২৮০৪
কৌশল্যা জননী জানা মোৰ নাম ৰাম।
মোৰ ভাই কনিষ্ঠ লক্ষ্মণ আন নাম॥
জনকৰ জীউ এন্তে সুবদনী সীতা।
পতিব্ৰতা ৰমণী আমাৰ বিবাহিতা॥ ২৮০৫
ৰাজ্যৰ ভোগত এন্ত কৰিয়া নৈৰাশ।
আমাৰ লগত আসি লৈলা বনবাস॥
কিবা নাম তোমাৰ কহিও বিতোপনী।
কোন থানে উতপতি সংসাৰ মোহিনী॥ ২৮০৬
কাহাৰ ৰমণী কোন থানে তোৰ বাস।
কি কাৰণে আসিলা আমাৰ তুমি পাশ॥
শঙ্কৰৰ ভাৰ্য্যা কিবা তুমিসে পাৰ্ব্বতা।
ৰোহিণী ভৰণী চিত্ৰা নুহিবা ৰেৱতী॥ ২৮০৭

কিবা অপেস্বৰী তুমি গন্ধৰ্ব্বৰ নাৰী ।
কটাক্ষতে ত্ৰিভুৱন মোহিবাক পাৰি ॥
শুনিয়োক ৰাম মই কহওঁ কাহিনী ।
শূৰ্পণখা নাম লঙ্কেশ্বৰৰ বহিনী ॥ ২৮০৮
ঋষিসব মাৰিয়া ভুঞ্জোহো প্ৰতিনিত ।
ধৰ্ম্মস্থান বিধ্বংসিয়া দণ্ডকাৰণ্যে থিত ॥
তোমাৰ স্বৰূপ দেখি হুয়া গৈলো ভোল ।
সুন্দৰ বদনে মাগো আলিঙ্গন কোল ॥ ২৮০৯
মানুষৰ ছাৱনাৰী পৰিহৰিয়োক ।
তোমাৰ আমাৰ দৃঢ় আলিঙ্গন হোক ॥
মই যাৰ ভাৰ্য্যা ভৈলো তাৰ কিবা ডৰ ।
শ্ৰেষ্ঠ ভাই আমাৰ দুৰ্জ্জয় লঙ্কেশ্বৰ ॥ ২৮১০
ত্ৰিভুৱন বিজয়ী সমান নাহি কেৱ ।
তান পাশে খাটয় ত্ৰিদশ কোটি দেৱ ॥
বিভীষণ কুম্ভকৰ্ণ ভাই ৰাৱণৰ ।
আৰো খৰ-দূষণ আছয় ৰীৰবৰ ॥ ২৮১১
ৰাৱণৰ পুত্ৰ মহাবীৰ ইন্দ্ৰজিত ।
যাৰ নাম শুনি ত্ৰিভুৱনে ভয় ভীত ॥
সীতাক এৰিয়া ৰাম মোক কৰা সাৰ ।
আপুনি পশিলো আসি সুলক্ষ্মী তোমাৰ ॥ '১২
প্ৰভুৰ মুখৰ যেৱে বচনেক পাওঁ ।
মানুষী সীতাক এতিক্ষণে মাৰি খাওঁ ॥
তোমাৰ স্বৰূপ দেখি বিয়াকুল গাৱ ।
সীতাক এৰিয়া ৰাম মোত কৰা ভাৱ ॥ ২৮১৩
মোহিনীৰ বোলে ৰাম বিস্ময় পাইল ।
কৰিয়া ঈষত হাস্য লক্ষ্মণক চাইল ॥
পৰিহাস বোলে তাইক বুলিলন্ত ৰাম ।
ধন্যতো জীৱন তোৰ শূৰ্পণখা নাম ॥ ২৮১৪
মহা পতিব্ৰতা নাৰী আছে মোৰ সীতা ।
মোহোক নলাগে চল লক্ষ্মণৰ ভিতা ॥
আমাৰ বচন তই দৃঢ়মনে ধৰ ।
ভয়াই অনাথ শিশু তাৰো গতি কৰ ॥ ২৮১৫
সীতাৰ ৰামৰ চিত্ত দৃঢ়ভাৱে লখি ।
লক্ষ্মণৰ পাশক চলিলা শূৰ্পণখা ॥
তাহান স্বৰূপ দেখি কৌতূহল মন ।
কৰযোৰে সুন্দৰী আগত উপসন্ন ॥ ২৮১৬
শূৰ্পণখা বোলে শুনা লখাই মহাবীৰ ।
কামদেৱ যেন শোভে তোমাৰ শৰীৰ ॥
সম্পূৰ্ণ চন্দ্ৰতো কৰি শোভয় বদন ।
প্ৰফুল্লকমল জিনি প্ৰকাশে নয়ন ॥ ২৮১৭
ৰুচিকৰ কৰ্ণ কম্বুকণ্ঠ মনোহৰ ।
নাসা তিলফুল জিনি চিবুক সুন্দৰ ॥
মদনৰ ধনু সম ভ্ৰুৱে কৰে কান্তি ।
অৰুণ অধৰ দন্ত মুকুতাৰ পান্তি ॥ ২৮১৮
শিৰ ছত্ৰাকৃতি নীল আকুঞ্চিত কেশ ।
ত্ৰিভুৱন জিনি ৰূপ মনোহৰ বেশ ॥
তপ্ত সুৱৰ্ণৰ কান্তি শৰীৰ নিৰুজ ।
মৃণাল সদৃশ সুৱলিত দুই ভুজ ॥ ২৮১৯
নখচন্দ্ৰ জিনি আৰকত কৰতল ।
ৰত্নৰ শলকা সম আঙ্গুলি উজ্জ্বল ॥
বক্ষস্থল সুন্দৰ উদৰ ত্ৰিৱলিত ।
উৰু কৰীকৰ সম জঙ্ঘা সুৱলিত ॥ ২৮২০
নৱ পদ্মকোষ সম দুইখানি চৰণ ।
ৰূপ দেখি মোহ হয় দেৱ মুনিগণ ॥
চম্পক কলিকা সম আঙ্গুলিৰ পান্তি ।
আৰকত নখচন্দ্ৰচয় কৰৈ কান্তি ॥ ২৮২১
পদতল ৰাতুল পঙ্কজ মনোৰম ।
শৰীৰ শীতল কান্তি কোটি চন্দ্ৰসম ॥
দণ্ডকাৰ বন তিনি ভুৱনত সাৰ ।
ইহাত ৰমণ হোক তোমাৰ আমাৰ ॥ ২৮২২
যেহেন নদীৰ জল নথাকয় ৰহি ।
সেহিমতে নৰৰ যৌৱন যায় বহি ॥
তোমাৰ আমাৰ ৰূপ জগততে সাৰ ।
গুচায়ো বিৰহ দুখ আশেষ নিকাৰ ॥ ২৮২৩
লক্ষ্মণে বোলন্ত শুন অৰে শূৰ্পণখী ।
তোৰ ৰূপে কমন যুৱতে প্ৰাণ ৰাখি ॥
পৰাধীন প্ৰাণীৰ জীৱন কাছো ধিক ।
নিষ্ফল প্ৰাৰ্থনা মোত কৰিছস কিক ॥ ২৮২৪

ৰাঘৱৰ ভৃত্য মই নোহো স্বতন্তৰ।
মোহোক ভজিলি দুখ লভিবি বিস্তৰ ॥
উত্তম কুলত তোৰ জন্ম শূৰ্পণখা।
ৰাৱণৰ বহিনী দাসত কৰা আশা ॥ ২৮২৫
তোৰ কথা শুনন্তে মোহোৰ উঠে হাসি।
মোৰ ভাৰ্য্যা ভৈলে জানকীৰ হুইবি দাসী ॥
উচ্ছিষ্টক খায়া নিতে থাকিবি সীতাৰ।
অনিদ্ৰে থাকিবি পাইবি ক্ষুধাৰ নিকাৰ ॥ ২৮২৬
তোৰ মোৰ দেখা দেখি হুইবেক নপাইব।
শোকে দুখে তোহোৰ যৌৱন বহি যাইব ॥
তোহোৰ যৌৱন ভাৰ তেৱেসে সাম্ফল।
পৰিবৰ্ত্তি দুনাই ৰামৰ পাশে চল ॥ ২৮২৭
লক্ষ্মণৰ বচনক সাৰ কৰি নৈল।
পৰিহাস নুবুজি ৰামৰ পাশে গৈল ॥
মদনে দগধ ভৈল বিয়াকুল চিত্ত।
একদোৱা কৰি পাইল ৰামৰ সন্নিত ॥ ২৮২৮
ৰাঘৱত কহে মোক এৰিল লক্ষ্মণে।
স্বৰূপতো আসি ভৈলো তোমাৰ কাৰণে ॥
মানুষী সীতাক তুমি মানাসা সুন্দৰী।
পাপিষ্ঠীৰ কাজে মোক অৱমান কৰি ॥ ২৮২৯
মোৰ সতিনীক দেখিবাকো নোহো যোগ।
সীতাক মাৰিয়া আজি কৰো উপভোগ ॥
মানুষী নাৰীক মাৰি পেষো যমপাশে।
তুমি সমে ক্ৰীড়া পাচে মনত উল্লাসে ॥ ২৮৩০
ৰামৰ ভাৰ্য্যাক তাই ভুঞ্জিবাক মনে।
ৰাক্ষসীৰ বেশক ধৰিলা তেতিক্ষণে ॥
ভয়ঙ্কৰ বেশ ভৈল পেটগোট খাল।
লহ লহ জিহ্বাখান দেখিতে বিশাল ॥ ২৮৩১
আকট বিকট দন্ত উচ্চ নাকগোট।
কেশপাশ বিকৃত লেৰুয়া দুই ওঁঠ ॥
ডিমৰুৰ পাত যেন খসমস গাৱ।
লোমচয় উভতা ভেঙ্গুৰা দুই পাৱ ॥ ২৮৩২
দুইগোট চক্ষু জ্বলে অগনিৰ থান।
কুৰি গোটা নখ তাইৰ বজ্ৰৰ সমান ॥

ভয়ঙ্কৰ বেশে জানকীৰ পাশ পাইল।
ৰাহুৰ ভাৰ্য্যায়ে যেন ৰোহিণীক ধাইল ॥ ২৮৩৩
আথবেথ কৰি ৰামে ভেন্টিলন্ত আগ।
প্ৰাণভাই লক্ষ্মণ সত্বৰে লইয়ো লাগ ॥
দুখ কালে জানকীক দেহ প্ৰাণদান।
ঝাণ্টে আসি কাট ৰাক্ষসীৰ নাক কাণ ॥ ২৮৩৪
ৰামৰ বচন যেৱে পৰিতোল পাইল।
হাতে খাণ্ডা ধৰিয়া লক্ষ্মণ বীৰে ধাইল ॥
শিয়ালীক লাগি যেন কেশৰী কিটাইল।
নাক কাণ কাটি তাইক ডাকিয়া পঠাইল ॥ '৩৫
স্ত্ৰীজাতি কাৰণেসে ৰাক্ষসী জীলেক।
নাকৰ কাণৰ তেজ আপুনি পিলেক ॥
আৰ্ত্তনাদ কৰি তাই কান্দন্তেহি যায়।
লক্ষ্মণে পাইলেক বুলি ফিৰি ফিৰি চায় ॥ '৩৬
আখি দুই তৰল মুখত নাই পান।
লক্ষ্মণৰ হাতে আসি ভৈলোহো নিৰ্ব্যাণ ॥
কটা নাক কাণ দুই হাতে ধৰি নেই।
গিৰিষাই পৰিল খৰৰ আগে গই ॥ ২৮৩৭
খৰ দূষণৰ আগে পৰিয়া কান্দয়।
নাকৰ কাণৰ বিষে বচন নাসয় ॥
বিপৰীত দেখি দুয়ো চাহিয়া আছয়।
খন খন কৰি শূৰ্পণখা কথা কয় ॥ ২৮৩৮
শুন খৰ দূষণ কৰিয়ো প্ৰতিকাৰ।
নাকৰ কাণৰ পীড়া সৈবো কত আৰ ॥
তোমাৰ ভগিনী মোৰ দেখিয়ো বিপত্তি।
মানুষে কৰিলে মোৰ এদূৰ সঙ্গতি ॥ ২৮৩৯
তাইৰ বিপত্তি দেখি ক্ৰোধিলেক খৰ।
কমন মুণ্ডধে যায় যমৰ নগৰ ॥
ৰাৱণৰ বহিনীক কৰাইলে অপমান।
মৰিবাক লাগিয়া কাটিলে নাক কাণ ॥ ২৮৪০
আপোনাৰ দোষে সিটো আপুনি নাশয়।
কোপ কৰি ছাগে গল কটাৰ ঘসয় ॥
কটকটাই ঘাৰ কোনে খুজি ফুৰে কাটি।
যম-কৰণত কাৰ মলচিল পাতি ॥ ২৮৪১

মৃগ হুয়া কোনজনে জগাইলেক বাঘ।
ক্রোধ কৰি শৃগালে সিংহৰ ভৈল আগ ॥
ক্ষুদ্র পশু হুয়া কোনে জঙ্কাইলেক হাতী।
খঙ্গাল গোমৰ কঙ্কালত দিলে লাথি ॥ ২৮৪২
স্বভাৱে মানুষ জাতি আমাসাৰ ভক্ষ্য।
অসুৰেয়ো কদাচিতো নছাৰে বিপক্ষ ॥
নাহিকে প্ৰয়াস জিনিবাক নাগলোক।
ঝাণ্টে কহ কোনে হেন কৰিলেক তোক ॥ '৪৩
কোনজনে নাক কাণ কাটিলে তোমাৰ।
কহ শীঘ্ৰ কৰি মোত সাধো প্ৰতিকাৰ ॥
হেন শুনি শূৰ্পণখা বুলিলেক বাণী।
শুন দুই ভাই মই কহওঁ কাহিনী ॥ ২৮৪৪
ফুৰন্তে ভ্ৰমন্তে মই গৈলো পঞ্চৱটী।
দেখিলো মানুষ দুই তাপসীয়া জাতি ॥
তূণ বাণ খড়্গ হাতত ধৰি চাপ।
বৰ বৰ বীৰকো লগাইতে পাৰে কাপ ॥ ২৮৪৫
ৰাম লক্ষ্মণৰ মাজে সীতা বৰনাৰী।
তাইৰ ৰূপক কোনে বৰ্ণাইবাক পাৰি ॥
তৰুণ সুন্দৰ তিনি একথানে থিত।
ভুঞ্জিবাক লাগি মই চাপিলো সন্নিত ॥ ২৮৪৬
ধৰিয়া লক্ষ্মণে কাটিলেক নাক কাণ।
সিকাৰণে মোহোৰ বিপত্তি এতমান ॥
তিনিৰো শোণিত কৰিবাক পাওঁ পান।
তেৱেঁসে হোৱয় মোৰ যশ বহুমান ॥ ২৮৪৭
শূৰ্পণখা বাক্যে খৰ ক্ৰোধে ভৈল বশ।
তেতিক্ষণে পাঞ্চি দিলা চৈধ্যয় ৰাক্ষস ॥
শুনিয়োক চৈধ্যয় ৰাক্ষস মহাবীৰ।
সত্বৰে মাৰিয়ো এই পিয়োক ৰুধিৰ ॥ ২৮৪৮
চৈধ্যয় হাজাৰ দল তুলত আছিল।
সহস্ৰেক দল মাজে একৈক বাছিল ॥
আগুৱান যুজে পাচগুচিয়া থাকিল।
ৰণক যাইবাক বীৰ কাচনে কাচিল ॥ ২৮৪৯
বাঘহেন চৈধ্যগোটা ৰাক্ষসে জাম্পিল।
চৰণৰ প্ৰহাৰত পৃথিৱী কাম্পিল ॥
ৰাৱণৰ বহিনী চলিলা আগুৱান।
সমৰ ভূমিক লাগি কৰিল পয়াণ ॥ ২৮৫০
চৈধ্যয় বীৰৰ আঙ্গাৰৰ বৰ্ণ গাৱ।
চলি গৈল মেঘ যেন ৰাঘৱৰ ঠাৱ ॥
সত্বৰ গমনে পঞ্চৱটী দেশ পাইল।
ৰামে দেখি লক্ষ্মণত তেখনে জনাইল ॥ ২৮৫১
শুনা ৰামায়ণ হৌক জন্মৰ সাফল।
কলিমল গুচি মহা মিলিবে মঙ্গল ॥
ঘোৰ সংসাৰক তেৱেঁ তৰিবাহা সুখে।
পলাউক পাতক ৰাম ৰাম বোলা মুখে ॥ ২৮৫২

চৈধ্যজন ৰাক্ষসৰ লগত যুদ্ধ আৰু সিহঁতৰ বধ

**ঝুমুৰী**

ৰামে লক্ষ্মণক চাই।
বোলন্ত দেখিয়ো ভাই ॥
চৈধ্যয় ৰাক্ষস আসে।
যুজিবাক অভিলাষে ॥ ২৮৫৩
সীতাক ৰাখিবি তই।
ৰাক্ষসক যুজো মই ॥
এতিক্ষণে ঘোৰ শৰে।
মাৰি পেষো যমঘৰে ॥ ২৮৫৪
এহি বুলি আদেশিল।
জানকীক ৰক্ষা দিল ॥
কৱচে ঢাকিল তনু।
সুৱৰ্ণে ৰচিত ধনু ॥ ২৮৫৫
হাতে দিব্য শৰ লৈলা।
ৰামে আগবাঢ়ি গৈলা ॥
ৰাক্ষসক ভগৱন্ত।
সন্মুখিয়া বুলিলন্ত ॥ ২৮৫৬
দশৰথসুত ৰাম।
জানিবি আমাৰ নাম ॥
পিতৃৰ আজ্ঞাক ধৰি।
নিজ থান পৰিহৰি ॥ ২৮৫৭

তাপসৰ ধৰি বেশ।
আসি ভৈলো বনদেশ ॥
আমাসাক কি কাৰণে।
খেদিয়া আসস বনে ॥ ২৮৫৮
কিসক লগাস খেদ।
যেৰে নোহে কন্ধ ছেদ ॥
তাৰে পৰিবৰ্ত্তি চল।
নুহি তেৰে পাইবি ফল ॥ ২৮৫৯
শুনিয়া ৰাক্ষসজাক।
ৰাঘৱক বোলে বাক ॥
আপুনহি মৰিবাক।
আমাসাক দিলি ডাক ॥ ২৮৬০
জান তোক পাইল যমে।
খৰ মহাবীৰ সমে ॥
বিৰোধ সঞ্চিলি কিক।
তোহোক আছোক ধিক ॥ ২৮৬১
শূৰ্পণখা নাক কাণ।
কাটি তযু বিদ্যমান ॥
কেনে মন্দ কৰ্ম্ম কৈলি।
আপুনি ত্ৰিশূল লৈলি ॥ ২৮৬২
খৰ প্ৰভু পাঞ্চিলেক।
তোক আজি দিবো সেক ॥
আমি চৈধ্য বীৰবৰ।
তই আছ একেশ্বৰ ॥ ২৮৬৩
আজি আমি থৈবো যশ।
ইন্দ্ৰত শৰণ লস ॥
তথাপি এৰাণ নাই।
খেদিয়া মাৰিবো যাই ॥ ২৮৬৪
দুৰ্ঘোৰ সঙ্কট বনে।
তোক ৰাখে কোন জনে ॥
বেঢ়ি বোলে থাক থাক।
দিলেক অস্ত্ৰৰ জাক ॥ ২৮৬৫
মুষল শকতি শৰ।
আৰো গদা মুদ্গৰ ॥
চৈধ্য জনে মাৰে আসি।
দেখি ৰামে তুলি হাসি ॥ ২৮৬৬
ধনু গুণ মাজিলন্ত।
প্ৰভু দেৱ ভগৱন্ত ॥
ৰাক্ষসৰ অস্ত্ৰজাক।
অৱলেপ কৰি তাক ॥ ২৮৬৭
হাসিয়া হানিলা শৰ।
ছেদিলন্ত নিৰন্তৰ ॥
নিজ অস্ত্ৰ ভৈল ছন্ন।
দেখি বীৰ চৈধ্যজন ॥ ২৮৬৮
ৰাঘৱক ক্ৰোধ কৰি।
চতুৰ্দ্দিশে শূল ধৰি ॥
বাঘ যেন ৰুষিলেক।
চাৰি পাশে বেঢ়িলেক ॥ ২৮৬৯
মাৰো মাৰো ৰাম তোক।
দেখ গৈয়া যমলোক ॥
ৰাঘৱক এহি বুলি।
হানিলেক শূল তুলি ॥ ২৮৭০
হানি ৰামে চৈধ্য শৰ।
শূল ছেদি ৰাক্ষসৰ ॥
থাক থাক বুলি মাতি।
ৰাক্ষসক খেদি যান্তি ॥ ২৮৭১
ত্ৰৈলোক্যৰ নাথ ৰাম।
মহাক্ৰোধে বহে ঘাম ॥
শিলীমুখ চৈধ্যপাতে।
প্ৰহাৰ কৰিল ঝাণ্টে ॥ ২৮৭২
হৃদয়ত ফুটি গৈল।
পিঠিপাচে বাজ ভৈল ॥
দেখ নেদেখ বেগে।
পৃথিৱীত সেহি ছেগে ॥ ২৮৭৩
পাতালক গৈল বই।
তৈত নথাকিল ৰই ॥
নাগৰ লোকক গৈল।
পৰিৱৰ্ত্তি আসি ভৈল ॥ ২৮৭৪

দশো দিশ পৰকাশি ।
ৰামক নমিল আসি ॥
তূণত পশিলা পাচে ।
দেৱগণ দেখি আছে ॥ ২৮৭৫
চৈধ্যয় ৰাক্ষস মাৰি ।
পাচে গিৰিসিত কৰি ॥
ধৰণীত পৰি গৈল ।
ভূমি কম্পি কম্পি গৈল ॥ ২৮৭৬
শুনিয়োক সভাসদ ।
ৰামৰ চৰিত্ৰ পদ ॥
পাপৰ সাক্ষাতে যম ।
শুনিয়োক মনোৰম ॥ ২৮৭৭
ইসে ধৰ্ম্ম অনুপাম ।
জানি শুনা অবিশ্ৰাম ॥
পোৰোক পাপৰ দাম ।
ডাকি বোলা ৰাম ৰাম ॥ ২৮৭৮

---

খৰ-দূষণৰ বধ ; ৰাৱণৰ মাৰীচৰ সমীপলৈ গমন

পদ

ৰাক্ষসক মাৰি ৰামে ৰণজয় ভৈলা ।
ৰঙ্গমনে আপোন থানক লাগি গৈলা ॥
সীতায়ে লক্ষ্মণে দেখিলন্ত দূৰে বসি ।
ৰাহুত মুকুত যেন পূৰ্ণিমাৰ শশী ॥ ২৮৭৯
ৰাম সীতা লক্ষ্মণে কৌতুক বৰ পাইলা ।
একথান হুয়া তিনি ফল মূল খাইলা ॥
সুমিত্ৰাৰ সুত যেৱে বাৰ্ত্তাক পুছিলা ।
আপোনাৰ জয় কথা সমস্তে কহিলা ॥ ২৮৮০
চৈধ্যয় ৰাক্ষস নামে মাৰিলন্ত লখি ।
আগ পাচ চাহন্তে পলাইল শূৰ্পণখী ॥
ৰামৰ বীৰত্ব দেখি বৰ ভয় ভৈল ।
খৰৰ আগত গৈয়া কান্দিবাক লৈল ॥ ২৮৮১
খৰে বোলে মাৰ কেনে বিলাপ কৰস ।
বৈৰ মাৰিবাক গৈল চৈধ্যয় ৰাক্ষস ॥
আৰ কিবা সতকাৰ কৰিবো তোমাৰ ।
ঝাণ্ট কৰি কহ মাৱ সাধো প্ৰতিকাৰ ॥ ২৮৮২
শূৰ্পণখা বোলে তই কি কাৰ্য্য কৰিবি ।
ৰামৰ হাতত খৰ আপুনি মৰিবি ॥
ৰাঘৱে মাৰিলে তোৰ চৈধ্যয় ৰাক্ষস ।
দণ্ডকৰ বনে তই বীৰ বোলাৱস ॥ ২৮৮৩
তোহোৰ বীৰত্ব নিতে ঋষি মাৰি খাস ।
ঝাণ্টে বন পৰিহৰি দেশক নযাস ॥
দুখ সাগৰত মোৰ নাহিকে উদ্ধাৰ ।
তই বীৰ ভৈলি পৃথিৱীৰ মহাভাৰ ॥ ২৮৮৪
ৰাৱণৰ ভাই হুয়া ভৈলি কুলাঙ্গাৰ ।
এহি মুখে মোহোৰ কৰিবি প্ৰতিকাৰ ॥
ৰাৱণৰ আগে তই মুনিষ বোলাইলি ।
ৰাক্ষসগণৰ তই অধিকাৰ পাইলি ॥ ২৮৮৫
আপোনাৰ প্ৰাণ খালি ৰাখিবাক চাইলি ।
চৈধ্যগুটি বপুৰাক মিছাত মৰাইলি ॥
শ্ৰীৰাম লক্ষ্মণ দুইক বাৰ ভালে জান ।
মোহোৰ বাক্যৰ তই জানিবি প্ৰমাণ ॥ ২৮৮৬
ৰাৱণৰ বহিনীৰ গতি হেন মান ।
প্ৰতিকাৰ নোহে যেৱে তেজিবো পৰাণ ॥
কোপ কৰি খৰে বোলে খৰতৰ বাক ।
কি কাৰণে মাৱ হেন বোলস আমাক ॥ ২৮৮৭
তোৰ দুখ দেখি মোৰ দহে সৰ্ব্বগাত্ৰ ।
মাৰিবো ৰামক আজি মানুষেসে মাত্ৰ ॥
দুই ভাইক মাৰিয়া পঠাইবো যমঘৰ ।
কোটিয়েক ৰামে মোৰ নোহে সমসৰ ॥ ২৮৮৮
গদাহানি ৰাম লক্ষ্মণৰ হৰো জীৱ ।
দুহানো শোণিত আজি ধৰণীত পিৱ ॥
শুনা বোলো বহিনী কৰিয়ো মনৰঙ্গ ।
শুনি আছা কহিত আমাৰ ৰণভঙ্গ ॥ ২৮৮৯
ইন্দ্ৰ আদি কৰিয়া যতেক আছে দেৱ ।
সমৰত আমাৰ সমান নাহি কেৱ ॥
হেন শুনি শূৰ্পণখা উল্লাসি গৈলেক ।
আশেষ প্ৰশংসা তাক বুলিবে লৈলেক ॥ ২৮৯০

ভৈলাহা সাৰ্থক তুমি ৰাৱণৰ ভাই।
ৰঙ্গমন ভৈলোহো বিপুল বল পাই॥
খৰে বোলে দূষণ শুনহ মোৰ বাণী।
সব সাজে ৰথখান সাজি দেহ আনি॥ ২৮৯১
চৈধ্যয় সহস্ৰ আৰো ৰাক্ষসৰ বল।
এতিক্ষণে সব সাজে চলাউ সকল॥
সেনাপতি দূষণেয়ো সৈন্যক সজাইল।
সবে অস্ত্ৰ শস্ত্ৰ নিয়া ৰথত চৰাইল॥ ২৮৯২
টাঙ্গি চুৰি কটাৰী শকতি ধনু শৰ।
পৰশু মুষল ভিণ্ডিপাল মুদগৰ॥
ত্ৰিকণ্টক পৰিঘ পাষাণ কুন্ত প্ৰাশ।
গদা বজ্ৰ লোহাৰ ত্ৰিশূল নাগপাশ॥ ২৮৯৩
অৰ্দ্ধচন্দ্ৰ চন্দ্ৰহাস খড়্গ পটিশ।
শতঘ্নী তোমৰ শৰ বেলেখ কুলিশ॥
খৰবীৰ বচন দূষণে শিৰে লৈল।
সুৱৰ্ণে মণ্ডিত ৰথ আগে নিয়া থৈল॥ ২৮৯৪
তাহাত চৰিল খৰ যুজিবাক মন।
মেৰুৰ শিখৰে যেন কালমেঘখন॥
চতুৰ্দ্দিশে বেঢ়ি যায় নিশাচৰ বলে।
যেন কাল পৰ্ব্বতত মেঘখন চলে॥ ২৮৯৫
চলয় ৰামক ধৰি তেজয় আটাস।
জ্বলন্ত অগ্নিত যেন পতঙ্গৰ ঝাস॥
খৰৰ ঘোটকসব আকাশক জাম্পে।
ৰথভৰে সকল পৃথিৱীখন কাম্পে॥ ২৮৯৬
উদয়াস্ত গিৰি মেৰু মন্দৰ টলিল।
স্বৰ্গমাজে দেৱতাৰ হৃদয় লৰিল॥
খৰ মহাবীৰ যেৱে যুদ্ধক চলিল।
ৰথৰ উপৰে তাৰ শগুণ পৰিল॥ ২৮৯৭
ৰুধিৰৰ বৰ্ণ গাৱে আকাশে উদয়।
মাংস শোণিতৰ হাৰ পুষ্পে বৰিষয়॥
যেনো পূৰ্ব্বকালে ৰাহু সূৰ্য্যক গ্ৰাসিল।
পাতাল পৃথিৱী কাম্পে নিৰ্ঘাত পৰিল॥ ২৮৯৮
গৰ্দ্দভে কাঢ়য় ৰাৱ শৃগালে নাদয়।
ৰামৰ লোকৰ মাংস ভুঞ্জিতে সাধয়॥

দক্ষিণ দিশত পৰি ৰাৱে ঢোণ্ডা কাক।
মুখত অগনি নিকলয় জাকে জাক॥ ২৮৯৯
বাম হাত পাৱ চক্ষু ফুৰে নিৰন্তৰ।
উতপাত দেখি বৰ বুলিলেক খৰ॥
হেন লক্ষগুণ যদি হোৱে উতপাত।
তথাপিতো মোহোৰ কটাক্ষ নাহি আত॥ ২৯০০
মোক বুলি অজয় বিজয় বীৰ খৰ।
ত্ৰিভুৱন জিনিতে শকত একেশ্বৰ॥
খৰবীৰ বচনে নিৰ্ভয় সবে ভৈল।
চতুৰ্দ্দিশে বেঢ়ি নিশাচৰ বল গৈল॥ ২৯০১
আকাশত কৌতুকে যতেক দেৱগণ।
আসিয়া মিলিল যুদ্ধ চাহিবাক মন॥
শ্যেনগামী পৃথুশ্যাম যজ্ঞশক্ৰ বীৰ।
দুৰ্জ্জয় পৰবীৰাক্ষ বিহঙ্গম ধীৰ॥ ২৯০২
পুৰুষ কলিকামুখ মেঘমালী খ্যাত।
ৰৰাস্য ৰুধিৰাসন মহামালী তাত॥
বাৰ বীৰ লৰি গৈল খৰবীৰ আগে।
আৰো চাৰি বীৰ মহা দূষণৰ লগে॥ ২৯০৩
স্থূলাক্ষ প্ৰমাথি আউৰ মহান কপাল।
লৰি গৈলা ত্ৰিশিৰা পিচত যমকাল॥
বাসৱক ধাৱে যেন দৈত্যগণ ধাইল।
নিশাচৰ বলে ৰাঘৱৰ পাশ পাইল॥ ২৯০৪
বিদূৰতে ৰামৰ সৈন্যক লক্ষ্য গৈল।
লক্ষ্মণক সম্বুধিয়া বুলিবাক লৈল॥
দেখ দেখ লখাই পৰিহৰ বনফল।
শূৰ্পণখা চলাইলেক নিশাচৰ বল॥ ২৯০৫
শ্ৰাৱণৰ মেঘ যেন ঢাকিল গগন।
নিশাচৰ বল হেৰা পাইল দৰিশন॥
আজিসি মিলিল আসি প্ৰথম সমৰ।
ৰথৰ উপৰে দেখ মহাবীৰ খৰ॥ ২৯০৬
উতপাত দেখ সব সৈন্যৰ উপৰে।
সকল ৰাক্ষস মাৰিবোহো একেশ্বৰে॥
মোৰ বোলে লখাই হাতে ধনু শৰ ধৰ।
জানকীক লৈয়া যাহা গহ্বৰ ভিতৰ॥ ২৯০৭

আমাৰ শকতি জানি নেদিবি উত্তৰ।
জানকী সীতাক মাত্ৰ ভালে ৰক্ষা কৰ ॥
ৰাঘৱৰ বচনক শিৰে তুলি লৈলা।
জানকীক লৈয়া গিৰি গহ্বৰক গৈলা ॥ ২৯০৮
হেন দেখি ৰামচন্দ্ৰে হৰিষক পাইলা।
অভেদ সন্নাহা নিয়া গাৱত চৰাইলা ॥
সুৱৰ্ণ সন্নাহ লৈলা বাকলি এৰিয়া।
আদিত্য উদয় যেন আন্ধাৰ ফেৰিয়া ॥ ২৯০৯
হাতে ধনু ধৰি ৰাম মেদিনীত থিউ।
ৰাক্ষস বলৰ দেখি উৰি গৈলা জীউ ॥
তীৰক পাইলেক যেন সাগৰৰ জল।
দমকিয়া থাকি গৈল ৰাক্ষসৰ বল ॥ ২৯১০
সৈন্যক আকলি ৰামে থাকি গৈল হাসি।
ৰাক্ষসৰ বলে বেঢ়ি গালি পাৰে আসি ॥
কেহো বোলে ধৰ ধৰ কেহো বোলে মাৰ।
মানুষগোটক কেনে ৰাখি আছো আৰ ॥ ২৯১১
সৈন্য তম্ভিবাৰ দেখি বাৰ্ত্তাক নপাইল।
খৰ বীৰে দূষণক বাক্য পুৰুজাইল ॥
শুনৰে দূষণ তই মোহোৰ বচন।
কিকাৰণে স্তম্ভিয়া ৰহিল সৈন্যগণ ॥ ২৯১২
সাগৰ স্তম্ভিল যেন কাখৰক পাই।
ইহাৰ কাৰণ ভাই দেখি আস যায় ॥
দূষণে দেখিয়া আসি খৰত জনাইল।
ৰামক দেখিয়া সব প্ৰজা ভয় পাইল ॥ ২৯১৩
একল ৰামক দেখি কৌতুক পাইল।
চন্দ্ৰক গ্ৰাসিতে যেন ৰাহুয়ে কিটাইল ॥
সাৰথিক বোলয় সত্বৰে ৰথ ডাক।
ৰামৰ পাশক লাগি চপাউ আমাক ॥ ২৯১৪
সাৰথিয়ে ৰথ নিয়া চপাইলেক কোল।
ধৰ ধৰ বুলি বৰ উথলিল ৰোল ॥
চতুৰ্দ্দিশে বেঢ়িয়া বোলয় মাৰ মাৰ।
গদা মুদ্গৰ হানে শকতি কুঠাৰ ॥ ২৯১৫
মেৰুক বেঢ়িয়া যেন বাৰিষাৰ মেঘে।
ৰামক বেঢ়িয়া শৰ বৰিষয় বেগে ॥

ৰাক্ষসৰ অস্ত্ৰ যেন নদী যায় বহি।
ৰাঘৱ সাগৰে তাক থাকি গৈলা মহি ॥ ২৯১৬
পৰিঘ পট্টিশ পৰে পাষাণ ত্ৰিশূল।
অৰ্দ্ধচন্দ্ৰ ছুৰিপাশ আদি অস্ত্ৰ মূল ॥
শতঘ্নী ত্ৰিকণ্টক পৰিল বহুত।
দেখিয়া হাসন্ত ৰাম দশৰথসুত ॥ ২৯১৭
ৰামক বেঢ়িল দেখি নিশাচৰ বলে।
আকাশত ডৰি গৈল দেৱতাসকলে ॥
কাণা কাণি লাগি গৈল দেখন্ত সংশয়।
ৰাঘৱে জিনন্ত কিবা ৰাক্ষসে জিনয় ॥ ২৯১৮
চৈধ্যয় সহস্ৰ ৰাক্ষসৰ শৰজাক।
ধৰ ধৰ মাৰ মাৰ উথলিল বাক ॥
হৈ হৈ শৱদে দিলন্ত কোলাহল।
প্ৰচণ্ড বাৱত যেন সাগৰ আস্ফাল ॥ ২৯১৯
ক্ৰোধিলন্ত ৰাম যেন কালান্তক ৰুদ্ৰ।
মাৰো আজি ৰাক্ষস পিম্পৰা বল ক্ষুদ্ৰ ॥
টঙ্কাৰ কৰিলা ৰাম ধনুৰ আস্ফাল।
নিৰন্তৰে ৰাক্ষসৰ কাণে দিল তাল ॥ ২৯২০
জগতৰ নাথে ক্ৰোধ কৰিয়া মনত।
এক কোটি নৰাচক চৰাইলা গুণত ॥
কাটন ফুটন বাণ গুণৰ চুটিল।
বায়ুবেগে গৈয়া সবে সেনাত ফুটিল ॥ ২৯২১
শ্ৰীৰামচন্দ্ৰৰ শৰ ব্যৰ্থক নযায়।
ৰাক্ষস বলক সবে বেঢ়ি বেঢ়ি খায় ॥
যাৰ গাত পৰে সিটো তেতিক্ষণে মৰে।
কতো কতো অস্ত্ৰ দেখিলাতে প্ৰাণ হৰে ॥ ২৯২২
পলায় ৰাক্ষস বল নাহিকে বিশ্ৰাম।
যি দিশক পলায় আগতে দেখে ৰাম ॥
শ্ৰীৰামচন্দ্ৰৰ শৰ যেন যমদণ্ড।
সহস্ৰ সংখ্যাত কৰিলন্ত খণ্ড খণ্ড ॥ ২৯২৩
শৰ অগনিত ৰাক্ষসৰ ছাৰখাৰ।
সূৰ্য্যৰ কিৰণে যেন ফেৰিল আন্ধাৰ ॥
বহ্নি লাগি যেহেন পুৰিল বাসবন।
ৰামৰ নৰাচে ৰাক্ষসক কৰে ছন্ন ॥ ২৯২৪

শৰৰ প্ৰহাৰে নিশাচৰ বল ছেদি।
মাংসে ভৈল কৰ্দ্দম শোণিতে ভৈল নদী ॥
অস্ত্ৰে ভৈল আজি কেশে যেহেন শেৱাল।
দেখিয়া হাসন্ত ৰাম ত্ৰিভুৱন পাল ॥ ২৯২৫
দেখিলন্ত ৰাম তিনিভাগ ৰণ শেষ।
গন্ধৰ্ব্ব অস্ত্ৰক হানিলন্ত হৃষীকেশ ॥
আশেষ বলক মাৰি যমক ডাকিল।
কিছুমাত্ৰ অৱশেষ সেনাৰ থাকিল ॥ ২৯২৬
যিবা কিছু বল ৰণে নভৈলেক ছন্ন।
আশ্বাস বচনে তাক বুলিলা দূষণ ॥
মই মাৰো ৰামক হুয়োক সন্ধুক্ষণ।
সৈন্যক চাহিয়া হেন বুলিলা বচন ॥ ২৯২৭
দিব্য এক শৰক ৰাঘৱে তুলি লৈল।
দূৰহন্তে তাহাক খৰৰ লক্ষ্য গৈল ॥
মায়া অস্ত্ৰ ধৰি পাচে ক্ৰোধ বৰ কৰি।
হুংবুলি ৰাঘৱক হানিলেক ধৰি ॥ ২৯২৮
মায়া অস্ত্ৰ খৰৰ ৰামক লাগি যায়।
অগনি কুণ্ডক যেন গগনে উধায় ॥
ৰামে মায়া অস্ত্ৰ হানিলন্ত তেতিক্ষণ।
অস্ত্ৰে অস্ত্ৰ লাগি আকাশত ভৈল ছন্ন ॥ ২৯২৯
অস্ত্ৰগোট খৰৰ নিষ্ফল যেৱে ভৈল।
যমদণ্ড সদৃশ শৰেক ৰামে লৈল ॥
জ্বলন্ত অগ্নিত যেন দহে তৃণবন।
ৰাঘৱৰ শৰে সবে প্ৰজা ভৈল ছন্ন ॥ ২৯৩০
সৈন্য পৰিবাৰ দেখি দূষণে খঙ্গাইল।
সচল পৰ্ব্বত যেন ৰাঘৱক ধাইল ॥
ধনুত জুৰিয়া আনি পাঞ্চটা নৰাচ।
হৃদয়ত ফুটিয়া বজাইল পিঠিপাচ ॥ ২৯৩১
ৰুধিৰে প্ৰকাশৈ আতি শ্যাম শৰাৰত।
তমোময় দেখিলন্ত ৰাম ভগৱন্ত ॥
ক্ষণেক চেতন পাই কোপে ৰঘুৰাজ।
ষাঠি শৰে ভেদিলন্ত হৃদয়ৰ মাজ ॥ ২৯৩২
অচেতন হুয়া বীৰ পৰিল ৰথত।
জীৱ আসি ভৈল স্বস্থ পাইল ক্ষণিকত ॥

ধনু ধৰি বোলে আজি লৈবোহো পৰাণ।
ৰাঘৱক হানিলেক অসংখ্যাত বাণ ॥ ২৯৩৩
ৰাঘৱে দেখন্তে শৰে চতুৰ্দ্দিশে চাইল।
আপুনাৰ শৰ হানি কাটিয়া পেলাইল ॥
শৰ ছন্ন দেখি বীৰ কোপে জ্বলি গৈল।
তিনিপাট ভল্ল শৰ হানিয়া পঠাইল ॥ ২৯৩৪
দেখি ৰামচন্দ্ৰে শৰ প্ৰহাৰিলা ডাটি।
ৰাঘৱৰ বাণে তাক পেল্লাইলেক কাটি ॥
পাচে ৰামে প্ৰহাৰিল একপাট বাণ।
দূষণৰ হাততে কাটিল ধনুখান ॥ ২৯৩৫
ধনু কাটিবাক দেখি দূষণ খঙ্গাইল।
পৰ্ব্বত শিখৰ সম পৰিঘেক পাইল ॥
বাজৰ লোহাক শুদ্ধ সুৱৰ্ণে জড়িল।
চতুৰ্দ্দিশে তাক বজ্ৰ অগনি গঢ়িল ॥ ২৯৩৬
চাহিতে নোৱাৰি অস্ত্ৰ যেহেন আদিত্য।
ত্ৰিদশ দেৱতা দেখি ভৈল ভয়ভীত ॥
সুৰাসুৰগণ দিশাদিশ পলাই গৈল।
চমৎকাৰ আদিত্য মেঘৰ আৰ ভৈল ॥ ২৯৩৭
দুই হাতে ধৰিয়া দূষণ ধাৰে ধাইল।
যমদণ্ড লৈয়া যমে যেহেন কিটাইল ॥
শিখৰ সহিতে যেন পৰ্ব্বতেক যায়।
আতি মদগৰ্ব্বত কাহাকো নডৰায় ॥ ২৯৩৮
যেন বৃত্ৰ অসুৰে ইন্দ্ৰক ৰণে ধাইল।
পৰিঘ ধৰিয়া ৰাঘৱৰ পাশ পাইল ॥
দেখিয়া ৰামৰ কিছু মন গৈল ভাগি।
হানিল সহস্ৰ শৰ পৰিঘেক লাগি ॥ ২৯৩৯
পৰিঘত পৰি শৰ গৈল দিশাদিশ।
বৰিষণ জলে পৰ্ব্বতক কৰে কিস ॥
আগ মুড়ি মুড়ি শৰ ভূমিত পৰিল।
দেখিয়া ৰামৰ বৰ হৃদয় কম্পিল ॥ ২৯৪০
পৰিঘ বিনাশ নাই মনত গুণিল।
খুৰপতি অস্ত্ৰ দুই গুণত জুৰিল ॥
সেহি অস্ত্ৰ হানি কতো দূৰক খেদিল।
পৰিঘে সহিতে দুই বাহুক ছেদিল ॥ ২৯৪১

বাহু ছেদ ভৈল বীৰ ভূমিত পৰিল।
একতৰে সাতোখান পৃথিৱী লৰিল॥
প্ৰমত্ত হস্তীৰ যেন দান্ত কাঢ়ি লৈল।
দূষণ বীৰৰ হেন মতে প্ৰাণ গৈল॥ ২৯৪২
দূষণ পৰিল দেখি খৰে খঙ্গে আইল।
মাৰো মাৰো বুলি পাচে ৰাঘৱক ধাইল॥
ত্ৰিশিৰা বোলয় ক্ৰোধ কৰা উপশাম।
দেখিয়োক এতিক্ষণে মাৰিবোহো ৰাম॥ ২৯৪৩
ৰাম অগনিক আজি নিৰগ্নি কৰিবো।
নুহি ৰামশৰে পৰি স্বৰ্গক চলিবো॥
ত্ৰিশিৰাৰ বোলে খৰ মনে পৰি ভাই।
ৰামক যুজিবে লাগি তাহাক পঠাই॥ ২৯৪৪
ত্ৰিশিৰা বীৰক যেৱে পঠাইলেক খৰে।
হৃদয়ত ৰামৰ বিন্ধিলে দশশৰে॥
শৰৰ প্ৰহাৰ যেৱে ৰাঘৱে পাইলন্ত।
ক্ষুদ্ৰ হৰিণক যেন সিংহয়ে ধাইলন্ত॥ ২৯৪৫
ৰথে চৰি যুজয় ত্ৰিশিৰা মহাবীৰ।
ক্ৰোধিল ৰামৰ দেখি নসহে শৰীৰ॥
বায়ুবেগে চৈধ্যপাট শৰ প্ৰহাৰিল।
বজ্ৰ যেন ত্ৰিশিৰাৰ হিয়াত ফুটিল॥ ২৯৪৬
ষোলশৰ মাৰি চাৰি ঘোড়াক কাটিল।
একবাণে ধ্বজ কাটি ভূমিত পাৰিলা॥
আউৰ সাত শৰ মাৰি ৰথক ভেদিল।
আঠ শৰে সাৰথিৰ কন্ধক ছেদিল॥ ২৯৪৭
অন্তৰীক্ষ ভাৱে তাক নেদেখিল কেৱ।
হাতে ধনুশৰ মেদিনীতে দিল ডেৱ॥
ক্ৰোধিলেক ত্ৰিশিৰা কাম্পয় কলেৱৰ।
হৃদয়ত ৰামৰ ভেদিল দশ শৰ॥ ২৯৪৮
ত্ৰিশিৰাক বহু শৰে ৰাঘৱে ভেদিল।
নৱ শৰ হানি তিনি শিৰক ছেদিল॥
তিনি শৃঙ্গ কাটা যেন পৰ্ব্বত টলিল।
অনেক শোণিত তিনি কন্ধৰ ঝৰিল॥ ২৯৪৯
ত্ৰিশিৰা পৰিল ৰণে দেখি আছে খৰ।
মনত গুণয় এৱে ভৈলো একেশ্বৰ॥

ৰামৰ শকতি দেখি বোলে বীৰ খৰ।
কিনো ইটো অদ্ভুত শকতি মানুষৰ॥ ২৯৫০
চক্ষু মুদিলেয়ো আৰ ভয় নপলায়।
ইহেন সমৰ এৰিবাকো নুযুৱায়॥
নিশাচৰ বল পলাই দশোদিশ যায়।
ৰামৰ অবাধ্য শৰে খেদি খেদি যায়॥ ২৯৫১
খৰে বোলে সাৰথি সত্বৰে ডাক ৰথ।
আজিসে দেখিবি মোৰ যুজৰ মহত॥
ৰামক মাৰিয়া যম-কবলে পঠাওঁ।
নুহি সংগ্ৰামত পৰি স্বৰ্গে চলি যাওঁ॥ ২৯৫২
সাৰথিয়ো তেতিক্ষণে চলাইলেক ৰথ।
শৰে হানি নিৰোধিলা মাৰুতৰ পথ॥
দশোদিশ নিৰোধিল মহাবীৰ খৰে।
নিৰন্তৰে আকাশক ছানিলেকশৰে॥ ২৯৫৩
বায়ুৰ সঞ্চাৰ নাই ইকূল সিকূল।
সূৰ্য্যৰশ্মি নাশি ভৈল আন্ধাৰ বিপুল॥
মেঘে ঢাকিলেক যেন সূৰ্য্য আৰ ভৈল।
খৰে বোলে বৈৰ মৰি যমঘৰে গৈল॥ ২৯৫৪
ক্ৰোধে ৰামদেৱে ধনু আস্ফাল কৰিল।
একেবাৰে স্বৰ্গ মৰ্ত্ত্য পাতাল লৰিল॥
আপোনাৰ শৰে তাৰ বাণক ছেদিল।
সহস্ৰেক শৰে তাৰ শৰাৰ ভেদিল॥ ২৯৫৫
চৌত্ৰিশ অস্ত্ৰকো ভালে দুই হন্তো জানন্ত।
নৰাচ তোমৰ শৰ দুহন্তো হানন্ত॥
দুহান্তৰো শৰসবে চালিলা গগন।
আউৰে আউৰে লাগি শৰ আকাশত ছন্ন॥ '৫৬
হাতে ধনুৰ্ব্বাণ খৰ ৰথে ভৈল থিত।
সুৰাসুৰগণে দেখি ভৈল ভয়ে ভীত॥
সিংহক দেখিয়া যেন সিংহয়ে কিটাইল।
ৰামক দেখিয়া খৰ মহাবীৰে ধাইল॥ ২৯৫৭
ধনুৰ্ব্বাণ ধৰি ৰাম যুজন্তে আছন্ত।
টঙ্কাৰ কৰিয়া ৰাম সমৰে নাচন্ত॥
খুৰপতি বাণে তাৰ ধনুক ছেদিল।
অনেক সহস্ৰ শৰে শৰীৰ ভেদিল॥ ২৯৫৮

আন ধনু ধৰি খৰে শৰ প্ৰহাৰিল।
ৰাঘৱৰ ধনু ছেদি কৱচ কাটিল॥
ৰামৰ কৱচ ধনু মাটিত পৰিল।
হেন দেখি খৰে বৰ আটাসেক দিল॥ ২৯৫৯
উভকোল কৰিয়া খৰৰ শৰ বহে।
বিহ্বল ভৈলন্ত ৰাম শৰীৰ নসহে॥
কতোবেলি ৰঘুনাথে চেতন পাইলন্ত।
অগস্তি দিবাৰ ধনু তুলিয়া লৈলন্ত॥ ২৯৬০
জাজ্জ্বল্য সমান কোপে জগতৰ বাপে।
বিষ্ণুৰ শৰক নিয়া জুৰিলন্ত চাপে॥
আগ পাচ মন কৰি ভৈল সব সাজ।
শৰে হানি ছেদিলন্ত সুৱৰ্ণৰ ধ্বজ॥ ২৯৬১
ক্ৰোধিয়া বোলন্ত আজি লৈবোহো পৰাণ।
দুই তন মাজত হানিলা দশবাণ॥
খৰতৰ প্ৰহাৰে কোপিত ভৈল খৰ।
হৃদয়ত ৰামৰ বিন্ধিলা দশ শৰ॥ ২৯৬২
দুই হন্তৰো শৰে দুয়ো ভৈলন্ত জৰ্জ্জৰ।
পঙ্কাকুল ভৈলন্ত ৰুধিৰে কলেৱৰ॥
একেবাৰে ধনুশৰ দুই হন্তো ধৰিল।
অনেক সহস্ৰ শৰ দুয়ো প্ৰহাৰিল॥ ২৯৬৩
পুষ্পিত পলাশ সম দুইৰো কলেৱৰ।
দুৰ্ঘোৰ ৰণত দুয়ো বীৰ সমসৰ॥
ৰামে পাচে তিনিশৰ হিয়াত তাড়িল।
এক বাণে ধ্বজ কাটি ভূমিত পাৰিল॥ ২৯৬৪
ধনুকাড়ি সাৰথিৰ কন্ধক ছেদিল।
মৰিয়া সাৰথি পাচে ভূমিত পৰিল॥
ৰথভঙ্গ দেখিয়া খৰৰ হৃদিখেদ।
মোৰ ৰথ ভাঙ্গিলেক অভেদ অচ্ছেদ॥ ২৯৬৫
ত্ৰিদশেয়ো দেখন্ত খৰৰ ৰথভঙ্গ।
বৈৰৰ বিপত্তি দেখি আতি বৰ ৰঙ্গ॥
আকাশত থাকিয়া কৌতুক আতি মনে।
দুন্দুভি সম্বাদ কৰিলন্ত ঘনে ঘনে॥ ২৯৬৬
গদা ধৰি খৰে ধৰণীত ডেৱ দিল।
পৃথিৱী কম্পিয়া সাতো পাতাল লৰিল॥
ৰাঘৱে বোলন্ত খৰ শুনৰে পাপিষ্ঠ।
সকলো ঋষিৰ তই চিন্তিলি অনিষ্ট॥ ২৯৬৭
দণ্ডকা বনত তই ভৈলি মন্দৰোগ।
তোক ৰাখিবেক খানিতেকো নুহি যোগ॥
অন্যায় কৰিলি যত তাৰ ফল পাইবি।
মোহোৰ হাতত বেটা যমঘৰে যাইবি॥ ২৯৬৮
হেন শুনি খৰে পাচে বুলিলেক বাণী।
মোহোক মাৰিবে এতিক্ষণে কেনে জানি॥
মিছাত কৰস ৰাম মনত উল্লাস।
গদাৰ চোটিত কিবা যমঘৰে যাস॥ ২৯৬৯
অলপিক মনুষ্য তোহোৰ আছো ধিক।
বীৰ হুয়া বীৰক গৰিহা কৰ কিক॥
গুণৱন্তজনৰ আনেসে গুণ কহে।
সুগন্ধ পুষ্পৰ গন্ধ পৱনেসে বহে॥ ২৯৭০
ত্ৰিদশ দেৱতা তোৰ হোক অনুবল।
তথাপিতো মাৰি তোক নিবো ৰসাতল॥
হাতে গদা ধৰি খৰে ৰামক কিটাইল।
যেন নাৰায়ণক কৈটভ বীৰে ধাইল॥ ২৯৭১
হানিলেক গদাগোট যেন যমদণ্ড।
টলবল কৰয় মেদিনী সাতো খণ্ড॥
খলকিল সাগৰ লৰিল নাগপুৰ।
ৰথে চৰি চমকিল দেৱতা অসুৰ॥ ২৯৭২
গদা বহি যাই যেৰে ৰামৰ সন্নিত।
মনত তৰসি ভৈলা বিহ্বল চৰিত॥
শৰ হানিবোহো হেন কৈলা বিমৰিষ।
এহি সাপে পৰ্ব্বতক কৰিবেক কিস॥ ২৯৭৩
অগনিৰ অস্ত্ৰক ৰাঘৱে তুলি লৈল।
শঙ্কৰৰ শূল ত্ৰিপুৰক সজ ভৈল॥
হানিল অগ্নিৰ অস্ত্ৰ গগনে উধাই।
সৰ্প গিলিবাক যেন গৰুড়েক যায়॥ ২৯৭৪
বিস্তৰ তুলাত যেন অগনি লাগিল।
ৰাঘৱৰ শৰে গদা নিৰ্য্যাণ কৰিল॥
গদাগোট ছন্ন ভৈল দেখি আছে খৰ।
তৰতৰি কম্পিল সকল কলেৱৰ॥ ২৯৭৫

ধূমকেতু হেন গদা ভূমিত পৰিল।
কম্পিল অনন্ত ফণা মুনিয়ো লৰিল ॥
বুলিলন্ত ৰাঘৱে চাণ্ডাল নিশাচৰ।
পাপৰ চৰিত্ৰ তই দুৰ্জ্জন বৰ্ব্বৰ ॥ ২৯৭৬
তোহোক মাৰিয়া যম-কৰলে পঠাওঁ।
পাচে আন্ত বিচাৰিয়া ঋষিসব চাওঁ ॥
খৰে বোলে ৰাম নতো যমঘৰে যাস।
সিকাৰণে তই মোক মাৰিবাক চাস ॥ ২৯৭৭
অস্ত্ৰহীন দেখি তোৰ হৰষিত মন।
মোৰ অস্ত্ৰ আছয় পৰ্ব্বত তৰুগণ ॥
হেন বুলি ৰাক্ষস কুপিত বৰ ভৈল।
দুই হাতে পৰ্ব্বতেক উপাৰিয়া লৈল ॥ ২৯৭৮
লীলায়ে হানিলা বীৰ ৰাঘৱক চাই।
নিৰ্ঘাতৰ সদৃশ পৰ্ব্বতগোট যায় ॥
ক্ৰোধিয়া ৰাঘৱে হাতে ধনুক ধৰিল।
শৰে হানি গিৰি খণ্ড খণ্ডক কৰিল ॥ ২৯৭৯
খৰৰো শৰীৰ শৰে জৰ্জ্জৰ কৰিল।
যেন মন্দৰৰ গেৰু ৰুধিল ঝৰিল ॥
শোণিতৰ গন্ধত প্ৰমত্ত বৰ ভৈল।
খড়গেক ধৰি ৰাঘৱক খেদি গৈল ॥ ২৯৮০
ৰাক্ষসক দেখি ৰাম ক্ৰোধ বৰ পাইল।
বাসৱে দিবাৰ অস্ত্ৰ গুণত চৰাইল ॥
শৰ হানি ৰাঘৱে বোলন্ত থাক থাক।
অস্ত্ৰৰ অগনি নিকলয় জাকে জাক ॥ ২৯৮১
বজ্ৰে ভেদিলেক যেন পৰ্ব্বতৰ মাজ।
হৃদয়ত ফুটিয়া পিঠিত ভৈল বাজ ॥
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল।
শৰ পৰি খৰৰ জীৱন নিকলিল ॥ ২৯৮২
ৰামৰ হাতত যেৱে ৰাক্ষস পৰিল।
সুৰাসুৰ নৰে জয়ৰাম জোকাৰিল ॥
দেৱতাসকলে পুষ্পবৃষ্টি কৰিলন্ত।
ব্ৰহ্ম ঋষিগণে শুভদৃষ্টি চাহিলন্ত ॥ ২৯৮৩
আকাশৰ সিদ্ধগণ ভূমিত নামিল।
বেদ পঢ়ি ৰাঘৱক আশীৰ্ব্বাদ দিল ॥

আকাশত থাকি ব্ৰহ্মা অৱনত হুই।
কৰিবে লাগিলা পাচে তুতি চাৰি মুই ॥ ২৯৮৪
নমো নমো ৰাম কৰো চৰণে প্ৰণতি।
তুমি নাৰায়ণ সদানন্দ লক্ষ্মীপতি ॥
যাক স্মৰি তৰে মহা মহাপাপীগণ।
প্ৰণামো দেৱৰো দেৱ প্ৰভু নিৰঞ্জন ॥ ২৯৮৫
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি।
জগৎ কাৰণ নমো তুমিসে মুৰাৰি ॥
তুমি সঞ্চা সবে মিছা জগত যতেক।
সংসাৰত নাহিকে তোমাৰ বেতিৰেক ॥ ২৯৮৬
নাহি আদি অন্ত মধ্য পুৰাতন হৰি।
জগতকে ব্যাপিয়া আপুনি আছা ধৰি ॥
কাৰণ মায়া আদি যত অধীন যাহাৰ।
পূৰ্ণব্ৰহ্ম মূৰ্ত্তি ৰাম কৰো নমস্কাৰ ॥ ২৯৮৭
নমো ভকতৰ চিত্ত বিত্ত আত্মা দেৱ।
এহি বুলি দেৱে সমে কৰিলন্ত সেৱ ॥
ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেৱগণ।
ৰাম কথা কহি গৈলা স্বৰ্গৰ ভুৱন ॥ ২৯৮৮
গৌৰী মহাদেৱ দুয়ো গৈলন্ত কৈলাশ।
ৰাঘৱে গৈলন্ত সীতা লক্ষ্মণৰ পাশ ॥
তিনিহন্তে তহিতে লাগিলা গলাগলি।
আউৰে আউৰ চাহি হাসিলন্ত খলখলি ॥ ২৯৮৯
ৰাক্ষসৰ বধ যত কহিলন্ত ৰাম।
সীতাৰ মনত ভয় ভৈল উপশাম ॥
ঋষিসবে ৰামক কৰিলা বহুমান।
আশংসা কৰিয়া গৈল আপোনাৰ থান ॥ ২৯৯০
সীতায়ে ৰামৰ গলে ধৰিলন্ত টানি।
সজল নয়নে দেৱী বুলিলন্ত বাণী ॥
প্ৰতিজ্ঞা পালিয়া প্ৰভু ৰাক্ষস মাৰিলা।
দুৰ্ঘোৰ ভয়ত ঋষিগণক তাৰিলা ॥ ২৯৯১
শ্ৰীৰাম লক্ষ্মণ সীতা সুখে ভৈল থিত।
খৰবধ দেখি ভয় শূৰ্পণখা ভীত ॥
ভায়েকৰ শোকে তাইৰ দহে সৰ্ব্বগাৱে।
লঙ্কা লাগি চলি গৈলা অন্তৰীক্ষ ভাৱে ॥ ২৯৯২

বিমানত দেখিল দুৰ্জ্জয় লঙ্কেশ্বৰ।
চৌপাশে বেঢ়িয়া আছে পাত্ৰ নিৰন্তৰ ॥
মুখ্য মুখ্য মন্ত্ৰীসবে থিৰ ভৈল আগে।
বাসুকিক বেঢ়ি যেন মহা মহানাগে ॥ ২৯৯৩
বসি আছে ৰাজা সিংহাসনৰ উপৰে।
ৰাহু থিৰ ভৈল যেন মেৰুৰ শিখৰে ॥
কালমেঘ খণ্ড যেন শৰীৰৰ বৰ্ণ।
কুণ্ডলে মণ্ডিত শোভে কুৰিখান কৰ্ণ ॥ ২৯৯৪
আৰকত কুৰিগোটা চক্ষু জাতিঙ্কাৰ।
মেঘত জ্বলয় যেন কুৰিগোটা তাৰ ॥
পাঞ্চ পাঞ্চ আঙ্গুলি এ কুৰিখান কৰ।
শাঞ্চ পাঞ্চ শিৰে যেন কুৰি অজগৰ ॥ ২৯৯৫
ভয়ঙ্কৰ পাৰ দুই দশগোটা শিৰ।
দশ শৃঙ্গ সম যেন কালগিৰি থিৰ ॥
ঐৰাৱত গজৰ দন্তৰ মহাঘাৱে।
কৰ বান্ধি প্ৰলম্ভিল ৰাৱণৰ গাৱে ॥ ২৯৯৬
ইন্দ্ৰে কৰিলন্ত যত বজ্ৰৰ প্ৰহাৰ।
সাঞ্চ বান্ধি আছে এভো শৰীৰে তাহাৰ ॥
বৰ্ষ দশ হাজাৰ ব্ৰহ্মাক আৰাধিলা।
তপৰ প্ৰভাৱে সিটো দুষ্কৰ সাধিলা ॥ ২৯৯৭
পাতালাৰো বাসুকিক ৰণচেৰ কৰি।
তক্ষক নাগৰ ভাৰ্য্যা আনিলেক হৰি ॥
পৃথিৱীৰ ৰাজাৰ স্বৰ্গৰ দেৱলোক।
স্ত্ৰী কাঢ়ি কাঢ়ি আনি জ্বালিলেক শোক ॥ ২৯৯৮
লঙ্কামাজে নিৰ্ভয় ৰাৱণ ভৈল থিত।
দেখি শূৰ্পণখা গৈয়া চাপিল সন্নিত ॥
শূৰ্পণখা বোলে শুন দাদা লঙ্কেশ্বৰ।
সুখে থিৰ ভৈলা তুমি লঙ্কাৰ ভিতৰ ॥ ২৯৯৯
ৰাজা ৰাজেশ্বৰ শুনা ত্ৰিভুৱন নাহা।
মোহোৰ বিপত্তি হেৰা মাথা তুলি চাহা ॥
এতমান ৰাজা হুয়া চিন্তাহীন ভৈলা।
এৱেসে জানিলো তুমি যমঘৰে গৈলা ॥ ৩০০০
তিনিয়ো ভুৱন মাৱে তোৰ ভৈল যশ।
চৰ পঠাই দেশে দেশে বাৰ্ত্তা নলৱস ॥

মাতোৱাল হুয়া তুমি নুবুজিলা কাজ।
ফুকতে হৰাইলা দাদা হেন ৰাজ ॥ ৩০০১
দুষণ ত্ৰিশিৰা খৰ আৰো সেনা যত।
মানুষে কৰিলা সব সংগ্ৰামত হত ॥
পৰম দুৰ্জ্জয় বীৰ ৰাম বুলি যাক।
সেহিসে বিপত্তি হেন কৰিলে আমাক ॥ ৩০০২
হেন শুনি ৰাৱণৰ ক্ৰোধ বৰ ভৈল।
ঘৃত পাই যেহেন অগ্নি জ্বলি গৈল ॥
শুন বোলে শূৰ্পণখা কহ মোত কাজ।
কহিৰ মানুষ আসি ভৈল বনমাজ ॥ ৩০০৩
কিবা ঋষি ব্ৰাহ্মণ নুহিবা ক্ষত্ৰি জাতি।
কিকাৰণে তোক হেন কৰিলেক শাস্তি ॥
কিবা অস্ত্ৰ ৰণত হানিল তাক খৰ।
ঝাণ্ট কৰি কহ মোত তাৰ কোন শৰ ॥ ৩০০৪
কিবা জাতি কিবা কুল তাৰ কোন থান।
কিকাৰণে তোমাৰ কাটিল নাক কাণ ॥
সিংহৰ লাঙ্গুল ধৰিবাক হাত মেলে।
কংসাল গোমৰ খঙ্গে পৰিহাস খেলে ॥ ৩০০৫
প্ৰমত্ত গজৰ দান্ত আজুৰিতে যায়।
মৰিবাক লাগি কেনে বাঘে হাল বায় ॥
শঙ্কৰ ব্ৰহ্মাত যেৱে পশয় শৰণ।
তথাপি মোহোৰ হাতে হৈবেক মৰণ ॥ ৩০০৬
কোনজন মোৰ মাথে দিলেক চৰণ।
অবিলম্বে দেখিবেক যমৰ কৰণ ॥
শূৰ্পণখা বোলে শুনা থিৰ কৰি মন।
দশৰথ পুত্ৰ দুই আসি ভৈল বন ॥ ৩০০৭
জ্যেষ্ঠগোট মহাবলী তাৰ নাম ৰাম।
ছোটগোট খৰতৰ লখাই তাৰ নাম ॥
ৰাম লক্ষ্মণৰ মাজে সীতা বৰনাৰী।
তাইৰ ৰূপক কোনে বৰ্ণাইতে পাৰি ॥ ৩০০৮
ত্ৰিভুৱন মোহিনী সুন্দৰী বৰবালা।
মন্দোদৰী নুহি কাণি আঙ্গুলিৰ কলা ॥
দেৱ বিদ্যাধৰী তাই কিবা অপেস্বৰী।
লক্ষ্মীয়ে আছন্ত কিবা সীতাৰূপ ধৰি ॥ ৩০০৯

সেহি বৰ ৰমণী গাৱত নাহি যাৰ।
নিষ্ফল জীৱন তাৰ সব ৰাজ্যভাৰ ॥
কোল চাপিলোহো মই ভুঞ্জিবাক মনে।
ধৰি নাক কাণ মোৰ কাটিল লক্ষ্মণে ॥ ৩০১০
খৰে সমে পাচে মই সমৰ কৰাইলো।
ৰামৰ হাতত খৰ ভয়াইক মৰাইলো ॥
ফুৰি ফুৰি মই ৰাঘৱৰ যুজ চাওঁ।
কেনমতে হানে শৰ উদিশ নপাওঁ ॥ ৩০১১
বিজুলী চটক যেন সত্বৰ গমন।
আগতে দেখিলো নিশাচৰ ভৈল ছন্ন ॥
বজ্ৰৰ সদৃশ দেখো ৰাঘৱৰ চাপ।
তাহাক ৰণত যুজিবেক কাৰ বাপ ॥ ৩০১২
শক্ৰচাপ যেহেন স্বৰ্গত প্ৰকাশয়।
ৰাঘৱৰ চাপ তাতো অধিক জ্বলয় ॥
দূষণ ত্ৰিশিৰা খৰ তিনি মহাবীৰ।
প্ৰাণ ছৰাইলন্ত ৰামে পৰিল শৰীৰ ॥ ৩০১৩
চৈধ্যয় সহস্ৰ আৰো যতেক ৰাক্ষস।
ৰাম অগনিত যেন পৰি গৈল মস ॥
ৰামৰ বীৰত্ব দেখি হৃদয় লৰিল।
সৰল বৃক্ষত যেন নিৰ্ঘাত পৰিল ॥ ৩০১৪
খৰ বধ শুনি শোকে অনেক কৰিল।
সীতাৰ শুনিয়া নাম দুখ পাসৰিল ॥
ৰাঘৱ দুৰ্জ্জয় হেন মনে গুণি চাইল।
সীতাৰ ৰূপক শুনি হৰিষক পাইল ॥ ৩০১৫
জানকীক হৰি আনি সব মান সাৰো।
উপায় বিশেষে পাচে দুয়ো ভাইক মাৰো ॥
উপায় গুণিল পাচে হৰিবাক সীতা।
ৰথে চৰি চলি গৈল মাৰীচৰ ভীতা ॥ ৩০১৬
সাগৰৰ পাৰ ভৈল দিব্যৰথে চৰি।
মাৰীচৰ থানে গৈয়া পাইল দৰাদৰি ॥
মাৰীচক দেখিল শিৰত জটাভাৰ।
কৃষ্ণসাৰ ছাল পৰিধান গাৱে তাৰ ॥ ৩০১৭
কৃশ ভৈল দেহা তাৰ আতি ধ্যান মনে।
তপ কৰি আছয় দুৰ্ব্বাৰ তপোবনে ॥
ৰাৱণক মাৰিচে কৰিলা বহুমান।
সতকাৰ লভিয়া বসিল সেহি থান ॥ ৩০১৮
ৰাৱণে বোলয় মাৰীচৰ মুখ চাই।
তুমি হেন হিতকাৰী লঙ্কায়তে নাই ॥
বুদ্ধিবলে পৌৰুষে তোমাৰ নাই সম।
অৰিৰ দমনে যেন কালান্তক যম ॥ ৩০১৯
সহস্ৰেক প্ৰমত্ত হস্তীৰ সম বল।
তুমি সমে জিনিলোহো দেৱতাসকল ॥
তুমি হেন হিত মোৰ আন কেহো নাই।
বোলো এককাৰ্য্য মোক দিয়োক উপায় ॥ '২০
সাধিতে নপাৰে আনে বিমৰিষি পাইলো।
তযু তপ ভঙ্গ সেহি কাৰণে কৰিলো ॥
শ্ৰীৰাম লক্ষ্মণ দুই দশৰথসুত।
যিথানে মাৰিল মোৰ ৰাক্ষস বহুত ॥ ৩০২১
ত্ৰিশিৰা দূষণ আৰো প্ৰাণভাই খৰ।
সবাকো মাৰিয়া ৰামে নিলা যমঘৰ ॥
মনুষ্যগোটৰ আচৰিত এতমান।
মোৰ বহিনীৰ কাটিলেক নাক কাণ ॥ ৩০২২
মোহোত খাটয় নিৰন্তৰে দেৱাসুৰ।
কৰয় মানুষগোটে মোক এতদূৰ ॥
মোৰ বোল কৰ মমাই যুজিবাক যাওঁ।
ৰামক মাৰিয়া যমকৰণে পঠাওঁ ॥ ৩০২৩
ৰামৰ চৰিত্ৰ শুনিয়োক সবে নৰে।
নামেসে তৰিবে ঘোৰ সংসাৰ সাগৰে ॥
ৰাম হেন নাম শুনিবাক মনোৰম।
কলিৰ পাপৰ যেন কালান্তক যম ॥ ৩০২৪
ব্ৰহ্মাৰ বাঞ্ছনি নৰতনু আছা পাই।
জানিয়া সত্বৰে ফুৰা ৰামনাম গাই ॥
সংসাৰৰ দুখ ইসে উপশাম কৰে।
জানি ৰাম ৰাম ঘুষিয়োক নিৰন্তৰে ॥ ৩০২৫

ছবি

ৰামৰ ঘৰিণী আছে সীতা নামে সুবদনী
ত্ৰিভুৱন সাৰ এক বালা।

মন্দোদৰী আদি কৰি যত মোৰ পটেশ্বৰী
পূৰিতে নপাৰে এক কলা ॥
হেন মোত কহিলেক শূৰ্পনখা বহিনীয়ে
শুনি চিত্ত ধৰিতে নপাৰো ।
জনক জীউক হৰি মুখ্য পটেশ্বৰী কৰি
ৰামত সকলে মান সাৰো ॥ ৩০২৬
সীতাৰ শোকত তাৰ তেজ বল হানি হৈব
শৰীৰ যাইবেক তাৰ জসি ।
হাতে ধনুকাণ্ড ধৰি ৰামক নিৰ্ভয়ে মাৰো
দণ্ডুকা বনত পাচে পশি ॥
আমাৰ বচন ভঙ্গ নকৰা মাৰিচ মামা
বাক্য মোৰ দৃঢ় কৰি ধৰ ।
সুৱৰ্ণৰ মৃগ হুই সীতাৰ আগত গই
কোমল বনত তই চৰ ॥ ৩০২৭
সীতাৰ বচন শুনি শ্ৰীৰাম লক্ষ্মণ দুই
যাইব তোক ধৰিবাক লাগি ।
গাণ্ডি দেখা যেন কৰি ত্বৰিত গমন ধৰি
গহন বনক যাইবা ভাগি ॥
শূন্য আশ্ৰমত পাচে সীতাক ৰথত তুলি
চলি যাইবো আপুনাৰ থান ।
এত কাৰ্য্য কৰিলাত মোক অনুগ্ৰহ হয়
কৰিবো তোমাক বহুমান ॥ ৩০২৮
এতেক বচন শুনি মাৰীচে মনত গুণি
হাতযোৰে আগে ভৈল থিৰ ।
ৰামৰ নামক শুনি ৰাৱণক বুলিলেক
কম্পে তাৰ সকল শৰীৰ ॥
ৰাম যেন বীৰবৰ নজানস লঙ্কেশ্বৰ
কাৰ বোলে মাৰিবাক যাস ।
সুখৰ ভিতৰে তোৰ এতমতি কৰিলেক
কুলক্ষয় কৰিবাক চাস ॥ ৩০২৯
নৃপতিসবত চাটু প্ৰিয়বোল বোলন্তাক
শতেক সহস্ৰ কৈত নাই ।
হিত পথ অপ্ৰিয়ক বুলিবেক যিটোজনে
কোটি মাজে গুটি এক পায় ॥

ৰামৰ বীৰত্ব মই ভালমতে জানি আছো
ত্বৰিতে লঙ্কাক লাগি যাহা ।
ইটো সব যত গহ তেজিয়া ভাগিন তুমি
জ্ঞাতি সমে ৰাজ্যক কৰাহা ॥ ৩০৩০
হৰি হৰি লঙ্কেশ্বৰ তোহোৰ প্ৰসাদে সব
ৰাক্ষসক হৰিলেক শঙ্কা ।
হৃদয়ৰ মাজে তোৰ হেন বুদ্ধি ফিৰি গৈল
হৰাইল মাণিক পুৰী লঙ্কা ॥
আসন্ন কালত আসি বিনাশন বুদ্ধি ভৈল
মাথে তোৰ যমকাল নাচে ।
অগনিৰ শিখা সম সীতাক হৰিবে চাস
মৰিবাৰ কতকাল আছে ॥ ৩০৩১
ৰাম যেন বীৰবৰ নজানস লঙ্কেশ্বৰ
তাহান আগত তই মাখি ।
আমাৰ বচন ধৰি সীতাদেৱী পৰিহৰি
দেশক চলাহা প্ৰাণ ৰাখি ॥
মোৰ বোল হিত যেৱে নুশুনস লঙ্কেশ্বৰ
দেৱ ধৰ্ম্ম সবে হুইবা সাক্ষী ।
যিটো পাত্ৰ মন্ত্ৰী তোক হেন উপদেশ দিল
তাহাৰ ফুটিল দুই আখি ॥ ৩০৩২
ৰামদেৱ সুচৰিত সকল জনৰ হিত
দেৱ দ্বিজ গুৰুত বিনীত ।
পিতৃৰ বচনে থিত সৰ্ব্ব দোষ বিবৰ্জ্জিত
ত্ৰিভুৱন ৰাজাক উচিত ॥
জনকৰ জীউ সীতা ৰাঘৱৰ বিবাহিতা
পতিব্ৰতা ধৰ্ম্মে আতি থিতা ।
তোৰ মৃত্যু সন্নিহিত মতি ভৈল বিপৰীত
সিকাৰণে যাস তান ভিতা ॥ ৩০৩৩

---

মাৰীচৰ লগত ৰাৱণৰ কথোপকথন

**দুলড়ী**

ৰাৱণে বোলয় মাৰীচ মমাই
তুমি মোৰ মহাপাত্ৰ ।

মোক কি কৰিতে পাৰয় ৰাঘৱে
মানুষগোটসে মাত্র ॥
দশৰথসুত পাপৰ চৰিত্র
নজানয় ধৰ্ম্মলেশ ।
স্ত্রীৰ বচনে ভাৰ্য্যা ভাতৃসমে
আসি ভৈল বনদেশ ॥ ৩০৩৪
মানুষ ৰাঘৱ হোৱে বৰ বীৰ
কেমনে তই জানস ।
কি কাৰণে মোক মাৰীচ মমাই
বাক্যৱিষ বৰিষস ॥
ত্রৈলোক্য বিজয়ী দুৰ্জ্জয় ৰাৱণ
মোক বীৰ নেদেখস ।
মোহোৰ আগত মানুষ ৰামক
মুনিষ বুলি লেখস ॥ ৩০৩৫
বাপেকে বনক ডাকিলে নহয়
পিতৃত সিটো ভকত ।
তেহ্নয় সহস্র কোটি একো ৰামো
নুহিকে মোক শকত ॥
কুবেৰ দদাক যুদ্ধত জিনিয়া
লঙ্কাদেশ কাঢ়ি লৈলো ।
ত্রিদশক জিনি ৰণচেৰ কৰি
কীৰিতিক বৰ থৈলো ॥ ৩০৩৬
পাতালপুৰত নভৈলে শকত
মোক বৰ বৰ নাগে ।
মানুষগোটক মুনিষ বোলস
কি হেতু মোহোৰ আগে ॥
ইটো পৃথিৱীৰ ৰাজাগণ যত
মহাবীৰ বোলাইলেক ।
সিসব সমস্ত মোহোৰ আগত
উচিত দণ্ড পাইলেক ॥ ৩০৩৭
মাৰীচ মমাই তুমি মহাবীৰ
মোহোৰ বচন শুন ।
নুপুছিলে কথা আপুনি কহৱৈ
মন্ত্রীৰ নুহিকে গুণ ॥

ত্রিদশে ৰামৰ সহায়ক ভজি
এহিসে কাৰ্য্য সাধিব ।
তথাপি সীতাক হৰি লঙ্কা নিবো
দৈৱে তাক নবাধিব ॥ ৩০৩৮
জানিবা মমাই মোহোৰ সীতাক
ৰামে আৰ নপাইবেক ।
গম্ভীৰ সাগৰ তৰিয়া কেমনে
লঙ্কাক লাগি যাইবেক ॥
অৰণ্যেকে মই জানিবা খৰৰ
কৰিবোহো প্রতিকাৰ ।
পুনৰপি তুমি হেন লঘু বোল
মোক নুবুলিবা আৰ ॥ ৩০৩৯
হেন শুনি পাচে মাৰীচে বোলয়
ৰাৱণৰ মন জানি ।
কোননো বিধাতা জানকী সীতাক
এথা মিলাইলেক আনি ॥
তোহোৰ ক্ষয়ৰ কাৰণেসে জানো
সীতা উতপতি ভৈল ।
সকলে ৰাক্ষস- কুলৰ মাথাত
কালী পেচী পৰি গৈল ॥ ৩০৪০
কমন মুগুধ মন্ত্রীয়ে তোহোক
হেনয় বুদ্ধি দিলেক ।
তোক নসহিয়া কোনে হেনমতে
লঙ্কা পুৰী দহিলেক ॥
ৰাৱণ ৰাজাৰ শ্রী সম্পত্তিক
দেখিতে কোনেনো পাৰে ।
সেহিসে কাৰণে ৰামৰ হাতত
উপায় কৰিয়া মাৰে ॥ ৩০৪১
আপোনাৰ মই কথাক কহওঁ
শুনিবি ৰাজা ৰাৱণ ।
বলৰ গৰ্ব্বত পূৰ্ব্ব কালে মই
গৈলো দণ্ডকাৰ বন ॥
বাছিয়া অনেক ৰাক্ষস সেনাক
তুলত কৰিয়া লৈলো ।

মহা মহা ঋষি- সবক মাৰিয়া
ভুঞ্জিয়া তৃপিতি ভৈলো ॥ ৩০৪২
পাচে একবাৰ বিশ্বামিত্র নামে
ঋষিৰ থানক গৈলো ।
ৰাক্ষসে সহিতে যজ্ঞ ছন্ন কৰি
অনেক ঋষিক খাইলো ॥
ধৰ্ম্মৰ চৰিত্ৰ ঋষি বিশ্বামিত্র
তেহো আতি বৰ তপী ।
পৰম কৃপালু অধৰ্ম্মক ডৰে
মোক নমাৰিল শাপি ॥ ৩০৪৩
আতি মহাক্ৰূৰ ৰাক্ষস জাতিৰ
আসঙ্গক বৰ পাইলো ।
ৰাক্ষসক লৈয়া নিতে নিতে গৈয়া
ঋষিগণ মাৰি খাইলো ॥
হেন দেখি আছে বিশ্বামিত্র পাচে
গৈলা অযোধ্যাক লাগি ।
দশৰথ মহা- ৰাজাত ঋষিয়ে
ৰামক আনিলা মাগি ॥ ৩০৪৪
পূৰ্ব্বকাল মতে যজ্ঞ আৰম্ভিয়া
ঋষিসবে কৰে কাম ।
দিব্য ধনু শৰ হাতত ধৰিয়া
ৰাখিয়া থাকিলা ৰাম ॥
ঋষিক ভুঞ্জিয়া লাণ্টা পায়া পাচে
চাপিলোহো গৈয়া কোল ।
দেখা দেখা ৰাম বুলিয়া ঋষিৰ
উথলিল মহাৰোল ॥ ৩০৪৫
আকাশত দেখি পাচে মোক লাগি
ৰামে কৰিলন্ত শৰ ।
মহাবেগে গৈয়া হিয়াত পৰিয়া
কম্পি গৈল কলেৱৰ ॥
দেখো অন্ধকাৰ ৰামৰ প্ৰহাৰ
যেন শঙ্কৰৰ শূল ।
চেতন নপাইলো আকাশে উৰাইলো
যেন শিমলিৰ তূল ॥ ৩০৪৬

ইন্দ্ৰৰ বজ্ৰৰ প্ৰহাৰতে শালি
গাৱত মোৰ পৰিল ।
বৰৰ প্ৰসাদে মোহোৰ গাৱৰ
লোমগাছো নলৰিল ॥
যত যত অস্ত্ৰ কৰিল প্ৰহাৰ
মোহোক দেৱ অসুৰ ।
মোহোৰ কঠিন গাৱত পৰিয়া
সবে ভৈল মষিমুৰ ॥ ৩০৪৭
আপুনি জানাহা নৃপতি ৰাৱণ
মাৰীচ যিমত বীৰ ।
কহো স্বৰূপত ৰামৰ শৰত
পৰিল দেখো শৰীৰ ॥
তুলা যেন ঠানে ৰাৱণৰ বাণে
গগনক খেদাইলেক ।
নিমিষেকে নিয়া সাগৰ চড়ায়া
সিকূলত পেলাইলেক ॥ ৩০৪৮
পাচে চিৰকালে কথমপি তথা
চেতন মই লভিলো ।
বন্ধুজন দেখি- বাক ধীৰে ধীৰে
লঙ্কাক লাগিয়া গৈলো ॥
অদ্যাপি ৰামৰ প্ৰহাৰ সুমৰি
ধৰিতে নপাৰো মন ।
সবে পৰিহৰি সি কাৰণে তপ
কৰো এহি তপোবন ॥ ৩০৪৯
শুনা লঙ্কেশ্বৰ বিস্তৰ দুখক
পাইলো আমি অনুপাম ।
যেখন তেখন সুমৰন্তে দেখা
হেৰ আসি পাইলেক ৰাম ॥
এহিসে নিমিত্তে এৰিলোহো চাৰ
ভাৰ্য্যা পুত্ৰ পৰিবাৰ ।
প্ৰাণ অৱশেষ কেৱলে মোহোৰ
তপ মাত্ৰ ভৈল সাৰ ॥ ৩০৫০
স্বৰ্গৰ ভিতৰে যতেক দেৱতা
পাতালৰ যত নাগ ।

ইটো পৃথিৱীৰ যত ৰাজা আছে
তোমাক কৰিয়া আগ ॥
যেৰে সবে মিলি একল ৰামক
একেবাৰে কৰে ৰণ ।
ৰাঘৱৰ শৰ- চোটত জানিবা
সবাৰে হুইবে মৰণ ॥ ৩০৫১
মোহোৰ বচন সাৰ জানি তুমি
উলটি লঙ্কাক যাহা ।
বিভীষণ বুদ্ধি- মন্তত ইসব
কথাক পুছিয়া চাহা ॥
ত্ৰিজটা তোমাৰ বহিনীত স্তুধি
যেৰে তাৰা দেই সাহা ।
তিনিৰো সন্মতে পাচে নৃপবৰ
জানকীক হৰিবাহা ॥ ৩০৫২
তোৰ হিত পক্ষ ত্ৰিজটা বহিনী
হিত বিভীষণ ভাই ।
ছুইহন্তত পৰে লঙ্কাৰ ভিতৰে
তোৰ ইষ্ট কেহো নাই ॥
তাৰা ছুইজনে তোক যিটো বোলে
সেহি বোল সাৰ কৰা ।
চটুৰা মন্ত্ৰীৰ বচন নৃপতি
বিদূৰতে পৰিহৰা ॥ ৩০৫৩
হেনয় হিতক স্তুশুনিয়া তুমি
কৰা যেৰে আন মন ।
সব বন্ধু জন মৰাইবাহা তেৰে
লঙ্কাৰাজ্য হুইবে ছন ॥
দুৰ্জ্জয় ৰামৰ হাতত সমস্তে
বল দৰ্প হুইবে চুৰ ।
অবিলম্বে তেৰে দেখিবা নৃপতি
দুৰ্ব্বাৰ এ যমপুৰ ॥ ৩০৫৪
ৰামৰ চৰিত্ৰ পৰম অমৃত
শুনা সভাসদ জন ।
নিশ্চয়ে জানিবা ইসে মহাধৰ্ম্ম
কলিমল কৰে ছন ॥
পুণ্যক সঞ্চিয়ো যমক বঞ্চিয়ো
সংসাৰ কৰি মোচন ।
এৰি আন কাম বোলা ৰাম ৰাম
ঘুষিয়োক ঘনে ঘনে ॥ ৩০৫৫

---

ৰাৱণৰ প্ৰতি মাৰীচৰ কটুক্তি ; মাৰীচৰ মায়া মৃগশৰীৰ ধাৰণ ; ৰাৱণৰ তপস্বী বেশে সীতাৰ ওচৰলৈ আগমন ।

**পদ**

মাৰীচৰ বচনত কুপিত ৰাৱণ ।
আতি বৰ ক্ৰোধে পাচে বুলিলা বচন ॥
হাওৰে পাপিষ্ট মই কৰিলোহো কিস ।
কি কাৰণে মোক বৰিষস বাক্যবিষ ॥ ৩০৫৬
নিষ্ঠুৰ বচন কিয় বোল এতমান ।
ভূমিত পৈলেক যেন বীৰ্য্যহীন বাণ ॥
লখিলো পাপিষ্ঠ ৰাঘৱৰ ভাবি খাইলে ।
সি কাৰণে মোক অপমান কৰাইলে ॥ ৩০৫৭
ঘূৰি ঘূৰি বোলস নিষ্ঠুৰ মোক বাণী ।
দুৰ্ব্বাৰ ৰাৱণ মোৰ কথাক নজানি ॥
খাণ্ডে হানি তোক আজি কৰিবো দোহাৰ ।
ৰাঘৱে কৰোক আসি তোৰ প্ৰতিকাৰ ॥ '৫৮
তোৰ বচনক মই কৰিলোহো লক্ষ্য ।
মোক এৰি বোল ৰাঘৱৰ হিতপক্ষ ॥
প্ৰাণে যেৰে বৰ্ত্তিবি মোহোৰ বাক্য কৰ ।
নুহি এতিক্ষণে পেষাইবোহো যমঘৰ ॥ ৩০৫৯
ৰামপাশে গৈলে তোৰ জীৱন সংশয় ।
মোহোৰ হাতত এতিক্ষণে হুইবি ক্ষয় ॥
যাবি বা নযাবি ঝাণ্টে বোল কেন মন ।
যাৱে নতো পেষো আজি যমৰ কৰণ ॥ ৩০৬০
হেন শুনি মাৰীচৰ ত্ৰাস বৰ ভৈল ।
সক্ৰোধ বচনে তাক মাতিবাক লৈল ॥
মৰিবাৰ কালে আচন্দিয়ো অসদৃশ ।
সুহৃদৰ বচনক দেখ যেন বিষ ॥ ৩০৬১

ৰামৰ হাতত পৰি স্বৰ্গে চলি যাইবো ।
তোৰ দুখ শোক কিছু দেখিতে নপাইবো ॥
সীতাক হৰিলে তোৰ হুইবে গলপাশ ।
ৰামৰ হাতত ঝাণ্টে হুইবে বিনাশ ॥ ৩০৬২
অনিষ্ট কৰিয়া আছ যত দেৱাসুৰ ।
ৰামৰ হাতত আটি মুটি হুইবে চুৰ ॥
ত্ৰিদশৰ শাপে তোৰ আয়ু ভৈল ক্ষীণ ।
জগতৰ মনুষ্যে জীৱন্ত কত দিন ॥ ৩০৬৩
ৰামতো মৰিবো মৰিবোহো ৰাৱণত ।
জীৱন নাহিকে হেন গুণিলো মনত ॥
তোহোৰ হাতত কিয় প্ৰাণক সুজাওঁ ।
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ ॥ ৩০৬৪
হেন শুনি ৰাৱণ হৰিষ বৰ পাইল ।
আশেষ প্ৰশংসি তাক ৰথত চৰাইল ॥
ৰামক সুমৰি তাৰ মনে ভয় ঘোৰ ।
কাটিবাক লাগি যেন লৈয়া যায় চোৰ ॥ ৩০৬৫
শীঘ্ৰবেগে গৈয়া ৰাঘৱৰ থান পাইল ।
মাৰীচক ৰাৱণে বচন পুকুজাইল ॥
দেখিয়ো কদলীবন ৰাঘৱৰ থান ।
মৃগৰূপ ধৰি মোৰ সাধা বহু মান ॥ ৩০৬৬
ৰথে চৰি ৰাৱণ লুকায়া ভৈল থিত ।
মাৰীচ ৰাক্ষস তেৱে নামিল ভূমিত ॥
ধীৰে ধীৰে যাই ভৰি নবাঢ়য় আগ ।
কাটিবাক নেই যেন অষ্টমীৰ ছাগ ॥ ৩০৬৭
বিমৰিষ কৰয় মাৰীচ মহাবীৰ ।
হৰি হৰি হকুৱাইলো সুন্দৰ শৰীৰ ॥
ৰাৱণ ৰাজাৰ আজি হিতপথ চাওঁ ।
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ ॥ ৩০৬৮
হেন বুলি মাৰীচে ধৰিল মৃগমায়া ।
মনোহৰ বেশ শুদ্ধ সুৱৰ্ণৰ কায়া ॥
ৰজতৰ অৰ্দ্ধচন্দ্ৰ দুই পাৱে বলয় ।
তাৰা সম থানে থানে মাণিক জ্বলয় ॥ ৩০৬৯
জাজ্বল্য সমান জ্বলে ৰত্নময় বুক ।
থানে থানে প্ৰকাশয় সোণাৰ ভুমুক ॥
তৰঙ্গ বৰঙ্গ কৰি চতুৰ্দ্দিশে যায় ।
সীতাদেৱী দেখন্ত কোমল ঘাস খায় ॥ ৩০৭০
সুৱৰ্ণৰ মৃগক দেখিয়া ৰঙ্গ মন ।
ৰামক সম্বুধি সীতা বুলিলা বচন ॥
আশ্চৰ্য্য মৃগক প্ৰভু দেখিয়োক ৰাম ।
মাণিক খচিত শুদ্ধ সুৱৰ্ণৰ কাম ॥ ৩০৭১
তিনিয়ো ভুৱনে সাৰ দণ্ডকাৰ বন ।
হেন সব মৃগ যত হোৱে উতপন ॥
এতেক কাৰ্য্যক প্ৰভু তোমাত মেলাওঁ ।
ইহাৰ ছালত যেৱে বসিবাক পাওঁ ॥ ৩০৭২
এহি মৃগ মাৰি ছাল আনি দিয়া মোক ।
অযোধ্যাক গৈয়া কথা কহিবাক হৌক ॥
এহি ছাল আনি নগৰক লৈয়া যাওঁ ।
অন্তেষপুৰত কথা কহিবাক পাওঁ ॥ ৩০৭৩
টীকৰ সুস্বামী প্ৰভু চৰণত লাগো ।
কৌতূহল মনে ইটো মৃগগুটি মাগো ॥
আতি বৰ আশা মোৰ নকৰিয়ো ভঙ্গ ।
আক পাইলে প্ৰভু তেৱে হোৱে মহাৰঙ্গ ॥ ৩০৭৪
ধৰিবাক পাৰা যেৱে আতি বৰ ভাল ।
নোহে মৃগ মাৰি মোক আনি দিয়া ছাল ॥
তুমি আমি দুইহন্তে থাকিবোহো বসি ।
ৰোহিণী সহিতে যেন আকাশত শশী ॥ ৩০৭৫
সীতাৰ বচন পাচে ৰাঘৱে আকলি ।
নিশ্চয়ে জানিলো সীতা তুমিসে আজলী ॥
কৈত শুনি আছা মৃগ সুৱৰ্ণৰ কায়া ।
নিষ্ট কৰি জানা ইটো ৰাক্ষসৰ মায়া ॥ ৩০৭৬
পুনৰপি সীতাদেৱী উত্তৰ বুলিলা ।
নিশ্চয়ে জানিলো আৱে আমাক ভাণ্ডিলা ॥
তাহাক ভাণ্ডাহা যাক দেখিলো সাক্ষাত ।
আন কিবা বস্তু প্ৰভু খুজিলো তোমাত ॥ ৩০৭৭
পতিব্ৰতা ধৰ্ম্ম ৰাখি তোমাৰ লগত ।
ৰাজ্যসুখ এৰি ফুৰো ঘোৰ অৰণ্যত ॥
কোন বস্তু ছাৰ খুজিলোহো পশুছাল ।
ইহাক নিদিয়া পাতিলাহা আল জাল ॥ ৩০৭৮

পশু নুই যদি হুই ৰাক্ষস নিশ্চয়।
তথাপি মাৰিতে প্ৰভু তোমাৰ লাগয় ॥
এহি হেতু তুমি আসি আছা বনমাজ।
ইহাক মাৰিয়া সাধিয়োক দেৱ কাজ ॥ ৩০৭৯
সীতাৰ বচন ৰাম শুনি ৰঙ্গ মন।
সম্বুধি বোলয় শুন ভৈয়াই লক্ষ্মণ ॥
জনেক জীউৰ বাপ শুনিলি বচন।
এহি মৃগ চৰৱিত বসিবাক মন ॥ ৩০৮০
অৱশ্যে পূৰিবো জানকীৰ মনোৰথ।
আক্ষ অপমান দিবো কমন মহত ॥
সুৱৰ্ণৰ মৃগছালে বসি থাকিবেক।
নেত কমলৰ সুখ ইহাতে পাইবেক ॥ ৩০৮১
মই চলি গৈলো হেৰা মৃগ মাৰিবাক।
যাৱে নাসো তাৱত সীতাক ৰাখিয়োক ॥
লক্ষ্মণে বোলন্ত দদা দেখো অসদৃশ।
মৃগ হেন বেশ নোহে কৰা বিমৰিষ ॥ ৩০৮২
ঋষিগণে কহিয়া আছন্ত মোত কাজ।
মাৰীচ ৰাক্ষস আছে দণ্ডকাৰ মাজ ॥
ৰাজাগণ যত মৃগ মাৰিবাক যায়।
সুৱৰ্ণৰ মৃগ হুয়া সবাহাক্কে খাই ॥ ৩০৮৩
কহিত দেখিলা মৃগ বৰ্ণ সুৱৰ্ণৰ।
মাণিক কাঞ্চন দেখা পোৱাল ৰত্নৰ ॥
হিত পক্ষ চিন্তিয়োক বিমৰিষ কৰি।
মাৰীচ ৰাক্ষস আইল মায়াৰূপ ধৰি ॥ ৩০৮৪
ৰাঘৱে বোলন্ত যেৱে মাৰীচেসে আইলা।
ঋষিৰ যতেক কোপ সুজিবাক পাইলা ॥
দণ্ডুকা বনৰ আজি গুচাই এৰো শাল।
সীতাক আনিয়া দিবো সুৱৰ্ণৰ ছাল ॥ ৩০৮৫
সকলে গাৱত দেখো ৰাজযোগ্য ৰত্ন।
অৱশ্য ইহাক লাগি কৰিবোহো যত্ন ॥
তাৰা মৃগগোট আৰো স্বৰ্গত আছয়।
তাহাৰ সদৃশ ইটো বনত নাচয় ॥ ৩০৮৬
যিসব আছিল ৰত্ন আমাসাৰ ঠাৱে।
তাতো আতিৰেক দেখো হৰিণৰ গাৱে ॥
এতিক্ষণে মৃগ আমি যাইব মাৰিবাক।
সাৱহিত ৰূপে তুমি চাইবা জানকীক ॥ ৩০৮৭
এহি বুলি ৰামে মৃগ মাৰিবাক মনে।
সুসম্ভৃত হুয়া চলি গৈল তেতিক্ষণে ॥
ধনুৰ্ব্বাণ সাজি গৈলা থান পৰিহৰি।
লক্ষ্মণ থাকিলা জানকীক ৰক্ষা কৰি ॥ ৩০৮৮

শ্লোক

কৰ্ম্মণা বাধ্যতে বুদ্ধিৰ্ন বুদ্ধ্যা কৰ্ম্ম বাধ্যতে।
সুবুদ্ধিৰপি ৰামোঽয়ং হৈমং হৰিণমন্বগাৎ ॥

পদ

ৰামক দেখিয়া তাৰ হৃদয় কম্পিল।
গহন বনক লাগি গমন কৰিল ॥
দেখ নেদেখ বেগে হৰিণ পলায়।
দাৰুণ ৰাক্ষসী মায়া কৰন্তেহি যায় ॥ ৩০৮৯
তেতিক্ষণে দেখি যেতিক্ষণে দেই লুকি।
জুই আওনীৰ মতে দিৱয় ভুমুকি ॥
আধামুণ্ডী যেন নিশাচৰ মায়া ধৰে।
দণ্ড দুইৰ পথে গাণ্ডি দেখাৱ নকৰে ॥ ৩০৯০
খণ্ড খণ্ড মেঘ যেন চন্দ্ৰক ঢাকিল।
খনো খনো দেখি খনো লুকায়া থাকিল ॥
শ্ৰান্ত ভৈল ৰাম বৰ ৰাক্ষসক চাই।
বৃক্ষৰ গোৰত লুকাইলন্ত ছায়া পায় ॥ ৩০৯১
ৰামো থাকিলন্ত যেৱে শ্ৰম পৰিহৰি।
মৃদগণ মাজে পশি চৰৈ মায়া ধৰি ॥
দূৰত মাৰীচ চৰে হেনয় জানিল।
আকৰ্ণ পূৰিয়া তাক শৰ প্ৰহাৰিল ॥ ৩০৯২
হিয়াত পৰিল যেৱে ৰাঘৱৰ বাণ।
তেতিক্ষণে মাৰীচৰ ছাৰি গৈল প্ৰাণ ॥
ৰাৱণৰ হিতপক্ষ মৰন্তে বুলিল।
লক্ষ্মণক সম্বুধিয়া আটাসেক দিল ॥ ৩০৯৩
হা হা লখাই মোৰ সুভাষিত ভাই।
ঝাণ্টে লাগ লৱ মোৰ প্ৰাণখানি যায় ॥

আটাস শুনিয়া হিয়া ঋষিৰ লৰিল।
পৰ্ব্বত আকাৰ হুয়া ৰাক্ষস পৰিল ॥ ৩০৯৪
শুনিলন্ত সীতায়ে ৰামৰ থানে ৰাৱ।
স্বামীৰ মৰণ শুনি কাম্পে হাত পাৱ ॥
তৰল নয়ন কৰি চতুৰ্ভিতি চান্ত।
লক্ষ্মণক সম্বোধিয়া শীঘ্রে বুলিলন্ত ॥ ৩০৯৫
শুনিলা লখাই তুমি ৰাঘৱৰ বাণী।
কমন বিধিয়ে মৃগ মিলাইলেক আনি ॥
হা হা প্ৰভু কিনো মই অকাৰ্য্য কৰিলো।
দণ্ডকা বনত আনি স্বামীক মাৰিলো ॥ ৩০৯৬
ঝাণ্ট কৰি চলা লখাই শুনা মোৰ বাক।
সত্বৰে ৰামৰ গৈয়া প্ৰাণখানি ৰাখ ॥
তুমি সখা ভৈলে নযাইবন্ত যমপুৰ।
ঝাণ্টে চল ৰাখা মোৰ শিখৰ সিন্দুৰ ॥ ৩০৯৭
ভ্ৰাতৃত ভকত তুমি লক্ষ্মণ কুমাৰ।
ৰামক মাৰয় হেৰা ঘোৰ নিশাচৰ ॥
আপদ কালত সবে হিতাহিত জানি।
স্বামীভিক্ষা মাগো বাপু মোক দিয়া আনি ॥'৯৮
ভয়ে চমকিলা যেৱে জনকৰ জীউ।
হাতযোৰে লক্ষ্মণ আগত ভৈলা থিউ ॥
ভয় পৰিহৰি দেৱী কৰিয়োক ৰঙ্গ।
ইটো ৰবিতলত ৰামৰ নাই ভঙ্গ ॥ ৩০৯৯
সমৰ কৰন্ত যেৱে দেৱাসুৰ নৰে।
সবাকো ৰাঘৱে জিনিলন্ত একেশ্বৰে ॥
পৰম দুৰ্জ্জয় ৰাম ত্ৰিভুৱনে বীৰ।
ভয় পৰিহৰি দৃঢ় কৰিয়ো শৰীৰ ॥ ৩১০০
যিবা ৰাৱ শুনি দেৱী পঠোৱা আমাক।
কদাচিতো নুহিবে ৰামৰ হেন বাক ॥
স্ত্ৰীজাতি কাৰণে তোমাৰ হেন ভয়।
মৃগ মাৰি আসিবন্ত নাহিকে সংশয় ॥ ৩১০১
হেন শুনি সীতাদেৱী কোপমন ভৈলা।
নিষ্ঠুৰ বচনে তাঙ্ক বুলিবাক লৈলা ॥
হাওৰে পাপিষ্ঠ দুৰাচাৰ দুৰচিত্ত।
আজিসে জানিলো ৰাঘৱৰ যেন হিত ॥ ৩১০২
ৰামৰ মৰণে তোৰ আতি বৰ সুখ।
গাৱ গুটি বাঘ তোৰ হৰিণৰ মুখ ॥
মুখত অমৃত তোৰ চিত্ত বিষঘট।
কাৰ্য্য পায়া আৱে হেৰ পাতিলি কপট ॥ ৩১০৩
মোক ভাণ্ডি বোলস ৰামৰ নুহি ৰাৱ।
আজিসি আছোহো মই ৰাঘৱৰ ঠাৱ ॥
হাওৰে চণ্ডাল ভৰতৰ ভাৰি ঘাইলি।
চাটু বাটু কৰিয়া ৰামৰ লগে আইলি ॥ ৩১০৪
সতিনীৰ পুত্ৰ কদাচিত নোহে চিত।
নজানিয়া ৰামে তোক চপাইলে সন্নিত ॥
লখিলোহো পাপিষ্ঠ তোহোৰ যেন আশ।
ৰামৰ মৰণে মোক ভজিবাক চাস ॥ ৩১০৫
স্বামী অবিহনে অগনিত জাস দিবো।
গলত কটাৰি হানি তেখনে মৰিবো ॥
চৰণে নুচুবো পৰপুৰুষক আন।
কিকাৰণে পাপিষ্ঠ কৰস অপমান ॥ ৩১০৬
আপুনি ইতৰ হুয়া বাঞ্ছা কৰ মোক।
ৰাম মত্তগজ আগে মৃগ দেখো তোক ॥
হেন বুলি সীতা হৃদয়ত মুষ্ঠি হানি।
কেশ আজুৰিয়া ৰবে কান্দন্ত গোসানী ॥ ৩১০৭
সীতাৰ দুৰ্ব্বাৰ বাক্য শুনিয়া লক্ষ্মণে।
ভূমি কাণ পৰশি বুলিলা তেতিক্ষণে ॥
তুমি মোৰ দেৱী ৰামচন্দ্ৰ আদি দেৱ।
দুইহান চৰণ ছাৰি আন নাহি কেৱ ॥ ৩১০৮
হেনয় স্বভাৱ নিদাৰুণ স্ত্ৰীজাতি।
ভাই ভাই বেলগাৱে মাজে দিয়া কাটি ॥
অযুগুত বোল মোক বুলিলাহা কিক।
ক্ষিপ্ৰবাদী দাৰুণী তোমাক আছো ধিক ॥ ৩১০৯
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাখী।
সীতা পৰিহৰি চলো আপোনাক ৰাখি ॥
বাসনায়ে বুলিলন্ত বিয়াকুল মনে।
কেনে একেশ্বৰে থিত হুইবা ঘোৰ বনে ॥ ৩১১০
বিমঙ্গলো দেখোহো অনেক বিপৰীত।
কতভাগ্যে পাইয়া তুমি ৰামৰ সন্নিত ॥

আপুনি জানাহা এথা ৰাক্ষস আশেষ।
যাইবো কি নযাইবো ঝাণ্টে কৰিয়ো আদেশ ॥ ৩১১১
সীতায়ে বোলন্ত ঝাণ্টে চল লখাই বীৰ।
ৰাম ৰাৱ শুনি মোৰ নসহে শৰীৰ ॥
স্বামী অবিহনত গৰল বিষ খাইবো।
নুহি গদাবৰী জলে প্ৰাণক সুজাইবো ॥ ৩১১২
লক্ষ্মণে সীতাক গৈয়া প্ৰদক্ষিণ কৰি।
চৰণে প্ৰণামি হাতে ধনুৰ্ব্বাণ ধৰি ॥
ৰামৰ পাশক লাগি চলিলা বিমনে।
সীতাৰ লিখিত তাক বাধিব কেমনে ॥ ৩১১৩
ৰাঘৱৰ পাশক লক্ষ্মণ যেৱে যান্ত।
সীতাৰ স্নেহত পুনু উলটিয়া চান্ত ॥
লক্ষ্মণ গৈলন্ত যেৱে ৰাঘৱৰ ভিতা।
ঘোৰ অৰণ্যত একেশ্বৰী ভৈলা সীতা ॥ ৩১১৪
শ্ৰীৰাম লক্ষ্মণ যেৱে নাহিকন্ত পাশে।
কান্দন্তে আছন্ত স্বামী মৰণ তৰাসে ॥
ধূলি ধূসৰিত আতি চান্ত চাৰি দিশা।
চন্দ্ৰ অবিহনে যেন অন্ধকাৰ নিশা ॥ ৩১১৫
লক্ষ্মণ গৈলন্ত জানকীক দিয়া পিঠি।
বৰশীয়া ৰাৱণৰ পুঙাতেসে দৃষ্টি ॥
বসিয়া আছন্ত সীতা সুনিৰ্ম্মল দেশে।
সন্নিত চাপিল গৈয়া ভিক্ষুকৰ বেশে ॥ ৩১১৬
মেৰাইলেক গাৱত কপিন এক বস্ত্ৰ।
পানৈত চৰিল সিটো কান্ধে এক ছত্ৰ ॥
কাখে জুলি কন্থা কমণ্ডলু ধৰি হাতে।
মাথাত ৰুদ্ৰাক্ষ মালা তপস্বী সাক্ষাতে ॥ ৩১১৭
শ্ৰীৰাম লক্ষ্মণ দুই চন্দ্ৰ সূৰ্য্য ভৈলা।
সীতা সন্ধ্যা এৰিয়া বহুত দূৰ গৈলা ॥
অন্ধকাৰ ৰাৱণ চাপিল গৈয়া কোল।
সীতাৰ ৰূপক দেখি হুয়া গৈলা ভোল ॥ ৩১১৮
মদনে দগধ দেহ শৰীৰ নসহে।
সীতাক পাইলেক যেন শনৈশ্চৰ গ্ৰহে ॥
সীতাক দেখিয়া চক্ষু নভাৱয় আৰ।
মনে মনে গুণে কন্যা জগতৰ সাৰ ॥ ৩১১৯
ৰাৱণক ডৰে পক্ষী নকাঢ়য় ৰাৱ।
মাৰিবাক ডৰে ধীৰে ধীৰে বহে বাৱ ॥
সূৰ্য্যে এৰিলন্ত নিজ প্ৰচণ্ড প্ৰভাৱ।
অনুকূল হুয়া যোগাৱন্ত তাৰ গাৱ ॥ ৩১২০
দুৰ্ব্বাৰ ৰাক্ষসে ভিক্ষুবেশক ধৰিল।
কতোহো দূৰত থাকি আশংসা কৰিল ॥
বেদধ্বনি উচ্চৰিল দীৰ্ঘকৰি বাৰে।
সীতাক বুলিবে লৈল বিনয় স্বভাৱে ॥ ৩১২১
কাহাৰ ৰমণী তই কহিয়োক কাজ।
কি কাৰণে আসি ভৈলা ঘোৰ বনমাজ ॥
শৰীৰৰ কান্তি দেখিবাক অনুপাম।
কৈৰ হন্তে আসিলা তোমাৰ কিবা নাম ॥ ৩১২২
তোহোৰ বদন পূৰ্ণচন্দ্ৰৰ উদয়।
চামৰক জিনিয়া প্ৰকাশে কেশচয় ॥
ভ্ৰুৰ যুগ জ্বলৈ যেন চাপ মদনৰ।
মনোহৰ কটাক্ষ কামৰ পঞ্চশৰ ॥ ৩১২৩
কুণ্ডল লৰয় দেখি মিলিল তৰাস।
তোৰ মুখ দেখি ৰাহু গৈল শশীপাশ ॥
যুৰত মোহন কিনো অধৰৰ কান্তি।
সুপক্ক ডাড়িম বীজ দশনৰ পান্তি ॥ ৩১২৪
বদন উপৰে দুই নয়ন জ্বলয়।
খঞ্জন যুগল যেন কমনে চৰয় ॥
ললিত বলিত নিৰন্তৰ স্তনভাৰ।
উপৰত পৰি জ্বলৈ গজমতি হাৰ ॥ ৩১২৫
গগনত যেন চন্দ্ৰ ৰেখা দ্বিতীয়াৰ।
আতিশয় ৰঞ্জয় গঞ্জয় যত তাৰ ॥
ৰাতুল কমল যেন পদতল তোৰ।
বলিত আঙ্গুলি যেন চম্পকৰ কোৰ ॥ ৩১২৬
ত্ৰিবলিত উদৰ কঙ্কাল আতি সৰু।
সাক্ষাতে দেখিয় যেন হৰৰ ডমৰু ॥
সুবলিত বাহু পীন নিতম্ব জঘন।
ৰাতুল চৰণ যুগে মোহে মুনিগণ ॥ ৩১২৭
দেখি তোৰ লীলাগতি আতি বৰ লাজে।
মত্তগজ গুচি গৈল সৰোবৰ মাজে ॥

ৰত্নকাঞ্চি কঙ্কণ নূপুৰ ৰুণ ঝুণ।
জলে পশি থাকিল সকলে হংসগণ ॥ ৩১২৮
তোৰ ৰূপে অলঙ্কাৰ শোভে আতিশয়।
কমল প্ৰকাশে যেন ৰবিৰ উদয় ॥
শঙ্কৰৰ ভাৰ্য্যা কিবা তুমি মহামায়া।
মাধৱৰ লক্ষ্মী কিবা আদিত্যৰ ছায়া ॥ ৩১২৯
বাসৱৰ ভাৰ্য্যা কিবা ৰম্ভা অপেস্বৰা।
দেৱ-গুৰু ভাৰ্য্যা কিবা তুমি সতী তাৰা ॥
জগতৰ ৰূপগুণ একত্ৰ কৰিল।
অনেক প্ৰৱন্ধে তোক বিধিয়ে গঢ়িল ॥ ৩১৩০
ত্ৰৈলোক্য জিনিতে মদনৰ পঞ্চবাণ।
বেশ দেখি কমন মুগুধে ধৰে প্ৰাণ ॥
ৰাজৰাজেশ্বৰ পটেশ্বৰীক উচিত।
হেন তোৰ বনবাস কিনো বিপৰীত ॥ ৩১৩১
দণ্ডকাৰ বন এথা ৰাক্ষস বহুত।
কোথা হন্তে আসি ভৈলা কহিয়ো প্ৰস্তুত ॥
হেন শুনি সীতা বৰ বিস্ময়ক পাইল।
ঋষি বেশ দেখি তাক মাত পুৰুজাইল ॥ ৩১৩২
জনকৰ জীউ আমি নাম মোৰ সীতা।
দশৰথ শশুৰ ৰামৰ বিবাহিতা ॥
বাপৰ আদেশে ৰাম আসি ভৈলা বন।
তুলত আসিল মোৰ দেৱৰ লক্ষ্মণ ॥ ৩১৩৩
বনবাস দুখে আতি তিনিৰো নিকাৰ।
পঞ্চিশ বৰিষ আৱে স্বামীৰ আমাৰ ॥
ৰূপে গুণে ত্ৰিভুৱনে ধনুৰ্দ্ধৰ সাৰ।
ষোড়শ বৰিষ আৱে সম্পূৰ্ণ আমাৰ ॥ ৩১৩৪
শুনিয়োক মুনিৰাজ কৌতূহল মনে।
নিশাচৰ বল মাৰিলন্ত এহি থানে ॥
ত্ৰিশিৰা দূষণ খৰ পৰম দুৰ্জ্জয়।
ৰামৰ হাতত গৈল যমৰ নিলয় ॥ ৩১৩৫
চৈধ্যয় সহস্ৰ আসিলেক নিশাচৰ।
ৰামৰ হাতত পৰি গৈলা যমঘৰ ॥
দুৰ্ব্বাৰ ৰাক্ষস ৰামে যত যত পাইল।
ৰাঘৱৰ বাণে সবে খেদি খেদি খাইল ॥ ৩১৩৬

ৰাৱণে বোলয় সীতা তোৰ ৰূপ সাৰ।
হেন ৰূপৱতী ত্ৰিভুৱনে নাহি আৰ ॥

ৰাৱণৰ আত্ম-পৰিচয় প্ৰদান, তাক শুনি সীতাৰ কটূক্তি

বদন জ্বলয় যেন পূৰ্ণিমাৰ শশী।
দেখি যুৱা জন মৰে কামশৰে পশি ॥ ৩১৩৭
সীতায়ে বোলন্ত শুনিয়োক তপোধন।
মৃগ মাৰিবাক গৈলা শ্ৰীৰাম লক্ষ্মণ ॥
খানিতেক ঋষিৰাজ কৰিয়ো বিশ্ৰাম।
এতিক্ষণে আসিবন্ত লক্ষ্মণ শ্ৰীৰাম ॥ ৩১৩৮
তুমি হেন ঋষিক দেখিব কৌতূহলে।
পূজিৱন্ত আসি যথাযোগ্য ফলে জলে ॥
দশস্কন্ধে বোলে শুনা মোৰ বাক্য সীতা।
মই লঙ্কেশ্বৰ আসি ভৈলো তয়ু ভিতা ॥ ৩১৩৯
দেশতে আছন্তে সবে কাহিনী শুনিলো।
সাক্ষাতে দেখিয়া বৰ কৌতুক লভিলো ॥
পাতালৰ নাগলোকে মোকে কৰে সেৱ।
স্বৰ্গ গৈয়া জিনিলো ত্ৰিদশকোটি দেৱ ॥ ৩১৪০
হৰি শঙ্কৰক আৰে মোৰ নাহি শঙ্কা।
সাগৰ মধ্যত মোৰ স্বৰ্ণপুৰী লঙ্কা ॥
চৌষষ্টি কলাক জানো চৈধ্য শাস্ত্ৰনয়।
যতেক পঞ্চিশ তত্ত্ব আমাত আছয় ॥ ৩১৪১
অৰি বীৰদমন ৰাৱণ মত্ত গজ।
মানুষ ৰামক এৰি সীতা মোক ভজ ॥
আন সব ৰাজাৰ যতেক পটেশ্বৰী।
জিনি আনি দিবোহো তোমাৰ চেড়ী কৰি ॥ '৪২
ইহাত অধিক কিনো কৰিবোহো তোক।
ইন্দ্ৰৰ শচীয়ো আসি তোমাতে খাটোক ॥
দশদিকপালৰ নাৰীক সৱে জিনি।
তাকো দিব আনি কৰি তোৰ সেৱকিনী ॥ ৩১৪৩
মন্দোদৰী মোহোৰ প্ৰধান পটেশ্বৰী।
সবে কন্যা লৈয়া তোতে থাকো সেৱা কৰি ॥

আজি হন্তে দূৰ হৈব তোহোৰ দুৰ্গতি।
কোটি কোটি ৰাক্ষসৰ মইসে অধিপতি ॥ ৩১৪৪
মোহোৰ বদন সীতা মাথা তুলি চাহা।
বনফল এৰি ত্ৰিভুৱন ফল খাহা ॥
তিনিয়ো ভুৱন মাজে যতেক সুন্দৰী।
স্বামীক মাৰিয়া সবে আনি আছো হৰি ॥৩১৪৫
তোক সেৱা কৰি সবে থাকোক হৰিষি।
তাৰাগণ মাজে তই পূৰ্ণিমাৰ শশী ॥
ব্ৰহ্মাৰ বৰত কামদেৱ ৰূপ ধৰো।
তুমি আমি লঙ্কাত বসিয়া ৰাজ্য কৰো ॥ ৩১৪৬
পৰিহৰ মানুষক মোত কৰ ভাৱ।
গাৱ চাল সীতা ঝাণ্টে যাওঁ নিজঠাৱ॥
মদনে দগধ মোৰ নসহে অন্তৰ।
ত্ৰৈলোক্যৰ নাথ ৰাৱণক স্বামী বৰ ॥ ৩১৪৭
ৰাৱণৰ বোল শুনি অন্তৰ্গতে ভয়।
ৰাক্ষস জানিয়া তান শৰীৰ কম্পয় ॥
দাৰুণ বচন শুনি সীতা কুপিলন্ত।
নিষ্ঠুৰ বচন তাক বুলিবে লৈলন্ত ॥ ৩১৪৮
হাওৰে ৰাৱণ বৰ্ব্বৰ নিশাচৰ।
অবিলম্বে যাইবাক চাহা যমঘৰ ॥
ৰামৰ ঘৰণী মোক ভজিবাক চাস।
মৰিবাক লাগি কালকূট বিষ খাস ॥ ৩১৪৯
ত্ৰিশূলৰ উপৰত নাচিবাক চাস।
মহাপাপী হুয়া তই স্বৰ্গে কৰ আশ ॥
হুয়া জুই আঙ্গনী চন্দ্ৰক ধাৰ দেস।
জ্বলন্ত অগ্নিক বেটা বস্ত্ৰে বান্ধি নেস ॥ ৩১৫০
তীখাল খাণ্ডাত জিহ্বা ঘষিবাক চাস।
বহ্নিকুণ্ড মাজে যেন পতঙ্গৰ ঝাস॥
ৰামৰ ভাৰ্য্যাক নীচ ৰাক্ষসে বাঞ্ছস।
সূচিৰ মুখত দিয়া নয়ন জাণ্টস ॥ ৩১৫১
গলে শিলা বান্ধি তই তৰ সমুদ্ৰক।
ক্ষুদ্ৰ পক্ষী হুয়া ধাৰ দেহ গৰুড়ক ॥
বেঙ্গ হুয়া তেৰঙ্কুৰ আগত মিলস।
এনি সাপ হুইয়া তই পৰ্ব্বত গিলস ॥ ৩১৫২
বিৰাইল বাঘিনী সমে কৰ পৰিহাস।
পৃথিৱীৰ জন্তু আদিত্যৰ ধাৰে যাস ॥
সিংহৰ ভাৰ্য্যাক শৃগালৰ অভিলাষ।
শান্তী সীতা মোক তই ভজিবাক চাস ॥ ৩১৫৩
সুখৰ ভিতৰে তোৰ মতি ভৈল মন্দ।
অবিলম্বে ৰাঘৱে ছেদিবে দশ স্কন্ধ ॥
গৰুড়ৰে কাকৰে যেহেন পটন্তৰ।
শিয়াল সিংহৰ হোৱে যেহেন অন্তৰ ॥ ৩১৫৪
গিৰি নদী সমুদ্ৰে অন্তৰ হোৱে যত।
ৰামদেৱে তেহোৰ দেখয় সেহিমত ॥
ৰাঘৱক এৰি কেনে তোহোক ভজিবো।
গঙ্গাক এৰিয়া কেনে কূপত মজিবো ॥ ৩১৫৫
গাধক ভজিবো কেনে সিংহক এৰিয়া।
সুকুতাক খাইবো কেনে অমৃত তেজিয়া ॥
আমাৰ আগত কি লঘু বোল মাতি।
আমাক জানিবি পতিব্ৰতা মহাশন্তী ॥ ৩১৫৬
স্বপ্নে জ্ঞানে মনে ৰাঘৱৰ দৃঢ় কায়া।
চৰণে নুচুইবো পৰপুৰুষৰ ছায়া ॥
ঘৃত পৰিহৰিয়া কিসক ঘোল পিবো।
ৰামৰ আপচু কাচু তোৰ মুণ্ডে দিবো ॥ ৩১৫৭
ৰাঘৱৰ শৰে তোৰ জিহ্বা ছিৰিবেক।
ৰাক্ষসসকলে তোৰ কিবা কৰিবেক ॥
সীতাৰ বচনে তাৰ ক্ৰোধ সম্পজিল।
অগনিত নিয়া যেন ঘৃত দান দিল ॥ ৩১৫৮
মোহোৰ বীৰত্ব সীতা তই নজানস।
সিকাৰণে ৰামক মুনিষ বখানস ॥
নুহি ধনুৰ্দ্ধৰ ৰাম তেজ বল হীন।
নজানয় শাস্ত্ৰনয় ধৰ্ম্মতো বিহীন ॥ ৩১৫৯
এতেকেসে ৰাম পিতৃবাক্যত থাকিল।
নীচ জানি দশৰথে দেশৰ ডাকিল ॥
গুণৱন্ত ভৰতক দিলা সবে ৰাজ।
নিৰ্গুণ ৰামক পঠাইলন্ত বনমাজ ॥ ৩১৬০
তোৰ স্বামী ৰাম যেৱে মুনিষ হোৱয়।
ভায়েকক মাৰি কেনে ৰাজ্য নলৱয় ॥

ক্ষত্ৰিজাতি হুয়া বহে শিৰে জটাভাৰ ।
হেন দেখি হাস্য বৰ উঠয় আমাৰ ॥ ৩১৬১
তোৰ স্বামী মানুষ জীৱেক কত দিন ।
অলপ কালতে তাৰ আয়ু হুইবে ক্ষীণ॥
মৃতক স্বামীৰ সীতা গৃহ পৰিহৰ ।
লঙ্কাত পশিয়া যুগে যুগে ৰাজ্য কৰ ॥ ৩১৬২
ব্ৰহ্মাৰ বৰত মোৰ অবধ্য শৰীৰ ।
স্বৰ্গ মৰ্ত্ত্য পাতালতো মোক নাহি বীৰ ॥
ত্ৰিদশক জিনিলো আৰৰ নাহি শঙ্কা ।
জ্যেষ্ঠ ভাই কুৱেৰৰ কাঢ়ি লৈলো লঙ্কা॥ ৩১৬৩
আৰো লৈলো ধন জন পুষ্পক বিমান ।
সব দেশ চলৈ সিটো মহা দিব্যযান ॥
কৈলাসক গৈয়া লৈল হৰত শৰণ ।
সিকাৰণে কুবেৰৰ নভৈল মৰণ॥ ৩১৬৪
বাসৱক জিনি লৈলো বীৰত্ব মোৰ শুন ।
যমক জিনিয়া আৰো জিনিলো বৰুণ ॥
সুৰগণ জিনিলো জিনিলো ৰুদ্ৰগণ ।
মোক সম বীৰ নাহি ই তিনি ভুৱন ॥ ৩১৬৫
লঙ্কাত খাটন্ত আসি সব দেৱলোক ।
তাক দেখি সীতা তোৰ কৌতূহল হোক ॥
ভুঞ্জিবি মানুষ হুয়া ৰাক্ষসৰ ভোগ ।
বনবাস নিকাৰ তোহোৰ নুহি যোগ ॥ ৩১৬৬
আপুনি আসিয়া তোত পশিলো শৰণ ।
নুহিবি সুন্দৰী তই নিকাৰুণ মন ॥
এতিক্ষণ মোক যেৱে স্বামী নবৰিবি ।
পাচকালে সীতা মোক সুমৰি মৰিবি ॥ ৩১৬৭
পৃথিৱীৰ ৰাজাসব যুজি বশ্য কৈলো ।
মহাদেৱে সহিতে কৈলাস তুলি লৈলো ॥
জগততে সাৰ যত আমাকেসে যোগ ।
লঙ্কাত পশিয়া সীতা কৰিয়োক ভোগ ॥ ৩১৬৮
ত্ৰিভুৱন নৃপতি তোহোৰ ভৈলো দাস ।
অনুগত জন পৰিহৰিবাক চাস ॥
মোহোৰ বচন যেৱে নৈৰাশ কৰিব ।
সুখে দুখে তোক আজি অৱশ্য হৰিব ॥ ৩১৬৯

ৰাৱণৰ বোল শুনি উৰি গৈল জীৱ ।
কোপে ভয়ে বুলিলন্ত জনকৰ জীউ ॥
মোহোক হৰিয়া যেৱে পাতালক যাস ।
তহিতো ৰাঘৱে তোৰ চিন্তিব বিনাশ ॥ ৩১৭০
হাড়ী জাতি হুয়া পঢ়িবাক চাস বেদ ।
অবিলম্বে ৰাঘৱে কৰিব স্কন্ধচ্ছেদ ॥
হৰৰ ঘৰিণী হৰি জীৱাক আসস ।
ইন্দ্ৰৰ শচীক হৰি মৰণক লখ ॥ ৩১৭১
হৰিবাক পাৰস চন্দ্ৰৰ ৰোহিণীক ।
সত্যৱন্ত ভাৰ্য্যা নিবে পাৰ সাৱিত্ৰীক ॥
বশিষ্ঠৰ অৰুন্ধতী পাৰ হৰিবাক ।
তথাপিতো নোৱাৰিবি ৰামৰ সীতাক ॥ ৩১৭২
লঙ্কাৰ অগনিকুণ্ড মোক যেৱে নিবি ।
ৰামৰ হাতত মূঢ় অৱশ্য মৰিবি ॥
মুনিষৰ বেটা হোস ক্ষণিক বিথান ।
প্ৰভুৰ হাতৰ সহ একগোটা বাণ ॥ ৩১৭৩
কি তই সহিবি শ্ৰীৰামৰ বাণ টান ।
লক্ষ্মণৰ শৰচোটে তেজিবি পৰাণ ॥
স্ত্ৰীৰ আগত মুনিষাই বখানস ।
মোহোৰ প্ৰভুৰ তই কথা নজানস ॥ ৩১৭৪
অপকাৰ কৰিলি যতেক দেৱাসুৰ ।
ৰাঘৱৰ হাতত সকলে হুইব চুৰ ॥
কুপিল ৰাৱণ বাক্য শুনিয়া সীতাৰ ।
ঋষিবেশ এৰি ৰূপ ভৈল আপোনাৰ ॥ ৩১৭৫
কুৰি কাণ দশ নাক কুৰিখান হাত ।
ডাঙ্গৰ কপালে চিত্ৰ দশগোটা মাথ ॥
দশমুখ মাজে কুৰি নয়ন বলয় ।
যেন কুৰি কুণ্ডা বহ্নি পৰ্ব্বতে জ্বলয় ॥ ৩১৭৬
কালবৰ্ণ দেহা যেন অঞ্জন পৰ্ব্বত ।
ভয়ঙ্কৰ বেশে থিয় ভৈগৈল আগত ॥
কৰকৰি চোবাৱয় কুৰি পাৰি দান্ত ।
একে বেলে টানে যেন কুৰিখান জান্ত ॥ ৩১৭৭
ক্ৰোধিয়া ৰাৱণে বোলে খৰতৰ বাক ।
হৰিবো পাপিষ্ঠী ত্ৰিভুৱনে নাহি ৰাখ ॥

হাওৰে পাপিষ্ঠী মোক হেনয় সিদ্ধান্ত।
চৰৰৰ চোটে তোৰ সাৰি এৰো দান্ত ॥ ৩১৭৮
মোক নজানস তই ৰাৱণ বিশাল।
অগনিৰো অগনি যমৰ যমকাল ॥
ৰামক বখান মোৰ আগত মুনিষ।
সহস্ৰেক ৰামে মোক কৰিবেক কিস ॥ ৩১৭৯
শুনিয়োক সভাসদ ৰামৰ চৰিত।
আতপৰে নাহি ধৰ্ম্ম দুৰ্ঘোৰ কলিত॥
ৰাম হেন নাম ইটো সংসাৰতে সাৰ।
বোলা ৰাম ৰাম পোৱা পাপৰ ভাণ্ডাৰ ॥৩১৮০

———

ৰাৱণৰ অহঙ্কাৰ

ছবি

আকাশে থাকিয়া মই ধনুত জুৰিবো শৰ
স্বৰ্গপুৰ ফুৰিবোহো বলে।
পৃথিৱীক ঝঙ্কাৰিয়া জলৰ তলক নিবো
পৰ্ব্বতক তুলিবো সকলে ॥
বায়ুৰ পথক ভেদি সূৰ্য্যপথ নিৰোধিবো
মুদিবোহো চন্দ্ৰৰ পথক।
পাতালক বিদাৰিবো নাগৰ লোকক মাৰি
শোষিবোহো সাতো সাগৰক ॥ ৩১৮১
তুষিবোহো ৰাক্ষসক তুষি বন্ধু সমস্তক
বৈৰসব নিদলিবো যত।
জ্বলিবোহো অগ্নিসম ক্ৰোধসৱ সাফলিয়া
ত্ৰৈলোক্যক উচ্ছেদো সমস্ত ॥
যতেক দেৱতা দেখি সব মান সাৰিবোহো
যমক জিনিবো ঘোৰ ৰণে।
বাসৱক জিনি মই অমৰাৱতী বিধ্বংসিবো
মোক যুজিবেক কোনজনে ॥ ৩১৮২
বৰুণক যুজে জিনি নাগপাশ কাঢ়ি লৈবো
অগনিক জিনিবো সংগ্ৰামে।
কুবেৰ দদাক জিনি পুষ্পক বিমান নিলো
মোক কি কৰিবে তোৰ ৰামে ॥

স্বৰ্গ মৰ্ত্ত্য পাতালত বীৰ আছে যত যত
সমৰত জিনিলো সবাক।
তিনিয়ো লোকৰ মাজে যতেক সুন্দৰী আছে
হৰি আনি আছোহো লঙ্কাক ॥ ৩১৮৩
শঙ্কৰে সহিতে মই কৈলাসক তুলি লৈলো
সুৰাসুৰে মোক কৰে সেৱ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ এই তিনি ব্যতিৰেকে
মোক উপাসয় যত দেৱ ॥
ত্ৰৈলোক্যৰ ৰাজা যত সেৱৈ মোৰ চৰণত
মই ৰাজা তিনিয়ো লোকৰ।
তোক হৰি লঙ্কা নিবো স্বামী দেৱৰক তোৰ
মাৰি পেযো যমৰ নগৰ ॥ ৩১৮৪
ৰামৰ চৰিত্ৰ পদ শুনিয়োক সভাসদ
মৰণক আগত নেদেখা।
তিলে তিলে টুটে আয়ু কৈত পৰে প্ৰাণবায়ু
জীৱনৰ জলৰ যেন ৰেখা ॥
যত দেখা বন্ধু ধন সবে মিছা অকাৰণ
মায়ায়ে কৰিলে এক ঠাই।
মৰি যাইবা একতিলে কাল-অজগৰে গিলে
ৰাম নাম বিনে গতি নাই ॥ ৩১৮৫
শাস্ত্ৰৰ বুজিয়ো মজ্জা নামেসে দেৱৰ ৰাজা
নামেসে কৰিবে পৰিত্ৰাণ।
কলিত লভিবা গতি নামত কৰিয়ো ৰতি
নাহি আন নামৰ সমান ॥
ৰামত কৰিয়ো আশ চৰণত লৈয়ো বাস
তেজা ছাৰ ভাসভুস কাম।
মাধৱ কন্দলি কবি ৰামৰ চৰিত্ৰ ছবি
ৰচিলন্ত বোলা ৰাম ৰাম ॥ ৩১৮৬

———

ৰাৱণৰ সীতাহৰণ আৰু জটায়ুৰ লগত যুদ্ধ

পদ

ক্ৰোধিয়া ৰাৱণ গৈয়া জানকীক পাইল।
বামহাতে কেশে ধৰি তুলি আলগাইল ॥
অশেষ যতনে নিয়া অঙ্কে বসাইলেক।
ৰাহু ৰোহিণীক যেন চন্দ্ৰে ধৰিলেক ॥ ৩১৮৭
উৰু দুইত হাত দিয়া ডেৱ কৰিলেক।
আথবেথ কৰি গৈয়া ৰথক পাইলেক ॥
আকাশৰ মাজে শীঘ্ৰে কৰিল উবাৰে।
দুৰ্ঘোৰ ভয়ত সীতা কান্দে দীৰ্ঘৰাৱে ॥ ৩১৮৮
উত্ৰাৱল চিত্ত ভৈল শিহৰিল গাৱ।
হাকলে বিকলে কান্দে কাম্পে হাত পাৱ ॥
হা হা প্ৰভু ৰাম মোৰ তুমি নিজপতি।
তোমাৰ ভাৰ্য্যাক হৰে ৰাৱণ দুৰ্ম্মতি ॥ ৩১৮৯
দুষ্টক দণ্ডিবে প্ৰভু ভৈলা অৱতাৰ।
মোহোক ৰাৱণে হৰে কৰা প্ৰতিকাৰ ॥
হৰি হৰি লখাই সত্বৰে লহ লাগ।
সিংহৰ মহিষী হৰে নিশাচৰ ছাগ ॥ ৩১৯০
হৰি হৰি বিধি কিনো কৰিলি বিপত্তি।
হেন ভৈল সঙ্গতি হৰাইলো নিজপতি ॥
টীকৰ সুস্বামী কিয় ধৰিবাহা জীৱ।
ৰাৱণে হৰিয়া নেই জনকৰ জীউ ॥ ৩১৯১
কৈকেয়ী শাশুৰী মনোৰথ সিদ্ধি ভৈল।
দাৰুণ শোকত শশুৰৰ প্ৰাণ গৈল ॥
বন দেৱতাক মই কৰো নমস্কাৰ।
ৰামত কহিবা হেন বিপত্তি আমাৰ ॥ ৩১৯২
পৰ্ব্বতৰ উপৰে জটায়ু ৰৌদ্ৰে গান্ত।
ক্ৰন্দন শুনিয়া তেহো চতুৰ্দ্দিশে চান্ত ॥
সীতাক ৰাৱণে নেন্ত তান লক্ষ্য গৈল।
যেন বজ্ৰপাত তান হৃদয়ত ভৈল ॥ ৩১৯৩
নখা নখা পাখী বুলি দিলা পখা চাট।
শীঘ্ৰবেগে ভেন্টিলন্ত মাৰুতৰ বাট ॥
উবাৰতে তলবলি পৰ্ব্বত লৰিল।
শাল তাল বৃক্ষসব খসিয়া পৰিল ॥ ৩১৯৪
পথ ভেন্টিলন্ত পক্ষী জটায়ু প্ৰচণ্ড।
পখাৰ বাৱত মেঘ ভৈল খণ্ড খণ্ড ॥
দীৰ্ঘ তুণ্ড শকট শৰীৰ নোহে ছোট।
পখাসমে উৰে যেন মহা গিৰিগোট ॥ ৩১৯৫
আকাশত থাকিয়া বোলন্ত পক্ষীৰাজ।
ক্ৰুৰ ৰাৱণ তই হেনসে নিলাজ ॥
এতমান ৰাজা হুয়া অন্যায় কৰস।
ধৰ্ম্মপথ এৰি পৰদাৰাক হৰস ॥ ৩১৯৬
দশৰথ সমে মোৰ একে কলেৱৰ।
প্ৰাণে যেৱে জীৱি মোৰ বধূ পৰিহৰ ॥
সীতাক ৰাখিয়া তোক সমৰে মাৰিবো।
তোক ৰথেসমে গিলি সীতাক তাৰিবো ॥ ৩১৯৭
মই বৃদ্ধ ভৈলো তোৰ যুৱত শৰীৰ।
তিনিয়ো ভুৱনে তোক লেখি মহাবীৰ ॥
বজ্ৰসম নখ এভো বজ্ৰসম তুণ্ড।
আজুৰিয়া তোৰ ছিণ্ডিবোহো দশমুণ্ড ॥ ৩১৯৮
মোৰ বধূ হৰ তোৰ এতমান বুক।
মৈৰাৰ আগত আসি মিলিল জেন্দুক ॥
কোন বস্তু হোস মোক নহ সমসৰ।
নখ ঠোঁঠ প্ৰহাৰে পেৰিবো যমঘৰ ॥ ৩১৯৯
প্ৰাণে যেৱে জীৱি সীতা এৰ এতিক্ষণ।
নুহিবা মুগুধ আগবাঢ়ি দেহ ৰণ ॥
ত্ৰিদশৰ শক্ৰ তোক মাৰি মান সাৰো।
ৰামৰ বৈৰক আজি বিগুটিয়া মাৰো ॥ ৩২০০
হেন শুনি ক্ৰোধি বোলে ৰাৱণ লটক।
কি বুলিলা চাৰ মুৰা লটক চটক ॥
অবিলম্বে যাইবি মন্দ যমৰ কৰণ।
কি কাৰণে জোঙ্কাৰস ত্ৰৈলোক্য ৰাৱণ ॥ ৩২০১
কোপ কৰি ফুৰাৱয় কুৰিগোটা আখি।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হৈবা সাখী ॥
ত্ৰিদশৰ ৰাজা মই ৰাৱণ প্ৰচণ্ড।
শৰে হানি মুগুধ কৰিবো খণ্ড খণ্ড ॥ ৩২০২
হেন বুলি ধনুৰ্ব্বাণ তুলিয়া ধৰিল।
যেন পৰ্ব্বতৰ মেঘে জল বৰিষিল ॥

ৰাৱণৰ শৰে গৈয়া চৌদিশে বেঢ়িল।
জটায়ুৰ পাখা বাৰে সমস্তে উৰিল ॥ ৩২০৩
নানা অস্ত্র নৰাচ হানয় কণিয়ালী।
অৰ্দ্ধচন্দ্র হানিয়া ৰাৱণে পাৰৈ গালি ॥
কুন্ত যাঠী শৰ যত আগত মিলিল।
সাপক গৰুড়ে যেন জটায়ু গিলিল ॥ ৩২০৪
মাৰো পক্ষীৰাজ আজি লৈবোহো পৰাণ।
বজ্রৰ সদৃশ হানিলেক দশবাণ ॥
ঠাস ঠোস কৰি গৈয়া গাৱত পৰিল।
নাহি ভ্রুৰ ভঙ্গ লোমগাছো নলৰিল ॥ ৩২০৫
জ্বলিলা জটায়ু যেন অগনি চটক।
মাৰোহো ৰাৱণ পেযো যমৰ কটক ॥
ডেৱ দিয়া তাৰ গৈয়া ৰথত চৰিলা।
চৰণৰ নখে ক্ষত বিক্ষত কৰিলা ॥ ৩২০৬
ঠোঁঠৰ প্রহাৰে পিঠি কৰিলন্ত ঘাৱ।
আজুৰি কাটিলা তাৰ মাংস এক নাৱ ॥
কেশত ধৰিয়া তাৰ ঘণ্টাক লাৰিলা।
দুই পাৱে ধৰি তাৰ ধনুক ভাঙ্গিলা ॥ ৩২০৭
ঠোঁঠে আঞ্জুৰিয়া কিৰীটিক কাটিলন্ত।
উপৰ দেশক লাগি ক্ষেপি পঠাইলন্ত ॥
আকাশত সূৰ্য্য যেন কিৰীটি জ্বলিল।
জাজ্জ্বল্য সমান হুয়া ভূমিত পৰিল ॥ ৩২০৮
চাৰিগোটা গৰ্দ্দভে বহয় ৰথ তাৰ।
মাৰিলা জটায়ু দিয়া লাথিৰ প্রহাৰ ॥
গজৰ অঙ্কুশ সম নখ ঠোঁঠ লাগি।
সাৰথিৰ তাৰ মাথাগোট গৈল ভাগি ॥ ৩২০৯
বজ্রসম দুই পাৱ মাথাত হানিল।
মূৰ্চ্ছা গৈয়া দশাননে যমক দেখিল ॥
পক্ষীৰাজ ৰাৱণক বিভৎস কৰিল।
ব্রহ্মাৰ বৰত দশস্কন্ধ পুনৰ্জ্জীল ॥ ৩২১০
উৰাৱ কৰিলা পক্ষী মাৰুতৰ পথ।
শীঘ্রবেগে লাথি হানি ভাঙ্গিলন্ত ৰথ ॥
হেন দেখি ৰাৱণৰ হৃদয় লৰিল।
সীতাক কোলাত কৰি ভূমিত পৰিল ॥ ৩২১১
যেৱে পৰি আছয় ৰাৱণ নিশাচৰ।
সম্বুধিয়া বুলিল জটায়ু পক্ষীবৰ ॥
শুনৰে ৰাৱণ মোৰ নোহ সমসৰ।
প্রাণে যেৱে জীবি মোৰ বধূ পৰিহৰ ॥ ৩২১২
মোকে সম নোহস ৰামক কি কৰিবি।
উৎসৰ্গৰ ছাগ যেন অৱশ্য মৰিবি ॥
ৰাৱণে বোলয় মোক কত বোল আৰ।
কৰিলাহা আপুনি সকলে প্রতিকাৰ ॥ ৩২১৩
চিন্তিলাহা মিত্রৰ যেহেন যোগ্য কাজ।
ঠাৱক লাগিয়া চলি যাহা পক্ষীৰাজ ॥
আৰকায় খেদ যেৱে আমাক কৰিবা।
এতিক্ষণে তুমি মোৰ হাতত মৰিবা ॥ ৩২১৪
অৱশ্য সীতাক মই হৰি নিবো লঙ্কা।
তুমি হেন লক্ষকো মোহোৰ নাহি শঙ্কা ॥
জটায়ু বোলন্ত পুনৰ্ব্বোল হেন থান।
শ্রান্ত ভৈলো বৰ মোক ক্ষণিক বিথান ॥ ৩২১৫
জৰ জৰ বৃদ্ধ দেহা লাগিল প্রয়াস।
ক্ষণিতেক থাক আজি জীৱন্তে নযাস ॥
জটায়ুৰ শ্রম জানি তাহাৰ হৰিষ।
আউৰ কিবা চাওঁ বুলি কৰি বিমৰিষ ॥ ৩২১৬
কোলে কৰি সীতাক আকাশে বহি যায়।
পক্ষীৰাজ জটায়ু ভূমিত আছে চাই ॥
খেদি গৈয়া তাৰ পাচে পিঠিত চৰিলা।
দুই পাখা মেলি তাক সাবটি ধৰিলা ॥ ৩২১৭
স্তন দুইৰ মাজে নখ আৰোপ কৰিলা।
আঞ্চুৰিয়া যেন কলা খোলক ছিৰিলা ॥
হাতীৰ উপৰে যেন মাহুত চৰিল।
নখ অঙ্কুশৰ ঘাৱে ৰাৱণ টলিল ॥ ৩২১৮
পৰম বিহ্বল হুয়া চতুৰ্দ্দিশে চায়।
পিঠিত জটায়ু যেন মত্ত গজপ্রায় ॥
হিয়া মুণ্ড গল পিঠি সকল শৰীৰ।
নখ ঠোঁঠ প্রহাৰে কৰিলা ছিৰাছিৰ ॥ ৩২১৯
ঠোঁঠে ধৰি ধৰি তাৰ কেশ আজুৰিল।
সোটা সোট ভৈল আলুসমে উভাৰিল ॥

মাথাত চাৰিয়া পাচে জান্তিলন্ত পাৰ।
ভূমিত পৰিল ৰাজা বিহ্বল স্বভাৱ॥ ৩২২০
কতোহো দূৰত নিয়া জানকীক থৈল।
চৰৱে মুঠিয়ে পাচে যুজিবাক লৈল॥
কুৰিগোটা মুঠি হানিলেক একেবেলে।
গৰুড়ৰ পুত্ৰে তাক সহিলন্ত হেলে॥ ৩২২১
চৰৱে মুঠিয়ে লাথি হানয় অথাক।
হানিলন্ত জটায়ু পাখাৰ চাট তাক॥
নখে ঠোঁঠে কিল ভুকু মহা কুটাকুটি।
প্ৰয়াসিলা দুয়ো বীৰ বল গৈল টুটি॥ ৩২২২
ভ্ৰুকুটা ভ্ৰুকুটি লাগি গৈল ধুমাজয়।
ৰাক্ষসৰ চটকৰ বল হৈল ক্ষয়॥
ৰাৱণৰ শৰীৰৰ শোণিত বহয়।
মন্দৰ গিৰিৰ যেন গেৰু নিৰ্ঝৰয়॥ ৩২২৩
নিৰন্তৰে শৰীৰৰ বহৰে ৰকত।
ৰাৱণে বোলয় মই নুহিকো শকত॥
ন্যায় যুজে যুজো যেৱে মাৰিবেক মোক।
অন্যায়ে যুজিবো আৰে যেন যুৱাই হোক॥ ৩২২৪
হেন ভাবি ডাৱৰ কাঢ়িল চন্দ্ৰহাস।
মাৰো পক্ষীৰাজ আজি জীৱন্তে নযাস॥
ৰাৱণৰ মন জানিলন্ত পক্ষীৰাজ।
পখা চাট মাৰিলন্ত হৃদয়ৰ মাজ॥ ৩২২৫
দুৰ্ব্বাৰ প্ৰহাৰে তাৰ হাড় বিহৰিল।
কতোহো দূৰত চিতে ৰাৱণ পৰিল॥
থাক থাক বোল আৰো জটায়ু বুলিল।
ৰাৱণে বোলয় মোৰ আৰেসে বুৰিল॥ ৩২২৬
মায়া কৰি ডেৱ দিয়া দূৰত পৰিল।
চৰণৰ প্ৰহাৰত পৃথিৱী লৰিল॥
পাখি চাট কৰি আগে জটায়ু খেদিল।
চন্দ্ৰহাস হানি পাখা ৰাৱণে ছেদিল॥ ৩২২৭
পাৱ দুই ছেদিল কাটিয়া দুই পাশ।
হেনমতে জটায়ুৰ মিলিল বিনাশ॥
মায়া যুজে যুজিলন্ত আপোনাক ৰাখি।
ইন্দ্ৰে যেন পৰ্ব্বতৰ ছেদিলেক পাখি॥ ৩২২৮

জটায়ু মৰিয়া যেৱে ভূমিত পৰিল।
সাগৰ খলকি মহী মন্দৰ লৰিল॥
জটায়ুক মাৰিয়া ৰাৱণ ৰঙ্গমনে।
আপোনাৰ সম্ভাৰ বিচাৰি পশি বনে॥ ৩২২৯
ৰথখান ভাঙ্গিল সিঞ্চিল বস্তু যত।
চামৰ ঢোলাৰ দুইৰ নাহিকয় মাথ॥
ছত্ৰ দাৰ পৰি হুয়া আছে দুই ছিৰ।
সাৰথিৰ মুণ্ড নাহি দেখিল শৰীৰ॥ ৩২৩০
সীতায়ে ধৰিলা চাপি জটায়ুৰ গলে।
আশেষ কান্দিলা দেৱী হাকলে বিকলে॥
হৰি হৰি মোহোৰ বান্ধৱ পক্ষীৰাজ।
পাপিষ্ঠীৰ কাৰণে মৰিলা বনমাজ॥ ৩২৩১
মোক এৰি চলিলা জনক যেন বাপ।
সব কুটুম্বত কৰি তোমাত সন্তাপ॥
দুৰ্গতি কালত তুমি মোৰ ভৈলা সাহা।
জনকৰ জীউ মাতো মাথা তুলি চাহা॥ ৩২৩২
দশৰথ যেন তুমি মোহোৰ শশুৰ।
বোহাৰী অনাথা কৰি যাহা যমপুৰ॥
কহি এৰি গৈলে মোৰ দুস্তৰণ নাৱ।
বাহিৰে ভিতৰে মোৰ পোৰে সৰ্ব্বগাৱ॥ ৩২৩৩
শান্তী সীতা হওঁ যেৱে তত্ত্ব পৰমাণ।
ৰাঘৱত কহিলে তোমাৰ যাইব পৰাণ॥
অশেষ সন্তাপে সীতা ক্ৰন্দন কৰিলা।
ৰাৱণ আসয় দেখি বৃক্ষত ধৰিলা॥ ৩২৩৪
এৰ এৰ বুলি সীতা কৰন্ত বিৰাৱ।
আজুৰিয়া কোলে ধৰি কৰিলা উৰাৱ॥
সীতা লৈয়া চলি গৈল গগনৰ মাজ।
দেৱক সম্বুধি ব্ৰহ্মা বুলিলন্ত কাজ॥ ৩২৩৫
জনকৰ জীউ হৰে ৰাৱণ পাপিষ্ঠ।
ৰাঘৱৰ দ্ৰোহ কৰি মৰিবেক নিষ্ঠ॥
মাংসক লভিয়া যেন লই যায় হেঙ্গল।
আশাকে ৰাৱণ যেন মেঘৰ চেঙ্গল॥ ৩২৩৬
বিজুলী চটক যেন গোসানীৰ কান্তি।
তাৰা যেন জিকি পৰে অলঙ্কাৰ কান্তি॥

ৰাৱণৰ অঙ্গে ৰূপ সীতাৰ বলিল।
অঞ্জন পৰ্ব্বতে যেন মাণিক্য জ্বলিল॥ ৩২৩৭
ৰাক্ষসৰ কোলে দেৱী পৰম নিৰ্ম্মল।
মেঘক ফেৰিয়া যেন চন্দ্ৰৰ মণ্ডল॥
ৰাৱণৰ পাশে সীতা মাণিক জ্বলিল।
নিশাকালে শোভে যেন পৰ্ব্বত সলিল॥ ৩২৩৮
বায়ুবেগে লৰয় সীতাৰ বস্ত্ৰখান।
মেঘত লাগিল যেন ৰবিৰ কিৰণ॥
ৰাৱণৰ কোলে ৰূপ সীতাৰ উজ্জ্বল।
সৰোবৰ মাজে যেন ফুল্ল উতপল॥ ৩২৩৯
ইন্দ্ৰনীল পাশত মাণিক আতিৰেক।
কষটি শিলাত যেন সুৱৰ্ণৰ ৰেখ॥
নানা ৰত্ন অলঙ্কাৰ সীতাৰ বলয়।
যেন কালমেঘখণ্ড ৰাৱণ জ্বলয়॥ ৩২৪০
স্তনমাজ হন্তে আসি পৰি গৈল হাৰ।
গগনৰ হন্তে যেন গঙ্গা অৱতাৰ॥
শোকে দুখে সীতাৰ শৰীৰ ভৈল কৃশ।
ৰাৱণক বুলিলন্ত কৰি বিমৰিষ॥ ৩২৪১
হাওৰে পাপিষ্ঠ সদগতি নাহি তোৰ।
এতমান ৰাজা হুয়া ভৈলি তিৰী চোৰ॥
অনেক প্ৰকাৰে আমি বিমৰিষি পাইলো।
মায়া-মৃগ পঠাই দিলি ৰামক গুচাইলো॥ ৩২৪২
ৰামৰ ৰাৱক তোৰ ৰাক্ষসে কাঢ়িল।
সেহিসে কাৰণে মোক লক্ষ্মণে ছাৰিল॥
লগত আছিল হন্তে লক্ষ্মণ দেৱৰ।
তাহানে শৰতে গৈলি হন্তে যমঘৰ॥ ৩২৪৩
তিৰী চোৰ পাপিষ্ঠ হাড়ীৰ আউথা খাহা।
গলে শিলা বান্ধি দুষ্ট মৰিবাক যাহা॥
স্বামীক নিজিনি কেনে মোক নেস বলে।
ঝাণ্টে চল পাপিষ্ঠ হাড়ীৰ মাৰ্গতলে॥ ৩২৪৪
সুবুদ্ধি নভৈল তোৰ মৰিবাৰ কালে।
শিশিৰ শুষিব তোক ৰাম ৰবিজালে॥
যত অলঙ্কাৰ সীতা গাৱৰ কাঢ়িল।
দেৱাঙ্গ বসনে তাক প্ৰৱন্ধে বান্ধিল॥ ৩২৪৫

পাঞ্চ বানৰক পৰ্ব্বতত ভেণ্ট পাইলা।
সবাৰে মাজক লাগি ক্ষেপিয়া পঠাইলা॥
শান্তী সীতা মই যেৱে হওঁ তত্ত্বসাৰ।
ৰামৰ হাতক লাগি যাউক অলঙ্কাৰ॥ ৩২৪৬
ৰাৱণে লক্ষিল দিশ নিহালন্তে কাজ।
ভূষণ পৰিল পাঞ্চ বানৰৰ মাজ॥
পাঞ্চগুটি বানৰে উৰ্দ্ধক লাগি চাইলা।
ৰাক্ষসৰ অঙ্কে কন্যা এক ভেণ্ট পাইলা॥ ৩২৪৭
আকাশে মেলিয়া যাই দীৰ্ঘ কেশতাৰ।
মনত বিস্ময়ে তুলি লৈলা অলঙ্কাৰ॥
জটায়ুৰ প্ৰহাৰে বিহ্বল চিত্ত ভৈল।
দক্ষিণ এৰিয়া ৰাজা পূৰ্ব্বদিশে গৈল॥ ৩২৪৮
ঋষ্যমুখ গিৰি পাইল চম্পা সৰোবৰ।
দিশ লক্ষি পাচে লঙ্কা গৈল লঙ্কেশ্বৰ॥
নিজ মৃত্যু সীতা লৈয়া ৰাৱণ চলয়।
অৰণ্য এৰায়া পাইল বৰুণ আলয়॥ ৩২৪৯
অন্তৰীক্ষ গতি বীৰে সমুদ্ৰ এৰাইল।
শীঘ্ৰবেগে গৈয়া পাচে লঙ্কাপুৰী পাইল॥

ৰামক মাৰিবলৈ বীৰ নিযুক্ত কৰণ;
ৰাৱণ-সীতাৰ কথা কাটাকাটি

ৰাজ্যত পশিয়া অন্তঃপুৰে পাচে গৈল।
নিৰ্জ্জন থানত নিয়া জানকীক থৈল॥ ৩২৫০
ৰাক্ষসী লোকক তথা ৰক্ষণ বিহিল।
সীতাক চাহিবা ভালে উপদেশ দিল॥
যেৱে জানকীক আন পুৰুষে দেখয়।
তোমাকে তাহাকে চাপি কাটিবো নিশ্চয়॥ '৫১
হীৰা মণি মাণিক সীতা যতেক মাগয়।
শঙ্কা এৰি দিবা আনি যি কিছু লাগয়॥
এহি বুলি ৰাজা নিজ মণ্ডপ পাইলেক।
মহাবীৰ আঠগোটা মতাই আনাইলেক॥ ৩২৫২
চন্দ্ৰকেতু কালকৰ্ণ বীৰ কম্পানন।
যজ্ঞশত্ৰু মহাবাহু ৰাক্ষস ভীষ্মকৰ্ণ॥

তালজঙ্ঘ সুপ্রতপ্ন আঠ বীৰবৰ।
দেৱসবো সদৃশ নোহয় একৈকৰ ॥ ৩২৫৩
শুনা মহাবীৰগণ সাৱধান মনে।
ঝাণ্ট কৰি যাহা তুমি দণ্ডকাৰ বনে ॥
ৰাঘৱে মাৰিল মোৰ খৰ-দূষণক।
তাহাৰ ঘৰিণী হৰি আনিলো ঘৰক ॥ ৩২৫৪
দুইভাই মিলি কিবা আলোচয় কাজ।
বাৰ্ত্তাক জানাহা গৈয়া দণ্ডকাৰ মাজ ॥
মাৰিবাক পাৰা যেৱে আতি বৰ ভাল।
এতেকে পলাই মোৰ হৃদয়ৰ শাল ॥ ৩২৫৫
আঠকো পঠাওঁ আমি কাৰ্য্যক উপেক্ষি।
মহাবীৰ মাজে তোমাসাক ভালে লেখি ॥
নৃপতিৰ আদেশক শিৰে তুলি লৈল।
ৰাজাক প্ৰণামি আঠো বীৰ লৰি গৈল ॥ ৩২৫৬
ৰাক্ষসক মাৰি ৰামে কীৰ্ত্তি বৰ থৈল।
তথা গৈয়া সবে লুকি দিয়া থিত ভৈল ॥
আঠগোটা নিশাচৰ পঠায়া ৰাৱণে।
কৃতকৃত্য ভৈলো হেন মানিলেক মনে ॥ ৩২৫৭
অন্বেষপুৰক লাগি গৈল তেতিক্ষণে।
সীতাক ৰাখয় দেখে ৰাক্ষসিনীগণে ॥
শৰীৰ ভেদিল তাৰ মদনৰ বাণে।
তেতিক্ষণে চলি গৈল জানকীৰ থানে ॥ ৩২৫৮
সম্মুখিয়া সীতাক বোলয় লঙ্কেশ্বৰ।
দেখ দেখ জানকী মোহোৰ ধৌলিৰৰ ॥
আমাৰ থানত নজানিয়া তাপ শীত।
চন্দ্ৰ সূৰ্য্যে অনুকূলে সেৱা কৰে নিত ॥ ৩২৫৯
মোহোৰেসে মন জানি বায়ু কৰে গতি।
দেৱাসুৰগণে মোক কৰয় প্ৰণতি ॥
চন্দ্ৰ জ্যোতি বাস সূৰ্য্য জ্যোতি পথ পাইল।
শুক্ল মেঘখান যেন আকাশে উধাইল ॥ ৩২৬০
ভূমিসব দেখি সীতা সুৱৰ্ণ ৰতন।
হেন দেখি জানকী মোহোত দিয়া মন ॥
শুনিয়োক সীতা সৈন্য যতেক আমাৰ।
সত্যে সত্যে মই সবে লেখা দিবো তাৰ ॥ '৬১
বাযষ্টি হাজাৰ মুখ্য ৰাক্ষসৰ বল।
তেহ্নয় দুইগুণ মুখ্য পিশাচসকল ॥
একৈ একৈ ভৃত্য আছে সহস্ৰ সহস্ৰে।
অনুকূলে সেৱা কৰি থাকয় অজস্ৰ। ৩২৬২
ৰণভূমি যান্তে চালি চলে চাৰি পাখ।
প্ৰত্যেকৰে লগে পাইক বাইশ বাইশ লাখ ॥
বাল বৃদ্ধ এৰিয়া সৈন্যৰ দিলো লেখা।
মন্যু পৰিহৰি মোক শুভদৃষ্টি দেখা ॥ ৩২৬৩
ৰামক এৰিয়া সীতা মোত কৰ ভাৱ।
মই হেন স্বামী নাৰী ভবি নগবাৱ ॥
এ তিনি ভুৱনে জান সকলে আমাৰ।
সোণ ৰূপ ৰজত মাণে মাণিক ভণ্ডাৰ ॥ ৩২৬৪
হস্তী ঘোৰা ৰথ মোৰ ত্ৰৈলোক্যতে সাৰ।
সমৰ্পিলো তোমাত সকলে ৰাজ্যভাৰ ॥
সহস্ৰ সংখ্যাত মোৰ যত পটেশ্বৰী।
দাসী দাস আছে যত আৰো মন্দোদৰী ॥ ৩২৬৫
সবে তোত খাটোক চৰণে সেৱা কৰি।
যাক যেন যোগ্য দিবা হাতে তোলা কৰি ॥
যেহি আজ্ঞা কৰ সীতা সাধিবাক পাৰি।
ময়ো তোৰ ভৈলো ভাতুটিৰ অধিকাৰী ॥৩২৬৬
হৃদয়ৰ দুখ বান্ধে দূৰ পৰিহৰ।
ত্ৰিভুৱন নাথ ৰাৱণক স্বামী বৰ ॥
মোক ৰামে মাৰিবন্ত মনে আছ ছান্দি।
কহিত শুনিলি সীতা মই ভৈলো বন্দী ॥৩২৬৭
অগনি শিখাত কোনে জাস কৰিবেক।
মোকতো নজানো একবীৰে জিনিবেক ॥
মোকে যোৰ নাই গড় আৱৰ দুৰ্জ্জয়।
চতুৰ্দ্দিশে বেঢ়ি যোৰ সাগৰ আছয় ॥ ৩২৬৮
ৰামে তোক নিব হেন আশা পৰিহৰ।
চৰণত ধৰো মোক অনুগ্ৰহ কৰ ॥
পুষ্পক বিমান তিনি ভুৱনতে সাৰ।
ইহাতে ৰমণ হৌক তোমাৰ আমাৰ ॥ ৩২৬৯
দশগোটা শিৰে তোৰ চৰণক জান্তো।
মুখে খেৰ ধৰিয়া কাতৰি কৰি মাতো ॥

ৰাজ ৰাজেশ্বৰ মই তোৰ ভৈলো দাস।
ইহাত অধিক কিনো বহুমান চাস॥ ৩২৭০

বিৰহ অগনি মোৰ পোৰে কলেৱৰ।
অধৰ অমৃত দানে উপশম কৰ॥
ৰাৱণৰ বোল শুনি জানকী গোসানী।
তুলত অগনি যেন বুলিলন্ত বাণী॥ ৩২৭১

দশৰথ বধূ মই ৰামৰ ঘৰিণী।
আসিয়া মিলিলো তোৰ কুলসংহাৰিণী॥
দীৰ্ঘবাহু মহাবীৰ সুস্বামী আমাৰ।
বিতোপন দেহা যেন কাম অৱতাৰ॥ ৩২৭২

একোৱে প্ৰকাৰে তাঙ্ক তই নোহ তুল।
মাণিকৰ আগে যেন লোহচৰ ফুল॥
পূৰ্ব্বে অস্ত সূৰ্য্য যেৱে পশ্চিমে উদিত।
তথাপিতো জানকীৰ নলৰিব চিত্ত॥ ৩২৭৩

বৰ্ব্বৰ ৰাৱণ তই নুবুজস কাজ।
আমাক লাঘৰ বাক্য বোলস নিলাজ॥
মহেশৰ জটাত অঙ্কুশ দিতে চাস।
নৰকৰ পলু স্বৰ্গভোগে কৰ আশ॥ ৩২৭৪

আসন্ন কালত তোৰ বিনাশন বোধ।
সিকাৰণে মোক তই বোল অনুৰোধ॥
মোহোৰ একান্ত পতি ৰাম প্ৰাণনাথ।
চৰণে নুচুবো পৰ পুৰুষৰ মাথ॥ ৩২৭৫

শঙ্কৰ ব্ৰহ্মাত যেৱে পৈশস শৰণ।
তথাপিতো ৰাম হাতে তোহোৰ মৰণ॥
তোহোক ৰাখন্ত যদি দশ দিগপাল।
তথাপিতো ৰাম তোৰ হৈব যমকাল॥ ৩২৭৬

স্বামী আগে থাকন্তে আনিলি হন্তে যেৱে।
বিৰাধৰ মতে যম গৈলে হন্তে তেৱে॥
নাৰী চোৰা পাপিষ্ঠ তোহোক আছোধিক।
এৱে তই বীৰ আসি বোলাৱস কিক॥ ৩২৭৭

---

সীতাৰ অভিশাপ

ঝুমুৰী

ৰামে তোক মাৰিবন্ত।
মোৰ মান সাৰিবন্ত॥
লঙ্কাপুৰী দহিবন্ত।
দুৰ্গতিত তাৰিবন্ত॥ ৩২৭৮
তোৰ অন্ত দহিবন্ত।
অনুশৌচ কৰিবন্ত॥
দুষ্টজন নাশিবন্ত।
হাতে ধনু ধৰিবন্ত॥ ৩২৭৯
হেলে সিন্ধু তৰিবন্ত।
শোক পৰিহৰিবন্ত॥
কৌতুকক কৰিবন্ত।
শত্ৰুগণ মাৰিবন্ত॥ ৩২৮০

---

সীতাৰ পুনৰ কটূক্তি ; ব্ৰহ্মাৰ আদেশত সীতাক ইন্দ্ৰৰ পায়স দান ; সীতাক নেদেখি ৰামৰ খেদ

পদ

কদাচিতো তোৰ বচনক নধৰিবো।
নুহি মই নিৰাহাৰে পৰাণে মৰিবো॥
দুৰাচাৰ ৰাৱণ হোৱস তই তপী।
অধৰ্ম্মক ডৰে তোক নমাৰোহো শাপি॥ ৩২৮১
শান্তী সীতা মোক বলে ধৰিবাক চাস।
ত্বৰিতে মৰিতে লাগি লস গলপাশ॥
গুচ গুচ নিশাচৰ সন্নিত নচাপ।
কৰিবোহো ভস্ম নুহি দিয়া চণ্ডশাপ॥ ৩২৮২
সীতাৰ বচন শুনি নৃপতি ৰাৱণ।
ৰাক্ষসিণী লোকক বুলিলা তেতিক্ষণ॥
স্বামীৰ সন্তাপ যেৱে নুগুচৈ মনত।
ৰাখিয়া থাকাহা নিয়া অশোকবনত॥ ৩২৮৩
জনকৰ জীউ যেন হোৱয় সৰস।
প্ৰতি টনকে যেন কাৰ্য্য হোৱে বশ॥

ৰাৱণৰ বাক্য সবে শিৰে তুলি লৈল।
সীতা মাজ কৰিয়া ৰাক্ষসী লৰি গৈল ॥ ৩২৮৪
ত্ৰিভুৱনে সাৰ আতি অশোকৰ বন।
স্বৰ্গত যেহেন দেৱৰাজৰ ভুৱন ॥
কল্পতৰু পাৰিজাত মন্দাৰ সন্তান।
সুৱৰ্ণৰ বৃক্ষসব জ্বলে থানে থান ॥ ৩২৮৫
ত্ৰৈলোক্যত সাৰ যত বৃক্ষ নিৰন্তৰ।
সুনিৰ্ম্মল জলে শোভে দিব্য সৰোবৰ ॥
সুৱৰ্ণৰ খাট খড়ি সুশোভিত ঘাট।
পুষ্পৰ সুৰভি গন্ধে সুশোভিত বাট ॥ ৩২৮৬
ৰাৱণৰ বন যত স্বৰ্গতো উপাম।
তাৰ মাজে বৃক্ষ এক শিংশপা যে নাম ॥
সুৱৰ্ণ মাণিক ভূমি তাহাৰ গুৰিত।
ৰাক্ষসিনী মাজে সীতা ভৈলা উপস্থিত ॥ ৩২৮৭
সীতাৰ হৰণে চিত্ত সবাৰ ভাগিল।
কাণাকাণি কথা সবে লঙ্কাত লাগিল ॥
ৰামৰ ভাৰ্য্যাক হৰি নকৰিল ভাল।
ৰাক্ষসগণৰ হৃদয়ত দিল শাল ॥ ৩২৮৮
কেহো বোলে ৰামে সবে সাধিবন্ত কাজ।
হৰুৱাইলে লঙ্কেশ্বৰ লঙ্কা হেন ৰাজ ॥
কতো বোলে ভায়া তই ভয় পৰিহৰ।
ৰাৱণক ৰাঘৱে নোহয় সমসৰ ॥ ৩২৮৯
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক দেৱৰাজ।
নিৰাহাৰে জানকী আছন্ত লঙ্কামাজ ॥
বাৰ্ত্তা নাপাই ৰাঘৱৰ হৈবন্ত বিনাশ।
আমৰাসবৰ হৈব নিস্ফল প্ৰয়াস ॥ ৩২৯০
ঝাণ্ট কৰি ইন্দ্ৰ তুমি লঙ্কা চলি যাহা।
ৰাঘৱৰ বাৰ্ত্তা জানকীত জনাইবাহা ॥
পায়স দিয়োক জানকীৰ বিদ্যমান।
পতিব্ৰতা নাৰীৰ তেৱেঁসে ৰহে প্ৰাণ ॥ ৩২৯১
ব্ৰহ্মাৰ আজ্ঞাক ইন্দ্ৰে শিৰত লৈলন্ত।
হাতত পায়স লৈয়া লঙ্কাক গৈলন্ত ॥
নিদ্ৰাবাণ ৰাক্ষসিনীগণক হানিল।
অচেতনে পৰি গৈল কিছো নজানিল ॥ ৩২৯২

চিন্তা শোকে থিৰ ভৈল জনকৰ জীৱ।
হাতত পায়সে ইন্দ্ৰ আগে ভৈল থিয় ॥
দেখিয়োক সীতা হেৰ আমি দেৱৰাজ।
সমস্তে কুশল ৰাম লক্ষ্মণৰ কাজ ॥ ৩২৯৩
ভুঞ্জিয়ো পায়স শোক কৰা পৰিহাৰ।
শত বৰিষতো ক্ষুধা নলাগিবে আৰ ॥
গুচিব পিয়াসসব শৰীৰ জুৰাইব।
অবিলম্বে তুমিয়ো ৰামৰ কোল পাইব ॥ ৩২৯৪
ৰাৱণক ৰামে আসি ত্বৰিতে মাৰিব।
আমিসব সহায়ে তোমাক নিস্তাৰিব ॥
শঙ্কা এৰি মোৰ বাক্য বেদ পৰিমাণ।
ৰাক্ষসী লোকক হানি আছো নিদ্ৰাবাণ ॥ ৩২৯৫
সীতায়ে বোলন্ত তেৱেঁ বাক্য জানো সত্য।
তুমি যেৱেঁ ইন্দ্ৰ মই জানো কেনমত ॥
ৰামে কহি আছে দেৱৰাজৰ স্বৰূপ।
ছদ্ম পৰিহৰি ধৰা আপোনাৰ ৰূপ ॥ ৩২৯৬
শুনি ইন্দ্ৰে ধৰিলন্ত আপোন স্বভাৱ।
জাজ্বল্য সমান ভূমি নোচোৱয় পাৱ ॥
চক্ষুত নিমিষ নাহি দিব্য বস্ত্ৰ গাৱে।
হাতে বজ্ৰ ধৰি থিত অন্তৰীক্ষ ভাৱে ॥ ৩২৯৭
জানকীয়ে বোলন্ত জনক যেন বাপ।
তোমাক দেখিয়া মোৰ গুচিল সন্তাপ ॥
জানিলো তুমিসি ভৈলা স্বামীৰ সনাথ।
এতমান অনুগ্ৰহ আছয় আমাত ॥ ৩২৯৮
বাসৱে পায়স থৈলা জানকীৰ আগ।
জনকৰ জীৱে কৰিলন্ত তিনি ভাগ ॥
ৰাম লক্ষ্মণক লাগি দুই ভাগ বঢ়াইলা।
এক ভাগ পৰমান্ন আপুনিয়ো খাইলা ॥ ৩২৯৯
জনকৰ জীউ যেৱেঁ পায়স খাইলন্ত।
সীতাক সম্বুধি ইন্দ্ৰে স্বৰ্গক গৈলন্ত ॥
সীতা শান্ত ভৈলা কিছু ইন্দ্ৰৰ বচনে।
ৰামৰ কাহিনী কহো দণ্ডকাৰ বনে ॥ ৩৩০০
মৃগৰূপ ৰাক্ষসক মাৰি ৰঘুৱৰ।
উতপাত মন ৰাৱ শুনি ৰাক্ষসৰ ॥

আথে বেথে চলিলন্ত আপোনাৰ থাৰ ।
পাচত শৃগালে কাঢ়িলেক চণ্ডৱাৰ ॥ ৩৩০১
ৰাঘৱে বোলন্ত মোৰ পোৱে সৰ্ব্ব গাৰ ।
কাঢ়িলেক মায়ামৃগে মোৰ থানে ৰাৰ ॥
শৃগালৰ নাদ শুনি বিয়াকুল চিত্ত ।
লখাই এৰি আছে জানো সীতাৰ সন্নিত ॥ ৩৩০২
চিন্তা কৰি ৰামদেৱে শীঘ্ৰে বহি যান্ত ।
পথত লক্ষ্মণ আসে তাক দেখিলন্ত ॥
হা হা লখাই কিনো তুমি কৰিলা অকাজ ।
সীতাক এৰিয়া আইলি ঘোৰ বনমাজ ॥ ৩৩০৩
কি কাজ কৰিলি তই লক্ষ্মণ যে বাপ ।
সহিতে নপাৰো আউৰ হৃদয়ৰ তাপ ॥
কি কাৰণে বাপ তই আইলি মোৰ ভিতা ।
ঘোৰ অৰণ্যৰ মাজে জানো মৰে সীতা ॥ ৩৩০৪
আশেষ বিলাপে নিজ থানে গৈল চলি ।
সীতাক নেদেখি তাপে পৰিলন্ত ঢলি ॥
হৰি হৰি কত দুখ দিলে মোক বিধি ।
জনকৰ জীউ ভৈল সপোনৰ নিধি ॥ ৩৩০৫
কৈক গৈলা বান্ধৈ সীতা মোৰ প্ৰাণেশ্বৰী ।
আমাক অনাথ কৰি গৈলে পৰিহৰি ॥
জানকীৰ শোকে মোৰ প্ৰাণখানি যাউক ।
দণ্ডকাৰ বনত শৃগালে বেঢ়ি খাউক ॥ ৩৩০৬
কতেক কৰিলো মই ইটো ঘোৰ পাপ ।
ৰাজ্যনাশ ভৈল আৰো মৰিলন্ত বাপ ॥
বন্ধুজন এৰিয়া বনক আইলো তিনি ।
হৰাইলো সীতাক ঐতে মিলিল বিঘিনি ॥ ৩৩০৭
কহি গৈলে সীতা মোৰ দুখৰ সৈতৰী ।
ঝাণ্টে মাত মোৰ হেৰা প্ৰাণ যাই হৰি ॥
সৰ্ব্বাঙ্গ সুন্দৰী বান্ধৈ সুৱদনী সীতা ।
যক্ষে বা ৰাক্ষসে হৰি নিলে কোন ভিতা ॥ '০৮
হেন বুলি কান্দিলন্ত ধৰণীত লুটি ।
হা সীতা বোলন্তে পৰাণ যায় ফুটি ॥
হৰি হৰি লখাই তই কি কৰিলি মোক ।
অগনি লগাইলি গাৱে কি কৰিবো তোক ॥ '০৯
সীতাক এৰিয়া গৈলি দহে শোকে মোক ।
খাণ্ডা হানি মৰো মই তোৰ সুখ হৌক ॥
সীতা অবিহনে নলাগয় ৰাজ্যভাৰ ।
বিষপ্ৰায় দেখো মই সকলে সংসাৰ ॥ ৩৩১০
প্ৰাণেশ্বৰী বিনে মই মৰিবো বনত ।
এৱে কৈকেয়ীৰ হৌক কৌতুক মনত ॥
ৰাঘৱৰ শোকে লক্ষ্মণক মাৰে পুলি ।
দুই হাতে ৰামক ধৰিলা বীৰে তুলি ॥ ৩৩১১
শুনিয়ো সমাজে ইটো ৰামায়ণ কথা ।
ইটো সংসাৰত সুখ নাহিকে সৰ্ব্বথা ॥
ইহাকে ঈশ্বৰ ৰামে কৰিলা বিদিত ।
তেসম্বে লভিলা দুখ এৰা ইটো ভিত ॥ ৩৩১২
পৰম ঈশ্বৰ ৰাম সীতা জগন্মাৰ ।
দেখাইলন্ত বিষয়ীজনৰ ইটো ভাৱ ॥
মহাধৰ্ম্মী যিটো অধৰ্ম্মৰ নাহি লেশ ।
সিয়োজনে সংসাৰত ভুঞ্জে মহাক্লেশ ॥ ৩৩১৩
ঈশ্বৰ ঈশ্বৰী দুইয়ো দেখাইলন্ত তাক ।
তাসম্বাৰ নাহি দুখ জানা নিষ্টবাক ॥
হেন জানি বিষয়ৰ আশা দূৰ কৰি ।
নিৰন্তৰে নৰে ডাকি বোলা হৰি ॥ ৩৩১৪

---

লক্ষ্মণৰ প্ৰবোধ দানত ৰামৰ ক্ৰোধ

দুলড়ী

হেট মুণ্ডে গুণি লক্ষ্মণে বোলন্ত
দদা শুনা মোৰ বাণী ।
আপোনাৰ নিজ কৰমৰ দোষে
মৰিলা সীতা গোসানী ॥
চিত্ত থিৰ কৰি শুনিয়োক দদা
মোত এৰা অসন্তোষ ।
স্বৰূপ কাহিনী কহো শুনিয়োক
মোৰ কিছু নাহি দোষ ॥ ৩৩১৫
সাক্ষাতে তোমাৰ যেন আৰ্ত্তনাদ
শুনিলন্ত সতী সীতা ।

চমকিয়া দেৱী মোক বুলিলন্ত
চল ৰাঘৱৰ ভিতা ॥
ৰাঘৱৰ বাক শুনিয়া মোহোৰ
হেৰা প্ৰাণ ফুটি যায় ।
স্বামী ভিক্ষা মই মাগোহো তোমাত
দিয়োক আৰে লখাই ॥ ৩৩১৬
প্ৰবোধিয়া মই বুলিলো তাহাঙ্ক
নুহিবা দেৱী হতাশ ।
ইটো ৰবিতলে জানা কদাচিতো
ৰামৰ নাহি বিনাশ ॥
মহাক্ৰোধ কৰি বুলিলন্ত সীতা
মোহোৰ বচন শুনি ।
হাওৰে পাপিষ্ঠ লখিলোহো মই
নযা তই যিবা গুণি ॥ ৩৩১৭
সতিনীৰ পুত্ৰ ইহাকেসে লাগি
আসি আছ বনমাজ ।
চুম্পি আছ মনে ৰামৰ মৰণে
মোক ভজিবাক চাস ॥
দুৰ্ব্বাৰ বচন শুনিয়া মোহোৰ
হৃদয় কম্প লৰিল ।
কহো স্বৰূপত সৰল বৃক্ষত
নিৰ্ঘাত যেন পৰিল ॥ ৩৩১৮
সেহিসে কাৰণে জানিবাহা প্ৰভু
হাতে ধনুশৰ ধৰি ।
মহামন্যু কৰি তোমাৰ পাশক
গৈলো সীতা পৰিহৰি ॥
হেন জানি আৰে মন্যুক তেজিয়া
কৰিয়ো দৃঢ় মনত ।
উঠিয়োক দদা সীতাক খুজিত
পশিয়ো ইটো বনত ॥ ৩৩১৯
যিটোজনে সীতা হৰিয়া নিলেক
তাৰ আয়ু ভৈল ক্ষীণ ।
তোমাৰ অনিষ্ট চিন্তিয়া পাপিষ্ঠ
জীৱে সিটো কতদিন ॥

ৰাঘৱে বোলন্ত শুনিয়ো লখাই
হেনসে তই অবোধ ।
তোৰ কি কাৰণে স্ত্ৰীৰ বচনে
এতমান ভৈল ক্ৰোধ ॥ ৩৩২০
মই কিবা হেন বাক্য কন্তে তোক
কত খুঞ্চি খুঞ্চি মাৰি ।
মোহোৰ বিধিয়ে লিখিত তাহাক
বাধিত আৱ নপাৰি ॥
এহি বুলি হাতে ধনু শৰ ধৰি
দুয়ো চালিলন্ত গাৱ ।
সীতাক খুজিতে খুজিতে গৈলন্ত
বিকল আতি স্বভাৱ ॥ ৩৩২১
যতেক দুৰ্গম থানে খুজিলন্ত
নানাবিধ বন দেশ ।
বিলৰ ভিতৰ পৰ্ব্বত গহ্বৰ
চাহিলা দুয়ো অশেষ ॥
বিত বিত কৰি নদী গোদাবৰী
চাহিলা তাৰ দুই তীৰ ।
বহুবনে চায়া সীতাক নপায়া
পোড়য় শোকে শৰীৰ ॥ ৩৩২২
পাচে মহাক্ৰোধ কৰিয়া মনত
ৰামদেৱ মহাবীৰ ।
হাতে অগ্নিশৰ ধৰি ৰঘুৱৰ
মেদিনীত ভৈলা থিৰ ॥
ক্ৰোধিয়া ৰাঘৱে বচন বোলন্ত
জাজ্জ্বল্য সমান আখি ।
মোৰ দোষ নাই চন্দ্ৰ সূৰ্য্য বায়ু
বৰুণ হৈবাহা সাক্ষী ॥ ৩৩২৩
ত্ৰিদশ দেৱতা সবাকো সম্বুধি
ক্ৰোধে বুলিলন্ত বাণী ।
যেৱে ভালে ভালে যাইবে জানকীক
এতিক্ষণে দিয়া আনি ॥
নুহি ত্ৰিদশক এহি শৰে মাৰো
আজি সবে মান সাৰো ।

সমস্তে নাগক সংহৰো সকলে
পাতালপুৰ বিদাৰো ॥ ৩৩২৪
সীতাৰ সন্তাপে তিনিয়ো ভুৱন
থাকিবাক সুখে নেদো।
পৰম দুৰ্ব্বাৰ শৰক হানিয়া
তিনিয়ো লোকক ভেদো ॥
দশৰথ তন- য়ৰ মোৰ তেৱে
কথাক কেৱে নজানি।
যত সুৰাসুৰ সবাকে মাৰিবো
আজি এই শৰে হানি ॥ ৩৩২৫
যক্ষ ৰাক্ষসক সবাকে মাৰিবো
আৰৰ গন্ধৰ্ব্বগণ।
মোহোৰ মন্দক আচৰিয়া সুখে
থাকিবেক কোনজন ॥
কমন দুৰ্জ্জনে সীতাক নিলেক
শীঘ্রে আনি দিয়া মোক।
তেৱেসে আমাৰ পলাইবেক সবে
দাৰুণ হিয়াৰ শোক ॥ ৩৩২৬
নুহি তেৱে মই উদায়াস্ত গিৰি
সবাক হানি ফুৰিবো।
অগ্নিৰ অস্ত্রক হানিয়া তিনিয়ো
ভুৱন আজি পুৰিবো ॥
শুন শুন বোলো ভৈয়াই লক্ষ্মণ
ক্ষমিবাক নুযুৱায়।
শীতল প্ৰাণীক জানিবি নিশ্চয়
কেহোজনে নড়ৰায় ॥ ৩৩২৭
শনৈশ্চৰ ক্ৰূৰ গ্ৰহৰ নামত
সৰ্ব্বস্ব সবে তেজয়।
আতি সাম্য চন্দ্ৰ গ্ৰহৰ নিমিত্তে
ফুলপাতো নেদিৱয় ॥
হেন বুলি ৰাম ধনুক ধৰিয়া
টঙ্কাৰ আতি কৰিল।
টল বল কৰি তিনিয়ো ভুৱন
একত্ৰ হুয়া লৰিল ॥ ৩৩২৮

পৰম অমৃত ৰামৰ চৰিত্ৰ
শুনিবাকো কৌতূহল।
শুনিয়ো সকল পৰম মঙ্গল
ধৰ্ম্ম ইসে সুনিৰ্ম্মল ॥
খায়া দায়া সুখে বসিয়া শুনন্তে
পূৰে মনোৰথ কাম।
অবিদ্যাৰ হাত এৰাইবা সাক্ষাত
ডাকি বোলা ৰাম ৰাম ॥ ৩৩২৯

---

লক্ষ্মণৰ সান্ত্বনা দান; ৰাম-লক্ষ্মণৰ সীতা অন্বেষণ,
জটায়ুৰ লগত সাক্ষাৎ; আৰু জটায়ুৰ শৱ দাহ

পদ

গগনক মুখে ৰাম জুৰিলন্ত শৰ।
হাতত ধৰিলা চাপি লক্ষ্মণ কুমাৰ ॥
ৰামক বোলন্ত দদা তেজিয়ো বিকল।
প্ৰজাক সংহৰি আৰে পাইবো কোন ফল ॥ '৩০
আপদত ক্ৰোধ যেৱে কৰিবা আপোনে।
জগতৰ বৰ্ব্বৰক বুজাইব কেমনে ॥
তুমিসে শঙ্কৰ ব্ৰহ্মা তুমিসে দৈত্যাৰি।
নিমিষেকে ত্ৰিভুৱন দহিবাক পাৰি ॥ ৩৩৩১
আপুনি স্ৰজিলা ইটো সকলে জগত।
তাক সংহৰিবা আৰে কমন মহত ॥
শীতল স্বভাৱ এৰি উগ্ৰ কেনে ভৈলা।
ত্ৰৈলোক্য দহিতে হাতে ধনুশৰ লৈলা ॥ ৩৩৩২
একৰ দোষত কেনে মাৰিবা সবাক।
চিন্তিয়ো উপায় পাই যিমতে সীতাক ॥
ইটো সব ক্ৰোধে আন কিছু নসাধয়।
কীৰ্ত্তিছন্ন হোৱে পৰ লোকক বাধয় ॥ ৩৩৩৩
লক্ষ্মণৰ বোলে ৰাম ভৈলা শান্ত মন।
দেখিলন্ত পাচে ভাগি আছে ৰথখান ॥
ৰাঘৱে বোলন্ত লখাই দেখা বিপৰীত।
ৰথ ধ্বজ ভাগি পৰি আছয় ভূমিত ॥ ৩৩৩৪

ভগ্নৰথ দেখি সৰ্ব্ব কাৰ্য্যক বুজিল।
সীতাৰ কাৰণে এথা দুই বীৰ যুজিল॥
হেন বুলি ভ্ৰমিতে লাগিলা সবে বন।
কতো দূৰে জটায়ুক ভৈলা দৰশন॥ ৩৩৩৫
পক্ষীৰ সকলে গাৰ তেজে তোল বোল।
ধনুশৰ জুৰি ৰাম শীঘ্ৰে যান্ত কোল॥
দেখ দেখ লখাই তই বাৰ্ত্তাক নপাইল।
এহি পক্ষীৰাজেসে সীতাক মোৰ খাইল॥ '৩৬
মায়াৱন্ত ৰাক্ষস চটক ৰূপে খাইল।
মোৰ প্ৰাণেশ্বৰীক গৰ্ভতে ভৰাইল॥
হৰি হৰি বান্ধৈ সীতা জনকৰ জীউ।
আৰ ঠোঁঠ প্ৰহাৰে তোহোৰ গৈল জীউ॥ '৩৭
লখাই দেৱৰক তোৰ পাশৰ গুচাইলি।
দ্বীপত পতঙ্গ যেন প্ৰাণক সুজাইলি॥
হাওৰে পাপিষ্ঠ আজি তোৰ মান সাৰো।
মোৰ সীতা খাইলি তোক বিগুটিয়া মাৰো॥ '৩৮
হেন বুলি ৰামে শৰ ধনু জুৰিলন্ত।
চক্ষু মেলি জটায়ু ৰামক দেখিলন্ত॥
আথ বেথ কৰিয়া বোলন্ত ৰাম ৰাম।
দুৰ্ব্বাৰ ক্ৰোধক মোত কৰা উপশাম॥ ৩৩৩৯
সীতাক ৰাখন্তে মোৰ টুটি গৈল আয়ু।
গৰুড়ৰ পুত্ৰ মোক বোলয় জটায়ু॥
ৰাৱণ ৰাক্ষসে তয়ু সীতাক হৰিল।
হেন জানি তাক আসি বাঢ়ি ৰণ দিলো॥ ৩৩৪০
যুজ হাৰি বাৰ পাচে ভূমিত পৰিল।
চন্দ্ৰহাস হানি পাচে পাখাক কাটিল॥
মোৰ মহামিত্ৰ তয়ু বাপ দশৰথ।
অগ্নিত পুৰিলো পিম্পলৰ দিয়া পথ॥ ৩৩৪১
সীতাৰ কাৰণে মোৰ প্ৰাণখানি ৰৈল।
সিকাৰণে তোমাত সকলে কথা কৈলো॥
হেন শুনি দুই ভাই কান্দিলা বিকলে।
চাপিয়া ধৰিলা দুয়ো জটায়ুৰ গলে॥ ৩৩৪২
হৰি হৰি পক্ষীৰাজ কি ভৈল সন্তাপ।
আজিসি মৰিল মোৰ দশৰথ বাপ॥
হা হা মৰিলোহো বুলি দিলা দীৰ্ঘবাৰ।
অগনি লগাইলে যেন পোৰে সৰ্ব্বগাৰ॥ ৩৩৪৩
কহিব ৰাৱণে মোৰ হৰি নিল সীতা।
তোমাক মাৰিয়া পাচে গৈল কোন ভিতা॥
কোন বংশে উতপতি তিৰীচোৰ নট।
সীতা হৰি নিলা তাৰ কমন কপট॥ ৩৩৪৪
মাৰিয়া পঠাওঁ তাক যমৰ কটক।
তোমাক জীয়াইবো পিতৃ সমান চটক॥
জটায়ু বোলন্ত হেন নুবুলিবা মোক।
অনুগ্ৰহ আছে যেৱে তেজিয়োক শোক॥ ৩৩৪৫
সদ্গতি ভৈল তয়ু আগত মৰিবো।
চটক যোনিতে মই সংসাৰ তৰিবো॥
তুমিয়ো কৰিবা পিণ্ড জলাঞ্জলি দান।
ইহাত অধিক কিবা চাওঁ বহুমান॥ ৩৩৪৬
সাফল লাভলো পৃথিৱীত অৱতাৰ।
তোমাৰ প্ৰসাদে ভৈলো সংসাৰৰ পাৰ॥
শুনিয়োক ৰাম তুমি খেদক নপাইবা।
মঙ্গল চাহিলো জানকীক তুমি পাইবা॥ ৩৩৪৭
পৰম ঈশ্বৰ তুমি ভৈলা অৱতাৰ।
ৰাক্ষস কুলক তুমি কৰিবা সংহাৰ॥
বিশ্বশ্ৰবা তনয় ৰাৱণ দুৰাচাৰ।
তাক মাৰি কাৰ্য্য সাধিবাহা দেৱতাৰ॥ ৩৩৪৮
সীতাক লভিবা কীৰ্ত্তি কৰিবা বিস্তাৰ।
আকে শুনি ভণি লোকে তৰিবে সংসাৰ॥
মহাপাপ বিমোচন তয়ু গুণ নাম।
সাক্ষাতে দেখিলো মোৰ সিদ্ধি ভৈল কাম॥'৪৯
তোমাক সুমৰি মোৰ যাওক প্ৰাণ বায়ু।
ৰাম ৰাম সুমৰন্তে আছন্ত জটায়ু॥
পৰম আনন্দে চাই আছা দুয়ো ভাই।
সেহি সময়তে জটায়ুৰ প্ৰাণ যায়॥ ৩৩৫০
চক্ষু উলটায়া ধৰণীত দিলা ঠোঁঠ।
সৰ্ব্বাঙ্গে পৰিল ঢলি কলেৱৰগোট॥
প্ৰাণ ছাৰি গৈল মুখ ব্যাদান কৰিল।
ঘাড়গোট পালটায়া ভূমিত পৰিল॥ ৩৩৫১

কম্প কম্প কৰিয়া শৰীৰ ভৈল কাটি।
মৰিল জটায়ু বীৰ কাশ্যপৰ নাতি ॥
শ্ৰীৰাম লক্ষ্মণ গাৱে চাপি ধৰিলন্ত।
দুস্তৰৰ বন্ধু বুলি মন্যু কৰিলন্ত ॥ ৩৩৫২
চিতাখান নিৰ্ম্মিলন্ত বহল বিস্তাৰ।
তাতে তুলি তাঙ্ক কৰিলন্ত সংস্কাৰ ॥
দুই ভাই দিলা পাচে পিণ্ড জলাঞ্জলি।
ৰৌ মাছে দিলন্ত চটকৰ কাকবলি ॥ ৩৩৫৩
সব কাৰ্য্য কৰি লৰি গৈলা বীৰ দুই।
বনত ফুৰন্ত আতি আকুলিত হুই ॥

---

ৰাম-লক্ষ্মণৰ কৰন্ধৰ লগত সাক্ষাত ;
কৰন্ধৰ উপদেশ।

পায়া দুইকো কৱন্ধে ধৰিলে কুতূহলে।
গিলিবাক লাগি কোল চপাইলেক বলে ॥ ৩৩৫৪
ৰাঘৱে বোলন্ত সিদ্ধি কৈকেয়ীৰ কাজ।
পাপিষ্ঠীৰ কাজে প্ৰাণ যাইব বনমাজ ॥
ভৰতে কৰোক ৰাজ্য কৰি ৰঙ্গ মন।
ধিক ধিক মোহোৰ জীৱন অকাৰণ ॥ ৩৩৫৫
লক্ষ্মণে বোলন্ত নুই অনুশোচ বেলা।
দুৰ্ঘোৰ আপদে পাইলে নুযুৱাই হেলা ॥
ঝাণ্ট কৰি আসা দুয়ো খড়্গক ধৰিয়ো।
দুৰাচাৰ ৰাক্ষসৰ বাহুক ছেদিয়ো ॥ ৩৩৫৬
কৱন্ধে বোলন্ত তোৰা দুইজন কহিৰ।
হাতে ধৰি জানিলো ক্ষত্ৰিয় মহাবীৰ ॥
ত্ৰিভুৱনে নাহি হেন মুনিষ অচল।
তোৰা দুইক টানন্তে টুটিল মোৰ বল ॥ ৩৩৫৭
দেৱাসুৰ মাজে যত মুনিষ দেখিলো।
সবাতো অধিক তোৰাসবক দেখিলো ॥
মোৰ হাতে পৰিয়া নভৈলে এভো কাল।
কিনো নিদাৰুণ এভো মুনিষ বিশাল ॥ ৩৩৫৮
বিধিয়ে আহাৰ মোৰ মিলাইলেক আনি।
বাৰে লৈয়ো মাৰো বোলা আপোনাক হানি ॥

কৱন্ধ ৰাক্ষস পাচে বলত ঘাটিল।
দুইভাই খাণ্ডা লৈয়া দুই হাত কাটিল ॥ ৩৩৫৯
বাহুছেদ ভৈলা দেখি ৰঙ্গ বৰ পাইল।
ৰাম লক্ষ্মণক জানি মাত পুৰুজাইল ॥
কৈৰ পৰা আসি ভৈলা তোমাৰ কি নাম।
ত্ৰিভুৱনে নাহি বীৰ তোমাৰ উপাম ॥ ৩৩৬০
লক্ষ্মণে কহিলা আপোনাৰ যত কাজ।
আমাসাৰ পিতৃ দশৰথ মহাৰাজ ॥
কৈকেয়ীৰ বোলে বনে পঠাইলন্ত বাপে।
আপোনো মৰিলা পাচে আমাৰ সন্তাপে ॥ ৩৩৬১
এহেন্তেসে ৰাম বৰ নিকাৰক পাইলা।
ইহান ঘৰণী বন মাজত হৰাইলা ॥
তাহাঙ্ক খোজন্তে ফুৰো আতি দুখ মন।
তুমি কোন হেন বেশে কহা এতিক্ষণ ॥ ৩৩৬২
কৱন্ধে বোলয় ভৈলা ৰাম অৱতাৰ।
আমাৰ ভৈলেক আৱে শাপৰ উদ্ধাৰ ॥
পূৰ্ব্বত আছিলো আমি গন্ধৰ্ব্বৰ বেশ।
ৰাক্ষস স্বৰূপ ধৰি আইলো বনদেশ ॥ ৩৩৬৩
ঋষিসকলক পাই অন্যায় কৰিলো।
স্থূলশিৰা নামে ঋষি আমাক শাপিল ॥
আমি মহাঋষিৰ জনিলি তই ভয়।
বিকৃত ৰাক্ষস হুইবি নাহিকে সংশয় ॥ ৩৩৬৪
হাতযোৰে পাচে মই কৰিলো কাতৰ।
শাপ অনন্তৰে ঋষি মোক দিলা বৰ ॥
যি কালত ৰামচন্দ্ৰ হন্ত অৱতাৰ।
তেহে গৈয়া বাহুছেদ কৰিবে তোমাৰ ॥ ৩৩৬৫
তৈসানি আপোন দেহ পাইবা মহাবীৰ।
এহি বুলি অন্তৰ্দ্ধান ভৈলা স্থূলশিৰ ॥
দনু নামে ভৈলো আমি ৰাক্ষস বিশাল।
আৰাধিলো ব্ৰহ্মাক জপিলো চিৰকাল ॥ ৩৩৬৬
মহাযত্ন কৰিয়া ব্ৰহ্মাক আৰাধিলো।
চিৰকাল জীৱাক তেহেন্তে বৰ দিল ॥
ব্ৰহ্মাৰ বৰত মৰিবাক নাহি ডৰ।
ইন্দ্ৰক সমৰ কৰিলোহো একেশ্বৰ ॥ ৩৩৬৭

লক্ষিলন্ত সুৰপতি আমাৰ প্ৰৱন্ধ।
বজ্র হানি শৰীৰে বৈসাইলা মোৰ স্কন্ধ ॥
দেখিয়োক শিৰ মোৰ নাহিকে গলত।
শৰীৰে পশিয়া ৰৈল বজ্রৰ ঘাৱত ॥ ৩৩৬৮
দেৱৰাজ আমাক কৰিলা হেন দান।
বৰৰ প্ৰভাৱে তভো নগৈল পৰাণ ॥
স্তুতি কৰি বুলিলো শুনিয়ো দেৱৰায়।
চক্ষু মুখ নাহি দিয়ো জীৱাৰ উপায় ॥ ৩৩৬৯
হেন শুনি ইন্দ্ৰদেৱ পাইলা মনোদুখ।
দীৰ্ঘ দুই বাহু দিলা হৃদয়ত মুখ ॥
প্ৰহৰেক পথমানে হাত মেলি পাওঁ।
পশুসব মাৰি আনি গোটহি চোবাওঁ ॥ ৩৩৭০
তোমাৰ প্ৰসাদে আৱে পাইলো নিজথান।
ঝাণ্টে কৰি পোৰা মোক হৌক দিব্যজ্ঞান ॥
গাত খানি কৱন্ধক চিতাত তুলিল।
অনেক প্ৰৱন্ধে তাক দোভায়ো পুৰিল ॥ ৩৩৭১
জগতৰ নাথে সংস্কাৰক কৰিল।
ৰাক্ষস গুচিয়া দিব্য ৰূপক ধৰিল ॥
আকাশত থাকি ভৈল গন্ধৰ্ব্বৰ বেশ।
ৰথে চৰি ৰামক বোলয় উপদেশ ॥ ৩৩৭২
শুনিয়োক ৰাম তিনি ভুৱনৰ নাহা।
উপায় বোলোহো তুমি পূৰ্ব্বদিশে যাহা ॥
চম্পা নামে সৰোবৰ কতো দূৰে থিত।
ঋষ্যমুখ গিৰি আছে তাৰ সন্নিহিত ॥ ৩৩৭৩
সুগ্ৰীৱ বানৰ আছে তাহাতে লুকাই।
বালীৰাজা গুচাইলেক দেশৰ ডকাই ॥
বালীৰাজা জিনিল সুগ্ৰীৱ হাৰি দুখে।
পাঞ্চগুটি বানৰ আছয় ঋষ্যমুখে ॥ ৩৩৭৪
ঝাণ্ট কৰি আপুনি চলিয়ো আগবাঢ়ি।
জ্যেষ্ঠ ভাই বালী তান ভাৰ্য্যা নিলা কাঢ়ি ॥
তেহেসমে গৈয়া তুমি কৰাহা সখিত্ব।
মাৰিব ৰাৱণে তেহে হৈব উপস্থিত ॥ ৩৩৭৫
হেন বুলি কৱন্ধ স্বৰ্গক চলি গৈলা।
ৰঙ্গে ৰাম লক্ষ্মণ তথাক চলি গৈলা ॥

শ্ৰীৰাম-লক্ষ্মণৰ চম্পা সৰোবৰ দৰ্শন

দুই ভাই পাইলা গৈয়া চম্পা সৰোবৰ।
কঙ্ক বক চক্ৰবাক দেখিলা বিস্তৰ ॥ ৩৩৭৬
জলচৰ অনেক দেখিলা জাতিস্কাৰ।
কুমুদ কমল পুষ্প দেখিলা অপাৰ ॥
চম্পাৰ ভিতৰে বসি আছে এক সিদ্ধা।
নামত শৱৰী তাই আতি বৰ বৃদ্ধা ॥ ৩৩৭৭
ৰাম-লক্ষ্মণক জানি বিনয় স্বভাৱে।
নাৰায়ণ জানিয়া নমিলা দুইৰো পাৱে ॥
আউৰে আউৰ কাহিনী কহিলা সেহি থাৱ।
কৌতুকতে শৱৰীয়ে চালিলেক গাৱ ॥ ৩৩৭৮
ইন্দ্ৰে পঠাই দিলা তাইক দিব্য এক যান।
তাতে চৰি শৱৰীয়ে ভৈলা অন্তৰ্দ্ধান ॥
শ্ৰীৰাম লক্ষ্মণে চান্ত সৰোবৰ চম্পা।
চতুৰ্দ্দিশে বেঢ়ি আছে নাগেশ্বৰ চম্পা ॥ ৩৩৭৯
দেৱনাগ কুৱা জাতি কনৌৰ ধুন্ধুৰ।
লৱঙ্গ মালতী গন্ধ সঞ্চৰয় দূৰ ॥
গুটিমালি তগৰ ৰায়তি যূতী কুন্দ।
পাৰিজাত সন্তান চন্দন বুন্দা বুন্দ ॥ ৩৩৮০
মনৰ দৰ্পণ যেন সুনিৰ্ম্মল জল।
সূৰ্য্যৰ কিৰণ যেন ৰকত কমল ॥
সুগন্ধ পৱন বহে মনত উল্লাস।
কুমুদ প্ৰকাশে চম্পা সৰোবৰ পাশ ॥ ৩৩৮১
জলপদ্ম স্থলপদ্ম দেখি জাতিস্কাৰ।
সেৱালী নেৱালী পুষ্প দেখিলা অপাৰ ॥
মধুপায়ী চটক থাকয় ভৰি পূৰি।
শৰদতে মধুপান কৰৈ ফুৰি ফুৰি ॥ ৩৩৮২
ৰাঘৱে বোলন্ত লখাই কামৰ পয়াণ।
শৰীৰ ভেদিল মোৰ কাম পঞ্চবাণ ॥
চম্পা সৰোবৰ দেখি ৰামৰ হৰিষ।
কতক্ষণ তহিত কৰিলা বিমৰিষ ॥ ৩৩৮৩
লক্ষ্মণে বোলন্ত দদা কৰিয়ো গমন।
কৱন্ধৰ বোল হৈব সকলে শোভন ॥

দুই ভাই লৰি গৈলা সুস্থিৰ গমনে।
পৰ্ব্বতৰ কোল গৈয়া পাইলা তেতিক্ষণে ॥৩৩৮৪
পৰ্ব্বতত উঠি ৰামে দেখিলন্ত পথ।
দিব্য ফল পুষ্পচয় দেখিলা সমস্ত ॥
পৰ্ব্বতৰ নিকটত পন্থ বহি যান্ত।
নানা সব গুল্ম লতা বৃক্ষ দেখিলন্ত ॥ ৩৩৮৫
নানা সব মৃগপক্ষী দেখিলন্ত তথা।
পাঞ্চগুটি বানৰ বসিয়া আছে তথা ॥
এতেকে অৰণ্যকাণ্ড ভৈল সমাপতি।
মাধৱে ভণন্ত মহামানীয়ে শুনন্তি ॥ ৩৩৮৬

---

### ছুলড়ী

নমো নমো ৰাম দূৰ্ব্বাদল শ্যাম
তনু আতি অনুপাম।
সৰ্ব্ব পুৰুষাৰ্থ শিৰত প্ৰকাশ
কৰে যাৰ গুণনাম ॥
সৰ্ব্বশ্ৰুতি ৰত্ন শিৰত বিৰাজ
যাহাৰ পদ কমল।
সৰ্ব্ব ধৰ্ম্ম সাৰ যাৰ যশৰাশি
মঙ্গলৰো সুমঙ্গল ॥ ৩৩৮৭
হেনয় পৰম ঈশ্বৰ আপুনি
ৰাম ৰূপে অৱতৰি।
গৃহস্থৰ যত ধৰ্ম্মক প্ৰকাশ
কৰিলন্ত মহাহৰি ॥
ধৰ্ম্মৱন্ত সন্ত শীতল স্বভাৱ
সমস্তে গুণ আলয়।
সৰ্ব্ব ধৰ্ম্মময় নিজ যশচয়
প্ৰচাৰিলা কৃপাময় ॥ ৩৩৮৮
মহন্ত সবৰ কৰ্ণৰ ভূষণ
পৰম অমৃতময়।
ইহাৰ শ্ৰৱণ কীৰ্ত্তনে তৰয়
মহা মহা পাপীচয় ॥
জানিয়া ৰামৰ চৰিত্ৰ শুনিয়ো
সমাজিক যত যত।
পৰম সুগম ইসে মহাধৰ্ম্ম
দুৰ্ঘোৰ কলি যুগত ॥ ৩৩৮৯
ঘোৰ কলি মলে সবাকো ব্যাপিলে
দেখা স্থিৰ কৰি বুদ্ধি।
যত চিত্ত বিত্ত অপৱিত্ৰ ভৈল
নাহি শৰীৰৰ শুদ্ধি ॥
মলিন জনৰ ধৰ্ম্মত কৰ্ম্মত
জানা নাহি অধিকাৰ।
দুই গুটি অক্ষৰ ৰাম নাম লৈয়া
তৰিয়ো সুখে সংসাৰ ॥ ৩৩৯০
ব্ৰহ্মা আদি দেৱে বাঞ্ছিয়া নপাৱে
ভাৰত তনুৰ কায়া।
হেনয় পৰম দুৰ্ল্লভ শৰীৰ
কিবা ভাগ্যে আছা পায়া ॥
হেন জানি জন্ম জীৱন সাফলি
ধৰা মাধৱৰ নাম।
ডাকি মুখ ভৰি বোলা উচ্চ কৰি
নিৰন্তৰে ৰাম ৰাম ॥ ৩৩৯১

---

**—ইতি অৰণ্যকাণ্ড সমাপ্ত—**

# সপ্তকাণ্ড রামায়ণ

## কিষ্কিন্ধ্যাকাণ্ড

শ্ৰীৰামৰ সৈতে সুগ্ৰীৱৰ সম্মিলন

পদ

প্ৰণামিলো ৰাম তিনি ত্ৰৈলোক্যৰ নাথ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত॥
সুগ্ৰীৱৰ হিত বুদ্ধি বালীৰ মৰণ।
মাধৱে ভণিলা শ্ৰীৰামৰ চৰণ॥ ৩৩৯২
ৰামায়ণ কথাক শুনয় যিটো জনে।
পাপ মৃগ পলাই যেন সিংহ দৰশনে॥
বিজুলী চটক যেন অথিৰ সংসাৰ।
ৰাম সুমৰণে কোটি পুৰুষ উদ্ধাৰ॥ ৩৩৯৩
শুনা সভাসদ ৰাম চৰিত্ৰ উত্তম।
সমস্ত লোকৰ ইসে ধৰ্ম্ম মুখ্যতম॥
ইহাৰ স্মৰণে সুখে তৰিবা সংসাৰ।
জানি ৰামচন্দ্ৰৰ কথাক কৰা সাৰ॥ ৩৩৯৪
অৰণ্যকাণ্ডৰ কথা ভৈলা সমাপতি।
কিষ্কিন্ধ্যাকাণ্ডৰ কথা শুনিয়ো সম্প্ৰতি॥
সীতাক বিচাৰ কৰি শ্ৰীৰাম-লক্ষ্মণ।
ঋষ্যমুখ পৰ্ব্বতক পাইলা দুয়োজন॥ ৩৩৯৫
শ্ৰীৰাম লক্ষ্মণ দুয়ো পৰ্ব্বতে উজান্ত।
দূৰে বসি পাঞ্চটি বানৰে দেখিলন্ত॥
সুগ্ৰীৱে বোলন্ত শুনা বীৰ হনুমন্ত।
কৈৰবা মনুষ্য দুই আমাক আসন্ত॥ ৩৩৯৬
জানা বালী দাদা আতি স্বভাৱে কপটী।
চৰ কৰি পঠাইলা মনুষ্য দুই গুটি॥
কাৰ্য্যটি লখিলে আতিশয় লাগে ডৰ।
শীঘ্ৰে গৈয়া পশো আসা গিৰিৰ গহ্বৰ॥ ৩৩৯৭
এহি বুলি সাবহিতে গৈলা কতোদূৰ।
পদভৰে মেদিনী কপিলা নাগপুৰ॥
শৰীৰৰ বায়ু লাগি ভাঙ্গে বৃক্ষ ডাল।
সিংহ ব্যাঘ্ৰ পলাইল মহিষ শৃগাল॥ ৩৩৯৮
পলাই গৈয়া গহ্বৰত আছে পাঞ্চজন।
সি স্থানতে বিমৰিষি আছে কতোক্ষণ॥
সুগ্ৰীৱে বোলন্ত শুনা উঠা বায়ুসুত।
জিজ্ঞাসি চাহিয়ো হোৱে নোহে বালীদূত॥ '৯৯
তেতিক্ষণে হনুমন্তে ৰাজাৰ আদেশে।
ৰাম লক্ষ্মণত পাচে ব্ৰাহ্মণৰ বেশে॥
কৰযোৰ কৰি পুছিলন্ত ৰঙ্গমনে।
কৈব দুই মনুষ্য ফুৰস কি কাৰণে॥ ৩৪০০
সৰ্ব্বাঙ্গ সুন্দৰ একো গুণে নুহি হীন।
কিবা কোন দেৱ কিবা নৃপতিৰ চিন॥
কাহাৰ কুমাৰ কোন কাৰ্য্যত ফুৰাহা।
কিবা হেতু দুয়ো জনে পৰ্ব্বতে উজাহা॥ ৩৪০১
লক্ষ্মণে বোলন্ত বৃদ্ধ শুনিয়ো ব্ৰাহ্মণ।
দশৰথ ৰাজাক জানন্ত দেৱগণ॥
তান শ্ৰেষ্ঠা মহিষী কৌশল্যা যাৰ নাম।
তাহান গৰ্ভত উতপতি শ্ৰেষ্ঠ ৰাম॥ ৩৪০২
মোৰ নাম লক্ষ্মণ কনিষ্ঠ শত্ৰুঘন।
সুমিত্ৰাৰ গৰ্ভে আমি ভৈলো উৎপন॥

শ্ৰেষ্ঠ ভাইত ভকত ভৈলোহো ততপৰ।
জানিবাহা মোক ৰাঘৱৰ অনুচৰ ॥ ৩৪০৩
কৈকেয়ী নামত নাৰী ৰূপে বিদ্যাধৰী।
বৃদ্ধ নৃপতিৰ আতি হুয়া পটেশ্বৰী ॥
নামত ভৰত তান তনয়ক লাগি।
সত্য কৰাই ৰাজাত লৈলন্ত ৰাজ্য মাগি ॥ ৩৪০৪
ৰামে ৰাজ্য নপাইলন্ত বিধিৰ কপটে।
ৰাজায়ো মৰিল কৈকেয়ীৰ উদভটে ॥
জনকজীয়াৰী ৰাঘৱৰ বিবাহিতা।
নজানো ৰাৱণে হৰি নিল কোন ভিতা ॥ ৩৪০৫
সীতাক খোজন্তে ৰাম অনেক প্ৰৱন্ধে।
সুগ্ৰীৱ ৰাজাৰ বাৰ্ত্তা জনাইলা কৱন্ধে ॥
বানৰ ৰাজাত গৈয়া লৈয়োক শৰণ।
হেন হিত তুমি কিছু কৰিয়ো ব্ৰাহ্মণ ॥ ৩৪০৬
শুনি হনুমন্তে ধৰি আপোনাৰ বেশ।
ৰাঘৱক প্ৰদক্ষিণ কৰিলা আশেষ ॥
ভালে শুনি আছো ৰামদেৱৰ কাহিনী।
সুগ্ৰীৱৰ দৈৱে বিধি মিলাইলন্ত আনি ॥ ৩৪০৭
সুগ্ৰীৱৰ দূত মোক বুলি হনুমন্ত।
জানিলোহো নৃপতিৰ দুখ ভৈল অন্ত ॥
যিহেতু ইঠাৱে আসি আপুনি মিলিলা।
বানৰ কুলৰ ঘোৰ দুৰ্গতি খণ্ডিলা ॥ ৩৪০৮
এহি বুলি হনুমন্তে দুয়ো ভাইক লৈয়া।
তেতিক্ষণে সুগ্ৰীৱত ভেটাইলন্ত গৈয়া ॥
দেখিয়া সুগ্ৰীৱ আতি উল্লসি গৈলন্ত।
দুহান্তৰো কাহিনী কহন্ত হনুমন্ত ॥ ৩৪০৯
ক্ষত্ৰিয় কুলত ভৈলা শ্ৰীৰাম লক্ষ্মণ।
দুই ভাই লৈলা আসি তোমাত শৰণ ॥
ৰামৰ সপত্নী মাতৃ আছন্ত কৈকেয়ী।
দশৰথ ৰাজাৰ বল্লভা মহাদই ॥ ৩৪১০
উচ্চাদিতে নপাৰিয়া তাহান বচন।
দুই পুত্ৰ বোহাৰীক পঠাইলন্ত বন ॥
বিধিৰ কপটে ৰামে ৰাজ্যক নপাইলা।
বনত আসিয়া সীতা ভাৰ্য্যাক হৰাইলা ॥ ৩৪১১
দুৰ্গতি খণ্ডিল বিধি ভৈল সুপ্ৰসন্ন।
ত্ৰৈলোক্যবিজয়ী ৰামে মাগন্ত শৰণ ॥
হনুমন্ত বচনে খণ্ডিল মনোভয়।
তমোময় গুচি যেন আদিত্য উদয় ॥ ৩৪১২
অগনিত ঘৃত যেন ঢালিল অপাৰ।
আঠ গুণ তেজ ভৈল সুগ্ৰীৱ ৰাজাৰ ॥
বায়ুসুতে আমাৰ ইষ্টক সাধিলন্ত।
ৰামক আনিয়া মোক তুষ্ট কৰাইলন্ত ॥ ৩৪১৩
মনুষ্য স্বৰূপে নাৰায়ণ অৱতাৰ।
অল্প সাধ্যে পাইলো ভৈল কল্যাণ আমাৰ ॥
মোৰ সিদ্ধি ভৈল সবে গুচিল দুৰ্গতি।
দশম এৰায়া একাদশ বৃহস্পতি ॥ ৩৪১৪
আগতে অগনি জ্বালি বন্ধাইলন্ত মিত্ৰ।
সত্য কৰিলন্ত দুয়ো অনেক বিচিত্ৰ ॥
অগনিক প্ৰদক্ষিণ দুয়ো কৰিলন্ত।
আউৰে আউৰে চান্ত কৌতুকৰ নাহি অন্ত ॥ '১৫
চাহন্তে চাহন্তে চক্ষু নভাষয় আৰ।
মিত্ৰতা কৰন্তে দেখি আনন্দ অপাৰ ॥
অনেক সুকৃত কৰি বন্ধাইলন্ত মিত্ৰ।
সত্য কৰিলন্ত দুয়ো অনেক বিচিত্ৰ ॥ ৩৪১৬
শুনি আছো তোহোৰ যতেক উপেক্ষিত।
হনুমন্তে সব কথা কৰিলা বিদিত ॥
ৰাজ্য এৰি আসিলাহা অতি ঘোৰ বনে।
তোমাৰ ভাৰ্য্যাক হৰি নিলেক ৰাৱণে ॥ ৩৪১৭
সত্য কৰি বুলিলোহো শুনিয়োক মিতা।
ত্ৰিভুৱন বিচাৰিয়া আনি দিবো সীতা ॥
পাতালক নেই যদি আনি দিবো তুলি।
সত্যে সত্যে ইন্দ্ৰক যুজিবো একাৱলী ॥ ৩৪১৮
ব্ৰহ্মা বিষ্ণু মহেশক তুষিবোহো পূজি।
ত্ৰিভুৱন বিচাৰি সীতাক দিবো খুজি ॥
সাৱধান হোৱা প্ৰভু কথা এক কহো।
কন্যা এক নেন্তে সবে হন্তে দেখিলোহো ॥ '১৯
দশ শিৰ কুৰি বাহু মনে অৱগাই।
সেহিসে সীতাক নিলে আছিলোহো চাই ॥

কোলে কৰি আলগাই বায়ুপথে যাই।
ৰাম ৰাম বুলিয়া কান্দন্ত সীতা আই ॥ ৩৪২০

ঝুমুৰী

আকাশৰ পথে যান্তি।
দশ দিশে নিহালন্তি ॥
ভয়ে আতি চমকন্তি।
ক্রন্দন কৰিয়া যান্তি ॥ ৩৪২১
লক্ষ্মণক সুমৰন্তি।
ৰাম ৰাম উচ্চৰন্তি ॥
পৰ্ব্বতত উজাৰন্তি।
মাথাগোট চপৰান্তি ॥ ৩৪২২
আমাসাক দেখিলন্তি।
অধোমুখে নিহালন্তি ॥
অলঙ্কাৰ খসাৰন্তি।
আঞ্চলত বান্ধিলন্তি ॥ ৩৪২৩
মাজ লাগি ক্ষেপিলন্তি।
বচনক বুলিলন্তি ॥
মই যেৰে হওঁ শান্তী।
ৰামে আক লভিবন্তি ॥ ৩৪২৪
আবাৱ কৰন্তে যান্তি।
শৰীৰত লুকাৱন্তি ॥
হওঁ তেন্তে সীতা শান্তী।
দেখি সত্য কৰিলন্তি ॥ ৩৪২৫

সীতাৰ অলঙ্কাৰ চাই ৰামৰ শোক

পদ

অভিপ্ৰায় আছে অলঙ্কাৰক দেখিত।
আগতে আনিয়া তেৱে কৰো উপস্থিত ॥
আসিলেক নাসিলেক জানকী সীতাত।
হুয়ো পৰিচয় দেখি আপুনি সাক্ষাত ॥ ৩৪২৬

ৰাঘৱে বোলন্ত শুনা বচন আমাৰ।
প্ৰাণতো অধিক মোৰ তুমি মিত্ৰ সাৰ ॥
কৰিয়োক হৃদয়ৰ সন্তোষ বিস্তাৰ।
সঞ্চা চক্ষু দেখোহো বান্ধৱৰ অলঙ্কাৰ ॥ ৩৪২৭
অলঙ্কাৰ সুগ্ৰীৱে আগত আনি থৈলা।
দুই হাত মেলি ৰামে হৃদয়ত লৈলা ॥
হা প্ৰাণেশ্বৰী বুলি কান্দি মূৰ্চ্ছা গৈলা।
ভূমিত পৰিয়া প্ৰভু অচেতন ভৈলা ॥ ৩৪২৮
ক্ষণেকে চেতন পাই ত্ৰৈলোক্যৰ নাথ।
হা সীতা বুলি মুঠি হানন্ত হিয়াত ॥
বিহা কৰি আনিলোহো আতি অনুযোগে।
তোক মোক বঞ্চিলেক অযোধ্যাৰ ভোগে ॥ '২৯
নেত্ৰক মেলিয়া এক দিশক নচাইলো।
পিয়াসে পীড়িয়া জল খুজিয়া নপাইলো ॥
হা কৈক গৈলেনো প্ৰথম বিহা নাৰী।
দশৰথ নৃপতিৰ প্ৰথম বোহাৰী ॥ ৩৪৩০
এহি অলঙ্কাৰে আছিলাহা মোৰ পাশে।
দুৰ্জ্জয় ৰাৱণে হৰি নিলেক আকাশে ॥
এহি বুলি অলঙ্কাৰ হৃদয়ে ধৰিলা।
আতি আৰ্ত্তৰাৱে ৰামে ক্ৰন্দন কৰিলা ॥ ৩৪৩১
ৰামৰ বিলাপ দেখি লক্ষ্মণ সুগ্ৰীৱে।
আশেষ সন্তাপে মুঠি হানিলন্ত হিয়ে ॥
বানৰৰ ৰাজা পাচে কৰিলা আশ্বাস।
শোকে কিছু নসাধয় নুহিবাহা ত্ৰাস ॥ ৩৪৩২
সন্ধুক্ষণ ভৈলা পাচে ত্ৰৈলোক্যৰ নাহা।
শোক দুখ অগনি শৰীৰ কৰে দাহা ॥
সহিবে নোৱাৰো ক্ৰোধ জ্বলয় প্ৰত্যেক।
সীতাক আনিয়া তাক লাগে নুমাইবাক ॥ ৩৪৩৩

ঝুমুৰী

ধনু তুলি ধৰিবোহো।
পৃথিৱীক ফুৰিবোহো ॥

অনন্তক চালিবোহো ।
নাগলোক খানিবোহো ॥ ৩৪৩৪
ৰিপুগণ মাৰিবোহো ।
অসুৰক দাৰিবোহো ॥
ভৈৰৱক ভুষিবোহো ।
সাগৰক ভুষিবোহো ॥ ৩৪৩৫
বীৰত্বক প্ৰকাশিবো ।
ত্ৰৈলোক্যক বিনাশিবো ॥
শৰে শৰে খাঞ্চিবোহো ।
সাগৰক শুষিবোহো ॥ ৩৪৩৬
ত্ৰিদশক বঞ্চিবোহো ।
আন দেৱ সঞ্চিবোহো ॥
আজি কীৰিতিক নিবো ।
সব যম মুখে দিবো ॥ ৩৪৩৭

———

বালী-দুন্দুভিৰ যুদ্ধ বৰ্ণনা

**পদ**

সুগ্ৰীৱে বোলন্ত মিত্ৰ মোৰ বোল কৰা ।
বীৰত্বক সাফলিয়া পোৰুষক ধৰা ॥
মোহোৰ বচনে তুমি শোক পৰিহৰা ।
বালী বধ কৰি মোৰ সত্যক উদ্ধাৰা ॥ ৩৪৩৮
শ্ৰীৰাম বোলন্ত মোৰ শৰীৰ নসহে ।
হৰিল চেতন জ্ঞান সীতাৰ বিৰহে ॥
সঘনে নিশ্বাস বহে সীতাৰ বিকলে ।
একে শোকে মৰো আৰো তযু উত্ৰাৱলে ॥ '৩৯
উভয় প্ৰকাৰে মোৰ মনৰ আকুল ।
পুছো আৱে তোমাৰ দুখৰ কৈয়ো মূল ॥
কি কাৰণে কন্দল কৰিলা দুই ভাই ।
বনবাস খাটা কিক ভাৰ্য্যা হৰুৱাই ॥ ৩৪৪০
আপদে গ্ৰাসিলে ভাৰ্য্যা হৰুৱালা কিক ।
শুনি পাচে বধিবোহো দুৰ্জ্জয় বালীক ॥
পাচেসে কৰিবা তুমি মোৰ প্ৰতিকাৰ ।
মাৰিলো জানিবা বালী বৈৰক তোমাৰ ॥ ৩৪৪১

ত্ৰৈলোক্য বিজয়ী আছে একোপাট শৰ ।
নকৰিবা তুমি বালী বানৰক ডৰ ॥
সুগ্ৰীৱে বোলন্ত শুনা প্ৰভু ৰামদেৱ ।
মোৰ বালী দদাক সমৰে নাহি কেৱ ॥ ৩৪৪২
আদিত্যে উদয় হন্তে ছাৰি যাই পুৰী ।
তেতিক্ষণে আসে চাৰি সাগৰক ফুৰি ॥
বল কটালিবাক দদাৰ যেৱে মন ।
হাস্ফুলিয়া পৰ্ব্বত উপাৰি কৰে ছন ॥ ৩৪৪৩
শিখৰ ভাঙ্গিয়া হাতে খেলাৱয় ঢোপ ।
ত্ৰিদশে কাম্পয় দেখি বালীৰ আটোপ ॥
আৱৰ কাহিনী কহো শুনা প্ৰভু ৰাম ।
অসুৰেক আছিল দুন্দুভি তাৰ নাম ॥ ৩৪৪৪
তিনিয়ো লোকত বৰ শুনিছো প্ৰধান ।
সাগৰত গৈয়া মাগিলেক যুদ্ধ দান ॥
অসুৰক সম্বুধিয়া মাতন্ত সাগৰ ।
হাওৰে অসুৰ তোক নুহো সমসৰ ॥ ৩৪৪৫
হেমৱন্ত পৰ্ব্বত আছে তোক প্ৰতিবল ।
ৰণত হৰিষ আছে তৈকে লাগি চল ॥
শীঘ্ৰে আণ্টাইলেক হেমৱন্ত পৰ্ব্বতক ।
দৰ্পে বুলিবাক লৈল অসুৰ লটক ॥ ৩৪৪৬
শুনা গিৰিৰাজ মহাদেৱৰ শশুৰ ।
মোক ৰণ দিয়া তই চল যমপুৰ ॥
হেমৱন্তে বোলন্ত তোক নোহো সম ।
কিষ্কিন্ধ্যাৰ বালী ৰাজা তোৰ হৈবে যম ॥ ৩৪৪৭
যেৱে পুনু মৰিবাক তোৰ আছে মন ।
জাণ্টে কৰি ভাঙ্গ গৈয়া তাৰ মধুবন ॥
দুৰ্ব্বাৰ অসুৰ সিটো বৰ ৰণলোভী ।
কিষ্কিন্ধ্যাক লাগি বেগে চলিলা দুন্দুভি ॥ ৩৪৪৮
মহিষৰ ৰূপ ধৰি আসিল দুৰ্ব্বাৰ ।
ৰণক হৰষে মাতে আটোপ টঙ্কাৰ ॥
অগনি সমান ফুৰাৱয় দুই আখি ।
শৃঙ্গআগে পৰিয়া দোহাৰ হোৱে মাখি ॥ ৩৪৪৯
মেঘ খণ্ড খণ্ড হোৱে পায়া লাঞ্জ চাটি ।
খুৰাৰ প্ৰহাৰে জল বজাই মাটি ফাটি ॥

ঘসমসি লগাইলেক পশি মধুবন।
খায়া দায়া বিধ্বংসিয়া কৰিলেক ছন ॥ ৩৪৫০
দুৱাৰৰ পাট লাথি মাৰিয়া ভাঙ্গিল।
দ্বাৰীক মাৰিয়া ঘোৰ আটাসেক দিল ॥
লাগিল চমক বনে নিৰ্ঘাত পৰিল।
নিৰন্তৰে বানৰৰ কৰ্ণে তাল দিল ॥ ৩৪৫১
অহঙ্কাৰ কৰিয়া দুন্দুভি পাৰে গালি।
শুনি নসহিয়া বাজ ভৈলা বীৰ বালী ॥
হস্তীক লাগিয়া যেন সিংহয়ে কিটাইল।
তাৰা আদি পটেশ্বৰী লগে চলি আইল ॥ ৩৪৫২
কুসুম চন্দনে অলঙ্কাৰে দেহা ভৰি।
চৌপাশে যোগায় ছত্ৰ চামৰক ধৰি ॥
তাৰাগণ সম নাৰী লগে চলি যান্তি।
যেন পূৰ্ণিমাৰ চন্দ্ৰ সদা কৰে কান্তি ॥ ৩৪৫৩
সমৰ ভূমিত বালী দেখিলন্ত পাচে।
পৰ্ব্বত সদৃশ চণ্ড মহিষেক আছে ॥
অসুৰক বালীৰাজা মাতিলা সম্বুধি।
জঙ্কাই মোক যমপুৰী গৈলি মন্দবুধি ॥ ৩৪৫৪
কালে তোক পাইলে মধুবন বিনাশিলি।
বালীক নিচিনি বেটা গৰ্ব্বতে নশিলি ॥
ক্ষুদ্ৰ মৃগ হুয়া মত্ত সিংহক জোকাইলি।
বিপাঙ্গে পৰিলি বন্ধু দেখিতে নপাইলি ॥ '৫৫
দুন্দুভি বোলয় ওৰে শুন বালী ৰায়।
স্ত্ৰীৰ আগত কেনে মেল মিছা টাই ॥
মোৰ হাতে মৰিবি ৰাখন্তা নাহি কেৱ।
সত্বৰে সুমৰ যেৱে আছে ইষ্টদেৱ ॥ ৩৪৫৬
লুকাওঁ আজি বালী নাম মোৰ লেঞ্জ চাটে।
মই ৰাজা হওঁ আজি এই দণ্ডপাটে ॥
পাঞ্জৰ ফুৰিয়া মাৰো শৃঙ্গৰ আচাৰে।
শিৰ খুলি ভাঙ্গো নুহি লাথিৰ প্ৰহাৰে ॥ ৩৪৫৭
হাসি বালী বোলৈ শৃঙ্গে বিন্ধি এৰ মোক।
মুঠিৰ প্ৰহাৰে যমপুৰে নিবো তোক ॥
শুনিয়া দুন্দুভি শৃঙ্গ বৈসাইলেক ডাটি।
বোম্বালে ৰুধিৰ বাজ ভৈলা হিয়া ফাটি ॥ ৩৪৫৮

বালী বসাইলা মুঠি চোট বৰ পাই।
কপাল ফুটিয়া ঢাকি ৰুধিৰ বজাই ॥
ক্ৰোধিল অসুৰ ঘোৰ লভিয়া প্ৰহাৰ।
গৰ্জ্জি খেদি যায় যেন মেঘ বাৰিযাৰ ॥ ৩৪৫৯
নিৰ্ঘাত পৰিল যেন আটাস পাৰিল।
বায়ুবেগে বালী ৰায়ৰ সমীপ চাপিল ॥
দুন্দুভি আসিল খেদি দেখি বীৰ বালী।
জাম্প দিয়া তেতিক্ষণে ধৰি আঙ্কোৱালি ॥ '৬০
বজ্ৰৰ সদৃশ লাগি গৈল জবাজৰি।
মহিষে বানৰে পৃথিৱীত গড়াগড়ি ॥
বানৰক মহিষে আচাৰে শৃঙ্গে তুলি।
দুন্দুভিক নখে বালী পেলাইলন্ত ফালি ॥ ৩৪৬১
মহাঘোৰ নাদে দুয়ো দোহাঙ্ক গৰ্জ্জন্ত।
পৃথিৱী কম্পিয়া গৈলা পাতাল পৰ্য্যন্ত ॥
বন্ধ ছন্দ বিবন্ধ লাগিলা যত যত।
প্ৰহাৰিবে সম্বৰিবে দুহান্তো শকত ॥ ৩৪৬২
থিৰ লেঞ্জ কৰি দুয়ো খেলনা কৰন্ত।
সব দেৱগণে ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত ॥
ত্ৰিদশক দেখি ক্ৰোধ কৰিয়া দুন্দুভি।
হানিবাক লাগি গৈলা দুই শৃঙ্গ উভি ॥ ৩৪৬৩
তবধ নয়নে ফোকাৰয় আতি বাগী।
উশ্বাস লাগিয়া বৃক্ষসব যাই ভাগি ॥
দুই শৃঙ্গ জ্বলে যেন শনাই ত্ৰিশূল।
ত্ৰিদশ বোলয় ভৈল বালীৰ নিৰ্ম্মূল ॥ ৩৪৬৪
সকল বানৰ বল ভৈ গৈল বিভঙ্গ।
ইন্দ্ৰপুত্ৰ বালীৰ নাহিকে ভুৰুভঙ্গ ॥
লীলায়ে বানৰ ৰাজা গাৱ চালিলন্ত।
শৃঙ্গত ধৰিয়া তাক টানিয়া লইলন্ত ॥ ৩৪৬৫
ৰিপুকুল মৰ্দ্দন দুৰ্জ্জয় বীৰ বালী।
আপোন শৰীৰে তাক পেলায়া নিঢালি ॥
দুই হাত ধৰি তাক তুলি আলগাইলা।
বামপাৰে লাথি হানি ক্ষেপিয়া পঠাইলা ॥ '৬৬
প্ৰহৰেক পথ গৈয়া পৰিল উফৰি।
ঋষ্যমুখ পৰ্ব্বতৰ কত দূৰ জুৰি ॥

আছন্ত মাতঙ্গ ঋষি অগনিৰ সম।
সেহি পৰ্ব্বততে তান আছন্ত আশ্রম ॥ ৩৪৬৭
ধ্যান কৰি আছে ঋষি হৰিকেসে চিতে।
সকল শৰীৰ তান তিতিল শোণিতে ॥
ঋষিয়ে বোলন্ত কোনে পাপক সঞ্চিল।
সকল শৰীৰ মোৰ শোণিতে তিতিল ॥ ৩৪৬৮
অসুৰ ক্ষেপিয়া কোনে চিন্তিলেক মন্দ।
ঋষ্যমুখ পৰ্ব্বতে পৰিবে তাৰ স্কন্ধ ॥
এহি বুলি ঋষি তৈৰ চালিলন্ত গাৱ।
জলত নামিয়া পখালিলা হাত পাৱ ॥ ৩৪৬৯
বিষ্ণুক সুমৰি মন্ত্ৰ জপিলা মনত।
আসন ভিৰিয়া পুনু বসিলা ধ্যানত ॥
খেদি নাসে বালী দাদা সেহিসে নিদানে।
পলাই পঞ্চবানৰ আছোহো এহি থানে ॥ ৩৪৭০

বালী-মায়াৱন্তৰ যুদ্ধ বৰ্ণন

আউৰ কাহিনী কহো শুনিয়ো শ্ৰীৰাম।
দুন্দুভিৰ শ্ৰেষ্ঠ ভাই মায়াৱন্ত নাম ॥
ভ্ৰাতৃ শোকে সিয়ো আসি মাগিলেক ৰণ।
দুই ভাই সাজি নিকলিলো তেতিক্ষণ ॥ ৩৪৭১
বানৰৰ ৰাজা বালী বীৰত্বে প্ৰধান।
পাচত চলিলো মই পৰ্ব্বত সমান ॥
দুই ভাইক দেখি সিটো অসুৰ ডৰিল।
মহাবেগে পৰ্ব্বতৰ গহ্বৰে পশিল ॥ ৩৪৭২
চন্দ্ৰাৱতী ৰজনী দেখিয় বহুদূৰ।
দেখিল গহ্বৰ মাজে পশিল অসুৰ ॥
দদা মোক বোলে তই থাক ইথানত।
যাৱে নাসো মই অসুৰক কৰি হত ॥ ৩৪৭৩
কৰিলো কাৰুণ্য মই চৰণত ধৰি।
জীৱন মৰণ জানিবোহো কেনে কৰি ॥
বালী বোলে গৰ্ত্ত ভৰি দুগ্ধ হোৱে বাজ।
নিশ্চয় জানিবা মৰিলোহো বালীৰাজ ॥ ৩৪৭৪
নচেত বিৱৰে বাজ হোৱে তেজচয়।
অসুৰক মাৰিলো মোহোৰ ভৈল জয় ॥
মাৰিবো অসুৰ কিছু নকৰিবি ভয়।
তথাপিতো মোৰ মনে নুগুচে সংশয় ॥ ৩৪৭৫
নিষেধ বচন পুনু বুলিলো বিস্তৰ।
হিত বোল নুশুনিয়া পশিলা ভিতৰ ॥
দ্বাৰ ৰাখি আছিলোহো পঞ্চদশ মাস।
দদাৰ তেজিলো মই জীৱনৰ আশ ॥ ৩৪৭৬
বজাইল শোণিত আসি গৰ্ত্তগোট ভৰি।
নিশ্চয়ে জানিলো মোৰ দদা গৈলা মৰি ॥
গহ্বৰ ভিতৰে ৰব আৱাৰ শুনিলো।
শিলাগোট দিয়া ভয়ে দুৱাৰ মাৰিলো ॥ '৭৭
আসি ভৈলো চিৰকাল কিষ্কিন্ধ্যা নগৰ।
দেখি মোক ৰঙ্গ ভৈল সকলে লোকৰ ॥
মৰিলেক বালী জিজ্ঞাসিলে পাত্ৰলোক।
সেহি দণ্ডে পাটে ৰাজা কৰিলেক মোক ॥ '৭৮
সমস্ত দেশৰ যত ভালুক বানৰ।
মোতে আসি সেৱা সবে কৰে নিৰন্তৰ ॥
প্ৰকাশয় আতি সিংহাসন মাণিকৰ।
তাতে বসি ভোগ কৰো যেন পুৰন্দৰ ॥ ৩৪৭৯
কতো কাল সুখে আছো ৰাজ্য প্ৰতিপালি।
আসিলন্ত অসুৰ মাৰিয়া বীৰ বালী ॥
মই ৰাজা ভৈলো দেখি বিহৰিল চিত।
ক্ৰোধিলেক অগনিত যেন দিলে ঘৃত ॥ ৩৪৮০
পাত্ৰগণ সমে বাঢ়ি চৰণে ধৰিলো।
প্ৰণতিপূৰ্ব্বক মই প্ৰণাম কৰিলো ॥
পিতৃসম শ্ৰেষ্ঠ ভাই প্ৰাণতো অধিক।
আসিলা কুশলে এৰাইলা দুৰ্গতিক ॥ ৩৪৮১
আসিলাহা তুমি মোৰ গুচিল অপায়।
ৰাজ্য চাৰি দণ্ড পাট দিলো সমুদায় ॥
পঞ্চদশ মাস দ্বাৰ ৰখিয়া আছিলো।
গৰ্ত্ত ভৰি তেজপুঞ্জ বজাইল দেখিলো ॥ ৩৪৮২
ভয়ে শিলগোট গহ্বৰৰ দ্বাৰ জুৰি।
শোকে কান্দ কাতি আসি ভৈলো নিজপুৰী ॥
পাচে পাত্ৰ মেলে সবে কাৰ্য্য আলোচিল।
অৰাজক ভয়ে মোক ৰাজ্যে জোকাৰিল ॥ ৩৪৮৩

তথাপি কৰিলো দোষ দদা ক্ষমা কৰ।
চৰণত ধৰি স্তুতি কৰিলো বিস্তৰ ॥
ক্ৰোধে তথাপিতো মোক নেদিলে উত্তৰ।
স্বভাৱতে ক্ৰূৰ জাতি দাৰুণ বানৰ ॥ ৩৪৮৪
শান্ত কৰিবাক পাৰি সজ্জনৰ মন।
ভাঙ্গিলে গঢ়িব পাৰি সুৱৰ্ণ ভাজন ॥
দুৰ্জ্জনৰ মন শান্ত কৰণ নযায়।
মৃত্তিকাৰ পাত্ৰ গঢ় নলৰে দুনাই ॥ ৩৪৮৫
মহাক্ৰোধে বালী ৰাজা পাতিয়া সমাজ।
পাত্ৰক সম্মুখি কহিবাক লৈলা কাজ ॥
আমাৰ কথাক শুনিয়োক সৰ্ব্বলোক।
দোষ গুণ বিচাৰিয়া গৰিহিবা মোক ॥ ৩৪৮৬
অসুৰ মাৰিবে প্ৰতি দুয়ো ভাই গৈলো।
বিবৰে পশিয়া আক দুৱাৰতে থৈলো ॥
ভয়ঙ্কৰ শিলা গোট দুৱাৰত দিয়া।
সুখে ৰাজ্য কৰে ভ্ৰাতৃবধূ সম্বৰিয়া ॥ ৩৪৮৭
ৰণক ত্যজিয়া আসি লৈলে ৰাজ্যভাৰ।
ভ্ৰাতৃৰ বিপক্ষ ভৈল সোদৰ আমাৰ ॥
দুৰ মন্দবুদ্ধি দুষ্ট সোদৰ পাপিষ্ঠ।
প্ৰাণে মাৰি হৈবোহো সোদৰবধী নিষ্ঠ ॥ ৩৪৮৮
শুনিয়োক ৰামচন্দ্ৰ তুমি মহামিত্ৰ।
আমাৰ দুখৰ কথা অনেক বিচিত্ৰ ॥
দেশৰ ডাকিলে একখানি বস্ত্ৰ দিয়া।
ৰাজ্যভোগ কৰে মোৰ ভাৰ্য্যা সম্বৰিয়া ॥ ৩৪৮৯
দুখ ভুঞ্জি কতো দিন ফুৰো বনে বন।
তথাপি বালীৰ মোত নাহি শান্ত মন ॥
বিমৰিষি মোৰ যুজিবাক ভৈল মন।
দ্বীপ দ্বীপান্তৰৰ জৰাইলো কপিগণ ॥ ৩৪৯০
জেষ্ঠ্য ভাইক যুজিলোহো প্ৰাণৰ কাতৰে।
ত্ৰিভুৱন লোক কম্পে দুইৰো পয়োভৰে ॥
চৰৰ চম্পট কিল লাঠিৰ প্ৰহাৰ।
দান্তে নখে আঙ্কৰিয়া কৰিলো বিদাৰ ॥ ৩৪৯১
তেজে তোলবোল ভৈল দুহানো শৰীৰ।
মোত কৰি বলত অধিক বালী বীৰ ॥
মৰণ শঙ্কট মোৰ মিলি গৈল বৰ।
মৰ্ম্ম থান চাই মই বসাইলো চাপৰ ॥ ৩৪৯২
মূৰ্চ্ছা গৈলা বালী দেখি মনত চিন্তিলো।
ঋষ্যমুখ পৰ্ব্বতক ভিৰি লৰ দিলো ॥
ঋষিশাপে বালীৰ মোহোৰ হিত ভৈল।
খেদিগুৰি নপাই বালী কিষ্কিন্ধ্যাক গৈল ॥ '৯৩
দুই ভাই কন্দল কৰিলো যি কাৰণে।
কহিলো সকল কথা তোমাৰ চৰণে ॥
এৰে তযু পাৰে প্ৰভু পশিলো শৰণ।
তোমাৰ ভকতি দেৱ দুৰ্গতি তাৰণ ॥ ৩৪৯৪
এৰে তযু বলৰ কটাল যেৰে পাওঁ।
মাৰিবাহা বালীক তেৱেসে পতিয়াওঁ ॥
পৰ্ব্বত আকাৰ দুন্দুভিক লাথি হানি।
এক যোজনৰ পথ পেলাইলেক আনি ॥ ৩৪৯৫
তুমি লাথি হানিয়া পেলাইতে পাৰা তাক।
তেৱে জানো পাৰিবা বালীক মাৰিবাক ॥
সুগ্ৰীৱৰ বাণী শুনি ৰাঘৱে হাস্ফুলি।
দুন্দুভিৰ শৰীৰক বামপাৱে তুলি ॥ ৩৪৯৬
বৃদ্ধ আঙ্গুলিয়ে তাক আচাৰি পেলাইল।
দেখি পাঞ্চ বানৰ কৌতুক বৰ পাইল ॥
পৰিলেক শত যোজনৰ গৈয়া পথ।
সুগ্ৰীৱে বোলন্ত নুপূৰিল মনোৰথ ॥ ৩৪৯৭
হেনমতে বল কটালিবাক নপাৰি।
অসুৰক বালী ৰাজা তেতিক্ষণে মাৰি ॥
মাংস শোণিত গাৱে সমস্তে আছিল।
লাথি হানি প্ৰহৰৰ পথক ক্ষেপিল ॥ ৩৪৯৮
জঙ্কা মাত্ৰ আছে ইটো অস্থি পুঞ্জ সাৰ।
তাক উচ্ছাদিলা নাহি প্ৰত্যয় আমাৰ ॥
দেখা সাত গাছ তাল আছে বক্ৰভাৱে।
তিনিগাছ ভেদো দদা একেশৰ ঘাৱে ॥ ৩৪৯৯
সাতো তাল ভেদা যদি তুমি একেশৰে।
তেৱেসে সংশয় গুচে মনৰ আমাৰে ॥
আনন্দ মিলয় তযু প্ৰমাণক পাওঁ।
ৰালীক মাৰিবা প্ৰভু তেৱে পতিয়াওঁ ॥ ৩৫০০

ৰাঘৱে বোলন্ত সাত গাছ তাল সাৰ।
বক্ৰভাৱে আছে অৰ্দ্ধচন্দ্ৰৰ আকাৰ ॥
কচু যেন ভেদো একেশৰৰ প্ৰহাৰে।
গুচাইবো মনৰ জিয়া সকলে তোমাৰে ॥ ৩৫০১
আগে দেৱ গুৰুক কৰিলা নমস্কাৰ।
ধনু তুলি ধৰিলন্ত যেন বজ্ৰ সাৰ ॥
আজুৰিল ধনু কৰ্ণমানক নামিল।
শ্ৰীমুখ বাণ আনি গুণে আৰোপিল ॥ ৩৫০২
ৰামপাৱ আগ কৰি দক্ষিণক পাচ।
একে প্ৰহাৰতে ভেদিলন্ত সাতো গাছ ॥
এক দুই তিনি চাৰি পাচ ছয় সাত।
প্ৰত্যেকতে অগনি নিকলে জাকে জাক ॥ ৩৫০৩
ঈষত কটাক্ষে ৰামে ভেদিলন্ত তাল।
পৰ্ব্বত ভেদিয়া শৰ পশিল পাতাল ॥
সাগৰত স্নানি পুনু পশিলা তূণত।
চমকিত ভৈল পাচে পাঞ্চৰো মনত ॥ ৩৫০৪
একোৱে নজানো আমি বানৰ তৰল।
প্ৰাণৰ কাতৰে কটালিলো তযু বল ॥
জিনিবাক পাৰা প্ৰভু জানো তিনি লোক।
আৰে কি কৰিবো প্ৰভু আদেশিয়ো মোক ॥ '০৫
শ্ৰীৰামে বোলন্ত মিত্ৰ চিনিলা আমাক।
সত্বৰে চলিয়ো এৰে যাওঁ কিষ্কিন্ধ্যাক ॥
একে পাট শৰত বালীক বধ কৰো।
ধিক্কাৰ বীৰত্ব যেৱে দুই পাট ধৰো ॥ ৩৫০৬

বালী-সুগ্ৰীৱৰ যুদ্ধ।

দশৰথ পুত্ৰ দুই পাঞ্চটি বানৰে।
কিষ্কিন্ধ্যাক লাগি চলি গৈলা চপকৰে ॥
পাঞ্চ কপি বীৰ সমে শ্ৰীৰাম লক্ষ্মণে।
কতো দূৰে থাকিলন্ত আৰ হুয়া মনে ॥ ৩৫০৭
পুত্ৰ বৈৰ বধ শুনি সূৰ্য্যে ৰঙ্গ পাইলা।
দেৱযোগ্য অলঙ্কাৰ ক্ষেপিয়া পঠাইলা ॥
চিকিমিকি কৰয় উত্তম হেমমালা।
সুগ্ৰীৱৰ মাথাত পৰিয়া জ্বলে কালা ॥ ৩৫০৮
মালাৰ প্ৰভাৱে আতি সুগ্ৰীৱ জ্বলন্ত।
হেন দেখি তাঙ্ক ৰামচন্দ্ৰে বুলিলন্ত ॥
শুনিয়ো সুগ্ৰীৱ মিত্ৰ গুচিল প্ৰমাদ।
মিলিল মঙ্গল পাইলা সূৰ্য্যৰ প্ৰসাদ ॥ ৩৫০৯
আউৰ কিবা চাৱা সখি ভৈল শুভক্ষণ।
বালী বধিবাক শীঘ্ৰে কৰিয়ো গমন ॥
বালীৰ তোলায়া খঙ্গ কৰিয়ো গৰ্জ্জন।
তিৰী চোৰা পাপিষ্ঠক মাৰো এতিক্ষণ ॥ ৩৫১০
সুগ্ৰীৱ চলিল ৰঙ্গে ভয় পৰিহৰি।
থাকিলন্ত ৰামচন্দ্ৰ হাতে ধনু ধৰি ॥
কিষ্কিন্ধ্যাৰ দ্বাৰে গৈয়া লাগিল গৰ্জ্জিত।
কিচ কিচ লাগি গৈল বানৰ পুৰীত ॥ ৩৫১১
সুগ্ৰীৱৰ আতিশয় শুনি সিংহনাদ।
স্বৰ্গ ফাটি গৈল বুলি দেৱৰ বিষাদ ॥
খণ্ড খণ্ড ভৈলা মেঘ মহা কোলাহলি।
সুগ্ৰীৱৰ গালি শুনি ক্ৰোধি গৈল বালী ॥ ৩৫১২
ত্বৰিতে বজাইল বীৰ ওৱাৰিক ছাৰি।
সূৰ্য্যৰ উদয় যেন মেঘগণ ফাৰি ॥
ৰণক সম্মুখ ভৈলা প্ৰাণক বিছুই।
প্ৰমাণত দেখিয় পৰ্ব্বত যেন দুই ॥ ৩৫১৩
আতি ক্ৰোধ নয়নে মাতয় বীৰ বালী।
সুখে ৰাজ্য ভুঞ্জো তোক দেশৰ নিকালি ॥
তোহোক মাৰিলে দুষ্ট খণ্ডিবেক শাল।
ৰাখন্তা নাহিকে তোক দশ দিগপাল ॥ ৩৫১৪
ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুণ হুইবা সাক্ষী।
সুগ্ৰীৱ ভৈয়াই হেৰা খাইলে দুই আখি ॥
মই যাক খুজিবো আপুনি আসি মিলে।
পাপিষ্ঠক মাৰিবো চৰৰ লাথ কিলে ॥ ৩৫১৫
সুগ্ৰীৱ বোলন্ত দদা এৰা দম্ভ দৰ্প।
জানিবাহা মইসে তোমাৰ কালসৰ্প ॥
আজি যেৱে জীয়া দৰ্প কৰিবাহা পাচে।
জানিবাহা নিশ্চয় বৰতো বৰ আছে ॥ ৩৫১৬
অনা অপৰাধে মোক ডাকিলা দেশৰ।
ভ্ৰাতৃবধূ হৰি পাপ সাঞ্চিলা অপাৰ ॥

মিছাত আসিয়া মোক গৰ্জ্জিলাহা তোৰা।
জিহ্বাখান মেলি চাহা কলীয়া কি গোৰা ॥ ৩৫১৭
আন কথা এৰি ঝাণ্টে যুজক আৰম্ভা।
এক ভাগ সঙ্কা মাত্ৰ দশ ভাগ লম্ভা ॥
মোক মাৰিবাহা তুমি কোনে পতিয়াইব।
তৃণৰ কি অগনিয়ে সাগৰ শুকাইব ॥ ৩৫১৮
নেত্ৰ ফুৰাই মাতিলন্ত ৰাজা বীৰ বালী।
এৰে তোৰ মুখৰ বজাইল বৰ গালি ॥
অসমৰ্থ প্ৰাণীৰ বচন চতুৰালি।
সিংহৰ আগত যেন শৃগালৰ টালি ॥ ৩৫১৯
মোৰ পাটে ৰাজা ভৈলে নমাৰিলো তয়।
আৰ কত সহিবো নীচৰ পৰাভৱ ॥
এহি বুলি শাল বৃক্ষ উপাৰি আনিল।
সাময় বুলিয়া সুগ্ৰীৱক প্ৰহাৰিল ॥ ৩৫২০
সুগ্ৰীৱে দেখন্ত বৃক্ষ চাপিলন্ত কোল।
বাহুত চাপৰ দিয়া কৰিলা হাস্ফোল ॥
কটাক্ষ নয়নে চাহিলন্ত আগ পাচ।
মুঠিৰ প্ৰহাৰে ভাঙ্গিলন্ত শাল গাছ ॥ ৩৫২১
বৃক্ষ ভাঙ্গি সুগ্ৰীৱেও কৰন্ত আস্ফাল।
শীঘ্ৰবেগে সুগ্ৰীৱে হানিলা দুই শাল ॥
দণ্ড দুইৰ পথ মানে বৃক্ষ ছানি যায়।
সমৰত বসি বালী ৰাজা আছে চাই ॥ ৩৫২২
দেখিলেক বালী বৃক্ষ ক্ষেপিলে আমাক।
অদভুত শাল দুই হানিলেক তাক ॥
চাৰি বৃক্ষ এক ঠাই পৰি ভৈল চূৰ।
অগনি কণিকা নিকালিলা বহুদূৰ ॥ ৩৫২৩
ৰাঘৱে বোলন্ত বাপু শুনিয়ো লখাই।
অদভুত সমৰ কৰন্ত দুই ভাই ॥
হেন ৰণ নয়ো দেখো পৃথিৱী ভিতৰে।
কৌতুক লভিবা বালী মাৰো একে শৰে ॥ ৩৫২৪
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেৱ পুৰন্দৰ।
অশ্বিনীকুমাৰ আৰো জয়ন্তকুমাৰ ॥
জামদগ্নি কুবেৰ বৰুণ শশধৰ।
স্বকি স্বকি যানে চড়ি চাহন্ত সমৰ ॥ ৩৫২৫
নিজৰথে সূৰ্য্যে যুদ্ধ চাহন্ত প্ৰৱন্ধে।
বাসৱে চাহন্ত যুদ্ধ ঐৰাৱত স্কন্ধে ॥
ইন্দ্ৰদেৱে দেখিলন্ত সুগ্ৰীৱৰ গলে।
সূৰ্য্যে দিলা দিব্য মালা আতিশয় জ্বলে ॥ ৩৫২৬
বালীকো দিৱন্ত ইন্দ্ৰদেৱে দিব্যমালা।
তাক পাই বালীৰ জ্বলয় আতি কালা ॥
সূৰ্য্যৰ বীৰ্য্যত সুগ্ৰীৱৰ উতপতি।
বালী ৰাজা ভৈলা ইন্দ্ৰদেৱৰ সন্ততি ॥ ৩৫২৭
দেৱবীৰ্য্যে জাত দুইহন্তবো দিব্য কায়া।
চিনন নযায় যেন দৰ্পণৰ ছায়া ॥
সূৰ্য্যৰ লগত দেৱ যতেক আছয়।
সুগ্ৰীৱ জিনন্ত বুলি কৰে জয় জয় ॥ ৩৫২৮
বাসৱৰ লগে দেৱ আছে যত যত।
বালী জিনন্তোক বুলি বাঞ্চয় মনত ॥
দেৱতাৰ আশীৰ্ব্বাদে দুহানো উল্লাস।
দুয়ো দিব্য মালা পিন্ধি কৰন্ত প্ৰকাশ ॥ ৩৫২৯
অৱসান ভৈল যেৱে বৃক্ষৰ সমৰ।
তৰুবন ছন্ন ভৈল কত প্ৰদেশৰ ॥
লেঞ্জে মেৰাই পৰ্ব্বতক উপাৰি আনিলা।
সুগ্ৰীৱক লাগি বীৰ বালীয়ে হানিলা ॥ ৩৫৩০
শত্ৰুক দলিলো বুলি ক্ষেপিলা পৰ্ব্বত।
সুগ্ৰীৱ দেখন্ত গিৰি আসন্ত পথত ॥
লেঞ্জে মেৰাই ধৰিলন্ত মাতঙ্গৰ লীলা।
সুগ্ৰীৱে হানিলা ৰঙ্গে গিৰি শৃঙ্গ শিলা ॥ ৩৫৩১
শিখৰে শিখৰে একথান ভৈলা দুই।
পৃথিৱীত পৰি গৈলা চূৰ্ণীকৃত হুই ॥
দুইহান্তকো দুইহন্তে চাহন্ত ক্ৰোধদৃষ্টি।
আথে বেথে কৰে দুয়ো পৰ্ব্বতৰ বৃষ্টি ॥ ৩৫৩২
শিখৰে শিখৰে পৰি উফৰিয়া যায়।
শৰীৰত পৰি গৈয়া অগনি বজায় ॥
দেৱবীৰ্য্য কলেৱৰ বজ্ৰসে সাক্ষাত।
পৰ্ব্বত পৰিয়া কি কৰিবে তাসম্বাত ॥ ৩৫৩৩
দেখিলন্ত সুগ্ৰীৱ পৰ্ব্বতগোট আসে।
এক প্ৰহৰৰ পথ বেঢ়ি আগে পাচে ॥

আৰো প্ৰহৰৰ পথ হোৱয় চড়ায়ে।
লাথি হানি সুগ্ৰীৱে ভাঙ্গিল বামপাৱে ॥ ৩৫৩৪
সুগ্ৰীৱে পৰ্ব্বতগোট হানিলন্ত বলে।
মন পৱনৰ বেগে গিৰিগোট চলে ॥
তেনয় দুইগোট বালী পৰ্ব্বতক লই।
লেঞ্জে মেৰাই হানিলন্ত সুগ্ৰীৱক গই ॥ ৩৫৩৫
পৰ্ব্বতে পৰ্ব্বতে ভৈলা আকাশে আন্দোল।
অগনি কণিকা জ্বলি গৈলা স্বৰ্গকোল ॥
ত্ৰিভুৱনে লাগি গৈলা অদ্ভুত শৱদ।
নৰ নাগ দেৱগণ ভৈগেলা তবধ ॥ ৩৫৩৬
ভাসি আসি পৰিল শৱদ কৰি দুই।
আউৰে আউৰ থাকিলন্ত চমকিত হুই ॥
থিয় লেঞ্জ কৰি লাগি গৈল হিঞ্চাহিঞ্চি।
বাহু দাম্ফি মাৰিয়া আন্দোল কিচাকিচি ॥৩৫৩৭
থাক থাক মাৰো বুলি উথলিল ৰোল।
দুই ভাই দুহাঙ্কো ধৰিলা কোলে কোল ॥
দুই ভাই যুদ্ধ কৰে একপিণ্ড হুই।
প্ৰমাণত দেখিয় পৰ্ব্বত যেন দুই ॥ ৩৫৩৮
যেহেন দিগ্‌গজ দুই পৰ্ব্বত ভেদয়।
টলবল বসুমতী বাসুকী কম্পয় ॥
কৈলাসে চকিত আতি ভৈলন্ত ঈশান।
সাগৰত ঢউ ভৈলা পৰ্ব্বত সমান ॥ ৩৫৩৯
মেৰুৰ শিখৰ ফুটি নিকলিল জল।
দুয়ো ভাইৰ আন্দোলে মেদিনী যায় তল ॥
পাতালৰ হুলস্থুল ভৈলা নাগগণ।
ঘনে ঘনে কম্পি গৈল অনন্তৰ ফণ ॥ ৩৫৪০
দেৱাসুৰ গন্ধৰ্ব্ব মনুষ্য বিদ্যাধৰ।
চমৎকাৰে থাকি গৈলা ভুৱন ভিতৰ ॥
তবধ নয়ন ভৈলা মনত বিস্ময়।
কি কাৰণে ভৈল আসি অকালে প্ৰলয় ॥ ৩৫৪১

### ঝুমুৰী

এহিমতে বীৰ দুই।
যুজে একপিণ্ড হুই ॥
শৰীৰত উঠে জুই।
বলে দুই ক্ষীণ নুই ॥ ৩৫৪২
বাহু বাহু বান্ধিলন্ত।
পাৱে পাৱে ছান্দিলন্ত ॥
ফুৰি ফুৰি টানিলন্ত।
গ্ৰীৱে গ্ৰীৱে জৰিলন্ত ॥ ৩৫৪৩
হিয়ে হিয়ে তাড়িলন্ত।
তুলি তুলি পাৰিলন্ত ॥
ঘুণ্টা যেন লাগিলন্ত।
আৰ্ত্তনাদ ছাৰিলন্ত ॥ ৩৫৪৪
ঘোড়া যেন লৱৰে।
অসংখ্যাত চৰৱে ॥
হাত পাৱ বিহৰে।
হস্তী যেন চিহৰে ॥ ৩৫৪৫
কিল ভুকু লাঠি হানি।
ভূমিত আফালে আনি ॥
আঞ্জুৰি আনয় টানি।
ফুৰো দুয়ো ছিদ্ৰ ছানি ॥ ৩৫৪৬
দুইকো দুয়ো পাৰে গালি।
বাহুত মাৰয় তালি ॥
যুজয় সুগ্ৰীৱ বালী।
দুয়ো বজ্ৰৰ বটালি ॥ ৩৫৪৭

---

### পদ

ৰাঘৱে বোলন্ত কিবা কৰো কৈক যাওঁ।
সুগ্ৰীৱ মিত্ৰক মই হাতে হৰুৱাওঁ ॥
কোন দৈৱবিধি মোক প্ৰৱন্ধে চলিল।
শত্ৰু মিত্ৰ একো আকলিবে নোৱাৰিলো ॥ '৪৮
দুহানো শৰীৰ একে সম একে কালা।
দুহানো গলত দেখো সুৱৰ্ণৰ মালা ॥
বালী বুলি মাৰো যেৱে সুগ্ৰীৱ মৰিব।
সংসাৰত মোৰ বৰ অখ্যাতি থাকিব ॥ ৩৫৪৯
কিনো কৰো বিধি মোক মাৰিল বিছুহি।
সংসাৰত পাপী কিনো ভৈলো মিত্ৰদ্ৰোহী ॥

লক্ষ্মণে বোলন্ত দাদা শুনিয়োক ৰাম।
অসন্তোষে সাধিবাক নোৱাৰিবে কাম॥ ৩৫৫০
যাক প্রতি ভৈল প্রভু তোহ্মাৰ প্রবন্ধ।
সহস্র যুগত তাৰ পৰিবেক স্কন্ধ॥
তিনিয়ো জগত যদি একত্র হোৱয়।
তথাপি তোমাৰ মিত্র হুইব ৰণজয়॥ ৩৫৫১
বালী নৃপতিৰ হাত সুগ্রীৱে এৰাইল।
কঙ্কালত ধৰিয়া বালীক আলগাইল॥
হুঃ বুলি আফালিল পৃথিৱীক লাগি।
বোম্বালে ৰুধিৰ বহে কুম্ভস্থল ভাগি॥ ৩৫৫২
বালী মূৰ্চ্ছা গৈল বুলি ইন্দ্রে কৰে শোক।
শুভ শুভ জয় জয় কৰে সূৰ্য্য লোক॥
কতো বেলি বালী ৰাজা চেতনক পাইলা।
আসৰিশ ক্রোধ কৰি সুগ্রীৱক ধাইলা॥ ৩৫৫৩
যেহেন হস্তীক সিংহে পেলাইলে নিচালি।
সুগ্রীৱক সেহিমতে আকলিলা বালী॥
ত্রিশূলৰ সমান নখৰ চোট ঘালি।
সুগ্রীৱৰ শৰীৰক পেলাইলা বথালি॥ ৩৫৫৪
চেতন হৰিয়া গৈল সুগ্রীৱ বীৰৰ।
বোম্বালে ৰুধিৰ বহি যায় শৰীৰৰ॥
চেতন লভিয়া বোলে নোহো সমসৰ।
থাকিলন্ত বেশ ধৰি যেন মৃতকৰ॥ ৩৫৫৫
বালী ৰাজা দেখয় নিৰ্জ্জান ভৈল দান্ত।
বিমৰিষি বোলে ভৈল বৈৰৰ উপান্ত॥
ভুৱন দহিয়া যেন বহ্নি ভৈলা শান্ত।
প্রহাৰ নকৰি থানিতেক জিৰাইলন্ত॥ ৩৫৫৬
শুনা সমাজিক জন ৰামৰ চৰিত।
কলিমল বিনাশন পৰম অমৃত॥
দেখিয়ো ৰামৰ কেনে লীলা বিপৰীত।
বনৰ বানৰ সমে কৰিলা সখিত্ব॥ ৩৫৫৭
শৰণ মাত্রকে প্রভু এৰো নবাচন্ত।
হেনসে কৃপালু দেৱ ৰাম ভগৱন্ত॥
জানিয়া ৰামৰ পাৱে পশিয়ো শৰণ।
দুৰ্ল্লভ মনুষ্য তনু পৰে কেতিক্ষণ॥ ৩৫৫৮
নিসীম জনম শত কোটিৰ অন্তৰে।
কত ভাগ্যবশে জীৱে নৰ দেহা ধৰে॥
ব্রাহ্মণ শৰীৰ তাতো মহাশ্রেষ্ঠতৰ।
হেন জনমক নপালয় যিটো নৰ॥ ৩৫৫৯
কেৱল পালয় মাত্র ইন্দ্রিয়ক নিত।
কৰিলেক আপোনাক আপুনি বঞ্চিত॥
দুৰ্ল্লভ অমৃত যেন লভিয়া হাতত।
আপুনি ঠেলিয়া পেলাইলেক প্রমাদত॥ ৩৫৬০
হেন জানি ৰামপাৱে পশিয়ো শৰণ।
ৰামৰেসে সেৱা নৰতনুৰ পালন॥
ৰাম কথা শুনা হৌক জন্মৰ সাফল।
বোলা ৰাম ৰাম মহা মিলোক মঙ্গল॥ ৩৫৬১

——

ছবি

ধাৰে ধীৰে চক্ষু মেলি বালীক আগত দেখি
বিমৰিষি আছন্ত সুগ্রীৱ।
আবো যেৱে বালীৰাজা দুনাই প্রহাৰে মোক
তেৱে মোৰ সঙ্কলয় জীৱ॥
এহিবুলি তেতিক্ষণে বিজুলী চটক যেনে
দেখ নেদেখ বেগে উঠি।
দুই হাত তুলি ধৰি বজ্রৰ সদৃশ কৰি
কুম্ভস্থলে বসাইলেক মুঠি॥ ৩৫৬২
বালীৰ কপাল ভাঙ্গি বোম্বালে ৰুধিৰ বহে
মহাবীৰ সুগ্রীৱে দেখিল।
বালীক মূৰ্চ্ছিত জানি পৱন সঞ্চাৰে টানি
থিয় লেজ কৰি লৰ দিল॥
ৰামৰ দিশক চাই সক্রোধ নয়ন কৰি
ঘন ঘন পাচে চান্তে যান্ত।
কতো বেলি বালীৰায় পাচে চেতনাক পাই
চক্ষুমেলি সুগ্রীৱক চান্ত॥ ৩৫৬৩
সুগ্রীৱ পলাই যায় কোপে কম্পমান কায়
উঠি মহাবেগে খেদা দিল।
ঋষ্যমুখ গিৰি মানে খেদিগুৰি নপায় লাগ
নিবৰ্ত্তিয়া কিষ্কিন্ধ্যা পশিলা॥

ঋষ্যমুখ গিৰি পায়া পৰিয়া সুগ্ৰীৱ বীৰে
মহাচোটে কেঙ্কাইবাক লইলা।
শ্ৰীৰাম লক্ষ্মণ দুই নল নীল হনুমন্ত
আসি সুগ্ৰীৱক বেঢ়ি ৰইলা ॥ ৩৫৬৪
কতো বেলি চেতনক লভিলা সুগ্ৰীৱ বীৰে
ৰামক আগত দেখিলন্ত।
ঘাৱৰ বিষত আতি ক্ৰোধে ৰাঘৱক চাই
গৰিহা বচন বুলিলন্ত ॥
কোৱা ৰামচন্দ্ৰ মই তোমাৰ কমন শত্ৰু
কেন হেন কপট কৰিলা।
মোৰ প্ৰাণ বৈৰী বালী তাহাৰ হাতত নিয়া
কি কাৰ্য্যত মৰাইতে চাহিলা ॥ ৩৫৬৫
জানা ৰাম মই যেৱে বালীক শকত তেৱে
পলাই কিয় আছো পৰ্ব্বতত।
আণ্টাব নোৱাৰো জানি তথাপি যুজিবে গৈলো
তোমাৰ পৌৰুষ বচনত ॥
বালীৰ হাতত মোৰ অস্থি মজ্জা চূৰ ভৈলা
তুমি ৰঙ্গ চাহিয়া আছিলা।
বালীক আগত পাই শৰ প্ৰহাৰিয়া তুমি
কি কাৰ্য্যে বালীক নমাৰিলা ॥ ৩৫৬৬
কিনো নিদাৰুণ তুমি দশৰথ পুত্ৰ ৰাম
তযু বিনে মন্দমতি নাই।
এহিসি কাৰ্য্যত তুমি নিজভাৰ্য্যা হৰুৱায়া
বনে বনে ফুৰা দুই ভাই ॥
ব্ৰহ্মবধ সুৰাপান গুৰুৰ ভাৰ্য্যাক হৰে
মহাপাপ সুৱৰ্ণ হৰণ।
ৰাজবধ পিতৃবধ গুৰু তিৰী মাৰে আনো
আচৰে যতেক পাপগণ ॥ ৩৫৬৭
মিত্ৰদোষ মহাপাপ সবাহাতে গুৰুতৰ
ইহাক আচৰে যিটো নৰ।
জানিবা নিশ্চয় ৰাম নৰক ভুঞ্জিয়া মৰে
যাৱে থাকে চন্দ্ৰ দিবাকৰ ॥
হেন মিত্ৰদ্ৰোহ পাপ কৰিবাক লাগি ৰাম
জানিলো তোমাৰ হৈল মন।

সূৰ্য্যৰ বংশত তুমি জনম লভিলা কিক
ধিক ধিক তোমাৰ জাৱন ॥ ৩৫৬৮
নিষ্ঠ কৰি পূৰ্ব্বকালে বুলিবাহা হন্তে ৰাম
মইতো নমাৰো বালীৰায়।
তেৱে কি কাৰণে মই মৰিবাক লাগি ৰঙ্গে
বালীক যুজিলো হন্তে যাই ॥
বালীৰ প্ৰহাৰে মোৰ সৰ্ব্ব অঙ্গ চূৰ ভৈল
ক্ষত বিক্ষত ভৈল কায়া।
কতবা কালক লাগি শৰীৰত পীড়া বৈল
তুমি ৰঙ্গ আছিলাহা চায়া ॥ ৩৫৬৯
ৰঘুবংশে শিৰোমণি সাক্ষাতে ঈশ্বৰ দেৱ
তুমি সমে কইলো মিত্ৰৱতী।
একে শৰে ত্ৰিভুৱন জিনিবাক পাৰা তুমি
তেৱে মোৰ হেনসে বিপত্তি ॥
সুগ্ৰীৱৰ বাক্যে প্ৰভু আতিশয় হুয়া লাজ
বুলিলন্ত সুগ্ৰীৱক চাই।
যতেক বুলিলা মিত্ৰ বুলিতে উচিত হুই
কিন্তু শুনা কহো অভিপ্ৰায় ॥ ৩৫৭০
তোৰা দুই ভাইৰ দেখো সমতুল্য কলেৱৰ
সূৰ্য্য যেন জ্বলে মনোহৰ।
দুইহন্তৰো শিৰে দিব্য সুৱৰ্ণৰ মালা জ্বলে
নিচিনিয়া নকৰিলো শৰ ॥
শত্ৰু বুলি মাৰো যোনু মিত্ৰৰ বিনাশ হোৱে
শুনি মন্দ বুলিবেক লোক।
লক্ষ্মণে সহিতে চিন্তি নপাইলো উপায় মই
জানি সখি নিনিন্দিবা মোক ॥ ৩৫৭১
ক্ষমিয়োক মোৰ দোষ নকৰিবা অসন্তোষ
বালীক বধিবো সাৰে সাৰ।
আপোনাৰ অলঙ্কাৰ পৰিহৰি তুলসীৰ
মালা তুমি পিন্ধিয়ো আমাৰ ॥
দিন চাৰি থাকিয়োক ঘাৱ সব পালম্পোক
পাচে সবে কিষ্কিন্ধ্যাক যাওঁ।
ইবাৰ বালীক দেখি মাৰি যেৱে নপঠাওঁ
তেৱে ব্ৰহ্মবধ শাপ পাওঁ ॥ ৩৫৭২

এহি বুলি ৰঘুনাথে অমৃত সমান হাতে
মাৰ্জ্জিলন্ত মিত্ৰৰ শৰীৰ।
পূৰ্ব্বতো অধিক কৰি শতগুণ তেজ বল
লভিলা সুগ্ৰীৱ মহাবীৰ ॥
শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
ইসে মহা ধৰ্ম্ম অনুপাম।
গুচিবে সংসাৰ দুখ লভিবা পৰম সুখ
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৩৫৭৩

———

শ্ৰীৰামৰ দ্বাৰা বালী বধ

পদ

ৰাঘৱৰ বচনে সুগ্ৰীৱ ৰঙ্গ পাইলা।
চৰণত ধৰি বীৰে প্ৰবোধ কৰাইলা ॥
নজানি গৰ্জ্জিলো দোষ ক্ষমা ৰঘুপতি।
ইহ পৰলোকে প্ৰভু তুমি মোৰ গতি ॥ ৩৫৭৪
মহাপাপীসবো তৰে নাম লইলে যাৰ।
তাহাঙ্ক নিন্দিলো পাপ সঞ্চিলো অপাৰ ॥
অজ্ঞানীৰ দোষ ক্ষমিয়োক নাৰায়ণ।
তোমাৰ অভয় পদে পশিলো শৰণ ॥ ৩৫৭৫
ঘাৱৰ বিষত মোৰ হৰিল চেতন।
বুলিলোহো ঈশ্বৰক গৰিহা বচন ॥
সহজে বানৰ জাতি তৰল সদায়।
তুমি কৃপাময় তাক ক্ষমিবে যুৱায় ॥ ৩৫৭৬
শুনিয়া ৰাঘৱে তাঙ্ক আশ্বাস কৰিলা।
দিন তিনি চাৰি মানে ঘাৱ পালম্পিলা ॥
সুগ্ৰীৱে ৰামৰ মালা শিৰত ধৰিলা।
প্ৰদক্ষিণে ৰাঘৱক প্ৰণাম কৰিলা ॥ ৩৫৭৭
জয় বাঞ্ছা কৰি সুমঙ্গল আচৰিলা।
বালীৰায়ক ধাৱে শুভ সমৰে পশিলা ॥
সুগ্ৰীৱ লক্ষ্মণ ৰাম সহিতে চলন্ত।
পাচে যান্ত নল নীল আৰ হনুমন্ত ॥ ৩৫৭৮
বুলিলা ৰাঘৱে সুগ্ৰীৱক দিয়া ডাক।
মাৰো অবিলম্বে মিত্ৰ চিনায়ো আমাক ॥

এহি বুলি ধনু ধৰি শ্ৰীৰাম লক্ষ্মণে।
সাৱধানে থাকিলন্ত কিষ্কিন্ধ্যাৰ বনে ॥ ৩৫৭৯
সুগ্ৰীৱ গৰ্জ্জন্ত গৈয়া দুৱাৰত বসি।
কি কৰস বালী ৰাজা গহ্বৰত পশি ॥
নিচিন্তি আছহ দদা বাৰ্ত্তাক নপাইলা।
তোমাৰ কনিষ্ঠ ভাই কাল হুয়া আইলা ॥ ৩৫৮০
সত্য কৰি জানা দদা বচন আমাৰ।
পৰিছেদা কৰি দেখা পুত্ৰ পৰিবাৰ ॥
পটেশ্বৰী লোক দেখা আৰো যত তিৰী।
আজি ধৰি তোমাৰ খণ্ডাইবো ৰাজশীৰি ॥ '৮১
সুগ্ৰীৱৰ নাদ শুনি বালীৰায়ৰ কোপ।
আজি তোক মাৰো বুলি কৰয় আটোপ ॥
ত্বৰিতে বজাইল বীৰে আৰ্ত্তনাদ কৰি।
আগবাঢ়ি বিনাৱন্ত তাৰা পটেশ্বৰী ॥ ৩৫৮২

———

ছবি

টীকৰ সুস্বামী মোৰ বললন্ত প্ৰাণেশ্বৰ
বানৰ কুলৰ নিজনাহা।
মাণিকৰ দণ্ডপাট পৰিহৰি প্ৰভু দেৱ
কি কাৰণে সমৰক যাহা ॥
প্ৰাণতো অধিক মোৰ অঙ্গদ কুমাৰ আছে
মই আছো শান্তি পটেশ্বৰী।
ইন্দ্ৰৰ পুৰতোধিক প্ৰকাশ কৰন্তে আছে
দেখা ইটো কিষ্কিন্ধ্যা নগৰী ॥ ৩৫৮৩
আপোনাৰ বাহুবলে বৈৰসব জিনিলাহা
বৰ যশৰাশি তুমি পাইলা।
সুদুৰ্জ্জয় ৰাৱণক কাখত টিপিয়া লইয়া
চাৰিয়ো সাগৰ ফুৰি আইলা ॥
সাত পৃথিৱীত যত ভালুক বানৰ আছে
তোমাৰ চৰণে কৰে সেৱ।
কোননো অশক্য কাৰ্য্য সাধিবাহা সম্প্ৰতিক
সমৰক যাহা প্ৰভুদেৱ ॥ ৩৫৮৪
স্বপনৰ কথা কহো শুনিয়োক প্ৰভু তযু
হৃদয়ত লাগি গৈল মাটি।

উপৰক হইয়া গোড়    তোহাৰ শৰীৰগোট
সমূলে পশিল মাটি ফাটি ॥
সিংহাসনে বসি ৰঙ্গে    সুগ্ৰীৱ দেৱৰে মোৰ
তিনি কোণা ইটা গোট গিলে।
হেনয় স্বপন জানা    যাকে যাকে দেখিৱয়
তাতে গৈয়া ৰাজশ্ৰী মিলে ॥ ৩৫৮৫
ৰালী বোলে শুন ওৰে    পটেশ্বৰী তাৰা মোৰ
যুগুত বচন হলি সহি।
হেনকি জানহ তই    পৃথিৱী মণ্ডল মাজে
ৰালীক জিনন্তা আছে কহি ॥
উদয় গিৰিক লাগি    হিমালয় পৰ্ব্বতক
নিবাক আছয় মোৰ শক্য।
মোৰ সমৰক লাগি    আহ্বান কৰন্তে আছে
সুগ্ৰীৱ কমন বীৰ বথ ॥ ৩৫৮৬
মোৰ প্ৰাণগোট বান্ধে    তাতে দিয়া আৰোপিয়া
সুগ্ৰীৱক বাঢ়ি দিব ৰণ।
সমৰ ভূমিত গৈয়া    সুগ্ৰীৱক ৰণে জিনি
পালটি আসিবো এতিক্ষণ ॥
স্বপনৰ কথা যত    কহিলাহা প্ৰাণজায়া
জানিবা সকলে আল জাল।
বাধা বচনক তুমি    নুবুলিবা পটেশ্বৰী
ঝাণ্টে চলি যাওঁ যুদ্ধশাল ॥ ৩৫৮৭
তাৰা বোলে প্ৰাণেশ্বৰ    টীকৰ সুস্বামী মোৰ
আৱৰ কাহিনী কহো শুনা।
ডাহিনৰ চক্ষু মোৰ    সঘনে সঘনে ফুৰে
আক হৃদয়ত ভালে শুনা ॥
দিন তিনি চাৰি ভৈল    সুগ্ৰীৱ দেৱৰে মোৰ
তোমাত সমৰ হাৰি গৈল।
হেন জানা বিনা সাহে    দুৱাৰত বসি আসি
পুনৰপি গৰ্জ্জিবাক লৈল ॥ ৩৫৮৮
আৱৰ কাহিনী কহো    শুনিয়োক প্ৰাণনাথ
কাৰ্য্য বৰ ভৈগৈল বিচিত্ৰ।
ৰিপুকুল বিমৰ্দ্দন    ৰঘুকুল শিৰোমণি
ৰাম ভৈলা সুগ্ৰীৱৰ মিত্ৰ ॥

আছোক পৃথিৱীখণ্ড    স্বৰ্গ সাত পাতালৰ
জিনিতে পাৰয় দেৱাসুৰ।
জানিবা স্বৰূপ ৰূপে    তোমাৰ কনিষ্ঠ ভাই
তেহে ৰাম ভৈলা পখাপুৰ ॥ ৩৫৮৯
ৰাঘৱে সহিতে প্ৰভু    বিবাদক নুযুৱায়
শুনিয়োক বোলো হিত কাজ।
আপোনাৰ কনিষ্ঠক    সুগ্ৰীৱ বীৰক আনি
সত্বৰে পাতিয়ো যুৱৰাজ ॥
সোদৰ কনিষ্ঠ ভাই    তাহান মুখক চাই
দোষচয় ক্ষমিয়োক সৰ্ব্ব।
তোমাতেসে দান মান    ঠেস ৰোষ নকৰিব
তাহাননো কাত আছে গৰ্ব্ব ॥ ৩৫৯০
কিষ্কিন্ধ্যা নগৰ মাজে    ভালমতে জানিলেক
বালী ৰাজা সুগ্ৰীৱৰ বীৰক।
ৰাজাৰ নিদানে আনো    সৰ্ব্বলোক সুখে আছে
আক প্ৰভু নাজানা কিসক ॥
মাধৱ কন্দলী ভণে    শুনিয়োক সৰ্ব্বজনে
ৰামৰ চৰিত্ৰ কথা সাৰ।
শুনন্তে অমৃত সম    পাপৰ সাক্ষাত যম
জানি ৰাম বোলা বাৰে বাৰ ॥ ৩৫৯১

---

**পদ**

বালী বোলে শুনা ওৰে পটেশ্বৰী তাৰা।
ৰূপে গুণে বিতোপনী সংসাৰতে সাৰা ॥
জানি আছো ৰাম দশৰথৰ তনয়।
তাঙ্ক লাগি কিছু মোৰ ভয় নজন্ময় ॥ ৩৫৯২
সাগৰ শুকান্ত ৰামে একপাত শৰে।
দেৱক খেদন্ত পশি স্বৰ্গৰ ভিতৰে ॥
উপাৰিবে পাৰা সাতো দ্বীপা পৃথিৱীক।
তেহো ৰামে কি কৰিব দুৰ্জ্জয় বালীক ॥ ৩৫৯৩
স্ত্ৰীবৈৰী পিতৃবৈৰী সীমাবৈৰী নোহো।
ৰাজ্যৰ নিমিত্তে আমি দুই ভাই যুজো ॥
কোন অপৰাধে ৰামে বধিব আমাক।
বাহুৰিয়া প্ৰাণেশ্বৰী ঘৰে বসি থাক ॥ ৩৫৯৪

তথাপি বালীক তাৰা বুজাই বুলিলন্ত।
ভকতৰ পদে ৰামে অন্যায় কৰন্ত॥
ভকত বৎসল গুণ এতেকে ৰামৰ।
সুগ্ৰীৱ ভকতি তান্তে কৰে নিৰন্তৰ॥ ৩৫৯৫
এতেকে সংশয় প্ৰভু দেখোহো মনত।
ক্ৰোধে বালী বোলে মোক বুজাৱস কত॥
নিচুকিয়া থাক কিছু নুবুজস কাজ।
এহি বুলি চলিলা যুদ্ধক হুয়া সাজ॥ ৩৫৯৬
প্ৰবোধিলা যেৱে বালী পৌৰুষ বচনে।
পালটি বসিলা তাৰা অসন্তোষ মনে॥
বাধাক নুশুনি বালী সমৰক যায়।
মাথাৰ উপৰে কাক শগুণ বৰ্ণায়॥ ৩৫৯৭
বামপাশে সৰ্প যায় ডাহিনে শৃগাল।
কাক গৃধ্ৰ পাখীৰ আকাশে কোলাহল॥
চণ্ডবায়ু বহে খোলা খাপৰৰ জাক।
কিষ্কিন্ধ্যাত ৰুধিৰে বৰিষে জাকে জাক॥ ৩৫৯৮
হাঞ্চি জেঠী নমানিয়া ৰণক গমন।
বালী সুগ্ৰীৱৰ দুইৰ ভৈল দৰিশন॥
দুইকো দুই তৰ্জ্জিয়া গৰ্জ্জিয়া পাৰে গালি।
লাগি গৈল সমৰ সুগ্ৰীৱ বীৰ বালী॥ ৩৫৯৯
বজ্ৰৰ সদৃশ দুইয়ো হানন্ত চৱৰে।
লাথি হানি প্ৰহাৰে নিৰ্ঘাত যেন পৰে॥
বৃক্ষে বৃক্ষে হানিলন্ত শিখৰে শিখৰে।
কিল ভুকু চৱৰে মাৰন্ত নিৰন্তৰে॥ ৩৬০০
অদভুত সমৰ কৰন্ত দুই ভাই।
আকাশত দেৱগণে আছে যুদ্ধ চাই॥
ধনুত জুৰিয়া শৰ ৰামে সাৱধানে।
দুইহানো সমৰ চাই আছা বিদ্যমানে॥ ৩৬০১
দুইয়ো বীৰে আটোপে ধৰিলা কোলে কোলে।
পৃথিৱী কম্পিয়া গৈল দুইহানো আন্দোলে॥
গম্ভীৰত মেৰু যেন গহীনে সাগৰ।
যেন মেৰু মন্দৰ যুজন্ত একতৰ॥ ৩৬০২
হৰি শঙ্কৰৰ যেন মিলিল সমৰ।
গ্ৰহ যুদ্ধ ভৈল যেন মঙ্গল বুধৰ॥
বলি বাসৱৰ যেন লাগিল সমৰ।
বালী সুগ্ৰীৱৰ যুদ্ধ সেহি পটন্তৰ॥ ৩৬০৩
বালী বোলে শুন ওৰে সুগ্ৰীৱ দুন্দুৰ।
মুষ্টিৰ প্ৰহাৰে তোক নিবো যমপুৰ॥
কুম্ভস্থলে মুঠি হানি লৰৰিয়া তানে।
পৰি মূৰ্চ্ছা গৈল বীৰ নমৰিল প্ৰাণে॥ ৩৬০৪
পাচে কতোক্ষণে তান আসি ভৈল জীৱ।
ভয়ঙ্কৰ শালবৃক্ষ হানিলা সুগ্ৰীৱ॥
হৃদয়ত পৰি বীৰ বালী মূৰ্চ্ছা গৈলা।
কতোক্ষণ অনন্তৰে সন্ধুক্ষণ ভৈলা॥ ৩৬০৫
ৰামচন্দ্ৰে দেখন্ত আসজ ভৈলা ৰবে।
সুগ্ৰীৱ ঘাতন্ত বালীৰায়ৰ বল চৰে॥
নিচিনি নমাৰি পূৰ্ব্বে অযশক পাইলো।
মাৰো বুলি শপত কৰিয়া পুনু আইলো॥৩৬০৬
আৱে কেনে চাহি আছো দেখিয়া আগত।
নাহি দোষ ভকতদ্ৰোহীক কৰো হত॥
এহি বুলি শৰপাট গুণে চৰাইলন্ত।
বালীৰ হিয়াত লক্ষে হানি পঠাইলন্ত॥ ৩৬০৭
বিশ্বাস শৱদে শৰ চলে আকাশত।
সন্ধানে পৰিল বালীৰায়ৰ হৃদয়ত॥
ক্ৰৌঞ্চ পৰ্ব্বতক যেন ভেদিল কুমাৰে।
হিয়াত পৰিয়া শৰ ভৈল পশি আৰে॥ ৩৬০৮
হা মৰিলোহো বুলি পৰি গৈল বালী।
পৃথিৱীক শৰীৰকে শৰে থৈলা শালি॥
সাধিলোহো সুগ্ৰীৱ মিত্ৰৰ যত কাজ।
এহি বুলি ৰাঘৱ বনৰ ভৈলা বাজ॥ ৩৬০৯

### বালীৰ শ্ৰীৰাম-নিন্দা

মাথা পালটাই বালী পাঞ্জৰক চাইল।
বন হন্তে আসন্তে ৰামক ভেট পাইল॥
গুঞ্জ হেন চক্ষু ফুৰাই পাৰিলন্ত গালি।
ধিক ধিক ৰাঘৱ অধম পাপশালী॥ ৩৬১০
পাপময় ৰাম তুমি পাপৰ আচাৰ।
পাপবুদ্ধি ৰাম ইটো শৰীৰ তোমাৰ॥

নুবুলিয়া শৰ তুমি কৰিলাহা কিক।
তোমাৰ বীৰত্ব ৰাম আছো ধিক ধিক ॥ ৩৬১১
ক্ষত্রি জাতি বীৰ তুমি নুহিকা গহন।
নুবুলিয়া শৰ কৰিলাহা কি কাৰণ ॥
বুলিয়া আমাক কৰিলাহা হন্তে ৰণ।
পৰিৱৰ্ত্তি ভৈল হন্তে তোমাৰ মৰণ ॥ ৩৬১২
লাজ এৰি ৰাম তুমি মাথা তুলি চাহা।
হৃদয় বিদাৰি মোৰ শোণিত পিয়াহা ॥
কোন কাজে বনৰ বানৰ মাৰিলাহা।
ডোখৰা ডোখৰ কৰি মাংস কাটি খাহা ॥ ৩৬১৩
আমাক মাৰিলা আসি কোন কাজে ভাল।
মাংস নাখাইবাহা তেৱে নিপিন্ধিবা চাল ॥
নুভুঞ্জে উত্তম জাতি আমাৰ মাংসক।
যজ্ঞত নলাগে বানৰৰ পঞ্চনখ ॥ ৩৬১৪
শুনি আছো ৰাম সৰ্ব্ব কাৰ্য্যত গৰিষ্ঠ।
দেৱ গুৰু পিতৃ যত সবাহাতে ইষ্ট ॥
জানিলো তোমাক সবে তপস্বীতে বৰ্য্য।
যেন ধৰি আছা বিৰালৰ ব্ৰহ্মচৰ্য্য ॥ ৩৬১৫
পৃথিৱীৰ পতি তুমি ভৈলা অকাৰণ।
উত্তম নাৰীৰ স্বামী যেহেন টেণ্টন ॥
হা কিনো ভৈল তযু গতি বসুমতী।
অধম আচাৰ ৰাম ভৈল তব পতি ॥ ৩৬১৬
সুমৰণে পাপ হৰে আদিত্যৰ বংশ।
তোমাৰ উপৰি যত সবে ধৰ্ম্ম অংশ ॥
সূৰ্য্যবংশ সমস্তৰ শিৰৰ মুকুট।
নিৰ্ম্মল কুলত তুমি ভৈলা কালকূট ॥ ৩৬১৭
দশৰথ নৃপতিক ভালে জানো আমি।
অদ্ভুত ক্ষত্রিয় তেহো যুগুত সংগ্রামী ॥
তানে পুত্র দুই ভৈলা অধম আচাৰ।
বিমুখে মাৰিয়া পাইলা কুল খিলিঙ্কাৰ ॥ ৩৬১৮
মোক বুলিলাহা হন্তে সীতাৰ কাৰ্য্যক।
আজি বান্ধি আনি দিবে পাৰো ৰাৱণক ॥
আমাক এৰিয়া সুগ্রীৱক কৈলা সাৰ।
সিংহ এৰি শৃগালত আসিকা তোমাৰ ॥ ৩৬১৯

সুগ্রীৱে সাধিবে কাৰ্য্য নোৱাৰিবে ভালে।
যদিবা সাধিব কাৰ্য্য আতি চিৰকালে ॥
ৰাৱণক সুগ্রীৱে পাৰয় কি কৰিতে।
আনি দিবে পাৰো ৰাৱণক তিলিকতে ॥ ৩৬২০
পূৰ্ব্বকালে ৰাৱণে ব্ৰহ্মাত বৰ পাই।
স্বৰ্গ মৰ্ত্ত্য পাতালক ফুৰাৱে কম্পাই ॥
ভঙ্গ মানিলন্ত ইন্দ্ৰ আদি দেৱগণ।
কিষ্কিন্ধ্যাত আসি মোত মাগিলেক ৰণ ॥ ৩৬২১
মই বোলো ৰাৱণ বসিয় থাক ঘৰে।
স্নান কৰি আসো মই চাৰিয়ো সাগৰে ॥
ৰাৱণে বোলয় ভালে কৰ আটি মুটি।
জীৱ ঘেৰে বানৰা কৰিবি সাটি সুটি ॥ ৩৬২২
লাঘৱ বচনে মই ক্রোধ বৰ পাইলো।
কাখত নি দাৱতিয়া তুলি আলগাইলো ॥
দশমুখ ৰাৱণক ধৰি বাহু মেলি।
দোঙ্গা দোঙ্গি পাৰে বুঢ়া হাতৰ চেঙ্গেলি ॥ ৩৬২৩
সৰ্পক ধৰিয়া যেন গৰুড়ে উৱান্ত।
ৰাৱণক লইয়া মই গৈলো সাগৰান্ত ॥
নাকে মুখে ৰাৱণৰ ধৰিলো জপাই।
উসসিল পেট তাৰ হৃদি সিদ্ধি নাই ॥ ৩৬২৪
পূৰ্ব্বদিশ দক্ষিণ পশ্চিম উত্তৰত।
সন্ধ্যা কৰি ফুৰিলোহো চাৰি সাগৰত ॥
দণ্ড দুইৰ ভিতৰে সমুদ্ৰে সন্ধ্যা কৰি।
ত্বৰিতে আসিয়া ভৈলো কিষ্কিন্ধ্যা নগৰী ॥ '২৫
দুৱাৰত থৈয়া বোলো আৰে দেহ ৰণ।
হাৰিলো হাৰিলো বুলি ধৰিল চৰণ ॥
মিনতি কাতৰ বাণী বুলিল আশেষ।
ভঙ্গ মানি চলি যায় আপোনাৰ দেশ ॥ ৩৬২৬
বাট ভেন্টি পাচে তাক অঙ্গদে ধৰিল।
কঙ্কালত লাঙ্গুলে শতেক পাক দিল ॥
সাগৰত নিয়া পাচে জোবোৰাইৰে লইল।
টোপলা বাহন্তে কলা ধাতু মাত্ৰ ৰৈল ॥ ৩৬২৭
হেন দেখি অঙ্গদক বুলিলো বচন।
ছাৰ পুত্ৰ ইটো মোৰ শৰণীয় জন ॥

মোৰ বাক্যে এৰি দিলা অঙ্গদকুমাৰ।
লাঞ্ছনা লভিয়া গৈল লঙ্কাৰ ভিতৰ ॥ ৩৬২৮
হেন ৰাৱণক ৰাম তুমি কৰা ডৰ।
ৰণচেৰ যেন মোৰ ঘৰৰ ডিঙ্গৰ ॥
পঠায়া দিলোহো হন্তে মাত্ৰ আজ্ঞাবাণী।
মাঠে কৰি সীতাক দিলেক হন্তে আনি ॥ ৩৬২৯
তাকে লাগি সুগ্ৰীৱক আশ্ৰয় কৰিলা।
আমাক বিমুখে বধি অধৰ্ম্ম লভিলা ॥
অধিক নিন্দিবে ৰাম মোৰ নাহি কাজ।
আচাৰত হীন ৰাম ধৰ্ম্মে ভৈলা ৰাজ ॥ ৩৬৩০
শুনি ৰামে বোলন্ত বানৰ গঞ্জাকাৰী।
মোক গৰিহস আগপাচ নিবিচাৰি ॥
দুৰ্জ্জন চঞ্চল মন্দ তৰল বানৰ।
শুন যি কাৰণে তোক কৰিলোহো শৰ ॥ ৩৬৩১
ইক্ষ্বাকু বংশৰ ৰাজ্য সকলে আমাৰ।
অৱশ্য খণ্ডিবে লাগে পৃথিৱীৰ ভাৰ ॥
খণ্টচোৰ মচ্ছল যতেক দুৰাচাৰ।
যাক যেন অনুৰূপে কৰয় সংহাৰ ॥ ৩৬৩২
ভৰত ভৈলন্ত ৰাজা সোদৰ আমাৰ।
অনুচিতে পিম্পৰাৰো নিচিন্তয় মাৰ ॥
দুষ্টক কৰোহো দণ্ড তানে বাক্য পালি।
কোন কাৰ্য্যে আমাক নিন্দস দুষ্ট বালী ॥ ৩৬৩৩
যি বুলিলি বিমুখত মাৰিলোহো শৰ।
ইহাৰ উত্তৰ শুন পাপিষ্ঠ বানৰ ॥
পূৰ্ব্বে যত ৰাজাগণে ধৰ্ম্ম আচৰিলা।
যেনে তেনে পশু মৎস্য কচ্ছপ মাৰিলা ॥ ৩৬৩৪
জাল পাতি মাৰয় পাচত খেদি শৰে।
বনে আৰ হুয়া মাৰে পলাইবাক ডৰে ॥
যাঠী জোঙ্গে মাৰে কতো কুৰাকান্দ পাতি।
নানামতে মাৰয় বনৰ পশু জাতি ॥ ৩৬৩৫
কাৰ্য্যত লখিলো তই পাপীষ্ঠ বানৰ।
কনিষ্ঠৰ ভাৰ্য্যাক কৰিয়া আছ ঘৰ ॥
সুগ্ৰীৱ হেনয় ভাইক দেশৰ ডাকিলি।
ভ্ৰাতৃবধূ সম্বৰিয়া বৰ যশ পাইলি ॥ ৩৬৩৬
প্ৰতিজ্ঞা সাফলি সুগ্ৰীৱক দিবো ৰাজ।
তোক মাৰি পঠাওঁ আজি যমৰ সমাজ ॥
সাফলিল অঙ্গীকাৰ পালিলো সত্যক।
অকাৰ্য্যে নিন্দস মোক বানৰ লটক ॥ ৩৬৩৭
ঘোৰ ঘোৰ পাপ তই যত আচৰিলি।
সংগ্ৰামত পৰি প্ৰায়শ্চিত্তক কৰিলি ॥
তোৰ গতি ভৈল বালী মোৰ হাতে পৰি।
স্বৰ্গে চলি যাহা দিব্য বিমানত চৰি ॥ ৩৬৩৮
বালী বোলে ৰামচন্দ্ৰ কৰো নমস্কাৰ।
তোমাৰ ৰচনা ইটো সকলে সংসাৰ ॥
নিচিনিয়া তোমাক বুলিলো খৰ্ব্ব বাক।
পশিলো শৰণ প্ৰভু ক্ষমিয়োক তাক ॥ ৩৬৩৯
তোমাৰ শৰত মোৰ ভৈল সদগতি।
অঙ্গদক অনুশোচ কৰোহো সম্প্ৰতি ॥
নিতে নিতে পুত্ৰ মোৰ কোলে চাপি ক্ৰীড়ে।
ৰামৰ শৰত কৰি পুত্ৰশোকে পীড়ে ॥ ৩৬৪০
আচম্বিতে শোক মোৰ মিলিল বিশাল।
কাহাত শৰণে পুতাই বঞ্চিবেক কাল ॥
হা অঙ্গদাই মোৰ প্ৰাণ সমসৰ।
একো দুখ নজানিলি সুখীয়া কুমাৰ ॥ ৩৬৪১
মই মৰি যাওঁ হেৰা অঙ্গদাই বাপি।
বাপ বুলি থাকিবি কাহাৰ কোল চাপি ॥
হৰি হৰি বিদগদ সুবলিত দেহা।
সব কুটুম্বত কৰি তাতে বৰ নেহা ॥ ৩৬৪২
আথে বেথে ৰামে মোক দেশৰ ডাকিল।
সুজিবে নপাইলি ধাৱ লাগিয়া থাকিল ॥
শুন শুন বোলো মোৰ সুগ্ৰীৱ সোদৰ।
মন্যু পৰিহৰি মোক কোলে চাপি ধৰ ॥ ৩৬৪৩
গৰ্ভত আছিলো দুই ভাই একে ঠাই।
কোন দৈৱ বিধিয়ে পেলাইলে বিহৰাই ॥
তোমাৰ আমাৰ কপালত নাহি যোগ।
দুই ভাই মিলি নকৰিলো ৰাজ্য ভোগ ॥ ৩৬৪৪
হৰি হৰি বান্ধৈ মোৰ তাৰা পটেশ্বৰী।
বিপাঙ্গে মৰিলো তোৰ বচন নধৰি ॥

বালীৰ কাৰুণ্য শুনি কান্দন্ত সুগ্ৰীৱে।
হাকলে বিকলে মুঠি হানিলন্ত হিয়ে ॥ ৩৬৪৫
কি কৰিলো পাপী মই অধমত শ্ৰেষ্ঠ।
ৰাজ্যলোভে হৰুৱাইলো পিতৃসম জ্যেষ্ঠ ॥
দদা বোলো মুণ্ড তুলি চাহা মোৰ মুখ।
প্ৰাণ মোৰ সঙ্কলে তোমাৰ দেখি দুখ ॥ ৩৬৪৬
হেন বুলি দুই ভাই ধৰি কোলে কোলে।
নগৰী ব্যাপিল দুইৰো ক্ৰন্দনৰ ৰোলে ॥
থাকিলন্ত সুগ্ৰীৱ বালীক মন্যু কৰি।
আৰ্ত্তনাদ শুনিলন্ত তাৰা পটেশ্বৰী ॥ ৩৬৪৭
হিয়ে মুঠি হানিয়া স্বামীৰ পাশে যায়।
বানৰী সহস্ৰে বেঢ়ি লগতে বজায় ॥
স্বামী পাশে চলয় বিকলে দিশ চাই।
দেখন্ত নগৰ মাজে বানৰ পলায় ॥ ৩৬৪৮
পলাই দাৰি দুৰি কৰি মনত বিভঙ্গে।
থাৰে থাৰে কহে কথা বানৰৰ সঙ্গে ॥
জাম্প দিয়া কতোহো বৃক্ষৰ আগে চৰে।
বৃক্ষ এৰি কতো কতো গহ্বৰত পৰে ॥ ৩৬৪৯
কিচ কিচ কৰিয়া বানৰে পাৰে উকি।
ৰামে পাইলে বুলি দেয় নিকুঞ্জত লুকি ॥
তাৰায়ে বোলন্ত শুনিয়োক কপিগণ।
স্বামীৰ বাৰ্ত্তাক কহিয়োক এতিক্ষণ ॥ ৩৬৫০
কি কাৰণে পলাই সবে বানৰ বিপুল।
অথিৰ চৰিত্ৰ দেখো চিত্ত বিয়াকুল ॥
পটেশ্বৰী আই তুমি বাৰ্ত্তাক নপাইলা।
ৰাম ৰূপে কাল হুয়া গ্ৰাসিবাক আইলা ॥ '৫১
হেন বীৰ নতো দেখি নতো শুনি কাণে।
অপাৰ সাগৰ বল গগন সমানে ॥
ত্ৰিভুৱনে কাম্পয় বালীৰ পদভৰে।
হেন বীৰ মাৰিলেক একে পাত শৰে ॥ ৩৬৫২
স্বামী তোৰ নিজীৱন্ত কৈক লাগি যাস।
অঙ্গদ পুত্ৰক নিয়া মৰাইবাক চাস ॥
পৰিৰত্তি আস মাৰ কিষ্কিন্ধ্যানগৰ।
ৰাজা পতিয়োক নিয়া অঙ্গদ কুমাৰ ॥ ৩৬৫৩
কিষ্কিন্ধ্যা ৰাখিতে পাৰা তান বুদ্ধি বলে।
আন কপিগণ মৰে নৃপতি বিকলে ॥
স্বামীৰ বাৰ্ত্তাক যেৱে নিশ্চয় পাইলন্ত।
হিয়ে মুঠি হানি তাৰা দেৱী কান্দিলন্ত ॥ ৩৬৫৪
বানৰী সকলে বেঢ়ি প্ৰবোধ বোলন্ত।
স্বামীৰ পাশক দৰাদৰি আণ্টাইলন্ত ॥
শুনা সভাসদ ৰাম কথা অনুপাম।
পাপৰ ভাণ্ডাৰ পোৰা বোলা ৰাম ৰাম ॥ ৩৬৫৫

---

তাৰাৰ বিলাপ

**ছবি**

বালীক দেখিলা গৈয়া মূৰ্চ্ছিতে ৰৰন্তে আছে
কথমপি আছে মাত্ৰ প্ৰাণে।
নিশ্চেষ্টে আছন্ত পৰি উভকোল কৰি আতি
শালি আছে ৰাঘৱৰ বাণে ॥
স্বামীক বেঢ়িয়া গৈয়া হৃদয়ত পৰি পৰি
কান্দে সবে হাকলে বিকলে।
সমস্তে দিশক বেঢ়ি বান্দৰী মেলেকে কান্দে
স্বৰ্গক লঙ্ঘিল সিটো ৰোলে ॥ ৩৬৫৬
বালীৰাজা পৃথিৱীত পৰিবাৰ দেখি মই
কি কাৰণে ধৰি আছো জীৱ।
অঙ্গদাই কুমাৰক কোলে কৰি লইয়া প্ৰভু
কাহাৰ আগত হওঁ থিৰ ॥
অঙ্গদ কুমাৰ হেৰা ক্ৰন্দন কৰন্তে আছে
তযু দুই চৰণত পৰি।
সহস্ৰেক মহাদই ক্ৰন্দন কৰন্তে আছে
ভূমিত পৰিয়া গড়াগড়ি ॥ ৩৬৫৭
শিখৰ সিন্দুৰ মোৰ খসাইলাহা প্ৰভুদেৱ
ৰাজযোগ্য আনো অলঙ্কাৰ।
পতিব্ৰতা নাৰী হুইয়া কেনমতে ৰহিবোহো
মহা দুখ বিধবাৰ ভাৰ ॥
মই যাক তৰ্জ্জিলোহো সেহি মোক গৰ্জ্জিবেক
বিৰহতে থাকিবোহো পৰি।

অনাথ হৈবেক মোৰ অঙ্গদ কুমাৰ যাতো
স্বামী সঙ্গে গৈলো হন্তে লৰি ॥ ৩৬৫৮
যাহাৰ প্ৰসাদে মই পৃথিবী মণ্ডল মাজে
আছিলোহো ৰাজৰাজেশ্বৰী ।
শত্ৰুপক্ষ নৃপতিৰ যত পটেশ্বৰীগণ
আছিল মোটেসে সেৱা কৰি ॥
আনৰ স্বামীয়ে গৈয়া মোহোৰ স্বামীয়ে গৈয়া
অন্তৰ অছিল বহুদূৰ ।
হেন মোৰ প্ৰাণনাথ বিছুই কি কাৰ্য্যে যাহা
লগতে চলিবো যমপুৰ ॥ ৩৬৫৯
আকুল ব্যাকুল কৰি ক্ৰন্দন কৰন্তে আছে
ৰাজাৰ কোলাত পটেশ্বৰী ।
তোমাতেসে বাঢ়িলেক তাৰাৰ সুৰাগ যত
কৈক যাহা মোক পৰিহৰি ॥
আমাৰ বচন তুমি নুশুনিলা প্ৰভুদেৱ
আন্ধাৰ কৰিলা দশ দিশ ।
আপদৰ সময়ত সুহৃদৰ বচনক
দেখিলাহা তুমি যেন বিষ ॥ ৩৬৬০
পুত্ৰ যেৱে ৰাজা হয় বোলাৱয় ৰাজমাৱ
অনুৰূপে সম্পদক পায় ।
হাত তোলা কৰি আনি কিছু কিছু ধন দেই
বদিবা হোৱয় বাপ ভাই ॥
স্বামী ৰাজা ভৈলে সবে সৰ্ব্বস্বৰে অধিকাৰ
হুইবে পায় মুখ্য পটেশ্বৰী ।
হেন প্ৰাণনাথ তুমি আমাক এৰিয়া যাহা
কিক লাগি প্ৰাণ আছো ধৰি ॥ ৩৬৬১
শুনিয়া সুগ্ৰীৱ বীৰ স্বামীৰ সোদৰ ভাই
তুমি শ্ৰেষ্ঠ দেৱৰ আমাৰ ।
আপোনাৰ সুখ হেতু স্বামীক মৰাইয়া মোৰ
কুলৰ অনাইলা খিলিঙ্কাৰ ॥
এৱে বৰ যশ পাইলা শ্ৰেষ্ঠ ভাইক নচাহিলা
আমাক চাহিবা কিবা আৰ ।
তোৰ মনে সুখ হৌক ভায়েৰবে লগে মোক
গলে আনি ডাঙ্গ দিয়া মাৰ ॥ ৩৬৬২

গুণি চাওঁ তোক বাজে বানৰ কুলৰ মাজে
আৰ কোন আছে দুৰাচাৰ ।
শ্ৰেষ্ঠ ভাই পিতৃসম তান তই ভৈলি যম
কিনো যশ লভিলা অপাৰ ॥
তাৰাৰ বিলাপ দেখি লক্ষ্মণ সুগ্ৰীৱ বীৰ
শ্ৰীৰামচন্দ্ৰ কৃপাময় ।
বিপৰীত শোক শালে তিনিবো শৰীৰ দহে
চক্ষু ঢাকি লোতক বহয় ॥ ৩৬৬৩

---

তাৰাৰ অভিশাপ

**পদ**

তাৰা বোলে চাহা ৰাম পৰম সাত্ত্বিক ।
বিমুখ সমৰে স্বামী মাৰিলাহা কিক ॥
জাজ্বল্য সমান ভৈলো স্বামীৰ সন্তাপে ।
তোমাক দহিতে পাৰো পতিব্ৰতা শাপে ॥ '৬৪
তোমাক শাপিলে যেৱে জীৱে মোৰ স্বামী ।
তেৱেসে তোমাক শপি ভস্ম কৰো আমি ॥
যেন আন বেলা নকৰাহা হেন পাপ ।
সীমা দণ্ড থৈয়া অনুৰূপে দিওঁ শাপ ॥ ৩৬৬৫
বাহুৰ প্ৰতাপে তুমি সীতাক লভিবা ।
অগনিত পৰীক্ষিয়া অযোধ্যাক নিবা ॥
তথু জায়া সীতা দেৱী হন্ত মহাশান্তি ।
তোমাক বিছুই অল্পকালে এৰিবন্তি ॥ ৩৬৬৬
মই যেন মৰো হেৰা স্বামীৰ বিয়োগে ।
তোমাক বঞ্চিব সীতা দেৱীৰ সম্ভোগে ॥
বিছোহ লগাইয়া হৃদয়ত দিয়া শাল ।
কৰিবা কাতৰ তভো যাইবন্ত পাতাল ॥ ৩৬৬৭
পাচে কতোক্ষণে সন্ধুক্ষণ ভৈলা বালী ।
চক্ষু মেলি কুটুম্বক চাহিলা নিহালি ॥
দেখন্ত অঙ্গদ চৰণত পৰি আছে ।
সবে বন্ধুজন বেঢ়ি কান্দে আগে পাচে ॥ ৩৬৬৮
ডাইন হাতে অঙ্গদকো আলিঙ্গি ধৰিলা ।
বামহাতে ধৰিয়া তাৰাক বোধ দিলা ॥

পৰিচ্ছেদ কৰিয়া দেখোহো ভাৰ্য্যাপোক।
যমপুৰে গৈলে মোক নেৰিবেক শোক ॥ ৩৬৬৯
হৰি হৰি পুত্ৰ মোৰ তাৰা পটেশ্বৰী।
বিছোহ লগায়া হেৰা মই যাওঁ মৰি ॥
সন্তানক এৰিলো এৰিলো হৃদিখেদ।
তোমাৰ আমাৰ ভৈল দৃষ্টি পৰিচ্ছেদ ॥ ৩৬৭০
ভৈয়াই সুগ্ৰীৱ তই মোৰ বাক্য শুন।
মৃতক ভ্ৰাতৃৰ নধৰিবি দোষ গুণ ॥
যুৱৰাজ কৰি অঙ্গদক ভালে ৰাখা।
মোৰ বল বীৰ্য্য পুত্ৰ হৈব তোৰ সখা ॥ ৩৬৭১
খুৰতে ভাতিজে আদিত্যকো দিবি ধাৰ।
ইন্দ্ৰ দেৱতাতো ভয় নুহিবে তোমাৰ ॥
তোমাৰ বিপুল বলে কিছু নুহিবেক।
মোৰ পুত্ৰে অনেক ৰাক্ষস মাৰিবেক ॥ ৩৬৭২
সুগ্ৰীৱক গ্ৰীৱে ধৰি মুখে চুমা দিল।
অঙ্গদ পুত্ৰক হাতে হাতে সমৰ্পিল ॥
মোৰ পুত্ৰ নোহে বাপ তোমাৰ তনয়।
ভালমতে অঙ্গদক পালিতে লাগয় ॥ ৩৬৭৩
কুলত থাকয় যদি একোদৰ ভাই।
একৰ তনয় আছে আৰু কাৰো নাই ॥
সেহি পুত্ৰগুটি সবাহাৰে হোৱে সাৰ।
জল পিণ্ড দানে কৰে বংশক উদ্ধাৰ ॥ ৩৬৭৪
শুন বোলো প্ৰাণ বাপ তনয় অঙ্গদ।
তোহোৰ খুৰাত পাইবি সকলে সম্পদ ॥
আতি সেৱা এৰি ধৰ্ম্মে কৰিবি সেৱলি।
আতি সেৱা কৰিয়া পাতালে গৈলা বলি ॥ ৩৬৭৫
প্ৰণামোহো ৰামচন্দ্ৰ কৰি হাতযোৰ।
অল্পমতি তৰল বানৰ মুখপোৰ ॥
শৰবিষে যতেক কৰিলো খিলিঙ্কাৰ।
ইসব দোষক প্ৰভু ক্ষেমিবা আমাৰ ॥ ৩৬৭৬
সুৱৰ্ণৰ পঙ্কজ যতেক পদ্মমালা।
যাক পৰিধানে শ্ৰীধৰ সমকালা ॥
বাসৱে দিলন্ত মোক মাণিকে উজ্জ্বলা।
গ্ৰীৱহন্তে কাঢ়িয়া দিলন্ত সেহি মালা ॥ ৩৬৭৭

লক্ষ্মণক দিয়া বা আপুনি গ্ৰীৱে ধৰা।
নুহি সুগ্ৰীৱক দিয়া ৰাজ্যক জোকাৰা ॥
অঙ্গদ কুমাৰ মোৰ তাৰা পটেশ্বৰী।
দুইহন্তকো প্ৰভু পালিবাহা ভাল কৰি ॥ ৩৬৭৮
বালীক প্ৰবোধি পাচে মাতিলন্ত ৰাম।
ভাৰ্য্যাৰ পুত্ৰৰ শোক কৰা উপশাম ॥
তোমাত অধিক কৰি সুগ্ৰীৱে পালিব।
অভিনন্দা ভাৱে ৰাজভোগে কাল নিব ॥ ৩৬৭৯
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোৰ বোল কৰা।
বালী দেন্ত মালা আপোনাৰ গ্ৰীৱে ধৰা ॥
শ্ৰেষ্ঠ ভাইক লাগি কিছু নকৰিবা শোক।
পুষ্পৰথে চৰি যান্ত বালী স্বৰ্গলোক ॥ ৩৬৮০
লৈয়ো প্ৰাণ ভাই বুলি বালী মালা দিল।
হৰিষ বিষাদ মনে সুগ্ৰীৱে পিন্ধিল ॥
আতিশয় শোভা কৰে দশগুণে কালা।
দেখি যেন মেৰুৰ শিখৰে সূৰ্য্য জ্বালা ॥ ৩৬৮১
ভৈয়াই সুগ্ৰীৱ মোৰ হেৰ প্ৰাণ যান্তি।
আযাৰেক মাতোহো শুনিয়ো তাৰা শান্তি ॥
বিপাঙ্গে মৰিলো তোৰ বচন নুশুনি।
পুত্ৰক পালিবি মোৰ দোষক নুগুনি ॥ ৩৬৮২
আপদ কালত তোৰ একে বুধি তৰি।
মই যমঘৰে যাওঁ বচন নকৰি ॥
এহি বুলি বালী ৰাজা ভৈলা নিশৱদ।
শৰবিষে দুই চক্ষু ভৈলন্ত তবধ ॥ ৩৬৮৩
খৰ মৰ ভৈল বালীৰায়ৰ হাত ভৰি।
অচেতন ভাৱে থাকিলন্ত দান্ততৰি ॥
মুখ ভৈলা নিৰ্ব্বাণ নাসাত শ্বাস নাই।
পালটিল চক্ষু দুই আদিত্যক চাই ॥ ৩৬৮৪
নীলে দেখিলন্ত বালী ৰাজাৰ নিৰ্য্যাণ।
আজুৰিয়া কাঢ়িলন্ত ৰাঘৱৰ বাণ ॥
ৰুধিৰে পূৰিত শৰ গাৱৰ বজান্তি।
চিকিমিকি কৰে যেন আদিত্যৰ কান্তি ॥ ৩৬৮৫
সাগৰত স্নান কৰি ৰুধিৰ গুচাই।
ৰামৰ তূনত আসি পশিল দুনাই ॥

শৰীৰৰ বোম্বালে ৰুধিৰ বহি যান্তি।
বিজুলী চটক যেন দেখি তাৰ কান্তি ॥ ৩৬৮৬
স্বামীক বেঢ়িয়া কান্দে পটেশ্বৰী লোকে।
সুগ্ৰীৱ কান্দন্ত আতি জ্যেষ্ঠ ভাইৰ শোকে ॥
ৰামচন্দ্ৰ লক্ষ্মণ কান্দন্ত হনুমন্ত।
সৈন্যে সমে চাৰি পাত্ৰ আৰো জাম্বুৱন্ত ॥ '৮৭
তাৰা বোলে স্বামী তুমি গৈলা পৰলোক।
যমৰ পুৰত প্ৰভু সুমৰিবা মোক ॥
যাৰ মুঠি প্ৰহাৰে মেদিনী মেলে চিৰ।
হেন স্বামী ধৰণীত ত্যজিলা শৰীৰ ॥ ৩৬৮৮
হা স্বামী তুমি কোন কাৰ্য্যক সাধিলা।
সুগ্ৰীৱক ডাকি ভ্ৰাতৃবধূ সম্বৰিলা ॥
ধৰ্ম্মপথ এৰি পাপ কৰিলা সকল।
অবিলম্বে পাইলা সেই অধৰ্ম্মৰ ফল ॥ ৩৬৮৯
অঙ্গদ কান্দন্ত আতি বিয়াকুল চিত্ত।
হৃদয়ত মুঠি হানি পৰিলা ভূমিত ॥
হা বাপ কি কৰি কৰিলা নিমাখিতি।
মহাশান্তি মাৰ মোৰ ভৈলা অনাথিতি ॥ ৩৬৯০
ৰাজাৰ কুমাৰ কান্দে ধৰণীত লুটি।
হা বাপ বোলন্তে পৰাণ যায় ফুটি ॥
দীঘল গহন পথে চলিলা আপোনে।
তযু ভাৰ্য্যা পুত্ৰ আৰে পালিবেক কোনে ॥৩৬৯১
ৰাঘৱে বোলন্ত মিত্ৰ শুনিয়ো উচিত।
বিস্তৰ ক্ৰন্দনে নুহি মৃতকৰ হিত ॥
ঝাণ্টে চিতা সাজিয়োক বহল বিস্তৰ।
তাতে তুলি কৰায়োক বালীৰ সংস্কাৰ ॥ ৩৬৯২
ৰামৰ বচন যেৱে ভৈলা অৱসান।
পাচে বীৰ লক্ষ্মণে দিলন্ত সন্নিধান ॥
শোক এৰি সুগ্ৰীৱ প্ৰেতৰ কাৰ্য্য চাহা।
কৈৰা তাৰা দেবী তুমি কিষ্কিন্ধ্যাক যাহা ॥ '৯৩
চতুৰ্দ্দোল যানত বালীক নিয়া তোলা।
গিৰি নদী সমীপত শীঘ্ৰে নিয়া পোৰা ॥
অঙ্গদে পিতৃৰ দিবা পিণ্ড জলাঞ্জলি।
হনুমন্ত আদি সবে কাৰ্য্যক সঙ্কলি ॥ ৩৬৯৪

শিৰোগত কৰিলন্ত লক্ষ্মণৰ বোল।
তেতিক্ষণে তাৰা আনাইলন্ত চতুৰ্দ্দোল ॥
অঙ্গদে সুগ্ৰীৱ দোলা তুলিয়া ধৰিল।
খুৰতে ভাতিজে গিৰিনদী তীৰ নিল ॥ ৩৬৯৫
আনো বৰ বৰ বীৰ পৰ্ব্বত আকাৰ।
হাতে কান্ধে বহিলন্ত মৃতকৰ ভাৰ ॥
কান্দন্তে কাতন্তে লৈয়া গৈয়া চতুৰ্দ্দোলে।
বালীক পুৰিলা গৈয়া গিৰি নদী কোলে ॥৩৬৯৬
দন্তকাষ্ঠ কাকবলি আৰু স্নান বলি।
অঙ্গদে পিতৃৰ দিলা পিণ্ড জলাঞ্জলি ॥
নিজ গুৰু ব্ৰাহ্মণে দিলন্ত স্বাহি পাহি।
অঙ্গদে কৰিলা কৰ্ম্ম বিধিৱতে চাহি ॥ ৩৬৯৭
নানাবিধ দান কৰিলন্ত বৃষোৎসৰ্গ।
হনুমন্ত সুগ্ৰীৱ সমস্তে জ্ঞাতিবৰ্গ ॥
দানে মানে সব জ্ঞাতিলোক তুষ্ট ভৈলা।
পুষ্পৰথে চৰি বালী স্বৰ্গে চলি গৈলা ॥ ৩৬৯৮
সমস্তে বানৰগণে কাৰ্য্যক সঙ্কলি।
ৰামৰ চৰণে আসি কৰিলা সেৱলি ॥
হনুমন্তে ৰামক কৰিলা বহু স্তুতি।
তোমাৰ প্ৰসাদে ভৈল বালীৰ মুকুতি ॥ ৩৬৯৯
আযাৰেক বোলো বুলিবাক লাগে ডৰ।
ভৰি চাৰি পাঞ্চ যায়ো কিষ্কিন্ধ্যা নগৰ ॥
ৰাজ্য ঝঙ্কাৰিয়ো সুগ্ৰীৱক তযু মিত্ৰ।
তুমি পৰশিলে হৈব আনৰ পৱিত্ৰ ॥ ৩৭০০
ৰামচন্দ্ৰ বোলন্ত শুনিয়ো বায়ুপুত্ৰ।
আমাৰ মিত্ৰৰ অকল্যাণ আছে কৈত ॥
বনবাস খাটো পালি পিতৃৰ আদেশ।
চৈধ্যয় বৎসৰ নাহি নগৰে প্ৰবেশ ॥ ৩৭০১
শুনিয়োক হনুমন্ত গবাক্ষ গৱয়।
মৈন্দ দ্বিবিদ শুনা বীৰ সমস্তয় ॥
নল গন্ধমাদন সুষেণ নৰহৰি।
ব্ৰহ্মাৰ তনয় ওৰা শুনিয়ো কেশৰী ॥ ৩৭০২
তাৰবীৰ পনস শুনিয়ো জাম্বুৱন্ত।
দধিমুখ যূথপতি আৰৱ আছন্ত ॥

ইন্দ্ৰজানু সুজানু শুনিয়ো বীৰ নীল।
ঋষভ শৰভ আৰো শুনিয়ো সুশীল ॥ ৩৭০৩
সতানু সম্পাতি সৰ্ব্বভক্ষ্য শুনিয়োক।
গোলাঙ্গুল জাতি কপি আছা যত লোক ॥
সবে মহাবীৰ যেন দেৱৰ সমাজ।
সবে মিলি সুগ্ৰীৱক জোকাৰিয়ো ৰাজ ॥ ৩৭০৪
বালীসুত মহাবীৰ আছন্ত অঙ্গদ।
সবে মিলি দিবা তাঙ্ক যুবৰাজ পদ ॥
আমাৰ বচনে সবে হেলা পৰিহৰি।
সমস্তে বানৰে যায়ো কিষ্কিন্ধ্যা নগৰী ॥ ৩৭০৫
চলিয়ো সুগ্ৰীৱ মিত্ৰ লোৱা দণ্ডপাট।
প্ৰজাপতি পালি আজ্ঞা কৰিবাহা ছাট ॥
নটে ভাটে ব্ৰাহ্মণে মঙ্গল কৰন্তোক।
সম্পিলো তোমাতে তাৰাদেৱী আছন্তোক ॥ '০৬
শ্ৰাৱণাদি মাস মুখ্য বাৰিষাৰ কাল।
দিনতে আন্ধাৰ মহা মেঘৰ ঘঞ্চাল ॥
বানৰ লোকৰ আতো কিছু নাহি কাজ।
ইটো চাৰি মাস মহাসুখে কৰা ৰাজ ॥ ৩৭০৭
আমি থিত হৈবো প্ৰস্ৰৱণ গিৰিবৰে।
সীতাৰ নিমিত্তে চিত্ত উত্ৰাৱল কৰে ॥
কাৰ্ত্তিক নিবৃত্তি গৈলে আগ্ৰহণ মাসা।
সীতাক খুজিবে যেন নমাতিলে আসা ॥ ৩৭০৮
সুগ্ৰীৱে বোলন্ত আৱে ভৈল প্ৰতিকাৰ।
ভাৰ্য্যাক লভিলো অকণ্টক ৰাজ্যভাৰ ॥
সীতাক খুজিবো আমি চাৰি মাস পাচে।
ধাৰ লাগি মিত্ৰৰ আমাৰ গাৱে আছে ॥ ৩৭০৯
ৰামক প্ৰণাম কৰি ভালুক বানৰে।
নগৰীত প্ৰবেশ ভৈ গৈল চপকৰে ॥
চতুৰ্দ্দোলে সুগ্ৰীৱ ওৱাৰি পয়োসাৰ।
সুগ্ৰীৱ বোলন্ত বিধি প্ৰসন্ন আমাৰ ॥ ৩৭১০
ওৱাৰি ভিতৰে পাঞ্চ ৰত্নৰ ভাণ্ডাৰ।
শুভ শুভ জয় জয় ভৈ গৈল জোকাৰ ॥
দণ্ড ছত্ৰ পতাকা বিচিত্ৰ নৃত্য গীত।
সুগন্ধ শীতল বাতে প্ৰমোদিত চিত ॥ ৩৭১১
নানাবিধ চিত্ৰখান আতি বিতোপন।
দেখি সুগ্ৰীৱৰ উল্লাসিয়া গৈল মন ॥
পদুলি পদুলি সবে পুতিলা তোৰণ।
সুবৰ্ণৰ দীপ ঘট সুগন্ধ চন্দন ॥ ৩৭১২
দূৰ্ব্বাক্ষত পঞ্চৰত্ন থৈলা নিৰন্তৰে।
পশিলন্ত সুগ্ৰীৱ শ্ৰীমন্ত বাস ঘৰে ॥
শুনা ৰামায়ণ পদ যত সভাসদ।
শুনন্তে মঙ্গল মিলে গুচয় আপদ ॥ ৩৭১৩
যাৰ যেন মনৰ বাঞ্ছিত পূৰে কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৩৭১৪

---

### সুগ্ৰীৱৰ ৰাজ্য অভিষেক

**ছবি**

অন্তেষপুৰৰ হন্তে মহন্ত সুগ্ৰীৱ বীৰ
ৰত্ন মণ্ডপক চাপি গৈলা।
মন্ত্ৰী পাত্ৰগণে মিলি সেৱালি কৰিয়া পাচে
বাৰে বাৰে প্ৰশংসিবে লৈলা ॥
সুবৰ্ণ ৰজত ৰত্নে শৰীৰক মণ্ডিলন্ত
অলঙ্কাৰে দেখি হেমময়।
হৰিষত বদনৰ কান্তিচয় প্ৰকাশয়
যেন দেখি সূৰ্য্যৰ উদয় ॥ ৩৭১৫
হনুমন্ত আদি কৰি মুখ্য মুখ্য পাত্ৰগণ
ৰামৰ আজ্ঞাক শিৰে লৈল।
ভাল ভাল দূতগণ দেশে দেশে পঠাই দিয়া
সম্ভাৰ মিলাই আনি থৈল ॥
গঙ্গা দেৱী আদি কৰি যত যত তীৰ্থ আছে
আৰো সাত সাগৰৰ জল।
সুবৰ্ণৰ অষ্টঘট অগৰু সুগন্ধি জলে
ভৰি আমডালি দিল ফল ॥ ৩৭১৬
পণ্ডিতসকলে খড়ি ধৰি শুভলগ্ন কৰি
শুভদিন চাই শুভক্ষণ।
দুই পাট মহাদইক অলঙ্কাৰে মণ্ডিলন্ত
অঙ্গচয় দেখি সুশোভন ॥

সুৱৰ্ণৰ সিংহাসনে　সুগ্ৰীৱ নৃপতি আতি
লীলা ৰূপে থাকিলন্ত বসি ।
ডাহিনত লোমা দেৱী　বামত বসিলা তাৰা
নক্ষত্ৰ মাজত যেন শশী ॥ ৩৭১৭
ব্ৰাহ্মণ সকলে ৰঙ্গে　সুমঙ্গল কৰিলন্ত
পাতিলন্ত গণপতি ঘট ।
নানা ভাৱ ভঙ্গি কৰি　বিদ্যাধৰে নাচে গাৱে
অসংখ্য যোগান ভাট নট ॥
অসংখ্যাত শৱদৰ　কোলাহল উথলিল
হুলস্থুল লাগি গৈল তয় ।
অসংখ্য শঙ্খৰ নাদ　গগন পূৰিয়া গৈল
বন্ধুবৰ্গে কৰে জয় জয় ॥ ৩৭১৮
বীৰঢাক ঢোল বাজে　তৱল ডগৰ দণ্ডি
শৱদ শুনিয়া কোলাহল ।
ভেমচ কৈমচচয়　ঝাঝৰ ৰেমচি বাজে
ৰামতাল আৰু কৰতাল ॥
টোকাৰি কেন্দৰা ৰুদ্ৰ বিপাঞ্চি দোতৰা বাজে
বীণা বাঁশী দোশৰী মোহৰী ।
জিজিৰি কাহালি শিঙ্গা　ভেৰী ডাকে নিৰন্তৰ
স্বৰ্গ ভুৱনকো গৈলা পূৰি ॥ ৩৭১৯
ধৱল চামৰ কৰে　ধৰি দুই পাত্ৰে আতি
আগে পাচে থাকি গৈল ঢুলি ।
নিৰ্ম্মল চন্দ্ৰৰ সম　ধৱল ছত্ৰেক আনি
ধৰিলন্ত কৌতূহলে তুলি ॥
পণ্ডিত ব্ৰাহ্মণগণে　বহ্নিত আহুতি দিল
কন্যাগণে কৰিল মঙ্গল ।
দ্বিজগণে মন্ত্ৰ পঢ়ি　দূৰ্ব্বাক্ষত দিলা মাথে
আৰো সাত সাগৰৰ জল ॥ ৩৭২০
হনুমন্ত জাম্বুৱন্ত　গবাক্ষ কেশৰী আৰো
দধিমুখ নল নীল আৰ ।
যথাযোগ্য বিধি আসি　নিৰন্তৰে পাত্ৰগণে
জয় জয় কৰয় জোকাৰ ॥
সুৱৰ্ণ মুকুতা ফলে　সিঞ্চিলন্ত কৌতূহলে
কি কহিবো তাহাৰ মহিমা ।
মনত হৰিষে তয়　নাৰীগণে জোকাৰয়
ধ্বনি সিটো গৈল স্বৰ্গসীমা ॥ ৩৭২১
হনুমন্ত আদি কৰি　মুখ্য মুখ্য পাত্ৰগণ
মিলিলন্ত সকলে সমাজ ।
তাৰা দেৱী তনয়ক　মহাবীৰ অঙ্গদক
তেখনে পাতিলা যুৱৰাজ ॥
মহন্তক পালিবাহা　দুষ্টক কৰিবা দণ্ড
ৰাজ্য জন নকৰিবা পীড়া ।
তাৰা লোমা দুই ভাৰ্য্যা দুই পাশে লৈয়া ৰাজা
সুগ্ৰীৱ কৰন্ত কামক্ৰীড়া ॥ ৩৭২২
এহি বুলি পাত্ৰগণে　অঙ্গদক নিয়োজিল
সুগ্ৰীৱ ভৈলন্ত মহাৰাজা ।
ৰামৰ চৰণ সেৱা　প্ৰসাদে পৰম সুখী
হুয়া ৰৈলা কিষ্কিন্ধ্যাৰ প্ৰজা ॥
শুনা সভাসদচয়　সাক্ষাতে অমৃতময়
ৰামৰ চৰিত্ৰ অনুপাম ।
মাধৱ কন্দলি ভণে　বুলিয়োক ঘনে ঘনে
ডাকি উচ্চ কৰি ৰাম ৰাম ॥ ৩৭২৩

———

### সুগ্ৰীৱৰ প্ৰতি ৰাম-লক্ষ্মণৰ ক্ৰোধ

পদ

প্ৰস্ৰৱণ নামে গিৰি নেত্ৰ অনুপাম ।
ৰাৰিষা কালত সিটো বঞ্চিবে উত্তম ॥
লক্ষ্মণে নিৰ্ম্মিলা বাসা নদী সন্নিহিতে ।
দুই ভাই চাৰি মাস বঞ্চিলা তহিতে ॥ ৩৭২৪
শ্ৰাৱণ মাসত মুখ্য ৰাৰিষাৰ কাল ।
দিনান্তে আন্ধাৰ মহা মেঘে কোলাহল ॥
সুৰভি শীতল আতি দক্ষিণাৰ বাৱে ।
কোকিলৰ কুহুনাদে নিদ্ৰাক যোগাৱে ॥ ৩৭২৫
প্ৰমত্ত ভ্ৰমৰে যেন মালতীক শোষে ।
বিৰহিনী নাৰাৰ বিৰহ চিত্তে ঘোষে ॥
মেঘৰ গৰ্জ্জন শুনি মৈৰা কৰে নাদ ।
সীতাক সুমৰি ৰামে কৰন্ত বিষাদ ॥ ৩৭২৬

কৈক গৈল সীতা মোৰ বচন অমৃত।
প্ৰাণেশ্বৰী অবিহনে নৰহয় চিত্ত ॥
স্বভাৱে বাৰিষা কালে কাম আতিৰেক।
একগোটা দিনে যায় এক বৰিষেক ॥ ৩৭২৭
ৰাঘৱে বোলন্ত লখাই নসহে পৰাণ।
শৰীৰক দহে মদনৰ পঞ্চবাণ ॥
চম্পক মালতী গন্ধে হৃদয় নসহে।
প্ৰাণ সঙ্কলয় যেন সীতাৰ বিৰহে ॥ ৩৭২৮
লক্ষ্মণে বোলন্ত দদা তেজিয়ো বিকল।
আতিশয় শোকে হৈবা শৰীৰ দুৰ্ব্বল ॥
বলিষ্ঠ ৰাৱণ স্থূল পৰ্ব্বত যেহেনে।
দুৰ্ব্বল শৰীৰে তাক যুজিবাহা কেনে ॥ ৩৭২৯
প্ৰৱল অগনি যেন দহে তৃণবন।
সহজে জ্বলন্ত সখা হোৱন্ত পৱন ॥
দীপৰ অগনি নিমাৱন্ত সেহি বাৱে।
সুহৃদ জনৰ হোৱে তেনেই স্বভাৱে ॥ ৩৭৩০
সন্তাপ এৰিয়া দদা নকৰিয়ো শোক।
অমৃত সমান ফল মূল ভুঞ্জিয়োক ॥
বাৰিষাৰ প্ৰস্ৰৱণ গিৰিতে আছন্ত।
সুগ্ৰীৱক নিতে হনুমন্ত চিঞৰন্ত ॥ ৩৭৩১
মাৰুতিয়ে বোলন্ত সুগ্ৰীৱ মহাৰায়।
কাৰ্ত্তিক নিবৰ্ত্তি গৈল হেন নুযুৱায় ॥
নৈয়ো আসি খোজন্তে আপুনি যেৱে যায়।
তেৱেসে মিত্ৰৰ হন্তে কল্যাণক পায় ॥ ৩৭৩২
ৰাম মিত্ৰ ভৈল তিনি ত্ৰৈলোক্যৰ সাৰ।
যাত হন্তে ভৈলা তুমি দুৰ্গতি উদ্ধাৰ ॥
পটেশ্বৰীগণ পাইলা গুচিল বিপদ।
যাহাৰ প্ৰসাদে তুমি পাইলা ৰাজপদ ॥ ৩৭৩৩
হিতবোল শুনা এৰিয়োক ৰাজভোগ।
সততে পাইবাহা নাৰীগণ উপযোগ ॥
সুখে দুখে যাহন্ত বীৰত্ব নুযুৱায়।
ৰামে যেদি আসিলে ভালৰ চিহ্ন নাই ॥ ৩৭৩৪
সম্পদ সময়ে হিতাহিতক নজানি।
ৰাজভোগ এৰিয়া শুনিয়ো হিতবাণী ॥

এহিমতে পাত্ৰগণে হিত বুলিলন্ত।
কটাক্ষে সুগ্ৰীৱ বীৰে গৰ্ব্বে থাকিলন্ত ॥ ৩৭৩৫
গৈল অগ্ৰাহয়ণৰ দিবস কতিপয়।
অৰুণ নয়নে ৰামে ক্ৰোধিয়া বোলয় ॥
দেখিলা লক্ষ্মণ ভাই বানৰৰ নয়।
সবে গুণে পিঠি দিয়া এখনো নাসয় ॥ ৩৭৩৬
আপুনি সুখতে আছে মোহোৰ বুৰিল।
নিলাজ বানৰসব গুণ পাসৰিল ॥
মিত্ৰ খুজি পাইলোহো বনৰ পশুজন।
জলে ৰেখা দিলে যেন গুচে তেতিক্ষণ ॥ ৩৭৩৭
কিষ্কিন্ধ্যাক লখাই তুমি কৰিয়ো পয়াণ।
সহজে লটক বানৰক ধৰি আন ॥
পণ্ডিত জনক যেন ভাণ্ডি গৈল বোৱে।
বটালী নকাটে যেন বিনা হাঠুৰিয়ে ॥ ৩৭৩৮
ৰামৰ বচন শুনি লক্ষ্মণৰ খঙ্গ।
মাৰো বানৰক আজি ক্ষুদ্ৰসে পতঙ্গ ॥
তোমাক ভাণ্ডিল দদা হেৰ আসো বুলি।
কিষ্কিন্ধ্যানগৰী পাইয়া কৰয় ধুন্ধুলি ॥ ৩৭৩৯
বালীক মাৰিয়া তুমি সিটো ভুঞ্জে ৰাজ।
তুমি ঘোৰ বনে সিটো ধৌলিৰৰ মাজ ॥
ধান্যক পীড়িয়া বিনাইবনে থাকে জৰি।
গৃহস্থৰ গলে কণ্ঠা লাৰি কত পাৰি ॥ ৩৭৪০
স্বৰূপ বোলোহো নোবোলোহো মিছা বাজি।
বানৰ কুলৰ যম হুইয়া যাওঁ আজি ॥
শৰে হানি পেলাইবোহো সুগ্ৰীৱক ছেদি।
বানৰ ৰুধিৰে বহাইবোহো ঘৰ নদী ॥ ৩৭৪১
শ্ৰীৰামে বোলন্ত লখাই শুন ৰাজনয়।
গম্ভীৰ চৰিত্ৰে কাজ বেণ্টু নগণয় ॥
সৰসে টনকে যেৱে নাসে মোৰ পাশ।
নিষ্ঠুৰ বচনে লগাইবাহা গৰ্ভত্ৰাস ॥ ৩৭৪২
যিটো শৰে বালীৰায় গৈলা যমপুৰ।
বুলিবা সম্প্ৰতি তূণে আছে সেহি শৰ ॥
একে শৰে শ্ৰেষ্ঠ ভাই মৰিল তোহাৰি।
তুমি পুনু মৰিবাহা পুত্ৰ পৰিবাৰি ॥ ৩৭৪৩

### ছুলড়ী

ৰামক প্ৰণামি লক্ষ্মণ কুমাৰ
চলিলা অন্তেষপুৰ ।
চৰণ প্ৰহাৰে পৃথিৱী কাম্পয়
মেদিনী মেলয় চিৰ ॥
সক্ৰোধ নয়নে সত্বৰ গমনে
অন্তেষপুৰক পাইলা ।
হাতে বৃক্ষ শিলা পৰ্ব্বত ধৰিয়া
প্ৰচণ্ড বানৰে ধাইলা ॥ ৩৭৪৪
নগৰীৰ মাজে দাৰি ছুৰি লাগি
বানৰৰ হুলস্থুলি ।
গোত্ৰ মেলেকক অঙ্গদে পঠাইল
ৰাজাত জনাওঁ বুলি ॥
তাৰা দেৱী সঙ্গে আছে মনৰঙ্গে
ৰাজাক লাগ নপাইল ।
নগৰী ৰাখিবে লাগি হনুমন্তে
অনেক সৈন্য চলাইল ॥ ৩৭৪৫
একোহো বানৰ পয়াণে চলিল
হস্তীৰ যেন প্ৰমাণ ।
কতোহো শতেক কতো সহস্ৰেক
বানৰে কৰে পয়াণ ॥
হাতে বৃক্ষ শিলা উপাৰি ধৰিলা
কোটি অসংখ্যাত ধাইল ।
লক্ষ্মণ বীৰৰ মূৰ্ত্তিক দেখিয়া
বানৰ ভাগি পলাইল ॥ ৩৭৪৬
কতো ভয়হন্তে থমকি থাকিল
কেহো বোলে লওঁ প্ৰাণ ।
কেহো বোলে আক দিওঁ বৃক্ষজাক
পৰ্ব্বত শিখৰ মান ॥
ধনুত টঙ্কাৰ কৰিয়া লক্ষ্মণে
বানৰ বল ডাকিল ।
সিংহ দৰশনে মৃগ হুয়া যেন
বানৰ বল ভাগিল ॥ ৩৭৪৭

পাত্ৰ মন্ত্ৰীগণে ইঙ্গিতে জানিয়া
ৰাজাত গৈয়া জনাইল ।
আনো কেহো নহে খৰতৰ বেগে
লক্ষ্মণ বীৰেসে আইল ॥
হনুয়ো বোলন্ত তৈসানি বুলিলো
আপুনি চলি যায়োক ।
সদবুদ্ধি মানে আশু নফলিল
তাহাৰ ফল পায়োক ॥ ৩৭৪৮
সুগ্ৰীৱে বোলন্ত শুন হনুমন্ত
শুনা সবে কপিগণ ।
ইন্দ্ৰকো জিনিবে সামৰ্থ আছয়
আছোক ৰাম লক্ষ্মণ ॥
সাতো পৃথিৱীৰ ভালুক বানৰ
যোগাৱে মাণিক গন্ধ ।
আগক চাহন্তে গুণন্তে গাঠন্তে
পাচক চাহন্তে আন্ধ ॥ ৩৭৪৯
আছোক পৃথিৱী সপত সাগৰ
বাসুকি ছানিবে পাৰি ।
কিন্তু মিত্ৰ ভাৱ কমনে বঞ্চিবো
ৰাম বৰ উপকাৰী ॥
আমাৰ উপৰে লক্ষ্মণ আসিল
কাৰ্য্যৰ শঙ্কট পুছো ।
মোক সদবুদ্ধি দিয়ো হনুমন্ত
আগবাঢ়ো পাচগুচো ॥ ৩৭৫০
কৰযোৰ কৰি বচন বোলন্ত
বায়ুসুত হনুমান ।
স্বৰূপ বুলিলা তোমাৰ সদৃশ
বলৱন্ত নাহি আন ॥
ৰাঘৱৰ শৰে সাত তাল ভেদি
পশিল গৈয়া পাতাল ।
পৰ্ব্বত ভেদিয়া তুণত পশিল
সিটো আছে যমকাল ॥ ৩৭৫১
হেন ৰাম তযু সখিত্ব ভৈলন্ত
কতবা জন্মৰ ফলে ।

বালীক মাৰিয়া পটেশ্বৰী নিলা
ৰাজ্য ভুঞ্জা অবিকলে ॥
যাহাৰ প্ৰসাদে পাইলা ৰাজশ্ৰীক
তাহাঙ্ক দিয়া পোথান ।
বানৰৰ লোকে অচেতন ভৈলা
চক্ষু আছন্তেহি কাণ ॥ ৩৭৫২
লাজত বিমুখ নুহিয়া নৃপতি
মোৰ বাক্যে মন কৰা ।
ৰামৰ বচনে লক্ষ্মণে খঙ্গিল
তানে চৰণত ধৰা ॥
বিনয় কাকুতি বুলি আগবাঢ়ি
লক্ষ্মণে লৈয়ো শৰণ ।
তেহে ৰাখিলন্তে জানিবা শিলাত
হানিলে নাহি মৰণ ॥ ৩৭৫৩
ধনুৰ টঙ্কাৰ কৰিয়া লক্ষ্মণে
বানৰ সৈন্য ভঙ্গাইল ।
মাণিকে মণ্ডিত নগৰী যাহন্তে
সিংহ দুৱাৰক পাইল ॥
সপত বেৱন্ধা এৰাই অনন্তৰে
অভ্যন্তৰে পয়োসাৰ ।
মহাদইগণ দেখিলা লক্ষ্মণ
অলঙ্কাৰে জাতিষ্কাৰ ॥ ৩৭৫৪
ৰত্নে বিৰচিত জ্বলে থানথান
হাসো হাসো যেন কৰে ।
পটেশ্বৰী সম- ন্বিতে সুগ্ৰীৱক
দেখিলা খাট উপৰে ॥
লক্ষ্মণ বীৰক দেখিয়া সুগ্ৰীৱ
ত্বৰিতে চালিলা গাৱ ।
সাষ্টাঙ্গে প্ৰণাম কৰি তিনি জনে
ভৈলা অৱনত ভাব ॥ ৩৭৫৫
ডাহিন পাঞ্জৰে লোমা পটেশ্বৰী
যেহেন ৰূপে পাৰ্ব্বতী ।
বামত সুন্দৰী তাৰা বসি আছে
একো অঙ্গে নাহি ক্ষতি ॥

লক্ষ্মণ বীৰক দেখি সেহি ঠাৱে
ভৈগৈল মলিন চান্দ ।
ৰাহুক দেখিয়া যেহেন মলিন
ভৈল পূৰ্ণিমাৰ চান্দ ॥ ৩৭৫৬
পাদ্য অৰ্ঘ আচ- মন দিলা ৰাজা
আৰো মধুপৰ্ক দান ।
সুৱৰ্ণৰ খাট মাথে নিয়া দিল
কৰি অতি বহুমান ॥
ৰামৰ কনিষ্ঠে বোলন্ত দূতৰ
নুহি হেন ব্যৱহাৰ ।
দদা বুলিবাৰ কাৰ্য্য নসাধিলে
নলৈবোহো সতকাৰ ॥ ৩৭৫৭
হাওৰে বানৰা মিত্ৰক বঞ্চিলি
অজ্ঞান গৰ্দ্দভ পশু ।
ভৃত্য হুয়া তেল কুঢ় বোলাৱস
গৃহস্থৰ গাৱে খসু ॥
সিংহ হৰিণক মাৰিল শৃগাল
পশুৰ বৰ উঠানি ।
একৰ পিয়াসে মৰয় ইতৰে
ভুঞ্জয় ডাবৰ পানী ॥ ৩৭৫৮
ৰামৰ কাৰ্য্যক হেলা কৰি তই
মোক কৰ সতকাৰ ।
দুষ্টৰ বিনয় যতেক বোলস
মোত নিবিকাস আৰ ॥
পৰ্ব্বতক পিঠি দিলি মূঢ় তই
শুনৰে নিলাজ চাৰ ।
শৰে হানি তোৰ প্ৰাণ কাঢ়ি লইবো
ত্ৰৈলোক্যে নাহি নিস্তাৰ ॥ ৩৭৫৯
হেনয় জানিবি হিতক চিন্তিলি
পাচে উপকাৰ কৰে ।
কুলীন পৰাণি ভৈলে ভালে তাৰ
মনে সদবুধি ধৰে ॥
দদাৰ আশয় শুনৰে বানৰা
চেতন লভ মনত ।

যিটো শৰে হানি বালীক মাৰিল
অদ্যাপি আছে তূণত ॥ ৩৭৬০
দদা বুলিলন্ত দুষ্ট বানৰত
মোহোৰ আদেশ কহ ।
নতো সঙ্কোচয় প্ৰকটে আছয়
বালী মাৰিবাৰ পহ ॥
সুগ্ৰীৱে আপনে বন্ধুগণ সমে
চলি যাহা বালীপথে ।
তোৰ ধিতিঙ্গালি মোত নিবিকাৰে
ফল দিবো ভালমতে ॥ ৩৭৬১
এতিক্ষণ দদা তৈত আছন্তোক
মই পুনু তাহান দূত ।
অন্তৰ মলিন শৰীৰ তোহোৰ
কৰিবোহো চূৰ্ণীকৃত ॥
বানৰগোটৰ এতমান সাস
মাৰো পাঞ্জৰক ফুল ।
লক্ষ্মণ বীৰৰ তেৰেসে পলাই
হৃদয়ৰ গুলগুলি ॥ ৩৭৬২
হেৰ আসো বুলি আমাক ভাণ্ডিলি
চাৰি মাস গৈল বহি ।
তই ইঠাৱত ৰাজ ভোগাৱস
দদাৰ নিকাৰ তহি ॥
হাওৰে বানৰা মুণ্ড তুলি চাহা
দেখৰে দাৰুণ শৰ ।
এহি শৰে হানি প্ৰাণ তোৰ লৈবো
পঠাই দিবো যমঘৰ ॥ ৩৭৬৩
এতেক কহন্তে সুগ্ৰীৱ ৰাজাৰ
বুক ডুৰ ডুৰ কৰে ।
কটাক্ষ নয়নে সঙ্কুচিত মনে
যোনু হানি এৰে শৰে ॥
সিংহ দৰশনে মৃগযুথ যেনে
শৰীৰ ৰৰে কম্পাৱে ।
সম্পুষ্ট অঞ্জলি কৰি তিনি জনে
নমিলা লক্ষ্মণ পাৱে ॥ ৩৭৬৪

দুই পটেশ্বৰী সহিতে নৃপতি
যোৰহাতে ভৈল থিৰ ।
মিনতি বচন বুলিবে লাগিলা
তাৰা সুষেণৰ জীৱ ॥
শুনিয়ো লক্ষ্মণ দশৰথসুত
ৰামৰ কনিষ্ঠ ভাই ।
অসোধনে কেনে স্বামীক নিন্দহ
আমাৰ কৰ্ম্মক পাই ॥ ৩৭৬৫
আতিশয় তুমি কোপ নকৰিবা
নকৰিবা আতি খেদ ।
বিষবৃক্ষ যদি আপুনি ৰোৱয়
তাক নকৰিয়ো ছেদ ॥
তোমাৰ ক্ৰোধত ইয়ো স্বামী মৰিব
তেৱে কোন যশ পাইব ।
বিড়ালীৰ যদি দোষক ধৰিয়া
নিতেহি হাণ্ডি পেলাইব ॥ ৩৭৬৬
অনেক আমাৰ বচন আছয়
চৰণে প্ৰভু তোমাৰ ।
সুগ্ৰীৱে আমাৰ ক্ৰূৰ নোহন্ত
সন্ত মহন্তৰ সাৰ ॥
গুণীগণ মাজে যাহাক লেখিবা
খড়ি মাটি ধৰি আগে ।
হেনয় স্বামীক নিন্দন্তে আছাহা
আমাৰ বৰ অভাগে ॥ ৩৭৬৭
স্বপনে গিয়ানে ৰামে মাত্ৰ গতি
দেৱ নজানন্ত আন ।
কেনমতে ৰামে সীতাক পাইবন্ত
হেনসে যোগ ধিয়ান ॥
দশোদিশ লাগি দূতক পাঞ্চিল
ভালুক বানৰ আনি ।
ৰামৰ পাশক যাহা চপকৰে
কালৰ প্ৰমাণ জানি ॥ ৩৭৬৮
শুনা সভাসদ ৰামায়ণ পদ
দেখিয়ো কেনে আসুখ ।

ঈশ্বৰ ৰামক সখিত্ব কৰিয়া
তথাপিতো পাৰে দুখ ॥
সকামী প্ৰাণীৰ দুখ নুগুচয়
আক ভালমতে জানি।
সকাম ত্যজিয়া ৰামক ভজিয়া
বোলা ৰাম ৰাম বাণী ॥ ৩৭৬৯

——

সুগ্ৰীৱৰ আদেশত বান্দৰ সৈন্য গোট খায়

পদ

অনন্তৰে মাতিলা সুগ্ৰীৱ মহাবীৰ।
দোষ ক্ষমা কৰিয়োক বানৰ জাতিৰ ॥
একেবাৰে ভৃত্যৰ দোষৰ নেদি ফল।
জাতি বৃত্তি একে আমি বানৰ চঞ্চল ॥ ৩৭৭০
তোমাৰ কোপক দেখি ডৰাৱে বানৰ।
ৰামৰ আছয় কোপ সবাৰ উপৰ ॥
তোমাত শৰণ লৈলো যেন যুৰায়োক।
ৰামৰ চৰণে নিয়া ভেন্টায়োক মোক ॥ ৩৭৭১
বিমৰিষি বোলা যদি একেশ্বৰে যাওঁ।
নুহি দিন দশ থাকা সৈন্যক জোৰাওঁ ॥
ইটো দুয়ো জনা দাসী মইও ভৈলো দাস।
তোমাৰ কোপক দেখি বৰ লাগে ত্ৰাস ॥ ৩৭৭২
সুগ্ৰীৱে কাকুতি ভাৱে স্তুতি বুলিলন্ত।
লক্ষ্মণ বীৰৰ কোপ ভৈল উপশান্ত ॥
বিমৰিষি বচন বুলিলা নিষ্টে নিষ্ট।
মোক কোপ এৰা মই তোমাৰ কনিষ্ঠ ॥ ৩৭৭৩
মিত্ৰদ্ৰোহা নহা তুমি ভকত ৰামৰ।
কি কৰিবা প্ৰস্ৰৱণে গৈয়া একেশ্বৰ ॥
দিন দশ থাকো মই সৈন্য জোৰাইয়োক।
ৰামৰ পাশক চপকৰে চলিয়োক ॥ ৩৭৭৪
কৈৰা হনুমন্ত বুলি ৰাজাৰ আদেশ।
কোটি অসংখ্যাত দূত পাঞ্চা দেশে দেশ ॥
উদয়াস্তগিৰি যত মেৰুমন্দৰৰ।
সমস্তে আসোক যত ভালুক বানৰ ॥ ৩৭৭৫
সপ্তদ্বীপা বসুমতী সপত সাগৰ।
যত মানে চন্দ্ৰ সূৰ্য্য কিৰণ পোহৰ ॥
আমাৰেসে অধিকাৰ সবে নিষ্ট জানি।
তিনি দিন ভিতৰতে সৈন্য দিবা আনি ॥ ৩৭৭৬
আপুনি জানাহা যেন নৃপতি প্ৰচণ্ড।
শীঘ্ৰ কৰি নাসিলে কৰিবো উগ্ৰ দণ্ড ॥
মোহোৰ আদেশ যেহি যেহি লোক পালে।
দশ দিন ভিতৰতে আসোক সকলে ॥ ৩৭৭৭
আপুনি জানিয়া চিন্তিয়োক হিত কাজ।
মিত্ৰৰ থানত নপাওঁ যেন মই লাজ ॥
যিবা দূত গৈয়া আছে আদেশ পালোক।
তাকো লাগি পঠায়ো উপৰ চালেক ॥ ৩৭৭৮
ৰাজাৰ আদেশ যেৱে পাইলা বায়ুসুত।
দেশে দেশে দূত পঠাই দিলন্ত বহুত ॥
ৰাজাৰ আদেশ যেৱে হনুমন্তে পাইলা।
সমস্ত দেশৰ যত বানৰ জোৰাইলা ॥ ৩৭৭৯
নৃপতিৰ আজ্ঞা বাণী শিৰোগত মানি।
আসিলেক সেনাগণ দশোদিশ ছানি ॥
আকাশ ছানিয়া যেন ফৰিঙ্গ উজান্ত।
আপোনাৰ যূথে যূথে কিষ্কিন্ধ্যা পাইলন্ত ॥ '৮০
সিংহ যেন বিড়িঙ্গ শৰীৰ নাহি চুটি।
মন্দৰ গিৰিৰ আইল তিনি শত কোটি ॥
নিপুন্দ শৰীৰ লুঙ্গৰিয়া বৰ্ণ কান্তি।
হেন দেখি স্বৰ্গ কোল একে জাম্পে যান্তি ॥ '৮১
যিবা পৰ্ব্বতত অস্ত যান্ত দিবাকৰ।
তৈৰ পৰা শত কোটি আসিল বানৰ ॥
কৈলাসৰ আসিলা বানৰ কুৰি শত।
তাম্ৰৰ সদৃশ দেখি শৰীৰৰ সাক্ষাত ॥ ৩৭৮২
ফল মূল ভুঞ্জি মাত্ৰ থাকে অহৰ্নিশ।
হেমৱন্ত হন্তে আসি ভৈল কোটি ত্ৰিশ ॥
বিন্ধ্য হন্তে আঠ কোটি আসিল বানৰ।
আঙ্গাৰৰ বৰ্ণ সবাহাৰে কলেৱৰ ॥ ৩৭৮৩
উদয়গিৰিৰ সদা ভুঞ্জি স্বাদৰস।
তৈৰ হন্তে আসিল বানৰ কোটি দশ ॥

আনো পৰ্ব্বতৰ যত আইল যূথে যূথ।
কোনে বৰ্ণাইবেক কপি কটক বহুত ॥ ৩৭৮৪
ক্ষীৰোদ তীৰৰ যত কটক বানৰ।
তমাল পুষ্পৰ বৰ্ণ সব কলেৱৰ ॥
নাৰিকল ফল ভুঞ্জে সুখা সদাচাৰী।
তৈৰ হন্তে আইলা যত বৰ্ণাইতে নপাৰি ॥ ৩৭৮৫
ভালুক বানৰ যত কটক বহুত।
সুগ্রীৱ ৰাজাত আসি জান দিল দূত ॥
আদেশ গোসাই দেখা গগনমণ্ডল।
হেৰা আসি ভৈল প্রভু তযু সৈন্যবল ॥ ৩৭৮৬
দূতৰ বচন শুনি কৰি সতকাৰ।
হৰিষে মাটিত ভৰি নপৰে ৰাজাৰ ॥
হাঙ্কাৰি আনিল যত অমাত্য সমাজ।
লক্ষ্মণে বোলন্ত সবে পূৰ্ণ ভৈল কাজ ॥ ৩৭৮৭

সসৈন্যে সুগ্রীৱৰ শ্রীৰামৰ সমীপলৈ গমন

হৰিষে লক্ষ্মণ সুগ্রীৱৰ ধৰি গলে।
ৰাজাৰ আদেশে উঠিলন্ত চতুৰ্দ্দোলে ॥
আগত লক্ষ্মণ পিচে সুগ্রীৱ চৰিলা।
বামপাশে যান্তে শুভ মঙ্গল পৰিলা ॥ ৩৭৮৮
দুইহাঙ্কো ঢোলন্তে যাই ধৱল চামৰ।
শিৰে শ্বেতছত্র যেন জ্বলে শশধৰ ॥
আগে পাচে অসংখ্যাত বানৰ চলয়।
জয় জয় ৰামচন্দ্র বুলি জোকাৰয় ॥ ৩৭৮৯
কতোহো দূৰতে দুয়ো ভৈলা ভূমিপাৰ।
পাইলা কতোক্ষণে গৈয়া ৰাঘৱৰ ঠাৱ ॥
লক্ষ্মণে সুগ্রীৱে কৰিলন্ত কৃতাঞ্জলি।
ৰামৰ চৰণ দুয়ো কৰিলা সেৱলি ॥ ৩৭৯০
হাতযোৰে সুগ্রীৱে থাকিল ৰাম বুলি।
অপৰাধ সুমৰি হিয়াৰ গুলগুলি ॥
কৃতাঞ্জলি কৰিলন্ত বানৰসকল।
সূৰ্য্য অস্ত যান্তে যেন সঙ্কোচে কমল ॥ ৩৭৯১
কটাক্ষে ৰাঘৱে চাহিলন্ত চতুৰ্ভিতি।
অসংখ্য পদাতি দেখি সুগ্রীৱ সহিতি ॥

কোল চাপি বুলিলন্ত শোক পৰিহৰি।
সজন গৰিহা কিছু পৰিহাস কৰি ॥ ৩৭৯২
বসিয়া আছন্ত যেৱে সমাজক ৰঞ্জি।
সুগ্রীৱক ৰামচন্দ্র ছলবাদে গঞ্জি ॥
সাধু সাধু সখি তুমি মোৰ মহামিত্র।
আমাৰ কাৰ্য্যত দেখো উত্রাৱল চিত্ত ॥ ৩৭৯৩
অল্পেসে অন্তৰ মাত্র বচন কাৰ্য্যত।
মুখত অমৃত দেখি কপট মনত ॥
হনুমন্ত প্রমুখ্যে শুনিয়ো কপি যত।
স্বৰূপ কাহিনী কহো শাস্ত্রৰ সন্মত ॥ ৩৭৯৪
দুষ্টা ভাৰ্য্যা শঠমিত্র ভৈগৈল যাহাৰ।
স্বামীক সেৱকজনে কৰে অহঙ্কাৰ ॥
সৰ্পে সমন্বিতে যেন একে ঘৰে বাস।
সিজনৰ জানা নাহি জীৱনত আশ ॥ ৩৭৯৫
অধৰ্ম্মত ভক্ষপৰ হোৱে নিতে নিত।
অৱশ্যেকে নোৱাৰিবে ধন উপাৰ্জ্জিত ॥
ধৰ্ম্ম অৰ্থ কাম তাৰ একোৱে নিমিলে।
হেন নৃপতিক জানা আপদেসে গিলে ॥ ৩৭৯৬
সুগ্রীৱ আমাৰ জানা মিত্র সেহিমত।
অবিচাৰে মিত্ৰৱতি কৰিলো পূৰ্ব্বত ॥
আন্তে হন্তে সীতা পাইবো হেন আশা কৈলো।
আছো সীতা পাইবো মিত্রভাৰত নবৈলো ॥'৯৭
আন্ত আশা কৰি দুখ পাইলো অতিৰেক।
শঠমিত্রে কত ভাগ্যে কাৰ্য্য সাধিবেক ॥
কিন্তু তথাপিতো কৰি আছো মিত্ৰৱতি।
শুনিয়ো সুগ্রীৱ মিত্র বচন সম্প্রতি ॥ ৩৭৯৮
যি কিছু বুলিলো বাক্য হৃদয় খেদত।
ইসব আমাৰ দোষ নলৈবা মনত ॥
যিমতে সীতাক পাওঁ তাক চিন্তিয়োক।
সীতাক পাইলেসে সব গুচে দুখ শোক ॥ ৩৭৯৯
ৰামৰ বচনে লাজ সুগ্রীৱ পাইলন্ত।
মাথা চপৰায়া কতোক্ষণ আছিলন্ত ॥
দীৰ্ঘশ্বাস তেজি প্রণামিলা জানুশিৰে।
কৰযোৰে বচন বোলন্ত ধীৰে ধীৰে ॥ ৩৮০০

কৃপাময় প্ৰভু দোষ ক্ষমিয়ো সকল।
তৰল বানৰ আমি সহজে চঞ্চল॥
লক্ষ্মণৰ বোলে দুখ পাইলো যতমানে।
তোমাৰ কোপক সহিবেক কাৰ প্ৰাণে॥ ৩৮০১
সাতোদ্বীপা পৃথিৱীৰ কটক অপাৰ।
তাহাঙ্ক জোৰাতে হৈল বিলম্ব আমাৰ॥
মাথা তুলি দেখিয়োক সৈন্য আছে চাপি।
সূৰ্য্যকিৰণক ঢাকি গগন বিয়াপি॥ ৩৮০২
সাগৰে নগৰে গিৰি নদীত পৱনে।
কতো নীল পীত কতো শুকুল বৰণে॥
পিয়াল লোহিত বৰ্ণ দেখিয় বিচিত্ৰ।
ৰঙ্গে ৰামে বোলন্ত সামৰ্থ মোৰ মিত্ৰ॥ ৩৮০৩
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোক চিনায়োক।
কাৰ কিবা নাম কোৱা কতমান লোক॥
শুনি হাঙ্কাৰন্ত সুগ্ৰীৱ বীৰবৰ।
সৈন্য সমে আসিয়োক ৰামৰ ওচৰ॥ ৩৮০৪
শুনি বীৰ কপিগণ উল্লাসিয়া গৈলা।
আপোনাৰ সৈন্য ৰঙ্গে সঙ্গে কৰি লৈলা॥
ৰামৰ পাশক আতি আড়ম্বৰে আসে।
যেহেন ফৰিঙ্গ উৰে বানৰ আকাশে॥ ৩৮০৫
শ্ৰীৰাম লক্ষ্মণে সমে আছন্ত আকলি।
প্ৰথমে আসিয়া মিলিলন্ত শতবলী॥
আতি আড়ম্বৰে বীৰে কৰে আটিমুটি।
তান লগে আসিলা বানৰ শত কোটি॥ ৩৮০৬
পাচে আসি মিলিলন্ত সুষেণ নৃপতি।
কাঞ্চনৰ বৰ্ণ তনু সূৰ্য্যৰ জেউতি॥
সুগ্ৰীৱৰ শশুৰ তাৰাৰ তেহো পিতা।
অযুতেক বানৰ যোগ্যাৰে চতুৰ্ভিতা॥ ৩৮০৭
যুৱৰাজ অঙ্গদ বালিৰ তেহো সুত।
দেখন্তে ৰিপুৰ ত্ৰাস মিলে অদভুত॥
নিশ্চয়ে শুনিলো আন কটক যতেক।
সহস্ৰেক পদ্ম আৰো শঙ্খ যে শতেক॥ ৩৮০৮
কষটিৰ বৰ্ণ দেখি যাহাৰ নিশ্চয়।
দশকোটি সৈন্য লৈয়া আসিলন্ত গয়॥
সহস্ৰ সংখ্যাত কোটি লৈয়া হনুমন্ত।
আসিলন্ত যাৰ বল বীৰ্য্য অপৰ্য্যন্ত॥ ৩৮০৯
আঙ্গাৰৰ বৰ্ণ তনু আগত মিলিল।
শত কোটি বীৰ সমে এন্তে বীৰ নীল॥
মৈন্দ্য দ্বিবিদ কোটি কোটি সৈন্য যাৰ।
পাঞ্চ কোটি সৈন্য লৈয়া আসিলন্ত তাৰ॥ ৩৮১০
আছিলা কেশৰী পাচে ব্ৰহ্মাৰ তনয়।
তাহান লগত সৈন্য বহুত আছয়॥
পদ্ম কেশৰৰ বৰ্ণ সবাৰো শৰীৰ।
মাৰুতৰ পিতা এন্ত প্ৰখ্যাতৰ বীৰ॥ ৩৮১১
ধূম্ৰ আসি মিলিল লাগিল হুক হুক।
দশ কোটি সেনা মানে সকলে ভালুক॥
ব্ৰহ্মাৰ নন্দন আসি ভৈলা জাম্বৱন্ত।
আন লগে ভালুক কটক অপৰ্য্যন্ত॥ ৩৮১২
চিৰকাল জীৱন্ত বুদ্ধিৰ নাহি অন্ত।
অনেক উপায় সন্ধি কাৰ্য্য সাধিবন্ত॥
বিশ্বকৰ্ম্মাসুত হেবা আসি ভৈল নল।
অসংখ্য বানৰ সেনা বীৰ মহাবল॥ ৩৮১৩
লগে কোটি শঙ্খ সেনা আসিল সম্পাতি।
আসিলন্ত গবাক্ষ আৰো গোঙ্গুল জাতি॥
অনন্তৰে মহাবীৰ আসিলা পনস।
তান লগে আসিলন্ত বানৰ কোটি দশ॥ ৩৮১৪
গন্ধমাদনক লেখি বীৰ গণিতাত।
তান লগে আসিল বানৰ অসংখ্যাত॥
আনো যত বীৰ আইল কোনে লৈবো নাম।
ৰাম লক্ষ্মণক সবে কৰয় প্ৰণাম॥ ৩৮১৫
দ্বীপ দ্বীপান্তৰৰ আসিল যত যত।
অসংখ্য পদাতি মই লেখা দিবো কত॥
সুগ্ৰীৱে বোলন্ত ৰাম চাহিয়ো আকলি।
সেনাৰ ভিৰত বসুমতী যাই তলি॥ ৩৮১৬
গিৰি গুহা পৰ্ব্বত জুৰিল দশোদিশ।
কটক দেখিয়া ৰামচন্দ্ৰৰ হৰিষ॥
সুগ্ৰীৱক বোলন্ত শুনিয়ো কপিৰাজ।
এৰেসে জানিলো মিত্ৰ সিদ্ধি ভৈল কাজ॥ ৩৮১৭

শুনিয়া উজ্জ্বল মুখ ভৈলন্ত সুগ্রীৱ।
কৰযোৰে ৰামৰ আগত ভৈল থিয় ॥
কিবা আজ্ঞা হোৱে প্ৰভু আদেশ সকাল।
কিবা গৃহে আনি দিবো দশ দিগপাল ॥ ৩৮১৮
বাসৱক আনো কিবা আনো বাসুকীক।
বন্ধি আনি দিওঁ পৃথিৱীৰ নৃপতিক ॥
নাহিকে অসাধ্য মোৰ তযু প্ৰসাদত।
বশ্য কৰি দিওঁ আনি তিনিয়ো জগত ॥ ৩৮১৯
শুনি হাসি ৰাঘৱে বোলন্ত শুনা মিত্ৰ।
সবাকো জিনিবে পাৰা ইটো কোন চিত্ৰ ॥
ইসব কাৰ্য্যত কিছু প্ৰয়োজন নাই।
সীতাক যিমতে পাই চিন্তিয়ো উপায় ॥ ৩৮২০
দেশে দেশে ভাল দূতগণ চলি যাউক।
প্ৰবন্ধিয়া ৰাৱণ সীতাক খুজি চাউক ॥
শুনি জানি মোত আসি জনাইয়ো বাৰ্ত্তাক।
দুষ্ট ৰাৱণক মাৰি আনিবো সীতাক ॥ ৩৮২১
ৰামৰ বচন হেন সুগ্ৰীৱে শুনিলা।
বাছি বাছি দূতগণ আগক আনিলা ॥
বিনোদক প্ৰথমত বুলিলা বচন।
ভাল ভাল বাছি লগে লৈলো দূতগণ ॥ ৩৮২২
পূৰ্ব্ব দিশ প্ৰতি আপুনিহি চলি যাহা।
অবিলম্বে সীতাৰ বাৰ্ত্তাক জনাইবাহা ॥
তাত পাচে বোলন্ত কহিবা শতবলী।
উত্তৰ দিশক তুমি শীঘ্ৰে যাহা চলি ॥ ৩৮২৩
অপৰ্য্যন্ত দেশ তাক বৰ্ণাইবোহো কত।
কতো কতো কহো যিবা পৰয় মনত ॥
বহল গান্ধাৰ দেশ কৰ্ণাট কাম্বোজ।
মৎস্যৰ পুলিন দেশ ঋষিৰাজ ভোজ ॥ ৩৮২৪
কৌৰৱ কুকুৰ আৰো কঙ্কনাম দেশ।
থানে থানে ভালমতে খুজিবা নিঃশেষ ॥
হেমৱন্ত হেমকূট নৈষধ্য আকুল।
পৰ্ব্বত গহ্বৰ বনে খুজিবা সকল ॥ ৩৮২৫
বিন্ধ্য গিৰি মহীন্দ্ৰ পৰ্ব্বতে ভালে চাহা।
আনো যত গিৰি আছে তাক আকলাহা ॥
ৰাৱণৰ চিত্তক নপাৰি বুজিবাক।
কৈত লুকাই থৱে নিয়া গোসানী সীতাক ॥ '২৬
কিবা শান্তি পুণ্য ৰাখি আছন্ত গোসানী।
ৰাৱণৰ বাৰ্ত্তাক জনাইবা নিষ্ঠ জানি ॥
সুষেণ শশুৰ তুমি পশ্চিমে যায়োক।
কোটি সংখ্যা দূত বাছি লগত লৈয়োক ॥ ৩৮২৭
ৰাৱণ সীতাক প্ৰৱন্ধিয়া খুজি চাহা।
অবিলম্বে আমাত বাৰ্ত্তাক জনাইবাহা ॥
কৈবা যুৱৰাজ বুলি ৰাজৰা আদেশ।
কৰযোৰে অঙ্গদ আগত পৰবেশ ॥ ৩৮২৮
দক্ষিণ দিশক লাগি তুমি চলি যায়ো।
ৰাৱণ সীতাৰ নিষ্ঠ বাৰ্ত্তাক জনায়ো ॥
তোমাৰ তুলত যাহন্তোক হনুমন্ত।
মৈন্দ্য দ্বিবিদ তাৰ যান্ত জাম্বৱন্ত ॥ ৩৮২৯
দৰীমুখ কেশৰী পনস বীৰ গয়।
নল নীল ধূম্ৰাক্ষক আৰৰ গৱয় ॥
সেহিসে দিশত ৰাৱণৰ নিজ পুৰী।
থানে থানে ভালমতে চাইবা ফুৰি ফুৰি ॥ ৩৮৩০
একোৱে থানত যেৱে খুজিয়া নপাৰা।
সাগৰৰ মাজত লঙ্কাত পাচে চাৰা ॥
বাট ভেণ্টি সাগৰত আছে ছায়াগ্ৰাহী।
তাই পাইলে গিলিবে সন্ধানে যাইবা চাহি ॥ '৩১
ৰাৱণৰ নিজ স্থান লঙ্কা যে নগৰী।
পাইবাহা সীতাক খুজি সমুদ্ৰক তৰি ॥
যতমান চন্দ্ৰ সূৰ্য্য কিৰণ পোহৰ।
যমপুৰ মানে খুজিবাহা নিৰন্তৰ ॥ ৩৮৩২
তাত পাচে যাইবাহা দক্ষিণৰ দিশ।
ঘোৰ অন্ধকাৰ তাত কৰিবাহা কিস ॥
সাতো খান সমুদ্ৰ পৃথিৱী সাতোখান।
নদী নদ পৰ্ব্বত গহ্বৰ যত বন ॥ ৩৮৩৩
সঙ্কট প্ৰকট গম্য মানে ফুৰি চাইবা।
নিশ্চয় জানিয়া আসি বাৰ্ত্তাক জনাইবা ॥
নকৰিবা হেলা কেহো ৰামৰ কাৰ্য্যত।
সবাৰো ভকতি হৌক ৰাম চৰণত ॥ ৩৮৩৪

কৈৰা হনুমন্ত বুলি ৰাঘৱে মতাইল।
সংগোপ্য কহিবে প্ৰতি সমীপ চপাইল ॥
তুমিসে সীতাক খুজি পাইবাহা নিশ্চয়।
প্ৰাণেশ্বৰী তোমাতেসে যাইবন্ত প্ৰত্যয় ॥ ৩৮৩৫
দেখিলে হৰিষ হৈবা আতি মন তুষ্টি।
হেৰা মোৰ লৈয়া যাহা হাতৰ আঙ্গুষ্ঠি ॥
তাঙ্কো পৰীক্ষিবা কেনে ভালমন্দে আছে।
নিশ্চয় জানিয়া মোত কহিবাহা পাচে ॥ ৩৮৩৬
সীতাৰ সংগোপ্য বাৰ্ত্তা আনিবা নিশ্চয়।
যেনমতে হোৱে তান্ত আমাৰ প্ৰত্যয় ॥
এহি বুলি গলে তাঙ্ক চাপিয়া ধৰিল।
সীতাক সুমৰি ৰামে ক্ৰন্দন কৰিল ॥ ৩৮৩৭
মাৰুতি বোলন্ত তাপ ত্যজা ৰঘুপতি।
জন্মে জন্মে তযু পদে হৌক মোৰ গতি ॥
যেহেতু তোমাৰ ভৈল আমাত প্ৰত্যয়।
সীতাৰ বাৰ্ত্তাক দিবো নাহিকে সংশয় ॥ ৩৮৩৮
মোক অনুগ্ৰহ কৰিলাহা কৃপাময়।
এতেকে জানিলো ভাগ্য আমাৰ আছয় ॥
প্ৰাণক উৎসৰ্গি তযু কাৰ্য্যক সাধিবো।
থাকা সুখে সীতাৰ বাৰ্ত্তাক আনি দিবো ॥ ৩৮৩৯
সুগ্ৰীৱ বোলন্ত ওবা কৈৰা দূতলোক।
প্ৰভুৰ চৰণে সেৱা সবাৰে থাকোক ॥
ফুৰি ফুৰি ৰাৱণ সীতাক চাহিয়োক।
ৰামক আসিয়া সবে বাৰ্ত্তা কহিয়োক ॥ ৩৮৪০
আপুনি চিন্তিয়ো যেন হোৱয় যুগুত।
যেনে তেনে প্ৰভুকাৰ্য্য সাধিয়ো প্ৰস্তুত ॥
মাহেকক লাগি ক্ষান্তি দিলো তোমাসাক।
হেলা এৰি ৰাত্ৰি দিনে খুজিবা সীতাক ॥
মাহেকত নাহা যেৱে প্ৰভু কাৰ্য্য সাধি।
নাক কাণ কাটিবোহো হৈবা অপৰাধী ॥ ৩৮৪১
শুনিলা সবেও চণ্ড আদেশ ৰাজাৰ।
ৰামৰ চৰণে সবে কৰি নমস্কাৰ ॥
যেহি যেহি দিশে যাক যাক আজ্ঞা ভৈল।
ৰাজাক প্ৰণামি সেহি দিশে চলি গৈল ॥ ৩৮৪২
নিঃশেষ কৰিয়া ফুৰে গ্ৰাম নগৰত।
নদী নদ তীৰে ফুৰে গিৰি গহ্বৰত ॥
পূৰ্ব্বত বিনোদ উত্তৰত শতবলী।
চলিল সুষেণ দিশ পশ্চিম আকলি ॥ ৩৮৪৩
এক মাস খুজি লুৰি সীতাক নপাইল।
বিনয় পূৰ্ব্বকে আসি ৰাজাত জনাইল ॥
শুনিয়োক সুগ্ৰীৱ নৃপতি শিৰোমণি।
তিনিয়ো দিশত আমি চাহিলো আপুনি ॥ '৪৪
ৰাৱণ সীতাৰ কোনো নপাইলো উদ্দেশ।
এৱে কি কৰিবো প্ৰভু কৰিয়ো আদেশ ॥
সুগ্ৰীৱে বোলন্ত সবে থাকা কাৰ্য্য বুজি।
তিনিয়ো দিশত কেহো নপাইলাহা খুজি ॥ '৪৫
অঙ্গদক মাৰুতিক দিলো মহাভাৰ।
তেসম্বে সীতাৰ বাৰ্ত্তা পাইবা সাৰেসাৰ ॥
দক্ষিণ দিশক গৈলা যতেক বানৰ।
ৰাৱণ সীতাক খুজি ফুৰা নিৰন্তৰ ॥ ৩৮৪৬
গোখোজ সমান কৰি চাহিলা বিচাৰি।
খুজিয়া নপাইলা সীতা জনক জীয়াৰী ॥

অঙ্গদৰ অসুৰ বধ

সকলে দিশত চাই ফুৰা থানে থান।
অসুৰেক দেখিলন্ত পৰ্ব্বত সমান ॥ ৩৮৪৭
শৰীৰৰ বৰ্ণ যেন মেঘ কৰে কান্তি।
দশন ভীষণ আতিশয়ে চলি যান্তি ॥
অঙ্গদে বোলন্ত যোনো এহিসে ৰাৱণ।
যুদ্ধক প্ৰৱন্ধ কৰিলন্ত তেতিক্ষণ ॥ ৩৮৪৮
মহাক্ৰোধে অসুৰেও কৰিলা আস্ফাল।
দুইহাতে অঙ্গদে ধৰিলা দুই শাল ॥
বালিপুত্ৰে দুইশাল হানিলা প্ৰচণ্ড।
মুঠি হানি অসুৰে কৰিলা খণ্ড খণ্ড ॥ ৩৮৪৯
পৰ্ব্বতৰ শিখৰক হানিলা অসুৰ।
লাথি হানি অঙ্গদে কৰিলা তাক চূৰ ॥
মহাক্ৰোধে দুয়ো বীৰে কৰিলা হাম্ফোল।
মালবান্ধে জুৰিয়া ধৰিলা কোলে কোল ॥ '৫০

সন্নিপাত বান্ধে বান্ধি অসুৰে ধৰিল।
চক্ৰবাত বান্ধে বান্ধি অঙ্গদে পাৰিল ॥
থিয় হুয়া অসুৰে ধৰিলা চক্ৰবান্ধ।
ঢালিল অঙ্গদ নলখিয়া শিলকন্ধ ॥ ৩৮৫১
বলে আতি কুশল অঙ্গদ মহাবলী।
মুঠি বান্ধি জুৰিয়া হাসন্ত খলখলি ॥
উপৰত চৰিয়া ধৰিলা হাতে হাতে।
মাথা মুৰি অসুৰৰ ধৰিলা হিয়াতে ॥ ৩৮৫২
মুঠি বান্ধ এৰিলন্ত কৰিয়া উপায়।
হেসনি কৰিয়া অঙ্গদক খেদি যাই ॥
অসুৰক বালিপুত্ৰে খেদি লাগ পাইল।
লাথি হানি কতো দূৰ ক্ষেপিয়া পঠাইল॥ ৩৮৫৩
অঙ্গদ বোলন্ত কিবা চাহি আছো আৰ।
মুঠি হানি অসুৰক পঠাওঁ যমদ্বাৰ ॥
এহি বুলি হিয়াত বৈসাইলা বজ্ৰমুঠি।
হিয়া চুৰ হৈয়া তাৰ প্ৰাণ গৈল ছুটি ॥ ৩৮৫৪
ঘোৰ আৰ্ত্তনাদ কৰি অসুৰ পৰিল।
বজ্ৰৰ পতনে যেন পৃথিৱী লৰিল ॥
দেখি ৰামসেনা ঘুষিলন্ত জয় জয়।
ধন্য যুৱৰাজ ধন্য বালিৰ তনয় ॥ ৩৮৫৫
অসুৰ পৰিলে অনন্তৰে কপিগণে।
সীতাক বিচাৰি ফুৰে অনেক যতনে ॥
বৰ বৰ পৰ্ব্বতত চাহিলা সকলে।
অনেক গহনে বিচাৰিলা জলে স্থলে ॥ ৩৮৫৬
পৰ্ব্বতেক দেখিলা মেৰুৰ সমসৰ।
উঠিলা তাহাত গৈয়া ভালুক বানৰ ॥
আকাশ লঙ্ঘিয়া আছে এৰৈক উঠান।
পৃথিৱীক দেখিয় সৰাৰ পৰমাণ ॥ ৩৮৫৭
তাতে চড়ি কপিগণ ভৈগৈল বিহ্বল।
সাগৰক দেখি যেন গোখোজৰ জল ॥
পূৰ্বত দেখিলা ৰবি প্ৰচণ্ড উদয়।
উত্তৰ দিশত দেখি গিৰি হিমালয় ॥ ৩৮৫৮
দক্ষিণত যমপুৰ দেখি তমোময়।
পশ্চিম দিশত অস্তগিৰিক দেখয় ॥
পৰম বিস্ময় হুয়া অঙ্গদে পুছয়।
কি বুদ্ধি কৰিব আৰে বায়ুৰ তনয় ॥ ৩৮৫৯
মাৰুতি বোলয় বুদ্ধি নধৰয় আৰ।
পৰম সঙ্কট গিৰি উঠিলো দুৰ্ব্বাৰ ॥
সীতাক নপাইয়া একে মনত অসুখ।
ভাগৰে পীড়িল আতি শুকাই গৈল মুখ ॥ ৩৮৬০
সূৰ্য্যৰ কিৰণে বৰ তাপে গাৱ পোৰে।
পিয়াসিল বানৰে আকুল জল নোৰে ॥
গল তালু শুখাই গৈল মুখে নাহি পান।
জল নাপাই বোলে ভৈল প্ৰাণৰ নিৰ্য্যাণ ॥ ৩৮৬১
হতাশে বসিলা সবে দক্ষিণক লক্ষি।
কতো দূৰে উৰে দেখে জলচৰ পক্ষী ॥
ৰাজহংস চক্ৰবাক উৰয় সাৰঙ্গ।
ডাউক শৰালী কোৰা চটক বিহঙ্গ ॥ ৩৮৬২
লৰুআলি ভেলা ঘোগ আৰু উৰিকঙ্ক।
পাতিকাউৰ পানীকাউৰ আৰু মৎস্যৰঙ্গ ॥

বানৰ সৈন্যৰ স্বয়ম্প্ৰভাৰ আশ্ৰম প্ৰবেশ

তাক লাগি লৰিল বানৰ সমস্তয়।
ভয়ঙ্কৰ গৰ্ত্তগোট দেখি লাগে ভয় ॥ ৩৮৬৩
পৃথিৱীৰ মুখ যেন বহল বিস্তাৰ।
হনুমন্তে বোলে কিনো গৰ্ত্তেক অপাৰ ॥
সকলে বানৰে ধৰিলেক হাতে হাতে।
জলপান মনে সবে পশিলেক তাতে ॥ ৩৮৬৪
চক্ষুয়ে নেদেখে মুখে মাতন্ত মাতৰ।
এক মাসে পাইলা ভৈয়া গৰ্ত্তৰ ভিতৰ ॥
কতো বেলি পাইলা গৈয়া বিবৰৰ ওৰ।
প্ৰকাশ দেখিয়া ভয় গুচিল দুৰ্ঘোৰ ॥ ৩৮৬৫
দ্বিতী অমৰাৱতী যেন স্বৰ্গ মাজে সাৰ।
কাৰ দিব্য স্থান ইটো কিবা নাম আৰ ॥
দীঘিসব আছয় কাঞ্চন ৰত্নময়।
সুৱৰ্ণে ৰচিত খাট বিচিত্ৰ জ্বলয় ॥ ৩৮৬৬
সুৱৰ্ণৰ পঙ্কজে শোভয় জলহাৰ।
সুৱৰ্ণৰ মগৰে কচ্ছপে পাৱে বুৰ ॥

দিব্য দেৱালয় জ্বলে সুৱৰ্ণৰ শোভা ।
কন্যা এক বসি আছে সূৰ্য্য যেন প্ৰভা ॥ ৩৮৬৭
হনুমন্তে কৰযোৰে নমস্কাৰ কৰি ।
বোলন্ত কহিয়ো মাৱ কাহাৰ নগৰী ॥
পিয়াসে আকুল আতি অতিথি বানৰ ।
জল আকুলিত হৈয়া পশিলো বিবৰ ॥ ৩৮৬৮
ধ্যানভঙ্গ কৰিলো এৰিয়ো মনতাপ ।
বুভুক্ষিত প্ৰাণে নকৰয় কোন পাপ ॥
জ্ঞানে আছো আমি কিবা দেখিলো সপোন ।
স্বৰূপ কহিয়ো নকৰিয়া কোপ মন ॥ ৩৮৬৯
একেশ্বৰে আছা মাৱ কমন কাৰণে ।
পাচে জলপান কৰো হৰষিত মনে ॥
স্বয়ম্প্ৰভা সতী কথা কহে বানৰত ।
ময় নামে দানৱেক আছিল পূৰ্ব্বত ॥ ৩৮৭০
দানৱৰ বিশ্বকৰ্ম্মা দৰ্পিষ্ঠ অসুৰ ।
তেহে ইটো নিৰ্ম্মিলা কাঞ্চনময় পুৰ ॥
হেমা অপেস্বৰী চিত্ৰসেনৰ সুন্দৰী ।
ইঠাৱতে তেহো আছিলন্ত ক্ৰীড়া কৰি ॥ ৩৮৭১
ইন্দ্ৰে বজ্ৰ হানি আসি দুইকো ধৰি নিল ।
ইন্দ্ৰদেৱে নগৰী হেয়াক পাচি দিল ॥
চিন্তা পৰিহৰা কথা কহিলো সকলে ।
তেতিক্ষণে সবাকে তুষিলা ফলে জলে ॥ ৩৮৭২
পনু কথা কহিলা বানৰসব লক্ষি ।
প্ৰাণত অধিক মোৰ হেমা নামে সখী ॥
সিকাৰণে আছো মই পুৰীখান ৰাখি ।
ৰাত্ৰি দিনে কৰো ধ্যান কেনে পাওঁ সখী ॥ '৭৩
স্বয়ম্প্ৰভা নামে মই গন্ধৰ্ব্বৰ জীউ ।
এহি থানে থাকোহো ধিয়াই সদাশিউ ॥
স্বয়ম্প্ৰভা বোলন্ত তোমাত পুছো কাজ ।
স্বৰূপ কহিয়ো মোত নকৰিয়ো লাজ ॥ ৩৮৭৪
কৈৰহন্তে ফুৰা তোৰা কোথেৰ বানৰ ।
কিকাৰণে আসি ভৈলা গৰ্ত্তৰ ভিতৰ ॥
কোনবা ৰাজাৰ চৰ কহিয়ো নিৰ্ণয় ।
স্বৰূপ শুনিয়া মোৰ গুচোক সংশয় ॥ ৩৮৭৫

হনুমন্তে কথা কহিলন্ত নিৰন্তৰে ।
যেনমতে মিত্ৰৱতী সুগ্ৰীৱ ৰামৰে ॥
ৰামচন্দ্ৰে যেনমতে আসি ভৈল বনে ।
যেনমতে সীতা হৰি নিলেক ৰাৱণে ॥ ৩৮৭৬
সীতাক খোজন্তে ৰাম সুগ্ৰীৱক পাইলা ।
তাৰা দুই পাচে মিত্ৰৱতি বন্ধাইলা ॥
বালীবধ সুগ্ৰীৱৰ অভিষেক কথা ।
কহিলাহা আদি অন্ত যেহেন ব্যৱস্থা ॥ ৩৮৭৭
ৰাঘৱে সুগ্ৰীৱে পাচে কাৰ্য্য আলোচিল ।
সীতাক খুজিবে লাগি আমাক পাঞ্চিল ॥
ৰাঘৱৰ আজ্ঞা শিৰে ধৰিয়া হৰিষি ।
বানৰ সকলে চাহি ফুৰো দিশাদিশি ॥ ৩৮৭৮
মাসেকক লাগি ক্ষান্তি দিয়া পঠাইলন্ত ।
গৰ্ত্তত পশিবে মাসেকৰ ভৈল অন্ত ॥
ফল মূল দিয়া মাৱ খণ্ডাইলা নিকাৰ ।
তুমি ভৈলা মাৱ আমি তনয় তোমাৰ ॥ ৩৮৭৯
নপাওঁ উদিশ গৰ্ত্ত গহন অপাৰ ।
আত কেনমতে আমি হৈবোহো নিস্তাৰ ॥
শুনি স্বয়ম্প্ৰভা ৰঙ্গ লভিলা অপাৰ ।
ৰামসেনা বুলি কৰিলন্ত নমস্কাৰ ॥ ৩৮৮০
কিনো ভাগ্য তুমিসব ৰামদূত লোক ।
ৰামৰ চৰণে মোৰ ভকতি থাকোক ॥
শুনা ৰামদূত লোক বচন আমাৰ ।
পশিলাহা গৰ্ত্ত ইটো মহা অন্ধকাৰ ॥ ৩৮৮১
যমকৰণক গৈলে আছে পৰিৱৰ্ত্ত ।
ততোধিক দুৰ্ব্বাৰ দেখোহো ইটো গৰ্ত্ত ॥
চক্ষু মুদি সবেও বাহুত মোৰ ধৰা ।
মোৰ তপোবলে সবে গৰ্ত্তৰ নিস্তৰা ॥ ৩৮৮২
হেন শুনি তেতিক্ষণে বানৰ সকলে ।
তাহান বাহুত ধৰিলন্ত কৌতূহলে ॥
লীলায়ে সবাকো সতী তুলি আলগাইলা ।
স্বয়ম্প্ৰভা তপোবলে গৰ্ত্তৰ বজাইলা ॥ ৩৮৮৩
দক্ষিণ সাগৰে বিন্ধ্য পৰ্ব্বতৰ কোলে ।
তৈত থৈয়া পাচে স্বয়ম্প্ৰভা বাক্য বোলে ॥

বাহুক এৰিয়ো সবে চক্ষুক মেলিয়ো।
ভৈলাহা গর্ত্তৰ বাজ প্ৰসন্ন দেখিয়ো ॥ ৩৮৮৪
হেন শুনি কপিগণ চক্ষুক মেলিল।
ভৈলোহো নিস্তাৰ বুলি বাহুক এৰিল ॥
স্বয়ম্প্ৰভা তপোবল বানৰে দেখিল।
মনত হৰিষে তাঙ্ক প্ৰবোধ কৰিল ॥ ৩৮৮৫
ধন্য ধন্য স্বয়ম্প্ৰভা জীৱন তোমাৰ।
ৰাঘৱৰ সেনা কপি ভালুক অপাৰ ॥
তপোবলে একেখন হাতে তুলি ধৰি।
লীলাৰূপে থৈলাহা গর্ত্তৰ বাজ কৰি ॥ ৩৮৮৬
দুৰ্গতি এৰাইলো বৰ তোমাৰ কাৰণে।
তোমাৰ ভকতি হৌক ৰামৰ চৰণে ॥
প্ৰশংসা বচনে স্বয়ম্প্ৰভা তুষ্ট ভৈলা।
বিদায় কৰিয়া নিজ স্থানে চলি গৈলা ॥ ৩৮৮৭

কপিসৈন্যৰ সাগৰ দৰ্শন আৰু সম্পাতিৰ
সৈতে সাক্ষাত

অনন্তৰে কপিগণে মাথা তুলি চাইল।
গম্ভীৰ বিস্তাৰ সাগৰক ভেট পাইল ॥
পৰ্ব্বত সমান ঢৌ উঠলে অপাৰ।
আকাশে সাগৰে দুইকো দেখি একাকাৰ ॥ '৮৮
কুম্ভীৰ মগৰ মৎস্য কচ্ছপ সকল।
আঙ্ক নিয়া সাগৰৰ উথলয় জল ॥
পৃথিৱী এৰিয়া ঢৌ স্বৰ্গক লঙ্ঘয়।
অগাধ দুৰ্গম সিটো বৰুণ আলয় ॥ ৩৮৮৯
মহোদধি বিন্ধ্যসম পৰ্ব্বত মূলত।
তাত গৈয়া বসিলন্ত কপিগণ যত ॥
আলোচিবে লৈলা সবে মহা মহা বলী।
বিমৰিষি বোলে ক্ষান্তি গৈলেক উকলি ॥ '৯০
প্ৰচণ্ড নৃপতি কাটিবেক কাণ নাক।
সীতাক নপাইলো কিনো মিলিল বিপাক ॥
কেহো বোলে এৰিলোহো পুত্ৰ পৰিবাৰ।
নাক কাণ কাটিলেক কি কাৰ্য্য জীৱাৰ ॥ ৩৮৯১

কেহো বোলে লঙ্ঘি এৰো সাগৰৰ অন্ত।
মাসেকত নপাইলে নৃপতি দণ্ডিবন্ত ॥
শ্ৰীৰাম লক্ষ্মণ সুগ্ৰীৱত অগোচৰে।
হেন স্থান আছে জানা কমন বানৰে ॥ ৩৮৯২
বন্ধু বান্ধৱক এৰি তৈক লাগি যাওঁ।
তেৱে নৃপতিৰ ঘোৰ দণ্ডক এৰাওঁ ॥
মনত আলোচি কেহো কেহো বোলে বাক।
এভো যেৱে পাওঁ আমি সীতাৰ বাৰ্ত্তাক ॥ ৩৮৯৩
জান দিয়া নৃপতিক কৰিবো কাতৰ।
তেৱে কিয় আমাক দণ্ডিবে নৃপবৰ ॥
ডৰে কাউবাউ কৰে কতোহো বানৰ।
তাক দেখি তাৰে পাচে দিলন্ত উত্তৰ ॥ ৩৮৯৪
নযাইবোহো আমিসবে ভয় পৰিহৰ।
আসা পলাই গৈয়া থাকো দ্বীপদ্বীপান্তৰ ॥
হনুমন্তে বোলন্ত শুনিয়ো ওবা তাৰ।
ছৱালৰ থান ভৈল্ল চৰিত্ৰ তোমাৰ ॥ ৩৮৯৫
আদেশি পঠাইবে শৰ লক্ষ্মণ কুমাৰে।
বিচাৰিয়া বধিবেক ত্ৰৈলোক্য ভিতৰে ॥
অঙ্গদে বুলিলা বাক্য সবাহাঙ্কে চাই।
নিষ্টে জানো মোহোৰ প্ৰাণৰ ৰক্ষা নাই ॥৩৮৯৬
ক্ৰূৰ খুৰতে পাইলে দণ্ডিবে আমাক।
মই পুনু নযাইবো বুলিলো সত্য বাক ॥
মই মাত্ৰ আছো তান শত্ৰু অৱশেষ।
ক্ষমা নকৰিব অপৰাধ একলেশ ॥ ৩৮৯৭
ছল পাইলে নাক কাণ কাটিবে সমস্ত।
সিন্ধি খুজি ফুৰন্তে দুৱাৰে পাইল পথ ॥
এতকাল ৰহি আছো ৰামৰ নিদানে।
মই যেনমত তাক জ্ঞাতিলোকে জানে ॥ ৩৮৯৮
হা বিধি কিনো দণ্ড কৰিলে আমাক।
নপাইলোহো ৰামৰ চৰণ সেৱিবাক ॥
মাৰুতি বোলন্ত শুনা ভয় পৰিহৰি।
শুদ্ধভাৱ ৰাজাক নোবোলো হেন কৰি ॥ ৩৮৯৯
পৰম ধাৰ্ম্মিক ৰাজা ধৰ্ম্ম তান কায।
কিষ্কিন্ধ্যাত তোমাক পাতিলা যুৱৰাজ ॥

পূর্ব্বে দয়া তোমাক বালীৰ যেন ঠান।
সুগ্ৰীৱ বীৰৰ দয়াৱন্তত সমান ॥ ৩৯০০
তুমিসি কুমাৰ তান তাৰা পটেশ্বৰী।
স্থিৰ হোৱা অঙ্গদ বিকল পৰিহৰি ॥
হনুমন্তে নৃপতিৰ গুণ বখানিল।
শুনি বীৰ অঙ্গদৰ গাৱে নসহিল ॥ ৩৯০১
যিজনে ৰাজাৰ সেৱা কৰন্ত সদায়।
সিজনে ৰাজাৰ গুণ কহিবাক পায় ॥
সুজান পাত্ৰৰ হোৱে হেন ব্যৱহাৰ।
দোষ এৰি গুণ মাত্ৰ কৰয় ৰাজাৰ ॥ ৩৯০২
এতেকেসে সুগ্ৰীৱৰ বখানিলা গুণ।
কহিবে নালাগে সবে জানোহো আপোন ॥
তাৰ গুণ মোৰ আগে বখানস কিক।
সুগ্ৰীৱ যে ধাৰ্ম্মিক কোন আছে অধাৰ্ম্মিক ॥ '০৩
আমাৰ মাৰক তেহো কৰিলন্ত ঘৰ।
শ্ৰেষ্ঠ ভাইৰ পটেশ্বৰী মাতৃ সমসৰ ॥
হেন অধাৰ্ম্মিকে পাতিলাহা ধৰ্ম্মশীল।
এতেকে তোমাৰ আমি চিত্তক লখিল ॥ ৩৯০৪
আমি নযাইবো আৰ কিষ্কিন্ধ্যা নগৰ।
নিষ্ট কৰি জানিবাহা সকলে বানৰ ॥
কুশদ্বীপ লাগি শীঘ্ৰে কৰিবো পয়াণ।
যুৱৰাজে অঙ্গীকাৰ কৰিলন্ত টান ॥ ৩৯০৫
শুনি চিন্তা শোকে বাক্য বোলে সেনাগণ।
ভৈলন্ত আমাৰ ৰাম মৃত্যুৰ কাৰণ ॥
তানপদে নিজভাৰ্য্যা পুত্ৰক হৰাইলো।
দুখ সাগৰত মজি পাৰক নপাইলো ॥ ৩৯০৬
এহিমতে চিন্তা সবে কৰিয়া অধিক।
কপালে চাপৰ মাৰি গৰিহে বিধিক ॥
ঘোৰ নিশাকাল তৈতে ভৈল নিৰন্তৰে।
বৰ বৰ বীৰে বৃক্ষ শিলা লৈল কৰে ॥ ৩৯০৭
পৰ্ব্বতক ছানি সবে চপকৰে বৈল।
অন্যে অন্যে কথা সবে কহিবাক লৈল ॥
[illegible] ৰাজা দশৰথ।

কেহো কেহো দোষ দেই ৰামক অধিক।
সুৱৰ্ণৰ মৃগ দেখি খেদি গৈল কিক ॥
কেহো কেহো বিমৰিষি দোষয় সীতাক।
লক্ষ্মণক পঠাইলন্ত বুলি মন্দবাক ॥ ৩৯০৯
কতো কতো জনে দোষে সুগ্ৰীৱ ৰাজাক।
ৰামক পাতিলে মিত্ৰ বধিতে আমাক ॥
কৈৰ ৰাম কৈৰ সীতা কোনে জানে তাঙ্কে।
তাহান নিমিত্তে আসি পৰিলো বিপাঙ্গে ॥৩৯১০
হেন কথামাতে সিটো পুহাই গৈল ৰাতি।
সেহি পৰ্ব্বতত পক্ষী আছন্ত সম্পাতি ॥
জটায়ুৰ শ্ৰেষ্ঠ ভাই পুত্ৰ গৰুড়ৰ।
চিৰকাল তথাতে আছন্ত পক্ষীবৰ ॥ ৩৯১১
বানৰৰ ৰোল শুনি নেত্ৰ মেলিলন্ত।
পৰ্ব্বতৰ তলক নিহালি দেখিলন্ত ॥
বানৰক দেখিয়া মনত বৰ তুষ্ট।
চিৰকালে মিলিল আধাৰ হৃষ্টপুষ্ট ॥ ৩৯১২
গৰ্ভাগ্নি বঞ্চিবো আজি ধৰিয়া আনিবো।
বানৰসবক আজি বাছিয়া গিলিবো ॥
আধাৰ দেখিয়া তাৰ ৰঙ্গ ভৈল মন।
আপোনাৰ নিজভাষে কৰিলা গৰ্জ্জন ॥ ৩৯১৩
পক্ষীৰ প্ৰচণ্ড নাদ সবেয়ো শুনিল।
সবাৰো মনত মহা সন্তাপ মিলিল ॥
কৈত কি শুনিলা অন্যে অন্যত সোধয়।
সবেয়ো সবাতে কয় নজানে নিৰ্ণয় ॥ ৩৯১৪
কেহো বোলে পৰ্ব্বতৰ শিখৰ খসিল।
কেহো বোলে নোহে মেঘ গৰ্জ্জন কৰিল ॥
কেহো বোলে ইন্দ্ৰে হানিলন্ত বজ্ৰবাণ।
নুহি ভঙ্গ ভৈল এক ঋষিৰ ধিয়ান ॥ ৩৯১৫
কেহো বোলে নজানিল ভূমিকম্প গৈল।
নিশ্চয় নজানি কপিগণ ভয় ভৈল ॥
অনন্তৰে বীৰগণ চাহিল নিৰেক্ষি।
পৰ্ব্বত ওপৰে দেখে ভয়ঙ্কৰ পক্ষী ॥ ৩৯১৬
পৰ্ব্বতেক আছে যেন পৰ্ব্বত উপৰ।
[illegible] দেখি যেন বজ্ৰ সমসৰ ॥

সম্পাতি বোলন্ত ডাকি কৈৰ কপিগণ।
স্বৰূপ নকহ যেৱে কৰিবো ভক্ষণ ॥ ৩৯১৭
হেন শুনি সবাৰে লাগিল চমৎকাৰ।
বানৰ সকলে বোলে নাহিকে নিস্তাৰ ॥
ভয় হুয়া আউৰে আউৰক আঙ্কোৱালি ধৰে।
কাণা কাণি কৰে সবে পাইলে চিন্তাজ্বৰে॥ '১৮
স্থিৰ নোহে হাত পাৱ কম্পে কলেৱৰ।
কতো কতো বোলে পশি গহ্বৰ ভিতৰ ॥
কোন কালে নতো দেখি হেন পক্ষীবৰ।
গিৰিৰ গহ্বৰ যেন মুখৰ ভিতৰ ॥ ৩৯১৯
হেন স্থান নতো দেখি ছটকৰ কায়।
ইহাক এৰাইবো আজি কমন উপায় ॥
ইহাৰে গৰ্ভতে লীন হইবো নিৰন্তৰ।
প্ৰলয় মিলিল আসি বানৰ কুলৰ ॥ ৩৯২০
হা হা কৈকেয়ী তই কোন কাজ কৈলি।
বানৰ কুলৰ তই সংহাৰিণী ভৈলি ॥
একোৰে নভৈলো আমি মাটিৰ পিণ্ডাৰ।
বিধিয়ে নিৰ্ম্মিলা কৰি চৰাইৰ আহাৰ ॥ ৩৯২১
ৰামকাৰ্য্য নিসিজিল কি কাম কৰিলো।
হৰি হৰি বিধি কিনো বিপাঙ্গে মৰিলো ॥
সাফল জটায়ু গৰুড়ৰ পুত্ৰ বীৰ।
ৰামকাৰ্য্য সাধন্তেহি ত্যজিল শৰীৰ ॥ ৩৯২২
সীতাক ৰাখন্তে ৰাৱণক যুদ্ধ দিল।
অন্যায় যুদ্ধত তাঙ্ক ৰাৱণে মাৰিল ॥
তেতিক্ষণে যেৱে আমি তাঙ্ক লাগ পাওঁ।
তেৱে কিয় আমি ইটো পক্ষীক ডৰাওঁ ॥ ৩৯২৩
জটায়ু মৰণে পাইলে আমাক বিপাকে।
নিশ্চয় জানিলো পক্ষী খাইবেক সবাকে ॥
হৰি হৰি কিনো হৃদয়ত খেদ ৰৈল।
ৰামৰ ভকতি বিনে বৃথা জন্ম গৈল ॥
নপাইলোহো সাধিবাক ৰাবৰৰ কাম।
এহি বুলি সবেয়ো সুমৰে ৰাম ৰাম ॥ ৩৯২৪
জটায়ুৰ নাম যেৱে সম্পাতি শুনিল।
চমকিত হৈয়া ওপৰক ঠোট দিল ॥

সাৱধানে পৃথিৱীত পাতিলন্ত কাণ।
পূৰ্ব্বাপৰ কথা শুনি দিলা সনিধান ॥ ৩৯২৫
নিষ্ঠ কৰি কহা তোৰা কৈৰপৰা আইলা।
জটায়ুৰ কথা কোন জনে সুমৰাইলা ॥
প্ৰাণতো অধিক মোৰ সহোদৰ ভাই।
তান মৃত্যু শুনি মোৰ প্ৰাণ ফুটি যাই ॥ ৩৯২৬
তুমিসব বানৰ আসিলা কি কাৰণে।
মোহোৰ ভ্ৰাতৃক কেনে বধিল ৰাৱণে ॥
কহিয়োক ৰামকথা শুনো কাণ পাতি।
জটায়ুৰ শ্ৰেষ্ঠ মই নামত সম্পাতি ॥ ৩৯২৭
জটায়ুৰ ভাই হেন শুনি কপিগণ।
ভয় গুচি কিঞ্চিত প্ৰসন্ন ভৈল মন ॥
সবেহন্তে অঙ্গদক অনুমতি দিলা।
শুনি যুৱৰাজে কথা কহিবে লাগিলা ॥ ৩৯২৮
শুনিয়োক পক্ষীৰাজ কথা অনুপাম।
সূৰ্য্যৰ বংশত ৰাজা দশৰথ নাম ॥
তান শ্ৰেষ্ঠ মহিষী কৌশল্যা নামে সতী।
তাহান গৰ্ভত ৰামচন্দ্ৰ উতপতি ॥ ৩৯২৯
কৈকেয়ী নামত আৰো পটেশ্বৰী ভৈলা।
তাহান বচনে ৰাম বনবাসে গৈলা ॥
সীতা ভাৰ্য্যা লক্ষ্মণ ভ্ৰাতৃক লগে লৈলা।
বনত ৰাৱণে সীতা দেৱীক হৰিলা ॥ ৩৯৩০
ৰাৱণক জটায়ু পথত যুদ্ধ দিল।
মূৰ্চ্ছা গৈয়া দশস্কন্ধ ৰথত পৰিল ॥
জটায়ুক মাৰি পাচে অন্যায় সমৰে।
নিজস্থানে সীতাক নিলেক নিশাচৰে ॥ ৩৯৩১
লক্ষ্মণ সহিতে বনে ফুৰা ৰঘুপতি।
সুগ্ৰীৱক পায়া কৰিলন্ত মিত্ৰৱতি ॥
মিত্ৰত থাকিয়া ৰামে বালীক মাৰিল।
তাৰ ৰাজ্য সম্পত্তিক সুগ্ৰীৱক দিল ॥ ৩৯৩২
ৰাজ্য পাই সুগ্ৰীৱৰ আনন্দ মিলিল।
সীতাক খুজিবে লাগি আমাক পাঞ্চিল ॥
মাসেকতে লাগি ক্ষান্তি দিলা মহাৰায়।
খুজি হাৰাশাস্তি ভৈলো সীতাক নপাই ॥ ৩৯৩৩

গোখোজ প্ৰমাণ কৰি বিচাৰ কৰিলো ।
সীতাক নপাই খুজি বিপাঙ্গে মৰিলো ॥
পূৰ্ব্বাপৰ কথা কত কহিলো সকল ।
কহিয়ো তোমাৰ কথা পক্ষী মহাবল ॥ ৩৯৩৪
বিন্ধ্যাগিৰি ওপৰত আছা কি কাৰণে ।
তুমি কি সীতাৰ বাৰ্ত্তা জানাহা আপোনে ॥
তেৱে পক্ষীৰাজ কহিয়োক বিদ্যমান ।
মৃতকক যেনমতে দিয়া প্ৰাণদান ॥ ৩৯৩৫
এহি কহি যুৱৰাজ থাকিলা নমাতি ।
মৰিল জটায়ু নিষ্ঠে শুনিলা সম্পাতি ॥
তোমাৰ গাৱত প্ৰভু পাখা দেখো নাই ।
কহিয়োক পক্ষীৰাজ আৰ অভিপ্ৰায় ॥ ৩৯৩৬
বাগৰি পৰিলা পাচে তাসম্বাৰ মাজে ।
শোকে আৰ্ত্তৰাৱে কান্দিলন্ত পক্ষীৰাজে ॥
কনিষ্ঠৰ সন্তাপে দেখন্ত অন্ধকাৰ ।
মহামৰ্ম্মে তান বিষাদৰ নাহি পাৰ ॥ ৩৯৩৭
হৰি হৰি প্ৰাণ ভাই তোক হৰুৱাইলো ।
কোননো পাপৰ ফলে দেখিতে নপাইলো ॥
কৈক লাগি যাওঁ আৱে কৰো কোন কাম ।
নিৰন্তৰেঁ নৰে ডাকি বোলা ৰাম ৰাম ॥ ৩৯৩৮

---

ভ্ৰাতৃৰ বিনাশ শুনি সম্পাতিৰ শোক ।

দুলড়ী

এহিমতে পাচে কান্দিয়া সম্পাতি
কিছু সন্ধুক্ষণ ভৈলা ।
অঙ্গদ প্ৰমুখ্যে বানৰগণত
কথা কহিবাক লৈলা ॥
জানিলো আমাৰ মহাভাগ্য ভৈল
দেখিলো ৰামসেনাক ।
আমাৰ পূৰ্ব্বৰ কাহিনী কহওঁ
শুনিয়োক সবে তাক ॥ ৩৯৩৯
গৰুড়ৰ পুত্ৰ জটায়ু সম্পাতি
সহোদৰ দুই ভাই ।
জানিবা স্বৰূপে একখান দ্বীপে
দুয়ো হন্তে লৈলো ঠাই ॥
দ্বীপৰ নিমিত্তে দুহানো দুৰ্ঘোৰ
কন্দল ভৈলা অপাৰ ।
পূৰ্ব্বে নুগুণিলো আপুনি চিন্তিলো
দুয়ো আপোনাৰ মাৰ ॥ ৩৯৪০
বসিয়া অজস্ৰ আঠাইশ সহস্ৰ
ঋষি তপ কৰে যথা ।
অনন্তৰে দুয়ো ভাই দ্বন্দ কৰি
লৰিয়া গৈলোহো তথা ॥
দুভায়ে বচন বুলিলো তেখন
শুনিয়োক ঋষিগণ ।
শীঘ্ৰে কহিয়োক দুভাইৰ মাজত
বলৱন্ত কোনজন ॥ ৩৯৪১
হেন বাণী শুনি যত মহামুনি
সবাৰে মনত ভয় ।
যাক ছোট কৰো সেহিজনে আসি
ধৰিয়া খাইবে নিশ্চয় ॥
সবেয়ো বোলন্ত তেৱেসে কহিবো
দুইৰো পৰাক্ৰম জানি ।
এহিমতে মনে গুণি সাৰ কৰি
সবে বুলিলন্ত বাণী ॥ ৩৯৪২
ওপৰক হাত তুলি ঋষিসবে
আমৰা দুইক দেখান্ত ।
দেখিয়োক দুয়ো- ভাই সূৰ্য্যদেৱ
ৰথে চড়ি লৰি যান্ত ॥
আগ হুয়া গৈয়া ইহান ৰথক
পাৰহ যদি ছুইবাক ।
দুহানো মাজত বলতো অধিক
সবহি বোলোহো তাক ॥ ৩৯৪৩
হেন শুনি তেতি- ক্ষণে দুয়ো ভাই
কৰিলো শীঘ্ৰে উৰাৱ ।
বৃক্ষ ছন্ন হয় শিখৰ খসয়
লাগিয়া পাখাৰ বাৱ ॥

আতি ঋষাঋষি   কৰি হিসাহিসি
চলি যাওঁ দুই ভাই।
আমাক দেখিয়া   আদিত্য দেৱতা
থাকিলা ৰথ ৰহাই ॥ ৩৯৪৪
কহিৰ পৰম   দুষ্ট দুই পক্ষী
আসে মোৰ অপঘাতে।
কৰিয়া ক্ৰোধক   অগ্নিৰ শৰক
হানিলন্ত ধৰি হাতে ॥
তিলেকো নাপেক্ষি   অগ্নিশৰ দেখি
জটায়ু গৈলেক ডৰি।
ভয়ে তৰসিল   শৰণে পশিল
মোৰ চৰণত ধৰি ॥ ৩৯৪৫
অনেক কাৰ্পূণ্য   কৰিয়া আমাক
বুলিলেক প্ৰিয় ভাৱ।
সোদৰক মহা-   আতুৰ দেখিয়া
মোৰ নসহিল গাৱ ॥
শুনিয়োক প্ৰাণ   দদা হেৰ মই
বোলো কৰি অঙ্গীকাৰ।
তোমাৰ গাৱৰ   পাখা যেৱে নাসে
যোগাইবো আমি আধাৰ ॥ ৩৯৪৬
হেন শুনি জটা-   য়ুক পাচ কৰি
মেলি দিলো দুই পাখা।
অগ্নিশৰে মোৰ   পাখা পুৰি গৈল
ভৈয়াই ভৈগৈল ৰক্ষা ॥
পাখি দগ্ধ হই   অনন্তৰে মই
পৰিলোহো পৰ্ব্বতত।
শৰীৰত বৰ   পীড়াক লভিলো
মোৰ শ্ৰুতি ভৈল হত ॥ ৩৯৪৭
পাচে কতোদিনে   সন্ধুক্ষণ হুয়া
পৰ্ব্বতে বসিয়া ৰৈলো।
কত ভাগ্যবশে   অগস্তি ঋষিক
মই দৰশন ভৈলো ॥
কাৰুণ্য কৰিয়া   বুলিলো মোহোৰ
বচন শুনিয়ো ঋষি।
তুমি সৰ্ব্বজান   জীৱন মৰণ
কৈয়ো মোৰ বিমৰিষি ॥ ৩৯৪৮
শুনি হাসি পাচে   অগস্তি বুলিলা
মোহোৰ মুখক চাই।
গৰুড়ৰ পুত্ৰ   শুনিয়ো সম্পাতি
তোমাৰ মৰণ নাই ॥
এতিক্ষণে এহি-   স্থানে থাকা বসি
হাজাৰ মান বৎসৰ।
যতকালে পাখা   নতো গজে মানে
তোমাৰ ইটো গাৱৰ ॥ ৩৯৪৯
দশৰথ গৃহে   অযোধ্যাত হৰি
হুয়া ৰাম অৱতাৰ।
সন্তক পালিবা   দুষ্টক নাশিবা
খণ্ডিবা ভূমিৰ ভাৰ ॥
তাহানে ভাৰ্য্যাক   সীতাক হৰিয়া
নিবেক ৰাজা ৰাৱণে।
সীতাক খুজিতে   ৰাম সেনাগণে
আসিবেক এহি থানে ॥ ৩৯৫০
বালীৰ তনয়   অঙ্গদ কুমাৰ
বীৰগণিতাতো সাৰ।
যতেক কটক   ভালুক বানৰ
তেন্তে পাইবে অধিকাৰ ॥
তাসম্বাৰ আগে   কহিবি সকলে
তোহোৰ বৃত্তান্ত কথা।
তেখনে খণ্ডিব   তোহোৰ যতেক
শৰীৰৰ দুখ ব্যথা ॥ ৩৯৫১
তোহোৰ যতেক   নৱৈ কোটি পাখা
গজিয়া হৈব সম্পূৰ্ণ।
এহি বুলি মোক   মহাঋষি পাচে
গৈলা চলি তপোবন ॥
ঋষিৰ বচনে   জানিলো নিশ্চয়
মোহোৰ মৰণ নাই।
কিন্তু বৰ দুখ   হৈল আসি মোৰ
আহাৰ পানী নপাই ॥ ৩৯৫২

ভাইয়ো এৰি মোক কৈক বা গৈলেক
পুত্ৰো মোৰ নজানয় ।
অনন্তৰে মুণ্ড তুলিয়া দেখিলো
আসিল মোৰ তনয় ॥
মোহোৰ অৱস্থা দেখি পুত্ৰে পাচে
কৰিল বৰ বিলাপ ।
স্বস্থ হুয়া বোলে আহাৰক লাগি
চিন্তা নকৰিবা বাপ ॥ ৩৯৫৩
তোমাৰ আগত স্বৰূপ বচন
বোলো কৰি অঙ্গীকাৰ ।
নিতে সাত ঘটি বেলা হৈবে পিতৃ
যোগাইবো আনি আধাৰ ॥
পুত্ৰ ভৈলে তাৰ পিতৃৰ শুশ্ৰূষা
অৱশ্যে কৰিবে লাগে ।
এতেকে তোমাক আধাৰ যোগাইবে
পাইলো আসি বৰ ভাগে ॥ ৩৯৫৪

---

স্থপাৰ্শ্বৰ ৰাৱণ আৰু সীতাৰ দৰ্শন বিবৰণ

পদ

মোহোৰ কাৰ্য্যত তাৰ নাহি কিছু হেলা ।
আধাৰ যোগাইবে নিতে সাতঘটি বেলা ॥
এক দিনা সাত ঘটি নিবৰ্ত্তিয়া গৈল ।
আধাৰ আনিতে পুত্ৰ নৱ ঘটি ভৈল ॥ ৩৯৫৫
পঞ্চ গজ শাৰ্দ্দুল কচ্ছপ নাগচয় ।
আধাৰ দেখিয়া মোৰ মনত বিস্ময় ॥
আপোনাৰ পাপে মই পখা পুৰি মৰো ।
মনত অসুখে আমি আহাৰ নকৰো ॥ ৩৯৫৬
অসন্তোষ দেখিয়া স্থপাৰ্শ্ব গৈল ডৰি ।
আকুতি কৰয় মোৰ চৰণত ধৰি ॥
আহাৰ খাইয়োক বাপ নকৰিয়ো ৰোষ ।
কথা শুনি পাচে মোৰ নেদেখিবা দোষ ॥ '৫৭
বিলম্ব হুইবাৰ মোৰ শুনিয়ো কাৰণ ।
আকাশৰ পথে যাই লঙ্কাৰ ৰাৱণ ॥
আৰ্ত্তৰাৱ কৰি কান্দে ত্ৰৈলোক্য সুন্দৰী ।
ৰামৰ ভাৰ্য্যাক লঙ্কেশ্বৰে নেই হৰি ॥ ৩৯৫৮
জলচৰ স্থলচৰ ভূমিত পেলাই ।
মহাক্ৰোধে ৰাৱণক আমি গৈলো ধাই ॥
সীতা সমে ৰাৱণক আনিলোহো ধৰি ।
কাৰুণ্য কৰয় ৰাজা কৰযোৰ কৰি ॥ ৩৯৫৯
সম্পাতিৰ পুত্ৰ তুমি গৰুড়ৰ নাতি ।
ব্যাপি আছে জগতক তথেৰ সুখ্যাতি ॥
তোমাৰ বংশৰ একো নোহো অপৰাধী ।
শত্ৰুৰ ভাৰ্য্যাক নেওঁ কেনে মোক বাধি ॥ ৩৯৬০
ক্ষত্ৰী হুয়া ৰামে মোক মাৰি নেউক আসি ।
ভাৰ্য্যা কি কৰিবেক তপস্বী বনবাসী ॥
এৰি দিলো ৰাৱণ তেখনি চলি গৈল ।
সিকাৰণে আমাৰ বিলম্ব আজি ভৈল ॥ ৩৯৬১
পুত্ৰৰ বচনে পাচে ভুঞ্জিলো আধাৰ ।
ভ্ৰাতৃৰ বিৰোধে হেন অৱস্থা আমাৰ ॥
সকলে কহিলো যত আদি অন্তে কথা ।
তুমিসব কি কাৰণে আসি ভৈলা এথা ॥ ৩৯৬২
ৰামসেনা সম্পাতিৰ শুনিয়া বচন ।
বাৰ্ত্তা পায়া সীতাৰ হৰিষ ভৈল মন ॥
অঙ্গদে বোলন্ত মই বালীৰাজ সুত ।
সীতা খুজি ফুৰো সবে শ্ৰীৰামৰ দূত ॥ ৩৯৬৩
মোহোৰ অঙ্গদ নাম বোলে যুৱৰাজ ।
সীতা অন্বেষণহে আমাৰ মুখ্য কাজ ॥
আমি আদি কৰি যত ভালুক বানৰ ।
জানিবা সকলে সেনা সুগ্ৰীৱ ৰামৰ ॥ ৩৯৬৪
কথা শুনি সম্পাতিৰ হৰষিত মন ।
মনত পৰিল আসি ঋষিৰ বচন ॥
স্বৰূপত হোৱা যদি ৰাম সেনাগণ ।
নিশ্চয় জানিলো মোৰ সম্পদ লক্ষ্মণ ॥ ৩৯৬৫
পুনৰপি সম্পাতিয়ে বুলিলা বচন ।
অঙ্গদ প্ৰমুখ্যে শুনা সব কপিগণ ॥
ৰামসেনা হোৱে যেৱে গজিবেক পাখি ।
নুহি খাইবো সবাকো পৃথিৱী হুইবা সাক্ষী ॥ '৬৬

এহি বুলি সম্পাতিয়ে কৰিলেক সাক্ষী।
সকলে গাৰৰ তান গজি আসে পাখি ॥
পাখি দেখি সবাৰো হৰিষ ভৈল মন।
জয় জয় শব্দ কৰয় কপিগণ ॥ ৩৯৬৭
আসিলন্ত সুপাৰ্শ্ব আহাৰ পানী লই।
সেনাগণ দেখি বীৰ আকাশত ৰই ॥
সেনাৰ মাজত দেখে পিতা আছে বসি।
পাখী গজিবাৰ দেখি ভৈলন্ত উল্লাসী ॥ ৩৯৬৮
তোমাৰ পাখীক দেখি হৰিষ অপাৰ।
পৰম সন্তোষে আজি ভুঞ্জিয়ো আধাৰ ॥
মনতুষ্টে ভোজন কৰিল পক্ষীৰাজ।
উবাৰ কৰিল দুয়ো আকাশৰ মাজ ॥ ৩৯৬৯
আকাশৰ উপৰে ফুৰন্ত নানা ভাৱে।
খানিকো প্ৰয়াস নাই বাপ পোৰ গাৱে ॥
কতো বেলি ভ্ৰমিয়া আসিল দুয়োজন।
বাপত পুছন্ত ইটো কৈৰ সেনাগণ ॥ ৩৯৭০
সম্পাতি বোলন্ত পুত্ৰ শুনিয়ো বচন।
সীতা খুজি ফুৰন্ত ৰামৰ সেনাগণ ॥
এসম্বাক দেখি মই কৰিলোহো সাক্ষী।
তেখনে গজিল মোৰ নৱৈ কোটি পাখী ॥ '৭১
অঙ্গদে বোলন্ত সম্পাতিৰ মুখ চাই।
ৰাম কাৰ্য্যে হেলা আপোনাৰ কাৰ্য্য নাই ॥
আগবাঢ়ি সুপাৰ্শ্বে জুৰিলন্ত যোৰহাত।
ৰামসেনা দেখি আসি নমিলেক মাথ ॥ ৩৯৭২
এক বোল বোলো বুলিবাক লাগে ডৰ।
উঠা কষ্ট দেখা যেৱে তৰিতে সাগৰ ॥
সাগৰ তৰিতে কেহো নকৰিবা শঙ্কা।
পিঠিত চৰাইয়া সবাহাঙ্কে নিবো লঙ্কা ॥ ৩৯৭৩
সুপাৰ্শ্বৰ বাণী পাচে শুনি সেনাবল।
আমাক লঙ্কাক নিবে তোৰ আছে বল ॥
বোলস উঠোক সবাহাঙ্কে নিবে পাৰো।
মাজ সাগৰত নিয়া বুৰুৱাই মাৰো ॥ ৩৯৭৪
শুনিয়া সুপাৰ্শ্বে বোলে মনে ক্ৰোধ কৰি।
সত্যে সত্যে বোলোহো বাপৰ পাৱে ধৰি ॥
তুমি যত যত আৰো কোটি গুণ হোক।
সবাকো নিবাক পাৰো পিঠিত উঠোক ॥ '৭৫
এহি বুলি সুপাৰ্শ্বে পিঠিক পাতি দিলা।
বৰ বৰ বীৰগণ পিঠিত উঠিলা ॥
আনো সব সেনাগণ লোমত ধৰিল।
সবাকো পিঠিত লৈয়া উবাৰ কৰিল ॥ ৩৯৭৬
সেনা লৈয়া আকাশত ফুৰে লীলা কৰি।
সেনাগণ ডৰে সুমৰন্ত ৰাম হৰি ॥
জানকী ভৈলন্ত আমাসাৰ ক্ষয়ঙ্কাৰী।
সাগৰ জলত আনি পক্ষীৰাজে মাৰি ॥ ৩৯৭৭
হেন শুনি সুপাৰ্শ্ব গৈয়া ভূমিত পৰিল।
অঙ্গদক নমি বীৰে সেনাক নমিল ॥
সেনাগণ বোলে সাধু সম্পাতিনন্দন।
তযু পৰাক্ৰমে আমি তুষ্ট ভৈলো মন ॥ ৩৯৭৮
অঙ্গদ প্ৰমুখ্যে সবে পুছিলন্ত কাজ।
তোমাৰ কুশল সবে ভৈল পক্ষীৰাজ ॥
বুলিলা সি ৰাৱণে সীতাক নিলে হৰি।
স্বৰূপ কি মিছা কহিয়োক দৃঢ় কৰি ॥ ৩৯৭৯
এহি শুনি সম্পাতি শিখৰে চড়িলন্ত।
লঙ্কাৰ গড়ক লাগি মুণ্ড তুলিলন্ত ॥
দেখন্ত লঙ্কাৰ মাজে অশোক বনত।
আছন্ত গোসানী সীতা শিংশপামূলত ॥ ৩৯৮০
বেঢ়িয়া আছন্ত তৈতে ৰাক্ষসিনীগণে।
জানিলো সীতাক সুখে নেদিব ৰাৱণে ॥
শিখৰৰ পৰা নামিলন্ত তেতিক্ষণে।
সম্পাতিক দেখিয়া বেঢ়িল সেনাগণে ॥ ৩৯৮১
সম্পাতি বোলন্ত শুনিয়োক কপিগণ।
সত্য স্বৰূপত জানা আমাৰ বচন ॥
দুৰ্জ্জন ৰাৱণে সীতা আনিলেক হৰি।
অশোক বনত থৈয়া আছে বন্দী কৰি ॥ ৩৯৮২
সকলে দেখিলো আমি পৰ্ব্বতত বসি।
তৰুতলে বসি আছে অনেক ৰাক্ষসী ॥
আনতো নোবোলো মিছা তুমি উপকাৰী।
বিশেষত শ্ৰীৰাম বংশৰ অধিকাৰী ॥ ৩৯৮৩

আউৰ উপদেশ বোলো শুনিয়ো সমস্ত ।
পূৰ্ব্বক উজাহা এক প্ৰহাৰৰ পথ ॥
লঙ্কা লাগি সেহিসে সম্মুখ হোৱে বাট ।
চিন্তিলোহো ৰামকাৰ্য্য গুচিল ললাট ॥ ৩৯৮৪
এহি বুলি সবাহাঙ্কে আশ্বাস কৰিয়া ।
বাপ পো লৰিলা পাচে আকাশ ছানিয়া ॥
পাচে সেনাগণে সবে সবাতো কহয় ।
সাধু সাধু সুপাৰ্শ্বয়ে সম্পাতি তনয় ॥ ৩৯৮৫
যোগাইলে আধাৰ ষাঠি হাজাৰ বৰিষ ।
তথাপি নভৈল তাৰ মনে কিছু ক্লেশ ॥
পিঠিত চড়িলো আমি সবে হৃষ্ট পুষ্ট ।
আকাশে ফুৰাই দেখি সবে ভৈলো তুষ্ট ॥ ৩৯৮৬
জাম্বয়ে বোলন্ত শুনিয়োক সেনাগণ ।
বিমৰিষি বোলো সবে যাৰ যেন মন ॥
সম্পাতিৰ কথা কিছু নকৈবা ৰামত ।
সীতাৰ বাৰ্ত্তাক পাইলে তাহাৰ মুখত ॥ ৩৯৮৭
সম্পাতিৰ যশ হৈব আমাসাৰ নাই ।
শুনি সেনাগণে মাতে জাম্বৱক চাই ॥
ধন্য জাম্বৱন্ত তুমি বুদ্ধিমন্ত সাৰ ।
সবে ভাল দেখো আমি বচন তোমাৰ ॥ ৩৯৮৮
অঙ্গদে বোলন্ত সব সেনাগণ চাই ।
বৃদ্ধৰ বচন মনে কৰিতে যুৱাই ॥
অঙ্গদৰ জাম্বৱৰ দুহানো বচন ।
শিৰত ধৰিয়া লৈলো সবে সেনাগণ ॥ ৩৯৮৯
এহিমানে কিষ্কিন্ধ্যাৰ ভৈলা সমাপতি ।
দ্বিজৰাজ মাধৱকন্দলি নিগদতি ॥
শুনিলাহা সমাজিক ৰামৰ চৰিত্ৰ ।
নানা ৰসে ৰসৱন্ত পৰম পবিত্ৰ ॥ ৩৯৯০
আক শুনি হুইয়ো সবে মনত সন্তোষ ।
কিন্তু বঢ়া টুটা নধৰিবা গুণ দোষ ॥
বল্মীকি ৰচিলা শাস্ত্ৰ গদ্য পদ্য ছন্দে ।
তাহাক বিচাৰ আমি কৰিয়া প্ৰৱন্ধে ॥ ৩৯৯১
আপোনাৰ বুদ্ধি অৰ্থ যিমত বুজিলো ।
সঙ্ক্ষেপ কৰিয়া তাক পদ বিৰচিলো ॥
সমস্ত ৰসক কোনে জানিবাক পাৰে ।
পক্ষীসব উৰয় যেন পখা অনুসাৰে ॥ ৩৯৯২
কবি সব নিবন্ধয় লোক ব্যৱহাৰে ।
কতো নিজ কতো লম্ভা কথা অনুসাৰে ॥
দেৱৱাণী নুহি ইটো লৌকিক হে কথা ।
এতেকে ইহাৰ দোষ নলৈবা সৰ্ব্বথা ॥ ৩৯৯৩
ৰামৰ চৰিত্ৰ বুলি তৰিয়ো সংসাৰ ।
অলস ত্যজিয়া ৰাম বোলা বাৰে বাৰ ॥ ৩৯৯৪

---

—কিষ্কিন্ধ্যাকাণ্ড সমাপ্ত

# সপ্তকাণ্ড ৰামায়ণ

## সুন্দৰাকাণ্ড

ঝুমড়ী

নমো নাৰায়ণ বিঘিনি খণ্ডন
ৰঘুৰ নন্দন ৰাম ।
সহস্ৰেক বাহু সহস্ৰেক শিৰ
যাৰ সহস্ৰেক নাম ॥
বাপৰ সত্যক পালিয়া ৰাঘৱ
সীতা সমে গৈল বন ।
বোলন্ত কন্দলি আন গতি নাই
ৰামৰ দুই চৰণ ॥ ৩৯৯৫

——

দক্ষিণ সাগৰৰ তীৰত অঙ্গদ আদিৰ মন্ত্ৰণা

পদ

প্ৰণামিলো ৰাম তিনি ত্ৰৈলোক্যৰ নাথ ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত ॥
সাগৰত সেতুবন্ধ বালীৰ মৰণ ।
মাধৱে ভণিলা শ্ৰীৰামৰ চৰণ ॥ ৩৯৯৬
সুন্দৰ শ্ৰীৰামচন্দ্ৰ সুন্দৰ লক্ষ্মণ ।
সুন্দৰ যে সুগ্ৰীৱ সুন্দৰ কপিগণ ॥
সুন্দৰ জানকী সীতা জগতৰ আই ।
সুন্দৰাকাণ্ডত কিছু অসুন্দৰ নাই ॥ ৩৯৯৭
সম্পাতিৰ বচনত খণ্ডিল বিষাদ ।
কৌতুকে বানৰে কৰিলন্ত সিংহনাদ ॥
সবে সেনা লৈয়া আৰে অঙ্গদয়ে বীৰে ।
দক্ষিণ সাগৰে যায় উত্তৰৰ তীৰে ॥ ৩৯৯৮
সবাকো সম্মুখি মাতিলন্ত যুৱৰাজ ।
কমন মহন্তে হিত চিন্তিবেক কাজ ॥
কোনে দিবে গিয়াতিক অভয় দক্ষিণা ।
একে ডেৱে শত প্ৰহৰৰ পথ জিনা ॥ ৩৯৯৯
যিটো বীৰে যাইবে পাৰা লঙ্কা যে নগৰী ।
চন্দ্ৰৰো ৰোহিণী আনিবাক পাৰা হৰি ॥
বাসৱে ৰাখন্ত যদি কৰে বজ্ৰ ধৰি ।
স্বৰ্গৰ অমৃত আনিবাক পাৰা হৰি ॥ ৪০০০
আপদে মগন ভৈল জ্ঞাতিক উদ্ধাৰ ।
কীৰিতি থাকোক যাৱে চন্দ্ৰ দিবাকৰ ॥
অঙ্গদৰ বাণী শুনি বানৰ তৱধ ।
গুৰুতৰ ভাৰত বচন নিশৱদ ॥ ৪০০১
পুনৰপি অঙ্গদে বুলিলন্ত বাক ।
কমন মহন্তে আৰে নামাতা আমাক ॥
সৈন্যৰ মধ্যৰ হন্তে প্ৰচণ্ড প্ৰভাৱ ।
বৰ বৰ বীৰসবে চালিলন্ত গাৱ ॥ ৪০০২
কৰযোৰে অঙ্গদত বিনয় বদতি ।
ঐকেকে বোলন্ত যাৰ যিমান শকতি ॥
প্ৰথমতে গয় বীৰে দিলা সমিধান ।
ডেৱে যাইবে পাৰো দশ যোজনৰ মান ॥ ৪০০৩
গৱাক্ষে বোলন্ত আপোনাৰ বল যত ।
ডেৱে যাইবে পাৰো কুৰি প্ৰহৰৰ পথ ॥

গৱয়ে বোলন্ত যাইবো যোজন তিৰিশ।
সৰভে খঙ্গাইল পথ যোজন চল্লিশ ॥ ৪০০৪
পঞ্চাশ যোজন পথ গন্ধমাহাদন।
মৈন্দ্য বোলন্ত যাইবো যাঠিয়ো যোজন ॥
দ্বিবিদে খঙ্গাইল পথ যোজন সত্তৰি।
আশী প্ৰহৰৰ পথ সুষেণ যে হৰি ॥ ৪০০৫
নলে বুলিলন্ত আপোনাৰ বল যত।
ডেৰে যাইবে পাৰো নবৈৰ যোজনৰ পথ ॥
তাৰে বিনাৱন্ত বীৰ অঙ্গদত গই।
দুই অধিক যাইতে পাৰো যোজন নবৈৰ ॥ ৪০০৬
নীলে বুলিলন্ত আত্ম শকতি যতেক।
এক মন্দ যাইতে পাৰো যোজন শতেক ॥
ব্ৰহ্মাৰ তনয় জাম্বৱন্ত বৃদ্ধ ঘাগি।
কিনো গোটাগুটি ঘোৰ কৰন্তাক লাগি ॥ ৪০০৭
বনত আছাহা সবে যুৱত বানৰ।
দিগ্‌গজ সমান সবে শৰীৰ ডাঙ্গৰ ॥
মোহোৰ সমান বৃদ্ধ নাহি নিৰন্তৰ।
আমি কথা কওঁ শুনা যুৱত কালৰ ॥ ৪০০৮
নাৰায়ণে যৈসানি বলিক ছলিলন্ত।
দশোদিশ পূৰিয়া বামন উজাইলন্ত ॥
জটায়ু সহিতে আমি প্ৰতিজ্ঞাক পূৰি।
তিনিবাৰ প্ৰণামিলো কায়া ফুৰি ফুৰি ॥ ৪০০৯
এভো বৃদ্ধ ভৈলো বল কটালি বিচাৰো।
এক মন্দ শতেক যোজন যাইতে পাৰো ॥
তথাপি কাৰ্য্যৰ নভৈলন্ত সমাপতি।
এবে বুলিয়োক যাৰ যিমান শকতি ॥ ৪০১০
হনুমন্তে সবাৰো বচন আকলিয়া।
নমাতি থাকিলা কাণ মুণ্ড নলাৰিয়া ॥
যুৱৰাজে বোলন্ত আসন্ন ভৈল কাজ।
নিশৱদ ভৈল সবে গিয়াতি সমাজ ॥ ৪০১১
আমিতো যাইবাক পাৰো শতেক যোজন।
সংশয় দেখোহো মনে পুনৰাগমন ॥
সবে জ্ঞাতিগণে অনুমতি দিয়া মোক।
ৰামকাৰ্য্য সাধন্তে যেহেন যুৱাই হোক ॥ ৪০১২

জাম্বৱন্তে বোলন্ত ভাল কথাৰ প্ৰসন।
ভৃত্য আছন্তে স্বামী বিদূৰ গমন ॥
তোমাক আমৰাসবে লঙ্কাক পঠাই।
ইঠাই থাকিয়া কাৰ উৰুৱাইবো ছাই ॥ ৪০১৩
তুমি লঙ্কা গৈলে যেৱে মিলয় প্ৰমাদ।
আমাক দণ্ডিব ৰাজা বচন সংবাদ ॥
ধৰমপুৰুষ তুমি কপি কটকৰে।
নাৰ টলবল কৰে বিনা কাণ্ডাহাৰে ॥ ৪০১৪
যুৱৰাজ আপুনি জানিয়া ৰাজধৰ্ম্ম।
তোমাক ৰাখিবে সবে হেন যোগ্য কৰ্ম্ম ॥
তুমি এৰি যাইবা যুৱৰাজ দণ্ডধৰে।
মই বুঢ়া বানৰে কোনে কাৰ বোল কৰে ॥ '১৫
খুজি পাইলো যিবা যাইবে একে ডেৰে লঙ্কা।
নিশৱদ থাকা সবে এৰিয়োক শঙ্কা ॥
সন্নিটতে পায়া যে দূৰত নাই কাজ।
ৰঙ্গে ঢঙ্গে থাকা সবে গিয়াতি সমাজ ॥ ৪০১৬
বৃদ্ধ জাম্বৱন্তক ছৱাল হুয়া ভাঢ়া।
বুঢ়া শালিখাৰ যে চক্ষুৰ ভ্ৰূৱ কাঢ়া ॥
আখৰেক মাতো যেৱে আমাক নভঙ্গা।
দিনে শতবাৰ আইতে যাইতে পাৰা লঙ্কা ॥ '১৭
বালী সুগ্ৰীৱ দুয়ো বীৰ চমৎকাৰ।
আপোনাতোধিক বল প্ৰশংসে তোমাৰ ॥
সবেহন্তে থাকিয়োক শঙ্কা পৰিহৰি।
খুজি পাইলো যি যাবেক লঙ্কা যে নগৰী ॥ '১৮
মাৰুতিক চাহিয়া বোলন্ত জাম্বৱন্ত।
স্বস্থানে পৰোক্ষে কোনে সন্তোষক হন্ত ॥
প্ৰস্তাৱত নমাতি কেনে ধৰিয়াছা চুক।
উপেক্ষা কৰিয়ো কেনে জ্ঞাতি যে বন্ধুক ॥ '১৯
বাঢ়ি হনুমন্তে জুৰিলন্ত যোৰহাত।
বৃদ্ধ জাম্বৱন্ত বুলি নমিলন্ত মাথ ॥
যাইবো লঙ্কাপুৰী সাধিবোহো প্ৰভুকৰ্ম্ম।
কোন জনে কহিবে মোহোৰ জাতি ধৰ্ম্ম ॥ '২০

হনুমন্তৰ জন্ম বিবৰণ

জাম্বয়ে বোলন্ত ওৰা জ্ঞাতিক আকলা।
দেৱ অপেস্বৰা আছিলন্ত কুন্তীকলা॥
তেহে আদি শাপে আসি ভৈলন্ত বানৰী।
কুঞ্জৰ ৰাজাৰ জীক বিহালা কেশৰী॥ ৪০২১
মানুষৰ ৰূপ ধৰি ৰূপে মনোহৰে।
সখীসমে শিৰস্নান কৰিলা সাগৰে॥
নানান বিনোদ থান মলয় শিখৰে।
ৰূপ দেখি বায়ুক পীড়িল কামশৰে॥ ৪০২২
আলিঙ্গিয়া সুন্দৰীক ধৰিলন্ত কোলে।
মনোময় মাৰুত আছিলা কামভোলে॥
অঞ্জনা বোলন্ত শান্তি পুণ্য ভৈল ছন।
যাৱে নাহি শপো দৰশিয়ো কোনজন॥ ৪০২৩
কৰযোৰে মাৰুত আগত ভৈল থিৰ।
শঙ্কা পৰিহৰা আমি জগতৰ জীৱ॥
আমাৰ সঙ্গমে অধৰ্ম্মক নাহি ডৰ।
পুত্ৰেক হৈবেক গৰুড়ৰ সমসৰ॥ ৪০২৪
বীৰ গণিতাতো গণিবেক সাতো আগে।
গৰুড়ৰ মোহোৰ সদৃশ হৈব বেগে॥
অদভুত বেগৱন্ত হৈব মহাবলী।
পৰ্ব্বতক উফাৰিয়া হানিবেক দলি॥ ৪০২৫
এহি বুলি বায়ু পাচে ভৈলা অন্তৰ্দ্ধান।
অঞ্জনাৰ গৰ্ভত বাঢ়িল হনুমান॥
কেশৰীৰ ক্ষেত্ৰে সৰ্ব্বজনত বিদিত।
উপজি দেখিলা বীৰে আদিত্য উদিত॥ ৪০২৬
সিন্দুৰীয়া ফলগুটি ভক্ষিবাক ভালা।
এহি বুলি আদিত্যক আনিবাক ধাইলা॥
অনেক যোজন পথ গগনে চড়িলা।
প্ৰচণ্ড কিৰণ লাগি শিখৰে পৰিলা॥ ৪০২৭
শিখৰে পৰিয়া ভাগি গৈল হনুবাম।
সিকাৰণে ভৈল হনুমন্ত হেন নাম॥
সকলে বানৰে বুলিলেক স্তুতি বাক।
ৰাখা বায়ু তনয় জাতিৰ কাণ নাক॥ ৪০২৮
স্তুতি কৰিলেক যেৱে বানৰ ভালুকে।
দশ গুণ তেজ সহস্ৰেক গুণ বুকে॥
বাঢ়িতে লাগিলা হনুমন্ত বীৰবৰ।
পূৰ্ণিমা দিবসে যেন সম্পূৰ্ণ সাগৰ॥ ৪০২৯
অসম্ভাব্য হাত পাৱে সমুদ্ৰৰ কূলে।
আকাশৰ মেঘ খণ্ড খণ্ড যে লাঙ্গুলে॥
খলখলি হাসিলন্ত হৰিষ প্ৰচুৰ।
এক এক হাসিত তৰধ দেৱাসুৰ॥ ৪০৩০
বৃদ্ধ পাত্ৰগণক গৈ প্ৰণামি আদৰি।
শঙ্কা পৰিহৰা যাইবো লঙ্কা যে নগৰী॥
শুনিয়োক সবে মোৰ বাপ যেন বীৰ।
প্ৰসিদ্ধ কাহিনী কহো বীৰ কেশৰীৰ॥ ৪০৩১
গন্ধমাদন হন্তে ডেৱ কৰিলন্ত।
গোকৰ্ণ গিৰিৰ শিখৰত পৰিলন্ত॥
আছয় প্ৰভাস তীৰ্থ দক্ষিণ সাগৰে।
তাতে ঋষি সবে স্নান কৰে নিৰন্তৰে॥ ৪০৩২
শঙ্খধৱল নামে দিগ্‌গজেক আইল।
অনেক ঋষিক তৈতে মাৰিয়া পেলাইল॥
একদিনা ভৰদ্বাজ স্নানিবাক যান্ত।
হস্তী খেদি আনে তাক বাপে দেখিলন্ত॥ ৪০৩৩
ডেৱ দিয়া পিঠিত পৰিলা কপিৰাজ।
নখে ফুলি দুই চক্ষু কৰিলন্ত বাজ॥
তাহাৰ দশন দুই লৈলন্ত উপাৰি।
কুম্ভস্থলে বসাইল দশনৰ বাৰি॥ ৪০৩৪
পৰিল দিগ্‌গজগোট কেশৰীৰ হাতে।
ভৰদ্বাজ ঋষিক ৰাখিলা অব্যাহতে॥
সবে ঋষি মিলিয়া বাপক দিলা বৰ।
পুত্ৰেক হৈবেক গৰুড়ৰ সমসৰ॥ ৪০৩৫
বীৰগণিতাত গণিবেক সাতো আগে।
গৰুড়ৰ বায়ুৰ সদৃশ হৈব বেগে॥
জাম্বৱন্তে মোহোৰ কহিলা জন্ম কথা।
কোটি যোজনকো যাইবো নাই অন্যৱথা॥ ৪০৩৬
উদয় গিৰিৰ হন্তে সূৰ্য্য সমে যাইবো।
গোসাইক জিনিয়া বেগে অস্তগিৰি পাইবো॥

মোহোৰ ডেৰত বসুমতী যাইবে তল।
পৰ্ব্বতে চড়িয়ো গৈয়া গিয়াতিসকল ॥ ৪০৩৭
এতেক বচন যেৱে শুনিল বানৰে।
তেখনে চৰিল গৈয়া পৰ্ব্বত শিখৰে ॥
শিখৰে চড়িল গৈয়া বীৰ হনুমান।
গিৰি টলবল কৰে নসহে সন্ধ্যান ॥ ৪০৩৮
সিংহে যেন কৰে মৃগ চিপিল সকল।
পাতালৰ হন্তে আসি নিকলিল জল ॥
অমৃততোষিক ইটো কথা ৰামায়ণ।
বোলা ৰাম ৰাম সবে সভাসদ জন ॥ ৪০৩৯

---

ঝুমুৰী

আশীৰ্ব্বাদ কৰিয়োক।
ৰামমনে ধৰিয়োক ॥
দুৰ্গতিত তৰিয়োক।
অচিন্তাত থাকিয়োক ॥ ৪০৪০
অন্তৰীক্ষ গমনে।
যেন ঝাণ্টে পৱনে ॥
সীতাক কৌতুক মনে।
পাইবো মই দৰিশনে ॥ ৪০৪১
অঙ্গদত যত ভয়।
শুনা জ্ঞাতি সমস্তয় ॥
এৰিয়ো সংশয়চয়।
কৰিয়োক জয় জয় ॥ ৪০৪২

---

হনুমন্তৰ লঙ্কা যাত্ৰা ; সুৰসা আবাৰিকাৰ সাক্ষাৎ

পদ

অঙ্গদ জাম্বৱ মৈন্দ্য গৱাক্ষ গৱয়।
কেশৰী পনস নল নীল সমস্তয় ॥
সবেহন্তে বোলে বাপু তুমি নাসা যাৱে।
আমি ব্ৰত কৰিয়া থাকিবো একে পাৱে ॥'৪৩
বিচিত্ৰ পুষ্পৰ মালা এক দিল গঢ়ি।
আশীৰ্ব্বাদ কৰিলন্ত সুমঙ্গল পঢ়ি ॥
দুই হাত পাতি হনুমন্তে তাক লৈল।
লঙ্কাক যাইবাক হনুমন্ত সাজ ভৈল ॥ ৪০৪৪

---

দুলড়ী

ৰাম লক্ষ্মণক সুগ্ৰীৱ বীৰক
কৰিয়া যেন সতকাৰ।
বায়ু যে বাপক অঞ্জনা মাৱক
প্ৰণামিলা সাতবাৰ ॥
কেশৰী চৰণ শিৰোগত কৰি
ত্ৰিদশ দেৱ ধিয়ায়া।
মহেন্দ্ৰ শিখৰে জন্তায়া বসিলা
লঙ্কাৰ দিশক চায়া ॥ ৪০৪৫
জাজ্জ্বল্য সমান দুই চক্ষু জ্বলয়
মঙ্গল বুধৰ বৰ্ণ।
পাচ দুই পাৱ সম্ভৱ কৰিয়া
সঙ্কোচিত দুই কৰ্ণ ॥
সাগৰ লঙ্ঘিয়া ডেৱ কৰিলন্ত
আপোন গাৱৰ বলে।
সকলে গিৰিয়ে টলবল কৰে
যেন দেখি যাই তলে ॥ ৪০৪৬
বৃক্ষসব যত বায়ুৰ বেগত
লৰিল বীৰৰ তুলে।
নক্ষত্ৰৰ পথ জিকমিক কৰে
নানান বিচিত্ৰ ফুলে ॥
টাব টুব কৰি সাগৰ মাজত
বৃক্ষসব পৰে শিল।
জায়া জন্তু মানে ত্ৰাসত পলাই
প্ৰলয় কাল মিলিল ॥ ৪০৪৭
মৎস্য যে মগৰ নাগে হুলস্থুল
হেৰাসি পাইলে গৰুড়ে।
গহীন গম্ভীৰ জলত পশিল
পাতালক গৈল বুৰে ॥

হনুমন্ত বীৰ শৰীৰ বেগত
সাগৰ জল উল্লাস।
পৰ্ব্বত সদৃশ ঢৌ উঠলয়
নিৰ্ঘাত সম আস্ফাল ॥ ৪০৪৮
হনুমন্ত বীৰ লঙ্কাক যাহন্তে
মাৰুত পথ আকাশে।
দীঘল যে ত্ৰিশ যোজন চলিয়া
দশ যোজনৰ পাশে ॥
হেন অদভুত জনক দেখিয়া
বিস্ময় সকল জনে।
গগনে মেঘ যে খণ্ড খণ্ড ভৈল
শৰীৰ বেগে পৱনে ॥ ৪০৪৯
ত্ৰিদশে বোলন্ত কহিৰা সুৰসা
শুনিয়ো নাগৰ মাতা।
হনুমন্ত বীৰ লঙ্কাক যাহন্তে
পথত বিঘিনি পাতা ॥
তোমাৰ মায়াত কমন বুদ্ধিয়ে
কিমতে এৰায়া যান্ত।
তেৰেসে জানিয়া বায়ুৰ নন্দন
ৰামকাৰ্য্য সাধিবন্ত ॥ ৪০৫০
এতেক বচন শুনিয়া সুৰসা
পাতিলে ৰাক্ষসী মায়া।
সাগৰ মধ্যত দুই পাৱ থাপিল
গগন মণ্ডল কায়া ॥
মাৰুতিক দেখি সুৰসা বোলয়
কৈক যাইবি তই আৰ।
বিস্তৰ কালেসে আধাৰ মিলিল
বদন কৈল বিস্তাৰ ॥ ৪০৫১
হনুয়ে বোলন্ত দক্ষৰ নন্দিনী
আমাক তুমি নিচিনি।
ৰামদূত হুয়া লঙ্কাক যাহাওঁ
কিসক পাতা বিঘিনি ॥
মাৰে পুত্ৰ বিহা- ইলে বানৰা
মুখৰ বাস এৰায়া।
পাচে ৰামে তোৰ প্ৰতিকাৰ কৰোক
ক্ষুধা বঞ্চো তোক খায়া ॥ ৪০৫২
এতেক বচন শুনি হনুমন্ত
ক্ৰোধত জ্বলি অপাৰ।
কেনমতে তই মোক গিলিবেক
বদন কৰ বিস্তাৰ ॥
শুনিয়া সুৰসা মুখ প্ৰকাশিল
দশ যোজনক জুৰি।
হনুমন্ত বীৰে শৰীৰ বঢ়াইল
দুই গৈল যোজন কুৰি ॥ ৪০৫৩
সুৰসা ৰাক্ষসী মুখ প্ৰকাশিল
ভৈগৈল যোজন ত্ৰিশ।
হনুমন্ত বীৰে কায়া বঢ়াইলন্ত
যোজন ভৈল চল্লিশ ॥
পঞ্চাশ যোজন জুৰিয়া সুৰসা
বানৰ ভুঞ্জিত মন।
হনুমন্ত বীৰে শৰীৰ বঢ়াইল
বহলে ষাঠি যোজন ॥ ৪০৫৪
সত্তৰি যোজন জুৰিয়া সুৰসা
থাকিল মুখ প্ৰকাশি।
হনুমন্ত বীৰে শৰীৰ বঢ়াইল
ভৈগৈল যোজন আশী ॥
নব্বৈ যোজনক জুৰিয়া সুৰসা
বানৰ ভুঞ্জিত মন।
হনুমন্ত বীৰ কায়া বঢ়াইলন্ত
দুই গৈল শত যোজন ॥ ৪০৫৫
বিস্ময় স্বৰূপে সুৰসা বোলয়
কিনো বীৰ অতিবেক।
এতেক বুলিয়া মুখ প্ৰকাশিল
যোজন অধিক শতেক ॥
বিস্তাৰ বদন দেখি হনুমন্তে
অঙ্গুষ্ঠ প্ৰমাণ হুয়া।
পৱন সঞ্চাৰ বেগ ধৰি আতি
গৰ্ভত পশিল গৈয়া ॥ ৪০৫৬

সুৰসা দেখিয়া দশন জপাইল
জান্তিল বৰ সন্ধানে।
বায়ুৰ তনয় অঞ্জনাৰ সুত
বাজ হুয়া গৈল কাণে॥
ঊৰ্দ্ধত থাকিয়া বুলিলন্ত দেবী
পালিলো বাক্য তোমাৰ।
ৰামদূত হুয়া চলিলো লঙ্কাক
হেৰা মোৰ নমস্কাৰ॥ ৪০৫৭
সুৰসা বোলয় মই তুষ্ট ভৈলো
লঙ্কাক চলিয়া যাইয়ো।
অব্যাহতে তুমি সীতাৰ বাৰ্ত্তাক
ৰামত আসি জনায়ো॥
ত্ৰিদশ দেৱৰ বচন পালিলো
জানিলো বল অপাৰ।
তিনিয়ো ভুৱনে তোমাৰ সদৃশ
নাহি বীৰ বলীয়াৰ॥ ৪০৫৮
জয় ৰঘুকুল কমল প্ৰকাশ
দিনকৰ সীতাপতি।
তোমাৰ চৰণ পঙ্কজত মন
মজোক মোৰ সম্প্ৰতি॥
তযু গুণ যশ শ্ৰৱণে থাকোক
মুখে নছাৰোক নাম।
দিয়া প্ৰভু মোক সমাজিক লোক
ডাকি বোলা ৰাম ৰাম॥ ৪০৫৯

---

পদ

এহি বুলি গৈল তাই আকাশৰ পথে।
স্বৰ্গত দেৱৰ আগে কহিল সমস্তে॥
সীতাক দেখিবে কিছু নাহিকে সংশয়।
ত্ৰিদশৰ শুনিয়ো কৌতুক জয় জয়॥ ৪০৬০
সাগৰে বোলন্ত শুনা মৈনাক পৰ্ব্বত।
সখীত্ব ভাৰত কিছু কৰিয়ো মহত॥
হেৰা বায়ু তনয় লঙ্কাক লাগি যান্ত।
গাৰ তোলা খানিতেকো বিশ্ৰাম কৰন্ত॥ ৪০৬১
সাগৰৰ বাণী শুনি পৰ্ব্বতৰ ৰাজ।
সমুদ্ৰক ভেদিয়া তেখনে ভৈল বাজ॥
হনুমন্তে বোলে কিনো বিঘিনি মিলিল।
একবাৰ এৰাইলোহো সুৰসা গিলিল॥ ৪০৬২
কিনো বেলা লৰিলো কি মোৰ ললাট।
পৰ্ব্বতে ভেটিল আসি মাৰুতৰ বাট॥
লাঞ্জ বাৰি মাৰিলন্ত আকাশত গৈয়া।
শিখৰ পৰিল গৈয়া চূৰ্ণীকৃত হুয়া॥ ৪০৬৩
মাৰুতিক সম্বুধিয়া বোলন্ত মৈনাক।
বায়ুপুত্ৰে কিসক আমাক দিলা চাঙ্ক॥
পঠাইলন্ত সাগৰে তোমাৰ উপকাৰে।
পূৰ্ব্বত সম্বন্ধ আছে তোমাৰ আমাৰে॥ ৪০৬৪
গিৰিসব যৈসানি আছিল পক্ষধৰ।
যৈত উৰি পৰে ছন্ন কৰয় নগৰ॥
পুৰন্দৰে বজ্ৰহানি কাটিলন্ত পখা।
সিকালত বায়ুৰাজ মোৰ ভৈল সখা॥ ৪০৬৫
উৰুৱাই পেলাই আনি সাগৰৰ জলে।
উপকাৰ থাকিল নগৈলো ৰসাতলে॥
সেহি হিত চিন্তিলোহো খানিক জিৰায়ো।
ফল মূল ভুঞ্জিয়া লঙ্কাক লাগি যায়ো॥ ৪০৬৬
হনুমন্ত বদতি শুনিয়ো গিৰিবৰ।
তোমাৰ কাহিনী শুনি আছো বহুতৰ॥
হেমৱন্তসুত তুমি গৌৰীৰ সোদৰ।
মৈনাক তোমাৰ নাম শাল শঙ্কৰৰ॥ ৪০৬৭
নজানি তোমাক মই কৰিলো প্ৰহাৰ।
অজ্ঞান দোষক তুমি ক্ষমিয়ো আমাৰ॥
অনেক কাহিনী কথা কহিয়া বিচিত্ৰ।
হনুমন্ত সহিতে ভৈলন্ত মহামিত্ৰ॥ ৪০৬৮
দুইকো দুই কাহিনী কহিল মনতুষ্টে।
হনুমন্তে পৰশিলা বৃদ্ধ যে অঙ্গুষ্ঠে॥
হনুমন্তে ৰাম কাৰ্য্যে আকুলিত হুয়া।
ছুটিল নৰাচ যেন নিকলিল গৈয়া॥ ৪০৬৯

হনুমন্তে যাহন্তে পৱন সম জোৰ।
বেগ থিৰ ভৈল পৰৈ পাচাত আজোৰ ॥
বেগ থিৰ ভৈল মোৰ কিনো বিপৰীত।
পেলাইল কাঙ্কৰ যেন সাগৰে চুহিত ॥ ৪০৭০
চতুৰ্দ্দিশে চাহিলন্ত ঊৰ্দ্ধৰ প্ৰবেশ।
কিছু নেদেখিল তৈত বিঘিনিৰ লেশ ॥
বিস্ময়ে গুণন্ত কপি সাগৰৰ মাজ।
পূৰ্ব্বে কথা কহিল সুগ্ৰীৱ কপিৰাজ ॥ ৪০৭১
হেট মাথা কৰি দেখে সাগৰক চাহি।
ছায়াত ধৰিয়া টানি নেই ছায়াগ্ৰাহী ॥
ছায়াত ধৰিয়া মোক নেস গিলিবাক।
আপোনাৰ প্ৰতিকাৰ কৰো থাক থাক ॥ ৪০৭২
পৰ্ব্বত সমান কৰি শৰীৰ বঢ়াইল।
দেখি আযাৰিকা কৌতুক বৰ পাইল ॥
তোক দেখি আজি মই ভৈলো মহাতুষ্ট।
চিৰকালে আহাৰ মিলিল হৃষ্ট পুষ্ট ॥ ৪০৭৩
এহি বুলি আযাৰিকা গগনে উধাইল।
পাতাল সদৃশ কৰি বেন্তগোট বাইল ॥
পৰ্ব্বত সমান জিহ্বা বদনে লৰয়।
বিকট দশন যেন শূলৰ আন্বয় ॥ ৪০৭৪
সামৰ সামৰ আযাৰিকা নিশাচৰী।
এহি বুলি হনুমন্ত হ্ৰস্ব দেহা কৰি ॥
গৰ্ভত পশিলা গৈয়া আতি বৰ বেগে।
উখসিল পেট যেন জলন্ধৰ ৰোগে ॥ ৪০৭৫
গৰ্ভত পশিয়া বীৰে কৰি মহাকোপ।
নাড়ীচয় ছিৰিয়া গলত দিলা সোপ ॥
কৰে চট্ ফট্ তাই নপাৰে উশাস।
চক্ষু উলটায়া ঘোৰ তেজিলে আটাস ॥ ৪০৭৬
নখ দুই ফুলিলন্ত হৃদয়ৰ মাজ।
মৰ্ম্মথান ভেদি কপিৰাজ ভৈল বাজ ॥
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল।
আযাৰিকা কতো দূৰ জুৰিয়া পৰিল ॥ ৪০৭৭
হনুমন্ত বীৰৰ দেখিয়া পৰাক্ৰম।
দেৱ মুনি গন্ধৰ্ব্বে সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥
মাৰিল যতেক তাই নাই আদি অন্ত।
কল্যাণে আসন্তো বীৰসিংহ হনুমন্ত ॥ ৪০৭৮
ইন্দ্ৰ আদি কৰি যাক ত্ৰিদশে ডৰান্ত।
অনেক দূৰৰ পথ পৱনো নযান্ত ॥
হেন জগতৰ বৈৰী মাৰিল বানৰে।
কীৰ্ত্তি থাকিলেক যাৱে চন্দ্ৰ দিবাকৰে ॥ ৪০৭৯
আকাশত শুনিলন্ত কাহিনী কহন্তে।
ত্ৰিদশৰ বৈৰক মাৰিলা হনুমন্তে ॥
দেৱতাৰ প্ৰসঙ্গতে কৌতুকক পাইল।
আকাশ গমনে কপি সমুদ্ৰ ছেৰাইল ॥ ৪০৮০

#### হনুমন্তৰ লঙ্কা দৰ্শন

লঙ্কাপুৰী দেখিলন্ত ত্ৰিকূট উপৰে।
দুতী অম্ৰাৱতী যেন সমুদ্ৰ ভিতৰে ॥
সুবেল গিৰিৰ শৃঙ্গ আতি বিতোপন।
তহিতে পৰিলা গৈয়া পৱননন্দন ॥ ৪০৮১
সুবেলত বসিয়া গুণন্ত মহাবীৰ।
প্ৰয়াস নভৈল মোৰ সুস্থসে শৰীৰ ॥
সাগৰ তৰিয়া আইলো ইটো কোন গহ।
কোটি যোজনক যাইবো তাকো আছে সাহ ॥'৮২
শতেক যোজন আইলো ইটো কোন কাজ।
ইসব কাহিনী কহিবাকো লাগে লাজ ॥
তৰিলন্ত সাগৰ নভৈল কিছু শঙ্কা।
সুবেলত বসিয়া বীৰে দেখিলন্ত লঙ্কা ॥ ৪০৮৩
মাথা তুলি দেখন্ত আদিত্য অস্ত যান্ত।
কৰযোৰে হনুমন্তে দিলন্ত সিদ্ধান্ত ॥
জানু শিৰ কৰি জুৰিলন্ত যোৰহাত।
ত্ৰৈলোক্যৰ দীপ বুলি নমিলন্ত মাথ ॥ ৪০৮৪
খানিতেক তন্তিয়োক ৰামকাৰ্য্য সাওঁ।
দিবাভাগে লঙ্কাৰ গড়ক ফুৰি চাওঁ ॥
হেন শুনি তুষ্ট ভৈলা কাশ্যপনন্দন।
দেখি হনুমন্তৰ হৰিষ ভৈল মন ॥ ৪০৮৫
সুবেলৰ হন্তে বীৰ দৃষ্টিবলাই চান্ত।
দিবা ভাগে লঙ্কাৰ গড়ক দেখিলন্ত ॥

সুবেলৰ নামি নগৰীক লাগি যান্ত ।
অনেক বনক হনুমন্তে দেখিলন্ত ॥ ৪০৮৬
গুঞ্জৰিত শবদে ভ্ৰমৰা মধুপান ।
পদ্মিনী দিঘী জলাশয় বন্য থান ॥
সৰল পিয়াল খৰ নিখৰ খৰ্জ্জুৰ ।
শাল তাল তমাল গমাৰি বীজপুৰ ॥ ৪০৮৭
অশ্বথ কপিত্থ বট নাৰঙ্গ বদৰ ।
তেন্তেলি কণ্টকি আম জাম নাগেশ্বৰ ॥
খাজুৰি হাৰিঠা আমলখি ডহাফল ।
ছাতিয়াল গুৱা নাৰিকেল যে শ্ৰীফল ॥ ৪০৮৮
সলঙ্গা মহৰি আৰু কমলা টেঙ্গৰা ।
কৰ্দ্দৈ পিচুমৰ্দ্দক যে সোলঙ্গা আমৰা ॥
কদম্ব গুলাল পাৰিজাতক অশেষ ।
সেৱতী মালতী গুটিমালী যে বিশেষ ॥ ৪০৮৯
বাৰয় বসন্তে অনুকূলে বহে বাৱ ।
ষড়ঋতু নছাৰয় কোকিলৰ ৰাৱ ॥
অনেক আছয় পশু চটক অশেষ ।
সুৱৰ্ণ মাণিক মণি ৰতন বিশেষ ॥ ৪০৯০
সাগৰে উথাৰি থৈল মুকুতাৰ দাম ।
চিত্ৰ বিচিত্ৰ তাক দেখি অনুপাম ॥
লঙ্কাৰ সমীপ বনে দিনগোট নিল ।
গধূলিকা বেলা বীৰে পৰামৰিশিল ॥ ৪০৯১
ইসব শৰীৰে যেৱে পেষওঁ নগৰ ।
ৰাক্ষসে বান্ধিয়া ফুৰাইবে ঘৰে ঘৰ ॥
বিৰাল সমান সঙ্কুচিত কলেৱৰে ।
হনুমন্তে চড়িলন্ত প্ৰাক্ষিৰ উপৰে ॥ ৪০৯২
গোধূলিকা বেলা শ্ৰী দেখিলা লঙ্কাৰ ।
দুতী অমৰাৱতী যেন জগততে সাৰ ॥
অনেক প্ৰৱন্ধে বিশ্বকৰ্ম্মেসে নিৰ্ম্মিল ।
লঙ্কা বেঢ়ি সুৱৰ্ণৰ গড় প্ৰাক্ষি দিল ॥ ৪০৯৩
অনেক যোজন পথ গগনে উধাৱ ।
সুৱৰ্ণ মাণিক মণি জ্বলে ঠাৱে ঠাৱ ॥
ঠাইখান দেখিলন্ত বহল বিস্তাৰ ।
গড়গোটে বেঢ়ি আছে সকলে লঙ্কাৰ ॥ ৪০৯৪
নানা যন্ত্ৰ সাজি তাত আছে শাৰী শাৰী ।
দেৱাসুৰ সবে তাঙ্ক লঙ্ঘিতে নপাৰি ॥
বিষম সঙ্কট আতি দুৰ্গমৰ থান ।
দেখি চিন্তাবিষ্ট ভৈলা বীৰ হনুমান ॥ ৪০৯৫
অঙ্গদ সুগ্ৰীৱ নীল আমি সমে চাৰি ।
এতেকেসে সাগৰক তৰিবাক পাৰি ॥
শতেক যোজন পথ সাগৰক তৰি ।
ইঠাৱক বানৰ আসিবে কেনে কৰি ॥ ৪০৯৬
বানৰবৰ্গৰ ইঠাৱত কোন কাম ।
কিবা কৰিবন্ত আসি দাশৰথী ৰাম ॥
ৰাম লক্ষ্মণ যাতো অচিন্ত্য প্ৰভাৱ ।
সি কাৰণে মনত কিঞ্চিত দিওঁ ঠাৱ ॥ ৪০৯৭

হনুমন্তৰ লঙ্কা প্ৰবেশ আৰু লঙ্কাৰ বৰ্ণনা

পাচ কাৰ্য্য থাকোক চিন্তিবো আগ কাজ ।
ডেৰ দিয়া পৰিলন্ত নগৰৰ মাজ ॥
ঠাৱে ঠাৱে দেখন্ত ৰাক্ষসে পঢ়ে বেদ ।
শাস্ত্ৰসব পঢ়ন্ত শুনন্ত অবিচ্ছেদ ॥ ৪০৯৮
সুৱৰ্ণৰ হংস লড়ু আলি চক্ৰবাক ।
সুৱৰ্ণৰ শৰালি উদয় জাকে জাক ॥
সুৱৰ্ণৰ ময়না ভাটৌ চুটিয়া শালিক ।
সুৱৰ্ণৰ কপৰতি ফিঞ্চা পুণ্ডৰীক ॥ ৪০৯৯
ৰঙ্গথানে কৌতুহলে ৰাক্ষস মিলিলা ।
কৌতুহলে খেলাৱয় সুৱৰ্ণৰ ঘিলা ॥
ভণ্টা খেড়ি খেলাৱয় কতো খেলৈ ঝুন্টি ।
ঠাৱে ঠাৱে ক্ৰীড়া কৰে আকুটি ভ্ৰুকুটি ॥ ৪১০০
ছৱাল মেলেক সবে কৰে হাতাহাতি ।
মাল বান্ধে যুজয় দেখিতে ভাল আতি ॥
ঢোপ খেড়ি খেলাৱয় কতো লুনি লুনি ।
গুৱাল গুৱালী খেলে আনন্দিত শুনি ॥ ৪১০১
ফল ফুল টোকৰা আৱৰ জুৱা পাশ ।
দলি যুজ খেলে কতো লৱৰি হতাশ ॥
ৰাক্ষসযূথক দেখিলন্ত হনুমন্তে ।
ৰাৱণক সেৱা কৰি ঠাৱক আসন্তে ॥ ৪১০২

কতোহো সুন্দৰ দেহা কামৰ সমান।
কতো শিৰ দীঘল লম্বিত দুই কাণ ॥
হাণ্ডী শৃগালীৰ বৰ্ণ বিহাড়া সোগড়া।
বিকৃত খসুৰা লালি গণ্ডা কুজা খোবা ॥ ৪১০৩
অন্ধলাৰ কান্ধত পেঙ্গুৰা যাই চড়ি।
পেঙ্গুৰাৰ উদ্দেশে অন্ধলা কাঢ়ে ভৰি ॥
কতো কুজা কতো খোবা কতোগোট কলা।
কতোহো নাৰঙ্গা সোভা কুণ্ডলীয়া শোলা ॥'০৪
চালিয়া বিলুনিয়া পিহঁয়া কতো গোধা।
গলণ্ডীয়া কতোহো সুনিয়া জোলা জোধা ॥
যাৰ মহা প্ৰতাপে স্বৰ্গত লাগে চাঙ্গ।
ধনুৰ্দ্ধৰ বীৰ কোন্তকৰ ৰণ ৰঙ্গ ॥ ৪১০৫
কতো নিশা যান্তে ভৈল চন্দ্ৰমা উদয়।
দশোদিশ প্ৰসন্ন খণ্ডিল তমোময় ॥
সহায় ভৈলন্ত চন্দ্ৰ বায়ুৰ পুত্ৰৰ।
হনুমন্তে কৌতুকে ফুৰন্ত ঘৰে ঘৰ ॥ ৪১০৬
শুনা সভাসদ পদ কথা ৰামায়ণ।
অমৃততোধিক ইসে কৰয় শোভন ॥
সংসাৰ তাপত ইসি কৰয় নিস্তাৰ।
বোলা ৰাম ৰাম হৌক পুৰুষ উদ্ধাৰ ॥ ৪১০৭

———

পদ

শঙ্খিনী চিত্ৰিনী নাৰী পদ্মিনী হস্তিনী আদি
ত্ৰিভুৱনে যতেক সুন্দৰী।
দিগ্‌বিজয়ত সাজি দেৱাসুৰ ৰণে জিনি
লঙ্কেশ্বৰে আনিলেক হৰি ॥
মন্ত্ৰী পাত্ৰ সমস্তত সমৰ্পিয়া ৰাজ্যভাৰ
তেসম্বে সহিতে কৰে ক্ৰীড়া।
নাকত আঙ্গুলি দিয়া বোলন্ত পৱনসুত
কিনো ভৈল জগতৰে পীড়া ॥ ৪১০৮
হৰি হৰি গোসানীক পৰিচয় নভৈলোহো
খুজি পাইবো কমন প্ৰকাৰে।
দেৱ দেৱী প্ৰসাদত ইঙ্গিতে জানিবো মই
পতিব্ৰতা ধৰ্ম্ম ব্যৱহাৰে ॥

এহি বিমৰিষ কৰি ডেৰ দিয়া পৰিলন্ত
সেনাপতি প্ৰহস্তৰ ঠাৱে।
তাত পাচে মহাপাৰ্শ্ব ওৱাৰি পশিল গৈয়া
শৰদ নকৰে যেন পাৱে ॥ ৪১০৯
কুম্ভকৰ্ণ বীৰৰ যে ওৱাৰি পশিল বীৰ
আতি বৰ বহল বিস্তাৰ।
তৈতো সীতা গোসানীক খুজি লুৰি নপাইলন্ত
বিভীষণ থানে পয়োসাৰ ॥
লোমকৰ্ণ অশ্বকৰ্ণ সঙ্কুৰ্ণ ৰাক্ষসৰ
বিদ্যুজ্জিহ্ব হস্তীৰ বদন।
অৰ্দ্ধকেতু অৰ্দ্ধগ্ৰীৱ মত্তগ্ৰীৱ নিকুম্ভৰ
কুম্ভৰ যে যতেক ভৱন ॥ ৪১১০
সবাহাৰে চাহিলন্ত পিড়া কান্হি কৰন্ধত
খুজি লুৰি নপাইলা উদ্যানে।
খুপিৰ ভিতৰে পশি ৰন্ধন শালাৰ ঘৰে
খুজিলন্ত নানাবিধ থানে ॥
নাদ নাম নিশাচৰে শোণিতাক্ষ ওৱাৰিত
খুজিলন্ত আতিশয় যত্নে।
তাত পশি ৰাৱণৰ ওৱাৰি পশিলা গৈয়া
চতুৰ্ভিতি বেঢ়ি জ্বলে ৰত্নে ॥ ৪১১১
আতি প্ৰতিবন্ধে তাক বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত
সুৱৰ্ণ মাণিক থানে থানে।
চন্দ্ৰ আদিত্যতোধিক আতি বিতোপন জ্বলে
দেখিলন্ত বীৰ হনুমানে ॥
ওৱাৰি মধ্যত দিব্য থানখান দেখিলন্ত
আতি বৰ বিস্তাৰ গহন।
নিৰ্ম্মল কমলসব পৰিমল বৃক্ষচয়
সুগন্ধিত বহয় পৱন ॥ ৪১১২

——

পদ

তৈতো খুজি লুৰি নপাই সীতাক হতাশ।
ধৌলিৰৰে পশিলন্ত দ্বিতীয় কৈলাস ॥
সুৱৰ্ণৰ সূৰ্য্যৰ দিন ৰজতৰ শশী।
দিন ৰাতি নজানিয় ওৱাৰিত পশি ॥ ৪১১৩

সুৰ্ণৰ যত কাম মাণিকে টহক।
ৰাতি দিন নজানয় জ্বলে ভক ভক ॥
নাগৰ ভৱন লিখি আছে সমুদায়।
হাসো হাসো কৰে যেনে মাতিলে পৰায় ॥ '১৪
বৈজয়ন্তী নামে আছে ইন্দ্ৰৰ ওৱাৰি।
তাতো উপাধিক আক বুলিবাক পাৰি ॥
কান্তা মণ্ডপত সবে দেখিলা অশেষ।
সুনিৰ্ম্মল জল তাত পুখুৰী বিশেষ ॥ ৪১১৫
সৰ্ব্বাঙ্গ দৰ্পণ থৈয়া আছে ঠাৱে ঠাৱে।
কৌতুহলে লঙ্কানাথে চাহিবাক পাৱে ॥
সহস্ৰ সংখ্যাত ঘোড়া অনেক লাখৰ।
ৰাতি দিনে কছাই থাকে সোণৰ পাখৰ ॥৪১১৬
ৰাউতসব সুশিক্ষিত বৈৰত পৰায়।
হেন দেখি লাম্ফ দিয়া গগনে উৰায় ॥
হস্তীসবক চায়া থাকয় সচকিতে।
ভাৰ্গৱৰ সদৃশ মাহুত সসম্ভ্ৰমে ॥ ৪১১৭
উত্তম সিন্দুৰে সুমণ্ডিত গণ্ডস্থলে।
ঐৰাৱত হস্তীকো জিনিতে পাৰে বলে ॥
সৰ্ব্বগাৱ মণ্ডিত শোভন গণ্ডস্থল।
পৰ্ব্বত কন্দৰ যেন কপাল বহল ॥ ৪১১৮
তূণে কাণ্ড ভৰি সবে আছে ধনুৰ্দ্ধৰ।
সচকিত থিত খাণ্ডাইত কোন্তকৰ ॥
কতেক বৰ্ণাইবো তাৰ সৈন্যক অপাৰ।
স্বৰ্গৰ দেৱক জিনি আছে বাৰে বাৰ ॥ ৪১১৯
একেখানে আছে সাপে নেউলে ছাগে বাঘে।
মূষকে চাচৰি কৰে বিড়ালৰ আগে ॥
ঘোটকে মহিষে সিংহে গজে এক ঠাৱে।
কাকো কেৱে নঘালয় ৰাৱণ প্ৰভাৱে ॥ ৪১২০
হেন অদভুত যেৱে হনুমন্তে দেখি।
কতো দূৰে দেখিলন্ত বিদগধ পখী ॥
মনুষ্যৰ ৰাৱ কাঢ়ে সকল কালিকা।
ময়না ঘৰৱা ভাটৌ চুটীয়া শালিকা ॥ ৪১২১
কতো কতো কন্তে পূৰে ৰঢ়ে ঢোণ্ডাকাক।
সম্যকে ভষাৱৈ যেন মনুষ্যৰ বাক ॥
কন্যাসবে বচন শুনন্ত কৌতুহলে।
সৰ্ব্বদায়ে ভুঞ্জাৱে পায়স মধুফলে ॥ ৪১২২
সীতাক খোজন্ত বীৰে নিৰ্জ্জন থানত।
একোৱে প্ৰকাৰে নপাই বিকল মনত ॥
চিন্তা কৰে হনুমন্ত বিকল স্বভাৱ।
কতো দূৰে শুনিলন্ত আনন্দৰ ধাৱ ॥ ৪১২৩
কিঙ্কিণীৰ শৱদ শুনিয় ৰিণি ৰিণি।
সাক্ষাতে লক্ষ্মী অৱতৰিলন্ত যেনি ॥
পুষ্পক বিমান তিনি ত্ৰৈলোক্যে প্ৰখ্যাত।
ডেৱ দিয়া হনুমন্তে চড়িলন্ত তাত ॥ ৪১২৪
পুষ্পক যে নাম সিটো উত্তম বিমান।
তাত পৰে নাহি আন স্বৰ্গে দিব্যযান ॥
পূব পশ্চিম এক প্ৰহৰৰ পথ।
উত্তৰ দক্ষিণে বিস্তাৰিত সেহিমত ॥ ৪১২৫
তাহাৰ সমীপে আছে উত্তম ওৱাৰি।
তাৰ গুণ বৰ্ণাইবাক প্ৰৱন্ধেসে পাৰি ॥
তাহাক বুলিয় চিত্ৰকূট বাসঘৰ।
ক্ৰীড়াৰ ভুৱন খান মুখ্য ৰাৱণৰ ॥ ৪১২৬
স্বৰ্গ মৰ্ত্ত্য পাতালৰ যতেক সুন্দৰী।
সাৰ কঢ়া কৰি থৈল একখান কৰি ॥
হনুমন্তে খোজে দুই প্ৰহৰ নিশাত।
দেখিলন্ত কন্যাগণ ৰত্নৰ শয্যাত ॥ ৪১২৭
লঙ্কেশ্বৰে যাক যেন নিয়মিয়া থৈল।
নৃত্য গীত কৰিয়া প্ৰয়াসে নিদ্ৰা গৈল ॥
কতো নাৰী নৃত্য কৰি শুতিল ভাগৰে।
হাতত কেন্দৰা পাৱে সোণাৰ ঘাগৰে ॥ ৪১২৮
কামে নিদ্ৰা গৈলেক মৃদঙ্গ ধৰি কোলে।
স্বামী বুলি বুলি তাকে নিদ্ৰাত সম্ভোলে ॥
কতো কতো সুন্দৰী শয্যাত নিদ্ৰা গৈলি।
কালিণী খোপাৰ মাজে বিহৰিল চেলি ॥ ৪১২৯
কাহাৰো শয্যাত লুলে সাতেসীৰ হাৰ।
স্বৰ্গত যেহেন জিকিমিকি কৰে তাৰ ॥
বদন কমল যেন পূৰ্ণ শশীকলা।
গান্থিবাৰ আছে যেন পঙ্কজৰ মালা ॥ ৪১৩০

আউৰৰ গাৱত আউৰে তুলিলেক ভৰি।
কতোজনী অচেতনে পাৰয় ঘোজ্ঞৰি ॥
কতোজনী শুতিল কাহাকো কেৰে জড়ি।
সিথানৰ হন্তে মাথা থাকিল বিহৰি ॥ ৪১৩১
বক্রভাৱে শুতিলেক ৰঞ্জাইত কটি।
ভঙ্গিভাৱ কৰি যেন ৰঙ্গে নাচে নটী ॥
বীণা বামকৰে ধৰি শুতিলা সুন্দৰী।
কতোজনী শুতিল মৰুত কোলে ধৰি ॥ ৪১৩২
কতোজনী নিদ্রা গৈল মৃদঙ্গ সাবটি।
স্বামী বুলি ধৰে তাকে দাবতি দাবতি ॥
ৰত্নৰ শয্যাত কেহো শুইল মহাসুখে।
আগে পাচে দুই হাত পিঠি কৰি মুখে ॥ ৪১৩৩
হনুমন্তে বিচাৰি ফুৰন্ত শাৰা শাৰী।
কন্যাসকলৰ সবে ৰূপক বিচাৰি ॥
তত্তুল্য সমান সবে ৰূপক আকলি।
সবাতো কৰিয়া সীতা ৰূপত আগলী ॥ ৪১৩৪
সীতা যেৱে ৰূপে গুণে নোহন্ত অধিক।
ৰাৱণ নৃপতি হৰি আনিবেক কিক ॥
কতো বেলি আছিলন্ত কৰি বিমৰিষ।
মধ্য ওৱাৰিৰ কপি ধৰিলন্ত দিশ ॥ ৪১৩৫
জয় ৰামচন্দ্র দেৱ প্রভু মহেশ্বৰ।
ৰঘুকুল কমল প্রকাশ দিনকৰ ॥
জন্মে জন্মে মোৰ তযু পদে ৰতি হৌক।
বোলা ৰাম ৰাম যত সভাসদ লোক ॥ ৪১৩৬

---

## ছবি

ওৱাৰি মধ্যত দিব্য ভিন্টি এক দেখিলন্ত
সুৱৰ্ণ মাণিক ৰত্ন কৰ্ম্মে।
দিব্য কন্যা এক আছে ক্রীড়াৰ ভুৱনী তাই
শুইল গৈয়া পিন্ধি নেত ক্ষৌম্যে ॥
অনেক সুন্দৰী সবে ৰাজাৰ গাৱত ধৰি
শুতিলেক আতি মনৰঙ্গে।
ডাঙৰ বৃক্ষক যেন নানা ভাৱে বেঢ়ি আছে
কোমল মাধৱীলতা সঙ্গে ॥ ৪১৩৭

## দুলড়ী

এৰৈকক সুন্দৰী ৰূপক দেখন্তে
সূৰ্য্যেয়ো ৰথ নবায়।
আন দিশি চক্ষু বলাইতে নোৱাৰি
এৰৈকক কন্যাক চাই ॥
হৰি হৰি কেনে প্রাণ ধৰি আছে
আসম্বাৰ নিজ স্বামী।
কতেক নৰক সঞ্চিলে পাপিষ্ঠ
ৰাৱণায়ে অধোগামী ॥ ৪১৩৮
সুন্দৰীগণৰ অঙ্গ পৰশনে
অধিক ঘুমটি চৰে।
ঘোজ্ঞাৰি শৰদ যেহেন শুনিয়
নিশানত বাৰি পৰে ॥
কুৰিখান বাহু শয্যাত লুলেই
বিপক্ষৰ হৰে দৰ্প।
পাঞ্চ পাঞ্চ শিৰে যেহেন দেখিয়
কুৰিগোটা কালসৰ্প ॥ ৪১৩৯
যতেক যতেক প্রহাৰ কৰিল
ঐৰাৱত দন্ত ঘাৱে।
বামস বান্ধিয়া পালপি আছয়
ৰাৱণ ৰাজাৰ গাৱে ॥
ত্রৈলোক্য মোহিনী দিব্য কন্যাজনী
কুণ্ডলে মণ্ডিত কৰ্ণ।
উন্নত জঘনী গজেন্দ্রগামিনী
নুহি সুৱৰ্ণৰ বৰ্ণ ॥ ৪১৪০
বদন কমল আতি সুনির্ম্মল
উন্নত কঠিন স্তন।
নাভি সুগভীৰ ত্রিবলী বলিত
উদৰ পীন জঘন ॥
উৰু যে যুগল সুৱৰ্ণৰ তল
সাক্ষাতে ৰামকদলী।
ত্রৈলোক্য মোহিনী দিব্য কন্যাজনী
সোণাৰ যেন পুতলী ॥ ৪১৪১

সোণাৰ আৰোহে ৰহি হনুমন্ত
বীৰে ভালমতে চাইল।
ত্ৰৈলোক্য মোহিনী দিব্য কন্যাজনী
মাৰুতিয়ে ভেট পাইল॥
আতি ৰূপ গঢ় দেখি হনুমন্ত
নামিলা তাহাৰ হন্তে।
সিথানে পোথানে ফুৰি ফুৰি বীৰে
চাহিলন্ত ভালমতে॥ ৪১৪২
ৰাৱণ ৰাজাৰ হৃদয়ে চাপিয়া
ধৰিয়া আছয় গলে।
কাল পৰ্ব্বতক বেঢ়ি যেনমতে
বিজুলী আচাৰে জ্বলে॥
আতি ৰূপৱতী দেখি হনুমন্তে
বিস্ময় ভৈল অদ্ভুত।
ইহান ৰূপেসে নিতে মূৰ্চ্ছা যান্ত
দশৰথ নৃপ সুত॥ ৪১৪৩
নমো ৰঘুপতি অগতিৰ গতি
তুমি দেৱ কৃপাময়।
তোমাৰ চৰিত পৰম অমৃত
মুকুতিকো বিড়ম্বয়॥
হেনয় তোমাৰ চৰণ পঙ্কজে
নুগুচোক মোৰ মতি।
সমস্ত সমাজে ডাকি ৰাম বোলা
পাপ যাউক অধোগতি॥ ৪১৪৪

---

হনুমন্তৰ খেদ আৰু সীতাদৰ্শন

পদ

হনুমন্তে বোলন্ত জনক জীউ সীতা।
হেনসে বিপত্তি ৰাঘৱৰ বিবাহিতা॥
জনক জীউৰ অঙ্গ ৰাৱণৰ গাৱে।
বিপ্ৰৰ কপিলা যেন চণ্ডালৰ ঠাৱে॥ ৪১৪৫
হৰি হৰি আই তোৰ হেন ভৈল গতি।
ৰাঘৱৰ ভাৰ্য্যাৰ অধম ভৈল পতি॥
হনুমন্তে কান্দে লোহ গলছন্তে হাতে।
হেনসে বিপত্তি ভৈল বিধিৰ বিঘাতে॥ ৪১৪৬
উত্তম কুলৰ বধূ ৰাঘৱৰ নাৰী।
অশোধনে হেন থলে বুলিতে নোৱাৰি॥
চিত্ত দৃঢ় কৰি বীৰে আলোচন্ত কাজ।
জনকনন্দিনী হেন নুহিব নিলাজ॥ ৪১৪৭
পুনৰপি মনত গুণন্ত হনুমান।
কদাচিতো নকৰিবা অমদ্যক পান॥
আউঠ হাতৰ বেণী শুনিয়াছো ভাল।
কেশ জুখি মুখ নুঙ্গি লৈবোহো প্ৰমাণ॥ ৪১৪৮
এহি বুলি কেশ তাৰ মেলিয়া জুখিল।
আউঠ হাতৰো এক বিগতে নাটিল॥
কেশ জুখি প্ৰমাণ নপাইল হনুমন্ত।
ওচৰ চাপিয়া মুখগোট সুঙ্গিলন্ত॥ ৪১৪৯
মুখ সুঙ্গি চাহন্তে মদ্যৰ পাইল ঘ্ৰাণ।
বোলন্ত জানকী নুহিব হেন থান॥
ৰাঘৱৰ বল্লভা জানন্ত ধৰ্ম্মাধৰ্ম্ম।
প্ৰাণ যাহন্তেও নকৰিবা হেন কৰ্ম্ম॥ ৪১৫০
শুনিয়াছো ৰাৱণৰ প্ৰিয়া পটেশ্বৰী।
ময়দানৱৰ জীউ এহি মন্দোদৰী॥
চিত্ত থিৰ কৰিলন্ত বীৰ হনুমন্তে।
সচকিতে বাজ ভৈলা ওৱাৰিৰ হন্তে॥ ৪১৫১
পুষ্পক বিমানে চাহিলন্ত নিৰন্তৰে।
হাস্তিশালে চাহিলন্ত মন্দিৰাৰ ঘৰে॥
প্ৰবেশিলা মাৰুতি খুজিয়া বহুদূৰ।
বিত বিত কৰিয়া চাহিলা অন্তেষপুৰ॥ ৪১৫২
তুনাই মাৰুতি গৈয়া প্ৰাঙ্কীত চড়িয়া।
বিলাপ কৰন্ত কপি সষ্টাঙ্গে পৰিয়া॥
হা বিধি কি কৰ্ম্ম কৰিলো হৰি হৰি।
লঙ্কাত নাহিকা ৰামদেৱৰ সুন্দৰী॥ ৪১৫৩
হেনমতে চাহিলো মোহোৰ প্ৰতিবন্ধে।
জানিলো নিজীয়ৈ আই দেখি দশস্কন্ধে॥
বাৱণৰ আতাস বিতাস ৰূপে ডৰি।
চমৎকাৰ দেখি আকাশতে গৈলা মৰি॥ ৪১৫৪

নুহিকে বা আনন্তে বা পৰিল সাগৰে।
গোসানীক ভুঞ্জিলেক মৎস্য যে মগৰে ॥
নুহি তেৰে লঙ্কাতে বা স্বামীত ভকতে।
মৰিলা গোসানী মাৰ নিৰাহাৰ ব্ৰতে ॥ ৪১৫৫
আশা ভঙ্গে কিবা আদেশিলেক ৰাৱণে।
গোসানীক ভুঞ্জিলেক ৰাক্ষসিনীগণে ॥
মই লৰি গৈলে বৰ মিলিবে বৃত্তান্ত।
সীতাৰ নপায়া বাৰ্ত্তা ৰামো নিজীৱন্ত ॥ ৪১৫৬
অনন্তৰে লক্ষ্মণেয়ো এৰিবন্ত জীৱ।
মিত্ৰৰ কাৰ্য্যত থাকি মৰিবা সুগ্ৰীৱ ॥
ভৰতে শুনিবে প্ৰাণ সঙ্কলিল ৰামে।
পানৈ শিৰে ধৰিয়া মৰিব নন্দীগ্ৰামে ॥ ৪১৫৭
বিকলে মৰিব সবে অযোধ্যাৰ লোকে।
কৌশল্যা সুমিত্ৰা মৰিবন্ত পুত্ৰশোকে ॥
স্বামীৰ সন্তাপে বিকলিত কৰি হিয়।
তাৰা লোমা মৰিবন্ত সুষেণৰ জীৱ ॥ ৪১৫৮
মাৱৰ বাপৰ শোকে দগ্ধ কলেৱৰ।
পাচে প্ৰাণ এৰিবন্ত অঙ্গদকুমাৰ ॥
ৰাজ্যত বাঢ়িব সবে লটক তস্কৰ।
মনুষ্যে মাৰিব সবে ভালুক বানৰ ॥ ৪১৫৯
উপজিলো পৃথিৱীত ভাৱ বিপৰীত।
কিসক নযায় প্ৰাণ লঙ্কা নগৰীত ॥
মই উপজিলোহো অধম পাপাচাৰ।
সদ্গতি নভৈল মোৰ জ্ঞাতি দ্ৰোহীয়াৰ ॥৪১৬০
সাগৰ তীৰত নিয়া সঞ্জালোহো বুলি।
বহ্নিকুণ্ড জ্বালো মই মৰিবাক বুলি ॥
সাগৰত জাম্প দেওঁ খাউক জলজন্তু।
বাৰ্ত্তাক নপায়া ৰাম আশা তেজিৱন্ত ॥ ৪১৬১
এহি বুলি মাৰুতিয়ে মাথা তুলি চাইল।
অশোকা বনিকা খান দৰশন পাইল ॥
সম্পাতিৰ বচনক পৰিল মনত।
গোসানী আছন্ত এহি অশোক বনত ॥ ৪১৬২
কৌতুকত মাৰুতি নাচন্ত ছেৰে ছেৰ।
অশোক বনক লাগি কৰিলন্ত ডেৰ ॥
মহাবেগে পৰিলা শব্দ গৈল ঠাট।
সাগৰ মাজত যেন পৰিল নিৰ্ঘাত ॥ ৪১৬৩
ত্ৰাসত চটকসব বাস পৰিহৰি।
চিওঁ চিওঁ চপ চপ কতো গৈলা মৰি ॥
বনজন্তুসবত লাগিল কোলাহল।
আই বাপ বুলিয়া পলাই বনপাল ॥ ৪১৬৪
বিচুৰুতি ভৈলক লঙ্কাৰ যত জন।
তবধ কৰিল চক্ষু ৰাক্ষসিনীগণ ॥
কতো বৃক্ষ আগ ভাগি গুচিল আৰম্ভ।
উঝৰা ভিঠিত যেন থাকি গৈল স্তম্ভ ॥ ৪১৬৫
কতো বৃক্ষ ভাগি গৈল শৰীৰৰ বাৰে।
বিস্মাশব্দ শুনি আকাশে উবাৰে ॥
অশোক চম্পক পুষ্প নাগেশ্বৰ শিৰি।
হনুমন্ত ভৈলা যেন পুষ্পময় গিৰি ॥ ৪১৬৬
বনৰ কুসুমসব পৰৈ খসি খসি।
ধূলি ধূসৰিত কপি সাক্ষাতে তপসী ॥
সচকিত হুয়া চান্ত যান্ত ধুমি ধুমি।
বৃক্ষতলে দেখিলন্ত সুৱৰ্ণৰ ভূমি ॥ ৪১৬৭
সুৱৰ্ণৰ ভূমি কতো কতোহো ৰূপাৰ।
পোৱাল মুকুতা মণি জ্বলে জাতিষ্কাৰ ॥
নন্দন বনত আছে সুবিচিত্ৰ কাম।
অশোকা বণিকাখানো তাতো অনুপাম ॥ ৪১৬৮
ৰাৱণৰ আদেশে নিৰ্ম্মিলা বিশ্বকৰ্ম্মে।
ক্ৰীড়াৰ ভুৱন মণি মুকুতাৰ কৰ্ম্মে ॥
শিংশপা বৃক্ষক দেখিলন্ত কতোক্ষণে।
গুৰিগোট বেঢ়ি আছে ৰাক্ষসিনীগণে ॥ ৪১৬৯
বিকৃত বিভাষ কতো পেচাৰ স্বভাৱ।
ভেঙ্গুৰা স্বভাৱ কতো দেখিতে কুভাৱ ॥
কতো উৰ্দ্ধনাসিকা হস্তীৰ যেন শুণ্ড।
গাৱগোট কৃশ দেখি লোটৰিয়া মুণ্ড ॥ ৪১৭০
কতো নাক চেপেটা পতিলাগোটমান।
গাৱত পৰয় হালি কুলা হেন কাণ ॥
অজমুখী গোমুখী শূকৰ শ্বানমুখী।
গোলৈপেটী উৰু হাতে নপাৱয় ঢুকি ॥ ৪১৭১

বিহৰিয়া আছয় হস্তীৰ যেন দান্ত।
ছাগলৰ হেন মুখ সিংহৰ আক্রান্ত ॥
কেহো জনীৰ মুণ্ড কেশাইল যেন দল।
দুই তন লম্বিত সাক্ষাতে যেন ঢোল ॥ ৪১৭২
ওলমিল ওঠ যেন নেৰঠনি শিল।
ৰুধিৰ মাংসক খাই কৰে কিল কিল ॥
আলতাৰ বৰ্ণ কেহো পিঙ্গলীয়া কালী।
কতোহো কপিলী বগী হাণ্ডী যে শৃগালী ॥ '৭৩
কতো কাণী কতো খুৰী কতোহো গলণ্ডী।
কনৈয়াৰী গঞ্জকাৰী প্রচণ্ডী চামুণ্ডী ॥
আগ গুৰি সৰু যেন শিলিখাৰ ভাঞ্জ।
হাসন্তে দেখিয় যেন দশনৰ মাঞ্জ ॥ ৪১৭৪
আলখনী পিশাচনী কুলক্ষণী চাৰী।
এৰৈকক শোষতে পিয়ে মদ্য একো ঝাৰি ॥
এক পাৱ দুই পাৱ তিনি পাৱ চাৰি।
জিহ্বাখান মেলি থাকে শৰীৰ আবৰি ॥ ৪১৭৫
এক আখি দুই আখি কাৰো তিনি আখি।
দুই কাণ হালৈ যেন চটকৰ পাখি ॥
তাসম্বাৰ মাজে দেৱী সংসাৰতে সাৰা।
মেঘে যেন ঢাকি আছে সৰ্ব্বোত্তম তাৰা ॥৪১৭৬
কেশে যেন ঢাকি আছে চম্পক মল্লিকা।
ভস্মে যেন ঢাকি আছে অগনিৰ শিখা ॥
থূলন্তৰ মলিন বসন পৰিধানে।
বৃক্ষৰ মূলত আছা স্বামীক ধিয়ানে॥ ৪১৭৭
একগোটা চেলাৰি ভূমিত লুটি আছে।
চকিতা হৰিণী যেন চান্ত আগে পাচে ॥
হনুমন্তে দেখিয়া চকিত ভৈল মন।
মনে আলোচন্ত কিনো ৰূপ বিতোপন ॥ ৪১৭৮
সীতা হৰি যেতিক্ষণ আনিল ৰাৱণে।
ঋষ্যমুখে দেখিলো বানৰ পাঞ্চজনে ॥
সেহি থান ৰূপ গুণ সেহিসি লক্ষণী।
আউঠ হাতৰ কেশ একগোটা বেণী ॥ ৪১৭৯
ইহাৰ কাৰণে মৰিলন্ত নিশাচৰ।
বিৰাধ ত্রিশিৰা খৰ দূষণ অপৰ ॥
কবন্ধক মাৰিলেক বিকৃত পুৰুষেক।
শূৰ্পণখাৰ নাক কাণ কাটিলা প্রত্যেক ॥ ৪১৮০
বালীবধ কৰিলন্ত কৰি একশৰ।
সুগ্রীৱক কৰিলন্ত ৰায় ৰাজেশ্বৰ ॥
অচলা লক্ষ্মীক দিলা কিষ্কিন্ধ্যা নগৰী।
তাৰা লোমা মালা দিলা তিনি পটেশ্বৰী॥৪১৮১
মইও লঙ্কা আসিলো সাগৰ ভৈলো পাৰ।
ইহান কাৰণে ধন্য জীৱন আমাৰ ॥
কিনোটো অশক্য কৰ্ম্ম ৰাঘৱে কৰন্ত।
সীতা ব্যতিৰেকে কেনে প্রাণক এৰন্ত ॥ ৪১৮২
কেনমতে ৰাঘৱৰ হিত কৰি যাওঁ।
সীতা দেৱী শান্তি মই কেনে বাৰ্ত্তা পাওঁ ॥
পূৰ্ব্বদিকে ধৰল কোকিল কাক ৰড়ে।
দিনগোটা বঞ্চো কৈত কোন কাৰ্য্য পৰৈ॥ ৪১৮৩
হনুমন্ত আৰ ভৈলা পৰশিলা ৰাও।
ৰাৱণ প্রবোধ ওৰাৰিত বাজে চাও ॥
পৰবাসী লোকে জাগি কৰে কোলাহল।
হাত মুখ পখালি পন্থত পালে পাল ॥ ৪১৮৪
প্রাতঃকাল সঙ্কলিল ৰাৱণ ৰজাই।
একোৱে প্রকাৰে সীতা মনৰ নযায় ॥
শৰীৰ ভেদিল দৃঢ়তৰ পঞ্চবাণে।
সন্ধিত পঞ্চম বাণ হানিল পৱনে ॥ ৪১৮৫
সীতাক সুমৰি তাৰ মদন বিশাল।
বিচিত্র থানৰ হন্তে আসিল সকাল ॥
কৰ্পূৰ তাম্বুল খাইল মদন মোদক।
সীতাক সুমৰি তাৰ মনত খলক ॥ ৪১৮৬
জানকীক স্মৰি তাৰ নসহয় মন।
অশোকা বনক লাগি কৰিল গমন ॥
একেশ্বৰে ঠাৱ হন্তে লৰি সাতো আগ।
কন্যা সহস্রেক শীঘ্র বেগে লৈল লাগ ॥ ৪১৮৭
সুগন্ধ ধূপক ধৰি চাপিল সমীপ।
কেহোজনী ধৰি যায় ৰত্নৰ প্রদীপ ॥
আগৰ কস্তুৰী লৈয়া কনক ভৃঙ্গাৰি।
কৰ্পূৰ তাম্বুল যোগাৱয় কতো নাৰী ॥ ৪১৮৮

তাৰা হেন ঝাকি পাৱে এৰৈকক সুন্দৰী ।
কৰি হাত লোহাৰি চাপিল মন্দোদৰী ॥
সেৱা কৰি চলিল কামিনী কন্যাজন ।
অশোকা বনিকা গৈয়া পাইলা তেতিক্ষণ॥ ৪১৮৯
অলঙ্কাৰ শৱদ শুনিলা হনুমন্তে ।
মাথা তুলি দেখিলন্ত ৰাৱণ আসন্তে ॥
লাম্ফ দিয়া উজাইলন্ত হ্রস্ব দেহা কৰি ।
শিংশপা বৃক্ষত থিত পত্ৰহি আৱৰি ॥ ৪১৯০
ৰাৱণ আসয় দেখি জানিল ইঙ্গিতে ।
বায়ু পায়া কদলী কাম্পয় যেনমতে ॥
ঢাকি উৰু উদৰ বসিলা তৰুতলে ।
স্তন দুই ঢাকিলন্ত বাহুৰে যুগলে ॥ ৪১৯১
লাজে ভয়ে দেৱীৰ চক্ষুৰ বহে লোহ ।
সীতাক দেখিয়া ৰাৱণৰ বিয়ামোহ ॥
জয় জয় ৰঘুবংশতিলক ৰাঘৱ ।
যাৰ নাম লৈয়া তৰে ভৱ পৰাভৱ ॥ ৪১৯২
হেন ৰাম নাম যিটো সুমৰে সতত ।
কোনে কহিবেক পাৱে তাহাৰ মহত ॥
হেন ৰাম চৰণত পশিলো শৰণে ।
বোলা ৰাম ৰাম যত সভাসদগণে ॥ ৪১৯৩

---

সীতাৰ মন ঘুৰাবলৈ ৰাৱণৰ চেষ্টা আৰু
ৰাক্ষসিনীবিলাকৰ নানাবিধ ভয় প্ৰদৰ্শন

দুলড়ী

কতো দূৰ হন্তে ৰাৱণে মাতয়
সীতাৰ মুখানি চাই ।
লাজ পৰিহৰ ত্ৰৈলোক্য সুন্দৰী
এখানে পুৰুষ নাই ॥
তোৰ ৰূপ দেখি ব্যামোহ ভৈলোহো
থিৰ নোহে মোৰ গাৱ ।
এভো কি তোমাৰ খণ্ডিয়া নগৈল
হৰিবাৰ ভঙ্গ ভাৱ ॥ ৪১৯৪
মুখ তুলি মাত সৰস বদনী
দেখো মই চন্দ্ৰোদয় ।
অন্তৰ্গত মোৰ ত্বৰিতে খণ্ডোক
দাৰুণ এ তমোময় ॥
তোমাৰ ৰূপক কোনে বৰ্ণাইবেক
সকল গুণ সম্পন্নী ।
তিনিয়ো ভুৱনে আমি নৈয়ো দেখো
তোৰ থান বিতোপনী ॥ ৪১৯৫
তুমি যে সুন্দৰী ভুমিত আছাহা
মন্দোদৰী ৰত্ন শয্যাত ।
তথাপি তোমাৰ সদৃশ নোহয়
দেৱগৰ্ভে তুমি জাত ॥
তোৰ অঙ্গভাগে শোভা কৰৈ আতি
বিনা সব অলঙ্কাৰে ।
দেৱ যোগ্য যেৱে মণ্ডিত হোৱয়
কেনে সহে কাম ধাৰে ॥ ৪১৯৬
বনবাসী জটী তাপসীক এৰি
সীতা দেৱী মোক ভজা ।
তোমাৰ বাপযে জনক পাতিবো
পৃথিৱী মণ্ডলে ৰাজা ॥
তেহে যে আমাৰ শশুৰ ভৈলন্ত
দেখিবা কেন মহত ।
পৃথিৱীৰ ৰাজা সকলে খাটোক
জনকৰ চৰণত ॥ ৪১৯৭
ৰাৱণক লাজে ভয়ে পিঠি দিয়া
সীতায়ে দিলা উত্তৰ ।
ব্ৰহ্মাৰ নন্দন পুলস্তিৰ নাতি
তুমি ৰাজা লঙ্কেশ্বৰ ॥
চৈধ্যয় শাস্ত্ৰত আপুনি পাৰ্গত
বুজিয় ধৰ্ম্ম অধৰ্ম্ম ।
অযোগ্য বচনে শান্তী যে কন্যাৰ
কিসক জনিয় মৰ্ম্ম ॥ ৪১৯৮
কুনয় এৰিয়া ৰাজা লঙ্কেশ্বৰ
ধৰ্ম্মক ধৰা মনত ।
মোক নিয়া তুমি ঝাণ্ট কৰি দিয়া
ৰাঘৱৰ চৰণত ॥

প্ৰভুত ভকতি লীলায়ে সাধিয়া
নিৰ্ভয় কৰাইবো তোক।
ৰামৰ প্ৰসাদে চিৰকাল ভুঞ্জা
অকণ্টকে তিনি লোক ॥ ৪১৯৯
নুহি পৰদাৰা হৰিবাৰ ফল
অবিলম্বে তই পাইবি।
প্ৰভুৰ সুৱৰ্ণ পথায়া শৰত
সবান্ধৱে মৰি যাইবি ॥
সপুত্ৰ বান্ধৱে ছন্ন হৈব তোৰ
পিণ্ডকো নথৈব সঞ্চ।
এভো চক্ষু নথা পাপিষ্ঠ ৰাৱণ
মোহোৰ স্বামী নবঞ্চ ॥ ৪২০০
মোক কামভাৱে চাহন্তে ৰাৱণা
চক্ষুয়ো বাজ নভৈল।
ৰামৰ ভাৰ্য্যাক লাঘৱ বোলন্তে
জিহ্বায়ো খসি নগৈল ॥
আমাৰ প্ৰভু কি ঠাৱত নাহিকা
তোহোৰ ভাগ্যক পাই।
শাপি ভস্ম তোক আজি নকৰওঁ.
ধৰ্ম্মৰ পথক চাই ॥ ৪২০১
সীতাক চাহিয়া ৰাৱণ বোলয়
হাওৰে দুখিনী চাৰী।
নিৰ্ভৰ স্বৰূপে মাতন্তে আছহ
জানস স্ত্ৰীক নমাৰি ॥
মোৰ মুখ চাই উত্তৰ কৰস
হাওৰে দুৰ্জ্জনী জনী।
আগম পুৰাণ মোক বুজাৱস
কোন যে সাধ্বী কৰণী ॥ ৪২০২
স্বৰ্গ মণ্ডলক পৃথিৱী জিনিয়া
পাতাল কৰিলো বশ।
ত্ৰিদশ আসিয়া মোক সেৱা কৰে
তাপসীৰ গুণ কস ॥
এতিক্ষণে তোৰ স্বামী দেৱৰক
মাৰি পেলো একেশ্বৰে।

ৰাজ্য হৰুৱাই বিপাঙ্গে পৰিয়া
জীয়োক বন গোচৰে ॥ ৪২০৩
সীতায়ে বোলন্ত দুৰ্জ্জন ৰাৱণ
নমাত গৰ্ব্ব বিস্তৰ।
শান্তী কন্যা হৰি আনিবাৰ ফলে
দুখ পাইবি বহুতৰ ॥
প্ৰভুৰ আগত তই থিৰ হুইবে
ভালে জানো তোৰ গহ।
মোহোৰ আগত চক্ষুৱা নফাৰ
আনত ভাৱনা কহ ॥ ৪২০৪
স্বামী দেৱৰক পৰোক্ষত মূঢ়া
মুনিসাই পৰিহৰি।
লাজ বৈলখক ধোৱাক দিলেহে
আনিলেক চুৰি কৰি ॥
ৰাঘৱ স্বামীৰ আমি ধৰ্ম্মপত্নী
জ্বালস মোহোৰ শোক।
স্বামীৰ ইঙ্গিত পাইলে এতিক্ষণে
শাপি ভস্ম কৰো তোক ॥ ৪২০৫
নিৰ্ভয় নাৰীৰ আগত বাৱণা
মেলস আটাই টাই।
নিলাজ ভৈলেসে বৰ সুখে জীৱে
কৈতো ভাত কণ্ঠ লাই ॥
নাক কাটিবাৰ গুণেক আছয়
সুখে বহে খৰবাহা।
তোহোৰ বীৰত্ব বাম পাৱে মলছো
হাণ্ডি বান্ধি মৰিবে যাহা ॥ ৪২০৬
জয় জয় ৰঘু বংশ শিৰোমণি
ৰামচন্দ্ৰ কৃপাসিন্ধু।
তোমাৰ চৰণ পঙ্কজৰ মাগো
কৃপা মকৰন্দ বিন্দু ॥
তযু নাম মোৰ মুখে নছাৰোক
চৰণ নেৰোক মনে।
তেজি আন কাম বোলা ৰাম ৰাম
যত সমাজিক জনে ॥ ৪২০৭

পদ

সীতাৰ শুনিয়া হেন নৈৰাশ বচন।
ক্ৰোধে দশগ্ৰীৱ ভৈলা ৰকত নয়ন ॥
উৰু দুই কম্পাৱয় পিসে হাতে হাত।
কটাক্ষে ক্ৰোধিয়া আঙ্খোৱয় দশ মাথ ॥ ৪২০৮
গঞ্জ কৰি বোলয় ৰাখোক আসি ৰাম।
আজি খণ্ডাইবো তোৰ সীতা শান্তী নাম ॥
বলে ধৰো পাপিষ্ঠীক পৃথ্বী হুইবা সাক্ষী।
মোক স্বামী নবৰে ফুটিল দুই আখি ॥ ৪২০৯
গৌৰৱ প্ৰাণীসে উচিতত লৱে ঠাৱ।
হটিলেসে নীচ জন হোৱে শুদ্ধ ভাৱ ॥
গঞ্জ কৰি যাইল লঙ্কানাথ নিশাচৰ।
দেখি ক্ৰোধ জ্বলি গৈল বায়ুৰ পুত্ৰৰ ॥ ৪২১০
মনে মনে গৰ্জ্জন্ত নসহে তান বুক।
পাপিষ্ঠ ৰাক্ষসে আজি গোসানীক চোক ॥
মনে মনে বোলন্ত থাকিবি লবি কৈক।
হওঁ বায়ুপুত্ৰ আজি দিবো তোক সেক ॥ ৪২১১
পাৱত পাৱক দিয়া আজুৰিবো ভিৰি।
আৰৱ পাৱত ধৰি পেলাইবোহো ছিৰি ॥
লাথি মাৰি ভাঙ্গি এৰো দশ মাথা খুলি।
নুহি আজি মাৰি এৰো পাঞ্জৰক ফুৰি ॥ ৪২১২
ৰাঘৱৰ বৈৰ আজি নিদলি পেলাওঁ।
লাঞ্জে বান্ধি সাগৰত ভুবুৰি পকাওঁ ॥
গঞ্জ কৰি চলয় লঙ্কাৰ মহাৰাজ।
মন্দোদৰী বোলয় আসজ ভৈল কাজ ॥ ৪২১৩
পূৰ্ব্বকালে শাপি আছে নলযে কুবেৰে।
স্ত্ৰীবলে ধৰিলে মোহোৰ স্বামী মৰে ॥
আগবাঢ়ি মন্দোদৰী কৰিল প্ৰবোধ।
স্ত্ৰীসকলত প্ৰভু নুযুৱাই ক্ৰোধ ॥ ৪২১৪
তোমাৰ ক্ৰোধক নসহন্ত দেৱগণে।
পুৰণি কাহিনী প্ৰভু নপৰয় মনে ॥
আগবাঢ়ি মন্দোদৰী বুলিলেক বাণী।
হস্তীক অঙ্কুশে যেন পালটাই টানি ॥ ৪২১৫

ৰাৱণে বোলয় শুন ৰাক্ষসিনীলোক।
যেন তেনমতে সীতা বৰাই দিয়া মোক ॥
মাসা দুইক লাগি দিলো মই দিন ক্ষান্তি।
ইহাৰ ভিতৰে যেন সীতা বশ্য যান্তি ॥ ৪২১৬
শেন তল কুপতি বুলিয়োঁ সমুদায়।
যেন তেনমতে ভজে চিন্তিয়ো উপায় ॥
এতেক উপায়ে যেৱে বৰাইতে নপাৰি।
সবে হন্তে মিলিয়া সীতাক খাহা মাৰি ॥ ৪২১৭
ৰাক্ষসীলোকক ৰাজা কৰিয়া আদেশ।
কন্যাগণ সমে গৈয়া গৃহত প্ৰবেশ ॥
আশা ভঙ্গে লঙ্কেশ্বৰে পৰিৱৰ্ত্তি গৈল।
সীতাক ৰাক্ষসীলোকে ডৰাইবে লৈল ॥ ৪২১৮
কেহো বোলে ধৰ ধৰ কেহো বোলে মাৰ।
আলখনী চাৰীক ৰাখিয় কিয় আৰ ॥
ভজিবি বা নভজিবি বোল ঝাণ্ট কৰি।
ছিৰিবোহো নখে তোৰ হৃদয় বিদাৰি ॥ ৪২১৯
মাথাত কামোৰ দিয়া ছিণ্ডি এৰো শিৰ।
নুহি টেটু ছিণ্ডি পিউ তপত ৰুধিৰ ॥
এইটো মানুষী নাৰী সবাতো কোমল।
আশেষ তৃপিতি পাইবো গাৱে হৈব বল ॥ ’২০
সৰমা ৰাক্ষসী বোলে সীতা দেৱী শুন।
মই তোৰ জানো যত পতিব্ৰতা গুণ ॥
ৰাঘৱৰ আশাক দূৰতে পৰিহৰ।
এহি পতিব্ৰতা ধৰ্ম্ম ৰাৱণত কৰ ॥ ৪২২১
বিবিধ অঙ্গতে তোৰ লাগা অলঙ্কাৰ।
ৰূপত আমোদ তিনি ভুৱনত সাৰ ॥
ৰাঘৱৰ আশাক দূৰত পৰিহৰি।
ৰাজাত ভজিলে হুইবে ত্ৰৈলোক্য ঈশ্বৰী ॥ ’২২
তাই যেৱে এতেক বচন বুলি গৈল।
তাত পাচে বিকটা ৰাক্ষসী আসি ভৈল ॥
লোকৰে খোকৰে জানকীক পাৰে গালি।
ৰাৱণত ভজ তই মোৰ বোল পালি ॥ ৪২২৩
পুনৰপি বোলে তই সীতা কি কৰস।
ৰাম ৰাম বুলি তই মিছাত মৰস ॥

সিপাৰৰ পৰা হৰি আনিলে ৰাৱণে।
সাগৰক তৰি তোক নিব কোনজনে ॥ ৪২২৪
তোৰ কাজ কাৰণে মোহোৰ উঠে হাসি।
ৰাৱণক এৰি তাপসীক মন যাসি ॥
সুবৰ্ণক এৰিয়া পিন্ধস কাচ কাঠি।
সোণ এৰি সীতা তোৰ সনিয়াত গান্থি ॥৪২২৫
ত্ৰৈলোক্যৰ নাথ এৰি তাপসীক চাস।
পকা কণ্টকীক এৰি ডহাফল খাস ॥
তাই যেৱে এতেক বচন বুলি গৈল।
হয়মুখী নামে নিশাচৰী আসি ভৈল ॥ ৪২২৬
চিউৰ তলক লাগি ওলমিল ওঠ।
মৌবাস যেন ওলমিল পেটগোট ॥
শুনিবি জানকী সীতা বোলো হয়মুখী।
তুমি আমি এতকাল হুয়া আছো দুখী ॥ ৪২২৭
আমাৰ দুৰ্গতি খণ্ড পুণ্যক সঞ্চস।
মনুষ্য পৰিহৰি মাৱ লোতক মলছ ॥
হিত বোল বোলো মই সীতা তই শুন।
ৰাৱণত ভজিলে অনেক হৈব গুন ॥ ৪২২৮
শত সহস্ৰ কন্যা পাইবে অধিকাৰ।
ৰাৱণ অধীন হৈব নিশ্চয়ে তোমাৰ ॥
হিত বোল নুশুনস ক্ৰোধ বৰ পাইবো।
হৃদয় বিদাৰি তোৰ অগ্ৰমাংস খাইবো ॥ ৪২২৯
মাথাত কামুৰি মৰমৰিয়া চোবাইবো।
হেনমতে সীতা তোক বিগুতিয়া খাইবো ॥
তাই যেৱে এতেক বচন বুলি গৈল।
বক্ৰমুখী নামে নিশাচৰী আসি ভৈল ॥ ৪২৩০
হাতে শূল ধৰি আসি বোলে ক্ৰোধ কৰি।
বিভঞ্জিয়া খাওঁ আসা খণ্ড খণ্ড কৰি ॥
প্ৰঘষা বোলয় মাৰো কণ্ঠক মুচৰি।
ৰাজাত জনাইবো গৈল আপুনিয়ে মৰি ॥ ৪২৩১
মৰিবাৰ নাও শুনি নৃপতি ৰাৱণে।
বুলিলন্ত ভুঞ্জা গৈয়া ৰাক্ষসিনীগণে ॥
এহি বুলি জানকীৰ ক্ৰোধে চায়া মুখ।
তেৱেসে গুচয় মোৰ ৰাখিবাৰ দুখ ॥ ৪২৩২

অজমুখী বোলে এইক বিভঞ্জিয়া খাওঁ।
অমদ্যত সানিয়া তৃপিতি বৰ পাওঁ ॥
শূৰ্পনখা বোলৈ মোৰ হেনয় সম্মত।
অজমুখী যি বুলিলা লাগিল মনত ॥ ৪২৩৩
উচিত কাৰ্য্যকেসে বিশিষ্ট বুলি মানি।
সীতাৰ মাংসক নিয়া অমদ্যত সানি ॥
নিকুম্ভিলা বোলে সখী এই কাৰ্য্য কৰ।
সীতা যেৱে পটেশ্বৰী নুহি ৰাৱণৰ ॥ ৪২৩৪
ৰাক্ষসী লোকৰ শুনি বচন প্ৰহাৰ।
ভয়ে তৰসিয়া গাৱ কাম্পয় সীতাৰ ॥
শিংশপা বৃক্ষৰ তলে জানকী গোসানী।
তাসম্বাক সম্বুধিয়া বুলিলন্ত বাণী ॥ ৪২৩৫
হাওৰে লাৰিকী জীয়া অধম বৰ্ব্বৰ।
সুখ দুখ নজানস তিনিয়ো লোকৰ ॥
প্ৰাণীৰ বধত খানিতেকো নাহি মৰ্ম্ম।
তুমি কেনে জানিবাহা পতিব্ৰতা ধৰ্ম্ম ॥ ৪২৩৬
কিনো মই পাপী মন্দ কোন কৰ্ম্ম কৰো।
বিনে ৰাম এতকাল কেনে প্ৰাণ ধৰো ॥
প্ৰভু নজানন্ত মোক আনিলেক হৰি।
সিকাৰণে ৰাৱণে আছয় প্ৰাণ ধৰি ॥ ৪২৩৭
মোহোক যৈসানি হৰি আনিল ৰাৱণে।
ইটো কথা নজানন্ত শ্ৰীৰাম লক্ষ্মণে ॥
সিকাৰণে জীৱন্তে আছয় লঙ্কেশ্বৰ।
তিৰী চোৰা পাপিষ্ঠ অধম বৰবৰ ॥ ৪২৩৮
তাপসৰ বেশ প্ৰভু হোন্ত জটাধাৰী।
বনবাসী দুখী প্ৰভু হোৱন্ত নিকাৰী ॥
তথাপিতো প্ৰভু মোৰ পৰম দেৱতা।
মই শান্তী পতিব্ৰতা নাৰী বিবাহিতা ॥ ৪২৩৯
কৈসানি দেখিবো লঙ্কাখানি পুৰি যাইব।
ৰাক্ষসিনীগণক শৃগালে বেঢ়ি খাইব ॥
চক্ষু পূৰি কৈসানি দেখিবো আনন্দক।
ৰাক্ষসিনী লোকে স্বামী বুলি কান্দিবেক ॥ '৪০
ত্ৰৈলোক্যৰ ৰাজা হোৱে যদ্যপি ৰাৱণ।
তথাপি ছায়াত তাৰ নেদিবো চৰণ ॥

সবে হন্তে মিলি মোক মাৰিয়া খাইবাহা।
ইহাত অধিক আৰ কিনো কৰিবাহা ॥ ৪২৪১
ত্ৰিজটা জাগিয়া বোলে বৃদ্ধা যে ৰাক্ষসী।
কুপিত নয়নে মাতে শয্যা মাজে বসি॥
হাওৰে লাৰিকী জীয়া কিবা দেখিবাহা।
সীতাক নখাহা তুমি আপনাকে খাহা ॥ ৪২৪২
হা হা আই সীতা তই সুকোমলী নাৰী।
তোহোক নিষ্ঠুৰ হেন বুলিতে নোৱাৰি ॥
ৰখিলো ৰখিলো আই ভয় পৰিহৰ।
তোহোৰ দুৰ্গতি গৈল প্ৰায় দূৰন্তৰ ॥ ৪২৪৩
লঙ্কাৰ আপদ ভৈল ৰাক্ষসৰ ক্ষয়।
ৰাৱণ বিনাশ দেখো ৰাঘৱৰ জয় ॥
গোসাইক দেখিলো মই স্বপনৰ হন্তে।
সসাগৰা পৃথিৱীক আসয় গিলন্তে ॥ ৪২৪৪
আৰো হেন দেখিলো ৰাঘৱ মহাবীৰ।
মহা কৌতুহলে তেন্ত পিয়ন্ত ৰুধিৰ ॥
ৰথখান দেখিলোহো গজদন্তময়।
সহস্ৰেক দন্তালে একত্ৰ হুয়া বয় ॥ ৪২৪৫
তাতে চড়ি ৰামদেৱ অন্তৰীক্ষে যান্ত।
দিব্য অলঙ্কাৰে শৰীৰক মণ্ডিলন্ত ॥
সমুদ্ৰে যোগাইল নিয়া শুকুল পৰ্ব্বত।
শ্ৰীৰাম লক্ষ্মণ সীতা তাৰ উপৰত ॥ ৪২৪৬
ৰাজচিহ্ন ধৰিলেক ছত্ৰেক ধৱল।
মেৰুৰ উপৰে যেন চন্দ্ৰৰ মণ্ডল ॥
পুষ্পক যানত মই দেখিলো ৰামক।
বামে সীতা দেৱী ডাহিনত লক্ষ্মণক ॥ ৪২৪৭
তাতে চড়ি ৰামদেৱে লঙ্কাক আসিলা।
তুমি সমে দেখিলোহো একস্থান ভৈলা ॥
ৰাৱণক দেখিলো নিশূন্য মুণ্ড লণ্ডা।
গলত দাদৰি দিয়া আজোৰে চামুণ্ডা ॥ ৪২৪৮
পুষ্পক যানৰ পৰা পেলাইলা খসাই।
দক্ষিণ দিশক লাগি লৈ যায় ধসাই ॥
কতোহো দূৰৰ পথ যমপুৰ গৈয়া।
তহিতে পৰিল গৈয়া আউঠানি খায়া ॥ ৪২৪৯

কাউ বাউ কৰে বীৰে দোঙ্গাহুলি পাৰে।
হাত ভৰি খোৰা যেন উঠিতে নোৱাৰে ॥
দেখিলোহো কুম্ভকৰ্ণ গৰ্দ্দভত চৰি।
দক্ষিণ দিশক লাগি যাই দৰদৰি ॥ ৪২৫০
অসংখ্যাত নৃত্য গীতি কৰয় যোগিনী।
ৰাক্ষসৰ তেজ খায়া কিল কিল ধ্বনি ॥
ইসব লক্ষণে তোৰ দুৰ্গতি খণ্ডয়।
তোহোৰ বৈৰক মাৰ দৈৱেসে দণ্ডয় ॥ ৪২৫১
বাম নয়ন উৰু বাম কলেৱৰ।
প্ৰত্যক্ষে দেখহ সীতা কাম্পে বামকৰ ॥
ইসব মঙ্গলে তোৰ স্বপনৰ ফলে।
অবিলম্বে স্বামীকোল পাইবি অবিকলে॥ ৪২৫২
ডালত বসিয়া মুখ চায়া ৰড়ে কাক।
স্বামীৰ বাৰ্ত্তাক তোৰ আইল জনাইবাক ॥
ত্ৰিজটাৰ স্বপ্নক ধৰিয়া বিসবিষ।
দুখতে খানিক দেৱী ভৈলন্ত হৰিষ ॥ ৪২৫৩
ত্ৰিজটাৰ বচনে নিশ্চেষ্ট সবে ভৈল।
ৰাক্ষসিনী লোক যত পৰি নিদ্ৰা গৈল ॥
বেড়িয়া শুইলেক আউৰক আউৰে জৰি।
কতোজনী অচেতনে পাৰয় ঘোস্মাৰি ॥ ৪২৫৪
আদি অন্তে কথা যত সমস্তে আকলি।
শুনিতে লাগিল হনুমন্ত মহাবলী ॥
সাৰ্থক যে মই পৃথিৱীত উপজিলো।
শান্তী সীতা গোসানীক প্ৰত্যক্ষে দেখিলো ॥'৫৫
ৰামৰ বিপত্তি নিতে ইহাঙ্ক সুমৰি।
মই দেখিলোহো সীতা পৰম ঈশ্বৰী ॥
সহস্ৰ সংখ্যাত কোটি ভালুক বানৰে।
পৃথিৱীৰ অন্ত সবে খোজে নিৰন্তৰে ॥ ৪২৫৬
মোহোৰ কাৰ্য্যৰ সমাপতি হৌক কেনে।
ৰাক্ষসিনীলোকে মোক নজানয় যেনে ॥
ইসবে জানিলে বৰ হুইবেক আনুলি।
মোক বন্দি কৰাইবেক ৰাৱণত বুলি ॥ ৪২৫৭
সীতাক নমাতি মোৰ যাইবে নুযুৱাই।
কোনমতে মাতো মই নজানো উপায় ॥

আগত পৰিয়া যেৱে মাতো এতিক্ষণে।
বুলিব ছলিতে আইলা আৰকা ৰাৱণে ॥
সীতাক নম্রাতি যেৱে এহিমতে যাওঁ।
ৰাঘৱৰ চিত্ত কেনমতে পতিয়াওঁ ॥ ৪২৫৮
বুলিবন্ত বানৰায়ে আমাক ভাণ্ডয়।
সীতাক নেদেখি আসি দেখিলো বোলয় ॥
মোৰ মনে যেন ঘুৰাই কৰিবোহো গহা।
ৰামকাৰ্য্য সাধন্তে ত্রিদশে হুইবা সহা ॥ ৪২৫৯
ধীৰে ধীৰে পঢ়িবোহো সঙ্গীত যে বাণী।
যেনমতে পাতিয়ান্ত জানকী গোসানী ॥
নুহি তেৱে আন উপায়ক কৰো পাচে।
হেন শুনি অল্পকায় কৰিলন্ত গাচে ॥ ৪২৬০
হাত যোৰ কৰিয়া সীতাক নমিলন্ত।
আতি অল্প কৰিয়া বচন বুলিলন্ত ॥

সীতাৰ লগত হনুমানৰ কথা-বাৰ্ত্তা

শ্ৰীমন্ত মহাৰাজা দশৰথ নাম।
তাহান তনয় শ্ৰেষ্ঠ ভৈলন্ত শ্ৰীৰাম ॥ ৪২৬১
ৰাজা পাতিবাক দশৰথ সাজ ভৈলা।
ছোট মাতৃ কৈকেয়ী ৰাজ্য কাঢ়ি লৈলা ॥
শুভক্ষণে ভৰতক ৰাজ্য দিল মাগি।
ৰামক পঠাইল ঘোৰ বনবাস লাগি ॥ ৪২৬২
ভ্ৰাতৃক ভাৰ্য্যাক ৰামে তুলে কৰি নিল।
বনমধ্যে জানকীক ৰাৱণে হৰিল ॥
এহি বুলি হনুমন্ত মৌনে থাকিলন্ত।
প্ৰিয়কথা শুনি দেৱী চৌভিতি চাইলন্ত ॥ '৬৩
পূৰপশ্চিম দেৱী উত্তৰো লখিল।
দক্ষিণ দিশতো সতী কিছু নলখিল ॥
ঊৰ্দ্ধক চাহিল মাৱ বামহাত তৰি।
দেখন্ত বানৰ আছে কৃতাঞ্জলি কৰি ॥ ৪২৬৪
সীতায়ে বোলন্ত প্ৰণামোহো হৰিহৰ।
প্ৰণামোহো সূৰ্য্যক কুবেৰ পুৰন্দৰ ॥
বানৰৰ মুখে শুনো যিসব বচন।
স্বৰূপ স্বৰূপ হৌক নোহৌক স্বপন ॥ ৪২৬৫

সীতায়ে বোলন্ত বাপু কৈৰ হন্তে আইলি।
মোহোৰ স্বামীৰ বাৰ্ত্তা কেনমতে পাইলি ॥
শিংশপাত বহি হনুমন্তে বোলে বাণী।
তুমি নো কাহাৰ জীৱ কমন গোসানী ॥ ৪২৬৬
শিংশপাৰ মূলত কিসক আছা বসি।
কি কাৰণে কান্দিয়ো লোতক পৰে খসি ॥
বাসৱৰ শচী কিবা তুমি সৌভাগিনী।
কিবা আদিত্যৰ ছায়া চন্দ্ৰৰ ৰোহিণী ॥ ৪২৬৭
হৰিৰ লক্ষ্মীসি কিবা হৰৰ পাৰ্ব্বতী।
বশিষ্ঠৰ ভাৰ্য্যা কিবা তুমি অৰুন্ধতি ॥
হেন ৰূপ নয়ো দেখো ভুৱন মোহন।
বিশাল নয়ন চন্দ্ৰ সমান বদন ॥ ৪২৬৮
আমাৰেক মাতোহো স্বৰূপ যেৱে কোৱা।
তুমি দেৱী জনকৰ জীৱ হোৱা নোৱা ॥
সীতা নাম তোমাৰ ৰামৰ পটেশ্বৰী।
তোমাক কি ৰাৱণে আনিলেক হৰি ॥ ৪২৬৯
সীতা সন্ধুক্ষণ হুয়া দিলন্ত উত্তৰ।
দশৰথ পুত্ৰবধূ ভাৰ্য্যা শ্ৰীৰামৰ ॥
কৌশল্যা মোহোৰ শাশু লক্ষ্মণ দেৱৰ।
সীতা নাম বোলে মোক জীউ জনকৰ ॥ ৪২৭০
ৰাজ্য দিবে লাগি দশৰথ সাজ ভৈলা।
ছোট শাশু কৈকেয়ী ৰাজ্যক কাঢ়ি লৈলা ॥
পুত্ৰ ভৰতক তেন্ত ৰাজ্য দিল মাগি।
ৰামক পঠাইল ঘোৰ বনবাস লাগি ॥ ৪২৭১
কতোকাল আছে যেৱে দণ্ডকা বনত।
ৰাৱণে হৰিল মোক নিৰ্জ্জন থানত ॥
ৰাক্ষসী মধ্যত দুখ পাওঁ অতিৰেক।
ইসব দুখত মোক যমেসে নিলেক ॥ ৪২৭২
কৈৰপৰা আইলে বাপু কহিয়ো প্ৰস্তুত।
কিবা ৰাৱণৰ কিবা ৰাঘৱৰ দূত ॥
কৰযোৰ কৰিয়া বোলন্ত হনুমন্ত।
তোমাৰ যে স্বামী ৰাম কল্যাণে আছন্ত ॥ '৭৩
বাৰ্ত্তাক নপায়া ৰামে খুজিলা বহুত।
হনুমন্ত নাম মোৰ ৰাঘৱৰ দূত ॥

সুমিত্ৰাৰ পুত্ৰ তেহে লক্ষ্মণ কুমাৰ।
পৃথিৱীতে সাৰ অকম্পন ধনুৰ্দ্ধৰ ॥ ৪২৭৪
শোভন পুৰুষ তেন্তে লখমন নাম।
হেৰা লোৱা মাৰ তান সন্দেশ প্ৰমাণ।
এহি বুলি মাথাগোট পৃথিৱীত দিল।
লক্ষ্মণৰ কথা যত সীতাত কহিল ॥ ৪২৭৫
যি দেখিলা মৃগগুটি স্বৰ্ণৰ কায়া।
মৃগ নুই সিটো আই ৰাক্ষসৰ মায়া ॥
আছিল মাৰীচ নামে এক নিশাচৰ।
ৰামক নিলেক সিটো প্ৰায় দূৰন্তৰ ॥ ৪২৭৬
তাহাৰ শৰীৰে প্ৰহাৰিলা বাণ ঘাৰ।
মৰন্তে কাঢ়িলে সিটো ৰাঘৱৰ ৰাৱ ॥
হেন শুনি তোমাৰ আসুখ বৰ কৰ।
লক্ষ্মণকো পঠাইলাহা বুলি অনুত্তৰ ॥ ৪২৭৭
লঙ্কেশ্বৰে দুই ভাইক উপায়ে গুচাই।
তোমাক হৰিলে পাচে একেশ্বৰী পাই ॥
সীতায়ে বোলন্ত ৰাৱণায়ে আসি ভৈলে।
পুনৰপি আসি মোক চলিবাক নৈলে ॥ ৪২৭৮
দূৰ গুৱ পাপী আন জঞ্জাল নপাত।
ৰাঘৱৰে বানৰৰে কিসৰ সঞ্জাত ॥
একে বেলি আসিছিলি ক্ষেমা নাহি তৰ।
কতেকনো সহিবো নীচৰ পৰাভৱ ॥ ৪২৭৯
আমাক চলিয়া তই কোন ফল পাইবি।
অধৰ্ম্মৰ ফলে বেটা অধোগতি যাইবি ॥
মই শান্তী কন্যাৰ জনম আসি মৰ্ম্ম।
হেন শুনি মাৰুতি সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥ ৪২৮০
শাপি যোনো ভস্ম মোক কৰন্ত গোসানী।
মনত তৰাসে কপি বিনাৱন্ত বাণী ॥
ৰাক্ষস নোহোওঁ আই হোওঁ ৰামদূত।
তোমাকে খুজিতে আইলো পৱনৰ সুত ॥ ৪২৮১
শঙ্কা পৰিহৰি মাৰ ভালমতে চাহা।
ৰাক্ষস নোহোওঁ ভালে সম্প্ৰত্যয় যাহা ॥
সীতায়ে বোলন্ত তেৱে পাওঁ পৰমাণ।
ৰাঘৱৰ ৰূপ গুণ কহ কেনথান ॥ ৪২৮২

কিমত চৰিত্ৰ কেন অন্তৰ মহত।
লক্ষ্মণৰ ৰূপ গুণ কহ কেনমত ॥
মাৰুতি বোলন্ত মাৰ ভালমতে শুন।
যেন দেখিলোহো কহো ৰাঘৱৰ গুণ ॥ ৪২৮৩
শ্যামল সুন্দৰ মুখ পূৰ্ণিমাৰ শশী।
চক্ষু দুই জ্বলে যেন কমলৰ পাসি ॥
কম্বুগ্ৰীৱ শোভন নাসিকা দুই কৰ্ণ।
উত্তম শৰীৰ মনোহৰ শ্যাম বৰ্ণ ॥ ৪২৮৪
ছয় থান উন্নত উদৰ কণ্ঠ মুখ।
দুই পান্তি দশন শুক্ল দেখিবাক সুখ ॥
ধনুৰ্ব্বেদ শাৰঙ্গ যাহাৰ হাতে থিত।
চাৰি বেদ চতুৰ্দ্দশ শাস্ত্ৰত পণ্ডিত ॥ ৪২৮৫
দীন দুখী খোৰা ভেঙুৰাক অন্ধকক।
পুত্ৰৰ সমান কৰি দৰিদ্ৰে পালক ॥
সুমিত্ৰাৰ পুত্ৰ যিবা লক্ষ্মণ কুমাৰ।
পৃথিৱীত সাৰ অকম্পন ধনুৰ্দ্ধৰ ॥ ৪২৮৬
শোভন পুৰুষ তান লখমন নাম।
বিদগ্ধ শৰীৰ কামদেৱৰ উপাম ॥
ৰাঘৱৰে বানৰৰে মিত্ৰৱতি ভাৱ।
সিয়ো কথা কওঁ শুনা জগতৰ মাৱ ॥ ৪২৮৭
বালীৰাজা সুগ্ৰীৱ যৱঞ্জা দুই ভাই ॥
কিষ্কিন্ধ্যা নগৰে আছিলন্ত একে ঠাই ॥
ৰাজ্যৰ নিমিত্তে দুইৰো কন্দল লাগিল।
দুইহানো যুদ্ধত বৃক্ষ পৰ্ব্বত ভাগিল ॥ ৪২৮৮
ৰণ হাৰি সুগ্ৰীৱ পলাইল ৰাজ্য ছাৰি।
বালী ৰাজা তাহান ভাৰ্য্যাক নৈল কাঢ়ি ॥
পাঞ্চগুটি বানৰক দেশৰ ডকায়া।
সুখে ৰাজ্য কৰে সিটো ভাতৃবধূ লৈয়া ॥ '৮৯
পাঞ্চগুটি বানৰে দেশৰ হন্তে যাই।
ঋষ্যমুখ পৰ্ব্বতে আছিলো একঠাই ॥
শ্ৰীৰাম লক্ষ্মণ ফুৰা তোমাক খোজন্তে।
আমি সবে দেখিলোহো পৰ্ব্বতৰ হন্তে ॥ ৪২৯০
সুগ্ৰীৱৰ বোলে বৃদ্ধ ব্ৰাহ্মণৰ বেশে।
শুদ্ধি কৰিবাক গৈলো তাহান আদেশে ॥

পৰীক্ষিয়া বাৰ্ত্তা লৈয়া ভৈলো পৰিচিত।
ৰাঘৱৰে সুগ্ৰীৱৰে কৰাইলো সখিত্ব ॥ ৪২৯১
সত্য কৰিলন্ত দুয়ো থিৰ কৰি চিত্ত।
বিপক্ষ জিনিয়া আগে ভাৰ্য্যা সমৰ্পিত॥
সত্য প্ৰতিপালি ৰামে বালীক মাৰিল।
ভাৰ্য্যাকে ৰাজ্যকে সুগ্ৰীৱক আনি দিল॥ ৪২৯২
সুগ্ৰীৱ প্ৰতিজ্ঞা কৰিলন্ত বিমৰিষ।
কোটি সংখ্যা দূতক পঠাইল দশোদিশ॥
অঙ্গদক দক্ষিণ দিশক আদেশিল।
বৰ বৰ বীৰক তাহান লগে দিল ॥ ৪২৯৩
পাচে মোক শ্ৰীৰামে পাশক মাতি নিল।
গলে ধৰি টান কৰি সাবটি জাতিল ॥
সন্দেশক দিয়া মোক সাদৰি পঠাইল।
তোমাক অনেক থানে খুজিয়া বেঢ়াইল ॥ ৪২৯৪
সিকুল মানত পাইলো তোমাৰ উদ্দেশ।
সাগৰ তীৰত ভৈলো পায়া উপদেশ ॥
সম্পাতি কহিল কথা আসি অঙ্গদত।
ৰামৰ চৰিত্ৰ যত মিলিল বনত ॥ ৪২৯৫
জটায়ুক যেহিমতে ৰাৱণে মাৰিল।
অঙ্গদে সিসব কথা পক্ষীত কহিল॥
কনিষ্ঠৰ কাৰ্য্যক সঙ্কলি পক্ষীৰাজ।
তোমাক চাহিয়া বোলে আছা বনমাজ ॥ ৪২৯৬
সবেহন্তে আলোচিয়া আমাক পঠাইল।
লঙ্কাত তোমাক আমি খুজিয়া নপাইল ॥
অশোকত আসিয়া তোমাক খুজি পাইলো।
আদি অন্ত কথা যত তোমাত কহিলো ॥ ৪২৯৭
হেৰা লৈয়ো মাৱ আতি কৰি মন তুষ্টি।
ৰাম নাম লিখি আছে ৰামৰে আঙ্গঠি ॥
এহি বুলি দেৱীৰ হাতত নিয়া দিল।
তাক দেখি গোসানীৰ চেতন হৰিল ॥ ৪২৯৮
কতো বেলি সীতা দেৱী চেতনক পাইল।
ৰামৰ আঙ্গঠি নিয়া শিৰত চৰাইল ॥
হৰিষে উজ্জ্বল কিছু বদন নিৰ্ম্মল।
ৰাহুত মুকুত যেন চন্দ্ৰৰ মণ্ডল ॥ ৪২৯৯

কৌতুকে উজ্জ্বল মুখ হৰষিত ভাৱ।
নসহে শৰীৰ বিপৰীত শোক ঘাৱ ॥
দুই নয়নৰ হন্তে বহি যাই নীৰ।
কমল পত্ৰৰ যেন ঝৰয় শিশিৰ ॥ ৪৩০০
কিনো মোৰ আনন্দ উৎসুক কৰে মন।
অমৃত সমান বাপ তোহোৰ বচন ॥
তোমাৰ বচন সবে সম্প্ৰত্যয় গৈলো।
শোক দুখ এৰি মই সন্ধুক্ষণ ভৈলো ॥ ৪৩০১
সাৰ কৰি কথা মোত কহ হনুমন্ত।
মোহোৰ কি স্বামী ৰাম কুশলে আছন্ত ॥
আন কথা হনুমন্ত কহ তই পাচে।
মোহোৰ কি দেৱৰ লক্ষ্মণ ভালে আছে ॥ ৪৩০২
কৌশল্যা সুমিত্ৰা কি আছন্ত ভালমতে।
কৈকেয়ী গোসানী আছন্ত কোনমতে ॥
ভৰতৰ কথা আৱে কহিয়োক আজি।
মোক কি নিবন্ত চতুৰঙ্গ দলে সাজি॥ ৪৩০৩
বানৰৰ ৰাজা যে সুগ্ৰীৱ বুলি যাক।
তাহান কি মন আছে আমাক নিবাক ॥
একেসে কাৰ্য্যক বাপু সংশয় আমাৰ।
কেনমতে তই সাগৰতে ভৈলি পাৰ ॥ ৪৩০৪
শতেক যোজন পথ বৰুণ আলয়।
গহীন গম্ভীৰ নীৰ ভয়ক জনয় ॥
হেনয় দুৰ্গম ঘোৰ সাগৰক তৰি।
লঙ্কা নগৰীক লাগি আইলে কেন কৰি ॥ ৪৩০৫
পৰম দুৰ্ব্বল তোৰ হ্ৰস্ব দেখো গাৱ।
মাৰুতি বোলন্ত শুনিয়োক সতী মাৱ ॥
তোমাৰ প্ৰসাদে মোৰ পৱনত গহ।
তোমাৰ স্বামীৰ চৰণৰ অনুগ্ৰহ ॥ ৪৩০৬
গোখোজ সমান কৰি তৰিলো সাগৰ।
ইসব সংশয় মাৱ গুচায়ো মনৰ ॥
সাৰ কৰি কথা মোত কহ হনুমন্ত।
মোহোৰ কি স্বামী ৰাম কুশলে আছন্ত ॥ ৪৩০৭
কিমত শয়ন স্নান ভোজন কৰন্ত।
কিবা চিন্তা কৰি মোক প্ৰভু সুমৰন্ত ॥

কিসক অশক্য কথা পুছিলা আমাত।
শ্ৰীৰামৰ নিকাৰে মুখত নাই মাত ॥ ৪৩০৮
মল পঙ্ক ধৰিয়া মাথাত জটাভাৰ।
বছৰি দিনত একো দিন ফলাহাৰ ॥
মাত বোল নাহি কিছু মনত হৰিষ।
একৈক দিবস যাই একৈক বৰিষ ॥ ৪৩০৯
তোমাক সুমৰি তান ধৃতি নাহি মনে।
উত্ৰাৱল হুয়া খুজিলন্ত বনে বনে ॥
ৰামৰ নিকাৰ শুনি জগতৰ আই।
মহাশোকে কান্দিলন্ত ধৰণ নযায় ॥ ৪৩১০
সীতাৰ বিলাপ দেখি হনুমন্ত কপি।
গোসানীৰ দুইপাৱে মাথাগোট থাপি ॥
শুনিয়ো গোসানী আই এৰিয়ো বিকল।
ৰামে বুলি পঠাইলন্ত বাৰ্ত্তা সুকুশল ॥ ৪৩১১
শ্ৰীমন্ত ৰাঘৱদেৱ সাগৰ গম্ভীৰ।
পৃথিৱীত সাৰ বীৰ নিষ্কম্প শৰীৰ ॥
কল্যাণে আছন্ত মাৱ তোমাক সুমৰি।
ৰাত্ৰি দিনে চিন্তা তান ভোগ পৰিহৰি ॥ ৪৩১২
হনুমন্ত বীৰৰ বচন হেন শুনি।
আশেষ ৰামক লাগি কান্দিলা গোসানী ॥
দুইহানো বিলাপে হনুমন্ত বীৰবৰ।
আখৰেক বোলো বুলিবাক লাগে ডৰ ॥ ৪৩১৩
বিলাপ দেখিয়া মাৱ মোৰ বৰ শোক।
সিকাৰণে বোলো মাৱ যেন লাগে হৌক ॥
পিঠিত উঠিয়ো মাৱ লোমে ধৰ টানি।
ৰামত ভেটাওঁ নিয়া জগত গোসানী ॥ ৪৩১৪
ৰামৰ চৰণে নিয়া তোমাক ভেটাওঁ।
আজি ধৰি দুইহন্তৰে দুৰ্গতি খণ্ডাওঁ ॥
সীতায়ে বোলন্ত বানৰৰ মুখ চাই।
নিকটৰ পো গোটৰ এতমান টাই ॥ ৪৩১৫
তুলা নিবে নোৱাৰয় ভাৰ বান্ধে শিলে।
গুণ্ডকুৰি পৰুৱায়ে হাতীগোট গিলে ॥
ঢোল হেন ডিমাপাৰে চুঙ্গাৰ বাহুলি।
পিপিয়া চটকে পৰ্ব্বতক লৱে তুলি ॥ ৪৩১৬

ভয় এৰা মাৱ মই বীৰ হনুমন্ত।
পাৰো শত্ৰু জিনিবে বলৰ নাহি অন্ত ॥
শুনিয়োক মাৱ মোৰ বাপ কেন বীৰ।
প্ৰসিদ্ধ কাহিনী কহো বীৰ কেশৰীৰ ॥ ৪৩১৭
গন্ধমাদনৰ হন্তে ডেৱ কৰিলন্ত।
গোকৰ্ণ গিৰিৰ শিখৰত পৰিলন্ত ॥
তাহান ক্ষেত্ৰত মোক জনিলন্ত বায়ু।
অগনিৰ সখা যিটো জগতৰ আয়ু ॥ ৪৩১৮
আছোক তোমাক পৃথিৱীক পাৰো নিতে।
লঙ্কাখান নিবে পাৰো সসৈন্য সহিতে ॥
মই দেখি আছো মাৱ তুমি যেন শান্তী।
শিংশপা বৃক্ষত বসি আছিলো নমাতি ॥ ৪৩১৯
ভাৱত লক্ষ্মণ বুলিলেক হাতযোৰ।
কতেক বা বুলিল ৰাৱণ মুখপোৰ ॥
নিৰ্ভয় স্বৰূপে তাত পাৱ ভৈল মাৱ।
মেৰু কি টলয় অল্প বিচনীৰ বাৱ ॥ ৪৩২০
মই যি দেখিলো শ্ৰীৰামত তাকে কহো।
আপোনাৰ দুই কৰ্ণে যেন শুনিলোহো ॥
যেনমতে সম্প্ৰত্যয় হোৱয় সীতাৰ।
ভূমিত পৰিয়া ভৈলা পৰ্ব্বত আকাৰ ॥ ৪৩২১
পুনৰপি সঙ্কোচিত কলেৱৰ হৈয়া।
সীতাক প্ৰণামি বৃক্ষে চৰিলন্ত গৈয়া ॥
সীতায়ে বোলন্ত বাপ হোস ৰামদূত।
আশেষ গহন বন পৱনৰ সুত ॥ ৪৩২২
শতেক যোজন আইলে নাহিকে সংশয়।
কোটি যোজনক যাইবে পাৰস নিশ্চয় ॥
আমাক নিবেক তই পাৰস আপুনি।
আখৰেক বোলোহো চাহিয়ো মনে গুণি ॥ '২৩
ইঠাৱৰ পৰা কি কাৰ্য্যক নিবে মোকে।
ৰাঘৱৰ বল বাৰ্য্য হাসিবেক লোকে ॥
সৰ্ব্বজনে বুলিবে ৰাঘৱে যুজ হাৰি।
জিনি নিবে নোৱাৰিল আপোনাৰ নাৰী ॥ '২৪
স্ত্ৰীচোৰা পাপিষ্ঠ মুনিষ হেন জানি।
সিকাৰণে জানকীক চুৰি কৰি আনি ॥

মই শান্তী কন্যা হেন জানয় জগতে।
পৰ পুৰুষৰ অঙ্গ ছুইবো কেনমতে ॥ ৪৩২৫
বুলিবি ৰাৱণ ঘিটো আনিলেক হৰি।
স্ত্রীজাতি পৰাধীন নোহে স্বতন্তৰী ॥
ইটো শঙ্কাচয় মনে গুচিল আমাৰ।
অপাৰ সাগৰ কেনমতে ভৈলে পাৰ ॥ ৪৩২৬
যাৰে মোৰ শৰীৰত আছয় গিয়ান।
ঝাণ্ট কৰি গৈয়া ৰাম লক্ষ্মণক আন ॥
মোহোৰ আজ্ঞায়ে চলি যাইয়োক সত্বৰে।
শিংশপাৰ তলে বসি আছো একেশ্বৰে ॥ ৪৩২৭
কি কাৰণে হৈবো মই ৰাক্ষসৰ ভক্ষী।
মাসেক থাকিবো মই স্বামীক অপেক্ষি ॥
তথাপি নাসন্ত যদি ৰাম মোৰ স্বামী।
আত্মঘাত কৰি তেৱে মৰিবোহো আমি ॥ ৪৩২৮
শ্রীৰামত বাৰ্ত্তা বাপ জনাইবে সকলে।
যেনমতে আছো মই শিংশপাৰ তলে।
ৰাক্ষসিনী লোকে মোক পৰাভৱ কৰে।
আমাকো দণ্ডিবে এহি মাসেক অন্তৰে ॥ ৪৩২৯
ইসব নিকাৰ মই কিমতে এৰাওঁ।
ৰাঘৱৰ পাশক সত্বৰে কেনে পাওঁ ॥
মাৰুতি বোলন্ত চিন্তা কৰা পৰিহাৰ।
হেন জানা ৰাৱণ সসৈন্যে গৈল মাৰ ॥ ৪৩৩০
অসংখ্যাত সেনাবল বানৰ অপাৰ।
লক্ষেক হস্তীৰ বল পৰ্ব্বত আকাৰ ॥
মই সম বীৰ কতো শত উপাধিক।
শঙ্কা পৰিহৰা নিৰুৎসাহ হোৱা কিক ॥ ৪৩৩১
অসংখ্যাত সেনায়ে সুগ্রীৱ কপিৰাজে।
সাগৰক তৰিব ভূষিত সব সাজে ॥
শ্রীৰাম লক্ষ্মণ চপকৰে আসিবন্ত।
ৰাৱণক মাৰি ৰামে তোমাকে নিবন্ত ॥ ৪৩৩২
যেনমতে ৰাঘৱৰ পতিয়াইবা চিত।
সঙ্কেত কহিয়ো আন জন অবিদিত ॥
সঙ্কেত আছয় কিবা তোমাৰে ৰামৰে।
সেহি কথা কোৱা চলি যাইবোহো সত্বৰে ॥ '৩৩
জানকী বোলন্ত শুনা বায়ুৰ নন্দন।
কহিবো তোমাৰ আগে সঙ্কেত বচন ॥
ৰামৰ সীতাৰ যত সঙ্কেত কাহিনী।
হনুমন্ত আগে কহে জানকী গোসানী ॥ ৪৩৩৪
চিত্ৰকূটে শুইল মোৰ উৰুত সিথানে।
কাকে মোৰ তনে ঘাৱ কৰিলেক টানে ॥
তাক লাগি হানিলন্ত ইষিকাৰ বাণ।
সিকাৰণে কাকৰ দক্ষিণ চক্ষু কাণ ॥ ৪৩৩৫
মানস শিলাৰ ফোট কপালত দিল।
সাবটি ধৰিল পাশে গাৱে সঞ্চৰিল ॥
তাক দেখি দুইহন্তেসে হাসিলোহো টানে।
গুণি চাহান্তোক তাক আন কোনে জানে ॥ '৩৬
যি কথা কহিলা মাৱ কহিবোহো যাই।
কিছু কিছু বস্তু আছে দিয়া যাওঁ খাই ॥
ৰামে যেন পতিয়ান্ত গুণি চোৱা মাৱে।
যেনমতে তযু স্বামী পতিয়ান যাৱে ॥ ৪৩৩৭
জয় নমো ৰঘুপতি অগতিৰ গতি।
তোমাৰ চৰণে মোৰ নিমজোক মতি ॥
তযু গুণ নাম মোৰ মুখে নুগুচোক।
তোমাৰ কথাক কৰ্ণে সতত শুনোক ॥ ৪৩৩৮
তেৱেসে আমাৰ সিদ্ধি হোৱৈ মনকাম।
সকল সমাজে ডাকি বোলা ৰাম ৰাম ॥ ৪৩৩৯

---

### দুলড়ী

জয় নমো ৰাম ৰঘুৰ নন্দন
ত্রিভুৱনে বীৰ সাৰ।
জয়তি লক্ষ্মণ পুৰুষ উত্তম
সুমিত্রা দেৱী কুমাৰ ॥
জয় হনুমন্ত বায়ুৰ নন্দন
কপি বীৰ মহামতি।
বোলন্ত কন্দলি আত গতি নাই
ৰামৰ চৰণে গতি ॥ ৪৩৪০

---

হনুমানে বাৰণৰ মধুবন ধ্বংস কৰে

ছবি

সঙ্কেত বাৰ্ত্তাক মই যতমানে আনিলোহো
সবে কথা কহিবোহো সাৰ।
মধুফল আনি দিওঁ ভুঞ্জিয়া তৃপিতি হুয়ো
সন্দেশ দিবো আৰ বাৰ॥
জনক জীউৰ আইৰ মধুফল পায়া হাতে
বায়ুপুত্ৰে মুখে আনি দিল।
আঠগুণ প্ৰাণ আতি দশগুণে তেজ বল
তেতিক্ষণে তান সম্পজিল॥ ৪৩৪১
ইটো মধুফল মাৰ কমন থানত আছে
তাৰ কথা কহিয়ো আমাত।
এহি তোৰণত পশি ক্ষত যে বিক্ষত কৰি
বাৰ্ত্তা কহি যাইবোহো তোমাত॥
ইটো মধুফল কথা তোমাত কহিলে বাপ
সৰ্ব্ব কাৰ্য্য কৰিবে বিনাশ।
এক এক বৃক্ষ তাৰ কোটি ৰাক্ষসেহে ৰখে
কেমনে লঙ্ঘিবে তাৰ পাশ॥ ৪৩৪২
সকলে ৰাক্ষসে মিলি তোক মাৰি পেলাইবেক
ৰামে তৈত বাৰ্ত্তাক নপাইব।
আজি আসৈ কালি আসৈ বুলি বাট চাহিবন্ত
আমি ঐত বৰ দুখ পাইল॥
এহি বুলি সীতা দেৱী দিব্য মণিগোট আনি
কাঢ়ি দিল চেলাৰিব হন্তে।
প্ৰদক্ষিণে সাদৰিয়া দেৱীক প্ৰণাম কৰি
হাত পাতি লৈল হনুমন্তে॥ ৪৩৪৩
আসিয়ো গোসানী মাৰ এৰিয়োক শোকভাৰ
ৰাঘৱক দিবো মণি নিয়া।
আপোন পৌৰুষবল প্ৰকাশ কৰিয়া যাইবো
ৰাৱণক সন্দেশক দিয়া॥
এহি বুলি হনুমন্তে কতো দূৰ গৈয়া পাচে
মনে মনে গুণন্ত বহুত।
এক যে কাৰ্য্যক আসি অনেক কাৰ্য্যক কৰে
সেহিসে উত্তম হোৱে দূত॥ ৪৩৪৪

ৰণক হৰিষ মোৰ হাত পাৱ চুলুকায়া
কণ্ডু আতি কৰে নিৰন্তৰ।
লঙ্কা নগৰীত পশি খলমলি লগাই পাচে
চৰণ প্ৰণামো ৰাঘৱৰ॥
মোৰ বল মহিমাক নজানি জানকী মাৱ
মনে আতি কৰন্ত সংশয়।
আহানে আগত মই একমায়া ধৰো আজি
যেনমতে যাহন্ত প্ৰত্যয়॥ ৪৩৪৫
এহি গুণি হনুমন্তে তেখনে সীতাৰ আগে
ধৰিলন্ত ব্ৰাহ্মণৰ বেশ।
হাতত কৰণ্ডী কুশ চৰিবি খোখৰা ছাতি
শন পাক্কি হেন ভৈল কেশ॥
আপোন লাঙ্গুলে তান কান্ধৰ লগুণ ভৈল
জক জক কৰে ফোট দান্ত।
থিৰ নথায় হাত ভৰি বৃদ্ধ ব্ৰাহ্মণৰ বেশ
দেখি সীতা হাসি তুলিলন্ত॥ ৪৩৪৬
জানকী বোলন্ত মাতি গুণবান হনুমন্ত
তুষ্ট বৰ কৰাইলাহা মোক।
লঙ্কাৰ চৌৰাশী হাটী ঘৰেঘৰে ফুৰি আস
ৰাক্ষসেনো কি কৰিবে তোক॥
অনন্তৰে হনুমন্ত ব্ৰাহ্মণৰ বেশে গৈয়া
পশিলন্ত ৰাজাৰ আবাস।
কালি গৈল একাদশী আজি ভৈল দোৱাদশী
লঘনতে ভৈলোহো হতাশ॥ ৪৩৪৭
শৰীৰৰ অগ্নি মোৰ জাকে জাকে নিকলয়
পাৰণা কৰিতে আশকত।
একগুটি মধুফল ভুঞ্জিয়া তৃপিতি হুয়া
বেদ পঢ়ো ৰাজাৰ আগত॥
সৌৰাষ্ট্ৰ দেশৰ আমি মহাবেদগৰ্ব্বী দ্বিজ
আসি ভৈলো ৰাজাৰ দুৱাৰে।
একগুটি মধুফল ভুঞ্জিয়া তৃপিতি হুয়া
কীৰ্ত্তি কহি যাইবোহো ৰাজাৰে॥ ৪৩৪৮
অধিকাৰীসবে বোলে ভণ্ডাৰত ফল নাই
খুজি লুবি চাহিলো বিস্তৰে।

বেদবিদ ব্ৰাহ্মণক বিক্তহস্তে নপঠায়া
খুজি লৈয়ো বাৰিৰ ভিতৰে ॥
হেন শুনি হনুমন্তে লাখুটিত ভিৰ দিয়া
পশিলা গৈয়া বাৰিৰ ভিতৰে ।
ধুতি কৰণ্ডী তানি চৰৰি বোকণ্ডী থৈয়া
চৰিলাহা বৃক্ষৰ উপৰে ॥ ৪৩৪৯
লহনা লহন কৰি মধুফল লাগি আছে
তাক দেখি কৌতুক বিস্তৰ ।
সকলহি মধুফল ভুঞ্জিয়া তৃপিতি হুয়া
পাচে যুদ্ধ কৰো লঙ্কেশ্বৰ ॥
বায়ুসুত হনুমন্ত মনে মনে গুণিলন্ত
বৃক্ষৰ ডালত গৈয়া চড়ি ।
দিব্য বিচিত্ৰফল সুৰস অমৃতময়
অদেৰ ভুঞ্জিবো কেন কৰি ॥ ৪৩৫০
এক প্ৰহৰৰ পথ ৰাম লক্ষ্মণক দিল
কতোদূৰ সুগ্ৰীৱ নৃপতি ।
আৰো কেতদুৰ যানে সীতাক উৎসৰ্গি দিল
ৰাঘৱত যাহাৰ ভকতি ॥
অঙ্গদক আদি কৰি যত কপিগণ আছে
একে থানে কৰিয়া সন্মান ।
এক গাছ দুই গাছ নাম কৰি উৎসৰ্গিল
বায়ুসুত বীৰ হনুমান ॥ ৪৩৫১
অশোক বনিকাখান ৰাৱণৰ প্ৰিয় থান
বায়ুসুতে তাক গৈয়া পাইল ।
আজোৰ বিজোৰ কৰি ডালসব ভাঙ্গিমুৰি
সমস্তে কলমৌ ফল খাইল ॥
গণ্ডগলিত কৰি মধুফল ভুঞ্জি বীৰে
ঠিস্ ঠিস্ কৰিলন্ত পেট ।
গৰ্ভৰ পুৰীষ জলে খখাৰে সিঙ্গুনে বান্তি
দুৰ্গম কৰিল সবে হেঠ ॥ ৪৩৫২
বৃক্ষসব উভাৰিয়া উভত কৰিয়া ৰুইল
ৰণ্ড ভণ্ড কৰিলন্ত বন ।
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত মাণিক সুৱৰ্ণ থান
ছন্ন ভৈল ক্ৰীড়াৰ ভুৱন ॥

স্বৰ্গৰ দিশক লজ্জে আম জাম কণ্টকিয়ে
খিৰি আৰু দশনৈয়া কল ।
অপূৰ্ব্ব বিচিত্ৰ আতি সৰস মধুৰ স্বাদ
হনুমন্তে ভোগাইল সকল ॥ ৪৩৫৩
সুগন্ধ শীতল জল ৰাজাক লাগিয়া থৈল
নিশেষ কৰিয়া তাক পিল ।
যত যত দীঘীসব ক্ৰীড়াৰ ভুৱন সব
খলমল কৰিয়া পুতিল ॥
অশোকা বনিকাখান হনুমন্তে ভাঙ্গিলন্ত
শৰদ মিলিল কোলাহল ।
যতেক ৰাক্ষস লোক চমৎকাৰে পৰি গৈলা
কাহাৰো কৰ্ণত দিল তাল ॥ ৪৩৫৪
স্বৰ্গৰ সদৃশ থান গন্ধৰ্ব্ব ভুৱন সম
ৰাৱণৰ মুখ্য ক্ৰাড়া থান ।
আজোৰ পিজোৰ কৰি ক্ষত যে বিক্ষত কৰি
ছন্ন কৰিলন্ত হনুমান ॥
বিপৰীত শৰীৰেক বানৰেক দেখি সবে
মহাভয়ে পলাই দৰদৰি ।
আগ ভেন্টি হনুমন্ত লাথি ভুকু উসাসন্ত
চক্ষু ঢেলেকা হাকো ঘোঙ্গৰি ॥ ৪৩৫৫
কতো কতো লাগ পায়া আঞ্চোৰন্ত কামোৰন্ত
সমুদায় নমাৰন্ত তাক ।
বানৰৰ প্ৰহাৰত বিপৰীত চোট পায়া
ৰাক্ষস পলাই জাকে জাক ॥
নমো নমো ৰঘুপতি তুমি অগতিৰ গতি
সুৰাসুৰে আৰাধে যাহাক ।
তোমাৰ অভয় দুই চৰণে শৰণ লৈলো
দাস বুলি ধৰিয়ো আমাক ॥ ৪৩৫৬
তযু গুণনাম যশে মোহোৰ জীৱন হৌক
তেৱে মন পূৰয় আমাৰ ।
কৰা কৃপা কৃপাময় যত সমাজিকচয়
ৰাম বুলি তৰিয়ো সংসাৰ ॥ ৪৩৫৭

---

পদ

কতো ৰাক্ষসিনী বোলে জনকৰ জীউ।
ইটো বানৰক দেখি উৰি গৈল জীউ ॥
তুমি সমে কথায়ে আছিল নিৰন্তৰ।
তুমি জানাহা ইটো কোথেৰ বানৰ ॥ ৪৩৫৮
সীতা বোলে নজানোহো কোথেৰ বানৰ।
মোক চলিবাক আইল মায়া ৰাক্ষসৰ ॥
হৰি আনিলেক মোক ৰাৱণ কপটী।
তোহোৰাসে জানা সবে আমুটি কুসটি ॥ ৪৩৫৯
নাথুকাৰ কৰিলা জনক জীউ সীতা।
কতো ৰাক্ষসিনী গৈল ৰাৱণৰ ভিতা ॥
আদেশিয়ো গোসাই উদ্যান গৈল ক্ষয়।
বানৰৰ কাৰণে ৰাক্ষসী নিজীৱয় ॥ ৪৩৬০
বানৰেক আসি ভৈল পৰ্ব্বত আকাৰ।
অশোক বনিকা ছন্ন কৰিল তোমাৰ ॥
দীঘীসব পুখুৰী আছিল ভৰি জলে।
তাকে সবে পুতিল গৰ্ব্বৰ খশমলে ॥ ৪৩৬১
তোমাত কহিলো কৰিয়োক প্ৰতিকাৰ।
উপদ্ৰৱ সহন নযায় বানৰৰ ॥
তুমি অভিলাষে হৰি আনিলা যাহাক।
কাহাৰ শকতি আছে মাতিবে তাহাক ॥ ৪৩৬২
সীতা গোসানীৰ যত সমীপৰ বন।
দুষ্ট বানৰায়ে তাক কৰিলেক ছন্ন ॥
কিবা বাসৱৰ চৰ কিবা কুবেৰৰ।
সীতাক খুজিতে আইল দূত ৰাঘৱৰ ॥ ৪৩৬৩
হেন শুনি ক্ৰোধত জ্বলিল লঙ্কেশ্বৰ।
মাতিয়া পঠাইল দূত অনেক কিঙ্কৰ ॥
অসংখ্যাত ৰাক্ষস তুলত যাহা সাজি।
বেঢ়ি গৈয়া বানৰাক বান্ধি আন আজি ॥ ৪৩৬৪

ৰাক্ষস সেনাৰ হনুমন্তক আক্ৰমণ

ৰাজাৰ আদেশে অসংখ্যাত নিশাচৰ।
কৰে ধৰি শকতি পৰশু মুদ্গৰ ॥
চপকৰে সসৈন্যে অশোকা বন পাইল।
বানৰক দেখি কতো মাৰো কৰি ধাইল ॥ ৪৩৬৫
সেনাক দেখিয়া মহাবীৰ হনুমন্ত।
অদভুত উচ্চল বৃক্ষত চড়িলন্ত ॥
নসহয় বৃক্ষভাগি পৰে তান ভৰে।
মধুবন ছন্ন কৰিলন্ত নিৰন্তৰে ॥ ৪৩৬৬
শিখৰত চড়িয়া বাঢ়িল হনুমান।
শৰীৰ দেখিয় যেন পৰ্ব্বত সমান ॥
তান পয়োভৰে ভাগি পৰয় শিখৰ।
ৰণ্ড ভণ্ড ভৈ গৈল ৰাজাৰ ধৌলিৰৰ ॥ ৪৩৬৭
জয়তি জয়তি ৰাম লক্ষ্মণ জয়তি।
সুগ্ৰীৱ জয়তি বানৰৰ অধিপতি ॥
মই আসি ভৈলো সীতা দেখিবাৰ হেতু।
হনুমন্ত নামেসে লঙ্কাৰ ধূমকেতু ॥ ৪৩৬৮
চতুৰ্দ্দিশে বেঢ়িলে ৰাক্ষস মহাবলী।
হনুমন্তে দেখিয়া হাসন্ত খল খলি ॥
লাঞ্জগোট ফুৰাইলন্ত তোৰণত বসি।
ৰাক্ষসৰ সেনা কতো মৰিল তৰসি ॥ ৪৩৬৯
চেতনক পায়া কতো কতো বোলে থাক।
সবে মিলি দিলে দুৰ্যোৰ অস্ত্ৰজাক ॥
ৰাক্ষসৰ শৰে চতুৰ্দ্দিশক জুৰিল।
মাৰুতিৰ আটাসত সবে উফৰিল ॥ ৪৩৭০
হনুমন্তে বৃক্ষগোট লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৱন্ত বাৰি ॥
কাৰো পেট হাত মুণ্ড কুম্ভস্থল ভাগি।
ঘোৰ ৰণে গৈল যমসদনক লাগি ॥ ৪৩৭১
কতো কতো পলাই গৈল সুদীৰ্ঘ নিশ্বাসে।
বাৰ্ত্তাক জনাইল গৈয়া ৰাৱণৰ পাশে ॥
আদেশিয়ো গোসাই উদ্যান গৈল ক্ষয়।
বানৰাৰ কাৰণে ৰাক্ষস নিজীৱয় ॥ ৪৩৭২
পুনৰপি ক্ৰোধে জ্বলি গৈল লঙ্কেশ্বৰ।
সাজি পাৰি পঠাইল অনেক নিশাচৰ ॥
সাগৰ সদৃশ সেনা সবে যায়ো সাজি।
বেঢ়ি গৈয়া বানৰাক বান্ধি আন আজি ॥ ৪৩৭৩

ৰাজাৰ আদেশে সাজি গৈল নিশাচৰ।
হাতে তুলি ধৰিয়া পৰশু মুদ্গৰ ॥
অস্ত্ৰ শস্ত্ৰ ধৰিয়া অশোকাবন পাইল।
বানৰক দেখি কাট মাৰ কৰি ধাইল ॥ ৪৩৭৪
ধৰ ধৰ মাৰ মাৰ উথলিল বাক।
সবে হন্তে বেঢ়িয়া দিলেক অস্ত্ৰ জাক ॥
ৰাক্ষসৰ শৰে গৈয়া চৌভিতি বেঢ়িল।
মাৰুতিৰ আটাসত সবে উফৰিল ॥ ৪৩৭৫
সুৱৰ্ণৰ স্তম্ভগোট লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৱন্ত বাৰি ॥
ৰাৱণে যুজক সেনা পঠাইল যতেক।
একৈ একৈ কোবে মাৰে শতেক শতেক ॥ '৭৬
ৰাক্ষসগণক সবে মাৰিলা বিগুটি।
কাহাকো উভতা গোৰে মাথাগোট পুতি॥
কতো সেনাগণ সংহৰিল বৃক্ষ বাৰি।
আটাসতে কাহাৰো পৰাণ গৈল ছাৰি ॥ ৪৩৭৭
হতশেষ সেনা গৈয়া ৰাজাত জনাইল।
শুনি লঙ্কেশ্বৰে অসন্তোষ বৰ পাইল ॥

হনুমানৰ হাতত জাম্বুমালী বধ

প্ৰহস্তৰ পুত্ৰক কৰিল সনমান।
চল জাম্বুমালী বানৰক বান্ধি আন ॥ ৪৩৭৮
প্ৰহস্তৰ পুত্ৰ জাম্বুমালী বীৰবৰ।
বিকট দশন যেন আটালৰ গড় ॥
কালমেঘ সম দেহা বীৰ মহাবল।
মাথাগোট থূল যেন পৰ্ব্বত সচ্চল ॥ ৪৩৭৯
আৰকত পুষ্পমালা তাৰ মাথে দিল।
ৰঙ্গনীয়া বস্ত্ৰে তাৰ গাৱ আৱৰিল ॥
গৰ্দ্দভ যুগুত ৰথখান চলি যায়।
আতি মদ গৰ্ব্বিত কাহাকো ভৰ নাই ॥ ৪৩৮০
বজ্ৰৰ সদৃশ তাৰ ধনুৰ টঙ্কাৰ।
গগনৰ অন্তক শৰদ গৈল যাৰ ॥
দেখিলেক বানৰক তোৰণ উপৰে।
বাহু দুইত প্ৰহাৰিল তীক্ষ্ণ দশ শৰে ॥ ৪৩৮১
মাথাত বিন্ধিল একগোটা কনিয়ানি।
অৰ্দ্ধচন্দ্ৰে বদনক পেলাইলেক ছানি ॥
ৰুধিৰে পৱনসুত দেখিতে বিড়িঙ্গ।
ৰণক হৰিষে হনুমন্তে দিলা ৰিঙ্গ ॥ ৪৩৮২
তন দুতয়ৰ মাজে দশ শৰে ঠাসি।
খল খলি কৰি বীৰে তুলিলেক হাসি ॥
এৰে যেৰে জীৱস মোহোৰ শৰাঘাত।
আনে যেন ধসমসি নকৰে লঙ্কাত ॥ ৪৩৮৩
শৰ পায়া হনুমন্তে ক্ৰোধে বৰ জ্বলে।
পৰ্ব্বতেক মাৰিলন্ত শৰীৰৰ বলে ॥
জাম্বুমালী দেখে ধাই আসে বৰ টানে।
পৰ্ব্বতক কাটিলেক দশগোটা বাণে ॥ ৪৩৮৪
গিৰি মিছা ভৈল দেখি ক্ৰোধে হনুমন্ত।
আতি বৰ শাল বৃক্ষ উপাৰি লৈলন্ত ॥
কুমাৰৰ চাক যেন ফুৰাইলন্ত ধৰি।
জাম্বুমালী বীৰৰ শিৰক লক্ষ্য কৰি ॥ ৪৩৮৫
বৃক্ষগোট ফুৰি আসে দেখি নিশাচৰে।
সিয়ো বৃক্ষ কাটিল দাৰুণ ছয় শৰে ॥
বাহু দুইত বিন্ধিল নিশিত দশবাণে।
কপালত একগোটা বিন্ধিল সন্ধানে ॥ ৪৩৮৬
শৰঘাৰে মাৰুতিয়ো ক্ৰোধ বৰ কৰি।
সুদৃঢ় পৰিঘগোট হাতে তুলি ধৰি ॥
দুইহাতে কোবেক বৈসাইলা কপিৰাজে।
জাম্বুমালী ৰাক্ষসৰ হৃদয়ৰ মাজে ॥ ৪৩৮৭
হিয়াত পৰিল যেৰে পৰিঘৰ বাৰি।
তেতিক্ষণে তাহাৰ পৰাণ গৈল ছাৰি ॥
যতেক আছিল তাৰ যুদ্ধৰ সম্ভাৰ।
চুৰ্ণীকৃত ভৈল নেদেখিল তাক আৰ ॥ ৪৩৮৮
জাম্বুমালী বীৰ যেৰে ৰণত পৰিল।
শুনিয়া ৰাৱণ ৰাজা ক্ৰোধত জ্বলিল ॥
মন্ত্ৰী পুত্ৰগণ সবে আদেশ কৰিয়া।
সবে মিলি বানৰাক আনিয়ো ধৰিয়া ॥ ৪৩৮৯
আদেশ কৰিলা যেৰে ৰাক্ষসৰ নাথে।
বায়ু সম ঘোৰাক জুৰিল আথে বেথে ॥

মন্ত্ৰীপুত্ৰ সবে চলি গৈল একেবাৰে।
দশো দিশ পূৰিলেক ধনুৰ টঙ্কাৰে ॥ ৪৩৯০
মাথাসব থুলন্তৰ পৰ্ব্বত সচ্চল।
কালমেঘদল যেন ৰাক্ষসৰ বল ॥
সকলে মন্ত্ৰীৰ পুত্ৰে বিমৰিষ কৰি।
অস্ত্ৰৰ প্ৰহাৰ দিল চৌভিতি আৱৰি ॥ ৪৩৯১
কৌতুহলে আটাসেক দিল হনুমন্তে।
আকাশক ডেৰ দিলা তোৰণৰ হন্তে ॥
কাণ্ডে হানি যতমান দূৰক নপায়।
তহিতে থাকিলা বীৰে অস্ত্ৰক এৰাই ॥ ৪৩৯২
সেনামাজে মাৰুতি পৰিলা বেগ টানি।
হস্তী ঘোৰা সেনা মাৰে মুণ্ডে মুণ্ডে হানি ॥
মন্ত্ৰীপুত্ৰগণ বীৰে বিগুটি মাৰিয়া।
কাৰো বজ্ৰনখে চিৰি টেটু ভসাৰিয়া ॥ ৪৩৯৩
কাহাকো লাঙ্গুল বাৰি কাকো লাথি গোৰে।
কাহাকো টোকৰে আঠু মুকুতি কামোৰে ॥
কিল ভুকু ঘৰাকাতি কঙ্কালত কোবে।
কাকো তুলি আছাৰন্ত বস্ত্ৰ যেন ধোৱে ॥ ৪৩৯৪
মন্ত্ৰীপুত্ৰসকলকো পাচে ধৰি আনি।
কপালে কপালে সবে ঠেকাঠেকি হানি ॥
সাগৰত যেন মৎস্য মাৰিল মগৰে।
সব সেনা মাৰিলেক পৱন কুমাৰে ॥ ৪৩৯৫
শোণিতৰ নদী বহে সমৰ ভূমিত।
অগম্য ভৈ গৈল অস্থি মাংসে পঙ্কাকৃত ॥
হস্তীসব উটে ঘোৰাসব যাই ভাসি।
তোৰণত বসি বীৰে তুলিলেক হাসি ॥ ৪৩৯৬
মন্ত্ৰীপুত্ৰ বধ শুনি ৰাৱণৰ ভয়।
মনত বিষাদে ৰাজা পৰম বিস্ময় ॥
কিনো আপদেক আসি মিলিল লঙ্কাৰ।
আৱে পাতি মলছিল দুষ্ট বানৰাৰ ॥ ৪৩৯৭

যূপাক্ষ-বিৰূপাক্ষ আদিৰ লগত হনুমানৰ ৰণ

কহিবা যূপাক্ষ বিৰূপাক্ষ ভাসকৰ্ণ।
দুৰ্দ্ধৰ্ষ বীৰ প্ৰদ্ঘস অঞ্জন সমবৰ্ণ ॥
পাঞ্চ মহাবীৰ সমৰক যাহা চলি।
সাৱধানে যুজিবা বানৰা মহাবলী ॥ ৪৩৯৮
পাঞ্চ মহাৰথীক পঠাওঁ একেবাৰে।
দেৱলোকে সম নুহি একৈক তোমাৰে ॥
পাঞ্চ বীৰে গৈয়া বানৰক বন্দী কৰা।
ঝাণ্টে মোৰ হৃদয়ৰ শৈল্যক উদ্ধাৰা ॥ ৪৩৯৯
আদেশ কৰিয়া পাচে ৰাক্ষসৰ ৰাজে।
সমৰক চলিল ভূমিত সব সাজে ॥
পাঞ্চো মহাৰথী প্ৰবেশিত সমৰত।
মাৰুতিক দেখিলে তোৰণ উপৰত ॥ ৪৪০০
তীক্ষ্ণ পাঞ্চ শৰ লৈয়া দুৰ্দ্ধৰিষ বীৰে।
টান কৰি বিন্ধিলেক হনুৰ শৰীৰে ॥
শৰঘাৱে হনুমন্তে ক্ৰোধ বৰ পাইল।
পৰ্ব্বত সমান কৰি শৰীৰ বঢ়াইল ॥ ৪৪০১
আটাসেক দিয়া কপি গগনে চড়িলা।
শীঘ্ৰ বেগে গৈয়া তাৰ ৰথত পৰিলা ॥
ৰথ ধনু সাৰথিয়ে দুৰ্দ্ধৰিষ গাৱে।
চূৰ্ণীকৃত হুয়া গৈল শৰীৰৰ বাৱে ॥ ৪৪০২
যতেক আছিল তাৰ যুদ্ধৰ সম্ভাৰ।
চূৰ্ণীকৃত হুয়া গৈল নেদেখিল আৰ ॥
দুৰ্দ্ধৰিষ পৰিলাত অসন্তোষ পাইল।
যূপাক্ষ বিৰূপাক্ষ দুয়ো খঙ্গে ধাইল ॥ ৪৪০৩
তোৰণত আছে হনুমন্তক আকলি।
মুদ্গৰ মুষল হানিলেক একেবেলি ॥
হিয়াত পৰিল কূট মুদ্গৰৰ শূল।
ভূমিত পৰিলা হনুমন্ত মহাবল ॥ ৪৪০৪
থুলন্তৰ শাল বৃক্ষ লৈলন্ত উপাৰি।
দুইহানো মাথাত বৈসাইলেক এক বাৰি ॥
একে বাৰি প্ৰহাৰে দুইহানো অন্ত হইল।
দেখি পাচে প্ৰদ্ঘস ৰাক্ষস জ্বলি গৈল ॥ ৪৪০৫
ভাসকৰ্ণ কিটাইল ত্ৰিশূল তুলি লৈল।
মাৰ মাৰ বুলি মাৰুতিক খেদি গৈল ॥
ভাসকৰ্ণে ত্ৰিশূলে হানি প্ৰদ্ঘসে পটাশে।
বানৰক শালি দুয়ো হাসন্তে হৰিষে ॥ ৪৪০৬

ৰুধিৰে পৱনসুত দেখিতে শোভিত।
প্ৰভাত কালৰ যেন অৰুণ উদিত ॥
শৰঘাৱে মাৰুতিয়ে কোপ বৰ কৰি।
নাগ মৃগ সহিতে পৰ্ব্বত হাতে তুলি ॥ ৪৪০৭
দুইহাতে কোবেক বৈসাইল বৰ টানে।
একেবাৰে দুয়ো বীৰ মৰি গৈল প্ৰাণে ॥
পাঞ্চ সেনাপতি বধ কৰিল মাৰুতি।
পাচে সেনা মাৰিলন্ত বিগুটি বিগুটি ॥ ৪৪০৮
হস্তীক হস্তীয়ে ধৰি আছাৰি মাৰিল।
ঘোৰে ঘোৰে ৰাহুতে ৰাহুতে সংহৰিল ॥
শোণিতে বহাইল নদী সমৰ ভূমিত।
অগম্যা সমৰ ভূমি দেখি ভয় ভীত ॥ ৪৪০৯
হস্তী সব হন্ত দ্বীপ ঘোৰা যায় ভাসি।
তোৰণত বসি বীৰে থাকিলন্ত হাসি ॥
পাঞ্চ সেনাপতি বধ শুনিল লঙ্কেশ।
অক্ষকুমাৰক পাচে কৰিল আদেশ ॥ ৪৪১০
যাক যাক পঠাইলোহো পৰিলেক ৰণে।
বানৰাক বান্ধি বাপ আন এতিক্ষণে ॥
বিমৰিষ অনেক কৰিলো মনে থিৰ।
বানৰাক যুজন্তা লঙ্কাত নাহি বীৰ ॥ ৪৪১১
তই সিদ্ধ শৰ তিনি ত্ৰৈলোক্যতে সাৰ।
ধৰিতে নোৱাৰা যেৱে সমৰত মাৰ ॥
তোৰ আগে বানৰায়ে কোন বস্তু হোৱে।
সমৰে হাৰিল তোত বাসৱৰ পোৱে ॥ ৪৪১২
কোনে বা চিন্তিলে হেন কৰ্ম্ম দেৱাসুৰ।
যেনমতে পৰাভৱে বানৰা দুন্দুৰ ॥
উতোভন বচন শুনিলে বাপেকৰ।
হৰিষ বদন ভৈলা অক্ষকুমাৰৰ ॥ ৪৪১৩
প্ৰৱন্ধ কৰিব আগে তাক ধৰিবাৰ।
নুহি তেৱে শৰ হানি সমৰত মাৰ ॥
তাকে ডৰে পলাই সবে কিঙ্কৰসকল।
সাৱধানে যুজিবে বানৰা মহাবল ॥ ৪৪১৪
উপদেশ বচনে আনন্দ ভৈল তাৰ।
হৰিষ বদনে চলে অক্ষ যে কুমাৰ ॥
সূৰ্য্য কিৰণৰ সম ৰথখান চলে।
তাত নিয়া চড়াইলেক অস্ত্ৰক সকলে ॥ ৪৪১৫
ত্ৰিকণ্টক ভুষণ্ডী বিপাট মুদ্গৰ।
শতঘ্নী যে নাগপাশ ক্ষুৰ ধনু শৰ ॥

অক্ষকুমাৰ বধ

অক্ষ যে কুমাৰে প্ৰৱেশিল সমৰত।
মাৰুতিক দেখিলে তোৰণ উপৰত ॥ ৪৪১৬
হনুমন্তে ডেৱ দিলা মাৰুতৰ পথে।
ৰাজাৰ কুমাৰ পাচে পাচে খেদে ৰথে ॥
বৰদত্ত বাণ বৰিষয় নিৰন্তৰ।
দশো দিশ ঢাকিলেক বায়ুৰ পুত্ৰৰ ॥ ৪৪১৭
মেঘে যেন বৰিষিল অসংখ্যাত শৰে।
নিৰন্তৰে থাসিলেক অক্ষ যে কুমাৰে ॥
তেজে তোলবোল ভৈল সবে কলেৱৰ।
মনে মনে গুণিতে লাগিল কপিবৰ ॥ ৪৪১৮
কিনো ইটো বীৰ দেখো প্ৰচণ্ড প্ৰতাপ।
ভালেতো দেৱক ইটো জনালেক কাপ ॥
ইহেন বীৰক যেৱে নমাৰো সত্বৰে।
উপেক্ষিলে ব্যাধি যেন বাঢ়ে আথান্তৰে ॥'১৯
এহি বুলি ৰথে তাৰ চাপৰেক দিল।
ৰথ ভাগি চাৰি ঘোৰা সাৰথি মৰিল ॥
সত্বৰ গমনে যায় বায়ুপথ ভেদি।
খাণ্ডা ধৰি প্ৰহাৰ দিবাক যাই খেদি ॥ ৪৪২০
বামে শক্ৰচাপ সম ধনুৰ প্ৰকাশ।
দক্ষিণত ফিৰাৱে তীখাল চন্দ্ৰহাস ॥
দেখ নেদেখ বেগে বায়ুসুত কপি।
একে হাতে দুই পাৱ ধৰিলেক চাপি ॥ ৪৪২১
একে হাতে বলে তুলি আলগাইল তাক।
অক্ষক ফুৰায় যেন কুমাৰৰ চাক ॥
অসংখ্যাত পাক তাক দিল টান কৰি।
ৰাজাৰ কুমাৰ গৈল আকাশতে মৰি ॥ ৪৪২২
পৃথিৱীত আছাৰিল মৰা কলেৱৰ।
চূৰ্ণীকৃত হুয়া গৈল অস্থি যে পাঞ্জৰ ॥

হাত খানি ছিৰি মাথাগোট ভৈল চুৰ।
ৰাজাৰ কুমাৰ চলি গৈল যমপুৰ ॥ ৪৪২৩
ৰাজাৰ কুমাৰ অক্ষ যেখনে পৰিল।
কতো দূৰমানে মহী মন্দৰো লৰিল ॥
কুমাৰৰ বধ ৰাজা শুনিল অনিষ্ট।
ৰাৱণ নৃপতি বৰে ভৈল শোকাৱিষ্ট ॥ ৪৪২৪
ঢলিয়া পৰিলা ৰাজা সিংহাসন হন্তে।
হা পুত্ৰ বুলি ৰাজা থাকিল কান্দন্তে ॥
কৈক গৈল কুমাৰ নন্দন হৰি হৰি।
শুনি কেনমতে জীৱ মাৱ মন্দোদৰী ॥ ৪৪২৫
গন্ধৰ্ব্বক জিনি বাপ যশক পাইলে।
বানৰগোটৰ হাতে প্ৰাণ হৰুৱাইলে ॥
মাৱৰৰ দক্ষিণ মোহোৰ ফন্দে বাম।
আজি ধৰি গুচাইলে আচুতকুখী নাম ॥ ৪৪২৬
হুয়োহন্তে পুৰি মৰো প্ৰিয় পুত্ৰশোকে।
বুলিয়ো প্ৰবোধ মন্দোদৰীক মোহোকে ॥
তই বিনে দশোদিশে দেখো অন্ধকাৰ।
তোৰ শোক শেলে দাৰে হৃদয় আমাৰ ॥ ৪৪২৭
কৈৰা ইন্দ্ৰজিত কুলনন্দন কুমাৰ।
ঝাণ্ট কৰি হৃদয়ৰ শৈল্যক উদ্ধাৰ ॥
যতেক পঠাইলো বাপ পৰিলেক ৰণে।
বানৰাক বান্ধি বাপ আন এতিক্ষণে ॥ ৪৪২৮
তোৰ আগে বানৰা কমন বস্তু হোৱে।
সমুখ সমৰে তোত হাৰিল বাসৱে ॥
অনেক প্ৰকাৰে গুণি কৰিলোহো থিৰ।
বানৰাক যুজন্তা লঙ্কাত নাহি বীৰ ॥ ৪৪২৯
তুমিতো বীৰতো বীৰ ত্ৰৈলোক্যতে সাৰ।
ধৰিবে নোৱাৰা যেৱে সমৰতে মাৰ ॥
পিতৃ মাতৃ মৰো তোৰ প্ৰিয় পুত্ৰশোকে।
বানৰক ধৰি আনি ভেটায়োক মোকে ॥ ৪৪৩০
তাত ডৰে পলাই মোৰ কিঙ্কৰসকল।
বিলম্ব নকৰ বাপ শীঘ্ৰ কৰি চল ॥
আদেশ কৰিল যেৱে ৰাক্ষসৰ ৰাজে।
ৰণক চলিল বীৰ যুজিবাক সাজে ॥ ৪৪৩১

### ইন্দ্ৰজিতৰ লগত হনুমানৰ ৰণ আৰু বন্ধন

ত্ৰিকণ্টক ভূষণ্ডী বিৰাট মুদগৰ।
শতঘ্নী নাগপাশ খুৰ ধনুশৰ ॥
চাৰিগোটা নাগে তাৰ ৰথখান ৰহে।
দেৱাসুৰ নৰে তাৰ লাহাৰি নসাহে ॥ ৪৪৩২
তূণে শৰ ভৰিয়া যুদ্ধক ভৈল সাজ।
পতাকা সুৱৰ্ণময় মনুষ্যৰ ধ্বজ ॥
ইন্দ্ৰজিত বীৰ গৈয়া প্ৰবেশ ৰণত।
মাৰুতিক দেখিলে তোৰণ উপৰত ॥ ৪৪৩৩
তোৰণত বসিয়া চাহন্ত ঘনে ঘনে।
হৰিষ বদনে থিত যুজিবাক মনে ॥
হেন দেখি ইন্দ্ৰজিত ক্ৰোধে জ্বলি গৈল।
বচন প্ৰহাৰে আগে গৰ্জ্জিবাক লৈল ॥ ৪৪৩৪
কোথেৰ বানৰ তই আসি ভৈলে লঙ্কা।
ৰাৱণৰ বংশক তোহোৰ নাহি শঙ্কা ॥
তাহাৰ প্ৰতাপে ত্ৰিজগত ভয়ভীত।
তোৰ কালান্তক আসি ভৈলো ইন্দ্ৰজিত ॥ ৪৪৩৫
উদ্যান ভাঙ্গিয়া সব সেনাক মাৰিলে।
মোৰ ভাইক মাৰিয়া যশক বৰ পাইলে ॥
জম্বুমালী বীৰকো মাৰিলি তাতো আগে।
মোহোৰ হাতত এবাই যাইবে কতভাগে ॥ ৪৪৩৬
কথা কহ বানৰা কাহাত তোৰ গহ।
আটি মুটি ভাঙ্গো আজি খানিতেক ৰহ ॥
মোহোৰ ক্ৰোধত তোক ৰাখিবেক কোনে।
নপলাইবে মাৰি পেযো যমৰ সদনে ॥ ৪৪৩৭
কোপে হনুমন্ত ইন্দ্ৰজিতক বোলন্ত।
গৰ্ব্ব নকৰিবি আজি কৰিবোহো অন্ত ॥
যত শৰ আছে মোৰ হান শৰীৰত।
গৰ্জ্জি কত দেখাৱস লোকত মহত্ত্ব ॥ ৪৪৩৮
কপিৰ বচনে ক্ৰোধ জ্বলিল তাহাৰ।
মাৰুতিক বেঢ়ি দিল অস্ত্ৰৰ প্ৰহাৰ ॥
ৰাৱণৰ তনয়ে পৱন তনয়ৰ।
জৰ্জ্জৰিত কৃতে ভেদিলেক কলেৱৰ ॥ ৪৪৩৯

হনুমন্তে উপাৰি লৈলন্ত তৰুশালে।
ইন্দ্ৰজিতে কাটিলেক দশ কনিয়ালে ॥
দুনাই মাৰুতি প্ৰহাৰিল তৰুজাক।
শৰে হানি মেঘনাদে কাটিলন্ত তাক ॥ ৪৪৪০
আকাশতে ঘোৰ যুদ্ধ কৰিলন্ত দুই।
ইন্দ্ৰজিতে বোলে অক্ষে আক সম নুই ॥
মোক ভঙ্গাইলেক ৰণে আন কৈত থাকে।
লঙ্কাত নাহিকে বীৰ যুজন্তা ইহাকে ॥ ৪৪৪১
ভালেতো উদ্যান মোৰ ছন্ন কৰিলেক।
মনত গুণয় কিনো বীৰ আতিৰেক ॥
যত যত অস্ত্ৰ আক কৰিলো প্ৰহাৰ।
অণুমাত্ৰো নিবিন্ধিল শৰীৰত আৰ ॥ ৪৪৪২
কাটন ফুটন শৰ প্ৰহাৰিলো যত।
পৰিসেকে নিবিন্ধিল ইহাৰ গাৱত ॥
কিনো তোক অবধ্য কৰি ব্ৰহ্মা দিলা বৰ।
কিছুকো নোৱাৰে পৰি বৰ বৰ শৰ ॥ ৪৪৪৩
শীঘ্ৰে বন্দী কৰো আক মাৰণ নযায়।
শত্ৰুবল বাঢ়ে বিলম্বক নুযুৱায় ॥
প্ৰথম ৰোগত যেৱে নেদয় আযুধি।
ব্যাধি বাঢ়ি গৈলে পাচে হত হোৱে বুদ্ধি ॥ ৪৪৪৪
ৰাক্ষসৰ বচন বানৰে আছে ছান্দি।
নাগপাশ হানি মোক কৰিবেক বন্দী ॥
বন্দী কৰি নিয়া কৰিবেক ৰণ্ড ভণ্ড।
ৰাজাৰ আগক নিলে কৰিবেক দণ্ড ॥ ৪৪৪৫
হানিলে ব্ৰহ্মাৰ পাশ হনুৰ গাৱত।
বাণ পৰি ছিৰিল হনুৰ শৰীৰত ॥
ব্ৰহ্মাদেৱে কৰিল আমাক উপহাস।
দুনাই আসি বান্ধিবো বানৰা কৈক যাস ॥ ৪৪৪৬
চলি গৈল ইন্দ্ৰজিত ব্ৰহ্মাৰ পাশক।
হেন থলে কোপ ঘোৰ কৰিলা কিসক ॥
বান্ধন নযায় যে কিসৰ নাগপাশ।
হেন দেখি ব্ৰহ্মাদেৱে তুলিলন্ত হাস ॥ ৪৪৪৭
মনে মনে গুণন্ত আসজ ভৈল কাজ।
কপি বন্দী নভৈলেয়ো মোহোৰেসে লাজ ॥

পৱনৰ তনয় অবধ্য হনুমন্ত।
ৰামদূত হুয়া যে লঙ্কাত আসিছন্ত ॥ ৪৪৪৮
সীতাকো দেখিল কাৰ্য্য কৰিল বিশেষ।
বন্দীছলে দেখন্তোক লঙ্কা যেন দেশ ॥
গুৰু নুসুমৰি তই অকাৰ্য্য কৰিলি।
গুৰুক নাৰাধি ব্ৰহ্ম অস্ত্ৰক হানিলি ॥ ৪৪৪৯
হেন মন্দ কাৰ্য্যক কিসক আচৰিলি।
গুৰুপাৱ নবন্দিয়া পাপক সঞ্চিলি ॥
অধৰ্ম্মক আশে গুৰু মনত নলৈলি।
মুগুধ ৰাক্ষস ভাল মন্দ নাজানিলি ॥ ৪৪৫০
অৱলেপ কৰি তই কপিক হানিলি।
পকা ফল থৈয়া কাঞ্চা ফলক পাৰিলি ॥
আপুনিও লাজ ভৈলি কুযশক পাইলি।
ৰাক্ষস কুলৰ বৰ কীৰ্ত্তিক অনাইলি ॥ ৪৪৫১
কিছুক নোৱাৰি তই এৱে আসি ভৈলি।
আগ পাচ নুগুণিয়া কোন কাৰ্য্য কৈলি ॥
গুৰুসে পৰম বন্ধু গুৰু আদিদেৱ।
গুৰুবিনে ত্ৰিজগতে আন নাহি কেৱ ॥ ৪৪৫২
গুৰুক সুমৰি যেৱে কৰস সন্ধান।
হানিৱয় তেৱেসে ব্ৰহ্মাৰ নাগবাণ ॥
তই নুসুমৰিলে গুৰুৰ চৰণক।
নাগপাশ কিসক হানিলি বানৰক ॥ ৪৪৫৩
গুৰুক সুমৰি যেৱে তই হান শৰ।
তেতিক্ষণে মাৰিয়া পেথিবি যমঘৰ ॥
গুৰুক সুমৰি গৈয়া ঝাণ্টে বাণ হান।
তেৱে বন্দী নভৈলি কৰিবি অপমান ॥ ৪৪৫৪
ব্ৰহ্মাৰ বচনে হৰষিত বৰ মনে।
ৰণভূমি পাইল আসি সত্বৰ গমনে ॥
গুৰুক প্ৰণামি বাণ ধৰি দুই হাতে।
যুদ্ধক প্ৰৱন্ধি থিত অশোকা বনতে ॥ ৪৪৫৫
এৱে তোক মাৰিবো বানৰা কৈক যাস।
ব্ৰহ্মাৰ অস্ত্ৰক কৰি আছ উপহাস ॥
ইন্দ্ৰজিতে ৰণমাজে ব্ৰহ্মাক নমিল।
মাৰুতিক লাগি ব্ৰহ্ম অস্ত্ৰক হানিল ॥ ৪৪৫৬

ব্ৰহ্ম অস্ত্ৰ দেখি কপি ভৈল হৰিষিত।
বন্ধন নভৈলে ব্ৰহ্মা হোৱয় লজ্জিত ॥
বন্দী হুয়া কৌতুকে ৰাৱণা আগে যাইব।
নগৰৰ নৰনাৰী মোক বেঢ়ি চাইব ॥ ৪৪৫৭
তেৱেঁসে কৌতুক আমি পাইবোহো বিস্তৰ।
এহি বুলি বন্ধন লৈলন্ত কপিবৰ ॥
চেতন হৰিলা কপি ভৈলা আকুলিত।
গিৰিসিত কৰি আসি পৰিলা ভূমিত ॥ ৪৪৫৮
বন্ধনক লৈয়া বীৰে গুণে মনে মন।
চাৰিয়ো জাতিত কৰি আকুলীন জন ॥
মদ্য মাংস শোণিতক খাই দিনে ৰাতি।
ব্ৰহ্ম অস্ত্ৰ হানি মোক পাইলেক খিয়াতি ॥ '৫৯
বান্ধ এৰাইবাক পাৰো আপোনাৰ বলে।
লঙ্কাখান দেখো গৈয়া বন্ধনৰ ছলে ॥
ত্ৰিদশৰ বৰত অবধ্য তিনিলোকে।
পাপিষ্ঠ ৰাক্ষসে কি কৰিতে পাৰে মোকে ॥'৬০
হনুমন্ত বৰ বীৰ ইন্দ্ৰজিতে জানি।
আপুনিয়ে মাৰুতিক বান্ধিলেক টানি ॥
ৰাক্ষস লোকক বোলে আৰ কিবা চাহা।
ঝাণ্টে সাজি বান্ধি নিয়া ৰাজাত ভেটাহা ॥ '৬১
ইন্দ্ৰজিতৰ বাণী শুনি ৰাক্ষসগণে।
দৃঢ় কৰি আনি সাঙ্গি বান্ধিলা তেখনে ॥
দেখিলে বানৰ বৰ অচেতন ভৈল।
ইন্দ্ৰজিতে হৰিষে অস্ত্ৰক লৈয়া গৈল ॥ ৪৪৬২
মাৰুতিক দেখিয়া ৰাক্ষস ক্ৰোধ কৰি।
মাৰৈ কিল ভুকু চৰৰ হাতগৰি ॥
লাথি ভুকু মাৰৈ সবে কৰে গিৰগিৰি।
মৰা যেন হনুমন্তে আছে দান্তৰি ॥ ৪৪৬৩
কেহো বোলে বানৰা মাৰিলে মোৰ ভাই।
কেহো বোলে মাৰিলেক খুৰত মোমাই ॥
কৈৰ পৰা আসিলে লঙ্কাৰ অগ্নিকুণ্ডে।
এহি বুলি পৰিষে কোবাৱে আসি মুণ্ডে ॥ ৪৪৬৪
ঘসায়া পিসায়া লোটায়া থেথলায়া।
সাঙ্গি বাৰি বান্ধিয়া কান্ধত তুলি লৈয়া ॥

বহন্তে বহন্তে প্ৰজা হতাশ ভৈ গৈল।
কতো দূৰ নিয়া পাচে গিৰিসাই থৈল ॥ ৪৪৬৫
ৰাক্ষসৰ কান্ধে কপি বন্দী হুয়া যান্ত।
মাথা তুলি দিব্য সভাখান দেখিলন্ত ॥
সভাৰ মাজত বৰ দিব্য সিংহাসনে।
চতুৰ্দ্দিশে বেঢ়ি আছে মন্ত্ৰী পাত্ৰগণে ॥ ৪৪৬৬
প্ৰহস্ত নিকুম্ভ মহাপাৰ্শ্ব মহোদৰ।
পৃথিৱীক বেঢ়ি যেন চাৰিয়ো সাগৰ ॥
আনো যত বীৰগণ যাই আগে পাচে।
অস্ত্ৰশস্ত্ৰ ধৰিয়া যুজৰ সব কাছে ॥ ৪৪৬৭
সেহি সিংহাসনে বসি আছে লঙ্কেশ্বৰ।
দশশিৰ কুৰি বাহু দেখি ভয়ঙ্কৰ ॥
মাৰুতিৰ দেখি আতি মনত বিস্ময়।
ভালেতো ৰাৱণে কাকো ভয় নকৰয় ॥ ৪৪৬৮
আক সম সুখী ৰাজা নাহি ৰবিতলে।
সীতাক হৰিলে আক কোন বিধিছলে ॥
পুনৰপি নিশাচৰে সাঙ্গি বান্ধি লৈল।
ৰাজাৰ আগত নিয়া গিৰিসাই থৈল ॥ ৪৪৬৯
বন্দী বানৰক দেখিলেক লঙ্কেশ্বৰ।
প্ৰহস্তক বোলে পুছ কোথেৰ বানৰ ॥
কি কাৰ্য্যক মাৰিলেক আমাৰ নিশাচৰ।
জম্বুমালী বীৰ আৰো অক্ষ যে কুমাৰ ॥ ৪৪৭০
প্ৰহস্ত বোলয় অৰে কোথেৰ বানৰ।
মিছা নুবুলিবি তই কিছু নাই ডৰ ॥
তোক মাৰি আমৰা কমন যশ পাইবো।
স্বৰূপ কহিলে তোক মেলিয়া পঠাইবো ॥ ৪৪৭১
ৰাজাৰ বিচিত্ৰ থান ক্ৰীড়াৰ ভুৱন।
অশোকা বনক কেনে কৰিলিহি ছন্ন ॥
কোনেবা পঠাইলে তোক আইলি কি কাৰণে।
ইন্দ্ৰৰ চৰিয়া পঠাইলন্ত নাৰায়ণে ॥ ৪৪৭২
কিবা যমে পঠাইলন্ত কিবা দিনকৰে।
কিবা যমদূত আইল লঙ্কাৰ ভিতৰে ॥
হনুমন্তে বোলন্ত শুনিয়ো মোৰ বাণী।
লঙ্কা ৰাজ্য দেখিবাক আইলো আপুনি ॥ ৪৪৭৩

ইন্দ্রে নপঠাইল নপঠাইল নাৰায়ণে।
ৰামদূত হেন মোক জানে কোনজনে ॥
যমৰাজে দিনকৰে পঠাইবন্ত কেনে।
তবল বানৰ জাতি আসি ভৈলো হেনে ॥ '৭৪
ৰাজাৰ শ্ৰীমুখ আতি দেখিবাক স্বাদ।
সিকাৰণে আমাৰ দাৰুণ অপৰাধ ॥
আপোনাৰ প্ৰাণ ৰক্ষা নপৰে কাৰণে।
ৰাক্ষসগণক মই মাৰিলোহো ৰণে ॥ ৪৪৭৫
কুমাৰক মাৰিবাক নুদূষিবা মোকে।
শীঘ্ৰে বিহি আছে ই পণ্ডিতসব লোকে ॥
একোৱে প্ৰকাৰে যেৱে এৰাইতে নোৱাৰি।
অততায়ী ভৈলে পাচে ব্ৰাহ্মণকো মাৰি ॥ '৭৬
প্ৰহস্তে বোলয় তোৰ কথা নোহে সঞ্চা।
যতেক কহিলি মানে সব তোৰ মিছা ॥
এখন স্বৰূপ কহ অধম বানৰ।
প্ৰাণখানি ৰক্ষা কৰ মিছাত নমৰ ॥ ৪৪৭৭
মাৰুতি বোলয় শুন কথাৰ প্ৰস্তুত।
জম্বুদ্বীপ হন্তে আইলো ৰাঘৱৰ দূত ॥
সীতাকো দেখিলো সাগৰতো ভৈলো পাৰ।
স্বৰূপ বচন ৰাজা শুনিয়ো আমাৰ ॥ ৪৪৭৮
বালী ৰাজা আছিল তোমাৰ বৰ ইষ্ট।
বানৰৰ ৰাজা তান সুগ্ৰীৱ কনিষ্ঠ ॥
তেহেন্তে সন্দেশ কথা পঠাইলে তোমাক।
সকলে কহিবো কৰ্ণপাতি শুন তাক ॥ ৪৪৭৯
অবধ্য দুৰ্জ্জয় বীৰ ৰাম হেন জানি।
মাথে তুলি সীতা দেৱী সমৰ্পিয়ো আনি ॥
আমাৰ বচন শীঘ্ৰে কৰিয়ো প্ৰৱন্ধ।
তেৱেসে জানিবা নিষ্ঠে ৰক্ষা পৰৈ কন্ধ ॥ '৮০
এতেকে বচন শুনি নৃপতি ৰাৱণ।
ক্ৰোধ কৰি বোলে অৰে শুন পাত্ৰগণ ॥
সবে বানৰক কিল বাৰি দেস জাক।
কোটি কোটি ধাইল শুনি নৃপতিৰ বাক ॥ '৮১
গদা মুদগৰে কোবাৱয় ভিণ্ডিপালে।
পৰিঘে কোবাৱে কেহো চৰ ডাৱে গালে ॥

ৰাক্ষসৰ বলে যত পৰাভৱ দেন্ত।
হনুমন্তে কপটে কৰন্ত কেন্ত কেন্ত ॥ ৪৪৮২
শুনা ৰামায়ণ সভাসদ লোক যত।
ৰামৰ সেৱাৰ দেখা পৰম মহত্ত্ব ॥
ত্ৰৈলোক্য সম্পদ যিটো ৰাজা লঙ্কেশ্বৰ।
ৰামদূত হনুমন্ত বনৰ বানৰ ॥ ৪৪৮৩
একেশ্বৰে লঙ্কাত লগাইলে খলখলি।
ৰাৱণক চমক দেখাইলা মহাবলী ॥
শ্ৰীৰামৰ চৰণ সেৱাৰ দেখা বল।
জানি ভজা ৰাঘৱৰ চৰণ কমল ॥ ৪৪৮৪
পৰম যতনে নিতে সন্তৰ সঙ্গত।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ কৰিয়ো মনত ॥
এতেকে সংসাৰ তাপ তৰিবাহা সুখে।
পলাওক পাতক ৰাম ৰাম বোলা মুখে ॥ ৪৪৮৫

---

দুলড়ী

হাসিত বদন পৱন নন্দন
হাওৰে দুষ্ট ৰাৱণা।
লঙ্কাত নৃপতি তই যোগ্য নোহস
পাপিষ্ঠ মুগুধ জনা ॥
ভাল বোলন্তে যে বসিতি ভাগয়
হিতক দেখহ মন্দ।
সুগ্ৰীৱ ৰাজাৰ মুঠিৰ প্ৰহাৰে
তোৰ পাৰিবেক কন্ধ ॥ ৪৪৮৬
মোহোৰ সমান ভালুক বানৰ
কতো মোত কৰি চাৰ।
ৰামৰ আদেশে সীতাক খোজোহো
সাতো সাগৰৰ পাৰ॥
হেন কি ৰামক ঠেস নকৰস
কটকটাই তোৰ ঘাৰ।
ৰামৰ ভাৰ্য্যাক সীতাক হৰিলি
যমৰায়ক দিলি ধাৰ ॥ ৪৪৮৭
জগতৰ দ্ৰোহ আচৰিয়া সুখে
লঙ্কাত ৰহিলি ভালে।

সীতাক আনিয়া আৰেসে নশিলি
গ্ৰাসিলেক তোক কালে ॥
সমস্তে ৰাক্ষস কুলৰ পাপিষ্ঠ
তই ভৈলি অধোগামী ।
এতিক্ষণে তোক মাৰিবাক পাৰো
ধৰ্ম্মক নেৰোহো আমি ॥ ৪৪৮৮
মাটিত চাপৰ মাৰিয়া ৰাঘৱে
কৰিয়াছা অঙ্গীকাৰ ।
মোহোৰ ভাৰ্য্যাৰ বৈৰৰ নিশ্চয়ে
মইসে চিন্তিবো মাৰ ॥
প্ৰভু ৰাঘৱৰ অঙ্গীকাৰ ছন্ন
যিহেতু নকৰো মই ।
তাতেসে মোহোৰ হাতত ৰাৱণা
জীৱন্তে ৰহিলি তই ॥ ৪৪৮৯
তই আছ উত্তম সিংহাসনে বসি
মই আছো পৰি ভূমিত ।
এতিক্ষণে তোক নমাইবাক পাৰো
বামহাতে ধৰি চুলিত ॥
যতেক ৰাক্ষসে মোক কোবাৱয়
তোহোৰ ৰঙ্গ বঢ়াৱে ।
তই আসি মোৰ পাৱক মৰ্দ্দস
ধ্বতি হৌক মোৰ গাৱে ॥ ৪৪৯০
জাজ্বল্য সমান ক্ৰোধ জ্বলি বোলে
বানৰক কৰ দণ্ড ।
মোহোৰ আগত এতিক্ষণে আক
কাটি কৰ খণ্ড খণ্ড ॥
পশুজাতি হুয়া মোক বিগুতয়
অধম আতি বৰ্ব্বৰ ।
কহিৱা প্ৰহস্ত আৰ কিবা চাস
ঝাণ্টে খাণ্ডা তুলি ধৰ ॥ ৪৪৯১
হেন বাণী শুনি বিষ্ণুত ভকত
বিভীষণে চালি গাৱ ।
কাতৰ কৰোহো দদা লঙ্কেশ্বৰ
ইটো কোপ বাহুৰাৱ ॥

চৈধ্যয় শাস্ত্ৰত আপুনি পাৰ্গতি
ধৰ্ম্মক এৰিয় কিক ।
কৈতনো শাস্ত্ৰত দেখিয়া আছাহা
দূতৰ এ প্ৰাণান্তিক ॥ ৪৪৯২
যেহেন শুনয় তেহেন বোলয়
দূতৰ হেনসে নয় ।
প্ৰাণান্তিক ভৈলে দূতে কদাচিতো
মিছা বাণী নোবোলয় ॥
মাথা মুণ্ডি পাঞ্চ চিৰলা কৰিয়ো
গালে দিয়া কালি চূণ ।
দূতৰ শাস্তি যে প্ৰাণান্তিক নুহি
গাৱে কৰ কিছু খুন ॥ ৪৪৯৩
উচিত বচন বুলিলে বোপাই
পণ্ডিত আমাৰ ভাই ।
ক্ৰোধৰ বেগত দূতক দণ্ডিয়া
ক্ষেণে অপযশ পাই ॥
কমন অঙ্গত খুন কৰিবোহো
যেন হোৱে ৰণ্ড ভণ্ড ।
যিগোটে পঠাইল অপমান পাউক
দূতৰ দেখিয়া দণ্ড ॥ ৪৪৯৪
বানৰ-জাতিৰ লাঞ্জেসে ভূষণ
সব শৰীৰৰ মূল ।
আমাত আৰেসে সুবুদ্ধি ফড়িল
পঠায়ো পুৰি লাঙ্গুল ॥
যিগোটে ইহাক দূত পঠাইলেক
তাৰ প্ৰতিফল পাউক ।
ৰাম লখমনে সুগ্ৰীৱে দেখোক
চেঙ্কা পোৰা হুয়া যাউক ॥ ৪৪৯৫

হনুমন্তৰ লেঞ্জত জুই দিয়া আৰু
লঙ্কা দাহন

পদ

ৰাক্ষস লোকক আদেশিলেক ৰাৱণ ।
ঝাণ্ট কৰি মোৰ ভণ্ডাৰৰ বস্ত্ৰ আন ॥

বান্দৰাৰ লাঞ্জত বান্ধিয়ো টানি টানি।
তেলে সমে জোবৰায়ো ভণ্ডাৰৰ আনি ॥ ৪৪৯৬
ৰাজাৰ বচনে ভণ্ডাৰৰ বস্ত্ৰ আনি।
বানৰাৰ লাঞ্জত বান্ধিয়া টানি ॥
কাপোৰ নোজোৰে তৈল সবে ভৈল ক্ষয়।
পুনু পুনু মাৰুতিৰ লাঙ্গুল বাঢ়য় ॥ ৪৪৯৭
পকাই পকাই লাঞ্জ বঢ়াই হনুমন্ত।
কত বস্ত্ৰ লাগিল নাহিকে আদি অন্ত ॥
কৰযোৰ কৰি পাচে ভণ্ডাৰী বোলয়।
ভণ্ডাৰৰ তৈল বস্ত্ৰ সবে ভৈল ক্ষয় ॥ ৪৪৯৮
ৰাজা বোলে ভণ্ডাৰী কৰ্পূৰ দেও খাহা।
মন্দোদৰী পাশক সত্বৰ কৰি যাহা ॥
সহস্ৰ কন্যাৰ তেন্ত মুখ্য পটেশ্বৰী।
সবাহাৰে বস্ত্ৰ দেওক খান খান কৰি ॥ ৪৪৯৯
হেন শুনি ভণ্ডাৰীয়ে নথাকিল ৰৈয়া।
অন্তেষপুৰত সিটো প্ৰবেশিল গৈয়া ॥
কৰযোৰে ভণ্ডাৰী জুৰিলা যোৰহাত।
আই পটেশ্বৰী বুলি নমিলেক মাথ ॥ ৪৫০০
নতো শুনা মাৰ তুমি ভৈল আথান্তৰ।
তোমাৰ পাশক পঠাইলন্ত লঙ্কেশ্বৰ ॥
জম্বুদ্বীপ হন্তে মাৰ কপি এক আইল।
ইন্দ্ৰজিতে বান্ধি আনি ৰাজাত ভেটাইল ॥ ৪৫০১
লাঞ্জে জুই দিবে আদেশিল লঙ্কেশ্বৰ।
ভণ্ডাৰৰ বস্ত্ৰ ক্ষয় ভৈল নিৰন্তৰ ॥
মন্দোদৰী বোলে কিনো মিলিল অকাজ।
আৰেসে জানিলো ছন্ন ভৈল লঙ্কাৰাজ ॥ ৪৫০২
এৰে যেৰে বস্ত্ৰ মই দিয়া নপঠাওঁ।
ৰাজাৰ বৈলখে বৰ গৰিহাক পাওঁ ॥
ৰাজ পটেশ্বৰী হেন মনে গুণি চাইল।
খান খান কৰি সবে কাপোৰ অনাইল ॥ ৪৫০৩
বস্ত্ৰ আনি ভণ্ডাৰীৰ হাতে আনি দিল।
বস্ত্ৰ পায়া ভণ্ডাৰীয়ো তেখনে চলিল ॥
সিয়ো বস্ত্ৰ নিয়া পাচে লাঞ্জত মেহ্ৰাইল।
একোমতে বানৰাক জোৰণ নযাইল ॥ ৪৫০৪

কৰযোৰে ভণ্ডাৰীয়ে বুলিল ৰাজাক।
আইসকলৰ বস্ত্ৰে নাটিল ইহাক ॥
ৰাজা বোলে ভণ্ডাৰী বানৰ বলীয়াৰ।
বস্ত্ৰ কাটি আন গৈয়া জানকী সীতাৰ ॥ ৪৫০৫
সহস্ৰ ৰাক্ষসী আছে তাইক ৰক্ষা কৰি।
তাসম্বাৰো কাটি আন খান খান কৰি ॥
সীতাৰ বস্ত্ৰৰ কথা শুনি হনুমন্ত।
মনত বিষাদে কপি পৰামৰিশন্ত ॥ ৪৫০৬
পৱনতনয় আপোনাৰ মনে জানি।
দীঘল লাঞ্জক তান টুটাইলেক আনি ॥
ডাইন পাক গুচি লাঞ্জ বামপাক কৈল।
উলট পালট লাঞ্জ আতি হ্ৰস্ব ভৈল ॥ ৪৫০৭
যেনে তেনে তৈলে বস্ত্ৰ অৰ্দ্ধেক তিন্তিল।
অগনি লগায়া হনুমন্তক তুলিল ॥
টানি জৰি গলত বান্ধিল দৃঢ় কৰি।
নগৰ ফুৰাইতে তাঙ্ক নিল হাতে ধৰি ॥ ৪৫০৮
হুলস্থূল লঙ্কাতে লাগিল কোলাহল।
ছৱাল মেলেকে বেঢ়ি কৰে হাত তাল ॥
ঢাক ঢোল উৰুলি মৃদঙ্গ লঙ্কা জুৰি।
সবে মিলি চাহা বানৰাৰ লাঞ্জ পুৰি ॥ ৪৫০৯
ৰাক্ষসৰ মাজে কপি বন্দী হুয়া যান্ত।
আপোনাৰ মনত আপুনি গুণিলন্ত ॥
ৰথীয়াবৰ্গক আমি এতিক্ষণে মাৰি।
ৰাম লক্ষ্মণৰ সমীপক যাইতে পাৰি ॥ ৪৫১০
খাল খোপ পুৰিবোহো গুচাইবো সংগ্ৰাম।
দুৰ্গম গুচায়া ভূমি কৰিবোহো সম ॥
তেৰেসে লঙ্কাক আসিবাৰ ফল হোৱে।
মনে মনে আলোচন্ত পৱনৰ পোৱে ॥ ৪৫১১
দেখিয়া সৰমা গৈল জানকীৰ ভীতা।
আথান্তৰ কথা মাৰ নতো শুনা সীতা ॥
তোমাৰ বানৰ লঙ্কেশ্বৰে বন্দী কইল।
লাঞ্জত অগনি দিয়া নগৰী ফুৰাইল ॥ ৪৫১২
হেন শুনি গোসানীৰ বাঢ়ি গৈল শোক।
হা হা যম কিক লাগি নেনিলাহা মোক ॥

স্বামী মোৰ বাৰ্ত্তাক পাইৱন্ত চিৰকালে।
তাতো নেদিলেক বিধি মোহোৰ কপালে ॥'১৩
প্ৰণামো অগনিদেৱ বায়ু তয়ু সখা।
হনুমন্ত পুত্ৰ মোৰ পুত্ৰৱতে ৰাখা ॥
যেৱে মই নজানোহো শ্ৰীৰামত পৰে।
শীতল হুয়োক হনুমন্তৰ শৰীৰে ॥ ৪৫১৪
অগনিক সীতা যেৱে স্তুতি কৰিলন্ত।
নদহন্ত অগনিয়ে শীতলে জ্বলন্ত ॥
হনুমন্ত সুস্থ হুয়া মনত গুণন্ত।
সীতাৰ প্ৰসাদে মোক বহ্নি নদহন্ত ॥ ৪৫১৫
দেৱীৰ প্ৰসাদে মোক নদহন্ত বহ্নি।
তৃপিতিক কৰাওঁ লগাওঁ লঙ্কা ছানি ॥
ডাঙৰ দীঘল আছিলেক কলেৱৰ।
অল্পদেহা কৰি জৰী গুচাইলা গলৰ ॥ ৪৫১৬
কৰি শিৰোগত আতি ৰামৰ চৰণ।
মাধৱ কন্দলি বিৰচিল ৰামায়ণ ॥
নিমজোক মন মোৰ চৰণে ৰামৰ।
বোলা ৰাম ৰাম সভাসদ নিৰন্তৰ ॥ ৪৫১৭

——

### ছুলড়ী

পুনৰপি বীৰে শৰীৰ বঢ়াইল
উৰ্দ্ধক লাঙ্গুল তৰি।
আলগ সঞ্চাৰে ডেৱ কৰিলন্ত
কতো দূৰ গৈয়া পৰি ॥
আথে বেথে গৈয়া সোণাৰ স্তম্ভক
দুইহাতে লৈল উপাৰি।
ৰাক্ষসবৰ্গৰ সবাৰো কোৰাই
ঠেঙ্গ ভাঙ্গিলন্ত বাৰি ॥ ৪৫১৮
কতোহো মাৰিল কতোহো পলাইল
দূৰত কতো পৰিল।
এক লাম্ফ দিয়া বীৰ হনুমান
ধৱলিৱে চড়িল ॥
ধৱলিৱত বসি হনুমান
আথাকৈ লাঞ্জ আফালি।
ইঘৰে সিঘৰে চালৰ উপৰে
লৈ যান্ত অগনি জ্বালি ॥ ৪৫১৯
ইঘৰে সিঘৰে মণ্ডল আকাৰে
সব নগৰক ছানি।
আঠগুণ প্ৰাণ দশগুণ বল
হনুৱে জ্বালে অগনি ॥
বায়ুয়ে বোলন্ত পুত্ৰ হনুমন্তে
সমস্তে লঙ্কা দহন্ত।
অগনিৰ সখা হুয়াসি পৱন
লঙ্কাক ছানি বহন্ত ॥ ৪৫২০
সহস্ৰ সংখ্যাত মাণ্ডলি ফুটয়
আকৰ্ণ শৱদ ৰোল।
লঙ্কা নগৰীক ধূমে বিয়াপিল
স্বৰ্গমণ্ডলৰ কোল ॥
প্ৰাসাদ সকল খসিয়া পৰয়
বিচিত্ৰ ধৱলিৱৰৰ।
প্ৰলয়ৰ বাৱে ঢৌ উথলিল
উল্লাল ভৈল সাগৰ ॥ ৪৫২১
কেহো কল কাটে কেহো মাটি সিঞ্চে
কেহো আনি ঢালে জল।
নুমাইবে নোৱাৰি চেষ্টা পোৰা ভৈল
গাৱত নাহিকে বল ॥
একোৱে প্ৰকাৰে লঙ্কাৰ অগনি
নিমান যেৱে নযায়।
কাখতলীয়াযে যত ঘৰ পাৱে
তাকো খেদি খেদি খাই ॥ ৪৫২২
ৰাৱণ ৰাজাৰ বৰ ভয় ভৈল
বানৰৰ দেখি কাজ।
ইন্দ্ৰজিত আদি প্ৰহস্ত সহিতে
পলাইল সব সমাজ ॥
ৰাজা পলাইবাৰ দেখিয়া সকল
ৰাক্ষসগণ পলান্ত।
পুত্ৰ পৰিবাৰ সবাকো এৰিয়া
জীৱ ৰাখি মাত্ৰ যান্ত ॥ ৪৫২৩

জয় জয় ৰাম প্ৰভু ৰঘুপতি
তুমি অগতিৰ গতি।
তোমাৰ অভয় চৰণ পঙ্কজে
কৰোহো সদা প্ৰণতি ॥
পৰম মঙ্গল তযু গুণনামে
হৰে ভকতৰ ভয়।
তেজি আন কাম বোলা ৰাম ৰাম
যত সমাজিকচয় ॥ ৪৫২৪

—

পদ

কত দূৰ হন্তে দেখি দগধ নগৰী।
কুটুম্বে কুটুম্বে কান্দে গলাগলি কৰি ॥
অন্ধলা পেঙ্গুৰা ছৱা গৰ্ভৱতী নাৰী।
যতেক মৰিল তাক বৰ্ণাইতে নপাৰি ॥ ৪৫২৫
সমস্ত লঙ্কাৰ ঘৰ পুৰি হনুমন্ত।
আউল জাউল বায়ু চৌপাশে বহন্ত ॥
বৃক্ষসব ভাগে হস্তী ঘোৰা পুৰি মৰে।
গিৰ গিৰ শব্দ আক্ৰোশে বহ্নি কৰে ॥ ৪৫২৬
লঙ্কাৰ দগধ দেখি সৰমা ৰাক্ষসী।
সীতাৰ পাশক গৈয়া কৌতূহলে বসি ॥
হাস্য কৰি বোলে সীতা শুনা প্ৰাণসখী।
তোমাৰ সম্পদ কাল আমি আছো লখি ॥ ৪৫২৭
তোমাৰ বানৰে লঙ্কেশ্বৰে বন্দী পাইল।
লাঞ্জত অগনি দিয়া নগৰী ফুৰাইল ॥
পৰ্ব্বত সমান হুই মায়াবী বানৰ।
ডেৱ দিয়া চড়িল ৰাজাৰ ধৌলিৰৰ ॥ ৪৫২৮
ধৱলিৰৰত পৰি লাঙ্গুলৰ জুই।
সব লঙ্কা পুৰি যাই ভস্মীভূত হুই ॥
চালে চালে ডেৱ দিয়া ফুৰিল লঙ্কাৰ।
সবে লঙ্কা পোৰয় অগনি একাকাৰ ॥ ৪৫২৯
ঊনপঞ্চাশত বায়ু লঙ্কাত বহিল।
নিশেষ কৰিয়া সবে অগনি দহিল ॥
লঙ্কা পুৰি হনুমন্ত কৰিলন্ত চূৰ।
তাত পাচে পুৰিলা ৰাজাৰ অন্তেষপুৰ ॥ ৪৫৩০
লোমকৰ্ণ প্ৰহস্তৰ বিদ্যুতজিহ্বৰ।
কুমাৰৰো পুৰিলন্ত দিব্য বাসঘৰ ॥
সুৱৰ্ণ মণিক সবে ৰতন পোৱালে।
বিশ্বকৰ্ম্মে প্ৰৱন্ধে নিৰ্ম্মিলা চিৰকালে ॥ ৪৫৩১
প্ৰৱন্ধেসে গঢ়িল নামিয়া স্বৰ্গহন্তে।
দণ্ডেকৰ বোলে পুৰিলন্ত হনুমন্তে ॥
হেন শুনি দেৱী ভৈলা পৰম হৰিষ।
মাথা তুলি চাহিলন্ত পুৰিবাৰ দিশ ॥ ৪৫৩২
কতোক্ষণ কথা কৈল সৰমা সহিতে।
আতিশয় মনোৰঙ্গ দুইহানো তহিতে ॥
সাদৰে মাতিলা সীতা সৰমাক চাই।
তুমি সম সুহৃদ আমাৰ আন নাই ॥ ৪৫৩৩
লঙ্কা পুৰি হনুমন্তে ভৈলন্ত হতাশ।
সাগৰ মাজক লাগি কৰিলন্ত জাস ॥
আকাশৰ বাণী বীৰে শুনিলা তহিত।
মুখে চুঙ্কি অগনিক পেলায়ো ত্বৰিত ॥ ৪৫৩৪
শুনি হনুমন্তে কৌতুকক বৰ পাইল।
মুখে চুঙ্কি অগনিক তেখনে নিমাইল ॥
স্বস্থ ভৈলা হনুমন্ত গুচিল প্ৰয়াস।
লঙ্কাক চাহিয়া বীৰে তুলিলন্ত হাস ॥ ৪৫৩৫
শ্ৰীৰামৰ চৰণক কৰি নমস্কাৰ।
কেশৰী বায়ুক প্ৰণামিলা বাৰে বাৰ ॥
লঙ্কাক পুৰিয়া বীৰ হৰষিত মনে।
মাধৱে ভণিল শ্ৰীৰামৰ চৰণে ॥ ৪৫৩৬
উজানি বাহন্তে মই বাহিলোহো ভাটি।
লাভক চাহন্তে মূলক কৰিলোহো লাঠি ॥
লঙ্কাক দহন্তে মই একো নচাহিলো।
নগৰৰ লগে সীতা দেৱীকো দহিলো ॥ ৪৫৩৭
এৱেসে জানিলো জীৱনৰ নাহি ফল।
ফাট দিয়া বসুমতী যাওঁ ৰসাতল ॥
এহি অগনিত মই জাম্প দিয়া মৰো।
নুহি তেৱে বাঢ়য় অগনি জাস কৰো ॥ ৪৫৩৮
হনুমন্তে অনেক গুণন্ত মনে মন।
চঞ্চল বানৰ জাতি আতি অচেতন ॥

শান্তী সীতা দেৱীক দহিব বহ্নি কিক।
এক নুহি সীতায়ে দহন্ত অগনিক॥ ৪৫৩৯
এতহন্তে হনুমন্তে মনে অৱগাই।
চিত্ত থিৰ হৌক আসো গোসানীক চাই॥
একো কালে অগনি নযাইব সীতাবন।
দেখিলেহে তথাপিতো থিতি হোৱে মন॥৪৫৪০
লঙ্কা পুৰী হনুমন্তে কৰিলন্ত ছন্ন।
দেশক যাইবাক লাগি উত্ৰাৱল মন॥
সীতাক দেখিতে গৈলা কপি মহাবীৰে।
দেখি হৰিষিতে প্ৰণামিলা জানুশিৰে॥ ৪৫৪১
সাফল ৰামৰ আমি পাৰ্‌ আৰাধিলো।
লঙ্কা পুৰি বন ভাঙ্গি কাৰ্য্যক সাধিলো॥
ৰামৰ পাশক যাওঁ থাকিয়ো গোসানী।
তোমাৰ বচনে মাৰ্‌ আমাৰ মেলানি॥ ৪৫৪২
সীতায়ে বোলন্ত বাপু এৰি যাইবে মোক।
তই এৰি গৈলে বাপু পাইবো বৰ শোক॥
নতো এৰি যান্তে মোৰ দগধ হৃদয়।
তই এৰি গৈলে মোৰ কেনে প্ৰাণ সয়॥ ৪৫৪৩
লঙ্কাক পোৰন্তে বাপ ভৈলোহো হতাশ।
ৰাত্ৰিগোট বঞ্চ আজি গুচোক প্ৰয়াস॥
কতো দূৰে গোপ্য থানে লুকি দিয়া থাক।
কালি যাইবে প্ৰভাতে আশ্বাস বুলিবাক॥ ৪৫৪৪
সীতাৰ বচন মানে কৰ্ণ পাতি শুনি।
সীতাকো অভয়বাণী বুলিলা আপুনি॥
অপ্ৰয়াসে শ্ৰীৰামে নিবন্ত আসি সাজি।
বিলম্বত কাৰ্য্য নাই লৰি যাওঁ আজি॥ ৪৫৪৫
সীতা দেৱী যাত্ৰা দিল সৰ্ব্ব সুকুশল।
ৰক্ষা বান্ধি বুলিলন্ত অব্যাহতে চল॥
দেৱীৰ নয়নে জল পৰিবাৰ দেখি।
মাৰুতিৰ ক্ৰন্দন লৰিল হকহকি॥ ৪৫৪৬
লঙ্কা পুৰি ৰাৱণৰ দুখক জানিয়া।
জনক জীউৰ দুই চৰণ বন্দিয়া॥
অৰিষ্ট পৰ্ব্বত আছে সমুদ্ৰ তাৰত।
ডেৱ দিয়া চড়িলন্ত তাৰ উপৰত॥ ৪৫৪৭
তাহান সম্ভৰে গিৰি ভাৰ নসহয়।
জলসব নিকলিল পশু ভৈল ভয়॥
টলবল কৰে গিৰি বাজে কলকল।
পৰ্ব্বতৰ বাজ হোৱে সিংহ হস্তীগণ॥ ৪৫৪৮
হৰিণ বৰাহ উট গৱয় মহিষ।
পৰ্ব্বতৰ হন্তে পলাই যায় দশোদিশ॥
গিৰি শৃঙ্গ বৃক্ষ শিলা পৰে খসি খসি।
নাগগণো বিয়াকুল পলাই তৰসি॥ ৪৫৪৯
গন্ধৰ্ব্ব চাৰণ বিদ্যাধৰ যত যত।
মনোময় ক্ৰীড়া কৰি থাকে পৰ্ব্বতত॥
গিৰি তল যাই দেখি চিত্ত গৈল ভাগি।
চমৎকাৰে পলাই গৈল পাজৰক লাগি॥ ৪৫৫০
অৰিষ্ট পৰ্ব্বত দীঘে যোজন শতেক।
চৰাৰতো পঞ্চ মন্দ হোৱয় ততেক॥
পথালিয়ো হোৱয় যোজন দশমান।
তল গৈয়া গিৰি ভৈল ভূমিৰ সমান॥ ৪৫৫১
সাগৰ মধ্যত হনুমন্তে ৰিঙ্গ দিল।
সিপাৰৰ হন্তে কপিবলেয়ো শুনিল॥
সবেয়ো সবাকো বোলে এৰিয়ো বিষাদ।
কৌতূহলে হনুমন্তে কৰি সিংহনাদ॥ ৪৫৫২
যি কৰি নাদয় হনুমন্ত মহাবলী।
সীতাক দেখিল হেন কাৰ্য্যতে আকলি॥
যেৱে নেদেখিল হন্তে জনকৰ জীক।
কিল কিল ধ্বনি তেৱে কৰিলেক কিক॥ ৪৫৫৩
গিয়াতিবৰ্গৰ বৰ হৰিষ অনেক।
কেহো গীত গাৱে কেহো হৰিষ প্ৰত্যেক॥
কাৰ্য্যক সাধিয়া সবে আসে হনুমান।
আৱেসে সবাৰে ৰক্ষা হৈল নাক কাণ॥ ৪৫৫৪
মৈনাক পৰ্ব্বত কপি পৰশিলা কৰে।
গুণত নবাচ যেন ছুটিল সত্বৰে॥

### হনুমন্তৰ প্ৰত্যাৱৰ্ত্তন আৰু বান্দৰ সৈন্যৰ আনন্দ

মহেন্দ্ৰ গিৰিত পৰিলন্ত মহাবল।
পাতাল ভেদিয়া আসি নিকলিল জল॥ ৪৫৫৫

সবাৰো মাজত বসিলন্ত কপিবৰ।
সবে পাস চাপিলন্ত বায়ুৰ পুত্ৰৰ ॥
কেহো গাৱ লুণ্ডে কেহো গলে আতি ধৰে।
কৃতাঞ্জলি হুয়া কেহো তুতি নতি কৰে ॥ ৪৫৫৬
কেহো বৃক্ষপত্ৰ আনি আনন্দে বিঞ্চন্ত।
কেহো কেহো আনি মধুফল যোগাৱন্ত ॥
জাকে জাকে ৰিঙ্গ পাৰি ধেমালি কৰন্ত।
চাপৰিৰ ছেৱে কতো আনন্দে নাচন্ত ॥ ৪৫৫৭
হৰিষ বদন হনুমন্ত বানৰৰ।
দেখি পাশ চাপিলন্ত অঙ্গদ কুমাৰ ॥
দুই হাত মেলি চাপি ধৰিলন্ত গলে।
দুইহন্তো বসিলা গৈয়া দিব্য শিলাতলে ॥ ৪৫৫৮
অঙ্গদক আদি কৰি বানৰৰ বল।
পুছিলন্ত হনুমন্ত বাৰ্ত্তা কি কুশল ॥
শুনিয়ো অঙ্গদ মই যেন দেখিলোহো।
শান্তী সীতা গোসানীৰ সব কথা কহো ॥ ৪৫৫৯
তিনিয়ো লোকৰ হেন নৈয়ো দেখো ধন্যা।
জনক নন্দিনী সম পতিব্ৰতা কন্যা ॥
শান্তীসকলৰ মাজে তাঙ্ক আগে গণি।
সীতা মহাশান্তী সবাহাৰে শিৰোমণি ॥ ৪৫৬০
কিনো ভাগ্যৱন্ত ৰাজা পাপিষ্ঠ ৰাৱণ।
গোসানীক হৰিয়া জীৱয় এতিক্ষণ ॥
শুনি আছো বশিষ্ঠৰ ভাৰ্য্যা অৰুন্ধতী।
অনুসূয়া ৰোহিণী যে লক্ষ্মী সৰস্বতী ॥ ৪৫৬১
চক্ষু নৈয়ো দেখো আমি শুনিয়াছো কাণে।
সীতাৰ সমান শান্তী নুহি একোথানে ॥
এতেক বচন শুনি সব কপিবলে।
ধৰাধৰি লুটা-লুটি কৰে কৌতুহলে ॥ ৪৫৬২
ধৰণীত মাথা দি ঊৰ্দ্ধক পাৱ মেলি।
পৃথিৱীত লুটি পাৰি কৰৈ কতো কেলি ॥
শাৰী শাৰী হুয়া পৃথিৱীত দুই পাৱে।
ঊৰ্দ্ধবাহু কৰি নাচে নানা ভক্তিভাৱে ॥ ৪৫৬৩
মহাৰঙ্গে নাচয় গাৱয় বৰ ধুলি।
ডালত ধৰিয়া কতো ওলমা বাদুলী ॥
জাম্বয়ে বোলন্ত বাপু শুনা বায়ুসুত।
কেনমতে লঙ্কা গৈলা কহিয়ো প্ৰস্তুত ॥ ৪৫৬৪
কি কৰন্ত গোসানী আছন্ত কেনমতে।
কহিত আছন্ত সীতা কহিয়ো সমস্তে ॥
কিবা বুলি পঠাইল জনক জীউ সীতা।
মহা পতিব্ৰতা ৰাঘৱৰ বিবাহিতা ॥ ৪৫৬৫
কেন বা সঙ্কেত আইল ৰামত কহিত।
তুমি বা কি কৰ্ম্ম কৰি আছিলা তহিত ॥
শুনিয়ো কহিবো যি পুছিলা জাম্বৱন্তে।
যেনমতে ডেৱ দিলো মহেন্দ্ৰৰ হন্তে ॥ ৪৫৬৬
যাহন্তে দেখিলো যত শুনি থাকা কহো।
সাগৰ মধ্যত আমি যেন কৰিলোহো ॥
প্ৰথমতে সমুদ্ৰত সুৰসায়ে পাইল।
থাক থাক বুলি মোৰ বেগক তম্ভাইল ॥ ৪৫৬৭
দক্ষৰ নন্দিনী বোলো ক্ষমিয়ো আমাক।
ৰামদূত হুয়া যাওঁ সীতা খুজিবাক ॥
তাই বোলে জানো মই দশৰথ পোক।
ক্ষুধায়ে পীড়িলে ক্ষমা নকৰিবো তোক ॥ ৪৫৬৮
গোটে গিলিবোহো ভোক পলাওক পেটৰ।
ৰাঘৱক তেৱে মোৰ এতমান ডৰ ॥
ভক্ষকৰ শুনি মোৰ নসহিল গাৱ।
কিমতে গিলিবে মোক বেন্তগোট বাৱ ॥ ৪৫৬৯
মোহোৰ বচন শুনি কিটাইলেক তাই।
দশ যোজনক জুৰি আছে বেন্ত বাই ॥
শৰীৰ বঢ়াইলো মই যোজন যে কুৰি।
ত্ৰিশ যোজনৰ পথ থাকিলেক জুৰি ॥ ৪৫৭০
মোহোৰ চল্লিশ তাই পঞ্চাশক কৰি।
মোৰ ভৈল ষাঠি তাইৰ যোজন সত্তৰি ॥
আশী যোজনক আমি শৰীৰ বঢ়াইলো।
নৱৈ যোজনক তাই বেন্ত গোট বাইল ॥ ৪৫৭১
পুনৰপি কৰিলোহো যোজন শতেক।
সমধিক ৰঢ়াইলেক তাইয়ো ততেক ॥
গৰ্ভত পশিলো আমি অঙ্গুষ্ঠ প্ৰমাণে।
দান্ত চিপি ধৰিলেক বাজ ভৈলো কাণে ॥ '৭২

আকাশত থাকি বোলো দেৱী থাকিয়োক।
স্বৰ্গক লৰিয়ো মাৰ বৰ দিয়া মোক ॥
মহাবেগে লৰি ভৈলো পৱনত আগ।
দেখো বাট ভেটি আছে পৰ্ব্বত মৈনাক ॥ ৪৫৭৩
কল্যাণ কাৰ্য্যত দেখো বিঘিনি অনেক।
হেন দেখি ভৈল মোৰ ক্ৰোধ অতিৰেক ॥
সুৱৰ্ণ গিৰিৰ শৃঙ্গ উচ্ছ্ৰিত প্ৰধান।
তাতে লাগি লাঙ্গুৱাৰি বৈসাইলোহো টান ॥ '৭৪
অগনি বজাইল গিৰিশৃঙ্গে নিৰন্তৰ।
চূৰ্ণীকৃত ভৈল ভাগি পৰ্ব্বত শিখৰ ॥
পাচে চিনি মৈনাকৰ সমে ভৈলো মিত্ৰ।
অনেক পুৰণি কথা কহিলো বিচিত্ৰ ॥ ৪৫৭৫
বৃদ্ধাঙ্গুষ্ঠে পৰশিলো আদৰিত কৰি।
তুনাই লৰি ভৈলো পৱনৰ বেগ ধৰি ॥
কতোদূৰ যান্তে দেখো বেগ থিৰ ভৈল।
কলেৱৰগোট মোৰ তম্ভি আতি ৰৈল ॥ ৪৫৭৬
চতুৰ্দ্দিশে চাহিলোহো উৰ্দ্ধৰ প্ৰবেশ।
কিছু তাত নেদেখিলো বিঘিনিৰ লেশ ॥
হেটমাথ কৰি মই সাগৰক চাইলো।
ছায়াগ্ৰাসী গিলি নেই গাৱে আণ্টা পাইলো ॥'৭৭
মোক দেখি পাচে তাইৰ বৰ ৰঙ্গ ভৈল।
জল হন্তে উঠিয়া ৰাক্ষসী মায়া কৈল ॥
তোক দেখি আজি মই ভৈলো বৰ তুষ্ট।
চিৰকালে আধাৰ মিলিল হৃষ্ট পুষ্ট ॥ ৪৫৭৮
এহি বুলি আষাৰিকা গগনে উধাইল।
পাতাল সদৃশ কৰি বেন্ত গোট বাইল ॥
পৰ্ব্বত সমান জিহ্বা বদনে লৰয়।
ত্ৰিশূল সদৃশ দান্ত দেখি লাগে ভয় ॥ ৪৫৭৯
গৰ্ভত পশিলো কৰি অল্প কলেৱৰ।
শৰীৰ বঢ়াইলো যেন পৰ্ব্বত মন্দৰ ॥
স্বৰ্গত কৰন্ত হাহাকাৰ দেৱৰাজ।
পেটগোট বিদাৰি তেখনে ভৈলো বাজ ॥ ৪৫৮০
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল।
কতো দূৰ জল জুৰি ৰাক্ষসী পৰিল ॥
আকাশত দেৱলোকে কৌতুক কৰন্ত।
জগতৰ বৈৰক মাৰিল হনুমন্ত ॥ ৪৫৮১
শতেক যোজন পথ সাগৰ তৰিলো।
সুবেল গিৰিৰ মই শিখৰে পৰিলো ॥
শক্ৰৰ মঙ্গল যত উদ্যান ফুৰিয়া।
সবে লঙ্কা ফুৰিলোহো নিসন্ধি কৰিয়া ॥ ৪৫৮২
পাচে গৈয়া চড়িলোহো পুষ্পক ৰথত।
কন্যাজন অনেক দেখিলো সিথানত ॥
কতো দূৰে দেখিলো ৰাৱণ আছে শুয়া।
জগতৰ মোহিনী এক কন্যাজন লৈয়া ॥ ৪৫৮৩
জ্ঞাতি বংশে শুনা সবে হৃদয়ৰ কথা।
মই বোলো সীতাৰ ভৈল হেনসে অৱস্থা ॥
হেন দেখি আমাৰ উৰুমি বৰ ধাইল।
মকমকি কান্দিলো দুখতো মাত নাইল ॥ ৪৫৮৪
অনেক গুণিলো পাচে বিমৰিষ কৰি।
ময়দানৱৰ জীউ এই মন্দোদৰী ॥
নিশ্চয় কৰিয়া পুষ্পকৰ বাজ ভৈলো।
অন্তেষপুৰ বিচাৰিয়া খুজিয়া নপাইলো ॥ ৪৫৮৫
অশোকা বনত পাচে ডেৱ দিয়া গৈলো।
ৰাক্ষসী মাজত সীতা দৰশন ভৈলো ॥
বৃক্ষগোট আছয় শিংশপা তাৰ নাম।
গুৰিগোট মানে তাৰ সুৱৰ্ণৰ কাম ॥ ৪৫৮৬
ৰাক্ষসিনীবৰ্গে আছে তাতে গোষ্ঠি কৰি।
আছন্ত সবাৰ মাজে ত্ৰৈলোক্য সুন্দৰী ॥
নিশাগোট বঞ্চি মই শিংশপাৰ তলে।
অল্প দেহা হ্ৰস্ব হুয়া বানৰ ছৱালে ॥ ৪৫৮৭
আছিলো জাগৰ কৰি নিশাগোট গৈল।
প্ৰভাততে দেখিলো ৰাৱণা আসি ভৈল ॥
কন্যা সহস্ৰেক আইল তুলে অনুসৰি।
সীতাক সাধিলে পাচে কৰযোৰ কৰি ॥ ৪৫৮৮
প্ৰীতি প্ৰকাৰে বাণী বোলৈ লঙ্কেশ্বৰ।
অনেক মিনতি ভাৱ কৰিলা বিস্তাৰ ॥
বুলিলা নিষ্ঠুৰ সীতা গুচ নষ্ট পাপ।
দূৰ হও মন্দ তুহি দেওঁ চণ্ডশাপ ॥ ৪৫৮৯

নৈৰাশ বচন যেৱে শুনিল সীতাৰ।
মাৰিবাক যাই পাচে সিটো দুৰাচাৰ ॥
আগবাঢ়ি মন্দোদৰী প্ৰীতি প্ৰকাৰে।
চণ্ডকোপে বাহুৰাইল ৰাৱণ ৰাজাৰে ॥ ৪৫৯০
ৰাক্ষসীবৰ্গক ৰাজা কৰিল আদেশ।
কন্যাগণ সমে ভৈলা লঙ্কাত প্ৰবেশ ॥
ৰাত্ৰিগোট উকুৱাই পৰি নিদ্ৰা গৈল।
পাচে দেৱী সমে মোৰ পৰিচয় ভৈল ॥ ৪৫৯১
অনেক সঙ্কেত কথা সীতাক কহিলো।
ৰামৰ আঙ্গুঠি দিয়া প্ৰত্যয় জানিলো ॥
হিয়াত ধৰিয়া কান্দিলন্ত বৰ শোকে।
গোসানীৰ শোকে পাচে পীড়িলেক মোকে ॥'৯২
সন্দেশক লভিয়া মেলানি লৈলো মাগি।
তুনাই লৰি ভৈলো বন ভাঙ্গিবাক লাগি ॥
ডাল ভাঙ্গো ফল খাওঁ উপদ্ৰৱ কৰি।
ৰাৱণৰ মধুফলে লগাইলো দাদৰি ॥ ৪৫৯৩
হেন শুনি মোক পাচে ক্ৰোধিল ৰাৱণ।
সাজিয়া পঠাইল অসংখ্যাত সেনাগণ ॥
দেখি সুৱৰ্ণৰ স্তম্ভ লৈলোহো উপাৰি।
সবে সেনা মাৰিলোহো সেহি স্তম্ভ বাৰি ॥ '৯৪
প্ৰহস্তৰ পুত্ৰ পাচে যুজিবাক আইল।
পৰিঘৰ কোবে সিয়ো যমঘৰ পাইল ॥
পাঞ্চ মন্ত্ৰীপুত্ৰ পাচে পঠাইল ৰাৱণে।
তাকো মাৰি পঠাইলোহো যমৰ কৰণে ॥ '৯৫
তাত পাচে খেদি আইল অক্ষ যে কুমাৰ।
দুৰ্ব্বাৰ ৰণত তাকো কৰিলো সংহাৰ ॥
পুত্ৰ পৰিবাৰ যেৱে ৰাজা বাৰ্ত্তা পাইল।
ইন্দ্ৰজিত কুমাৰক যুজক পঠাইল ॥ ৪৫৯৬
যুজক আসিল যেৱে ৰাজাৰ কুমাৰ।
সিয়ো সমে যুজ মই কৰিলো বিস্তৰ ॥
নিয়ম যুদ্ধত মোৰ নপাইলেক সন্ধি।
ব্ৰহ্মপাশ মাৰি মোক কৰিলেক বন্দী ॥ ৪৫৯৭
বন্ধ এৰাইবাক পাৰো মন্ত্ৰৰ প্ৰৱলে।
দিনভাগে লঙ্কা দেখো বন্ধনৰ ছলে ॥
ত্ৰিদশৰ বৰত অবধ্য তিনি লোকে।
ৰাক্ষসসকলে কিবা কৰিবেক মোকে ॥ ৪৫৯৮
ইন্দ্ৰজিতে বান্ধি নিলে ৰাজাৰ পাশক।
মুণ্ড তুলি দেখিলোহো দিব্য সভা এক ॥
প্ৰহস্তে পুছিলা মোত বিস্তৰ বচন।
কোনে বা পঠাইলে তোক আইলে কি কাৰণ ॥'৯৯
প্ৰহস্তৰ আগে কথা কহিলো বিস্তৰ।
সুগ্ৰীৱে পঠাইলে দূত কৰিয়া ৰামৰ ॥
সীতা খুজি আইলো সাগৰত ভৈলো পাৰ।
কহিলো সকলে যত কাৰ্য্যক আমাৰ ॥ ৪৬০০
ৰাঘৱৰ দূত শুনি ক্ৰোধিয়া ৰাৱণে।
কাটিবাক লাগি আদেশিলা তেতিক্ষণে ॥
তাৰ ভাই বিভীষণে প্ৰাণ ৰাখিলন্ত।
প্ৰবোধ বচনে ৰাৱণক কৰি শান্ত ॥ ৪৬০১
সকলে ৰাক্ষসে মিলি এক বুদ্ধি পাইল।
লাঙ্গুলে কাপোৰ বান্ধি অগনি লগাইল ॥
লাঙ্গুৰ অগনি লৈয়া নগৰী ফুৰিলো।
লঙ্কাক পোৰন্তে বৰ চোটে ভাগৰিলো ॥ ৪৬০২
নগৰীৰ অগনিত বৰ পাইলো তাপ।
সাগৰৰ মাজক লাগি কৰিলোহো জাপ ॥
আকাশৰ বাণীক শুনিয়া তেতিক্ষণে।
মুখে চুকি অগনি নিমাইলো ৰঙ্গমনে ॥ ৪৬০৩
গুচিল অগনি মোৰ খণ্ডিল প্ৰয়াস।
পুনৰপি চলি গৈলো জানকীৰ পাশ ॥
সীতাৰ চৰণ ধূলা মাথাত কৰিলো।
দেৱীৰ প্ৰসাদে সব দুৰ্গতি তৰিলো ॥ ৪৬০৪
সবাকো বুলিলা দূতে কৰযোৰ কৰি।
ৰামৰ পাশক চলি যাওঁ শীঘ্ৰ কৰি ॥
যতেক সঙ্কেত দেৱী মোক বুলিলন্ত।
ৰামত কহন্তে সবে শুনিবা বৃত্তান্ত ॥ ৪৬০৫
অঙ্গদে বোলন্ত ওবা সবে যাওঁ পাচে।
এক কাৰ্য্য কৰো যে সবাৰে মন আছে ॥
সাগৰক তৰোহো পৰ্ব্বত বৰিষণে।
আছোক ৰাক্ষস কি কৰিব দেৱগণে ॥ ৪৬০৬

ইন্দ্ৰজিত শুনু ব্ৰহ্ম অস্ত্ৰত সুজান।
তাকো পাইলে সমৰত কৰিবো নিৰ্য্যাণ ॥
বিশ্বকৰ্ম্মাসুত মহাবীৰ বৰ নল।
সুমুখ দুৰ্ম্মুখ আৰু সুষেণ প্ৰৱল ॥ ৪৬০৭
বেগদৰসি মৈন্দ্য আৰু পনস দ্বিবিদ।
ধূম্ৰকেতু নপ্ৰদ্ৰথ প্ৰখৰ কুমুদ ॥
সবে মহাবলী সবে যুদ্ধত সম্ভৃত।
বিলম্বত কাৰ্য্য নাহি এহিসে যুগুত ॥ ৪৬০৮
হনুমন্ত তাৰ যে বিনোদ মহাবল।
জাম্বৱন্ত আদি কৰি গিয়াতিসকল ॥
আনো আনো বীৰ যত আছা বহুতৰ।
সবে হন্তে সাজি পাৰ হুয়ো সমুদ্ৰৰ ॥ ৪৬০৯
সবে মিলি গৈয়া আগে সমুদ্ৰক তৰি।
ৰাৱণক মাৰি সীতা আনিবাক পাৰি ॥
পাচে নিয়া যোগায়োক ৰাম চৰণত।
হেন কাৰ্য্য কৰো আগে মোহোৰ সম্মত ॥ ৪৬১০
জাম্বয়ে বোলন্ত বচনক শুনা হিত।
আদেশ কৰিলা ৰামে সীতাক খুজিত ॥
আজ্ঞা নকৰিলা প্ৰভু জিনি আনিবাক।
আমি জিনি আনি দিলে নলৈবা সীতাক ॥৪৬১১
ৰামৰ শান্তীক হৰি নিলে যিটোজনে।
ৰণে জিনি তাক মাৰি আনন্তো আপোনে ॥
হঠাৎকাৰ কৰি কহো ভালক নপাইব।
ঘাৰ ছাৰি পাচে আবুধিয়ে বেন্ত বাইব ॥ ৪৬১২
সীতা দেখি আসিল উত্তম ভৈল কাজ।
গাৱ তুলিয়োক চলো গিয়াতি সমাজ ॥
সবে গৈয়া জনায়োক ৰাম চৰণত।
এহি কাৰ্য্য ভাল দেখো মোহোৰ সম্মত ॥ '১৩
যুগুত বচন শুনি সবহি সাদৰি।
তেখনে লৰিল মাৰুতিক আগ কৰি ॥
মত্ত গজ সম সবে প্ৰবল বানৰ।
ৰামৰ পাশক লৰি ভৈল নিৰন্তৰ ॥ ৪৬১৪
গগনমণ্ডলে যেন মেৰুৰ শিখৰ।
জানকীৰ বাৰ্ত্তা পায়া মুদিত বানৰ ॥

ৰাঘৱৰ পাশক নিসন্ধি কৰি যায়।
খল খলি কৰি হাসে কতো গীত গায় ॥ ৪৬১৫
ধিতিঙ্গালি কৰি পথ অনেক এৰাইল।
প্ৰয়াসিল কপিগণ মধুবন পাইল ॥
জিৰাইবাক লাগি সবে বসি ধৰণীত।
সুগ্ৰীৱৰ মধুবন দেখিল ত্বৰিত ॥ ৪৬১৬
মধুবন দেখি জিহ্বা কৰে লট পট।
গহ নাহি কাহাৰো জনাইতে অঙ্গদত ॥

কপিসৈন্যৰ মধুফল ভক্ষণ ; দধিমুখৰ
লগত যুদ্ধ

জাম্বৱন্ত কুমুদ সুষেণ আদি কৰি।
সবাৰে জিহ্বাৰ পানী পৰে সৰসৰি ॥ ৪৬১৭
সবে হন্তে মিলি হনুমন্তত সুধিল।
বায়ুসুতে সবাৰো বচন নবাধিল ॥
অঙ্গদ কুমাৰ বাপু বৰ যশ পাওঁ।
মধু দিয়া গিয়াতিক তৃপিতি কৰাওঁ ॥ ৪৬১৮
তাহান বচন বালীপুত্ৰে নবাধিল।
সকলে জ্ঞাতিক মধুবনে মেলি দিল ॥
তাহাক যতেক লাগে স্বেচ্ছাৰূপে খাহা।
উদৰ ভৰায়া সবে তৃপিতিক পাহা ॥ ৪৬১৯
আজ্ঞা পায়া কপিগণে বৃক্ষে গৈয়া চড়ি।
উত্তম মধুৰ বনে লগাইল দাদৰি ॥
দোনৰ সমান যত মধুবাস পাৰে।
মুখ মেলি ধৰি নিয়া বানৰে চোবাৰে ॥ ৪৬২০
কেহো ডেৰ দিয়া আউৰ বৃক্ষত চড়িয়া।
আঙ্কোৱালে শাল বাংশ মুখত ধৰিয়া ॥
বিস্তাৰিত কৰিয়া মুখত চিপি নিয়া।
পৰম সন্তোষ পাইল মুখে মধু দিয়া ॥ ৪৬২১
মধু খায়া খায়া বোলে নান্টিল নান্টিল।
গণ্ডগোল কৰি সবে মধুবন পিল ॥
আউল ভৈল কপি চলো পলো কৰে গাৱ।
ফুৰণি দেখিয়া পৰে থিৰ নুহি পাৱ ॥ ৪৬২২

কতো কতো নিদ্রা গৈল ফলক বিছাই।
ভূমিত পৰিল কেহো হামুকুৰি খাই ॥
থুথু কৰে কেহো কেহো কৰে বান্তি।
মধুয়ে পীড়িলে কতো অচেতন আতি ॥ ৪৬২৩
বনৰক্ষা বানৰসকলে বাৰ্ত্তা পাইল।
হাতে বৃক্ষ ধৰি মাৰ মাৰ কৰি ধাইল ॥
দুইভিতিৰ লোকে সবে কোবাকুবি কৰে।
কতো ধৰাধৰি কৰি মাটিত বাগৰে ॥ ৪৬২৪
অঙ্গদৰ লোকে ৰক্ষালোকক ভঙ্গাইল।
সবে গৈয়া পাচে দধিমুখত জনাইল ॥
ৰাজাৰ মাতুল সবাহাৰে গুৰুজন।
অনেক বানৰ সমে ৰাখে মধুবন ॥ ৪৬২৫
বাৰ্ত্তা শুনি শাল বৃক্ষ লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৱন্ত বাৰি ॥
দুইভিতি সেনাৰ কোবাকুবি আশৰিষ।
ধূলা অন্ধকাৰে নাকলিয় দশোদিশ ॥ ৪৬২৬
মুণ্ডে মুণ্ডে হানে নখে নখে বক্ষস্থলে।
চৰৰে চাপৰে অসংখ্যাত চোট ঘালে ॥
দুই দুইক ধৰি একপিণ্ড হোৱে জৰি।
ছন্দে বন্ধে যুদ্ধ কৰে ধৰণীত পৰি ॥ ৪৬২৭
কতো কতো কপি গৈয়া বৃক্ষত চৰিয়া।
উপহাস্য কৰে দধিমুখক চাহিয়া ॥
ৰাজাৰ মাতুল তোক ভালমতে জানি।
সিঞ্চৰয় গাৱে মুখে ধূলা মাটি আনি ॥ ৪৬২৮
কেহো কেহো বোলয় আপুনি বৰ লোক।
সময়ৰ বেলা তুমি নিচিনাহা মোক ॥
কেহো বোলে তুমি ওবা কিসৰ পাতৰ।
মিছা যুদ্ধ কৰি লাজ হোৱাসা মাতৰ ॥ ৪৬২৯
ৰাজাৰ মাতুল তুমি দেখি লাগে ডৰ।
এহি বুলি হাত ফেৰি দৰশে পোকৰ ॥
ৰাজাৰ মাতুল বৃদ্ধ বৰ পাইলা দুখ।
এহি বুলি আপোনাৰ হাতে ঘসে মুখ ॥ ৪৬৩০
জাম্বৱন্ত প্ৰমুখ্যে গবাক্ষ নল গয়।
সমুখে যুজন্ত মুখ্য মুখ্য বীৰচয় ॥
অঙ্গদে ধৰিয়া দধিমুখক আফালি।
দুইহাতে অনেক চৰৰ চোট ঘালি ॥ ৪৬৩১
ভূমিত পেলাই তাক ওপৰক বসি।
ইভিতি সিভিতি কৰি দুয়ো গাল ঘসি ॥
বালীপুত্ৰে মাৰিলা হাতৰ বৰ সুখে।
ৰাজাৰ আগক গৈল ভিণ্ডাকাৰ মুখে ॥ ৪৬৩২
আছন্ত সুগ্ৰীৱ ৰাম লক্ষ্মণে সহিত।
দধিমুখ সসৈন্যে গৈ মিলিল তহিত ॥
নৃপতিৰ বচনক শিৰোগত কৰি।
ভূমিত পৰিল লোহ পৰৈ সৰসৰি ॥ ৪৬৩৩
মুখত নাহিকে মাত উখি বৰ ধাইল।
ৰাজাৰ ইঙ্গিত ভাৱে গোচৰ জনাইল ॥
সুগ্ৰীৱে বোলন্ত ওৱা মমা দধিমুখ।
আমাৰ মাতুল তুমি কোনে দিলে দুখ ॥ ৪৬৩৪
মধুবন কিবা ভৈল কহিয়োক কথা।
তোমাৰ কিমতে ভৈল ইমত অৱস্থা ॥
দধিমুখে বোলে বাপু সবে বাৰ্ত্তা ভাল।
তোমাৰ মাতুল মোৰ চাহিয়োক গাল ॥ ৪৬৩৫
তোমাৰ অঙ্গদ বীৰ কোথা হন্তে আইল।
সসৈন্যে আসিয়া মোৰ বনখান খাইল ॥
শুনিয়া সসৈন্যে গৈয়া দেখিলোহো তাক।
প্ৰণতি বুলিলো মুঞি নুশুনিলে বাক ॥ ৪৬৩৬
বচন নুশুনে দেখি ময়ো খঙ্গে ধাইলো।
প্ৰথমতে গৈয়া সবে বানৰ ভঙ্গাইলো ॥
আগবাঢ়ি অঙ্গদে আমাক ধৰি নিল।
ভূমিত পেলায়া মোক হিয়াত বসিল ॥ ৪৬৩৭
চৰৰৰ চোটে মোৰ গাল ভাঙ্গিলন্ত।
হেৰা চাহিয়োক গোটে গোটে সৰে দান্ত ॥
তুমি বিদ্যমানে মোৰ মিলয় অকাজ।
অবিবেক ভৈলেক কিষ্কিন্ধ্যা মহাৰাজ ॥ ৪৬৩৮
অনীতি বাঢ়িল সবে হৈব ৰণ্ড ভণ্ড।
মধুবন নষ্ট ভৈল কৰিয়োক দণ্ড ॥
দূৰহন্তে দেখিয়া সোধন্ত লখমণ।
তোমাৰ পাশত ইটো কৈৰ কপিগণ ॥ ৪৬৩৯

আসিল কোথেৰ পৰা কি কথা কহয় ।
হেটমাথ কৰি দেখো লোহো মলচয় ॥
সুগ্ৰীৱ বোলন্ত দেখা বিধি অনুকূল ।
দধিমুখ নাম এন্ত আমাৰ মাতুল ॥ ৪৬৪০
কথা কন্ত অঙ্গদ দক্ষিণ হন্তে আইল ।
সেনাগণ লৈয়া মোৰ মধুফল খাইল ॥
বাৰ্ত্তা ভাল জানকীৰ ইঙ্গিতে জানিল ।
দোষ নাহি কিছু মোৰ মধুবন পিল ॥ ৪৬৪১
হাস্য কৰি বোলন্ত আমাৰ হোৱা মাউল ।
সব কথা এৰি মোষলিত ভৈল আউল ॥
উসসা দেখিয়া গাল তুলিলন্ত হাসি ।
সবে সবাহাকে চান্ত বদন প্ৰকাশি ॥ ৪৬৪২
হাসন্ত লক্ষ্মণ ৰাম মুচুক মুচুক ।
সলজ্জিতে দধিমুখ ভৈলন্ত নিচুক ॥
সুগ্ৰীৱে বোলন্ত মমা নকৰিবা ৰোষ ।
আমাক দিয়োক সবে অঙ্গদৰ দোষ ॥ ৪৬৪৩
দধিমুখ মাতুল সত্বৰ কৰি যাহা ।
সব সৈন্যে অঙ্গদক শীঘ্ৰে পঠাৱাহা ॥
বিলম্ব নকৰি তুমি লৰৰি যায়োক ।
ৰামৰ আদেশ অঙ্গদক জনায়োক ॥ ৪৬৪৪
নৃপতিৰ বচনক শিৰোগত কৰি ।
দধিমুখ লৰি গৈল আন্ত বেস্ত কৰি ॥
অঙ্গদৰ আগে জুৰিলেক যোৰহাত ।
যুৱৰাজ কথা শুনা কহওঁ তোমাত ॥ ৪৬৪৫
সুগ্ৰীৱ যেহেন মোৰ তুমিয়ো তেনয় ।
তাহান্তো অধিক আৱে তোমাকেসে ভয় ॥
যত কণ্টকিলো মানে কিছুয়ে নভৈল ।
মোহোৰ বচন যেন তুলা উৰি গৈল ॥ ৪৬৪৬
শ্ৰীৰাম লক্ষ্মণ তথা আছন্ত দোভাই ।
অনেক হাসিলা সবে মোৰ মুখ চাই ॥
ৰামৰ আদেশ ভৈল তোমাক যাইবাক ।
শীঘ্ৰে চলি যাইয়ো বাপ খানিকো নথাক ॥'৪৭
দধিমুখ বচনক অঙ্গদে শুনিল ।
বালীপুত্ৰে তাঙ্ক পাচে আশ্বাস কৰিল ॥

অঙ্গদ আদিৰ শ্ৰীৰামৰ সমীপলৈ গমন, হনুমন্তৰ সীতাৰ বৃত্তান্ত কথন

অঙ্গদে বোলন্ত ওৱা শুনা জ্ঞাতিলোক ।
যাইবাক আদেশ ভৈল শীঘ্ৰে যাইয়োক ॥ '৪৮
অঙ্গদৰ শুনি সবে যুগুত বচন ।
হৰিষক পাইলন্ত সকলে কপিগণ ॥
অঙ্গদ কুমাৰ বাপু যশ বৰ পাইলে ।
উভয় কুলৰ বাপু তৃপিতি অনাইলে ॥ ৪৬৪৯
ৰাজাৰ আদেশ সবে শিৰোগত কৰি ।
গিৰিসাই লৰিল হনুক আগ কৰি ॥
মত্তগজ সম সবে প্ৰমত্ত বানৰে ।
প্ৰস্ৰৱণ নাম গিৰি পাইল অনন্তৰে ॥ ৪৬৫০
মাৰুতিক আগ কৰি বৰ বৰ বীৰে ।
ৰামৰ চৰণ প্ৰণামিল জানু শিৰে ॥
পাচে প্ৰণামিলা লক্ষ্মণৰ দুই পাৱে ।
সুগ্ৰীৱক প্ৰণামিলা আদৰিত ভাৱে ॥ ৪৬৫১
অনেক দূৰক জুৰি বসিল বানৰ ।
প্ৰস্ৰৱণ গিৰিক জুৰিলা নিৰন্তৰ ॥
ৰাঘৱে বোলন্ত ওৱা শুনা কপিগণ ।
কেনবা দেখিলা সীতা কহিয়ো এখন ॥ ৪৬৫২
কহিত আছন্ত সীতা বঞ্চন্ত কিমতে ।
কেন বা ভোজন মোত কহিয়ো সমস্তে ॥
কৃতাঞ্জলি কৰি সবে জুৰিলন্ত হাত ।
আদেশ গোসাই কথা কহিবো তোমাত ॥ ৪৬৫৩
সবে মিলি মাৰুতিক আগ কৰি দিল ।
ৰাঘৱত হনুমন্তে সমস্তে কহিল ॥
অন্বেষপূৰ্ব্বত সীতা আছন্ত যিমতে ।
যেন দুখে আছে দেৱী স্বামীত ভকতে ॥ ৪৬৫৪
আছন্ত গোসানী দেৱী শান্তিপুণ্য ৰাখি ।
চন্দ্ৰ সূৰ্য্য আদি দেৱ জানে নৰ সাখী ॥
সীতাৰ মুখত যেন যেন শুনিলন্ত ।
তেনয় স্বৰূপে ৰাঘৱত কহিলন্ত ॥ ৪৬৫৫
শুনিয়ো গোসাই সাদৰে মন দিয়া ।
মহেন্দ্ৰ পৰ্ব্বত হন্তে ডেৱক কৰিয়া ॥

সাগৰ তৰঙ্গে যেন মিলিল বিঘিনি।
সুৰেসা মৈনাক আৱাবিকা সমে তিনি ॥৪৬৫৬
সবাকো এৰায়া আমি সুৰেলে চৰিলো।
নিসন্ধি কৰিয়া লঙ্কা নগৰী ফুৰিলো ॥
তয়ু চৰণৰ গোসাই অনুগ্ৰহ লেশে।
এৰায়া আসিলো উপায় উপদেশে ॥ ৪৬৫৭
লৈয়োক গোসাই হেৰা চিনিয়া আপুনি।
হোৱে বা নুহিকে এহি গোসানীৰ মণি ॥
এহি বুলি ৰামৰ হাতত নিয়া দিলা।
টান কৰি ৰঘুনাথে ক্ৰন্দন কৰিলা ॥ ৪৬৫৮
শুনিয়োক তুমি সবে মণিৰ ব্যৱস্থা।
উপজিলা যেনমতে শুনা কহো কথা ॥
পৱিত্ৰ জলত উপজিলা মণি ৰত্ন।
ইন্দ্ৰদেৱে পাইলন্ত কৰিয়া বৰ যত্ন ॥ ৪৬৫৯
যৈসানি ইন্দ্ৰৰ অসুৰৰ ঘোৰ ৰণ।
অসুৰে জিনিলে হাৰিলেক দেৱগণ ॥
ত্ৰিদশ দেৱতায়ে বাপক মোৰ নিল।
দেৱক ৰাখিয়া গৈয়া দৈত্যক জিনিল ॥ ৪৬৬০
দেৱলোকে বাপক এহিটো মণি দিল।
পৃথিৱীক লাগি পাচে মণিক আনিল ॥
মণিৰত্ন পায়া বৰ আনন্দ মিলিল।
প্ৰথম বহাৰী বুলি জানকীক দিল ॥ ৪৬৬১
এহি মণি দেখি মোৰ আনন্দ মিলিল।
বাপক দেখিলো যেন সীতাক দেখিল ॥
হৃদয়ত মণি লৈয়া সাদৰ কৰন্ত।
দেখা বায়ুপুত্ৰ বুলি প্ৰাণ সঙ্কলন্ত ॥ ৪৬৬২
আজিসে মৰিলো শোকে হৃদয় নধৰে।
তপত খোলাত দিলে যেন মৎস্য মৰে ॥
মণিক দেখিয়া আগে হৰিষ মিলিল।
সীতাক সুমৰি আৰে অগনি জ্বলিল ॥ ৪৬৬৩
হনুমন্ত মোহোক পিঠিত কৰি লোৱা।
সীতাৰ পাশত নিয়া এতিক্ষণে থোৱা ॥
চন্দ্ৰবদনী দেখো চক্ষু মোৰ ভৰি।
আলিঙ্গিয়া থাকোহো লাজক পৰিহৰি ॥ ৪৬৬৪
হনুমন্ত বাপ তই মোৰ বোল শুন।
সুজিবাক নোৱাৰো তোহোৰ যত গুণ ॥
সমুদ্ৰক তৰিয়া সীতাক দেখি আইলে।
ৰাৱণৰ হৃদয়ত খলক লগাইলে ॥ ৪৬৬৫
প্ৰথমত কথা বাপ কহিলাহা যত।
ভালমতে নুশুনিলো শোকৰ বেগত ॥
আৰকায়ো প্ৰতি প্ৰতি কহি এৰা মোক।
সীতাৰ কথাত মোৰ চিত্ত থিৰ হৌক ॥ ৪৬৬৬
ৰামৰ আদেশ পালি মহাবীৰ কপি।
বিস্তাৰিত কৰিয়া কহিল পুনৰপি ॥
সীতাদেৱী যি যি বাণী বুলি পঠাইলন্ত।
ৰামৰ আগত কপি সবে কহিলন্ত ॥ ৪৬৬৭
প্ৰভুৰ আগত বাপু কহিবি সকলে।
যেন দুখ আছো বৃক্ষ শিংশপাৰ তলে ॥
ৰাক্ষসিনী লোকে মোক পৰাভৱ কৰে।
আমাক দণ্ডিব এহি মাসেক অন্তৰে ॥ ৪৬৬৮
একৈক দিনৰ দুখ সহন নাযায়।
তথাপিতো থাকিবো মাসেক বাট চাই ॥
নাসন্তে যে যেৱে তথাপিতো নিজ স্বামী।
আত্মাঘাত কৰি তেৱে মৰিবোহো আমি ॥ '৬৯
মাৰুতিৰ মুখে হেন শুনিলন্ত বাণী।
অনেক কান্দিল ৰামে হিয়ে মুঠি হানি ॥
বনগাছ লৰন্তে এতেক ডৰে মৰে।
ৰাক্ষসীৰ মাজত কেমনে প্ৰাণ ধৰে ॥ ৪৬৭০
ৰাক্ষসিনী সকলে সীতাক উৰুৱায়ে।
আভো প্ৰাণ নযাই দাৰুণ শোকঘাৱে ॥
জীৱন্তে শুনুহো মই সীতাৰ নিকাৰ।
কোন গুণ ভৈল মোৰ প্ৰাণ ধৰিবাৰ ॥ ৪৬৭১
হা হনুমন্ত বুলি হাত মেলি পাইল।
আলিঙ্গিয়া ৰামে আনি কোলাত বৈসাইল ॥
ইকালত বাপ মোৰ এহিসে সন্দেশ।
তোহোৰ প্ৰসাদ আন নাহিকৈ বিশেষ ॥ ৪৬৭২
লঙ্কাৰ গড়ৰ কথা কহ কেন থান।
পম্পন কত বা দুৰ উৰ্দ্ধে কত মান ॥

কতেক সংক্ৰম আছে কিবা ভগা দৃঢ় ।
লঙ্ঘিতে নোৱাৰে জানো দুৰ্গ বৰগড় ॥ ৪৬৭৩
শুনিয়ো গোসাই মই যেন দেখিলোহো ।
লঙ্কাৰ গড়ৰ কথা ভালমতে কহো ॥
গড়খান দেখিলোহো বহল বিস্তাৰ ।
গড়গোটে বেঢ়ি আছে সকল লঙ্কাৰ ॥ ৪৬৭৪
দুৰ্ব্বাৰ যে জলজন্তু ভয়ঙ্কৰ বেশ ।
পদ্ম উৎপলৰ গন্ধে আমোদ আশেষ ॥
দৃঢ়বন্ধ ফটক চাৰিয়ো দুৱাৰত ।
বজ্ৰলৌহে নিৰ্ম্মিলে চাৰিয়ো ৰাজপথ ॥ ৪৬৭৫
চাৰি সংক্ৰমণ আছে চাৰিয়ো দুৱাৰে ।
চন্দ্ৰ যেন আকাশত বৈসাইল প্ৰকাৰে ॥
তিনিখান সাঙ্কো আছে সঞ্চে আছে জুৰি ।
পৰ দল আসন্তে চিৰিয়া সবে বুৰি ॥ ৪৬৭৬
একখান আছে তাক দেখিতে আৰম্ভ ।
মণিময় সুৱৰ্ণৰ দিল দশ তম্ভ ॥
লোহাযন্ত্ৰ সব আছে দুৱাৰত থিত ।
ভাল ভাল মণিসব সুৱৰ্ণে গঠিত ॥ ৪৬৭৭
হেনমতে সাজি আতি আছয় সঙ্কিতে ।
দেখিয়া পৰয় পৰদল সচকিতে ॥
ৰাত্ৰি দিনে ৰাক্ষসে ৰাখয় গজ বাজী ।
খাণ্ডা সব ধৰাৱয় ধনুৰ্গুণ মাজি ॥ ৪৬৭৮
খালবাম পূৰিলোহো ভাঙ্গিলো সংক্ৰম ।
দুৰ্ঘোৰ গুচায়া ভূমি কৰিলোহো সম ॥
লঙ্কাখান পুৰিয়া কৰিলো ছাৰ মসি ।
ঢোলৰ ভিতৰে যেন নিঙ্গনিয়ে পশি ॥ ৪৬৭৯
লঙ্কা নষ্ট কৰিয়া সাগৰে ভৈলো পাৰ ।
মন সুখে মাৰা গৈয়া ৰাক্ষস লঙ্কাৰ ॥
তুমি ৰাম দেৱতা লক্ষ্মণ সহা যাৰ ।
তযু সঙ্গে যাহন্তেনো শঙ্কা আছে কাৰ ॥ ৪৬৮০
নলবীৰ সুগ্ৰীৱ অঙ্গদ জাম্বৱন্ত ।
নীল সেনাপতি আৰু লগত যাইবন্ত ॥
তুমি আমি লক্ষ্মণ যাইবোহো সব সাজে ।
আন সেনাগণ বা লাগয় কোন কাজে ॥ ৪৬৮১
এতেকে সহিতে সবে ৰাক্ষসক মাৰি ।
ৰাৱণক মাৰি সীতা আনিবাক পাৰি ॥
সাগৰ তৰিতে যেৱে আছয় উপায় ।
তেৱেসে অকষ্টে সবসেনা লঙ্কা যাই ॥ ৪৬৮২
ৰাঘৱে বোলন্ত চিন্তা খণ্ডিল আমাৰ ।
সাগৰ তৰিব সবে মোৰ অঙ্গীকাৰ ॥
তপৰ প্ৰভাৱে সবে শুখিবোহো জল ।
কৌতুকে লঙ্কাক যাউক সবে সেনাবল ॥ ৪৬৮৩
জয় নমো ৰাম আদি পুৰুষ মুৰাৰি ।
ভৃত্য ভয়হাৰী অগতিৰ গতিকাৰী ॥
মহা মহা পাপীকো নিস্তাৰে যাৰ নাম ।
পতিত পাৱন কৃপাময় প্ৰভু ৰাম ॥ ৪৬৮৪
নুগুচোক ৰতি মোৰ তোমাৰ চৰণে ।
বোলা ৰাম ৰাম সবে সমাজিক জনে ॥ ৪৬৮৫

---

শ্ৰীৰাম-লক্ষ্মণৰ কপি সৈন্য লৈ লঙ্কাযাত্ৰা

দুলড়ী

কহিৰা সুগ্ৰীৱ আমাৰ সুমিত্ৰ
সত্বৰে বচন পালা ।
এহি শুভক্ষণে বিজয় মুহূৰ্ত্তে
ত্বৰিতে সসৈন্যে চলা ॥
কালি যে উত্তৰ ফাল্গুনী নক্ষত্ৰে
আজি হুয়া আছে হস্তা ।
দুয়ো যে নক্ষত্ৰে সুমঙ্গল কহে
তাৰা দুই সুপ্ৰহস্তা ॥ ৪৬৮৬
বিজয় লক্ষ্মণ আমাৰ কহয়
দক্ষিণ স্ফুৰৈ নয়ন ।
ৰাৱণ জিনিয়া সীতাক আনিবো
উছাহ কৰয় মন ॥
আগে চলন্তোক নীল যে কুমুদ
লক্ষেক বানৰ বলে ।
কণ্টক ভাঙ্গিয়া পথ মুকলাউক
সুখে যাইব সমদলে ॥ ৪৬৮৭

বানৰৰ ৰাজ কথায়ে যাইবন্ত
মোহোৰ লখাইৰ সমে।
যেন অসুৰক ধাৱ কৰিলন্ত
ইন্দ্রে যে বৰুণ সমে ॥
এতেক ৰামৰ বচন শুনিয়া
লৰিলা বানৰ জাতি।
ভালুক কটকে হুক হুকি ৰৱ
কৰন্তে চলিল আতি ॥ ৪৬৮৮
পূৰ যে দিশত গন্ধ মহাদন
বীৰবৰ চলি যান্ত।
দক্ষিণ দিশত বৈদ যে সুষেণ
জাম্বৱন্ত চলি যান্ত ॥
চতুৰ্দ্দিশে বেঢ়ি বানৰৰ ৰাজা
লৰিলন্ত সমদলে।
মহেন্দ্র গিৰিক পাইলা গৈয়া সবে
ৰঙ্গ ঢঙ্গ কৌতূহলে ॥ ৪৬৮৯
কেহো কেহো বোলে লঙ্কা নগৰীৰ
মাৰিবো ৰাক্ষস জাতি।
ৰাৱণৰ বংশ ক্ষয় কৰিবোহো
মৰ্ত্যতে থাকোক খ্যাতি ॥
কেহো কেহো বোলে লঙ্কা নগৰীত
আৰেসে লাগিল শাল।
যতেক ৰাক্ষস পিশাচ আছয়
সবাৰো মিলিল কাল ॥ ৪৬৯০
আগত চলয় নীল যে কুমুদ
সকল পথ সোধন্তে।
মধ্যৰ দেশত ৰাম লখমন
অঙ্গদয়ে হনুমন্তে ॥
অঙ্গদ পিঠিত চড়িয়া লখাই
লৰিলন্ত ৰঙ্গমনে।
সাক্ষাতে যেহেন কুবেৰ দেৱক
বেঢ়ি যাই সৰ্ব্বজনে ॥ ৪৬৯১
হনুৰ পিঠিত শ্রীৰাম চৰিলা
অস্ত্র শস্ত্র সবসাজে।
বজ্র ধৰি যেন যুদ্ধক চলিল
ঐৰাৱত দেৱৰাজে ॥
যাত্ৰাৰ প্ৰস্তাৱে দক্ষিণ নাসিকা
উত্তৰ স্বৰ বহয়।
কিছু ভয় নাহি ৰণজিত হুইবো
সুমঙ্গল বাৰ্ত্তা কয় ॥ ৪৬৯২

---

পদ

মৃগ পক্ষীগণ তেজে উত্তম সুস্বৰ।
প্ৰসন্ন দীপিতি কৰি জ্বলন্ত ভাস্কৰ ॥
লঙ্কা দিশে দেখিয় উদিত ধূমকেতু।
ৰাৱণৰ বংশৰ দেখিয় ভয় হেতু ॥ ৪৬৯৩
ৰাৱণক মাৰিয়া সীতাক গৈয়া পাইবো।
সবে অব্যাহতে অযোধ্যাক লাগি যাইবো ॥
বানৰবৰ্গৰ শ্ৰীযুথ মুখ জ্বলে।
বেদে শাস্ত্রে পুৰাণে জানিবা সুমঙ্গলে ॥ ৪৬৯৪
ৰাত্ৰি দিনে চলি যাই সবে সেনাগণ।
ফল মূল মধু কিছু নকৰে ভোজন ॥
আমাৰ উপৰি বংশ আছিল যতেক।
পুৰোহিত সমন্বিতে চলন্ত প্ৰত্যেক ॥ ৪৬৯৫
দেৱ দিব্যযানে আমাথেৰ তাৰ লক্ষি।
ৰাৱণৰ তাৰ নিজ পৰাভৱ দেখি ॥
হেন সুলক্ষণ জানি সব সেনাগণে।
নাচন্তে গাৱন্তে যাই কৌতূহল মনে ॥ ৪৬৯৬
মহেন্দ্ৰ এৰায়া গৈয়া পাইলন্ত মলয়।
মধুৰ সুগন্ধ নানা ফলৰ আলয় ॥
অমৃত সমান সবে পকা ফল খাইল।
মনত হৰিষে সবে উদৰ ভৰাইল ॥ ৪৬৯৭
কমলা কপুৰা কণ্টকি যে নাৰিকল।
আম জাম্ব লেটেকু বদৰী জৰা বেল ॥
কৰদই আমৰা বসন্ত কেন্দু কল।
মধুৰি মুহৰি নানাবিধ পকাফল ॥ ৪৬৯৮
খায়া খায়া কেতৈকে কৰয় কিলকিলি।
ডালত ধৰিয়া কতো ওলমা বাদুলি ॥

লৰৰা লৰৰি উপৰক লাঞ্জ তুলি।
গগন মণ্ডল গৈয়া বিয়াপিল ধ্বনি ॥ ৪৬৯৯
সসৈন্যে শ্রীৰামে পাইলা সাগৰৰ তীৰ।
ৰামচন্দ্রে বোলন্ত সুগ্রীৱ মহাবীৰ ॥
ইঠাৱতে সেনা ৰৌক থান থিত কৰি।
উপায় চিন্তিয়ো কেনে সাগৰক তৰি ॥ ৪৭০০
সুগ্রীৱৰ বাক্যে গৈয়া সেনাপতি নীল।
ভাগ ভাগ কৰিয়া সেনাক থান দিল ॥
অনেক দূৰক ছানি বসিল বানৰ।
কপিক দেখিয় যেন অপাৰ সাগৰ ॥ ৪৭০১
লক্ষ্মণক সম্বুধি মাতন্ত শ্রীহৰি।
সুমৰিয়া সীতাক অনেক মন্যু কৰি ॥
কান্দিয়া বোলন্ত বাপ কি কার্য্য জীৱাক।
ধৰিবে নপাৰো হৃদি সুমৰি সীতাক ॥ ৪৭০২
হা হা বাপ লক্ষ্মণ কিমতে ধৰো জীৱ।
বৰ কষ্টে আছে সীতা জনকৰ জীৱ ॥
মদনে দগধ দেহা আমাক সুমৰি।
বৰ দুখে প্রাণ ধৰি আছে প্রাণেশ্বৰী ॥ ৪৭০৩
হেনয় কতেক দুখ থাকিবেক সহি।
তৰুণৰ কাল অকাৰণে গৈল বহি ॥
আজি পাইবো কালি পাইবো মনত কৰন্তে।
ৰাত্রি দিনে দগধ সীতাক সুমৰন্তে ॥ ৪৭০৪
সীতাক সুমৰি ৰামে শোক কৰিলন্ত।
লক্ষ্মণে সম্বুধি পাচে শান্ত কৰিলন্ত ॥
শ্রীৰাম লক্ষ্মণ বীৰ সুগ্রীৱ সহিতে।
সাগৰ তৰিতে বুদ্ধি কৰিলা তহিতে ॥ ৪৭০৫
মাধৱে বোলন্ত ঐত আছো এহিমানে।
শুনা যেন ভৈল তৈত ৰাৱণৰ থানে ॥
লঙ্কা পুৰি হনুমন্তে মধুফল খাইল।
আশী সহস্র নিশাচৰ মাৰি পেলাইল ॥ ৪৭০৬
ইসব কার্য্যক দেখি জানিলন্ত মনে।
সবে কথা মাৰুত কহিল বিভীষণে ॥
ৰাৱণৰ মাতৃ তাই বুলিয় নৈকেষা।
সম্বুধি বোলয় বিভীষণক ৰাক্ষসী ॥ ৪৭০৭
দুই চক্ষু ফুটিল ৰাৱণ ভায়েৰৰ।
হৰি আনিলে সীতা জীৱ জনকৰ ॥
সুখে তাক বিধাতায়ে থাকিবে নেদিল।
শ্রীৰামৰ ভার্য্যা সীতা হৰিয়া আনিল ॥ ৪৭০৮
উপজি নগৈলে বেটা নেৱছনি লৈয়া।
শান্তী কন্যা হৰিলে বাঢ়িলে যেন খৈয়া ॥
সর্ব্ব গাৱ মৰি কৰঙ্গনে বাতি জ্বলে।
সর্ব্বনাশ কৰি ফুৰে কন্যাৰ বিকলে ॥ ৪৭০৯
অধর্ম্মত ৰতি ভৈল সিটো দুৰাচাৰ।
পতিব্রতা কন্যা হৰিলেক পৰদাৰ ॥
ব্রাহ্মণকুলৰ বেটা ভৈলে অধোগামী।
পেটত পৰিল ছাৰ পুৰি মাৰো আমি ॥ ৪৭১০
ৰামৰ সমান বীৰ নাহি ধনুর্দ্ধৰ।
পৃথিৱীক উলটাইবে পাৰে একেশ্বৰ ॥
সাগৰক শুষিতে পাৰয় শৰে হানি।
ৰণ ভঙ্গে ৰাক্ষস পলাই দিশ ছানি ॥ ৪৭১১
ৰাজাৰ যেহেন ধর্ম্ম প্রজায়ে আচৰি।
তোমাৰেসে ধর্ম্মত ৰাক্ষস আছা ধৰি ॥
ধর্ম্মপথ যুগুতিত তুমি ভৈলা সাৰ।
ৰাৱণ বুৰাৱে বংশ কৰিয়ো উদ্ধাৰ ॥ ৪৭১২
তুমিসি আছাহা বাপ কুল নিস্তাৰণ।
ৰাৱণে ৰামত যেন পশয় শৰণ ॥
সীতা সমর্পিবাক বুলিবা ৰাজনয়।
মোৰ বচনক বেটা কাণে নুশুনয় ॥ ৪৭১৩
অদ্যাপি আছয় শিশুকাল সুমৰণ।
যৈসানি কোলাত মোৰ আছয় ৰাৱণ ॥
দুই মুখে তন পান কৰৈ অভিলাষে।
আৰ আঠগোটা মুখে মোক চায়া হাসে ॥ '১৪
নৈকেষীৰ বাণী বিভীষণে শুনিলন্ত।
মাৱক প্রণামি শীঘ্রবেগে চলিলন্ত ॥

বিভীষণৰ ৰাৱণক হিত উপদেশ দান

ৰাৱণ বসিয়া আছে পাত্র সমন্বিতে।
বিষ্ণুত ভকত গৈয়া মিলিল তহিতে ॥ ৪৭১৫

গহীন গম্ভীৰ ধীৰ বীৰ বিভীষণ।
ৰামত ভকত আতিশয় শুদ্ধমন॥
ৰাজনয় সমুচিত ধৰ্ম্মক জানন্ত।
ৰাৱণক সম্বুধিয়া বাক্য বুলিলন্ত॥ ৪৭১৬
লঙ্কা পুৰি হনুমন্ত গৈল যেনমতে।
আপুনিয়ো দেখিলাহা পাত্ৰ সমন্বিতে॥
কাহাৰ শকতি আছে এক ডেৰ কৰি।
শতেক সহস্ৰ পথ সাগৰক তৰি॥ ৪৭১৭
নিসংশয় মনে আসি পশিল নগৰ।
সৰ্ব্বদেশ চাহিল ফুৰিল ঘৰে ঘৰ॥
সীতাকো দেখিলে মাৰিলেক সেনাগণ।
বন ভাঙ্গি সিথানকো কৰিলে উচ্ছন্ন॥ ৪৭১৮
ইন্দ্ৰজিতে যুজিল যুদ্ধৰ যত ধৰ্ম্ম।
নাগপাশে বান্ধিলেক ইকি যোগ্য কৰ্ম্ম॥
দণ্ড বিহিলোহো ভাই ৰাখিলেক বধ।
লাঞ্জৰ অগনি লঙ্কা কৰিল দগধ॥ ৪৭১৯
উত্তম অধম যে মধ্যম কহে মন্ত্ৰ।
সন্তৰ ত্ৰিবিধ কৰিবাক লাগে তন্ত্ৰ॥
একৈক সুমন্ত্ৰী মোৰ বুদ্ধিত অপাৰ।
আপুনি সকলে জানা কি কহিবো আৰ॥ ৪৭২০
একেশ্বৰে মন্ত্ৰী যেৱে কৰয় নিশ্চয়।
উত্তম বুলিয়া তাক কহে শাস্ত্ৰনয়॥
অনেক মন্ত্ৰীৰ যেৱে হোৱে একমতি।
মধ্যম বুলিয় তাক মন্ত্ৰৰ শকতি॥ ৪৭২১
পুৰুষৰ তেজ নাহি দৈৱেসে বোলয়।
অধম বুলিয় তাক শাস্ত্ৰৰ আন্বয়॥
ৰাঘৱ মুনিষ যেন জগত বিদিত।
কহিলো কাহিনী যেন আমাৰ উচিত॥ ৪৭২২
তপৰন্ত ৰাম বৰ পুৰুষ অগাধ।
লঙ্কা ছন্ন কৰিবন্ত নাহিকয় বাধ॥
সুগ্ৰীৱক সখা কৰি ৰাম মহাবলে।
সমদলে সাগৰ তৰিব অবিকলে॥ ৪৭২৩
জানো মই সীতা লক্ষ্মী জনক জীয়াৰী।
আৰ জানো ৰাম মধুসূদন মুৰাৰি॥
ৰামৰ হাতত জানো মোৰ যাইব জীৱ।
তথাপি নিদিবো সীতা জনকৰ জীৱ॥ ৪৭২৪
শুনি পাত্ৰ মেলে উঠি বোলে ৰাৱণত।
দুঃস্বপ্নৰ কথা প্ৰভু গুচায়ো মনত॥
প্ৰমাদত লঙ্কা পুৰি গৈল হনুমন্তে।
আমি জানিলাত গহ নভৈলেক হন্তে॥ ৪৭২৫
আছিলোহো হন্তে আমি সচকিত মনে।
কিসক কৰয় পৰাভৱ অল্পজনে॥
অস্ত্ৰ বলে ভৰি পুৰি আছে সব লঙ্কা।
মনুষ্য ৰামক প্ৰভু নকৰিবা শঙ্কা॥ ৪৭২৬
শুনিয়োক সভাসদ ৰামৰ চৰিত্ৰ।
পৰম সুৰস ৰস কৰ্ণৰ অমৃত॥
সংসাৰ ব্যাধিক কৰৈ ইসে উপশাম।
নিৰন্তৰে উচ্চ কৰি বোলা ৰাম ৰাম॥ ৪৭২৭

ছবি

আপোন বলক প্ৰভু তাক নেদেখাহা তুমি
ত্ৰিভুৱনো জনিলাহা ভয়।
পাতালৰ বাসুকিক জিনি ভয় লগাইলাহা
আন কোন আগত থাকয়॥
দক্ষিণ দিশক গৈয়া যমক জিনিলা তুমি
পশ্চিমত জিনিলা বৰুণ।
ইন্দ্ৰ আদি কৰি যত ত্ৰিদশক জিনিলাহা
তুমি সম বীৰ আছে কোন॥ ৪৭২৮
কৈলাসক চলিলাহা কুবেৰক জিনিলাহা
আনিলাহা পুষ্পক বিমান।
স্বৰ্গ মৰ্ত্ত্য পাতালত তোমাক সমান নাহি
ব্ৰহ্মাক কৰিলা বহুমান॥
ৰামদেৱ লক্ষ্মণক সুগ্ৰীৱক অঙ্গদক
একেশ্বৰে মাৰিবা ৰণত।
ত্ৰৈলোক্যবিজয় আমি একো একো সখা আছো
নকৰিবা কটাক্ষো মনত॥ ৪৭২৯
আছোক আমাৰ আন ইন্দ্ৰজিত কুমাৰে যে
সবাকো মাৰিবে সমৰত।

ইন্দ্ৰ আদি কৰি যত ত্ৰিদশ দেৱতা আছে
জিনি আছে দুৰ্য্যোৰ ৰণত ॥
যি বীৰ ইন্দ্ৰক জিনি লঙ্কাক আনিল বান্ধি
ত্ৰিদশক কৰিলেক ধাৰ।
ব্ৰহ্মায়ে আসিয়া পাচে প্ৰীতি প্ৰকাৰ কৰি
স্বৰ্গকো দিলন্ত অধিকাৰ ॥ ৪৭৩০
তথাপি ইন্দ্ৰৰ মনে মহাভয় নুগুচয়
ইন্দ্ৰজিত নামক সুমৰি।
হেন বীৰ আছন্তেয়ো লঙ্কা কোনে মাৰিবেক
থাকিয়োক ভয় পৰিহৰি ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত আছয় যতেক বীৰ
ৰণে হাৰি মানিবেক কাপ।
হেন বীৰ আছন্তেনো তোমাৰ কাহাক ভয়
মেঘনাদ প্ৰচণ্ড প্ৰতাপ ॥ ৪৭৩১

---

প্ৰহস্তাদিয়ে ৰাৱণক কুমন্ত্ৰণা দিয়ে

**পদ**

প্ৰহস্তে বোলয় কি কৰিবে হনুমন্তে।
আমি সবে যুজিবো লঙ্কাৰ গড় হন্তে ॥
শ্ৰীৰাম লক্ষ্মণ আৰু সুগ্ৰীৱক মাৰি।
নৃপতিৰ হৃদয়ৰ শৈল্যক উদ্ধাৰি ॥ ৪৭৩২
যজ্ঞকেতু নাম বীৰ পৰ্ব্বত আকাৰ।
ওঠ কামুৰিয়া বোলে কিক জীওঁ আৰ ॥
ৰাজাৰ যে দুখ জিনি গৈল কপিগোট।
তাকে গৈয়া মাৰি বৰ কৰিবো আস্ফোট ॥ '৩৩
ৰাক্ষস সকল সবে থাকিয়ো আমোদে।
আপোনাৰ ভাৰ্য্যা পুত্ৰ সহিতে প্ৰবোধে ॥
ৰাম লক্ষণকো মাৰো সুগ্ৰীৱকো মাৰি।
নৃপতিৰ হৃদয়ৰ শৈল্যক উদ্ধাৰি ॥ ৪৭৩৪
বজ্ৰদংষ্ট্ৰে বোলে আজি এতিক্ষণে যাওঁ।
তোমাৰ বৈৰক মাৰি মাৰি ধৰি খাওঁ ॥
পৰিঘেক আছে মোৰ ত্ৰিশূলৰ সম।
শ্ৰীৰাম লক্ষ্মণ সুগ্ৰীৱৰ হৈবো যম ॥ ৪৭৩৫

কুম্ভকৰ্ণ তনয় নিকুম্ভ বুলি যাক।
ক্ৰোধে সম্বুৰিয়া বোলে সকলে লঙ্কাক ॥
মোক পঠায়োক মাৰো বানৰক আগে।
ৰাম লক্ষ্মণকো লাগি গোটা গুটি লাগে ॥ '৩৬
ৰাম লক্ষ্মণক যেৱে সুগ্ৰীৱ বীৰক।
হনুমন্ত অঙ্গদক নলযে নীলক ॥
মৈন্দ্য দ্বিবিদ আৰু বৃদ্ধ জাম্বৱক।
একেশ্বৰে মাৰি পেশো যম কৰণক ॥ ৪৭৩৭
সবাহাঙ্কে গৰিহি বোলন্ত বিভীষণ।
মনত এৰিয়ো সবে নিশাচৰগণ ॥
ৰাম মেৰু পৰ্ব্বতক ফুঙ্কে উৰুৱাহা।
চাটু বচনক এৰি নমাতি থাকাহা ॥ ৪৭৩৮
একেশ্বৰে আসিলেক বীৰ কপিগোট।
লঙ্কা ছন্ন কৰি বৰ কৰিলে আছোট ॥
সসৈন্য সহিতে লঙ্কাপুৰী নৰাখিলা।
কেনমতে দম্ভ চাটু বুলিবে লাগিলা ॥ ৪৭৩৯
খৰ বীৰ একল দেৱক যুজে কাছে।
লঙ্কা মাজে সম বীৰ আন কোন আছে ॥
সুবাহু মাৰীচ বীৰ ত্ৰিদশে আতঙ্ক।
ৰাম শৰে পৰি ভৈল ক্ষুদ্ৰসে পতঙ্গ ॥ ৪৭৪০
শুনা শুনা দদা লঙ্কেশ্বৰ মহাশয়।
তুমি নুপুছিলে মোৰ বুলিতে লাগয় ॥
অপ্ৰমত্ত ৰাম আসা যুজিবাক মনে।
হেন মহাবীৰক ভঙ্গাইব কোন জনে ॥ ৪৭৪১
ভেদ শাম দম যে উপায় নিসিজয়।
তেৱেসে বিহিয় দণ্ড শাস্ত্ৰৰ আশ্ৰয় ॥
প্ৰথমে যুজক যেৱে কৰয় উদ্যোগ।
সিটো প্ৰাণীজনো নজানয় শাস্ত্ৰ যোগ ॥ ৪৭৪২
শুনা বোলো দদা লঙ্কানাথ নিশাচৰ।
ৰাজ্যক হিতাৰ্থে বোলো ৰাক্ষসকুলৰ ॥
বন্ধুজন ৰাখি গৈয়া ৰাঘৱৰ ভিতা।
কল্যাণ সাধিয়ো গৈয়া সমৰ্পিয়ো সীতা ॥ ৪৭৪৩
কি কাৰ্য্যত জানকীক আনিলাহা হৰি।
প্ৰৱল পুৰুষ সমে বিবাদ নকৰি ॥

তুমি যে বৈলখ দেখা আমি কান্ধে লওঁ।
ৰামৰ চৰণে নিয়া সীতাক ভেটাওঁ ॥ ৪৭৪৪
স্ত্রী বাল বৃদ্ধ যুৱা ৰাক্ষসৰ কুল।
বানৰে ভালুকে যাৱে নকৰে নির্ম্মূল ॥
লঙ্কা তল নযাউক ৰাঘৱ সাগৰে।
ৰামৰ ভার্য্যাক সীতা সম্পিয়ো সত্বৰে ॥ ৪৭৪৫
বিভীষণে বুলিলন্ত উচিত বচন।
ৰাৱণ নৃপতি শুনি ভৈল খঙ্গ মন ॥
ভ্রাতৃক চাহিয়া বোলে সক্রোধ নয়নে।
মোক স্থখী কৰিলেক তোহোৰ বচনে ॥ ৪৭৪৬
পূর্ব্বত জানোহো বৰ মন্ত্রী বিভীষণ।
আৱেসে জানিলো তই অধর্ম্মী দুর্জ্জন ॥
অণুমাত্র নজানস ৰাজধর্ম্ম নয়।
যেহি বাক্য মুখে আসে সেহিসে বল্কয় ॥ ৪৭৪৭
কুম্ভকর্ণ ৰাৱণৰো তই ভৈলি ভাই।
নৈকেযীৰ গর্ভত তোহোৰ ভৈল ঠাই ॥
মুনিষৰ ভাই হুয়া ৰণক ডৰাস।
ৰাঘৱৰ নাম শুনি লাগিল তৰাস ॥ ৪৭৪৮
আপোনাক এৰি পৰ শকতি কৰস।
নিজিজ্ঞাসি বাক্য তই মিছাত ডৰস ॥
তপসীৰ ভার্য্যা হৰি আনিলো সীতাক।
নজানিয়া মূঢ় জনে গৰিহে আমাক ॥ ৪৭৪৯
বাপেকৰ বোলে ৰাম ভৈলেক তপসী।
খাণ্ডা ধনু ধৰি ফুৰে তপোবনে পশি ॥
মাথে ধূম্র জটা লাগে ত্রৈলোক্যসুন্দৰী।
হেনয় প্রাণীক কেহো গৰিহা নকৰি ॥ ৪৭৫০
বনবাসী তপসীৰ ইকি হোৱৈ ধর্ম্ম।
সকল ৰাক্ষস মাৰে ইকি যোগ্য কর্ম্ম ॥
সীতা হৰি তাহাৰ খণ্ডিলো মোহজাল।
ৰাৱণেসে মন্দ তভো ৰাঘৱেসে ভাল ॥ ৪৭৫১
পামৰ জাতিৰ দেখা অগাধ সংসাৰ।
অনুচিত উচিত নুবুজে প্রতিকাৰ ॥
কোন মন্দ কৰিলোহো জানকীক হৰি।
অধার্ম্মিক ৰামক উচিত দণ্ড কৰি ॥ ৪৭৫২

বীর্য্যৱন্ত প্রাণী যেৱে হোৱে আশকত।
পৰপক্ষে পীড়য় আপুনি হোৱে হত ॥
বিভীষণ মন্দবুদ্ধি এহি ভৈল মতি।
ৰণত যুজিতে তোৰ নাহিকে শকতি ॥ ৪৭৫৩
প্রহস্তে বোলয় তুমি বুদ্ধিত সাগৰ।
সাৱোধ্বতে বচন বুলিলা লঙ্কেশ্বৰ ॥
আৰোপদে ৰামৰ ঘাটন ভৈল বৰ।
মৰণ সমীপ দেখো জীৱন কাতৰ ॥ ৪৭৫৪
কুলৱন্ত পণ্ডিত উত্তম বুদ্ধিমন্ত।
সি সি দূত কৰি যিটো সন্ত যে মহন্ত ॥
ৰামে দূত কৰিলে বনৰ পশুজাতি।
এহি পদে ৰামৰ ঘাটন ভৈল আতি ॥ ৪৭৫৫
বৃহস্পতি সম পাত্র মহা বুদ্ধিমন্ত।
বিৰূপাক্ষে বোলে শুনা স্থপাত্র মহন্ত ॥
ৰাজায়ে বুলিলা যত শাস্ত্র অৱগাহি।
স্বৰূপত ৰাঘৱত শাস্ত্রধর্ম্ম নাহি ॥ ৪৭৫৬
আৰো একপদে ভৈল আমাৰ কুশল।
নিশাকাল ভৈলে ৰাঘৱৰ তুটে বল ॥
নিশাভাগে যুজিবো যতেক নিশাচৰে।
মৰিবন্ত ৰাম ৰাজা ভালুক বানৰে ॥ ৪৭৫৭
যুজ নৈয়ো পাৰে প্রজা থানতো বিস্তৰ।
যুজিবাক উদ্যোগ সকলে ৰাক্ষসৰ ॥
খাওঁ মাৰো কৰে প্রজা হাতে অস্ত্র ধৰি।
সত্বৰে মাৰিয়ো গৈয়া বিলম্ব নকৰি ॥ ৪৭৫৮
সবাকো নিবাৰি মাতিলন্ত বিভীষণ।
আবেসে জানিলো ভৈল বিনাশ লক্ষণ ॥
ৰাজলক্ষ্মী এৰিলেক ৰাৱণ দদাক।
সবাহাৰে মন ৰাঘৱক যুজিবাক ॥ ৪৭৫৯
শুনা শুনা দদা লঙ্কানাথ নিশাচৰ।
মই হিত বোলো সবে ৰাক্ষস কুলৰ ॥
গোত্র বন্ধু ৰাখি যাওঁ ৰাঘৱৰ ভিতা।
হিত বচনক মোৰ নেদেখিবা তিতা ॥ ৪৭৬০
যতেক তোমাৰ মন্ত্রী বোলয় কুনয়।
আপুনি বা তুমি নুবুজাহা ৰাজনয় ॥

হুই নুই তুমি গুণি চাহিয়ো মনত।
মোহোৰ বচন দেখিবাহা হিতপথ ॥ ৪৭৬১
অৰুন্ধতি নেদেখয় হিত নুশুনয়।
দীপ নির্ব্বাণত যিটো গন্ধ নপাৱয় ॥
সুহৃদৰ বচনক নেদেখয় হিত।
সিসব প্রাণীৰ জানা মৰণ সন্নিত ॥ ৪৭৬২
ৰাজাৰ মন্ত্রীৰ ভৈল বিপৰীত মতি।
অধর্ম্মে যুগুত ভৈল বিপৰীত মতি ॥
সুহৃদৰ বাক্য সবে নুকৰয় বাক।
গত আয়ু প্রাণী বুলি জানিবাহা তাক ॥ ৪৭৬৩
অধর্ম্মত ৰত ভৈলে তুমি দুৰাচাৰ।
পতিব্রতা কন্যা হৰিলাহা পৰদাৰ ॥
তোমাৰ সংসর্গে আমি ধর্ম্ম হৰুৱাওঁ।
তুমি আছা দদা আমি ৰাম পাশে যাওঁ ॥ ৪৭৬৪
শুনিয়োক সর্ব্বজনে ৰামৰ চৰিত্র।
বেদৰ ৰহস্য জানি পিয়া প্রতিনিত ॥
মহন্ত সকলে আক গাৱে অবিশ্রাম।
অপ্রয়াসে সিজে ধর্ম্ম অর্থ মোক্ষ কাম ॥ ৪৭৬৫
অৱশ্যে সাধয় সুখ কৰিয়া আনন্দ।
হেনয় ৰামৰ ভজা পদ মকৰন্দ ॥
তেৱেসে সংসাৰ সিন্ধু অপ্রয়াসে তৰি।
বোলন্ত কন্দলি ডাকি বোলা হৰি হৰি ॥ ৪৭৬৬

---

ৰাৱণৰ পদাঘাত পাই বিভীষণৰ ৰামৰ সমীপলৈ গমন

ছবি

শুকান তৃণত যেন অগনি লাগিয়া গৈল
ৰাজা ভৈল আতিশয় চণ্ড।
সিংহাসনৰ হন্তে গাৱগোট চালিলেক
ডাৱৰৰ কাঢ়ি লৈয়া খাণ্ড ॥
ৰাৱণ ৰাজায়ে পাচে লৰৰ দিলেক ভিৰি
যেন ক্রোধে ময়মত্ত হাতী।
বিভীষণ বীৰৰ যে হৃদয় মাজত গৈয়া
ক্রোধে মাৰিলেক এক লাথি ॥ ৪৭৬৭
বিষ্ণুত ভকত বীৰ উচিত বকতা ধীৰ
আসনত আছিলন্ত বসি।
হিয়াত লাথিৰ ঘাৱ সন্ধানত চোট পায়া
তেতিক্ষণে পৰিলন্ত খসি ॥
মূর্চ্ছা গৈয়া তেতিক্ষণ আছে পাছে বিভীষণ
সুস্থ হুয়া বসিল আসনে।
সুদীর্ঘ নিশ্বাস তেজি কার্য্যৰ প্রভাৱ বুজি
বিমৰিষি আছিলন্ত মনে ॥ ৪৭৬৮

---

দুলড়ী

শোক অগ্নি যেৱে বৰ জ্বলি গৈল
অসুখে কাম্পয় গাৱ।
ধর্ম্মপথ চাহি বীৰ বিভীষণে
চিত্তত দিলন্ত ঠাৱ ॥
সবে সমজ্যাৰ ত্রাস লাগি গৈল
কাংস পৰি জীম গৈল।
চুম্বক বচনে প্রহস্ত বীৰেযে
হাতৰ খড়্গ লৈল ॥ ৪৭৬৯
সিংহাসনত বসিলা ৰাজাৰ
কিঞ্চিত তাঙ্ক জুৰাইল।
কতো বেলি ৰাজা সুস্থক লভিলা
আবকা শুকুতি পাইল ॥
ক্ষণেক অন্তৰে বিভীষণ বীৰে
ৰাজাৰ চাপিল পাশ।
দক্ষিণ নাসায়ে আতি মহাদুখে
কাঢ়িল দুস নিশ্বাস ॥ ৪৭৭০
আমাক লাথিৰ প্রহাৰ দিলাহা
আন প্রাণী ভালে জীৱে।
ধর্ম্মৰ পথক চাহিয়া যে আমি
ক্লেশক সহিলো হিয়ে ॥
অধর্ম্মী জনৰ সংসর্গ দোষত
বাঢ়ে অবিবেক কর্ম্ম।
শ্রীৰামচন্দ্রৰ সমীপক গৈলে
বাঢ়িবে অনেক ধর্ম্ম ॥ ৪৭৭১
পাপিষ্ঠ জনৰ সংসর্গ দোষত
ধর্ম্মক কিক হৰাওঁ।

থাকিয়োক তুমি দদা লঙ্কেশ্বৰ
ৰামৰ পাশক যাওঁ ॥
ৰাৱণ ৰাজাৰ পাৱক জান্তিয়া
কৰিলন্ত নমস্কাৰ ।
আপোনাৰ চাৰি পাত্ৰক লৈলন্ত
আৱৰ কিছু সম্ভাৰ ॥ ৪৭৭২
হাতে গদা ধৰি বোলৈ বিভীষণে
থাকিয়ো পাত্ৰ সমাজ ।
বিভীষণ বৈৰী লঙ্কাৰ গুচায়ো
সুখে ভুঞ্জা সবে ৰাজ ॥
শুনা সৰ্ব্বজন এৰি আন মন
ৰামকথামৃতময় ।
এৰি আন কাম বোলা ৰাম ৰাম
পাপৰ কৰা প্ৰলয় ॥ ৪৭৭৩

---

পদ

এতেকে বচন বুলিলন্ত বিভীষণে ।
প্ৰণাম কৰিলা গৈয়া মাৱৰ চৰণে ॥
নৈকেশীত সমস্তে কহিলা বিভীষণে ।
মই ভেট হৈবো গৈয়া ৰামৰ চৰণে ॥ ৪৭৭৪
নৈকেষী বোলন্ত বাপু মোৰ বোলে থাক ।
যত অপৰাধ দোষ দিয়োক আমাক ॥
ৰাৱণ ৰাজাৰ মন্ত্ৰী যত ভৈলা হীন ।
মনকষ্টে ৰামৰ জীৱেক কত দিন ॥ ৪৭৭৫
হিতক বোলন্তে তোৰ হিয়ে দিলা লাথি ।
জানিলোহো যমে তাৰ মলচিলে পাতি ॥
তই এৰি গৈলে মোক ৰাখিবেক কোনে ।
আৱে জানো ভুঞ্জিবেক শৃগাল শগুনে ॥ ৪৭৭৬
বিভীষণে বোলন্ত থাকিয়ো এহি ভাৱে ।
ৰামত শৰণ মই নতু লওঁ যাৱে ॥
কুবেৰ দদাত সোধো কিবা বুদ্ধি পাওঁ ।
পাচে বিমৰিষি শ্ৰীৰামৰ পাশে যাওঁ ॥ ৪৭৭৭
বাঢ়ি বিভীষণে জুৰিলন্ত যোৰ হাত ।
মাৱৰ চৰণে পুনু নমিলন্ত মাথ ॥

অনল সুনল বীৰ প্ৰঘস সম্পাতি ।
শৰণ মাগিবে বিভীষণে লৰিলন্তি ॥ ৪৭৭৮
অনেক প্ৰকাৰে পাইলা মাৱত মেলানি ।
অন্তৰীক্ষে গৈলে পৱনৰ বেগ টানি ॥
কৈলাস গিৰিক লাগি ধৰিলন্ত পথ ।
সুধিবেক হিত বিমৰিষি কুবেৰত ॥ ৪৭৭৯
মহাদেৱে কুবেৰে আছন্ত পাশা খেলি ।
অনন্তৰে ধনদে চাহিলা চক্ষু মেলি ॥
হৰক বোলন্ত প্ৰভু দেখা বিদ্যমান ।
আমাৰ পাশক আসিলাত নপাই থান ॥ ৪৭৮০
পৱন সঞ্চাৰে আসি পাইলা বিভীষণ ।
কৰযোৰে প্ৰণামিলা হৰৰ চৰণ ॥
পাচে নমিলন্ত কুবেৰৰ দুই পাৱ ।
আসনে বসিলা বীৰ আদৰিত ভাৱ ॥ ৪৭৮১
বিভীষণে সম্মুখি মাতন্ত দেৱ হৰ ।
কহিতে নলাগে তোৰ সকলে গোচৰ ॥
ৰামৰ ভাৰ্য্যাক হৰি আনিলা ৰাৱণে ।
সীতাক সম্পিতে বুলিলন্ত বিভীষণে ॥ ৪৭৮২
অনাদি পুৰুষ তেন্তে জগত কাৰণ ।
সুৰ নৰ মুনিজন সবে নিস্তাৰণ ॥
নিজৰূপে সদগুণে নজানিব যাক ।
হেন ৰামে প্ৰতিকাৰ কৰিবেক তাক ॥ ৪৭৮৩
নিৰ্গুণ পুৰুষ নিৰঞ্জন অবেকত ।
যাত হন্তে উতপতি সমস্তে জগত ॥
সুৰ নৰ মুনিগণে নপাৱন্ত ওৰ ।
হেন ৰামে প্ৰতিকাৰ সাধিবেক তোৰ ॥ ৪৭৮৪
লঙ্কা পুৰি ধাৰে আইলা ৰাঘৱ শ্ৰীহৰি ।
সুগ্ৰীৱ নৃপতি সমে মিত্ৰৱতি কৰি ॥
ৰাৱণক মাৰিয়া সীতাক ভেট পাইব ।
অব্যাহতে সবে অযোধ্যাক চলি যাইব ॥ ৪৭৮৫
হেনয় উদ্দেশ যেৱে হৰে বুলিলেক ।
দুয়োকো প্ৰণামি বিভীষণ চলিলেক ॥
সসৈন্যে ৰামক গৈয়া দেখিলন্ত থিত ।
আকাশে থাকিলা চাৰি পাত্ৰে সমন্বিত ॥ ৪৭৮৬

ঊৰ্দ্ধে চাহি সুগ্ৰীৱে যেন দেখিলা তাহাক।
লঙ্কাৰ ৰাক্ষস আসে যুদ্ধক আমাক ॥
সুগ্ৰীৱৰ ইঙ্গিত জানিলা কপিগণে।
শিলা বৃক্ষ উপাৰি লৈলন্ত তেতিক্ষণে ॥ ৪৭৮৭
হুঙ্কাৰিল প্ৰজাগণে বানৰ সকলে।
কিল কিল ধ্বনি কৰে যত কপিবলে ॥
ইদিশৰ সেনাগণ যায় যে সিদিশ।
বানৰ ভালুকৰ ভৈলন্ত উসমিস ॥ ৪৭৮৮
ঊৰ্দ্ধক চাহিয়া সবে কৰে কুতুহলি।
লৰবা লৰৰি কৰে ঊৰ্দ্ধে লাঞ্জ তুলি ॥
লৱণ সাগৰ যেন উথলিল বাৰে।
টলবল বসুমতী চৰণৰ ঘাৱে ॥ ৪৭৮৯
কেহো কেহো বোলে আজি তেজাইবোহো দান্ত।
কেহো কেহো বোলে মাৰি দহিবোহো আন্ত ॥
আকাশত বিভীষণে বুলিলন্ত বাণী।
বানৰ নৃপতি তুমি আমাক নজানি ॥ ৪৭৯০
লঙ্কা হন্তে আসি ভৈলো ৰাৱণৰ ভাই।
উচিতক বোলন্তে প্ৰহাৰ কৰা পাই ॥
লঙ্কাত এৰিলো আপোনাৰ পৰিকৰ।
আন গতি নাই দুই চৰণ ৰামৰ ॥ ৪৭৯১
শুনিয়ো বানৰ ৰাজা পুণ্য সঙ্কটিয়ো।
ৰামৰ সমীপে নিয়া মোক সমৰ্পিয়ো ॥
সুগ্ৰীৱে বোলন্ত মিত্ৰ থাকা এহিভাৱে।
ৰামত সকলো কথা পুছি আসো যাৱে ॥ ৪৭৯২
এহি বুলি সুগ্ৰীৱ গৈয়া ত্বৰিতে আণ্টাইল।
সকলো বাৰ্ত্তাক ৰাম চৰণে জনাইল ॥
হেন শুনি ৰামৰ বিস্ময় ভৈল মন।
পাত্ৰ মেলেকক আনিলন্ত তেতিক্ষণ ॥ ৪৭৯৩
ৰাৱণৰ ভাই মোত মাগয় শৰণ।
দিবো বা নিদিবো বোলা সবে পাত্ৰগণ ॥
নীলে বুলিলন্ত বাণী অগনিৰ সুত।
বৈৰক শৰণ দিতে নুহিকে উচিত ॥ ৪৭৯৪
মোক পঠাইয়োক মই যাওঁ একেশ্বৰে।
মাৰিয়া পেলাওঁ গৈয়া পৰ্ব্বত শিখৰে ॥
অঙ্গদে বোলন্ত দেখি বৰ আটকত।
যুজিবে নোৱাৰো আমি কৰো অকপট ॥ ৪৭৯৫
আমাৰ বচনে প্ৰভু পঠায়োক চৰে।
ভাল মন্দ জিজ্ঞাসিয়া আসোক তাহাৰে ॥
পাত্ৰ মেলেকে হেন বুলিলা বচন।
দুৰ্জ্জন ৰাক্ষস প্ৰভু নুবুজিব মন ॥ ৪৭৯৬
আমাৰ বচনে ভাল দূত পঠায়োক।
চৰিয়া তহিক গৈলে কিবা কৰিবেক ॥
হনুমন্তে সবাহাৰে শুনিয়া বচন।
বোলন্ত প্ৰণামি পাচে ৰামৰ চৰণ ॥ ৪৭৯৭
শুনিয়োক প্ৰভু ৰামচন্দ্ৰ কৃপাময়।
বিভীষণে তয়ু পাৱে শৰণ পশয় ॥
অনেক জিজ্ঞাসি আমি থিৰ কৰি পাইলো।
ৰাৱণৰ সহোদৰ বৰ কষ্টে আইল ॥ ৪৭৯৮
মই জানো ইটো প্ৰাণী পৰম ধাৰ্ম্মিক।
শৰণ মাগয় তাক নিদিবাহা কিক ॥
ইন্দ্ৰজিতে বন্দি কৰি মোক আনি দিল।
কাট নিয়া বানৰক ৰাজা আদেশিল ॥ ৪৭৯৯
ৰাৱণৰ তক্ষ দেখি উঠি তাৱক্ষণে।
শাস্ত্ৰনয় দেখায়া ৰাখিলা বিভীষণে ॥
শ্ৰীৰামে বোলন্ত ভাল হনুৰ উত্তৰ।
যতেক বুলিলা মানে সবে ৰুচিকৰ ॥ ৪৮০০
সকলো কাৰ্য্যত তুমি মোৰ সাত আগ।
দেখিলো সবাত কৰি মোত অনুৰাগ ॥
যুদ্ধত ক্ৰোধত মন্ত্ৰণাতো সাতো আগে।
মাৰুতিৰ বচন মোহোৰ মনে লাগে ॥ ৪৮০১
একান্ত ভকত তুমি আবাধা আমাক।
সাধু সাধু বায়ুপুত্ৰ প্ৰশংসো তোমাক ॥
আনত পুছিলো মানে চাতুৰে বুলিল।
এহি বুলি শ্ৰীৰামে হনুক প্ৰশংসিল ॥ ৪৮০২
বাপক কাটিয়া যদি শৰণ মাগয়।
সিসবো বৈৰকো ৰক্ষা কৰিবে লাগয় ॥
শৰণক পাই যিটো শৰণ ~~মাগয়~~।
পাতক বাঢ়য় পুণ্যমানে হয় ক্ষয় ॥ ৪৮০৩

আছো তান ভাই যদি ৰাৱণ আসয় ।
তাহাকো শৰণ দিবো শাস্ত্রে হেন কয় ॥
হেন শুনি সুগ্রীৱে যে হাত ঠাব দিলা ।
আকাশত থাকি বিভীষণেয়ো আসিলা ॥ ৪৮০৪
মনত হৰিষে বুলিলন্ত বিভীষণে ।
বিধি শুভক্ষণ মোৰ শুনা পাত্রগণে ॥
এহি বুলি ৰাঘৱৰ চৰণ স্মৰন্তে ।
ভূমিত নামিলা সবে আকাশৰ হন্তে ॥ ৪৮০৫
অস্ত্র শস্ত্র মানে যত বৃক্ষত থৈলন্ত ।
নিয়া বিভীষণক সুগ্রীৱে ভেণ্টাইলন্ত ॥
দেখি বিভীষণে কৰিলন্ত যোৰহাত ।
প্রণামি বোলন্ত প্রভু শৰণ তোমাত ॥ ৪৮০৬
লঙ্কাত এৰিয়া আন সবে পৰিবাৰ ।
আন গতি নাই বিনে চৰণ তোমাৰ ॥
হেন বাণী যেৱে বিভীষণে বুলিলন্ত ।
গলে ধৰি কোলে কৰি সাবটি লৈলন্ত ॥ ৪৮০৭
শ্রীৰাম বোলন্ত লখাই মোৰ বোল জান ।
আতি শীঘ্র কৰি সাগৰৰ জল আন ॥
শুভদিন শুভ তিথি যাৱে আতিৰেক ।
কৰো বিভীষণক লঙ্কাতে অভিষেক ॥ ৪৮০৮
ৰাম বাক্য শুনিয়া লক্ষ্মণ লৰিলন্ত ।
চাৰি সাগৰৰ জল শীঘ্রে আনিলন্ত ॥
সাগৰৰ জল আনি মাথাত ঢালিলা ।
ৰামে বিভীষণক লঙ্কাৰ ভাৰ দিলা ॥ ৪৮০৯
ৰাজা হৈয়া বিভীষণ থাকিলে তহিতে ।
মহা বলৱন্ত চাৰি পাত্র সমন্বিতে ॥
লঙ্কা ৰাজ্যখানক পাইলন্ত বিভীষণ ।
জয় জয় কৰয় সকলে সেনাগণ ॥ ৪৮১০
শুনা বিভীষণ তুমি বুদ্ধিৱন্ত সাৰ ।
কমন প্রকাৰে সাগৰৰ হৈবা পাৰ ॥
তেৱেসে হোৱয় সবাহাৰে প্রতিকাৰ ।
যেৱে সেনাগণে সবে সুখে হোৱে পাৰ ॥ '১১
এহি বাণী শুনিয়া মাতিলা বিভীষণ ।
যেহেন মনত পৰে কহিবো বচন ॥
সাগৰ তৰিতে এক কৰিয়োক ব্রত ।
লক্ষ্মণ সুগ্রীৱ ৰাম সবাৰ সম্মত ॥ ৪৮১২
কুশ পাৰি তিনি দিন নিদ্রায় আছিল ।
ৰামক সাগৰে তেহো দেখায়ো নিদিল ॥
জাগিলন্ত ৰামে ক্রোধে ৰকত নয়ন ।
লক্ষ্মণক সম্বুধিয়া বুলিলা বচন ॥ ৪৮১৩
আশকত দেখি মোক নকৰয় ডৰ ।
দেখা মোক বৰ হেলা কৰয় সাগৰ ॥
মৃদু দেখি কটাক্ষ নকৰে আমাসাক ।
উচিত ফলক দিওঁ নিদিবাহা হাক ॥ ৪৮১৪
কদাচিতো কাৰ্য্য নিসিজিবে মৃদুভাৱে ।
শান্তমূৰ্ত্তি ভৈলে তাক কেহো নডৰাৱে ॥
শনৈশ্চৰ ভয়ে সবে সৰ্ব্বস্ব তেজয় ।
সোমগ্রহ নামে ফুল পাতকো নেদয় ॥ ৪৮১৫
ধনুখান বাপু মোৰ হাতে গুণ সাজি ।
অগাধ সাগৰ মান লুকাই থওঁ আজি ॥
অগ্নিশৰ মাৰি আজি শুষি এৰো জল ।
ভৰি গৰি কৰি যাওক বানৰসকল ॥ ৪৮১৬
এহি বুলি ৰামে মাৰিলন্ত অগ্নিবাণ ।
শুষিল সকলে জল দেখি বিদ্যমান ॥
তৰত পৰিয়া সবে শিশু ঘৰিয়াল ।
অগনি দগধ দেহা দেখি লাল কাল ॥ ৪৮১৭
শুকাই সকলে জল জন্তু সবে মৰে ।
আসিলন্ত সাগৰ ৰামৰ পাশে ডৰে ॥
ৰকত পুষ্পৰ মালা ৰকত অম্বৰ ।
শুদ্ধ তাৰ হাৰ অলঙ্কাৰ মানিকৰ ॥ ৪৮১৮
বৈদূৰ্য্য মণিৰ সম শৰীৰৰ মৰ্ম্ম ।
সুমৃদু কুণ্ডল সুশোভিত দুই কৰ্ণ ॥
নানা অলঙ্কাৰে কৰি দেখিয় সুবেশ ।
কৃতাঞ্জলি কৰি আসি আগত প্রবেশ ॥ ৪৮১৯
অল্প অল্প কৰি পাচে বুলিলা উত্তৰ ।
আষাৰেক বোলোহো শুনিয়ো ৰঘুবৰ ॥
তোমাৰেসে বাপে মোক থাপিলে জলত ।
স্বপ্নত নিদিলো দেখা শুনা যি কাৰ্য্যত ॥ ৪৮২০

আনো আসিবাৰ ভৈলে খুজিবেক পথ।
এহি বুলি স্বপ্নে প্ৰভু নভৈলো বেকত ॥
তোমাৰ বংশৰ বাপু কৃত্য ৰাখিয়োক।
অগাধ সাগৰ মোৰ নাম ঘুচোক ॥ ৪৮২১
জলজন্তু থাকোক জলত বান্ধা সেতু।
যেনমতে বান্ধিবাহা কহো তাৰ হেতু ॥
তোমাৰ সাৰথি নল আছন্ত বানৰ।
বীৰ বিশ্বকৰ্ম্মে তাক দিয়া আছে বৰ ॥ ৪৮২২
শুনিয়োক পাত্ৰ মোৰ শুভাশয় নল।
তুমি চুইলে বৃক্ষ শিলা নযাইবেক তল ॥
পূৰ্ব্বত দেৱতালোকে যুদ্ধক নপাৰি।
তোমাৰ বাপক নিলে অসুৰত হাৰি ॥ ৪৮২৩
অসুৰক মাৰিয়া দেৱক কৰি থিত।
তৈসানি তাহান মোৰ পৰম সখিত্ব ॥
সেহিসে সম্বন্ধে তুমি তনয় আমাৰ।
উপায় কহিলো আৰ সেতু বান্ধিবাৰ ॥ ৪৮২৪
এহি কথা কহিয়া সাগৰ চলি গৈলা।
সবে জলজন্তু ভৈল পূৰ্ণ জল ভৈলা ॥
এহিসে উপায় কথা কহিলা সাগৰ।
তাক শুনি মহাৰঙ্গ মনত ৰামৰ ॥ ৪৮২৫
বুলিলন্ত ৰামে পাচে শুনিয়ো লক্ষ্মণ।
ধনুশৰ নিয়া মোৰ থৈয়ো এতিক্ষণ ॥
ৰামে মাতি বোলন্ত সুগ্ৰীৱ নল নীল।
হনুমন্ত জাম্বৱন্ত অঙ্গদ সুনীল ॥ ৪৮২৬
শুনিলা কি সবে সাগৰৰ যেন বাণী।
ঝাণ্ট কৰি সম্ভাৰক মিলায়োক আনি ॥
ৰাঘৱৰ বচনে সুগ্ৰীৱে আদেশিল।
পৰ্ব্বত বনত সবে বানৰ পশিল ॥ ৪৮২৭
আমৰা কণ্টকি জাম আম যে চম্পক।
অশোক বকুল পিচুমৰ্দ্দ কপৰ্দ্দক ॥
পৰ্ব্বতৰ ভিতৰত যত বস্তু পাইল।
লতায়ে সহিতে আনি জলত পেলাইল ॥ ৪৮২৮
পৃথিৱীত খুজিয়া আনন্ত নিৰন্তৰে।
নল বীৰ সমে সেতু বান্ধন্ত সাগৰে ॥
লৰৰা লৰৰি কৰি আনিবাৰ দেখি।
ৰঙ্গমনে দুই বীৰে তাকে আছে লেখি ॥ ৪৮২৯
বাপু হনুমন্ত তুমি বাক্য আকলিয়ো।
বৰ বৰ বীৰে পৰ্ব্বতক আনি দিয়ো ॥
ৰামৰ বচন মনে কৰি নমস্কাৰ।
মৈন্দ্য দ্বিবিদ আৰু বালীৰ কুমাৰ ॥ ৪৮৩০
পনস গবাক্ষ কপি দ্বিবিদ সুষেণ।
নীল কুমুদ আদি বীৰ কপিগণ ॥
হৰিষে বানৰ বলে পৰ্ব্বত আনন্ত।
সাগৰ জলত থৈলে নলে হাত দেন্ত ॥ ৪৮৩১
সবাত অধিক হনুমন্ত কপিসিংহ।
লৰৰা লৰৰি কৰি পৰ্ব্বতৰ শৃঙ্গ ॥
দুই হাতে দুই গোটা আপোনাৰ বলে।
শীঘ্ৰে বেগে পেলাৱয় সাগৰৰ জলে ॥ ৪৮৩২
মহা পৰাক্ৰমী বীৰ বায়ুৰ নন্দন।
যাহাৰ প্ৰভাৱে কাম্পে তিনিও ভুৱন ॥
সন্নিত দূৰত মানে যত খুজি পাইল।
বৃক্ষ শিলা পৰ্ব্বতক তীৰত জৰাইল ॥ ৪৮৩৩
হনুমন্তে পৰ্ব্বত আনন্ত বৰ বেগে।
জলত পেলাইলে ছোৱে নলে সেহি ছেগে ॥
নাহি এক বীৰ হনুমন্ত সৰিবৰি।
পৰাক্ৰম দেখি দেৱগণ গৈলা ডৰি ॥ ৪৮৩৪
ত্ৰিজগত পতি ৰাম ত্ৰিদশে সহায়।
নলে পৰশিলে শিলা তলক নযায় ॥
হেন দেখি ৰামৰ হৰিষ আতিশয়।
ৰাম বল জানি সেনা কৰে জয় জয় ॥ ৪৮৩৫
বৰ বৰ পৰ্ব্বত পাৱয় যতমানে।
হৰিষে সবাক আনিলন্ত হনুমানে ॥
দীঘলে প্ৰমাণ সেতু পঞ্চিশ দিবস।
পথালিয়ে ভৈল সেতু যোজন যে দশ ॥ ৪৮৩৬
হেন অদভুত সেতু বান্ধিলন্ত জলে।
জয় ৰাম জয় লক্ষ্মণ সেনাগণে বোলে ॥
বিশ্বকৰ্ম্মা সুত মহা বীৰবৰ নল।
সাগৰত সেতু বান্ধিলন্ত মহাবল ॥ ৪৮৩৭

অসুৰ দানৱ দৈত্য দেৱাসুৰগণ।
সেতুক দেখিয়া যে সবাৰ ভয় মন॥
সাধু নল সাধু নল কৰে কপিগণ।
নল হাতে ভৈলেক উত্তম সেতুখন॥ ৪৮৩৮
হনুমন্ত আদি কৰি শ্ৰীৰাম লক্ষ্মণ।
পৰম হৰিষে পাৰ ভৈলা কপিগণ॥
ৰাঘৱে বোলন্ত মই শিৰে জটাধৰ।
সুজিবে নোৱাৰো গুণ প্ৰশংসা তোমাৰ॥ ৪৮৩৯
জানিবি মোহোতে তোৰ ৰহিবেক ধাৰ।
সাফল জীৱন শুভকীৰ্ত্তি ভৈলা যাৰ॥
ধন্য ধন্য নল তুমি বিশ্বকৰ্ম্মা সুত।
তোমাৰ কীৰিতি যশ থাকিলা বহুত॥ ৪৮৪০
সুগ্ৰীৱক আদি কৰি বানৰ ভালুকে।
থাকিলন্ত প্ৰভু ৰাম সুৱেল উচ্চকে॥
নমো নমো নিত্য ৰাম অনন্ত অনাদি।
শিৱ সনাতন শুদ্ধ বুদ্ধ বেদবাদী॥ ৪৮৪১
মোৰ গতি নাই বিনা তোমাৰ চৰণে।
বোলা ৰাম ৰাম সভাসদ যত জনে॥ ৪৮৪২

---

ছবি

যেহি পথে পাৰ ভৈলা শ্ৰীৰাম লক্ষ্মণ দুই
সমদলে চাপ ধৰি কৰে।
ৰাম সেতু নাম লোকে ইহাৰ কীৰিতি বৰ
থাকি গৈল চন্দ্ৰ দিবাকৰে॥
আকাশত দেৱগণে পৰম হৰিষ মনে
মহা প্ৰভু শ্ৰীৰাম দেৱৰ।
জয় জয় ৰাঘৱক লক্ষ্মীদেৱী নেৰন্তোক
ত্ৰিদশ দেৱতা দিলা বৰ॥ ৪৮৪৩
ৰাঘৱৰ মস্তকত পৰম আনন্দ মনে
সিঞ্চিলন্ত পুষ্প শুদ্ধ জলে।
নিজ নিজ ৰথে চৰি ত্ৰিদশ দেৱতা মানে
স্বৰ্গক গৈলন্ত কৌতূহলে॥
শ্ৰীৰাম লক্ষ্মণ বীৰ সুগ্ৰীৱ যে বিভীষণ
থাকিলন্ত বীৰ সব মানে।
বানৰ কটক সেনা পাচে বাৰে গীত গাৱে
কিল কিল কৰি থানে থানে॥ ৪৮৪৪
ভালুক বানৰ সেনা গুহা গিৰি গহ্বৰত
থাকিলেক সেতুক বিয়াপি।
সুৱেল পৰ্ব্বত হন্তে মহেন্দ্ৰগিৰক লাগি
থাকিলেক সেনাগণে চাপি॥
কেহো কেহো শিলা বৃক্ষ পৰ্ব্বত ধৰিয়া হাতে
লাঞ্জ তুলি কতো পাৰে ডেৱ।
ৰাৱণক গালি পাৰি ভালুক বানৰ বলে
লঙ্কাক চাহিয়া গৰ্জ্জে কেৱ॥ ৪৮৪৫
হেন মনে থাকিলন্ত ৰামদেৱ নাৰায়ণ
ৰঘুনাথ জগততে সাৰ।
মাধৱ কন্দলি বোলে শ্ৰীৰাম জয় জয়
ৰঘুনাথ কৰিয়ো উদ্ধাৰ॥
বাল্মীকি যে মহাঋষি ৰামায়ণ প্ৰকাশিল
সংসাৰত স্ৰজিল অমৃত।
আক শুনি নৰলোক কলিত সদ্গতি হোক
আক শুনি হোৱে কৃতকৃত্য॥ ৪৮৪৬
মাধৱ কন্দলি বিপ্ৰে তাহানে চৰণ স্মৰি
কৰিলন্ত শ্লোকক উদ্ধাৰ।
ৰামৰ চৰণ বিনা আন গতি নাহি হেৰা
জানিবাহা মনে কৰি সাৰ॥
থাকিলন্ত ৰামদেৱে সুৱেলত প্ৰবেশিয়া
সমদলে বিতোপন থানে।
মাধৱ কন্দলি ভণে কৌতুকে সুন্দৰাকাণ্ড
সমাপতি ভৈলা এহিমানে॥ ৪৮৪৭
শুনিয়োক সভাসদ মধুৰ কোমল পদ
পুণ্যকথা ৰামৰ চৰিত্ৰ।
যমপথ নিবাৰণ কলিমল সংহাৰণ
মহাৰস শ্ৰৱণে অমৃত॥
ভৱ ভয় বিনাশন মহা মোক্ষ প্ৰকৰণ
সমস্ত ধৰ্ম্মৰে ইসে সাৰ।
জানি শুনা যত্ন কৰি ডাকি বোলা হৰি হৰি
তেৱে সুখে তৰিবা সংসাৰ॥ ৪৮৪৮

**—ইতি সুন্দৰাকাণ্ড সমাপ্ত—**

# সপ্তকাণ্ড রামায়ণ

## লঙ্কাকাণ্ড

ৰামং লক্ষ্মণপূৰ্ব্বজং ৰঘুবৰং সীতাপতিং সুন্দৰং ।
কাকুৎস্থং করুণাময়ং গুণনিধিং বিপ্রপ্রিয়ং ধাৰ্ম্মিকং ॥
ৰাজেন্দ্ৰং সত্যসন্ধং দশৰথতনয়ং শ্যামলং শান্তমূৰ্ত্তিং ।
বন্দে লোকাভিৰামং ৰঘুকুলতিলকং ৰাঘৱং ৰাৱণাৰিং॥

### দুলড়ী

নমো নাৰায়ণ বিঘিনি খণ্ডন
ৰঘুৰ নন্দন ৰাম ।
সহস্ৰেক বাহু সহস্ৰেক শিৰ
যাৰ সহস্ৰেক নাম ॥
বাপৰ সত্যক পালিয়া ৰাঘৱে
সীতা সমে গৈলা বন ।
বোলন্ত কন্দলি আন গতি নাই
ৰামৰ দুই চৰণ ॥ ৪৮৪৯

———

ৰাৱণে শুক-সাৰণক শ্ৰীৰামৰ সৈন্য চাবলৈ পঠায় আৰু উলটি আহি ৰাৱণৰ আগত দূতৰ বৰ্ণনা

### পদ

প্ৰণামিলো ৰাম তিনি ত্ৰৈলোক্যৰ নাথ ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত॥
সাগৰত সেতুবন্ধ বালীৰ মৰণ ।
মাধৱে ভণিলা শ্ৰীৰামৰ চৰণ ॥ ৪৮৫০
ৰামে জল ৰামে থল ৰামেসে আকাশ ।
ৰামেসে মন্দৰ মেৰু ৰামেসে কৈলাশ ॥
হেন ৰামচৰণ সুমৰে যিটো নৰে ।
অক্ষয় পুণ্যক সাঞ্চে নযায় যমঘৰে ॥ ৪৮৫১
শ্ৰীৰাম জয়তি দশৰথৰ তনয় ।
লক্ষ্মণ জয়তি শ্ৰীৰামত বিনয় ॥
সুগ্ৰীৱ জয়তি কপিৰাজ বুদ্ধিমন্ত ।
জয়তি জয়তি বায়ুসুত হনুমন্ত ॥ ৪৮৫২
সসৈন্যে ৰাঘৱে যেৱে তৰিলা সাগৰে ।
শুক সাৰণক আদেশিলা লঙ্কেশ্বৰে ॥
সাগৰত সেতু বন্ধ কৰিলা ৰাঘৱে ।
হেনতো দুষ্কৰ কৰ্ম্ম নতো কৰে কেৱে॥ ৪৮৫৩
সুবেল পৰ্ব্বতে ৰাম ছুপকাৰে স্থিত ।
হেন দেখি মোৰ মনে জ্বলি গৈলা ভীত ॥
পৌৰুষ আচৰি কিছু নকৰিবি দৈন্য ।
ভালমতে লেখিবা ৰামৰ কত সৈন্য ॥ ৪৮৫৪
শুক যে সাৰণে বানৰৰ ৰূপ ধৰা ।
ছদ্মৰূপে পশিয়া সৈন্যৰ লেখা কৰা ॥
কত সেনাপতি পাত্ৰ কাৰ কেন বুক ।
লেখিয়া আসিবি কত বানৰ ভালুক ॥ ৪৮৫৫
ৰাজাৰ আদেশ বাণী শিৰোগত কৰি ।
শুক যে সাৰণে বানৰৰ ৰূপ ধৰি ॥

ৰামসেনা মাজত পশিয়া বৰ শঙ্কা।
সাগৰ মাজত যেন দুই মাছৰঙ্কা ॥ ৪৮৫৬
দেখয় সুৰেল গিৰি পূৰিলা বানৰে।
সাগৰৰ তীৰ জুৰি পৰ্ব্বত শিখৰে ॥
দীৰ্ঘ শত যোজন পথালি দশ জুৰি।
হেন সেতু ভালুক বানৰে আছে পূৰি ॥ ৪৮৫৭
ইটো সেনা লেখিতে শকতি আছে কাৰ।
আছোক লেখিবে দেখন্তেহি চমৎকাৰ ॥
এহি বুলি দুইজনে দুই ভিতি হুয়া।
কিছু সেনা দেখিলেক মাজত পশিয়া ॥ ৪৮৫৮
হেনমতে সেনা চাহে শুক যে সাৰণে।
মায়াৰূপে দুইহাঙ্কে চিনিলা বিভীষণে ॥
বানৰৰ হাতে নিয়া বন্দি কৰাইলন্ত।
কৰযোৰ কৰিয়া ৰামত জনাইলন্ত ॥ ৪৮৫৯
বিভীষণে বিনাৱন্ত শুনিয়ো শ্ৰীৰাম।
ইটো দুইজনত আমাৰ আছে কাম ॥
বানৰৰ ৰূপ ধৰি আইলা দুই জন।
সৈন্য লেখিবাক লাগি পঠাইলা ৰাৱণ ॥ ৪৮৬০
ৰাক্ষসৰ মায়া প্ৰভু ৰাক্ষসেসে জানি।
দণ্ড কৰিয়োক যেন যুগুত আপুনি ॥
শ্ৰীৰাম বোলন্ত শুনা সাৰণ যে শুক।
চৰ হুইয়া আইলি কিনো নিদাৰুণ বুক ॥ ৪৮৬১
স্বৰূপ কহিবি কিছু নুবুলিবি মিছা।
দিলোহো নিৰ্ভয় যাইয়ো আপোনাৰ ইচ্ছা ॥
সমস্তে কহিয়ো কথা ভয় পৰিহৰা।
যিবা লেখা নাপাইলা আৰোকা লেখা কৰা ॥ '৬২
তোমাক মাৰিয়া আমি কোন ফল পাইবো।
ৰাৱণ ৰাজাক বাক্য সন্দেহ পঠাইবো ॥
কৰযোৰ কৰি বোলে শুক যে সাৰণে।
স্বৰূপে স্বৰূপে প্ৰভু পঠাইলা ৰাৱণে ॥ ৪৮৬৩
ইটো সেনা লেখিতে বাপৰ নাহি শক।
যেৱে দয়া থাকে চলো আপোন দেশক ॥
তথু সেনা লেখিবেক কাহাৰ পৰাণে।
ত্ৰাহি ত্ৰাহি ৰামদেৱ পশিলো শৰণে ॥ ৪৮৬৪

ৰামচন্দ্ৰ বোলন্ত শুনিয়ো চৰ দুই।
বাৰ্ত্তাক জনাইবি ৰাৱণৰ আগ হুই ॥
সীতাক হৰিলি যিবা গৰ্ব্বিত থাকিয়া।
সিটো বল দৰশোক পৌৰুষ ৰাখিয়া ॥ ৪৮৬৫
আমি আসি মিলিলো তাহাৰ যমকাল।
নিৰন্তৰে ৰাক্ষসৰ হুইবে বুন্দামাৰ ॥
আমাৰ ঘৰিণী হৰি নিল নিশাচৰে।
দশ শিৰ ছেদিবো দুৰ্ঘোৰ দশ শৰে ॥ ৪৮৬৬
প্ৰণাম কৰিয়া দুইয়ো ৰামৰ চৰণে।
লঙ্কাত পশিলা গৈয়া ত্বৰিত গমনে ॥
ৰাৱণৰ আগত আঞ্জলি ধৰি হাতে।
আদেশ গোসাই বুলি নমিলেক মাথে ॥ ৪৮৬৭
দেৱৰ আগত আমি কহো স্বৰূপত।
বিভীষণে পাইয়া নিয়া যোগাইলা ৰামত ॥
ধৰ্ম্ম পুৰুষ ৰাম পৰাণে ৰাখিয়া।
তোমাত সন্দেহ বাক্য পঠাইলা বুলিয়া ॥ ৪৮৬৮
লেখিতে পঠাইলা তুমি ৰাঘৱৰ দল।
কোটি পুৰুষতো কোনে লেখিবে সকল ॥
মুখ্য মুখ্য চিনাওঁ অপাৰ যত লোক।
প্ৰতি প্ৰতি চিনাওঁ মেহ্ৰুত চৰিয়োক ॥ ৪৮৬৯
অমৃততোধিক স্বাদ কথা ৰামায়ণ।
সহৰিষ মনে শুনা সভাসদগণ ॥
শুনন্তে মুকুতি হোৱে দুখ উপশাম।
বোলন্ত কন্দলি সবে বোলা ৰাম ৰাম ॥ ৪৮৭০

---

দুলড়ী

শুক সাৰণৰ বচন শুনিয়া
ৰাৱণ মন্দ স্বভাৱ।
সৈন্য লেখিবাক মেহ্ৰুত চড়িল
অনেক তাল উদ্ধাৰ ॥
তাহাতে চৰিয়া ৰাজায়ে দেখয়
অসংখ্য পদাতি বল।
সাগৰৰ তীৰ পৰ্ব্বত গহ্বৰ
ঢাকিলে সেতু সকল ॥ ৪৮৭১

সাৰণ চৰক আদেশ কৰয়
ৰাৱণায়ে দশ শিৰ ।
মুখ্য মুখ্য পাত্ৰ সবাকো চিনায়ো
কোন কেত মান বীৰ ॥
কাহাৰ কতেক সৈন্য বা কমন
নৃপতি কোন দেশৰ ।
পৃথিৱী পৰ্ব্বত সমুদ্ৰৰ তীৰ
থাকে কোন দ্বীপান্তৰ ॥ ৪৮৭২
ৰাজাক সম্মুখি সাৰণে বোলয়
শুনিয়ো দেৱ আদেশ ।
লঙ্কাক চাহিয়া যিগোটা দেখাহা
নাদন্তে আছে আশেষ ॥
সহস্ৰেক যূথ পদাতি যাহাৰ
লৰন্তে তুলত লৰে ।
ইহাঙ্কে বোলয় নীল সেনাপতি
কটাক্ষ কৰয় ৰৰে ॥ ৪৮৭৩
পদ্ম কেশৰৰ বৰ্ণ আৰকত
দেখন্তে আতি বিড়িঙ্গ ।
লঙ্কাক চাহিয়া হাসন্তে আছন্ত
ধৰিয়া পৰ্ব্বত শৃঙ্গ ॥
আকাশত লাগি লাঞ্জ ফুৰাৱয়
জগতে গৈল শৱদ ।
আকাশৰ মেঘ খণ্ড খণ্ড ভৈল
লঙ্কাৰ লোক তবধ ॥ ৪৮৭৪
শঙ্খ যে শতেক সৈন্য আছে যাৰ
আৰ পদ্ম সহস্ৰেক ।
বালীৰ তনয় এহিটো অঙ্গদ
বলৱন্ত আতিৰেক ॥
তোমাক ৰণক আহ্বান কৰয়
আঙ্গুলিৰ দেই ঠাৱ ।
ইহেন বীৰক সমৰে যুজিবে
শকতি আছে কাহাৰ ॥ ৪৮৭৫
শ্ৰুতস নাম যে বানৰ সমস্ত
আৰো আছে আঠ লাখ ।

হাতে বৃক্ষ শিলা পৰ্ব্বত ধৰিয়া
নেৰয় ৰামৰ পাশ ॥
দশ কোটি বল নিপিণ্ড দেশৰ
কটাক্ষে সবে আকলে ।
সিটো মন কৰে লঙ্কাক মাৰিতে
পাৰয় আপোন বলে ॥ ৪৮৭৬
শ্বেত শৰীৰক দেখাহা যাহাৰ
এহেন্তে বীৰ কুমুদ ।
হাতে বৃক্ষ ধৰি আছয় যাহাৰ
সৈন্য এক অৰবুদ ॥
বিশ্ব যে কৰ্ম্মাৰ পুত্ৰক দেখাহা
এহে মহাবীৰ নল ।
যাহাৰ তুলত লৰে লক্ষ লক্ষ
বানৰ এ মহাবল ॥ ৪৮৭৭
এক থানে বসি আছে দুইজন
ধূম্ৰ বীৰ জাম্বৱন্ত ।
বৃক্ষ শিলা কৰে ধৰিয়া যাহাৰ
সৈন্য আছে অপৰ্য্যন্ত ॥
পূৰ্ব্বৰ কালত দেৱাসুৰ ৰণে
মাৰিলা সবে দেৱক ।
এই দুই বীৰে ৰণত অনেক
আথান্তৰ কৰিলেক ॥ ৪৮৭৮
সৈন্যৰ মাজত প্ৰকাশি আছয়
লঙ্কাক চাহিয়া আছে ।
চলি যান্তে এক প্ৰহৰৰ পথ
জুৰি যাই আগ পাচে ॥
উৰ্দ্ধে আকাশক ছানিয়া চলয়
তিনি প্ৰহৰৰ পথ ।
শ্ৰুতায়ুধ নামে ইহাক জানিয়
বানৰৰ এন্তে নাথ ॥ ৪৮৭৯
হাণ্ডী শৃগালীৰ বৰণ দেখাহা
সহস্ৰ কোটি বানৰ ।
ধূম্ৰাক্ষ যে নাম শ্যাল সুগ্ৰীৱৰ
সমৰে বিজয় বৰ ॥

কোটি কোটি শত বানৰ চলয়
আৰ এক শত লক্ষ।
গোলাঙ্গুল জাতি বানৰে বেঢ়িল
এহেন্তে বীৰ গৱাক্ষ ॥ ৪৮৮০
সাৰণে কহিয়া আণ্টাইলেক যেৱে
ৰাৱণত কহে শুক।
মৃত্যুৰ দুই পুত্ৰ দেখাহা নৃপতি
সুমুখ আৰো দুৰ্ম্মুখ ॥
মৈন্দ্য দ্বিবিদ দেখাহা ৰাৱণ
যেহেন পৰ্ব্বত মান।
ব্ৰহ্মাৰ বচনে পূৰ্ব্বত ই দুই
কৰিলা অমৃত পান ॥ ৪৮৮১
দিগ্‌গজ সমান বসিয়া আছয়
ত্ৰৈলোক্যে নাহিকে শঙ্কা।
ৰণ্ড ভণ্ড কৰি ৰাক্ষস মাৰিয়া
এহে পূৰি গৈলা লঙ্কা ॥
আশেষ গহন গম্ভীৰে সাগৰ
বলৰ নাহিকে অন্ত।
সাগৰ তৰিয়া সীতা দেখি গৈল
এন্তে বীৰ হনুমন্ত ॥ ৪৮৮২
শ্যাম কলেৱৰ কমল লোচন
সকল গুণে সাগৰ।
পৰ্ব্বত মূলত বসিয়া আসন্ত
সম নাহি ধনুৰ্দ্ধৰ ॥
অস্ত্ৰত শাস্ত্ৰত সবাতো পাৰ্গত
ত্ৰৈলোক্যে নাহি উপাম।
যাহাৰ সীতাক হৰি আনিলাহা
এহেন্তেহে শ্ৰীৰাম ॥ ৪৮৮৩
তাহান ডাহিন পাশত নৃপতি
নয়ন বলয়া চাহু।
তপ্ত সুৱৰ্ণৰ কান্তি জ্বলে যেন
ৰামৰ দক্ষিণ বাহু ॥
লক্ষ্মণ কুমাৰ ইহাঙ্ক বোলয়
পৰ্ব্বত ভেদন্ত শৰে।
দেৱাসুৰ যক্ষ ৰাক্ষস কিন্নৰ
তৰতৰি মান ডৰে ॥ ৪৮৮৪
ৰাঘৱৰ বাম পাশত দেখাহা
আছন্ত লঙ্কাক চাই।
সমৰে শকত ৰামৰ ভকত
তোমাৰ কনিষ্ঠ ভাই ॥
ৰাজ্য অভিষেক কৰিলা ৰাঘৱে
চাহিয়া এক শুভক্ষণ।
তোমাক ৰণত আহ্বান কৰয়
দুৰ্জ্জয় এ বিভীষণ ॥ ৪৮৮৫
ৰামৰ দলত আৱৰ কাহিনী
শুনিলো গৈয়া আসন্তে।
বিধাতাৰ বাম নয়নত ধূলি
পৰিলা বায়ুৰ হন্তে ॥
কতো দূৰ লাগি আচাৰি পেলাইলা
ব্ৰহ্মা বাম কৰে ধৰি।
তাতে উতপতি কন্যা এক ভৈলা
ত্ৰৈলোক্য মোহে সুন্দৰী ॥ ৪৮৮৬
চন্দ্ৰৰ সমান বদন জ্বলয়
নেত্ৰ নীল উতপল।
ত্ৰিবলী বলিত আতি সুৱলিত
কটাক্ষ আতি তৰল ॥
বিপুল জঙ্ঘিনী জগত মোহিনী
উৰু যে ৰামকদলী।
ৰূপক সাক্ষাত দেখিয় যাহাৰ
মুনিগণ যাই টলি ॥ ৪৮৮৭
অখিৰাজ হেন নাম যে তাহান
প্ৰজাপতি গণি থৈলা।
ৰূপৰ সম্পতি দেখিয়া সূৰ্য্যৰ
মনত ব্যামোহ ভৈলা ॥
কন্যা লইয়া পাচে আপোন থানক
চলিয়া গৈলা ভাস্কৰ।
মন্দৰ গিৰিত মনোময় ৰূপে
সূৰ্য্যে দিলা তাঙ্ক বৰ ॥ ৪৮৮৮

মোৰ তেজ বল বীৰ্য্যত সুন্দৰী
পুত্ৰেক হুইবে তোমাৰ ।
দেৱাসুৰ যক্ষ গন্ধৰ্ব্ব ৰাক্ষসে
সমান নুহিবে যাৰ ॥
ত্ৰিদশ অসুৰ মানুষ নাগত
অবধ্য হইবেক কায় ।
পৰ্ব্বত সবক চূৰ্ণ কৰিবেক
একৈক লাঠিৰ ঘাই ॥ ৪৮৮৯
সূৰ্য্যদেৱে যেৱে তাঙ্ক বৰ দিয়া
আপোন থানক গৈলা ।
ত্ৰৈলোক্যৰ চঞ্চা কৰি দেৱৰাজ
মন্দৰ গিৰিক আইলা ॥
অখিৰাজ কন্যা দেখিয়া ইন্দ্ৰক
পীড়িলা মদন শৰ ।
মনত সন্তোষ মিলিলা তাহাঙ্ক
বাসৱে দিলন্ত বৰ ॥ ৪৮৯০
যৱঞ্জা দুই পুত্ৰ তোমাৰ বিদিত
হুইবেক এ ৰবিতলে ।
বানৰ স্বৰূপে নৃপতি হুইবেক
কিষ্কিন্ধ্যাত বাহুবলে ॥
একৈকক ৰাম অৱতাৰে মাৰি
আৱৰক ৰাজ্য দিব ।
সেহিটো তোমাৰ তনয় আশেষ
দেৱৰ কাৰ্য্য সাধিব ॥ ৪৮৯১
বৰ দিয়া যেৱে ইন্দ্ৰ চলি গৈলা
দেৱপুৰী অম্ৰাৱতী ।
দিন মানে আসি যৱঞ্জা দুই পুত্ৰ
তান ভৈলা উতপতি ॥
জ্যৈষ্ঠ ভৈলা ইন্দ্ৰ দেৱৰ তনয়
বালীৰাজা যাৰ নাম ।
মিত্ৰৰ কাৰ্য্যত থাকিয়া তাহাঙ্ক
শৰে মাৰিলন্ত ৰাম ॥ ৪৮৯২

— —

ছবি

লক্ষ্মণৰ দক্ষিণত আপুনি দেখাহা ৰাজা
মেৰু সম সুন্দৰ শৰীৰ ।
সূৰ্য্যৰ বীৰ্য্যত আসি উতপতি ভৈলা জানা
এহেন্তে সুগ্ৰীৱ মহাবীৰ ॥
ৰাঘৱৰ মিত্ৰ ইষ্ট বালীৰ কনিষ্ঠ এন্তে
কিষ্কিন্ধ্যাৰ নৃপতি গৰিষ্ঠ ।
সাতো দ্বীপা পৃথিৱীৰ ভালুক বানৰ লইয়া
তোমাৰেসে চিন্তয় অনিষ্ট ॥ ৪৮৯৩
ইহান লগতে কপি সৈন্য বল চলে যত
লেখা আনি দিবোহো প্ৰত্যেক ।
বলৱন্ত কোটি এক সহস্ৰ বানৰ বল
আৰো চলে লক্ষ সহস্ৰেক ॥
সহস্ৰেক বৃন্দ সৈন্য লগতে লৱন্তে লৱে
আৰৰ শতেক মহাবৃন্দ ।
সহস্ৰেক সংখ্যা আৰো মহাপদ্ম সহস্ৰেক
আগে পাচে কৰয় খিখিন্দ ॥ ৪৮৯৪
সঙ্গ লাগি আৰো মানে সুগ্ৰীৱ ৰাজাৰ আৱে
আছে সৈন্য সহস্ৰেক খৰ্ব্ব ।
সৈন্যক দেখিয়া যত বিপক্ষ ৰাজাৰ ডৰে
ত্বৰিতে হৰয় সবে গৰ্ব্ব ॥
আছে ৰাম লখমণ বিভীষণ হনুমন্ত
জাম্বৱন্ত আৰো নীল নল ।
আপোন বিপোহো বলে সুগ্ৰীৱ যে বীৰবৰে
লঙ্কাপুৰী নিব ৰসাতল ॥ ৪৮৯৫
ৰাঘৱে তোমাক প্ৰতি পঠাইল বীৰত্ব বুলি
শুনা তাক নৃপতি ৰাৱণ ।
যিটো গৰ্ব্ব কৰি মোৰ সীতা হৰি নিলে সিটো
আগবাঢ়ি দেওক আসি ৰণ ॥
মোৰ তীক্ষ্ণ শৰে তাৰ অস্থি মজ্জা ভেদিবেক
কৰিবেক শোণিতক পান ।
দশ শিৰ ছেদিবোহো ৰণচণ্ডী পূজিবোহো
ৰাৱণ হুইবেক বলিদান ॥ ৪৮৯৬

আমি দুই জানি শুনি হিত বোল বুলিলোহো
যেৱে হুইবা দুৰ্গতি তাৰণ।
সীতাক মাথাত কৰি গলত কাপোৰ বান্ধি
পশা গৈয়া ৰামত শৰণ॥
তেবেসে সকলে কাজ সাধিবাক পাৰিবয়
ৰামদেৱ বৰ কৃপাময়।
উনমত্ত হুয়া যেৱে হিত বাক্য নুশুনাহা
ৰাক্ষস কুলৰ হৈবে ক্ষয়॥ ৪৮৯৭
শুক যে সাৰণে যেৱে ৰাম সেনা চিনাইলন্ত
ৰাৱণৰ মনে মনে ভয়।
ক্রোধে কুৰিগোটা চক্ষু গুঞ্জা হেন ফুৰাৱয়
চৰ দুইক চাহিয়া গৰ্জ্জয়॥
কমন কাৰ্য্যত থাকি গুৰুসেৱা কৰিলাহা
নীতি শাস্ত্র কেনে পঢ়িলাহা।
আপোন ৰাজাক নিন্দি শত্রুপক্ষ নৃপতিৰ
তুমি সব গুণ বখানাহা॥ ৪৮৯৮
ৰামক মুনিষ বৰ বখানাহা লাৰিকায়ে
ত্ৰিদশে থাটন্ত মোৰ কাপে।
তিনি ত্ৰৈলোক্যৰ বীৰ তৰতৰি মানে ডৰে
মোৰ মহা প্ৰচণ্ড প্ৰতাপে॥
আমাক যুজিতে যদি হেন সৈন্যসব আসে
সহস্ৰেক কোটি শত জাম্পে।
লঙ্কাৰ গড়ৰ মোৰ সন্নিত চাপিয়া আসি
অক্ষতে যাইবেক কাৰ বাপে॥ ৪৮৯৯
ৰাঘৱৰ বানৰক দেখিয়া ডৰাইলা বৰে
তোমাৰ সেৱাৰ আছো ধিক।
ইসব ৰাক্ষস কুলে উতপতি লাৰিকায়ে
তুমিসব ভৈলা আসি কিক॥
সেৱকক দণ্ডিবোহো আত কিছু ফল নাই
বৰ মোক কৰাইলে ঝৱাল।
কৈৱা সেৱতিয়া লোক আসি ইটো দুই গোটাক
চঙ্কামাৰি মেঢ়ৰ নিকাল॥ ৪৯০০
জয় জয় প্ৰভু বুলি শুক যে সাৰণ দুই
আপোনহি নামিলা মেহ্লৰ।

ৰাজাৰ আদেশ পাইয়া পাত্ৰ মহোদৰে আনি
আগত যোগাইলা আন চৰ॥
শাৰ্দ্দুল প্ৰমুখ্য কৰি চৰিয়াক সম্বুধিয়া
আদেশ কৰয় লঙ্কেশ্বৰ।
ৰামৰ সেনাত পশি লেখিয়া জনায়ো আসি
কত আছে ভালুক বানৰ॥ ৪৯০১
শাৰ্দ্দুল প্ৰমুখ্য কৰি চৰসব গৈলা লৰি
আজ্ঞা পায়া ৰাজা ৰাৱণৰে।
সুৱেল পৰ্ব্বত মূলে ৰাঘৱক সমদলে
দেখন্ত আছয় ছপকৰে॥
কতো লেখা কৰন্তে যে বিভীষণে জানিলেক
বুলিলন্ত চাৰ ধ্বত বৰে।
বানৰৰ হাতগোৰি লাথি লুথা ঘৰাকাতি
কিল ভুকু মাৰিলা চৰৰে॥ ৪৯০২
তৰল বানৰে পাইল ৰাক্ষসৰ চৰিয়াক
ধিতিঙ্গালি কৰে ভেন্টি ভেন্টি।
কতো কতো মুণ্ডে মুণ্ডে হানাহনি কৰে কতো
চৰৰতে নিকলিলা পেন্টি॥
কাহাকো আঙ্গাৰে চুণে নাকে মুখে দিল কতো
জীৱ মানে বিগুতি পঠাইল।
পাচ চাই চৰসব লাখুতিত ভিৰ দিয়া
ৰাজাৰ আগত গৈয়া পাইল॥ ৪৯০৩
শাৰ্দ্দুলে বিনাৱে বাণী আদেশ গোসাই হেৱা
খাণ্ডা পাইলে হোৱয় মুকুত।
শুক সাৰণে যত কাহিনী কহিলা মানে
সবে সত্য হয় স্বৰূপত॥
বিভীষণৰ যে কাযে পৈশন নযায় ৰাজা
লাথিছয় লাগিলা বুকত।
ৰামে ৰাখিলন্ত কাযে জীউমানে আসি ভৈলো
বানৰৰ বজ্ৰ যে ভুকুত॥ ৪৯০৪
জয় জয় নমো ৰাম তুমি পৰিপূৰ্ণকাম
নৰৰূপে ভৈলা অৱতাৰ।
লক্ষ্মণ সহিতে আসি নিজ যশ পৰকাশি
পৃথিৱীৰ খণ্ডিলাহা ভাৰ॥

মাধৱ কন্দলি ভণে শুনিয়োক সৰ্ব্বজনে
ৰামায়ণ কথা অনুপাম।
বঞ্চিয়ো যমৰ পুৰ পাপ হৌক মসিমুৰ
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৪৯০৫

ৰাৱণে সীতাক শ্ৰীৰামৰ মায়াশিৰ দেখুৱায়
আৰু সৰমাই সীতাক প্ৰবোধ দিয়ে

পদ

ৰাৱণে বোলয় শুনি শাৰ্দ্দুলৰ বাক।
মুখ্য মুখ্য বীৰগণ চিনায়ো আমাক ॥
সংক্ষেপিয়া কহিবি বাহুল্য পৰিহৰি।
প্ৰতি প্ৰতি কৰি মোত কহ ঝাণ্ট কৰি ॥ ৪৯০৬
কতো কতো কহো কোনে জানিব লিখিল।
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল ॥
দধিমুখ দৰিমুখ গৱয় কেশৰী।
জাম্বৱন্ত গৱাক্ষ সৰভ গজহৰি ॥ ৪৯০৭
তাৰক বিনোদ গন্ধমাৰ্দ্দন যে নল।
সুমুখ দুৰ্ম্মুখ হৰি সুষেণ প্ৰৱল ॥
বেগদসি মৈন্দ্য আৰো পনস দ্বিবিদ।
ধূম্ৰমুখ বলৱন্ত শ্ৰুতস কুমুদ ॥ ৪৯০৮
সাজিয়া আছয় বীৰবৰ বিভীষণে।
ত্ৰিভুৱন চমক প্ৰখৰ লখমনে ॥
মুখ্য মুখ্য চিনাইলোহো জানিলো যতেক।
শতেক বৎসৰে কোনে লেখিব কতেক ॥ ৪৯০৯
বিৰাধ কৱন্ধ খৰ ত্ৰিশিৰাৰ কাল।
অবধিত শৰত ভেদিলা সাত তাল ॥
বালীক মাৰিলা যিটো ঈষত সমৰে।
হেন ৰাম ধাৱে আইলা তোমাৰ উপৰে ॥ ৪৯১০
ত্ৰৈলোক্যৰ নাৰীগণে নাটিল তোমাক।
ৰাম অগনিৰ হৰি আনিলা সীতাক ॥
তোমাৰ আগত যত কহিলো প্ৰমাণ।
আপুনি চিন্তিয়ো যেন হৱয় কল্যাণ ॥ ৪৯১১
ৰামৰ কাহিনী যত পাত্ৰ মুখে পায়া।
আলোচিলা কাৰ্য্য পাচে পাত্ৰগণ লৈয়া ॥
বলাবল আলোচি মন্ত্ৰীক বিসৰ্জ্জিয়া।
ওৱাৰি পশিলা সিটো চৰক গৰ্জ্জিয়া ॥ ৪৯১২
বিদ্যুৎজিহ্বক আদেশয় লঙ্কেশ্বৰ।
মায়া ৰূপে স্ৰজিয়ো ৰামৰ ধনুশৰ ॥
সীতাৰ পাশক যাইবো দগধ শৰীৰ।
ৰেখ ৰূপে স্ৰজি আন ৰাঘৱৰ শিৰ ॥ ৪৯১৩
বিদ্যুৎজিহ্বে সাজি যোগাইলেক মায়াশিৰ।
সত্য কাটিয়াছে যেন বহয় ৰুধিৰ ॥
তূণ বাণ ধনু ছিন্ন ৰামৰ সকলে।
ৰাৱণক সাজিয়া দিলেক মায়া বলে ॥ ৪৯১৪
তাহাক প্ৰসাদ দিয়া নৃপতি ৰাৱণে।
অশোকা বনক গৈয়া পাইলা তেতিক্ষণে ॥
ৰাঘৱৰ শৰ ধনু আৰ কৰি থৈলা।
সম্মুখি সীতাক পাচে বুলিবাক লৈলা ॥ ৪৯১৫
সীতাক বেঢ়িয়া আছে ৰাক্ষসিনীগণে।
ৰাৱণক দেখি পিঠি দিলা তেতিক্ষণে ॥
গোসানীক সম্মুখি মাতন্ত লঙ্কেশ্বৰ।
বচন আকলি সীতা মোক স্বামী বৰ ॥ ৪৯১৬
তোমাৰ স্বামীয়ে খৰ ত্ৰিশিৰা মাৰিল।
সেহি কোপে তান আমি মানক সাৰিলো ॥
যি গৰ্ব্বত থাকি মোক কৰ অনাদৰ।
বাৰ্ত্তা কহো শুন তোৰ স্বামী দেৱবৰ ॥ ৪৯১৭
সুগ্ৰীৱ সহিতে ৰাম সখিত্ব কৰিয়া।
সুবেল পৰ্ব্বতে আইল সাগৰ তৰিয়া ॥
দুৰ্ঘোৰ ভাগৰে বৰ প্ৰয়াসিত ভৈলা।
সৈন্য সমে ৰামচন্দ্ৰ পৰি নিদ্ৰা গৈলা ॥ ৪৯১৮
আগ ধৰি আমাৰ চৰিয়া লাগি আছে।
নিশ্চেষ্ট সৈন্যক মোক জান দিলা পাচে ॥
সেনাপতি প্ৰহস্তক আনিলো হাঙ্কাৰি।
বানৰক ৰামক নিদ্ৰাত আসা মাৰি ॥ ৪৯১৯
আশেষ ৰাক্ষস লৈয়া সকলে শঙ্কাতে।
প্ৰহস্তে দেখিলা গৈয়া সুবেল পৰ্ব্বতে ॥
নিশ্চেষ্ট সৈন্যৰ মাজে ৰাম আছে শুয়া।
প্ৰহস্তে কাটিলা মাথা হাতে খাণ্ডা লৈয়া ॥ ৪৯২০

লক্ষ্মণৰ পিঠিত প্ৰহন্তে দিলা বাৰি।
পূৰ্ব্ব দিশে পেলাইলা ৰামৰ পাশ ছাৰি ॥
বিভীষণ ভয়াইক মাৰিল শিৰগুৰি।
সুগ্ৰীৱক মাৰিলেক গলগোট মুৰি ॥ ৪৯২১
হনুমন্ত পৰিল ভাঙ্গিল তাৰ হনু।
জানু ভঙ্গে পৰিলন্ত বীৰ ইন্দ্ৰজানু ॥
মৈন্দ্য দ্বিবিদক মাৰিলন্ত ইন্দ্ৰজিতে।
দধিমুখ মাথা কাটি পেলাইলা ত্বৰিতে ॥ ৪৯২২
অঙ্গদক মাৰিলা অনেক নিশাচৰে।
কুমুদক পুষ্পমালী কৰিলা বিদৰে ॥
সুষেণ পৰিল সুগ্ৰীৱৰ যে শ্বশুৰ।
জাম্বৱন্ত পৰিল যে বুদ্ধি ভৈলা চূৰ ॥ ৪৯২৩
গদা মুদ্গৰ ঘোৰ পৰিঘৰ বাৰি।
অসংখ্যাত সেনা পৰিলন্ত প্ৰাণ ছাৰি ॥
গৰকাই মাৰিলন্ত হস্তী ঘোৰা ৰথে।
সাগৰে পৰিল কতো গিৰি গহ্বৰতে ॥ ৪৯২৪
বিপাকে পৰিল যত ভালুক বানৰ।
জিবা জীল পলাই গৈলা দ্বীপ দ্বীপান্তৰ ॥
হেনমতে তোৰ স্বামী গৈলা যমপুৰ।
ৰাঘৱৰ আশাবন্ধ কৰিয়োক দূৰ ॥ ৪৯২৫
আবুধী বিবুধি সীতা কিছু নজানস।
মূঢ় হুইয়া আপোনাক পণ্ডিত মানস ॥
এভো মোত ভজ মোৰ যত মহাদই।
সবে থাকিবেক তাৰ চৰণক সেই ॥ ৪৯২৬
কৈৰা বিদ্যুৎজিহ্ব ৰাঘৱৰ শিৰ আন।
মোহোৰ বচন সীতা দেখোক প্ৰমাণ ॥
সীতাৰ আগত থৈলা ৰাঘৱৰ শিৰ।
সত্যে কাটিলেক যেন বহয় ৰুধিৰ ॥ ৪৯২৭
সীতায়ে দেখন্ত মুখচন্দ্ৰমা বদন।
নীল আকুঞ্চিত কেশ কমল লোচন ॥
চাৰু যে নিবিড় জ্বলে দশন পঙ্কতি।
হাসো হাসো কৰে যে চন্দ্ৰৰ জেউতি ॥ ৪৯২৮
সুশোভন নাসিকা লুলয় দুই কৰ্ণ।
উত্তম শৰীৰ মুখ দেখি শ্যামবৰ্ণ ॥
সত্যে কাটিয়াছে যেন বহয় ৰুধিৰ।
প্ৰত্যেক্ষে দেখিলা সীতা ৰাঘৱৰ শিৰ ॥ ৪৯২৯
হনুমন্ত হাতে দিয়া পঠাইলা আপুনি।
শিৰত আছয় দেখিলন্ত সেহি মণি ॥
দেখিলন্ত আৰৱ ৰামৰ ধনু বাণ।
শোক অগনিৰ তাপে নসহে পৰাণ ॥ ৪৯৩০
ৰামৰ শিৰক দেখি তেজে তোলবল।
হা প্ৰভু বুলি সীতা চপাইলন্ত কোল ॥
ক্ষণু হৃদয়ত বান্ধে ক্ষণু বান্ধে গলে।
লুটিয়া কান্দন্ত দেৱী হাকলে বিকলে ॥ ৪৯৩১
হা হা কৈকেয়ী মোৰ পৰাণে নসহে।
সৰ্ব্বনাশ কৰিলেক তোহোৰ কলহে ॥
কিনো বিধি বিপাকত ৰাজ্যক খণ্ডিলে।
কিবা অপৰাধে আন প্ৰাণক দণ্ডিলে ॥ ৪৯৩২
হৰি হৰি ৰাঘৱ মোহোৰ প্ৰাণেশ্বৰ।
গুণৰ মন্দিৰ ধীৰ প্ৰকৃতি সুন্দৰ ॥
এতকালে আছোহো তোমাক সুমৰন্তে।
তুমি মৰিলাহা আমি নতোহো মৰন্তে ॥ ৪৯৩৩
তোমাৰ সমান বীৰ নাহি সাঙ্গে সাঙ্গে।
নিদ্ৰা মৰণত কিনো মৰিলা বিপাঙ্গে ॥
ৰাজনীতি শাস্ত্ৰ তুমি পঢ়িলা বিশেষ।
কি কাৰণে নিদ্ৰা আসি গৈলা পৰদেশ ॥ ৪৯৩৪
আসন্ন কালত পণ্ডিতৰ বুদ্ধি নাশ।
ৰক্ষা নিচিন্তিয়া প্ৰভু ভৈলা সৰ্ব্বনাশ ॥
আগৰ চন্দনে ভূষিলোহো সৰ্ব্বক্ষণে।
সিটো শৰীৰক খাইব শৃগাল শগুনে ॥ ৪৯৩৫
শুনহ ৰাৱণ আমি পতিব্ৰতা নাৰী।
প্ৰমত্ত বচন তোৰ সহিতে নপাৰি ॥
তোহোৰ প্ৰসাদে যেৱে স্বামীশিৰ পাওঁ।
প্ৰভুৰ লগতে তেৱে অনুগামী যাওঁ ॥ ৪৯৩৬
হা হা ৰাম সুমৰন্তে সঙ্কলোক জীৱ।
তযু প্ৰাণেশ্বৰী মৰো জনকৰ জীৱ ॥
বনবাসে যান্তে প্ৰভু মোক নেৰিলাহা।
তুমি মৰিলাহা প্ৰভু মোক লৈয়া যাহা ॥ ৪৯৩৭

গদাবাৰি লক্ষ্মণৰ ভাঙ্গিলন্ত পাশু।
একেশ্বৰে গৈলে তান্ত সুধিবন্ত শাশু ॥
মোহোৰ হৰণ ৰাঘৱৰ বাৰ্ত্তা শুনি।
কেনমতে জীৱ তৈত কৌশল্যা গোসানী ॥ '৩৮
আগম বিচাৰি কহিলন্ত গুৰুজনে।
সিয়ো বোল মিছা ভৈল ৰামৰ মৰণে ॥
চিৰকাল ৰামে ভুঞ্জিৱন্ত ৰাজ্যভোগ।
আলক্ষণী সীতা নোহে বিধবাৰ যোগ ॥ ৪৯৩৯
বিলাপ কৰন্ত সীতা জনকৰ জীউ।
হাতযোৰে দুৱৰী আগত ভৈলা থিউ ॥
ধীৰে ধীৰে বোলে প্ৰভু ভৈলা বিসঙ্গতি।
পাত্ৰ সমে আসিলা প্ৰহস্ত সেনাপতি ॥ ৪৯৪০
আথে বেথে গৈলা ৰাজা কথা শুনি মাত্ৰ।
দেখে দুৱাৰতে ৰহি আছে সবে পাত্ৰ ॥
হাতযোৰ কৰিয়া প্ৰহস্তে বিনাৱয়।
ৰামসেনা প্ৰভুদেৱ ছানিয়া আসয় ॥ ৪৯৪১
ৰাৱণে বোলয় নুহি কথাৰ প্ৰস্তাৱ।
নিশানত বাৰি দিয়া কটক জোৰাৱ ॥
ৰাজাৰ আদেশ ভৈলা প্ৰহস্তৰ বোল।
বাদ্যভণ্ড কোলাহল তমকিলা বোল ॥ ৪৯৪২
সব সাজে ৰাক্ষসৰ সেনাসব আইল।
প্ৰহস্তে ত্বৰিতে গৈয়া ৰাজাত জনাইল ॥
মাধৱে বোলন্ত আক এহিস্থানে থওঁ।
জানকীৰ তহিতে প্ৰবোধ কথা কওঁ ॥ ৪৯৪৩
যেতিক্ষণে ৰাৱণ সিথান ছাৰি গৈলা।
তেতিক্ষণে মায়াশিৰ অন্তৰ্দ্ধান ভৈলা ॥
আৱৰ নেদেখিলা সীতা স্বামীশিৰ ধনু।
সৰমা বোলন্ত সীতা সখী মৰে জুনু ॥ ৪৯৪৪
শীঘ্ৰ গমনে আইল চিত্ত নুহি থিৰ।
সীতাৰ বিলাপ দেখি নসহে শৰীৰ ॥
নকান্দা নকান্দা সখী জনকৰ জীউ।
তোৰ দুখ দেখি মোৰ সঙ্কলয় জীউ ॥ ৪৯৪৫
ৰাৱণে যতেক বুলিলন্ত মন্দ বাক।
বৃক্ষৰ আৱত শুনি আছিলোহো তাক ॥
নিৰন্তৰে শুনিয়া আছিলো কাণ পাতি।
যুগে যুগে থাকি গৈল তোহোৰ খিয়াতি ॥ '৪৬
মই কথা কহো সখী পৰিহৰা শোক।
আথে বেথে গৈলা ৰাজা নসম্বুধি তোক ॥
হেন দেখিলোহো কাৰ্য্য ভৈলা আথান্তৰ।
মনে জানো চিত্ত থিৰ নুহি ৰাৱণৰ ॥ ৪৯৪৭
ৰামশিৰ ছেদিলেক প্ৰহস্ত ৰাক্ষসে।
হেন পতিয়াস সিংহ মাৰিলন্ত মশে ॥
হেন কি জানস ৰাম পৰদেশে গৈয়া।
সব সৈন্য নিদ্ৰা গৈলা নিশ্চেষ্ট পৰিয়া ॥ ৪৯৪৮
যেন তেন প্ৰাণী যদি পৰদেশে যায়।
তাৰ নিদ্ৰা নাসে চিন্তে ৰক্ষাৰ উপায় ॥
আপুনি জানস তোৰ যেন প্ৰাণপতি।
ইয়ো বোল পতিয়াস কিনো মন্দমতি ॥ ৪৯৪৯
স্বামী তোৰ গুণৱন্ত শ্ৰীমন্ত মহন্ত।
সন্তক পালন্ত যত অসন্ত নাশন্ত ॥
বুদ্ধিমন্ত যশৱন্ত তেজৱন্ত সন্ত।
ধৃতিমন্ত লজ্জাৱন্ত ৰূপৱন্ত কান্ত ॥ ৪৯৫০
বলৱন্ত বৈৰ যত শৰণ পৈশন্ত।
হাসন্তে পালন্তে তাকো ৰাখিয়া থাকন্ত ॥
বৈৰৰ অন্তক বীৰ সমৰ কৰন্ত।
তৃণ সম বিনাশন্ত কাটন্ত মাৰন্ত ॥ ৪৯৫১
শত্ৰু মিত্ৰ উদাসীন যাৰ গুণ গান্ত।
শোক পৰিহৰা তোৰ সুস্বামী জীৱন্ত ॥
আয়তা লক্ষণ দেখো তোৰ জ্বলে কান্তি।
অবিলম্বে স্বামীকোল পাইবি মহাশান্তী ॥ ৪৯৫২
সত্য কথা কহো মোৰ তোক বৰ দায়া।
ৰামশিৰ যি দেখিলা ৰাক্ষসৰ মায়া ॥
বিদ্যুতজিহ্ব নামে এক আছে নিশাচৰ।
ৰাজাৰ আদেশে সাজিলেক ধনুশৰ ॥ ৪৯৫৩
মোহোৰ বোলত যেৱে পতিয়ান নাই।
এখনে আসিবো গৈয়া তোৰ স্বামী চাই ॥
ৰাৱণে বা যিবা কৰে জানিবো সকলে।
মোক কেহো চিনিতে নপাৰে মায়াবলে ॥ '৫৪

সৰমাৰ বোলে শোক গুচিল সকলে।
খৰ লাগা ধান যেন বৰিষণ জলে ॥
সম্বুধি বোলন্ত তাইক জানকী গোসানী।
দুৰ্গতি তাৰিণী সখী সুমধুৰ বাণী ॥ ৪৯৫৫
আকালৰ বন্ধু যেন সোদৰ বহিনী।
মোৰ হিত চিন্তি বিধি মিলাইলেক আনি ॥
ইহেন কালত মোৰ তুমি প্ৰাণসখী।
ঝাণ্টে গৈয়া আসা ৰাৱণৰ কাৰ্য্য লখি ॥ ৪৯৫৬
নিতে নিতে সিটো মোক থাকয় গৰ্জ্জন্তে।
প্ৰাণ ফুটি যায় মোক ৰাৱণা তৰ্জ্জন্তে ॥
হা বিধি মই কি কৰিলো হৰি হৰি।
বিধিয়ে নিৰ্ম্মিলা ৰাক্ষসৰ ভক্ষ্য কৰি ॥ ৪৯৫৭
ৰাৱণৰ বোলে সবে ৰাক্ষসিনীলোক।
আটাস ভাবুকি সবে উকুৱায়ে মোক ॥
কতো বেলি সখী বাট চাহিবোহো তোকে।
ৰামৰ মৰণে প্ৰাণ ত্যজিবোহো শোকে ॥ '৫৮
সৰমায়ে সীতাক আশ্বাস আতি কৰি।
অন্তৰীক্ষে চলিলা চিলনী বেশ ধৰি ॥
ৰাৱণেও পাত্ৰ সমে আলোচিলা যত।
প্ৰত্যেক জানিয়া তাক ধৰিলা মনত ॥ ৪৯৫৯
যুদ্ধ কৰিবাক লাগি সুসম্ভাৰ ভৈলা।
ইসবক আকলি ৰামৰ পাশে গৈলা ॥
শ্ৰীৰাম লক্ষ্মণ আছে হৰষিত মনে।
অশোকা বনক গৈয়া পাইল তেতিক্ষণে ॥ '৬০
উত্ৰাৱল মনে সীতা আছিলন্ত বসি।
সৰমা আসিলা দেখি গৈলন্ত উল্লাসি ॥
প্ৰাণসখী আইল বুলি ধৰিলন্ত গলে।
আপোনাৰ আসনক দিলা কৌতুহলে ॥ ৪৯৬১
বাৰ্ত্তা পুছিলন্ত সীতা গুণে অনুপমা।
সবিশেষ সব কথা কহিলা সৰমা ॥
ৰাৱণৰ আলোচক শুনা প্ৰাণসখী।
অবিলম্বে স্বামীকোল পাইবাহা জানকী ॥ '৬২
বৃদ্ধ মন্ত্ৰী এক বোল বুলিলে তাহাক।
তোমাক আমাক নিয়া ৰামক দিবাক ॥
তোমাকো ভৎ'সিলে নলৱয় সদবুদ্ধি।
মৰন্তাক নলাগয় জীবাৰ ঔষধি ॥ ৪৯৬৩
জানিলোহো তোমাক ৰাৱণে নসম্পিব।
ৰামক যুজিয়া সিটো কত কাল জীৱ ॥
নিষ্টে নিষ্টে তোমাৰ নিৰ্ম্মল হৈবে কুষ্টি।
ৰাম কোলে তোমাক দেখিয়া হৈবো তুষ্টি ॥ '৬৪
বিৰলতো অনেক বুলিলা সাৱধানে।
বিনা যুদ্ধে তোমাক নেদিবে দশাননে ॥
নিশ্চয় জানিবা কথা কহিলো সকলে।
ৰামৰ কুশল সিটো যাইব ৰসাতলে ॥ ৪৯৬৫
সীতায়ো জুৰাইলা শুনি সৰমাৰ বাক।
এতহন্তে ৰামসেনা শৱদৰ জাক ॥

মাল্যৱন্তৰ ৰাৱণক উপদেশ আৰু উভয় দলৰ সেনাপতি নিৰ্দ্দেশ

বানৰৰ কোলাহল নাদয় ভালুক।
নগৰত ৰাক্ষসৰ খলকিল বুক ॥ ৪৯৬৬
ভেকুৰ নিশান ৰোল শুনি লঙ্কেশ্বৰ।
পাত্ৰক মিলাইলা ডৰে পাইলা চিন্তাজ্বৰ ॥
সম্বুধিয়া বোলে ৰাজা অমাত্যসবক।
ৰাম আসি ভৈলা হেৰা যুজিতে আমাক ॥ '৬৭
সৈন্যক মিলাইলা সিটো অৰণ্যৰ পশু।
ৰাক্ষসৰ ভক্ষ্য শুনি কণ্ডুৱাইবে খসু ॥
সাগৰক তৰিলা কৰিয়া সেতুবন্ধ।
মোহোৰ হাতত তাৰ পৰিবেক কন্ধ ॥ ৪৯৬৮
সৈন্য সাজিয়োক ঝাণ্টে নুযুৱাই হেলা।
অল্প শত্ৰু মন্দ কৰে প্ৰস্তাৱৰ বেলা ॥
কিঞ্চিত কণ্টকে যদি বিন্ধয় পাৱত।
উদবিগ্ন কৰে আতি সকল গাৱত ॥ ৪৯৬৯
ৰাজাৰ বচনে সবে মাথা চপৰাইলা।
মৌনে থাকিলেক আৰৰ কাহাকো নচাইলা ॥
সম্বুধি বুলিলা তাক বৃদ্ধ মাল্যৱন্ত।
ৰাৱণৰ মাতামহ পাত্ৰ বুদ্ধিমন্ত ॥ ৪৯৭০

শুনা কহো দশস্কন্ধ যেন ৰাজনয়।
তই নুসুধিলে মোৰ বুলিতে লাগয় ॥
আগ তল যাই যদি হাতীয়ো বুৰয়।
তোৰ সব কুল ও মোহোৰ বংশ ক্ষয় ॥ ৪৯৭১
শ্ৰেষ্ঠ পুৰুষে যে তোক ভালক নেদয়।
সীতাক হৰিলি সেই অধৰ্ম্মে খেদয় ॥
সদবুদ্ধি নেখেলে কুবুদ্ধি অভ্যুদয়।
ৰামধৰ্ম্ম উদয় লক্ষীয়ে আলিঙ্গয় ॥ ৪৯৭২
সভাত থাকন্তে উচিতক নমাতয়।
তাতে প্ৰৱৰ্ত্তয় তাৰ অধৰ্ম্ম জ্বলয় ॥
জানি নোবোলয় বিবুদ্ধিক আচৰয়।
হেনয় জনত সবে কলুষ পশয় ॥ ৪৯৭৩
ধৰ্ম্ম কৰ্ম্ম সন্নাহা কৰি বৈৰক বধিবা।
ধৰম সন্নাহা শুদ্ধ মুকুতি সাধিবা ॥
ধৰ্ম্মপথ এৰি তুমি পাপক সাধিলা।
অগনি সমান ঋষিসব ডকুৰাইলা ॥ ৪৯৭৪
লঙ্কাত অনিষ্ট ভৈলা তোমাৰ কাৰণে।
পথে পথে শৃগালে আৰাৱ কৰে ঘনে ॥
শূকৰ কুকুৰসব ফুৰে পালে পাল।
ৰাক্ষস কুলৰ ভৈলা প্ৰলয়ৰ কাল ॥ ৪৯৭৫
গো সবে প্ৰসৱয় গৰ্দ্দভৰ ছাৱ।
নেউলৰ গৰ্ভত ইন্দুৰৰ উদভাৱ ॥
কুকুৰে বানৰ হোৱে বিৰালত বাঘ।
ইৰিকত উট হোৱে মহিষত ছাগ ॥ ৪৯৭৬
স্বপনত নাৰীসব দিগম্বৰ বেশ।
ৰাক্ষসসবক ধাইলা মুক্ত কৰি কেশ ॥
মেঘসবে বৰিষয় পৰ্ব্বত শিখৰে।
কাকসবে বিনাৱয় লঙ্কাৰ উপৰে ॥ ৪৯৭৭
ঠাৱে ঠাৱে দেখিয়া পুৰুষ মুণ্ড লুণ্ডা।
হস্তী মুণ্ডা দীৰ্ঘ তুণ্ডা খুখুণ্ডা চামুণ্ডা ॥
কি কাৰ্য্য কৰিলি তই সীতাক হৰিলি।
মন্দ আচৰিলি ধৰ্ম্মপথ নাদৰিলি ॥ ৪৯৭৮
শ্ৰীৰাম লক্ষ্মণ নাৰায়ণ অৱতাৰ।
সাগৰত সেতু বান্ধে শকতি কাহাৰ ॥
তোক টঙ্ক দেখাইলেক যিটো বালীৰায়।
সিয়ো বীৰ পৰিলা ৰামৰ শৰঘায় ॥ ৪৯৭৯
বলহীন প্ৰাণীৰ শৰণে হৱে যোগ।
ৰামত শৰণ পশা কৰিয়া উদ্যোগ ॥
মাথাত কৰিয়া নিয়া সীতাক সমৰ্প।
পুত্ৰ পৰিবাৰ ৰাখ এৰ মান দৰ্প ॥ ৪৯৮০
মাল্যৱন্ত মৌন ভৈলা ৰাজনয় বুলি।
সক্ৰোধ নয়নে ৰাজা চাৱে মাথা তুলি ॥
ভ্ৰুকুটি কুটিল মুখ আৰকত খঙ্গে।
ইঠাৱক লাগি কোনে মাতিলা ইহাঙ্কে ॥ ৪৯৮১
ৰামক শকত দেখা মোক অশকত।
তোমাৰ বচন মোৰ নপশে কাণত ॥
নজানা নুশুনা তুমি থাকাহা নমাতি।
বৃদ্ধ ঘাগিৰ বোল গলি খসি যান্তি ॥ ৪৯৮২
তোৰ বোলে সীতা দিব চেপে কোন কাঠে।
ৰামক মুনিষ দেখা ৰাৱণেসে ঘাটে ॥
বাপখনে ডকাইলা আসিলা বনবাসে।
মোহোক যুজিবে খোজে বানৰত আশে ॥ '৮৩
নুপুছিলো উপসন্ন হোৱাহা আপুনে।
ইসব কাৰ্য্যক তোমাসাক সোধে কোনে ॥
জানিলোহো তুমিয়ো ৰামৰ ভাৰি খাহা।
কি কৰাহা ইঠাইত ঘৰক চলি যাহা ॥ ৪৯৮৪
অনন্তৰে মাল্যৱন্ত চলে ধীৰে ধীৰে।
ৰাজাক গৰ্জ্জিয়া বুঢ়া চলিলা মন্দিৰে ॥
গৰ্ব্বত থাকিয়া তই নেদেখহ দিশ।
ৰামশৰে ফুটিয়া কৰিবে থিসমিস ॥ ৪৯৮৫
অলপ পানীৰ সল দদৰা দদৰি।
ৰামশৰঘাৱে থাকিবিহি দান্ততৰি ॥
এহি বুলি মাল্যৱন্ত গৈলা দৰদৰি।
লোথৰা বুঢ়াৰ বোলে পাইবাহা চেঙ্খেৰি ॥ '৮৬
ৰাৱণ ৰাজায়ে পাচে সিংহাসনে বসি।
পাত্ৰ মন্ত্ৰী মিলায়া কাৰ্য্যক বিমৰিষি ॥
নিশ্চয় স্বৰূপে সমৰক কৰি সাৰ।
প্ৰহস্তক পাঞ্চিলেক পূৰ্ব্বৰ দুৱাৰ ॥ ৪৯৮৭

দক্ষিণ দুৱাৰে মহাপাৰ্শ্ব মহোদৰ ।
পশ্চিম দুৱাৰে ইন্দ্ৰজিত যে কুমাৰ ॥
শুক সাৰণক আদেশয় লঙ্কানাথ ।
উত্তৰ দুৱাৰে লাগে তোমাক আঘাত ॥ ৪৯৮৮
মধ্য থানত বিৰূপাক্ষক বিহিল ।
সবাহাৰে লগত অপাৰ সেনা দিল ॥
পাত্ৰ বিসৰ্জ্জিয়া ৰাজা সবাক মণ্ডিল ।
কৃতাৰ্থ মানিয়া অন্তঃপুৰক চলিল ॥ ৪৯৮৯
ৰামচন্দ্ৰ লক্ষ্মণ সুগ্ৰীৱ জাম্বৱন্ত ।
বিভীষণ অঙ্গদ আৰৰ হনুমন্ত ॥
মুখ্য মুখ্য পাত্ৰগণ গৱাক্ষ গৱয় ।
মিলিয়া কৰন্ত সবে মন্ত্ৰণা নিচয় ॥ ৪৯৯০
সাগৰক তৰিলো পৰ্ব্বতে বান্ধি সেতু ।
কাৰ্য্য আলোচিলো আসি ভৈলো যিবা হেতু ॥
লঙ্কাৰ গড়ক দেখো ত্ৰৈলোক্য বিজয় ।
ৰাৱণে সাজয় তৈত নিশান বাজয় ॥ ৪৯৯১
হেন শুনি বিভীষণ শাস্ত্ৰত পণ্ডিত ।
কৰযোৰ কৰিয়া ৰামৰ আগে থিত ॥
লঙ্কা গৈয়া আসিলা মোহোৰ চাৰি পাত্ৰ ।
ক্ষণিতেক ভৈলা সুধি আসিলেক মাত্ৰ ॥ ৪৯৯২
অনল সুনল বীৰ সম্পাতি প্ৰঘস ।
পক্ষীৰূপ ধৰি আইলা চাৰিয়ো ৰাক্ষস ॥
যুজিতে সম্ভৃত ৰাজা বল চতুৰঙ্গে ।
হেন দেখি আসি মোত কহিলন্ত খঙ্গে ॥ ৪৯৯৩
পূৰ্ব দুৱাৰে বীৰ প্ৰহস্তক দিল ।
মহাপাত্ৰ মহোদৰ দক্ষিণে থাকিল ॥
পশ্চিম দুৱাৰে ইন্দ্ৰজিতক থাপিল ।
মধ্য স্থানত বিৰূপাক্ষক বিহিল ॥ ৪৯৯৪
হস্তী ঘোৰা ৰথ যত সাজি সমস্তয় ।
ৰাজভাগী সেনা যত ৰাজাৰ আছয় ॥
শুক যে সাৰণ সমে উত্তৰ দুৱাৰে ।
আপুনি ৰাৱণ থিত ভৈলা ছপকাৰে ॥ ৪৯৯৫
ৰাৱণে সাজিয়া কুবেৰক যাই ধাৰে ।
ষাঠি লক্ষ কোটি লক্ষ যাই একেবাৰে ॥
আন সৈন্য কতক লেখিয়া পাইবে উহু ।
পৰদল জিনয় সত্বৰে পাতি বেহু ॥ ৪৯৯৬
বিভীষণ মুখত লঙ্কাৰ বাৰ্ত্তা পাইল ।
যুদ্ধৰ বীৰক সবে ৰাঘৱে মতাইল ॥
সেনাপতি কহিবা আগত মোৰ মিল ।
প্ৰহস্তক সম্মুখ হইবা তুমি নীল ॥ ৪৯৯৭
অসংখ্য পদাতি কিবা কৰিবেক আসি ।
ভাল সৈন্য তুলত লৈয়োক বাছি বাছি ॥
সেনাপতি সেনাপতি লাগা ধূম্ৰাজয় ।
পূৰ্ব দুৱাৰৰ কাৰ্য্য তোমাত লাগয় ॥ ৪৯৯৮
বালীপুত্ৰ অঙ্গদ বচন মোৰ পাল ।
মহাপাৰ্শ্ব মহোদৰ সমৰত ঢাল ॥
বীৰ গণনাত তুমি বোপাহাৰ সম ।
দক্ষিণ দুৱাৰে ৰাক্ষসৰ হোৱা যম ॥ ৪৯৯৯
হনুমন্ত কি কৰা নিশ্চিন্ত মনে আছি ।
ভাল ভাল সৈন্যক তুলত লোৱা বাছি ॥
ইন্দ্ৰজিতে ৰক্ষা কৰে পশ্চিম দুৱাৰে ।
তাক ধাৰে যাহা তুমি আটোপ টঙ্কাৰে ॥ ৫০০০
উত্তৰ দুৱাৰে ৰাজা ৰাখে লঙ্কাবাজে ।
তাক যুজিবাক মই চলি যাওঁ সাজে ॥
চাৰিগোটা পাত্ৰ লৈয়া যাইব বিভীষণ ।
আপুনি চলিবো আৰো ভৈয়াই লক্ষ্মণ ॥ ৫০০১
মধ্যৰ থানত ৰাজা সুগ্ৰীৱ থাকন্ত ।
জাম্বৱন্ত আদি যত সেনায়ে ৰাখন্ত ॥
মানুষৰ বুদ্ধি যত বানৰে ধৰন্ত ।
সাৱধানে যুজন্ত বলৰ নাই অন্ত ॥ ৫০০২
জয়তি শ্ৰীৰাম দেৱতাৰ আদিদেৱ ।
ব্ৰহ্মা হৰে যাহাৰ চৰণে কৰে সেৱ ॥
হেন ৰামপদে মোৰ থাকোক প্ৰণাম ।
বোলন্ত কন্দলি ডাকি বোলা ৰাম ৰাম ॥ ৫০০৩

———

শ্ৰীৰাম প্ৰভৃতিৰ সুবেল পৰ্ব্বতৰ ওপৰৰ পৰা লঙ্কাৰ সজ্জা দৰ্শন আৰু অঙ্গদক দূতৰূপে লঙ্কাক প্ৰেৰণ

দুলড়ী

কাৰ্য্যৰ ব্যৱস্থা কৰিয়া ৰাঘৱে
লক্ষ্মণ সমে চলিলা।
সব কপিবল সহিতে পৰ্ব্বত
উপৰে গৈয়া চড়িলা ॥
সুবেলত চড়ি দেখিলন্ত লঙ্কা
যাহাৰ নাহি উপাম।
সূৰ্য্যৰ জেউতি জিনিয়া বলয়
শুদ্ধ মাণিকৰ কাম ॥ ৫০০৪
সব কপিবল সহিতে ৰাঘৱে
হৰিষে লঙ্কা চাহন্ত।
বিশ্বকৰ্ম্মে যাক প্ৰবন্ধে গঢ়িল
গুণৰ নাহিকে অন্ত ॥
উপবন সব নিৰ্ম্মিয়া আছয়
শাৰী শাৰী কোলে কোল।
পদ্মিনীসকলে সুগন্ধ কৰয়
ভ্ৰমৰে কৰয় বোল ॥ ৫০০৫
চাৰিয়ো দুৱাৰে ৰাক্ষস আছয়
চতুৰঙ্গ বলে সাজি।
যুদ্ধক হৰিষে কান্ধে ভৰি টোন
কতো ধনুৰ্গুণ মাজি ॥
কতোহো চালত প্ৰাঞ্চী উপৰত
কতোহো গড়পম্পলে।
আকৰ্ণ শৰদে দশদিশ ছানি
যেন কালমেঘদলে ॥ ৫০০৬
লঙ্কাৰ ৰাক্ষস যুদ্ধৰ সম্ভৃত
দেখয় বানৰ বলে।
ঘোৰ আৰ্ত্তনাদ সব দিশ ছানি
ৰিঙ্গ দিলা কৌতূহলে ॥
নাচয় গাৱয় খেৰি খেলাৱয়
বানৰে পাৰয় উকি।
স্বৰ্গ ভুৱনক লঙ্ঘিয়া গৈলেক
ভালুকৰ হুকহুকি ॥ ৫০০৭
ৰণক হৰিষে ভালুক বানৰে
কৰয় বৰ আনন্দ।
এতহন্তে সূৰ্য্য অস্তগত ভৈলা
উদিত সম্পূৰ্ণ চন্দ্ৰ ॥
পৰ্ব্বত উপৰে নিশাগোট বঞ্চি
মহাসুখে নিদ্ৰা গৈল।
হাসন্তে খেলন্তে নাচন্তে গাৱন্তে
ৰজনীগোট পোহাইল ॥ ৫০০৮
প্ৰভাত সময়ে নামিলন্ত ৰাম
পৰ্ব্বত মূলত বসি।
মুখ্য মুখ্য সব পাত্ৰক মিলাইলা
কাৰ্য্যক পৰামৰিশি ॥
লঙ্কাৰ চৌভিতি জণ্টাইবাক লাগি
অক্ষয় বল চলাইল।
যাক যিবা দিশে আদেশি আছয়
সম্ভৃত কৰি পঠাইল ॥ ৫০০৯
পূব দুৱাৰক নীল সেনাপতি
চলি গৈলা সমদলে।
দক্ষিণ দুৱাৰে অঙ্গদ কুমাৰে
চলিলা আপোন বলে ॥
পশ্চিম দুৱাৰে জণ্টাইবাক গৈলা
হনুমন্ত বায়ুসুত।
পাত্ৰ বিসৰ্জ্জিয়া সবাকো দিলন্ত
আৰৰ বল বহুত ॥ ৫০১০
মৈন্দ্য দ্বিবিদক ৰাখন্ত বলত
নীলৰ ডাইন বাম।
অঙ্গদ বীৰৰ লগত ঋষভ
গবাক্ষ গৱয় নাম ॥
সম্পাতি প্ৰঘস দুই মহাবীৰ
গৈলা হনুমন্ত তুলে।
তাৰ বিন্দ বীৰ প্ৰমুখ্যে সুগ্ৰীৱ
নৃপতিৰ অনুকূলে ॥ ৫০১১

বিভীষণ বীৰে বেহু বিৰচিলা
ৰাঘৱৰ অনুমতে।
চৌত্রিশ কোটি বল- ৱন্ত বীৰকপি
প্ৰতি প্ৰতি দুৱাৰতে ॥
মধ্যৰ স্থানত থাকিলা সুগ্ৰীৱ
ৰামৰ সমীপ চাপি।
আৰো কোটি কোটি বানৰ থৈলন্ত
থাকিলা গগন ব্যাপি ॥ ৫০১২
শ্ৰীৰাম লক্ষ্মণ বীৰ বিভীষণ
শৰে ভৰিলন্ত তূণ।
গাৱৰ সন্নাহা চিকিমিকি কৰে
মাজিল ধনুৰ গুণ ॥
যথাত ৰাৱণ আপুনি আছয়
উত্তৰ দ্বাৰক যান্ত।
স্বৰ্গত দেৱতা- লোকৰ হৰিষ
জয় জয় ঘোষিলন্ত ॥ ৫০১৩
কতোহো বানৰ পয়াণে চলিলা
দ্বাদশ হস্তীৰ বল।
কতো সহস্ৰেক কতোহো শতেক
গজৰ সমান বল ॥
কতো অযুতেক কতো নিযুতেক
কতোহো বল অপাৰ।
হাতে বৃক্ষ শিলা পৰ্ব্বত ধৰিয়া
চৌভিতি বেঢ়ি লঙ্কাৰ ॥ ৫০১৪
ভালুক বানৰ পাৱৰ ধূলায়ে
জুৰিল সব আকাশ।
দিশ বিদিশক একোৱে নজানি
সূৰ্য্যৰ নাহি প্ৰকাশ ॥
সব লোকে লঙ্কা বেঢ়ি ৰিঙ্গ দিলা
ৰাক্ষস ভৈলা তৰাসি।
গৰ্ভৱতী যত ৰাক্ষসী লোকৰ
গৰ্ভমানে গৈলা খসি ॥ ৫০১৫
পাত্ৰ সমন্বিতে বিমৰিষি ৰামে
বালীৰ পুত্ৰ মতাইলা।
অনেক কঠোৰ বচনে ৰাৱণ
ৰাজাক গৰ্জ্জি পঠাইলা ॥
হেনমত কৰি বুলিবি আসিয়া
ৰণ দেউক আগবাঢ়ি।
অবিলম্বে তাৰ ৰাজলক্ষ্মী শ্ৰীক
বিভীষণে দিবো কাঢ়ি ॥ ৫০১৬
ৰামক প্ৰণাম কৰিয়া অঙ্গদ
আকাশ বহিয়া যান্ত।
পাত্ৰ সমন্বিতে ওৱাৰি কোলত
ৰাৱণক দেখিলন্ত ॥
তাৰাৰ তনয় শৰীৰৰ কান্তি
জ্বলয় যেন মাৰ্ত্তণ্ড।
ৰাৱণৰ আগে পৰিলন্ত যেন
মেৰুৰ শিখৰ খণ্ড ॥ ৫০১৭
ৰাজাক সম্বুধি বচনে বোলন্ত
শুন অৰে দশস্কন্ধ।
শ্ৰৱণ গোচৰে মোক শুনি আছা
বালীৰ পুত্ৰ অঙ্গদ ॥
দাশৰথী ৰাম গুণে অনুপাম
তাহানেসে আমি দূত।
তোমাক ৰাঘৱে বচন সন্দেশ
পঠাইলা বুলি বহুত ॥ ৫০১৮
যত যত কৰ্ম্ম তুমি কৰিলাহা
সংসাৰতে অগোচৰ।
অনেক ঋষিৰ যজ্ঞ বিধ্বংসিলা
ৰাজাৰ দংশিলা ঘৰ ॥
স্বৰ্গৰো দেৱতা- গণক খেদিয়া
অসুৰ নাগ ছেদিলা।
আচণ্ডিয় কৰি তিনিয়ো লোকক
থাকিতে সুখে নেদিলা ॥ ৫০১৯
শাস্ত্ৰৰ বিহিত যত সদকৰ্ম্ম
তোৰ নাম শুনি ভাগে।
ত্ৰিভুৱনে যত আছয় সুন্দৰী
সবাকো তোকেসে লাগে ॥

স্বৰ্গ মৰ্ত্ত্য যত নিশ্ৰীক কৰিলি
যতেক পাতাল খণ্ড।
সকলে দেশক কুণ্টুৰি ফুৰস
যেন উদয়াৰ ষাণ্ড ॥ ৫০২০
গুৰু গৰ্ব্বিতক একো নমানস
যেন ভৈলি তই নট।
ৰামৰ ভাৰ্য্যাক সীতাক হৰিলি
দৌলৰ ভাঙ্গিলি ঘট ॥
শিয়ালত সিংহ তই ভৈলি মূঢ়া
পৰ্ব্বতক দেশ মেঢ়ি।
তোক মাৰি যম- কৰণে পঠাওঁ
কমনে হোৱস লেঢ়ি ॥ ৫০২১
ৰাৱণে বোলয় দুৰ্জ্জন বানৰা
থাকিবি গৌৰৱ ৰাখি।
গিৰিৱতে লোকে সুখে ভাত খাই
কুকুৰৰ তিনি আখি ॥
মৰণ জীৱন একো নজানস
আসিলি এহি দিশক।
পৰৰ ভাৰ্য্যাক পৰে হৰি নেই
বানৰা মৰ কিসক ॥ ৫০২২
শুন বোলো ওৰে দুৰ্জ্জন বানৰা
নাহি কিছু তোৰ লাজ।
কত দিন ভৈলে বাপেৰক মাৰি
ছন্ন কৰিলেক ৰাজ ॥
ৰাজাৰ তনয় আনত খাটস
তাতে তোৰ মহমহ।
পৰৰ অধীন দুৰ্জ্জন বানৰা
তপস্বীৰ যশ কহ ॥ ৫০২৩
অঙ্গদে বোলয় শুনৰে ৰাৱণ
তই কতমান বীৰ।
যাৰ শৰঘাৱে আকাশ পৰয়
মেদিনী মেলয় চিৰ ॥
ৰামৰ ভাৰ্য্যাক হৰিলি সীতাক
কটকটাই তোৰ ঘাৰ।
সপুত্ৰ বান্ধৱে যাইবি যমঠাৱে
বিঘিনি ভৈলা লঙ্কাৰ ॥ ৫০২৪
পুৰুষৰ বেটা হৱস ৰাৱণ
আগবাঢ়ি দেহ ৰণ।
লাজত সীতাক মাথাত কৰিয়া
প্ৰণাম ৰামৰ চৰণ ॥
হেন যেৱে তই নকৰস মূঢ়া
ত্ৰৈলোক্যৰ গুচাওঁ শাল।
সপুত্ৰ বান্ধৱে তোক মাৰিবোহো
ৰাক্ষসৰ বুন্দাগাৰ ॥ ৫০২৫
স্বৰ্গক লাগিয়া পলা নুহি যেৱে
লুকাস পাতালপুৰে।
সাগৰত বুৰ দিলে ৰাখ নাই
খেদি খাইব ৰামশৰে ॥
যাৱে চুলত ধৰি নৈয়ো বাজ কৰি
ৰাঢ়ি ৰণ দেহ তোৰা।
হৃদয়ৰ গুল- গুলি পলুৱাওঁ
তোক মাৰো তিৰী চোৰা ॥ ৫০২৬
অঙ্গদ বীৰৰ বচন শুনিলা
কুঠাৰ যেন প্ৰহাৰ।
তুলাত অগনি লাগিয়া যেহেন
উঠিলা কোপ ৰাজাৰ ॥
কুৰিগোটা চক্ষু গুঞ্জ ফুৰাৱয়
ক্ৰোধত কাম্পে অধৰ।
কৈৰা মহোদৰ চাৰিগোটা পাত্ৰ
ঝাণ্টে খাণ্ডা তুলি ধৰ ॥ ৫০২৭
ৰাজাৰ আদেশে চাৰিয়ো ৰাক্ষসে
কাছিলা যুদ্ধৰ কাছে।
বালীৰ পুত্ৰৰ ভুৰুভঙ্গ নাই
ধৰাইবাক মনে আছে ॥
দুইখান বাহুত ধৰি অঙ্গদৰ
আজোৰে ৰাক্ষস চাৰি।
শিল সেন্তু যেন পাতালে ভেদিলা
কমনে লাৰিতে পাৰি ॥ ৫০২৮

চাৰি ৰাক্ষসৰ বল কটালিয়া
অঙ্গদে তুলিলা হাস।
এহি মুখে তই অল্পিক ৰাৱণ
ৰামক যুজিবে চাস॥
কৈলাস পৰ্ব্বত সমান চৰাৰ
ৰাৱণৰ ধৌলিৰৰ।
তাৰে উপৰক ডেৱ কৰিলন্ত
অঙ্গদ বীৰ বানৰ॥ ৫০২৯
চাৰি ৰাক্ষসক লৈয়া আকাশক
বেগ ধৰি চলি যান্ত।
যেন চাৰিগোটা সৰ্পক ধৰিয়া
গৰুড় পক্ষী উবান্ত॥
অঙ্গদ বীৰৰ শৰীৰৰ বাৰে
ৰাক্ষস শ্ৰুতি হৰিল।
ৰাঘৱৰ শত্ৰু জানকীৰ বৈৰী
ভূমিত পৰি মৰিল॥ ৫০৩০
শীঘ্ৰবেগে গৈয়া অঙ্গদ কুমাৰ
ধৱলিৰৱে চড়িল।
এক লাথি তাৰ উপৰে বসাইল
শিখৰ খসি পৰিল॥
প্ৰাসাদ শিখৰ ভাঙ্গিয়া অঙ্গদ
কৰয় আতি আস্ফোট।
ৰাৱণ ডৰিয়া বোলে ইটো কিনো
দাৰুণ বানৰগোট॥ ৫০৩১
ৰাৱণ ওৰাৰি ৰণ্ড ভণ্ড কৰি
লোকৰ জ্বালি তৰাস।
মাৰুতৰ পথে ডেও কৰি আসি
পাইলা ৰাঘৱৰ পাশ॥
বালীপুত্ৰ মুখে ৰাঘৱে লঙ্কাৰ
সমস্তে বাৰ্ত্তাক পাইল।
আশ্বাস স্বৰূপে হৰিষে অঙ্গদ
বীৰৰ তেজ বঢ়াইল॥ ৫০৩২
লঙ্কাৰ চৌভিতি ঝণ্টাইবাক প্ৰতি
ৰাঘৱে আজ্ঞা কৰিল।
গিৰিসিত কৰি সেনা লৰি ভৈলা
নিৰ্ঘাত যেন পৰিল॥
কতো বৃক্ষ ধৰি পয়াণে চলিলা
কাহাৰো হাতত শিলা।
চাৰিও দিশক নিসন্ধি কৰিয়া
লঙ্কাৰ গড় বেঢ়িলা॥ ৫০৩৩
জয় ৰঘুবংশ- তিলক কেশৱ
ৰাক্ষস কুল অগনি।
জয়তি লক্ষ্মণ যাৰ গুণ নাম
সৰ্ব্ব ধৰ্ম্ম শিৰোমণি॥
দুইহান চৰণ শিৰত ধৰিয়া
মাধৱ কন্দলি ভণে।
এৰি আন কাম বোলা ৰাম ৰাম
যত সভাসদগণে॥ ৫০৩৪

---

যুদ্ধাৰম্ভ আৰু ইন্দ্ৰজিতৰ যুদ্ধত শ্ৰীৰাম-লক্ষ্মণক নাগপাশেৰে বন্ধন

পদ

ওৰাৰিৰ ভঙ্গ দেখি ৰাৱণ খঙ্গাইল।
কহিৰ বানৰগোট অদভুত আইল॥
চাৰিগোটা পাত্ৰ মোৰ মাৰিলা ডাঙ্গৰ।
যুদ্ধত শকত বীৰ আতি থূলন্তৰ॥ ৫০৩৫
আপোন বিনাশ জানি চিন্তা বৰ পাইল।
সকল ৰাক্ষস বল চৌপাশে জণ্টাইল॥
লঙ্কাক কপিল বৰ্ণ কৰিলা বানৰে।
ৰাক্ষসে ধাইলেক তাক মহা আড়ম্বৰে॥ ৫০৩৬
বীৰবাহু বল আৰ সুবাহু বানৰে।
কাঠগড়া নিৰ্ম্মিলেক আদেশে ৰামৰে॥
পূৰৱ দুৱাৰে কুমুদাক্ষ নামে হৰি।
দশ কোটি সেনা লৈয়া থাকিলা আৱৰি॥ ৫০৩৭
দক্ষিণ দুৱাৰে কাঠগড়াক আকলি।
ত্ৰিশ কোটি বানৰ থাকিলা মহাবলী॥
বালীৰায়ৰ শশুৰ সুষেণ নাম হৰি।
দশ কোটি সৈন্য লইয়া থাকিলা আৱৰি॥ ’৩৮

উত্তৰ দুৱাৰে আছে ৰাম মহাবীৰ।
লক্ষ্মণ শ্রীহৰি আৰু দুৰ্জ্জয় শৰীৰ॥
গোলাঙ্গুল জাতি আৰো গবাক্ষ বানৰ।
কোটি সহস্রেক ৰাখে ডাহিনে বামৰ॥ ৫০৩৯
দশকোটি বানৰ ৰামৰ বামপাশে।
ধূম্রে ৰক্ষা কৰন্ত বৈৰৰ নাহি আশে॥
সৰভ গৱয় গন্ধমাৰ্দ্দন যে গজে।
অসংখ্যাত বানৰ ফুৰয় সব সাজে॥ ৫০৪০
বিভীষণে গদা হাতে থাকিলা উল্লাসি।
সব সাজে ৰামৰ আজ্ঞাক বাট চাহি॥
সুষেণ ফুৰন্ত ফটকৰ চাৰি দ্বাৰ।
সুগ্ৰীৱৰ বোলে লৈয়া কটক অপাৰ॥ ৫০৪১
সহস্ৰ সংখ্যাত অক্ষৌহিণী কপিবলে।
লঙ্কাক ৰাঘৱে বেঢ়িলন্ত সমদলে॥
হাতত পৰ্ব্বত বৃক্ষ শিলা শাল তাল।
আকৰ্ণ শৱদ মিলি গৈলা কোলাহল॥ ৫০৪২
ৰাৱণে আদেশে সেনাপতি সব সাজ।
সব সাজে ৰাক্ষস লঙ্কাৰ হোৱা বাজ॥
চাৰিয়ো দুৱাৰে চতুৰঙ্গ দলে তোল।
নিকলিলা ৰাক্ষস ৰাজাৰ শুনি বোল॥ ৫০৪৩
সিন্দূৰে মণ্ডিত চলাইলে মত্ত গজ।
সাক্ষাতে ভাৰ্গৱৰ মাহুত সব সাজ॥
মেঘত বিজুলী যেন বিভূষিত কালা।
সাক্ষাতে চলিলা যেন চন্দ্রমাৰ কলা॥ ৫০৪৪
ঘোড়াসব সাজিল ভূমিত নেদে পাৱ।
যেন দেখি আকাশক কৰয় উবাৱ॥
সুশিক্ষিত ৰাহুতে চলাইলে বৰ জাম্পে।
খুৰাৰ প্ৰহাৰে সবে বসুমতী কাম্পে॥ ৫০৪৫
ৰথসব চলি ভৈলা নগৰ বিয়াপি।
আকাশত মেঘসব চলিলেক চাপি॥
কোটি সহস্রেক কোন্তকৰ কোৰে ধাৱে।
সমৰে ভঙ্গাইবো দেৱৰাজা যদি আৱে॥ ৫০৪৬
খাণ্ডায়ে পদাতিসব আবাৰ কৰয়।
ফলাৰ ছাতিত খসি কপাট পৰয়॥

ৰাক্ষসৰ গিৰে ধূলি উৰিলা অপাৰ।
পৃথিৱীয়ে গগনে দেখিয় একাকাৰ॥ ৫০৪৭
ৰাক্ষস বানৰ বলে দেখা দেখি ভৈলা।
বাদ্য ভণ্ড ৰিঙ্গ ঝান্টি উথলিয়া গৈলা॥
নিশাচৰ সেনাবলে কৰে পাঞ্চ কাণ্ডি।
বানৰক সমৰে শালয় গাণ্ডি মুণ্ডি॥ ৫০৪৮
কাষ্ঠগড়া বাজ ছুইয়া যুজয় বানৰ।
শিলা বৃক্ষ হানি মুণ্ড ভাঙ্গে ৰাক্ষসৰ॥
ৰাক্ষসৰ সেনায়ে দিলেক অস্ত্ৰজাক।
শিলায়ে বানৰ বলে চূৰ কৰে তাক॥ ৫০৪৯
কপিবলে শিলা বৃক্ষ হানিলেক যত।
নিশাচৰে শৰে চূৰ্ণ কৰে আকাশত॥
আশেষ বানৰ বল প্ৰাঞ্চীত চড়িল।
বৃক্ষ শিলা ৰৰিষি ৰাক্ষস সংহাৰিল॥ ৫০৫০
নিশাচৰ সৈন্য যুজে প্ৰাঞ্চীত চড়িয়া।
ভূমিত আছাৰি মাৰে বানৰক নিয়া॥
চাপিয়া কোবাৱে গদা পৰিঘৰ বাৰ।
গড়হন্তে বানৰ পৰয় প্ৰাণ ছাৰি॥ ৫০৫১
ৰাক্ষসেয়ো পটোৱাৰে থাকে ঢাল ধৰি।
লাথি হানি বানৰে পেলাৱে চিত কৰি॥
ৰাক্ষসে বানৰে লাগি গৈলা হাতাহাতি।
ধুমাজয় ৰণত লাগিল লাথালাথি॥ ৫০৫২
ৰাক্ষস বানৰে যুজে হইয়া একপিণ্ড।
চাপিয়া পৰয় যেন পৰ্ব্বতৰ ভিণ্ড॥
ৰাক্ষসে বানৰ বল মাৰি মাৰি খান্ত।
ৰাক্ষসক মাৰিয়া বানৰে দোহে আন্ত॥ ৫০৫৩
বানৰে আগক লাগি দিৰয় লৰৰ।
বজ্ৰৰ সদৃশ কৰি মাৰয় চৰৰ॥
চৰৰৰ চোটে সবে দশন সাৰয়।
বানৰৰ হাতত ৰাক্ষস কুল ক্ষয়॥ ৫০৫৪
দুয়ো কুল সেনায়ে বোলয় তোল তোল।
প্ৰলয়ত যেন দুই সাগৰ কল্লোল॥
ৰাউত সমে ঘোড়া মাৰি আন্তক বিচাৰে।
লাথি হানি ৰথ ভাঙ্গে সাৰথিক মাৰে॥ ৫০৫৫

অদ্‌ভুত যুদ্ধ ভৈলা বানৰ ৰাক্ষসে।
দুইভিতি সেনাৰ ৰুধিৰে নদী বহে ॥
ঘোড়াসব মৰিয়া সাগৰত ভাসি যায়।
দিগ্‌গজ সমান হস্তী অন্তৰ্দ্ধিশে প্ৰায় ॥ ৫০৫৬
কটকৰ সংগ্ৰাম সংক্ষেপ কৰি থওঁ।
মুখ্য মুখ্য বীৰৰ যুদ্ধৰ কথা কওঁ ॥
ইন্দ্ৰজিত অঙ্গদৰ দুৰ্ঘোৰ সমৰ।
প্ৰজঙ্ঘ ৰাক্ষস সমে সম্পাতি বানৰ ॥ ৫০৫৭
জাম্বুমালী হনুমন্তে ভৈলা ঘোৰ ৰণ।
মিত্ৰঘোষে সম্মুখ ভৈলন্ত বিভীষণ ॥
তপন ৰাক্ষস সমে যুজে বীৰ নল।
সুকৰ্ণক কৰে ৰণ নীল মহাবল ॥ ৫০৫৮
সুগ্ৰীৱ ৰাজায়ে সমে যুজয় প্ৰজঙ্ঘ।
বিৰূপাক্ষ ৰাক্ষসক লক্ষ্মণে অভঙ্গ ॥
অগ্নিকেতু যজ্ঞকেতু সুপ্ৰৰশ্মি কেতু।
এহি চাৰি সম্মুখ ৰামক যুদ্ধ হেতু ॥ ৫০৫৯
বজ্ৰমুঠি ৰাক্ষসক ইন্দ্ৰজানু সজ।
তপন সহিতে যুদ্ধ কৰে কপি গজ ॥
সুষেণ সহিতে যুজে দ্বিবিদ বানৰে।
সুশীলক যুজে বিন্দুমালী নিশাচৰে ॥ ৫০৬০
ঋষভেয়ো সম্মুখে যুজয় সাৰণক।
আতিকায় কুম্ভে দুই মিলি বিনোদক ॥
ধূম্ৰাক্ষক মাৰুতিয়ে কেশৰীৰ পিতা।
বেগদৰশিয়ে শুক ৰাক্ষসৰ ভিতা ॥ ৫০৬১
মহাপাৰ্শ্বক যে গন্ধমাৰ্দ্দনে আকলি।
বিদ্যুৎজিহ্ব ৰাক্ষসক যুজে শতবলী ॥
মকৰাক্ষ বীৰৰ সম্মুখ জাম্বৱন্ত।
নিকুম্ভ ৰাক্ষস সমে ধূম্ৰাক্ষ যুজন্ত ॥ ৫০৬২
নৰান্তক ৰাক্ষসে সম্মুখ পনসক।
গৱাক্ষ সহিতে যুদ্ধ কৰে দেৱান্তক ॥
ত্ৰিশিৰায়ে কৰয় সৰভ সমে যুদ্ধ।
অকম্পন সমে যুজে বানৰ কুমুদ ॥ ৫০৬৩
কোটি কোটি সমৰ লাগিলা ঘাটা ঘাটি।
কাণ্ডে কাণ্ডে জাঠি জোঙ্গে ভৈলা কাটা কাটি ॥
নিশাচৰে কপি বলে ভ্ৰুকুটা ভ্ৰুকুটি।
কতো কতো ভূমিত পৰিয়া লুটা লুটি ॥ ৫০৬৪
ত্ৰিদশে অজয় বীৰবৰ ইন্দ্ৰজিত।
গদা হানি অঙ্গদক পাৰিলা ভূমিত ॥
দুই হাতে উচ্চায়া অনেক দূৰ তুলি।
নিষ্ঠুৰ কোবেক বৈসাইলে হুহ বুলি ॥ ৫০৬৫
গদাৰ প্ৰহাৰ যেৱে বালীপুত্ৰ পাইলা।
দশগুণ তেজ বলে ৰাৱণিক ধাইলা ॥
চাৰি ঘোড়া ৰথৰ মাৰিলা লাঞ্জ বাৰি।
সাৰথিয়ো ভূমিত পৰিলা প্ৰাণ ছাৰি ॥ ৫০৬৬
লাথি হানি ৰথক ভাঙ্গিলা সেহি থানে।
হেট মুখে ইন্দ্ৰজিত পৰিলা সন্ধানে ॥
তাহাৰ তনয় আতি নাদিলা অপাৰ।
ইন্দ্ৰজিতে বোলে কিনো বানৰা দুৰ্ব্বাৰ ॥ ৫০৬৭
কৰ্ণমানে প্ৰজঙ্ঘে টানিয়া ধনুখান।
সম্পাতিক সন্ধানে হানিলা পঞ্চবাণ ॥
শৰ হানি নিশাচৰে তুলিলন্ত হাস।
দুৰ্জ্জন বানৰা আজি জীৱন্তে নবাস ॥ ৫০৬৮
ক্ৰোধিলন্ত সম্পাতি মলিন মুখ বৰ্ণ।
প্ৰজঙ্ঘক বৃক্ষ হানিলেক অশ্বকৰ্ণ ॥
মাথাত পৰিয়া ভাঙ্গিলেক শিৰখুলি।
প্ৰজঙ্ঘ চলিলা যমসদনক বুলি ॥ ৫০৬৯
শৰ হানি তপন নলৰ পাশে গৈল।
তালুত মুটুকি দিয়া ঢেল নিকলাইল ॥
ৰুধিৰ বজাইলা মুখে পৰিলা তপন।
নলৰ প্ৰহাৰে গৈলা যমৰ সদন ॥ ৫০৭০
মাৰুতিক হাসি জাম্বুমালী বীৰে ধাইল।
দৃঢ় শকতিৰ কোব হৃদয়ে বসাইল ॥
তাহাৰ ৰথত চৰি কপি মহাবীৰ।
চৰৱে ছিণ্ডিল তাৰ গিৰি সম শিৰ ॥ ৫০৭১
নিশাচৰে মিত্ৰঘে অনেক শত শৰে।
বিভীষণ বীৰক হানিলা নিৰন্তৰে ॥
ৰাৱণৰ কনিষ্ঠ নিশঙ্ক বীৰবৰ।
শৰে হানি ৰণত ছেদিলা তাৰ শিৰ ॥ ৫০৭২

সুগ্ৰীৱক প্ৰজঙ্ঘে বিন্ধিলা দশ শৰে।
চাতিয়াল বৃক্ষে বীৰে নিলা যমঘৰে ॥
বিৰূপাক্ষে লক্ষ্মণক শৰজাক দিল।
ৰামৰ কনিষ্ঠে তাক যমঘৰে নিল ॥ ৫০৭৩
অগ্নিকেতু যজ্ঞকেতু নাম নিশাচৰে।
সুপ্ৰতাপ্ন ৰশ্মিকেতু চাৰি মহাবীৰে ॥
চাৰি মিলি ৰাঘৱক দিলা শৰজাক।
আমাৰ হাতত তুমি পলাইবাক থাক ॥ ৫০৭৪
হেন শুনি ৰাঘৱৰ ক্ৰোধ বৰ মনে।
চাৰিগোটা নৰাচ জুৰিলা নিয়া গুণে ॥
শৰে হানি শিৰ ছেদিলন্ত একৈকৰ।
মৰিয়া ৰাক্ষস গৈলা যমৰ নগৰ ॥ ৫০৭৫
মহেন্দ্ৰক বজ্ৰবৰ মাৰিলন্ত তুষ্টি।
তেতিক্ষণে তাহাৰ পৰাণ গৈলা চুটি ॥
দিলেক সৱভে দ্বিবিদক শৰজাক।
মুষ্টি হানি দ্বিবিদেয়ো মাৰিলন্ত তাক ॥ ৫০৭৬
নীল মহাকপিক সুবেল নিশাচৰে।
নিৰন্তৰে শৰীৰক তাড়িলন্ত শৰে ॥
তাহাৰ ৰথক চায়া দিলা শৰজাক।
সুৰ্কৰ্ণ মৰিয়া গৈলা যমৰ সভাক ॥ ৫০৭৭
বিন্দুমালী সুষেণক ঘোৰ সমৰত।
অসংখ্যাত অগ্ৰে বিন্ধিলেক শৰীৰত ॥
মহাবীৰ সুষেণে কৌতুকে তাক পাইল।
পৰ্ব্বতৰ শৃঙ্গগোট হানিয়া পঠাইল ॥ ৫০৭৮
গদা লৈয়া বিন্দুমালী ৰথৰ নামিল।
একে কোবে গিৰিৰ শৃঙ্গক সংহৰিল ॥
ক্ৰোধিলা সুষেণ যেন মত্ত গজলীলা।
আৰকা হানিলা তাক অসংখ্যাত শিলা ॥ ৫০৭৯
শিলা বহি যান্তে বিন্দুমালী ভেট পাইল।
গদাৰ প্ৰহাৰে চুৰ কৰিয়া পঠাইল ॥
নিশাচৰে বোলে মই কিবা চাওঁ আৰ।
সুষেণক বৈসাইলেক গদাৰ প্ৰহাৰ ॥ ৫০৮০
সুষেণ বানৰ আতি সমৰে প্ৰচণ্ড।
ৰাক্ষসক হানিলেক পৰ্ব্বতৰ খণ্ড ॥
শিলাৰ প্ৰহাৰে তাৰ হিয়া ভৈলা চুৰ।
বিন্দুমালী নিশাচৰ গৈলা যমপুৰ ॥ ৫০৮১
এহিমতে যতেকৰ দ্বন্দযুদ্ধ ভৈল।
ৰামসেনা জিনিল ৰাক্ষস ক্ষয় গৈল ॥
ইন্দ্ৰজিত এৰি সবে পৰিলা নিশেষ।
সূৰ্য্য অস্ত গৈল ভৈল ৰজনী প্ৰবেশ ॥ ৫০৮২
নিশাযুদ্ধ ভৈল যেন ৰাক্ষস বানৰে।
অন্ধকাৰে নিচিনয় আপুন কি পৰে ॥
ভালুক বানৰ বুলি হানে নিশাচৰে।
ৰাক্ষসৰ মত বুজি যুজয় বানৰে ॥ ৫০৮৩
কলীয়া মেঘক যেন কালমেঘে ধাইল।
অসংখ্যাত ভালুকে ৰাক্ষস খেদি খাইল ॥
মাথাত কামোৰ মাৰে খেদি পাৱে যাক।
যাৱে প্ৰাণ বৰ্ত্তে কদাচিতো নেৰে তাক ॥ '৮৪
ৰাক্ষসেয়ো বানৰক মাৰে হাত গুৰি।
মাথাত কামুৰি চোবাৱয় মৰমৰি ॥
খাৱা খাই লাগিলা মিলিল ধুমাজয়।
নিশাচৰ ভালুক অনেক ভৈলা ক্ষয় ॥ ৫০৮৫
ৰাঘৱে দেখন্ত অন্ধকাৰ তমোময়।
চতুৰ্দিশে বেঢ়িলন্ত নিশাচৰচয় ॥
যজ্ঞকেতু মহাপাৰ্শ্ব বীৰ মহোদৰ।
শুক যে সাৰণ বজ্ৰদংষ্ট্ৰ নিশাচৰ ॥ ৫০৮৬
ছয়ো বাণে ৰামৰ ফুটিল ছয় শৰে।
চতুৰ্দ্দিকে আকাশ বেঢ়িলা নিৰন্তৰে ॥
ছয় বাণে ৰাঘৱে বিন্ধিলা মৰ্ম্মস্থানে।
ছয় হন্তে পলাই গৈলা ৰাখি জীৱ মানে ॥ '৮৭
সুৱৰ্ণৰ শৰ অগ্নিসৰ আসৰিশ।
অন্ধকাৰ ফেৰিয়া প্ৰসন্ন দশ দিশ ॥
যি দিশে ৰাক্ষস শৰগুচি গুচি যায়।
ৰামৰ অব্যৰ্থ শৰে খেদি খেদি খায় ॥ ৫০৮৮
ইন্দ্ৰজিত মনে মনে কৰে বৰ খঙ্গ।
বানৰগোটক মোৰ এতমান ভঙ্গ ॥
গুঞ্জ যেন চক্ষু ফুৰাইলেক ক্ৰোধদৃষ্টি।
অঙ্গদক কৰিলেক ঘোৰ শৰবৃষ্টি ॥ ৫০৮৯

গদা মুদগৰ হানে বহু শৰজাক।
দুৰ্জ্জন বানৰা আজি মাৰো থাক থাক ॥
শাল বৃক্ষ অঙ্গদে ফুৰাইলা যেন দাঙ্গ।
অস্ত্র উকবিয়া গৈলা নুছুইলেক অঙ্গ ॥ ৫০৯০
আথাকে ৰাৱণি শৰ মাৰিতে লাগিলা।
গিৰিসাই অঙ্গদৰ কটক ভাঙ্গিলা ॥
সৈন্য ভাঙ্গিবাৰ দেখি অঙ্গদে খঙ্গিলা।
ইন্দ্ৰজিত কুমাৰক হানিলেক শিলা ॥ ৫০৯১
শিলা পৰি ৰাৱণিৰ ৰথ গৈলা ভাগি।
ইন্দ্ৰজিতে ডের দিলা পৃথিৱীক লাগি ॥
ক্ৰোধিয়া বোলন্ত আজি লৈবোহো পৰাণ।
তেতিক্ষণে ৰাৱণি ভৈলাহা অন্তৰ্দ্ধান ॥ ৫০৯২
ইন্দ্ৰজিত বীৰক ভঙ্গাইলা যুৱৰাজে।
শ্ৰীৰাম লক্ষ্মণ জিনিলন্ত ৰণমাজে ॥
দেৱলোকে আকাশত আশেষ হৰিষে।
তিনিবো মাথাত মালা কুসুম বৰিষে ॥ ৫০৯৩
কপিবলে মিলি অঙ্গদক প্ৰশংসিল।
সাধু যুৱৰাজ পিতৃনামক আনিল ॥
ইন্দ্ৰে যাত হাৰিলেক তাহাক ভঙ্গাইলেক।
অদভুত বীৰতো যশক বৰ পাইল ॥ ৫০৯৪
অন্তৰ্দ্ধান হুইয়া বীৰ ৰাৱণি কুপিল।
যজ্ঞভূমি সংযোজিয়া অগনি জ্বালিল ॥
মায়াৱন্ত ৰাক্ষসৰ লোহিত বস্ত্ৰ মাথে।
অগনিত হুনয় লোহাৰ স্ৰুৱ হাতে ॥ ৫০৯৫
কলীয়া ছাগল আনি মাথা ছেদ কৰি।
আহুতিক কৰয় লোহাৰ স্ৰুৱ ধৰি ॥
ভয়ৰা কাষ্ঠক আনি সমিধে আপোনে।
যজ্ঞক কৰয় ইন্দ্ৰজিত ৰঙ্গ মনে ॥ ৫০৯৬
বৰদত্ত বীৰে যেৱে আহুতি দিলেক।
সুৱৰ্ণৰ বৰ্ণ উঠিলেক পুৰুষেক ॥
মূৰ্ত্তি ধৰি অগনিয়ে লৈলন্ত সমস্ত।
বহ্নি মাজ হন্তে উঠিলেক দিব্য ৰথ ॥ ৫০৯৭
হেমময় দিব্য ৰথখান যেন আছে।
যত অস্ত্ৰ শস্ত্ৰসৱ নিবন্ধিয়া আছে ॥

স্বৰ্দ্ধি স্বস্তি মঙ্গলক কৈলা দ্বিজগণে।
যজ্ঞত তৃপিতি পাইলা যক্ষ ৰক্ষগণে ॥ ৫০৯৮
ৰণজয় হৈব হেন পাইলেক মঙ্গল।
বিমৰিষি বোলে মেঘনাদ মহাবল ॥
আজি মই সাধিবো বাপৰ যত কাজ।
ৰাম লক্ষ্মণক মাৰি পেযো যমৰাজ ॥ ৫০৯৯
নিবাৰণ কৰো আজি যত পৃথিৱীক।
পশুজাতি হুয়া যুজিবাক আইলি কিক ॥
এহি বুলি আৰোহিলা সেহি দিব্য ৰথে।
অন্তৰ্দ্ধান হুইয়া বীৰ গৈলা বায়ুপথে ॥ ৫১০০
ৰথখান চলয় ত্ৰিদশে অগোচৰ।
ৰাম-লক্ষ্মণক লাগি প্ৰহাৰয় শৰ ॥
দুইহান্তোক অগ্নিশৰে সমৰে নাছন্ত।
ৰাক্ষসকুলক যেন দহন্তে আছন্ত ॥ ৫১০১
দুইহাক্ষো চৌভিতি বেঢ়ি দিলা শৰ জাল।
ত্ৰিকন্টিক বেলখ হানয় কনিয়াল ॥
অৰ্দ্ধচন্দ্ৰ ভল্ল বাণ আৰো বস্তুদন্ত।
ভল্ল ভিণ্ডিপাল শতঘ্নী যে অপৰ্য্যন্ত ॥ ৫১০২
চৌভিতি বেঢ়িলা পৰে নানা অস্ত্ৰজাক।
বানৰত পৰিয়া মৰয় জাকে জাক ॥
দুই ভাই মিলি শৰ অনেক হানিল।
ৰাৱণিক নপাই আসি তূণত পশিল ॥ ৫১০৩
ৰাম লক্ষ্মণেয়ো আকাশক ছাইল শৰে।
আপোনাক ৰাখিতে হানিলা নিৰন্তৰে ॥
ব্ৰহ্মাৰ বৰত অগনিত উতপন্ন।
ৰাৱণিৰ শৰে তাক কৰিলন্ত চুৰ্ণ ॥ ৫১০৪
লক্ষ্মণে বোলন্ত দদা আজ্ঞা দিয়া মোক।
যাৰে প্ৰাণে বৰ্ত্তিবাৰ হিত চিন্তিয়োক ॥
ইন্দ্ৰজিত সমে যত ৰাক্ষসৰ কুল।
ব্ৰহ্ম অস্ত্ৰ হানি কৰো সবাকো নিৰ্ম্মূল ॥ ৫১০৫
ৰাঘৱে বোলন্ত ভাই হেন কি বোলস।
একৰ দোষতে কেনে সবাকে মাৰস ॥
পাপিষ্ঠ জনেসে কৰিবেক হেন কৰ্ম্ম।
প্ৰাণান্তিকো বীৰৰ নোহয় হেন ধৰ্ম্ম ॥ ৫১০৬

নুযুজিয়া পলাই আপুনি উপস্থিত।
শৰণ পশয় ৰণে হুয়া নিশকত ॥
মুখে তৃণ লইয়া যিটো কৰয় কাতৰ।
হেনয় প্ৰাণীক বাপু নকৰিয়ো শৰ ॥ ৫১০৭
অন্ধকাৰ ৰাত্ৰিত দাৰুণ তমোময়।
অন্তৰীক্ষে ইন্দ্ৰজিত মায়ায়ে মাৰয় ॥
সবে মিলি আলোচিয়া উপায় জোৰাহা।
ৰণশ্ৰমী বীৰগণ বানৰক চাহা ॥ ৫১০৮
তহিত আছন্ত দুই পাঞ্চ সেনাপতি।
দশকো পঠাইলা ৰিপু খুজিবাক প্ৰতি ॥
সুষেণৰ পুত্ৰ দুই নীল হনুমান।
অঙ্গদ যে অনপ্ৰস্ত গন্ধ যে মাৰ্দ্দন ॥ ৫১০৯
দ্বিবিদ সৰভ গজ নল সমে দশ।
ইন্দ্ৰজিত খুজিবাক গৈলন্ত আকাশ ॥
বৃক্ষ শিলা শিখৰ পৰ্ব্বত ধৰি কৰে।
খুজিয়া নপাইলা তাক গগন ভিতৰে ॥ ৫১১০
ইন্দ্ৰজিত আছয় সবাতো অগোচৰে।
সৈন্যক জৰ্জ্জৰীকৃতে বিন্ধিলেক শৰে ॥
ৰামত কহিলা আসি আকাশৰ নামি।
মায়াবী ৰাক্ষস খুজি নপাইলোহো আমি ॥ '১১
ইন্দ্ৰজিত শৰ মাৰি হানয় আথাকে।
ৰাম লক্ষ্মণক বিন্ধিলেক শৰজাকে ॥
ভাল দুই বীৰ হেন ৰাৱণি বোলয়।
এহি বুলি গাণ্ডী মুণ্ড চাপিয়া চালয় ॥ ৫১১২
ৰাক্ষস মাৰিলে যত তাৰ মান পাইলো।
এহি মায়া কৰি মই ইন্দ্ৰক ভঙ্গাইলো ॥
শত বৰিষত মায়া নপাৰে জানিত।
মাৰিয়া পঠাওঁ যাহা যমৰ সন্নিত ॥ ৫১১৩
কুশৰ কণ্টক দিতে নাহি আৰ সন্ধি।
নাগপাশে দুয়ো ভাইক কৰিলেক বন্দী ॥
তনু ভৈল যেন ঘট সহস্ৰ জালিয়া।
হাতে ধনু ধৰি ৰাম পৰিল ঢলিয়া ॥ ৫১১৪
লক্ষ্মণ পৰিল দৃঢ় মুঠি ধৰি ধনু।
অতি অচেতনত আজুৰি নেই জুনু ॥

দুইহান শৰীৰে বহে ৰুধিৰ অপাৰ।
পৰ্ব্বতৰ পৰা পৰি যাই গেৰু ধাৰ ॥ ৫১১৫
বীৰ শয়নত শুতিলন্ত দুই ভাই।
বানৰ লোকৰ শোকে প্ৰাণ ফুটি যায় ॥
হা হা বিধি আৰেসে কিসত কিস ভৈল।
ৰামৰ আগত প্ৰাণ আমাৰ নগৈল ॥ ৫১১৬
সুগ্ৰীৱ বোলন্ত নুহি অনুশোচ বেলা।
দুৰ্ঘোৰ আপদ পাইলে নুযুৱাই হেলা ॥
বৰ বৰ বাৰ সবদিশে বেঢ়ি থাকা।
বৃক্ষ শিলা ধৰি ৰাম লক্ষ্মণক ৰাখা ॥ ৫১১৭
ৰাজাৰ আদেশে কতো ৰাখয় আকাশে।
হনুমন্ত প্ৰমুখ্যে বেঢ়িয়া চাৰি পাশে ॥
উৱাহ নবহে দেখি ৰাম-লক্ষ্মণৰ।
শ্ৰীহানি ভৈলেক সকল বানৰৰ ॥ ৫১১৮
যত যত আছে মুখ্য মুখ্য বীৰবৰ।
ইন্দ্ৰজিতে মৰ্ম্মস্থানে হানিলা সবাৰ ॥
ৰাৱ-চাৱ নাহি তেজ বহিলা সকল।
সূৰ্য্য অস্ত গৈলে যেন সঙ্কোচে কমল ॥ ৫১১৯
শ্ৰীৰাম-লক্ষ্মণ দুইৰো বিনাশ আকলি।
আকাশত ৰাৱণি হাসয় খলখলি ॥
নিশাচৰে বোলয় খবৰ মান পাইলো।
নিশা যুদ্ধে দুয়ো ভাইক যমক পঠাইলো ॥ ৫১২০
শুনি সবে ৰাক্ষসৰ উল্লাসিল গাৱে।
বাদ্য ভণ্ড বিঙ্গ জান্টি ঢাক ঢোল ৰাৱে ॥
ইন্দ্ৰজিতে ৰণজয় কৰিয়া আছয়।
নগৰ মাজত নন্দি বধাই বাজয় ॥ ৫১২১
মাধৱে বোলন্ত কথা ভৈলা জপ্ৰজোল।
একে হাতে কোনে ধৰিবেক দুই শল ॥
ৰাৱণিৰ কথা যত এখন আছোক।
ৰামৰ কাহিনী কহো বানৰৰ শোক ॥ ৫১২২
সুগ্ৰীৱ কান্দন্ত ৰাঘৱৰ পাৱে পৰি।
হৃদয়ত মুঠি হানে মাটিত বাগৰি ॥
হা মিত্ৰ কত মই পাতেক কৰিলো।
তোমাৰ আগত মই কিয় নমৰিলো ॥ ৫১২৩

যমকৰণক তুমি চলিলা আপোনে।
হৰিষ বদনে মোক মাতিবেক কোনে ॥
যাহাৰ প্ৰসাদে হৰাইবাৰ ৰাজ পাইলো।
সি হেন মিত্ৰক মই কমনে হৰাইলো ॥ ৫১২৪
হৰি হৰি কৈক যাহা প্ৰাণৰ লথাই।
জন্মান্তৰে আছিলো সোদৰ দুই ভাই ॥
মইসে জানিলো মোত যতমান স্নেহ।
কিয় প্ৰাণ নযায় দাৰুণ সাৰ দেহ ॥ ৫১২৫
বিভীষণে আসিয়া দেখন্ত দুই ভাই।
বীৰ শয়নত শুতিছন্ত একে ঠাই ॥
ৰামৰ চৰণে ধৰি কান্দন্ত সুগ্ৰীৱ।
গিৰিসাই পৰি বোলে কিক ধৰো জীৱ ॥ ৫১২৬
ৰাম লক্ষ্মণৰ ভৈলা হেনসে বিপতি।
দুইহানো নাসাত নাহি পৱনৰ গতি ॥
এতমান তেৱে মোৰ মনে ভৈলা স্নেহ।
এহি শোক অগনিত পেলাইবোহো দেহ ॥ ৫১২৭
এহি মিত্ৰ বিভীষণে সুগ্ৰীৱক চাইল।
জল লইয়া সুগ্ৰীৱৰ লোতক গুচাইল ॥
নকান্দা নকান্দা মিত্ৰ পৰিহৰা শোক।
ৰাজাৰ আকুলে হৈবে আউল সৰ্ব্বলোক ॥ '২৮
সব সৈন্য মিত্ৰ তুমি দুই ভাইক ৰাখা।
সেনা থিৰ কৰো মই সাৱহিতে থাকা ॥
বানৰ ভালুক সবে নুবুজিয়া মন।
কাণাকাণি কৰে দেখো সবে কপিগণ ॥ ৫১২৯
সন্ধুক্ষণ ভৈলন্ত সুগ্ৰীৱ কপিৰাজে।
চাৰি পাত্ৰ লৈয়া বিভীষণ ভৈলা সাজে ॥
গদাহাতে চতুৰ্দ্দিশে সৈন্য কৰি থিৰ।
ৰামৰ সন্তাপ তাপে নসহে শৰীৰ ॥ ৫১৩০
ইন্দ্ৰজিত মায়াবলে সবাক জিনিয়া।
লঙ্কাত পশিলা গৈয়া সব সৈন্য লৈয়া ॥
জয় জয় বাদ্য ভণ্ড বাজে আগে পাচে।
ভঙ্গি ভাৱ কৰি আছে ৰাক্ষস পিশাচে ॥ ৫১৩১
আউৰে আউৰ হাতাহাতি ডেৱা ডেই পাৰে।
কাহাকো ভাবুকি ৰিঙ্গ কাহাকো চিহৰে ॥
পৰিহাসে থাপা ভুকু মাৰিয়া পলাই।
পাইক ভাই ধৰ বুলি তাকে খেদি যাই ॥ ৫১৩২
মুখে চূণ চুই নাচে থিউয়ুৱা কৰি।
আশেষ ৰাক্ষস মিলি বজাৱে চাপৰি ॥
দুইখান পাৱ তুলি উপৰক মেলে।
ছৱালক ভাবুকি পাৰয় চক্ষু ঢেলে ॥ ৫১৩৩
ৰাৱণে শুনয় পুত্ৰ ৰণজয় ভৈলা।
ইন্দ্ৰজিত পুত্ৰ দেখি উল্লাসিয়া গৈলা ॥
বাপু আসি ভৈলি সাৰ পিতৃ পিতামহ।
কিবা ৰণ জিনিলি প্ৰস্তুত কথা কহ ॥ ৫১৩৪
চৰণে পৰিয়া নমিলেক ছপকৰে।
বাপেকত কহে ইন্দ্ৰজিত বীৰবৰে ॥
যাৰ কাৰ্য্যে চিৰকাল নিদ্ৰা নযাৱাহা।
হৃদি সিদ্ধি নাহিকে নিশ্বাস ফোকাৰাহা ॥ '৩৫
যাৰ কাৰ্য্যে লঙ্কাপুৰী ভৈলা ৰণ্ড ভণ্ড।
তাহাৰ কৰিলো আজি প্ৰাণান্তিক দণ্ড ॥
দুই ভাই পৰিয়া আছন্ত ৰবিতলে।
মায়াশৰে বান্ধি ধৰি থৈলো মায়াবলে ॥ ৫১৩৬
খৰ যে দূষণ ত্ৰিশিৰাৰ মান পাইলো।
ৰাক্ষস কুলৰ ঘোৰ সন্তাপ গুচাইলো ॥
সিংহাসন হন্তে গাৱ চালি কৌতুহলে।
হসিত বয়নে চাপি ধৰিলন্ত গলে ॥ ৫১৩৭
ৰাৱণিক প্ৰশংসা কৰিলা লঙ্কানাথ।
আশ্বাসি চুম্বন দিয়া ঘ্ৰাণিলন্ত মাথ ॥
মেঘনাদ বাপু তোক প্ৰশংসিবো কিক।
কুলৰ প্ৰদীপ ভৈলা পিতৃতো অধিক ॥ ৫১৩৮
মন্দোদৰী সাৰ্থক যে পতিব্ৰতা সতী।
তই হেন পুত্ৰ যাৰ মই হেন পতি ॥
ৰাৱণিক আশ্বাসিয়ো ঠাৱক পঠাইল।
এৱে কি কৰিবো বুলি বিমৰিষি চাইল ॥ ৫১৩৯
ৰাৱণ ৰজাৰ চিত্ত উত্ৰাৱল কৰে।
সীতাত কহিলে যোনো প্ৰাণ পৰিহৰে ॥
ৰাৱণে গুণয় পাচে যেহি কিনো হয়।
স্ত্ৰীজাতি চঞ্চল ক্ষণেকে উলটয় ॥ ৫১৪০

সীতায়ে বুলিবে মোৰ মৰিলেক স্বামী।
ৰাৱণৰ পটেশ্বৰী কিক নোহো আমি॥
স্ত্ৰী জাতি উত্ৰাৱল সৰ্ব্বলোকে ভাষি।
বুলিব মৃতক ৰামে কি কৰিবে আসি॥ ৫১৪১
হেন শুনি ৰাৱণৰ মনে মনে হাস।
সীতা পটেশ্বৰী হইব মনে অভিলাষ॥
দশগ্ৰীৱ ৰাজা পাচে কাৰ্য্য বিমৰিষি।
আগক আনিলা মাতি বৃদ্ধা যে ৰাক্ষসী॥ ৫১৪২
শুনিলা কি বচন ত্ৰিজটা কৃপাময়ী।
ইন্দ্ৰজিত পুত্ৰ মোৰ ভৈলা ৰণজয়ী॥
যি কাৰণে সীতা মোক কৰয় নৈৰাশ।
তাহাৰ স্বামীক পুত্ৰে কৰিলা বিনাশ॥ ৫১৪৩
ৰামৰ মৰণ দেখি সমৰ ভূমিত।
নৈৰাশ দেখিয়া মোত বলাইবেক চিত॥
পুষ্পক যানত নিয়া সীতাক তোলাহা।
সমৰ ভূমিক লাগি সীতাক লৈ যাহা॥ ৫১৪৪
অবিলম্বে চলা ঐত থাকি কৰা কিক।
প্ৰত্যক্ষে দেখিবে সীতা মৃতক স্বামীক॥
ত্ৰিজটাক ৰাৱণে কৰিলা বহুমান।
অশোকা বনক নিলা পুষ্পক বিমান॥ ৫১৪৫
জনকৰ জীউক সেহি বিমানতে তুলি।
ৰথ ডাকি চলিলা ৰামৰ পাশ বুলি॥
সীতাদেৱী পুষ্পক ৰথত চড়িলন্ত।
জয়নন্দি বধাই লঙ্কাত শুনিলন্ত॥ ৫১৪৬
ৰাৱণৰ আদেশ শুনন্ত সতী সীতা।
ৰামৰ মৰণ লোকে কহে চতুৰ্ভিতা॥
চক্ষু বলাই চান্ত সীতা বিমানৰ হন্তে।
পৃথিৱীক ঢাকিলা বানৰ অপৰ্য্যন্তে॥ ৫১৪৭
দুই পাশে সীতায়ে চৌদিশে আকলিল।
সকলে দেখিলা দেৱী বৰণ কপিল॥
কাংস পৰি জিন গৈলা সকলে বানৰ।
বায়ু নবহন্তে যেন তৰঙ্গ সাগৰ॥ ৫১৪৮
শ্ৰীহানি ভৈলেক পাইলেক যেন মন্দে।
ৰাম-লক্ষ্মণক বেঢ়ি বেঢ়ি কতো কান্দে॥

সীতা দেৱী আকলিলা বিমানতে থাকি।
স্বামী দেৱৰক কপিবলে আছে ৰাখি॥ ৫১৪৯
নিশ্চেষ্ট স্বৰূপে পৰি আছন্ত দুইভাই।
শৰে হানি ইন্দ্ৰজিতে থৈলন্ত জণ্টাই॥
সকল শৰীৰে বহে বোম্বালে ৰুধিৰ।
দেখিয়া সীতাৰ বহে নয়নৰ নীৰ॥ ৫১৫০
স্বামী দেৱৰৰ মৃত্যু ভৈল হেন জানি।
পুষ্পক ৰথত ঢলি পৰিলা গোসানী॥
পঠাইবে আপোন কেহো নাহি পৰিচয়।
বিমৰ্ষিত ভৈলা দেৱী দেখি তমোময়॥ ৫১৫১
কত বেলি শৰীৰত আসি ভৈলা জীউ।
হাকুলে ব্যাকুলে কান্দে জনকৰ জীউ॥
হৰি হৰি আলক্ষণী প্ৰাণ ধৰো কিক।
কাচক লাগিয়া আনি হৰাইলো মাণিক॥ ৫১৫২
উতপাত কৰে যিটো নেতকামলিত।
হেন প্ৰভু শুতি আছা কেৱলে মাটিত॥
হা হা ৰাম মোহোৰ বল্লভ প্ৰাণেশ্বৰ।
আমাৰ অন্তৰে প্ৰভু গৈলা যমঘৰ॥ ৫১৫৩
ৰাজ্যভাৰ ধন যত অসাৰ কৰিলা।
দাৰুণ সমৰে পৰি প্ৰাণক সুজাইলা॥
স্বামীৰ শোকত মোৰ প্ৰাণ হৌক হত।
অবিলম্বে ভেট পাইবো যমকৰণত॥ ৫১৫৪
প্ৰাণে উৎসৰ্গিলো যেৱে ভৈলো পৰবাসু।
গোসানীক অনুশোচ কেনে জীৱ শাশু॥
হেন কি দাৰুণ সংসাৰৰ মোৰ মায়া।
ৰামত অধিক মোৰ গোসানীত দায়া॥ ৫১৫৫
ৰামত অধিক মোৰ গোসানীত স্নেহ।
কিক চাৰি নযায় দাৰুণ ছাৰ দেহ॥
বুলিবন্ত গৈল প্ৰায় চৈধ্যয় বৰিষ।
পথ চাহি থাকিবন্ত পৰম হৰিষ॥ ৫১৫৬
পদুলি পদুলি পাতিবন্ত দীপ ঘট।
তেহো কেনে জানিবন্ত বিধিৰ কপট॥
পণ্ডিত শাশুত কিবা কৈলা শাস্ত্ৰ জানি।
বুলিলন্ত সীতাদেৱী আয়তা কল্যাণী॥ ৫১৫৭

ৰাজধৰ পুত্ৰ এন্তে হৈব পুত্ৰৱতী।
ৰামৰ মৰণ তেহো কিছো নজানন্তি ॥
বিধৱা লক্ষণ শুনি আছোহো লোকত।
অণুমাত্ৰ নেদেখোহো মোৰ শৰীৰত ॥ ৫১৫৮
নীল ফুল মৃদুল কুন্তল সুকোমল।
ভুজযুগ সুকোমল শুনয় বিৰল ॥
নেত্ৰ নীলোৎপল সম তিলফুল নাস।
অবিৰল দশন দাড়িম্ব পৰকাশ ॥ ৫১৫৯
বাহু দুই মৃণালৰ কান্তি সৰোবৰ।
নীল তনযুগ জ্বলে আতি মনোহৰ ॥
হাত দুইত পদ্ম দুই আছয় লিখিল।
শঙ্খ দুই মুঠিক বিধিয়ে নিৰমিল ॥ ৫১৬০
বলিত গম্ভীৰ নাভি জঘন বিপুল।
উদৰক শোভয় পঙ্কতি লোমাঙ্কুল ॥
উৰুযুগ ৰাম যেন কদলী কোমল।
জঙ্ঘা দুই বৰ্ত্তুল কুন্দত বলিয়াইল ॥ ৫১৬১
চৰণ যুগল শোভে ৰকত কমলে।
আৰকত কুৰি নখ প্ৰতিবিম্ব জ্বলে ॥
কঠোৰ বচনী নহে সুকোমল ধ্বনী।
সৰ্ব্ব সুলক্ষণী যে সম্পূৰ্ণ বিতোপনী ॥ ৫১৬২
একোৰে নেদেখো মোত কুলক্ষণী ছটা।
কিসক বিধবা ভৈলো কহিয়ো ত্ৰিজটা ॥
হেন বাণী শুনি পাচে ত্ৰিজটা ৰাক্ষসী।
সীতাক প্ৰবোধ বোলে পুষ্পকত বসি ॥ ৫১৬৩
স্বামী দেৱৰক তোৰ চাহাতো জানকী।
মৃতকৰ মুখ কি জ্বলয় ভকভকি ॥
বিষাদ এৰিয়া মাৱ মন কৰা থিৰ।
জীৱন্তে আছন্ত তোৰ সুস্বামী দেৱৰ ॥ ৫১৬৪
পুষ্পক বিমানে ইটো কল্যাণক কহে।
বিধৱা নাৰীক ইটো থানিক নবহে ॥
কুলক্ষণ তোহোৰ নেদেখো এক অঙ্গে।
বিধৱা নোহস তাক জানো সাঙ্গে সাঙ্গে ॥ '৬৫
শৰ পৰি মূৰ্চ্ছা গৈয়া আছা দুই ভাই।
জীৱন্ত শুনিবি মাৱ আনন্দ বধাই ॥

ধূম্ৰ যেৰে আছয় অগনি আছে জ্বলি।
কাৰ্য্যৰ যে নিমিত্তে কাৰণ পৰিমিলি ॥ ৫১৬৬
কান্দয় যে ৰামসেনা দেখিয়া শ্ৰীমন্ত।
নিশ্ৰীক দেখিলে জানা ৰাম নিজীৱন্ত ॥
এবমস্তু বুলি সীতা থাকিলা বিমানে।
পৰিৱৰ্ত্তি গৈলা পাচে অশোকৰ বনে ॥ ৫১৬৭
সীতা থৈয়া ৰথক থাপিলা পূৰ্ব্ব থানে।
জনক জীউৰ কথা আছো এহিমানে ॥
ঘোৰ শৰজালে বন্দী আছা দুই ভাই।
বৰ বৰ বীৰে ৰাখে চতুৰ্দ্দিশে চাই ॥ ৫১৬৮
কতো বেলি ৰামে পাচে পাইলন্ত চেতন।
শোণিতে শৰীৰ ভৈলা লোহিত বৰণ ॥
লক্ষ্মণক দেখিলে শৰীৰে জীৱ নাই।
মহামৰ্ম্মে ফোকাৰন্ত হা প্ৰাণ ভাই ॥ ৫১৬৯
হা বিধি কি কৰিলো কৈক লাগি যাওঁ।
লক্ষ্মণ সমান ভাই কৈত খুজি পাওঁ ॥
সীতা গোসানীত জীৱনত কোন ফল।
পৃথ্বী ফাট দেন্ত যদি যাওঁ ৰসাতল ॥ ৫১৭০
সব বন্ধু এৰি মোক কৰিলেক সাৰ।
লখাই এৰি যায় মোৰ কি কাৰ্য্য জীৱাৰ ॥
ভাৰ্য্যা পুত্ৰ বন্ধুসব পায় যথা তথা।
হেন নতো শুনোহো সোদৰ পায় কোথা ॥ '৭১
মেঘসবে বৃষ্টি উপজাৱে দশোদিশে।
মাৱৰ অপত্য একো দিশে নবৰিষে ॥
এভো প্ৰাণ ভাইৰ শোকে নৰহে যাৱত।
কি কথা কহিবো গৈয়া সুমিত্ৰা মাৱত ॥ ৫১৭২
সুমিত্ৰায়ে বুলিলন্ত কহিবা লখাই।
কিমতে বুলিব আইলো ৰণত পেলাই ॥
দুস্তৰৰ সখা মোৰ বান্ধৱ লখাই।
মোক এৰি যাস কৈক প্ৰাণৰ ভৈয়াই ॥ ৫১৭৩
সীতা হেন ভাৰ্য্যাক প্ৰৱন্ধে খুজি পাই।
কৈক গৈলে পাইবোহো লক্ষ্মণ হেন ভাই ॥
দণ্ডকা বনত মৰো জানকীৰ শোকে।
সকৰুণ বাক্যে বাপু প্ৰবোধিলি মোকে ॥ ৫১৭৪

মোৰ দুখ দেখি তোৰ শৰীৰত ঘাহা।
যমপুৰে গৈলি বাপু মোক লৈয়া যাহা ॥
একে বেলি পাঞ্চ পাঞ্চ শত হান শৰ।
সহস্ৰ অৰ্জ্জুনে তোক নোহে সমসৰ ॥ ৫১৭৫
এতিক্ষণে কোটি সংখ্যা ৰাক্ষস মাৰিলি।
মায়াশৰে এৰে কেন চেতন হৰিলি ॥
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোৰ বোল কৰা।
অঙ্গদ প্ৰমুখ্যে কিষ্কিন্ধ্যাৰ দিশ ধৰা ॥ ৫১৭৬
মিত্ৰৰ ধাৰক তুমি সকলে সুজিলা।
সমাঙ্গে প্ৰাণক টাঙ্কি অনেক যুজিলা ॥
হনুমন্ত জাম্বৱন্ত দধিমুখ তাৰ।
নিৰন্তৰে বীৰে হিত চিন্তিলা আমাৰ ॥ ৫১৭৭
তুমিসব বন্ধু হৈবা জনমে জনমে।
আমি চলি ভৈলো বিধি লিখিত কৰমে ॥
আধ্বতি থাকিল মোৰ একেখানি কাজ।
বিভীষণ বপুৰায়ে নপাইলন্ত ৰাজ ॥ ৫১৭৮
মিছাত কৰিলো তাঙ্ক ৰাজ্য অভিষেক।
যমকৰণত দুখ থাকিল অনেক ॥
ৰাৱণি নমাৰে যাৱে শীঘ্ৰে যায়ো দেশ।
হেন শুনি কপিবলে কান্দিলা আশেষ ॥ ৫১৭৯
লক্ষ্মণৰ শোকত আকুল ভৈল মন।
পুনু গৈলা মূৰ্চ্ছা ৰাম হৰিল চেতন ॥
এতহন্তে বিভীষণে সেনা থিৰ কৰি।
চাৰি পাত্ৰ সহিতে হাতত গদা ধৰি ॥ ৫১৮০
পৰ্ব্বতৰ আকাৰ ৰাক্ষস দেখে যায়।
ইন্দ্ৰজিতে পাইলা বুলি বানৰ পলাই ॥
থিউ লাঞ্জে পলাই নচাৰে আউৰ পাচ।
জোলকে জোলকে পৰে ইগাছ সিগাছ ॥ ৫১৮১
আউৰে আউৰে বোলে সবে ভৈলেক প্ৰলয়।
মায়াশৰ মাৰি জুনু সবাকো মাৰয় ॥
এহি বুলি নিৰন্তৰে বানৰ পলায়।
বাপ ভাই দদা আউৰে আউৰক নচায় ॥ ৫১৮২
ককা ভায়া মাৰা হেৰা আসি পাইলে মোক।
ব্যূহ ভঙ্গে পলাই মুণ্ড বাজে ঠাক ঠোক ॥

আউৰে আউৰ ডৰে ভূমিতে পৰয়।
সহস্ৰ সংখ্যাতে পাচে তাকে গৰকয় ॥ ৫১৮৩
ৰাম লক্ষ্মণক মাৰি মায়া পৰিহৰি।
আমাক মাৰিতে আসে হাতে গদা ধৰি ॥
কাল পৰ্ব্বতেক যেন হেৰা আসে চাহা।
আপোনাৰ জীৱ ৰাখি সত্বৰে পলাহা ॥ ৫১৮৪
সুগ্ৰীৱক বোলন্ত অঙ্গদ যুৱৰাজ।
কিসক পলায় সৈন্য কি ভৈলা অকাজ ॥
অসংখ্য পদাতি বল দশোদিশে যায়।
সাগৰত ঢউ যেন উথলিলা বাই ॥ ৫১৮৫
অঙ্গদে বোলন্ত কিক পুছিতে লাগয়।
ৰাম পৰিবাৰ দেখি বানৰ পলায় ॥
ভালুক বানৰ পলাই বিহ্বল স্বভাৱ।
কাণ্ডাৰ বিহীনে যেন থিৰ নোহে নাৱ ॥ ৫১৮৬
এতহন্তে বিভীষণে হাতে গদা লৈ।
ৰাম-লক্ষ্মণৰ পাশ চাপিলন্ত গৈ ॥
বুলিলন্ত ধূম্ৰক সুগ্ৰীৱ মহাৰাজা।
সৈন্য পলাইবাৰ মই আৱে পাইলো মজা ॥ '৮৭
ধূম্ৰ চলি যাহা ঝাণ্টে সৈন্য কৰা থিৰ।
বোলা ইন্দ্ৰজিত নুহি বিভীষণ বীৰ ॥
শুনি ভালুকৰ ৰাজা শীঘ্ৰবেগে ধাইল।
আশ্বাস কৰিয়া সবে সৈন্যক চপাইলা ॥ ৫১৮৮
বিভীষণে তিন্তা হাতে দুইবো মুখ মাজি।
হেনসে অভাগ্য মোৰ সুগ্ৰীৱৰে সাজি ॥
হা মোৰ মিত্ৰ মোৰ হা হাৰে লখাই।
তুয়ো এৰি যাহা মোক বিপাঙ্গে পেলাই ॥৫১৮৯
হৰি হৰি আৱে কৈক যাওঁ কি কৰিলো।
এৱেসে জানিলো মই বিপাঙ্গে মৰিলো ॥
আমাৰ ভতিজা কিনো মন্দ আচৰিল।
ন্যায় যুদ্ধে নোৱাৰিয়া অন্যায়ে মাৰিল ॥ ৫১৯০
যাহাৰ বলত ত্যজিলোহো বন্ধুলোক।
সিটো গোসাই চলিল অনাথ কৰি মোক ॥
ৰাৱণ দদাৰ সাকলিল মনোৰথ।
কি কাৰ্য্য জীৱন মই চলো যমপথ ॥ ৫১৯১

সুগ্ৰীৱে বোলন্ত মিত্ৰ ত্যজিয়োক শোক।
আপোনাক থিৰ কৰি আশ্বাসিয়ো মোক ॥
ৰাম লক্ষ্মণৰ শোকে দহে অন্তৰ্গত।
অগনিয়ে পোৰে পিম্পলিৰ দেস পথ ॥ ৫১৯২
ৰাম-লক্ষ্মণক মায়াশৰে আছে জান্তি।
সি কাৰণে মূৰ্চ্ছা গৈয়া আছন্ত নমাতি ॥
ক্ষণেকে জীৱন্ত থিৰ কৰিয়োক মন।
ৰাৱণক মাৰি লঙ্কা কৰিবন্ত ছন ॥ ৫১৯৩
শুনি বিভীষণৰ সন্তাপ গৈলা দূৰ।
সুগ্ৰীৱ বোলন্ত শুনা সুষেণ শশুৰ ॥
আমাৰ আদেশে ঝাণ্টে চৌদোল আনাহা।
ৰাম লক্ষ্মণক কিষ্কিন্ধ্যাক লৈয়া যাহা ॥ ৫১৯৪
দুয়ো ভাইক ভালমতে তৈতে নিয়া চাহা।
মোহোৰ লগতে হনুমন্তক থোৱাহা ॥
সসৈন্যে চলাহা ঐত কিছু নাহি কাজ।
দুয়োহন্তে ৰাৱণ মাৰি ছন কৰো ৰাজ ॥ ৫১৯৫
সূৰ্য্যপুত্ৰ হুই মই বীৰ বলিয়াৰ।
ৰাক্ষস শুকান বন পুৰি কৰো ছাৰ ॥
হনুমন্ত বায়ুয়ে জ্বালিব নিৰন্তৰে।
কোটি এক ৰাৱণে নুহিবে সমসৰে ॥ ৫১৯৬
সাফলোহো বাসুকি সদৃশ দুই বাহু।
ৰাৱণক গ্ৰাসওঁ চন্দ্ৰক যেন ৰাহু ॥
দেখন্তোক ত্ৰিদশে মিত্ৰৰ সাধু কাজ।
সীতাক উদ্ধাৰি বিভীষণে দেওঁ ৰাজ ॥ ৫১৯৭
নমো নমো ৰামচন্দ্ৰ প্ৰভু ৰঘুনাথ।
যাৰ নাম গুণে কৰে পাপক বিঘাত ॥
তোমাত শৰণ লৈলো নছাৰিবা মোক।
বোলা ৰাম ৰাম যত সভাসদ লোক ॥ ৫১৯৮

---

শ্ৰীৰাম-লক্ষ্মণৰ নাগপাশ মোচন

ছবি

সুগ্ৰীৱক আশ্বাসিয়া সুষেণ বোলন্ত বলী
দেৱাসুৰে দেখিলোহো ৰণ।
দুৰ্ব্বাৰ দানৱে ৰণে আশেষ অস্ত্ৰক জানে
মাৰিলা অনেক দেৱগণ ॥
গুৰু বৃহস্পতি জানি বিশল্যকৰণী আনি
নিৰন্তৰে মৃতক জীয়াইল।
দিব্য ঔষধিৰ গন্ধ যেহিটো থানত আছে
তাহাৰ বাৰ্ত্তাক আমি পাইল ॥ ৫১৯৯
ক্ষীৰোদ সাগৰ তীৰে দেৱাসুৰগণে মিলি
কৰিলন্ত অমৃতক পান।
দ্ৰোণ চন্দ্ৰ নামে মহা পৰ্ব্বত দুতয় তুলি
সবহি নিলন্ত সেহি থান ॥
বায়ুসুত হনুমন্ত শীঘ্ৰবেগে যায়া তাক
চিনি গৈয়া আনন্ত ঔষধি।
শ্ৰীৰাম লক্ষ্মণ দুই জীৱন্ত হেনসে মতে
আন একো নজানোহো বুদ্ধি ॥ ৫২০০
এতহন্তে বায়ুদেৱ কাণত কহিলা আসি
ৰাঘৱক চেতন কৰাইলা।
সাক্ষাততে বিষ্ণু তুমি অৱতৰি আছা প্ৰভু
কি কাৰণে চেতন হৰাইলা ॥
ঝাণ্ট কৰি গৰুড়ক স্মৰণ যে কৰিয়োক
নাগবান্ধ হৈবেক বিনাশ।
দেৱকাৰ্য্য সাধিয়োক ৰাৱণক মাৰিয়োক
সবাৰো গুচায়ো নিৰুৎসাহ ॥ ৫২০১
বায়ুৰ বচনে ৰামে চেতন লভিয়া মনে
পক্ষীৰ ৰাজাক সুমৰিল।
তেতিক্ষণে গৰুড়ৰ হৃদিকম্প লৰি গৈল
লঙ্কা লাগি উবাৱ কৰিল ॥
পাখাৰ বাৱত আতি পৃথিৱী পৰ্ব্বত যত
সপত সাগৰ খলকিল।
মেঘ কৈলা খণ্ড খণ্ড বিনতানন্দন চণ্ড
ৰাঘৱৰ সমীপ চাপিল ॥ ৫২০২
গৰুড়ক দেখি সবে নাগপাশ দূৰ গৈল
কতো কতো মৰিলোহো জীল।
হাতে জল লইয়া পাচে পক্ষীৰাজ সকৰুণে
দুয়ো ভাই শৰীৰ মাজিল ॥

দিব্য পুৰুষেক যেন্বে    কৰতলে পৰশিল
ঘাৱ বেথা পলাইলা সকল।
পূৰ্ব্ব কালতোধিক    শৰীৰ প্ৰসন্ন ভৈলা
যোলগুণ আৰো তেজ বল ॥ ৫২০৩
নিদ্ৰাৰ জাগিয়া যেন    সচকিতে দুয়ো ভাই
উঠিয়া বসিলা তেতিক্ষণে।
গৰুড়ে সহিতে পাচে    গলাগলি লাগি গৈলা
সাৱটি চুম্বন্ত ঘনে ঘনে ॥
আজি আমি দশৰথ    নৃপতিক দেখিলোহো
কিবা তুমি অজ পিতামহ।
যাহাৰ প্ৰসাদে আমি    ৰাৱণৰ শৰ বন্ধ
এৰাইলো দুৰ্গতি অনেক ॥ ৫২০৪
পক্ষীৰাজে দুয়ো ভাইৰ    তেজ বৃদ্ধি কৰাইলন্ত
বচন অমৃত বৰিষিয়া।
তোমাৰ আপদ জানি আসি ভৈলো বেগ টানি
সচকিত মনে তৰসিয়া ॥
দেৱকাৰ্য্য সাধিলোহো তোৰা দুইক আৰাধিলো
ৰাৱণিৰ নাগপাশ ভঙ্গে।
তৈসানি হৰিষ হৈবো    ৰাৱণ মাৰিয়া তুমি
সীতা সমে থাকিবাহা ৰঙ্গে ॥ ৫২০৫
দুয়ো ভাইক প্ৰদক্ষিণে    প্ৰণামি গৰুড় যেন্বে
চচি গৈলা পথে মাৰুতৰ।
হেন দেখি নৃত্য গীত    লাগি গৈলা ভঙ্গিভাৱ
বানৰ ভালুক সমস্তৰ ॥
কিছু কিছু হুক হুকি    কুমৰ্থোলী নাচগীত
বাদ্য ভণ্ড বজাইলা অপাৰ।
আউৰ আউৰে হাতাহাতি    ৰিঙ্গজোত পৰিহাস
লঙ্ঘিলেক স্বৰ্গৰ দুৱাৰ ॥ ৫২০৬
কটকৰ কোলাহল    আকনা শৱদ শুনি
লঙ্কাত লাগিলা হুলস্থুলি।
ৰাৱণৰ হৃদিকম্প    শুনিয়া লাগিল শঙ্ক
গগনমণ্ডলে চাইলা ধূলি ॥
আথে বেথে শুনিবাক    ৰাক্ষস পঠাইলা পাচে
কিনো আসি মিলিলা বিস্ময়।
আপদ কালত শুনো    বানৰে হৰিষ কৰে
আনন্দ বধাই জয় জয় ॥ ৫২০৭

---

ধূম্ৰাক্ষৰ যুদ্ধ আৰু পতন

**দুলড়ী**

কাৰ্য্যক বুজিয়া    ৰাক্ষসে ধাৱয়
কাঢ়য় খৰ উশাস।
মুখে ধান দিলে    আখৈ হৱৈ যেন
হেনসি বন্ধে নিশ্বাস ॥
সম্মুখি বোলয়    আদেশ গোসাই
কাৰ্য্য বৰ অসন্তোষ।
যি দুইগোটাক    ৰাৱণি মাৰিলা
বসি আছে থোসমোস ॥ ৫২০৮
শ্ৰীৰাম লক্ষ্মণ    জীৱন্ত শুনিয়া
হৃদয় কম্প লৰিল।
বৈৰৰ মুণ্ডত    ছাৰ দিলে যেন
নিৰ্ঘাত মাথে পৰিল ॥
ৰাৱণ ৰাজাৰ    শ্ৰীহানি ভৈলা
দান্ত মুখ শুকাই গৈল।
সকলে ৰাজাৰ    সভাখান যেন
কাংস পৰি জিম গৈল ॥ ৫২০৯
হৃদয়ত শাল    পৰিল ৰাজাৰ
মনত বৰ অসুখ।
হৰিষ বদনে    পাত্ৰ মেলেকক
বোলে ৰাম কেন কোথ ॥
ধূম্ৰাক্ষ বীৰক    আদেশয় ৰাজা
তই বুজিবাক চল।
ৰাম লক্ষ্মণক    মাৰি আস গৈয়া
ভালুক বানৰ বল ॥ ৫২১০ ॥
ৰাজাক প্ৰণাম    কৰিয়া ত্বৰিতে
ধূম্ৰাক্ষ ভৈলেক বাজ।
ৰাজাৰ আদেশে    ঢোল টমকিল
কোলাহল সাজ সাজ ॥

কতোহো ৰথত চড়িয়া লৰিল
কতোহো হাতীত চড়ি ।
পৱনৰ বেগ সদৃশ ঘোড়ায়ে
কিল কিল দৰ দৰি ॥ ৫২১১
হেমময় ৰথ সাজি থৈলা তাত
চৌত্ৰিশ অস্ত্ৰ নিবন্ধি ।
ধূম্ৰাক্ষ ৰাক্ষস তাহাতে চড়িল
ভূষিত কৰি প্ৰবন্ধি ॥
পশ্চিম দুৱাৰে পয়াণে চলিলা
যথা বীৰ হনুমন্ত ।
পাৰৰ ধূলায়ে আকাশ চানিয়া
নিশাচৰ অপৰ্য্যন্ত ॥ ৫২১২
ধূম্ৰাক্ষ যি বেলা ৰণক চলিলা
বিমঙ্গল নানাবিধ ।
ধ্বজৰ উপৰে পেচা পৰি গৈল
মাথাৰ উপৰে গৃধ্ৰ ॥
শেন যে শকুন আকাশে বণাৰে
মণ্ডলি কৰয় কাক ।
হৰিষে নাদয় কোলাহল কৰে
মাংসসব ভুঞ্জিবাক ॥ ৫২১৩
নানা সব অদ- ভুতক দেখিয়া
হৰিষ নাহি তাহাৰ ।
সাগৰ সমান বানৰ দেখিয়া
লাগি গৈল চমৎকাৰ ॥
ধূম্ৰাক্ষ ৰাক্ষস হনুৰ সৈন্যত
যেৱে ভৈলা পয়োসাৰ ।
ৰণক হৰিষে বানৰে নাচয়
গাৱয় গীত অপাৰ ॥ ৫২১৪
ৰাক্ষসে বানৰে মিলি গৈলা যুদ্ধ
অস্ত্ৰৰ দিলেক জাক ।
পৰ্ব্বত শিখৰ বৰিষি বানৰে
বোলে অৰে থাক থাক ॥
কোটি অসংখ্যাত একখান হুয়া
কোবাৱে লাঙ্গুৰ বাৰি ।
হিয়া মুণ্ড ভাগি ৰাক্ষসে ভূমিত
পৰয় প্ৰাণক ছাৰি ॥ ৫২১৫
সহস্ৰ সংখ্যাত ৰাক্ষসে মিলিয়
বানৰবলক ধাৱে ।
হস্তী ৰথ ঘোড়ে গৰকায়া মাৰে
কতোহো খাণ্ডাৰ ঘাৱে ॥
ৰথত থাকিয়া বানৰক শৰে
কৰন্ত উভয় কোল ।
বানৰৰ বলে বিঙ্গ দিয়া বোলে
মাৰ মাৰ তোল তোল ॥ ৫২১৬
নিশাচৰ বলে পৰিঘৰ কোবে
কতো শৰঘাৱ দিল ।
নানাবিধ অস্ত্ৰে বানৰবলক
যমকৰণক নিল ॥
বানৰবলেয়ো বৃক্ষ শিলা হানি
হাতী ঘোড়া বল ৰথ ।
হিয়া মুণ্ডসব অঙ্গ চূৰ কৰি
পঠাইলা যমৰ পথ ॥ ৫২১৭
সাগৰত ঢৌ কোলাহল যেন
বানৰবল খঙ্গাইল ।
আঞ্চোৰে কামোৰে লাথিয়ে চৰে
ৰাক্ষসবল ভঙ্গাইল ॥
ধূম্ৰাক্ষ বীৰৰ সৈন্য নিৰন্তৰ
পলাই দশ দিশে ভেদি ।
মাংস যে কৰ্দ্দম কেশ যে শৈবাল
ৰুধিৰে বহয় নদী ॥ ৫২১৮
নমো ৰঘুনাথ চৰণত মাথ
থৈয়া লক্ষ কোটি বাৰ ।
তয়ু গুণ নাম অমৃতৰ পান
অধীন ভৈলো তোমাৰ ॥
পৰম কৃপালু জানিয়া তোমাৰ
চৰণে লৈলো শৰণ ।
পূৰা মনকাম বোলা ৰাম ৰাম
যত সভাসদগণ ॥ ৫২১৯

পদ

হেন দেখি মহাবীৰ ধূম্ৰাক্ষ প্ৰচণ্ড।
বানৰক ধাইল যেন কালমেঘ খণ্ড॥
শৰ বৰিষিয়া সব ছানিলা আকাশ।
বানৰ বলৰ মহা মিলিল তৰাস॥ ৫২২০
অস্ত্ৰক হানন্ত বীৰ লৈয়া গৈলা খেদি।
পলাই বানৰবল দশদিশে ভেদি॥
সৈন্যৰ দেখিয়া ভঙ্গ মাৰুতি খঙ্গিলা।
নাইস বুলি ভেন্টিলন্ত হাতে ধৰি শিলা॥ ৫২২১
ধূম্ৰাক্ষে বোলন্ত খলখলি হাসি তুলি।
তই ৰণ্ড ভণ্ড কৰি গৈলা লঙ্কা পুলি॥
যতেক মাৰিলি আজি তাৰ ফল পাইবি।
মোহোৰ হাতত পৰি যমঘৰে যাইবি॥ ৫২২২
হনুয়ে বোলন্ত তই কিসক তৰ্জ্জস।
শৰত কালৰ মেঘ মিছাত গৰ্জ্জস॥
তই বেটা গৰ্জ্জিলে আঙ্গুলি হুইবে আউল।
তোৰ মই হইবো আজি বাপেৰ ৰাউল॥ ৫২২৩
নিশাচৰে বোলয় মাৰোহো থাক থাক।
চতুৰ্দ্দিশে বেঢ়িয়া দিলেক অস্ত্ৰজাক॥
ঠাস ঠোস কৰি গৈয়া শৰীৰে পৰিল।
ভ্ৰুভঙ্গ নাহিকে লোমগাছো নলৰিল॥ ৫২২৪
হনুমন্ত প্ৰমুখ্যে ৰণত পসোৰিলা।
ধূম্ৰাক্ষক লাগি হানিলন্ত এক শিলা॥
ৰাক্ষসৰ দেখিয়া শৰীৰ ভৈলা কাম্প।
গদা হাতে ধূম্ৰাক্ষ ভূমিত দিলা জাম্প॥ ৫২২৫
ৰথৰ উপৰে তাৰ পৰি গৈলা শিল।
সাৰথিয়ে ধনুৰথে চাপিয়া পেষিল॥
হনুমন্তে কোবাৱয় হাতে বৃক্ষ ধৰি।
আশেষ ৰাক্ষস গৈলা যমৰ নগৰী॥ ৫২২৬
ধূম্ৰাক্ষে গাৱৰ বলে গদাগোট তুলি।
তন দুইৰ মাজত কোবাইলা হুহ বুলি॥
গদাৰ প্ৰহাৰ পাইয়া কপি বীৰবৰ।
ধূম্ৰাক্ষক হানিলন্ত পৰ্ব্বত শিখৰ॥ ৫২২৭
মাথাৰ মাজত যেৱে পৰিল শিখৰ।
পৰ্ব্বত আকাৰে পৰি গৈলা নিশাচৰ॥
আন যত বল খেদি মাৰয় বানৰে।
যিবা কিছু ৰৈল গৈল লঙ্কাৰ ভিতৰে॥ ৫২২৮
সাতে পাঞ্চে গৈয়া পাচে ৰাজাত জনাইলা।
ধূম্ৰাক্ষ পৰিলা শুনি ৰাৱণ খঙ্গাইলা॥

অকম্পন আৰু বজ্ৰদংষ্টৰ সেনাপতি বৰণ আৰু
তেওঁলোকৰ পতন।

কৈৰা সেনাপতি বুলি আগক মতাইল।
আশেষ ৰাক্ষস কুল ত্বৰিতে সজাইল॥ ৫২২৯
ৰাৱণায়ে আদেশে কহিৰা অকম্পন।
মোৰ উপকাৰী তই ত্ৰিদশত ৰণ॥
সব সাজ হুইয়া তই যুজিবাক চল।
মাৰি আস গৈয়া মোৰ বৈৰক সকল॥ ৫২৩০
চলি গৈলা বীৰবৰ মঙ্গল আচৰি।
ৰাজাক প্ৰণামি সমৰক দিলা ধাৰি॥
আশেষ ৰাক্ষস সাজি গৈলা সুসন্তৃতে।
শুভক্ষণ কৰি গৈলা চড়িয়া ৰথতে॥ ৫২৩১
ৰণক চলয় বীৰ মঙ্গল নপাৱে।
বামহাত পাৱ কাম্পে থিৰ নোহে গাৱে॥
ধ্বজৰ উপৰে তাৰ পৰি গৈল পেচ।
ফুৰি ফুৰি ভাবুকি কৰয় কেছ কেছ॥ ৫২৩২
বাধাসব নগণিয়া ৰণত প্ৰবেশ।
শৰে হানি বানৰক মাৰিলা আশেষ॥
সিংহক দেখিয়া যেন পলাই মৃগযূথ।
কতোহো পৰিলা ৰণে পলাইল বহুত॥ ৫২৩৩
সেনাগণ ভাগে দেখি মন নোহে থিৰ।
মৈন্দ্য কুমুদ নল তিনি মহাবীৰ॥
ৰাক্ষসবলত পৰি কৰয় কদন।
লাথি ভুকু চৰৰে আশেষ কৈলা ছন॥ ৫২৩৪
তিনি বীৰে কোবাৱন্তে যাই থিউ লাঞ্জে।
ঠাস ঠোস কৰি ৰাক্ষসৰ মুণ্ড বাজে॥

আশেষ ৰাক্ষসবল কৰিলা নিৰ্ম্মূল।
ৰুধিৰে বহয় নদী মাংসে পঙ্কাকুল ॥ ৫২৩৫
অকম্পনে বোলয় সাৰথি ৰথ ডাক।
সৈন্যসব আশ্বাসি বোলন্ত থাক থাক ॥
আমি বীৰ থাকন্তে তোমাৰ ভয় কিক।
শৰে হানি মাৰো দেখা বানৰ তিনিক ॥ ৫২৩৬
সাৰথি ডাকিলা ৰথ অকম্পন বাকে।
তিনিয়ো বীৰক শৰ মাৰে জাকে জাকে ॥
মৈন্দ্য কুমুদে নলে হানিলা শিলায়।
সবাহাঙ্কে অকম্পনে ভঙ্গাইলা লীলায় ॥ ৫২৩৭
বানৰৰ ভালুকৰ তেজে বহে গাঙ্গ।
হনুমন্তে দেখয় তিনিৰো ভৈলা ভঙ্গ ॥
ডাক দিয়া বোলে ওৰে থাক নপলাহা।
ৰাক্ষসৰ মোহোৰ ক্ষণেক যুদ্ধ চাহা ॥ ৫২৩৮
তিনি বীৰ ৰৈলা মাৰুতিক সখা পাই।
মাৰুতিৰ প্ৰতি অকম্পনে গৈলা ধাই ॥
শৰীৰত বিন্ধিলেক অসংখ্যাত শৰে।
হনুমন্ত বীৰে তাক কটাক্ষ নকৰে ॥ ৫২৩৯
বায়ুপুত্ৰে কতোদূৰে কৰিলা লৰৰ।
উপাৰিয়া আনিলন্ত শাল বৃক্ষবৰ ॥
লীলা ৰূপে উচ্চায়া দক্ষিণ হাত তুলি।
অকম্পন বীৰক হানিলা হুহ বুলি ॥ ৫২৪০
বিশ্বাস শৰদে শাল বৃক্ষ আসে ছানি।
অকম্পনে কাটিলন্ত অৰ্দ্ধচন্দ্ৰ হানি ॥
খণ্ড খণ্ড হুয়া যেৰে পৰি গৈলা শাল।
মাৰুতি বোলয় কিনো মুনিষ বিশাল ॥ ৫২৪১
অশ্বকৰ্ণ নামে বৃক্ষ লৈলন্ত উপাৰি।
আশেষ ৰাক্ষস মাৰিলন্ত বৃক্ষ বাৰি ॥
দেখি কুপিলন্ত অকম্পন নিশাচৰ।
মাৰুতি বোলন্ত কিনো মুনিষ ডাঙ্গৰ ॥ ৫২৪২
ক্ৰোধিলন্ত হনুমন্ত বীৰ বলীয়াৰ।
বৃক্ষ ফুৰাৰন্তে কোল চাপিলা তাহাৰ ॥
গাৰুৰ সন্ধানে কোৰ বৈসাইলেক তুলি।
অকম্পন পৰিলা ভাঙ্গিলা শিৰখুলি ॥ ৫২৪৩
অকম্পন বীৰক মাৰিলা কপিসিংহ।
কৌতুকতে ভালুক বানৰে দিলা ৰিঙ্গ ॥
ৰাক্ষসক বানৰে মাৰয় যুথে যুথে।
কতোহো মৰিলা লঙ্কা গৈলেক বহুতে ॥ ৫২৪৪
ৰণ জয় ভৈলন্ত শ্ৰীমন্ত মুখ জ্বলে।
ৰামৰ পাশক চলি গৈলা কৌতূহলে ॥
শ্ৰীৰাম যে লক্ষ্মণ সুগ্ৰীৱ বিভীষণ।
তেজ বুদ্ধি বঢ়াইলা প্ৰশংসি ঘনে ঘন ॥ ৫২৪৫
ৰাৱণে শুনয় মাৰুতিৰ জয় জয়।
অকম্পন পৰিলা শুনিয়া ভৈলা ভয় ॥
কতোক্ষণে বিমৰিষি থিৰ কৰি চাইলা।
বজ্ৰদংষ্ট্ৰ ৰাক্ষসক আগক মতাইলা ॥ ৫২৪৬
বজ্ৰদংষ্ট্ৰ তই যে মাৰিয়ো ৰামক।
তইসে সহায়ে মই জিনিলো যমক ॥
দেৱাসুৰ লোকে যেৱে হাৰিলন্ত তোক।
ঘোৰ আপদত তই তাৰি এৰ মোক ॥ ৫২৪৭
বজ্ৰদংষ্ট্ৰে বোলে তুমি মন কৰা থিৰ।
ৰামৰ বলত মোক সম নাই বীৰ ॥
তপস্বীয়া দোগোটাৰ ছৰাওঁ আজি প্ৰাণ।
ত্ৰিশূল সদৃশ মোৰ দেখিয়োক বাণ ॥ ৫২৪৮
ৰাজাক প্ৰণামি চতুৰঙ্গ দলে সাজি।
সমৰক চলিলা ধনুৰ গুণ মাজি ॥
ৰণচণ্ডী সুমৰি শিৰত হাতযোৰে।
ঝান্টি খাই পৰিল ৰথৰ চাৰি ঘোড়ে ॥ ৫২৪৯
বাহুৰিয়া দেখিল মুকুত কেশ মুণ্ড।
আকাশৰ হন্তে পৰি গৈল অগ্নিকুণ্ড ॥
কাকসবে কাঢ়ে ৰাৱ তাৰ মুখ চাই।
ছৱালকো হাঞ্চাৰে নাকত শালা বাই ॥ ৫২৫০
বাধাসব নগণিয়া ৰণক হৰ্ষিত।
তেতিক্ষণে বীৰ গৈয়া আন্টাইলা ত্বৰিত ॥
ৰাক্ষস বানৰে ভৈলা দুৰ্ঘোৰ সমৰ।
ইভিতিৰ সেনা পৰি গৈলা যমঘৰ ॥ ৫২৫১
ৰাক্ষসক ভঙ্গাইলেক বানৰৰ বলে।
হেন দেখি বজ্ৰদংষ্ট্ৰে হাসে খলখলে ॥

তৃণৰ অগনি যেন ক্ৰোধে বৰ চণ্ড।
শৰে হানি বানৰক কৰে ৰণ্ড ভণ্ড ॥ ৫২৫২
নদী বহে বানৰৰ ভালুক ৰুধিৰে।
দেখি আতি কুপিল সুগ্ৰীৱ মহাবীৰে ॥
ডেৰ দিয়া সৈন্যৰ মাজত গৈয়া পৰি।
আশেষ মাৰিলা লাথি ভুকু লাঞ্জ বাৰি ॥ ৫২৫৩
ৰাক্ষস শুকান বন সুগ্ৰীৱ অগনি।
অসংখ্যাত সংহৰিলা ৰণভূমি ছানি ॥
কতো বৃক্ষ হানে কতো শিখৰ প্ৰচণ্ড।
ৰাক্ষসক পিশাচক কৈলা খণ্ড খণ্ড ॥ ৫২৫৪
ৰুধিৰ গম্ভীৰ সমপূৰ্ণ নদী বহে।
বজ্ৰদংষ্ট্ৰৰ দেখি শৰীৰ নসহে ॥
আগ ভেন্টি বোলয় বানৰা থাক থাক।
চতুৰ্দ্দিশে বেঢ়িয়া দিলেক অস্ত্ৰজাক ॥ ৫২৫৫
প্ৰহাৰক নগণি সুগ্ৰীৱ মহাবীৰ।
চৰৱে ছিণ্ডিল তাৰ ঘোটকৰ শিৰ ॥
ডালে মূলে শাল বৃক্ষ ধৰিলন্ত তুলি।
বজ্ৰদংষ্ট্ৰ বীৰক হানিল হুহ বুলি ॥ ৫২৫৬
শাল বৃক্ষ আইসে দেখি ঘোৰ নিশাচৰে।
বৃক্ষ কাটি পেলাইলা দাৰুণ ছয়শৰে ॥
তৰু চূৰ্ণ ভৈলা দেখি ৰাক্ষসৰ বলে।
বজ্ৰদংষ্ট্ৰক প্ৰশংসন্ত আতি কৌতূহলে ॥ ৫২৫৭
সূৰ্য্যৰ তনয় ৰিঙ্গ শুনিয়া খঙ্গিলা।
আউৰ হাতে উপাৰিয়া আনিলন্ত শিলা ॥
বিম্বাদ শৱদে যেৱে শিলা বহি যায়।
বজ্ৰদংষ্ট্ৰ ডেৱ দিলা হাতে গদা লৈ ॥ ৫২৫৮
ৰথৰ উপৰে তাৰ পৰি গৈল শিলা।
সাৰথি ঘোটক ৰথ চাপিয়া পেষিলা ॥
দুই হাতে আশেষ বৃক্ষ আজুৰিয়া থাকে।
হানি হানি মাৰয় ৰাক্ষস জাকে জাকে ॥ ৫২৫৯
বজ্ৰদংষ্ট্ৰে ৰথ ভঙ্গে যুজয় পয়দা।
বলে হানিলেক বীৰে ভয়ঙ্কৰ গদা ॥
শিলাত পৰিয়া চূৰ্ণ যেন পৰমণ্ড।
সুগ্ৰীৱৰ হৃদয়ত ভৈলা খণ্ড খণ্ড ॥ ৫২৬০
প্ৰহাৰক নগণি সুগ্ৰীৱ মত্তসিংহ।
লাঞ্জে উপাৰিয়া লৈলা পৰ্ব্বতৰ শৃঙ্গ ॥
মুণ্ডত হানিল নিয়া ঠাটকাৰ কৰি।
বজ্ৰদংষ্ট্ৰ ভূমিত পৰিয়া গৈলা মৰি ॥ ৫২৬১
ৰাক্ষসৰ সেনাগণ পলাইল বিভঙ্গে।
বানৰে খেদিয়া মাৰে আতি বৰ ৰঙ্গে ॥
লঙ্কাত পশিলা গৈয়া যিবা কিছু জীল।
সুগ্ৰীৱ বীৰক ৰামচন্দ্ৰে প্ৰশংসিল ॥ ৫২৬২
বজ্ৰদংষ্ট্ৰ পৰিলেক শুনিয়া ৰাৱণে।
মহামৰ্ম্মে বিষাদ কৰয় ঘনে ঘনে ॥
মন্ত্ৰীগণ সমন্বিতে আলোচয় কাজ।
এৱে কেনমতে থিৰ কৰিবোহো ৰাজ ॥ ৫২৬৩
পাত্ৰ সমন্বিতে ৰাজা সবে চপকাৰে।
চতুৰ্দ্দিশে ফুৰি সৈন্য চাহিলা লঙ্কাৰে ॥
সব দিশ আকলিলা চাৰিয়ো দুৱাৰে।
দেৱাসুৰ নৰে কেহো লঙ্ঘিতে নপাৰে ॥ ৫২৬৪
বোলন্ত কন্দলি শুনা সভাসদগণ।
পৰম অমৃত ইটো কথা ৰামায়ণ ॥
কৰ্ণভৰি শুনা আক কৰা দুখ দূৰ।
বোলা ৰাম ৰাম হৌক পাপ মসিমুৰ ॥ ৫২৬৫

---

প্ৰহস্তৰ যুদ্ধযাত্ৰা আৰু প্ৰহস্তৰ চাৰি মন্ত্ৰীৰ নিধন

**দুলড়ী**

হাতে শিলা বৃক্ষ বানৰ ভালুকে
চৌদিকে আছে জণ্টাই।
ৰাৱণে সম্মুখি বোলয় শুনাহা
প্ৰহস্ত মোৰ মোমাই ॥
অসংখ্য পদাতি ঢাকিলেক দেখা
নগৰীখান আমাৰ।
দুৰ্ঘোৰ আপদ- কাল মিলি গৈলা
দুখ হয় মহাভাৰ ॥ ৫২৬৬
আমি কুম্ভকৰ্ণ বীৰে বা তুমি বা
সেনাৰ পতি আমাৰ।

ইন্দ্ৰজিত পুত্ৰ অতিকায় বীৰে
পাৰয় ইসব ভাৰ ॥
আনৰ শকতি নাহিকে মোমাই
আপুনি গুণিয়া চাহা ।
পুত্ৰ পৰিবাৰ সবাকে ৰাখিয়া
আপুনি যুজক যাহা ॥ ৫২৬৭
ভাল ভাল অঙ্গ লাগিয়া সেনাক
তুলত লৈয়োক বাছি ।
তোমাত কৰিয়া আননো সেৱক
মোৰ কি কৰিবে আসি ॥
তোমাৰ সেনাৰ বোল শুনি যেন
গহন সিংহৰ ৰাৱ ।
ডৰত বানৰ ভাগি পলাইবেক
যেহেন হস্তীৰ ছাৱ ॥ ৫২৬৮
বানৰ ভালুক পলাইবেক যেৱে
মানুষ ৰাম লক্ষ্মণ ।
শৰে হানি তুমি মাৰিয়া পেলাইবা
ঠনগণ দুইজন ॥
ব্ৰাহ্মণসকলে স্বস্তি পঢ়ন্তোক
দুস্তৰৰ হুয়ো নাহা ।
ৰাক্ষসৰ কুল যমঘৰে চলে
আপুনিয়ে বাহুৰাহা ॥ ৫২৬৯
ৰাৱণ ৰাজাক সম্বুধি বোলয়
প্ৰহস্তয়ে সেনাপতি ।
পূৰ্ব্বকাল হন্তে জানিয়াছো আমি
মিলিবেক বিসঙ্গতি ॥
সুদৃঢ় বচনে বুজাইলোহো আমি
তাক দেখিলাহা তিতা ।
আপুন বুদ্ধিক বৰ কৰি তুমি
ৰামক নেদিলা সীতা ॥ ৫২৭০
গতানুশোচৰ কিছু কাৰ্য্য নাহি
হেৰা চলো যুজিবাক ।
দানে মানে সত- কাৰে চিৰকালে
বঢ়াইলা তুমি আমাক ॥

ৰাজাত মেলানি পাইয়া চলি গৈলা
সেনাৰ পতি প্ৰচণ্ড ।
সাৰথি সাজিয়া ৰথ যোগাইলন্ত
সাক্ষাততে স্বৰ্গখণ্ড ॥ ৫২৭১
সাগৰ সমান সেনা লৰি ভৈলা
প্ৰহস্তৰ আগে পাচে ।
প্ৰজঙ্ঘ প্ৰমুখ্যে অনেক ৰাক্ষসে
সাজি যায় বীৰকাছে ॥
ঘনে ঘনে যত ব্ৰাহ্মণসকলে
মাঙ্গল্য কৰে প্ৰৱন্ধে ।
নিৰন্তৰে লঙ্কা উথলি গৈলেক
ঘৃতৰ আহুতিৰ গন্ধে ॥ ৫২৭২
প্ৰহস্ত পয়াণে চলিলা অনেক
মিলি গৈলা বিমঙ্গল ।
লঙ্কা নগৰীৰ বাহিৰ ভৈলেক
সকল ৰাক্ষসবল ॥ -
বানৰ ভালুক সাজ সাজ বুলি
লাগি গৈলা কোলাহল ।
সব চপকাৰে জপাইলেক যুজ
হাতে ধৰি শিলা শাল ॥ ৫২৭৩
উভয় বলত উচমিচ ভৈলা
বানৰে মাৰয় কিলে ।
কাহাৰো মুণ্ডক চৰে ছিণ্ডয়
কাহাকো মাৰয় শিলে ॥
কাকো মাৰে বৃক্ষ শিখৰে হানিয়া
ভূমিতে পেলাইয়া পিষে ।
কতোহো ৰাক্ষস ৰণত পৰিলা
কতো পলাই দশ দিশে ॥ ৫২৭৪
বানৰবলকো ৰাক্ষসে মাৰয়
হানিয়া শকতি শূল ।
কাণ্ড খাণ্ডা গদা পৰিঘৰ বাৰি
হানিয়া কৰে নিৰ্ম্মূল ॥
বাৰিষা কালৰ নদী বহে যেন
উভয় বল ৰুধিৰে ।

দেখিয়া ৰণত কন্দল কৰয়
প্ৰহস্তৰ চাৰি বীৰে ॥ ৫২৭৫
জাম্বোনাদ মহা- নাদ কুম্ভ হনু
আৰো বীৰ ধূৰন্ধৰ।
এহি চাৰি বীৰে আশেষ বলক
মাৰিলা কপি বানৰ ॥
আপোনাৰ সৈন্য ভাগয় দেখিয়া
দ্বিবিদ বীৰ খঙ্গাইল।
ধূৰন্ধৰ মাথে শিলা একগোটা
হানিয়া মাৰি পেলাইল ॥ ৫২৭৬
প্ৰহস্তে সমৰ- ভূমিত আপুনে
সাক্ষাতে দেখিয়া আছে।
দুৰ্ম্মুখ বানৰে জাম্ব যে মালীৰ
মুণ্ড ভাঙ্গিলন্ত পাচে ॥
জাম্বৱন্ত বীৰে সমৰ মাজত
হাতে তুলি লৈলা শিলা।
মহানাদ বীৰক হানিয়া পঠাইলা
কৰিয়া মাতঙ্গ লীলা ॥ ৫২৭৭
কুম্ভৰ হনুত শীঘ্ৰ বেগ ধৰি
পৰিলন্ত গৈয়া তাৰ।
সেহি প্ৰহাৰতে ঘোৰ নিশাচৰ
মৰি গৈলা যমদ্বাৰ ॥
প্ৰহস্তে ৰণত দেখিয়া আছয়
চাৰিয়ো বীৰ পৰিল।
হাতে ধৰি অস্ত্ৰ ক্ৰোধে সবাহাক্কে
বিমুখ বীৰে কৰিল ॥ ৫২৭৮
শুনা সৰ্ব্বজন ৰামৰ চৰিত্ৰ
অমৃত ইটো নিৰ্ম্মল।
কৰ্ণভৰি পান কৰিয়োক সুখে
জন্মৰ হৌক সাফল ॥
কলিযুগে ধৰ্ম্ম নাহি আতপৰে
এহিসে শাস্ত্ৰ যুগুতি।
ত্যজি আন কাম বোলা ৰাম ৰাম
লভিবা সুখে মুকুতি ॥ ৫২৭৯

প্ৰহস্ত, প্ৰজঙ্ঘ, সুপ্ৰতৃত্ন, কালমুখ, বৃকাসুৰ
আদিৰ যুদ্ধ আৰু পতন

পদ

প্ৰহস্তে ভঙ্গাইলা ৰণ কপিবল বধি।
বেগে বহি যায় বৰ শোণিতৰ নদী ॥
দেখিয়া আকুল বৰ সেনাপতি নীল।
নাইস বুলি ভেন্টিলন্ত হাতে ধৰি শিল ॥ ৫২৮০
চাৰি ঘোড়া মাৰিল প্ৰহাৰ কৰি টানি।
প্ৰহস্তৰ হৃদয়ে মাৰিলা বৃক্ষ টানি ॥
সেনাপতি দেখে ৰথ ভাঙ্গিলা সকল।
ডেৱ দি নামিলা হাতে ধৰিয়া মুষল ॥ ৫২৮১
দুই সেনাপতি লাগিলেক জৰাজৰি।
কোলাহলে পৰিয়া ভূমিত গৰাগৰি ॥
আপনাৰ জয়ক দুইহান বৰ মন।
লাথি ভুকু চৰৰ মাৰয় ঘনে ঘন ॥ ৫২৮২
দান্তে দান্তে লাগি গৈলা কামোৰাকামুৰি।
বৰ বেগে মাৰে নখে আঞ্চুৰি পিঞ্চুৰি ॥
হিয়ায়ে গৈ হিয়াত মাৰয় ঠাট ঠাট।
সাগৰ মাজত যেন পৰয় নিৰ্ঘাত ॥ ৫২৮৩
কোলাহল এৰি বীৰ প্ৰহস্ত কুশলে।
নীলৰ কপালে কোব বৈসাইলা মুষলে ॥
বোম্বালে গাৱৰ সবে বহয় ৰুধিৰ।
বৰ কোপে জ্বলিলা সংগ্ৰামে নীল বীৰ ॥ ৫২৮৪
নীল বীৰে বৃক্ষ তুলি বৈসাইলা প্ৰহাৰ।
মাথে পৰি ভাঙ্গিলা কটাক্ষ নাহি তাৰ ॥
পৰ্ব্বতৰ সমান চৰাৰ তাৰ কায়।
মুষলক উচ্চায়া নীলক গৈলা ধাই ॥ ৫২৮৫
অগনিৰ পুত্ৰ নীল সমৰে প্ৰচণ্ড।
শীঘ্ৰ কৰি তুলি লৈলা পৰ্ব্বতৰ খণ্ড ॥
গাৱৰ সন্ধানে হানিলেক তাক লাগি।
প্ৰহস্তৰ মুণ্ড খণ্ড খণ্ড ভৈলা ভাগি ॥ ৫২৮৬
প্ৰহস্ত ৰাক্ষস বীৰ ভূমিত পৰিল।
টলবল কৰি আতি পৃথিৱী লৰিল ॥

পলাই ৰাক্ষস কতো ব্যূহ ভঙ্গে পাইল ।
বানৰে মাৰিল কতো লঙ্কাত লুকাইল ॥ ৫২৮৭
সেনাপতি প্ৰহস্ত পৰিলা যেৱে ৰণে ।
প্ৰজঙ্ঘ ৰাক্ষস খেদি গৈলা কোপমনে ॥
নীলক প্ৰৱন্ধে ধাইয়া যায় হস্তীকন্ধে ।
শূল শকতিক হানে মাৰিতে প্ৰৱন্ধে ॥ ৫২৮৮
দিগ্ গজ সমান বীৰ সেনাপতি নীল ।
অশ্বকৰ্ণ বৃক্ষগোট উপৰিয়া নীল ॥
গজ কুম্ভস্থলে বৰ টানে কোব দিল ।
আৰ্ত্তনাদ কৰি হস্তী ঢলিয়া পৰিল ॥ ৫২৮৯
হস্তী পৰিবাৰ দেখি প্ৰজঙ্ঘ কুপিলা ।
মুষলক ধৰি পৃথিৱীক জাম্প দিলা ॥
বল দিয়া হানিলেক নীল বীৰ লাগি ।
কপালত পৰিয়া মুষল গৈলা ভাগি ॥ ৫২৯০
অসংখ্য শকতি কিবা কহিবো নীলৰে ।
প্ৰজঙ্ঘৰ মৰা হস্তী তুলি লৈলা কৰে ॥
নীলৰ বীৰ্য্যৰ কথা কহিতে নজানি ।
মাৰিলেক প্ৰজঙ্ঘক মৰা হাতী হানি ॥ ৫২৯১
সুপ্ৰতপ্ন ৰাক্ষস নীলক যায় ধায়া ।
অতি ভয়ঙ্কৰ পৰিঘক তুলি লৈয়া ॥
দ্বিবিদৰ হিয়াত মাৰিল এক বাৰি ।
মাৰিলেক তাহাকে পৰিঘ লৈয়া কাঢ়ি ॥ ৫২৯২
ঐৰাৱত সদৃশ হস্তীত গৈয়া চড়ি ।
কালমুখ নিশাচৰ আইল দৰদৰি ॥
জাম্বৱন্ত বীৰক দিলেক অস্ত্ৰজাক ।
বুদ্ধিসুকা বুঢ়া আজি মাৰো থাক থাক ॥ ৫২৯৩
জাম্বৱন্ত বোলন্ত শুনৰে কালমুখ ।
আমাত বিৰোধ কৰ এতমান বুক ॥
কোন বংশে হোৱস পতান যেন তুষ ।
এহি বুলি কাঢ়ি লৈলা গজৰ অঙ্কুশ ॥ ৫২৯৪
মাথাত অঙ্কুশ খুঞ্চি ভাঙ্গিলন্ত খুলি ।
কালমুখ গৈলা যমসদনক বুলি ॥
লৈলা একে আজোৰে হস্তীৰ দান্ত কাঢ়ি ।
তাহাকো মাৰিলা সেই অঙ্কুশৰ বাৰি ॥ ৫২৯৫

ৰথত চড়িয়া বীৰ বৃকাসুৰ ধাইল ।
অস্ত্ৰৰ প্ৰহাৰে জাম্বৱন্তক ভঙ্গাইল ॥
ভালুক ৰাজাক যেৱে বিহ্বল কৰাইল ।
আগবাঢ়ি ৰণ দিল সেনাপতি নীল ॥ ৫২৯৬
বৃকক ৰথক দুইকো নীল বীৰে পাইলা ।
দুই হাতে আকাশক হানিয়া পঠাইলা ॥
চাৰি ঘোড়া সাৰথি পৰিলা ৰণ ভাগি ।
বৃকাসুৰ মৰি আসে পৃথিৱীক লাগি ॥ ৫২৯৭
হেট মুণ্ড হুয়া মৰি আসে নিশাচৰে ।
লুম্ফিয়া ধৰিলা তাক শতেক বানৰে ॥
কতোহো দূৰক লাগি হানিলন্ত বৰে ।
আৰৰ শতেকে তাক ধৰিলা লৰৰে ॥ ৫২৯৮
বৃকাসুৰ দেহ ধোপ খেলাইবাৰ মতে ।
ইভিতিক সিভিতি হানয় দুয়ো হাতে ॥
কেহো ৰথ ঘোড়া হানে কেহো ৰাক্ষসক ।
কতোহো চাপৰি লৰে আৰৰৰ পাশক ॥ ৫২৯৯
গাৱগোট ধোপ খেলে বানৰে উমলি ।
কতোহো লুম্ফিয়া ধৰি হাসে খলখলি ॥
ৰাক্ষসবলক লাগি হানিলন্ত কুৰি ।
নিশাচৰবল অসংখ্যাত গৈলা মৰি ॥ ৫৩০০
নীলক অনেক সাদৰিলা বানদেৱে ।
আগে পাচে বানৰ নাচয় ছেৱে ছেৱে ॥
লক্ষ্মণ প্ৰমুখ্যে প্ৰশংসিলা বাৰে বাৰ ।
হৰিষে উজ্জ্বল মুখশ্ৰী জ্যোতিকাৰ ॥ ৫৩০১
নমো নমো ৰাম ৰাক্ষসৰ অন্তকাৰী ।
দেৱৰ দেৱতা আদি পুৰুষ মুৰাৰি ॥
গতি মোৰ নাহি বিনে তোমাৰ চৰণে ।
বোলা ৰাম ৰাম যত সভাসদগণে ॥ ৫৩০২

———

ৰাৱণৰ যুদ্ধযাত্ৰা

ছবি

প্ৰহস্ত ৰাক্ষস যেৱে সমৰত পৰিলেক
নীলৰ হাততে প্ৰাণ গৈল ।

শুনিয়া ৰাজাৰ মাথে আকাশী সৰগ পৰি
ৰাৱণৰ শ্ৰীহানি ভৈল ॥
হৰি হৰি মৰাই মোৰ ঘোৰ সমৰৰ মাজে
ইন্দ্ৰ যম কুবেৰ ভঙ্গাইলে ।
দুস্তৰৰ বন্ধু মোৰ বানৰগোটৰ হাতে
কেনমতে প্ৰাণক সুজাইলে ॥ ৫৩০৩
শুনিয়োক পাত্ৰলোক আহুতি দিয়োক মোক
আমি বৰ কৰিলোহো দোষ ।
সব সৈন্য নুযুজিয়া বৈৰক আসঙ্গ দিয়া
তাৰ কাজে পাইলো অসন্তোষ ॥
সব দলে চপকাৰে আপুনি যুজক চলো
দেখ আজি মোৰ বল সাঙ্গ ।
শ্ৰীৰাম লক্ষ্মণ সমে বানৰ ভালুক মাৰি
ৰুধিৰে বহাইবো আজি গাঙ্গ ॥ ৫৩০৪
হেন বুলি দশশিৰ ত্ৰৈলোক্যে অজয় বীৰ
ৰথখান আনাইলেক সাজি ।
সূৰ্য্যৰ কিৰণ সম সুৱৰ্ণ মাণিক কাম
বায়ুবেগে চাৰিগোটা বাজী ॥
তাহাতে চড়িয়া ৰাজা জয় সুমঙ্গল পঢ়ে
যেন জ্বলে কালমেঘ খণ্ড ।
অখণ্ড মণ্ডল চন্দ্ৰ সদৃশ ছত্ৰেক তুলি
চলি গৈলা ৰাৱণ প্ৰচণ্ড ॥ ৫৩০৫
ত্ৰৈলোক্যত ভয়ঙ্কৰ সাজি আইলা লঙ্কেশ্বৰ
পাত্ৰ পুত্ৰে দশদিশ ছানি ।
ৰাক্ষসৰ বিঙ্গৰাৱে ঢাকঢোল কোলাহলে
স্বৰ্গ ভুৱনক গৈলা ধ্বনি ॥
সুচল পৰ্ব্বত সম সাক্ষাততে যেন যম
অসংখ্যাত বীৰ যায় চলি ।
ৰাৱণৰ অনুকূলে সমৰত কৌতূহলে
নাচন্ত হাসন্ত খলখলি ॥ ৫৩০৬
চলি ভৈলা লঙ্কেশ্বৰ কুঞ্জৰ ঘোটক উটে
টলবল মেদিনী মণ্ডল ।
সাগৰত ঢৌ সব খলকি খলকি গৈল
স্বৰ্গকো লঙ্ঘিলা সিটো জল ॥

পৰ্ব্বত মূলত বসি ৰামদেৱে পুছিলন্ত
বিভীষণ চিনায়ো আমাক ।
কোন কোন বীৰগণ আমাক যুজিবে আসে
হাতে অস্ত্ৰ ধৰি জাকে জাক ॥ ৫৩০৭
শ্ৰীৰামক সম্বুধিয়া বিভীষণে চিনাৱন্ত
দক্ষিণ আঙ্গুলি তৰি তৰি ।
দেখিয়োক প্ৰভুদেৱ যিগোটা আসয় হেৰা
ময়মত্ত হস্তীস্কন্ধে চড়ি ॥
হস্তীৰ যে মাথাগোট কম্পৱন্তে আসে আতি
চন্দ্ৰক গ্ৰাসিতে যেন ৰাহু ।
অভিনৱ সূৰ্য্য সম দুই বাহু জ্বলে যেন
মহাবীৰ এহিটো সুবাহু ॥ ৫৩০৮
সিংহ কোন্তৰৰ বৰ্ণ ৰথত চড়িয়া আসে
চক্ৰ সম ধৰি শৰচাপ ।
সমৰত দেৱগণে নাম শুনি পলাৱন্ত
ইন্দ্ৰয়ো মানিল যাত কাপ ॥
প্ৰমত্ত গজৰ সম শৰীৰ সুন্দৰ যেন
ত্ৰিভুৱনে জনিলেক ভীত ।
ৰাৱণৰ শ্ৰেষ্ঠ পুত্ৰ মহা বলৱন্ত বীৰ
ইহাক বোলয় ইন্দ্ৰজিত ॥ ৫৩০৯
ৰাৱণৰ সন্নিততে চড়িয়া কাঞ্চন ৰথে
যিটো বীৰ লঙ্কাৰ বজাই ।
ধনুৰ টঙ্কাৰ কৰি আসে আতি গৰজন্তে
ইহাক বুলিয় অতিকায় ॥
ওৰ কুসুমৰ বৰ্ণ দুই চক্ষু জ্বলে যাৰ
পিঠিত চড়িয়া গৰ্দ্দভৰ ।
যিগোটা আঙ্গুলি তৰি আসয় গৰ্জ্জন কৰি
ইহাক বোলয় মহোদৰ ॥ ৫৩১০
যিগোটা ঘোড়াত চৰি হাতত শকতি ধৰি
চাহন্তে আসয় আগ পাচ ।
শিখৰ সদৃশ মাথ যেন যম সাক্ষাতত
বজ্ৰবেগে ৰাক্ষস পিশাচ ।
প্ৰলয়ৰ অগ্নিসম জাজ্জ্বল্য সমান কোপে
খাণ্ডা তুলি আসয়ে আসক্ষ ॥

হাতীৰ পিঠিত থাকি ফুৰায় দুই আখি
খৰৰ তনয় মকৰাক্ষ ॥ ৫৩১১
অগনি সমান বৰ্ণ ৰথত চড়িয়া আসে
যেন দেখি কালমেঘখণ্ড ।
নৰান্তক বীৰবৰ ইহাকেসে বোলৱয়
দেৱাসুৰ কম্পন প্ৰচণ্ড ॥
সিংহ ঘোঙ্গ বাঘ সমে সমূলি পৰ্ব্বত তুলি
উচ্চায়া আসয় যিবাগোট ।
দেৱান্তক নাম ইটো মহাবল নিশাচৰ
ইন্দ্ৰেয়ো নসহে যাৰ চোট ॥ ৫৩১২
ধৱল বৃষত চড়ি সনাইল ত্ৰিশূল ধৰি
উচ্চায়া আসয় হাতগিৰা ।
খৰি পৰ্ব্বতত যেন কালমেঘখণ্ড দেখি
ইহাকেসে বোলয় ত্ৰিশিৰা ॥
নানা ভৃত্যপুত্ৰগণ বেঢ়িয়া আছয়ে যাৰ
উট ঘোড়া কুঞ্জৰ বহুত ।
সদন্ত নামক বীৰ ইহাক্কেসে বোলৱয়
জিতাম্বৰ ৰাক্ষসৰ সুত ॥ ৫৩১৩
হাণ্ডি শৃগালীৰ বৰ্ণ যিগোটা আসয় হেৰা
পৰ্ব্বতৰ সদৃশ আৰম্ভ ।
শক্ৰচাপ সমধনু ফুৰাৰতে আসে আতি
ইহাকেসে বোলয় নিকুম্ভ ॥
যাহাক দেখাহা হেৰা হাতত পৰিঘ ধৰি
চাহন্তে আসয় দশ দিশ ।
নিকুম্ভ যে নিশাচৰ ইহাকেসে বোলৱয়
দেৱাসুৰ চমক মুনিয ॥ ৫৩১৪
শৰত কালৰ যেন সম্পূৰ্ণ চন্দ্ৰৰ সম
ছত্ৰেক ধৰিলা যাৰ তুলি ।
সূৰ্য্যৰ কিৰণ সম মাথাত কিৰীটি জ্বলে
ঢোলন্ত চামৰ দুই ঢুলি ॥
অগনিৰ সম যাৰ দশমুখ জ্যোতিষ্কাৰ
বিন্ধ্যগিৰি সম যাৰ কায় ।
ইহাকেসে বোলৱয় দুৰ্জ্জন ৰাৱণ দদা
ৰিপুগণ শৰদে পলাই ॥ ৫৩১৫

জয় জয় ৰঘুনাথ প্ৰণামো নমাই মাথ
তুমি দেৱ দীনদুখহাৰী ।
ভকত জনৰ যত দুখ শোক বিনাশন
ৰাক্ষস কুলৰ ক্ষয়ঙ্কাৰী ॥
নিজ যশ গুণচয় প্ৰকাশিলা কৃপাময়
জগতকে কৰিলা উদ্ধাৰ ।
মাধৱ কন্দলি ভণে ৰাম বোলা সৰ্ব্বজনে
তেৱে সুখে তৰিবা সংসাৰ ॥ ৫৩১৬

---

### ৰাৱণৰ শ্ৰীৰাম-লক্ষ্মণৰ সৈতে যুদ্ধ আৰু পৰাভৱ

#### পদ

বিভীষণে প্ৰতি প্ৰতি চিনাইলা প্ৰত্যেক ।
ৰাঘৱে বোলন্ত কিনো চণ্ড পুৰুষেক ॥
সূৰ্য্যৰ সদৃশ জ্বলে তপৰ প্ৰভাৱে ।
চাহিতে নপাৰি চক্ষু জ্যোতিয়ে নধাৰে ॥ ৫৩১৭
ত্ৰৈলোক্যত সাৰ যত সৈন্য ৰাৱণৰ ।
একো একো বীৰ যেন যম কুবেৰৰ ॥
হাতে অস্ত্ৰ ধৰিয়া যুদ্ধক সবে জাম্পে ।
ভালে দেৱাসুৰে নৰ তৰতৰি কাম্পে ॥ ৫৩১৮
সাজি আসি ভৈলা যেৱে বীৰ লঙ্কেশ্বৰ ।
শ্ৰীৰাম লক্ষ্মণে হাতে লৈলা ধনুশৰ ॥
ৰণক হৰিষে গাৱে সন্নাহা চড়াইলা ।
ত্ৰিপুৰ দহিতে যেন মহাদেৱ আইলা ॥ ৫৩১৯
ৰাৱণে সৈন্যক চাহি বুলিলা আশ্বাস ।
আমি বিদ্যমানে কাৰো নাহিকে বিনাশ ॥
ৰণ চাহি থাকা মোৰ দেখাহা প্ৰভাৱ ।
বানৰৰ ৰুধিৰে তৰ্পিবো চণ্ডীমাৱ ॥ ৫৩২০
এহি বুলি ৰাজা শৰচাপ ধৰি কৰে ।
জাকে জাকে কপিক মাৰয় ঘোৰ শৰে ॥
ৰামসেনা বেঢ়িয়া দিলেক অস্ত্ৰ জাক ।
শৰে হানি নিবাৰিবে নুছুইলেক তাক ॥ ৫৩২১
আথাকে ৰাৱণে শৰ মাৰিতে লাগিল ।
ৰাঘৱৰ সেনা যত গিৰিসাই ভাগিল ॥

আকাশত মেঘ যেন উৰে চণ্ডবাৰে।
মৎস্যসব পলাই যেন কুম্ভীৰৰ ঘাৰে ॥ ৫৩২২
দশগ্ৰীৱে খেদয় মৃগক যেন বাঘ।
নাইস বুলি সুগ্ৰীৱে ভেন্টিলা তাৰ আগ ॥
বল দিয়া সমূলি পৰ্ব্বতগোট তুলি।
ৰাৱণক লাগিয়া হানিলা হুহ বুলি ॥ ৫৩২৩
পৰ্ব্বতৰ বাঘ ঘোঙ্গ উফৰন্তে যায়।
পশুসব উফৰয় নাগেয়ো ফোফাই ॥
ৰাৱণক লাগি যায় বিন্বাদ শৰদে।
দেখিয়া ৰাক্ষসগণ থাকিলা তৰধে ॥ ৫৩২৪
যমদণ্ড সদৃশ অনেক শত শৰে।
পৰ্ব্বতক কাটিয়া পেলাইলা লঙ্কেশ্বৰে ॥
খণ্ড খণ্ড হুইয়া যেৰে গিৰি গৈলা ভাগি।
দিব্য অস্ত্ৰ জুৰিলেক সুগ্ৰীৱক লাগি ॥ ৫৩২৫
হাওৰে বানৰ তোৰ এতমান গহ।
ৰাৱণ ৰাজাৰ আজি প্ৰহাৰক সহ ॥
এহি বুলি এক বাণে বিন্ধিলেক ছোহে।
সেহি শৰে কপিৰাজ পৰিলন্ত মোহে ॥ ৫৩২৬
ৰাৱণৰ শৰে যেৰে বিন্ধিলা শৰীৰে।
কেঙ্কাৰন্তে থাকিলা সুগ্ৰীৱ মহাবীৰে ॥
নিশ্চেষ্ট দেখিয়া সবে আপুনি ৰাজাক।
মুখ্যে মুখ্যে দিলা ৰাৱণক শৰজাক ॥ ৫৩২৭
গয় যে গৱাক্ষ অঙ্গদ জ্যোতিমুখ।
মৈন্দ্য দ্বিবিদ নীল মনত আসুখ ॥
সমূলি উভালি বৃক্ষ পৰ্ব্বত বৰিষে।
হানি ৰাৱণৰ পূৰিলন্ত দশদিশে ॥ ৫৩২৮
নিঃশংসয় ৰণত দুৰ্ব্বাৰ লঙ্কেশ্বৰ।
বজ্ৰসম হানিলা অনেক শত শৰ ॥
ৰাৱণৰ অস্ত্ৰচয় যেন যমদণ্ড।
বৃক্ষ শিখৰক কৰিলেক খণ্ড খণ্ড ॥ ৫৩২৯
বানৰৰ অস্ত্ৰ যেৰে নুছুইলেক তাক।
ৰাৱণে হানিলা অসংখ্যাত শৰজাক ॥
অৰ্দ্ধচন্দ্ৰ বিপাট বেলেখ কনিয়ালী।
নিৰন্তৰে বানৰক থৈলা শালি শালি ॥ ৫৩৩০

গিৰিস গিৰিস কৰি ধৰনীত শুয়া।
সবহি থাকিলা পৰি বিমূৰ্চ্ছিত হুয়া ॥
আন যত বীৰগণ ভঙ্গাইলা ৰাৱণ।
সবেয়ো পশিলা গৈয়া ৰামত শৰণ ॥ ৫৩৩১
ৰামে দেখিলন্ত পাচে ৰাৱণৰ জয়।
আপনাৰ বীৰ যত মূৰ্চ্ছিত হোৱয় ॥
ধনুৰ্ব্বাণ সাজি যান্ত যুজিবাক মনে।
আগবাঢ়ি হাতযোৰে বুলিলা লক্ষ্মণে ॥ ৫৩৩২
শুনিয়োক দদা হেৰা তোমাত মেলাওঁ।
আজ্ঞা কৰিয়োক মোক যুজিবাক যাওঁ ॥
চিৰকাল তোমাৰ দুখৰ মান সাৰো।
আজ্ঞা কৰিয়োক মোক যুজি তাক মাৰো ॥ '৩৩
আপুনি জানাহা দদা মই যেন বীৰ।
শৰে হানি ৰাৱণৰ ছেদো দশ শিৰ ॥
কীৰ্ত্তিক থৈ এৰো আজি এহি তিনি লোক।
ৰাৱণ বধিতে দদা আজ্ঞা দিয়া মোক ॥ ৫৩৩৪
ৰাঘৱে বোলন্ত বাপ শুনৰে লখাই।
মই জানো তোক সম বীৰ কেহো নাই ॥
দশগ্ৰীৱ অভঙ্গ দুৰ্ব্বাৰ বৰদত্ত।
খলমলি লগাইলেক তিনিয়ো লোকত ॥ ৫৩৩৫
যুদ্ধত কুশল বৰ দুৰ্জ্জন ৰাক্ষস।
ছিদ্ৰ চাই প্ৰহাৰ কৰয় যেন মোস ॥
আপোনাক ৰাখিতে তাহাৰ সন্ধি চাহা।
হেলা নকৰিয়া বাপু যুজিবাক যাহা ॥ ৫৩৩৬
ৰাঘৱত মেলায়া লক্ষ্মণ চলি যান্ত।
ৰাৱণৰ আগত হনুমন্তে ভেন্টিলন্ত ॥
শৰসব ভাঙ্গি মূৰি এৰাইয়া পথত।
ডেৰ দি চড়িলা গৈয়া তাহাৰ ৰথত ॥ ৫৩৩৭
ৰাৱণৰ আগে পৰি ভাবুকি আউস।
কিছু কিছু ভাবুকিয়ে জনাইলা তৰাস ॥
সন্মুখি বোলয় ওৰে দুৰ্জ্জন ৰাৱণ।
বৰবেসে প্ৰসাদে জিনিলি দেৱগণ ॥ ৫৩৩৮
তোত হাৰিলেক যত সুৰাসুৰ নাগে।
বিদ্যাধৰ গন্ধৰ্ব্ব যে শৰদতে ভাগে ॥

বানৰত ভয় তোৰ ভৈল আথান্তৰ।
নাকোটিত কিলাই আজি নিবো যমঘৰ ॥ ৫৩৩৯
তোৰ মোৰ সমৰ দেখোক দেৱলোকে।
প্ৰথমে প্ৰহাৰ তই কৰি এৰ মোকে ॥
পাচে তোক মই বামহাতে চৰ দিবো।
শৰীৰৰ জীৱ কাঢ়ি যমঘৰে নিবো ॥ ৫৩৪০
ৰাৱণে বোলয় কত বিকৰ্থস আৰ।
প্ৰথমতে মোক তই কৰিয়ো প্ৰহাৰ ॥
পাচে মোক কেনমতে চৱৰ মাৰিবি।
মোহোৰ প্ৰহাৰে তই যমঘৰে যাইবি ॥ ৫৩৪১
মাৰুতি বোলয় কৰি আছোহো প্ৰহাৰ।
অক্ষকুমাৰক পূৰ্ব্বে কৰিছো সংহাৰ।
পুত্ৰশোকে তোহোৰ হৃদয়ে দিলো শাল।
পাচে তোক মাৰো আগে মোক চোট ঘাল ॥ '৪২
ক্ৰোধিলেক ৰাৱণ কঠোৰ শুনি বাণী।
হৃদয়ত চৱৰেক বৈসাইলেক টানি ॥
ক্ষণেক কম্পিয়া গৈলা কপি মহাবীৰ।
সাহাষ্টম হুয়া থিৰ কৰিলা শৰীৰ ॥ ৫৩৪৩
বজ্ৰ সম চৱৰ বৈসাইলা হনুমন্তে।
ফুৰি ফুৰি লঙ্কানাথে থাকিলা কম্পন্তে।
হাঙ্কুটি ঘামিলা ৰাজা দেখে তমোময়।
ভূমিকম্প যান্তে যেনে পৰ্ব্বত কাম্পয় ॥ ৫৩৪৪
হনুমন্তে কম্পাইলন্ত ত্ৰৈলোক্য ৰাৱণ।
দেৱ মুনি সিদ্ধসব গন্ধৰ্ব্ব চাৰণ ॥
আকাশত থাকি ৰিঙ্গ দিলা কৌতূহলে।
হাসন্ত নাচন্ত নৃত্য কৰন্ত সকলে ॥ ৫৩৪৫
কতোবেলি লঙ্কানাথে পাইলন্ত চেতন।
মাৰুতিক বুলিলন্ত প্ৰশংসা বচন ॥
সাধু সাধু বায়ুসুত বৰ যশ পাইলি।
মই হেন বীৰক একে চৱৰে কম্পাইলি ॥ '৪৬
মাৰুতি বোলন্ত অৱে মই কেন ভাল।
মোহোৰ চৱৰে তোৰ নভাঙ্গিল গাল ॥
আমাৰ বীৰত্ব সবে আছো ধিক ধিক।
মোহোৰ চৱৰে বেটা তই জীলি কিক ॥ ৫৩৪৭

উপালম্ভ এৰি মোক আৰকা প্ৰহাৰ।
মুঠিৰ প্ৰহাৰে তোক পেষো যমদ্বাৰ ॥
তোৰ মোৰ সমৰ দেখন্তো দেৱলোকে।
তেহে প্ৰশংসন্তো পাচে তোহোকে বা মোকে ॥'৪৮
খৰ্ব্ব বোলে ৰাৱণৰ মনত অতুষ্টি।
নিৰ্ঘাত শৰদে হৃদয়ত হানে মুষ্টি ॥
দাৰুণ প্ৰহাৰে কপি ভৈলন্ত বিহ্বল।
ঢলিয়া পৰিলা যেন পৰ্ব্বত সচ্চল ॥ ৫৩৪৯
হনুমন্ত অচেতনে পৰিবাৰ দেখি।
নীল বানৰক ধাইলা তাহাঙ্ক উপেক্ষি ॥
শৰবৃষ্টি কৰে যেন মেঘে ঢালে জল।
অৰ্দ্ধে ঊৰ্দ্ধে দশ দিশে জুৰিলা সকল ॥ ৫৩৫০
নীল সেনাপতিক পীড়িলা যেৱে শৰে।
ৰাৱণাক হানিলেক গিৰিৰ শিখৰে ॥
আতি বৰ বেগে আসে দশগ্ৰীৱে জানি।
খণ্ড খণ্ড কৰিলা অনেক শৰ হানি ॥ ৫৩৫১
কতো বেলি হনুমন্তে পাইলন্ত চেতন।
নুবুজি থাকিলা ৰঙ্গ চাহিবাক মন ॥
বাৰ দিয়া বোলন্ত ৰাৱণ মন্দ কৰ্ম্ম।
মোক এৰি আনক যুজস কোন ধৰ্ম্ম ॥ ৫৩৫২
আন কাণ কৰি ৰাজা শুনি নুশুনিল।
ইহাক প্ৰহাৰে প্ৰাণ যাইবাৰ গুণিল ॥
সেনাপতি সমে ৰণ কৰিবাৰ ছল।
মাৰুতিক কৰিবাক চাহন্ত নিকাল ॥ ৫৩৫৩
বৃক্ষ বৰষিয়া নীলে দশো দিশে চাইলা।
অসংখ্যাত শৰ হানি কাটিয়া পেলাইলা ॥
তৰু চূৰ্ণ ভৈলা দেখি ক্ৰোধে জ্বলি গৈলা।
হ্ৰস্ব দেহা কৰি তাৰ ধ্বজত পৰিলা ॥ ৫৩৫৪
ইমাথাৰ পৰা কপি সিমাথাক যাই।
কুৰিখান গালক ভাঙ্গিলা চৱৰাই ॥
মন পৱনৰ বেগে শীঘ্ৰে কপি হাঠি।
খনো ৰথে ধ্বজে খনো মুণ্ডে মাৰে লাথি ॥ '৫৫
বাৱণ নৃপতি শৰ কৰিতে নপাৰে।
বিস্ময়ে থাকিলা ৰাজা বিহ্বল স্বভাৱে ॥

অগনিৰ অস্ত্ৰক জুৰিলা লঙ্কেশ্বৰ।
ডাক দিয়া বোলে শুনা মায়াবী বানৰ ॥ ৫৩৫৬
আপুন ৰাখিতে মোৰ যত আছে মায়া।
এহি অস্ত্ৰগোটে তোৰ পৰিবেক কায়া ॥
মন্ত্ৰক পঢ়িয়া শৰ হানিলা ৰাৱণে।
নীলৰ হিয়াত গৈয়া পৰিলা সন্ধানে ॥ ৫৩৫৭
বাপখন প্ৰসাদে আপন তেজবলে।
প্ৰাণে নমৰিয়া ঢলি পৰিল সচ্ছলে ॥
নীলক পাৰিয়া বীৰ লক্ষ্মণক ধাইল।
মেঘৰ গৰ্জ্জনে ৰথ সমীপ চপাইল ॥ ৫৩৫৮
লক্ষ্মণে বোলন্ত ওৰে মায়াবী ৰাৱণ।
বানৰক এৰিয়া আমাক দেহ ৰণ ॥
প্ৰচণ্ড বচন শুনি ধনুৰ টঙ্কাৰ।
ৰাম হেন জানি মনে ক্ৰোধ ভৈলা তাৰ ॥ ৫৩৫৯
কি মোৰ আনন্দ ৰাম তোক ভেট পাইলো।
খানিতেক ৰহ আজি যমক পঠাইলো ॥
লক্ষ্মণে বোলন্ত ওৰে ৰাৱণ দন্দুৰ।
নিষ্ফল ৰণৰ মাজে গৰ্জ্জস অসুৰ ॥ ৫৩৬০
হেৰ দেখ আছো হাতে ধনু শৰ ধৰি।
বিকৰ্থনা এৰি ৰণ দেহ ঝাণ্ট কৰি ॥
এতেক বচন শুনি নৃপতি ৰাৱণ।
লক্ষ্মণক হানিল সনাইল সাত বাণ ॥ ৫৩৬১
শৰ বহি আসন্তে সুমিত্ৰে ভেট পাইল।
আপুনাৰ শৰে তাক কাটিয়া পেলাইল ॥
লক্ষ্মণৰ শৰে সাতো বাণক ছেদিল।
আথাকে ৰাৱণে শৰ মাৰিতে লাগিল ॥ ৫৩৬২
নিসন্ধি কৰিয়া শৰ আসে বায়ুবেগে।
সূৰ্য্যক ঢাকিলা যেন শ্ৰাৱণৰ মেঘে ॥
ৰাৱণৰ শৰে দেখে ছানিলা গগন।
লক্ষ্মণৰ শৰে তাক কৰিলন্ত ছন্ন ॥ ৫৩৬৩
আকাশক ভেদিয়া শৰৰ জ্যোতিষ্কাৰ।
সূৰ্য্যৰ কিৰণে যেন ফেৰিলা আন্ধাৰ ॥
দশপাট শৰ তূণ হন্তে বাছি লৈলা।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইলা ॥ ৫৩৬৪
পিঠিত বজাইল শৰ পৰি হৃদয়ত।
মূৰ্চ্ছা যাই দশানন পৰিলা ৰথত ॥
চেতন লভিয়া ক্ৰোধিলেক যেন যম।
কুৰিগোটা শৰ প্ৰহাৰিলা সৰ্প সম ॥ ৫৩৬৫
সন্ধানে পৰিলা লক্ষ্মণৰ হৃদয়ত।
তমোময় দেখিলা লক্ষ্মণ ভগৱন্ত ॥
জাজ্জ্বল্য সমান ক্ৰোধি সুমিত্ৰাকুমাৰ।
ধনু ধৰি যাঠি শৰ কৰিলা প্ৰহাৰ ॥ ৫৩৬৬
হৃদয়ত পৰি শৰ পিঠিত বজাইল।
শৰচোটে দশগ্ৰীৱ দ্বিগুণে কিটাইল ॥
চতুৰ্দ্দিকে লক্ষ্মণক দিলা শৰজাক।
বাণৰ আন্ধাৰে নেদেখিয় আপোনাক ॥ ৫৩৬৭
হেন দেখি লক্ষ্মণে হানিলা শৰচয়।
অস্ত্ৰচয় কাটিয়া গুচাইলা তমোময় ॥
দুয়ো বীৰে বেগে শৰ প্ৰহাৰ কৰয়।
শৰে শৰে খাঞ্চিয়া চৌভিতি তমোময় ॥ ৫৩৬৮
দুয়ো দুইৰ শৰ কাটি গুচাইল আন্ধাৰ।
ৰবিৰ কিৰণ আসি ভৈলা পয়োসাৰ ॥
প্ৰসন্ন দেখিয়া শৰ হানে আসৰিশ।
জল স্থল আকাশ পূৰিলা দশোদিশ ॥ ৫৩৬৯
মেদিনীমণ্ডলে দুয়ো বীৰ খৰতৰ।
দুইহানো শৰীৰ আতি শৰে জৰাজৰ ॥
দুইহানো শৰীৰ হন্তে বহয় ৰুধিৰ।
দুই পৰ্ব্বতৰ যেন বহে গেৰু নীৰ ॥ ৫৩৭০
লক্ষ লক্ষ কোটি কোটি অসংখ্য প্ৰমাণ।
দুইহান ধনুৰ হন্তে নিকলয় বাণ ॥
দুইখান ধনু দেখি মণ্ডল আকাৰ।
বাংশ বাণ ফুটে যেন শৰৰ প্ৰহাৰ ॥ ৫৩৭১
দুয়ো বীৰ সম বলে প্ৰহাৰয় শৰ।
নিসন্ধি কৰিয়া ফুটি গৈলা কলেৱৰ ॥
আৰ কুশকণ্টক দিবাৰ সন্ধি নাই।
বিপৰীত দেখি সৰ্ব্বজনে আছে চাই ॥ ৫৩৭২
তত্তুল্য সমান দুয়ো বীৰ বলীয়াৰ।
আকাশৰ শৰ কাটি গুচাইলা আন্ধাৰ ॥

পুনৰপি দুয়ো বীৰ শৰ প্ৰহাৰয় ।
বাণে নিসন্ধিয়া আকাশত তমোময় ॥ ৫৩৭৩
বিনা নিশা বিনা মেঘে ঘোৰ অন্ধকাৰ ।
বায়ু নবহন্ত নাহি ৰবিৰ সঞ্চাৰ ॥
পাখি সমে শৰ দুইবো শৰীৰত পশে ।
মৰ্ম্মস্থান ভেদিয়া পাতালপুৰ পশে ॥ ৫৩৭৪
অস্থি চৰ্ম্ম মাংসকো বিন্ধিলা দুই শৰে ।
তথাপিতো দুয়ো বীৰ কটাক্ষ নকৰে ॥
অজয় অভঙ্গ দুয়ো কৰন্ত সংগ্ৰাম ।
ত্ৰৈলোক্যত সাৰ দুয়ো বীৰে অনুপাম ॥ ৫৩৭৫
সিংহ হেন জাম্পন্ত ৰণত নকম্পন্ত ।
অৱহিতে যুজন্ত ছিদ্ৰক নপাৱন্ত ॥
আগবাঢ়ি যান্ত পাচ লাগি নপলান্ত ।
তেলীয়াৰ জান্ত যেন চোবাৱন্ত দান্ত ॥ ৫৩৭৬
দুৰ্জ্জয় ৰাৱণ দশৰথৰ কুমাৰ ।
দুয়ো বীৰে যুজে তিনি ত্ৰৈলোক্যতে সাৰ ॥
লক্ষ্মণে হানিলা অসংখ্যাত শৰচয় ।
অস্ত্ৰসব কাটিয়া গুচাইলা তমোময় ॥ ৫৩৭৭
আকাশত দেৱগণ চাহিয়া আছন্ত ।
ৰামৰ কনিষ্ঠ বীৰ সমৰে নাচন্ত ॥
অৰ্দ্ধচন্দ্ৰ হানিলা বিপাট বসুদন্ত ।
পৰ্ব্বতক বেঢ়ি যেন দেৱে বৰিষন্ত ॥ ৫৩৭৮
দশগ্ৰীৱ কম্পি গৈলা শৰৰ প্ৰতাপে ।
ব্ৰহ্মাৰ দিবাৰ অস্ত্ৰ জুৰিলেক চাপে ॥
বল দিয়া হানিলেক শীঘ্ৰে বহি যায় ।
শৰসব উৰাইলা মেঘক যেন বায় ॥ ৫৩৭৯
লক্ষ্মণৰ কপালত ফুটিলা সন্ধান ।
বিমূৰ্চ্ছিত ভৈলা বীৰ হৰিলা চেতন ॥
ক্ষণেকে চেতন পাইলা সুত সুমিত্ৰাৰ ।
ৰাৱণে গুণয় কিনো বীৰ বলীয়াৰ ॥ ৫৩৮০
লক্ষ্মণে হানিলা তাক এগোটা নৰাচে ।
হৃদয়ত ফুটিয়া বজাইল পিঠিপাচে ॥
দশগ্ৰীৱে কম্পয় লক্ষ্মণে হেন জানি ।
ধনুখান ছেদিলন্ত অৰ্দ্ধচন্দ্ৰ হানি ॥ ৫৩৮১

আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া টানে ।
আৰকায়ো বিন্ধিলা সনাইত শত বাণে ॥
বিপৰীত কৰিয়া ৰুধিৰ বহে গাৰে ।
ঘামি গৈলা লঙ্কানাথে চেতন নপাৰে ॥ ৫৩৮২
বিহ্বল হৈলেক ৰাজা ঢলো পলো কৰে ।
ক্ষণেকে চেতন পাইলা ব্ৰহ্মদত্ত বৰে ॥
মনে মনে ৰাজা বোলে কিনো অসদৃষ্ট ।
ত্ৰৈলোক্য অজয় ইটো ৰামৰ কনিষ্ঠ ॥ ৫৩৮৩
আন লগে যুজো যেৱে মোৰ হুইবে উলি ।
এহি বুলি ব্ৰহ্মাৰ শকতি লৈলা তুলি ॥
বল দিয়া হানিলেক লক্ষ্মণক লাগি ।
আকাশত দেৱগণ পলাইলেক ভাগি ॥ ৫৩৮৪
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া টানে ।
শকতিক হানিলেক অসংখ্যাত বাণে ॥
আকাশত উঠে যেন বিধূম অগনি ।
দেখিলন্ত লক্ষ্মণে শকতি আসে ছানি ॥ ৫৩৮৫
শকতিত পৰি শৰ গৈলেক উফৰি ।
চমৎকাৰে লক্ষ্মণ থাকিলা হিয়া তৰি ॥
হৃদয়ত পৰি চিতে পৰিলেক ঢলি ।
লক্ষ্মণৰ শৰীৰক শক্তি থৈলা শালি ॥ ৫৩৮৬
যিহেতু আপুনি মহাব্ৰহ্ম শুদ্ধ সত ।
লক্ষ্মণে আপুনি চিন্তি থাকিলা মনত ॥
নাসাত পৱন নাহি গমনাগমন ।
মৃতক শৰীৰ যেন হৰিলা চেতন ॥ ৫৩৮৭
হস্তীক মাৰিয়া যেন সিংহৰ আক্ৰান্তি ।
ৰথৰ নামিয়া ৰাজা আনিবাক যান্তি ॥
কুৰি হাতে ধৰি দশগ্ৰীৱে দঙ্গা দিলা ।
নাৰায়ণ তেজ অণুমাত্ৰো নলৰিলা ॥ ৫৩৮৮
ৰাৱণে বোলয় কিনো মুনিষ আসুখ ।
উপাৰিয়া নিবে পাৰো মেৰু মন্দৰক ॥
মহাদেৱে কৈলাসকে তুলি আলগাইলো ।
ৰাঘৱৰ কনিষ্ঠৰ ওচৰ নপাইলো ॥ ৫৩৮৯
হনুমন্তে গুণিলন্ত মিলয় অকাজ ।
লক্ষ্মণক নিবে খোজে লঙ্কাৰ যে মাজ ॥

হৃদয়ত মাৰিলন্ত বজ্ৰসম মুষ্টি ।
সসাঙ্গে ঢলিলা ৰাজা প্ৰাণ যাই ফুটি ॥ ৫৩৯০
হনুমন্তে কম্পাইলন্ত ত্ৰৈলোক্য ৰাৱণে ।
সিদ্ধ মুনি বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণে ॥
আকাশত দেৱগণে কৰে জয় জয় ।
মাৰুতিৰ বীৰত্বক সবে প্ৰশংসয় ॥ ৫৩৯১
দুই হাতে তুলিয়া কান্ধত কৰি লৈ ।
শীঘ্ৰবেগে আণ্টাইলা ৰামৰ পাশে গৈ ॥
লক্ষ্মণৰ হিয়াত শকতি হুসকিল ।
পুনুৰপি ৰাৱণৰ টোণত পশিল ॥ ৫৩৯২
সুমিত্ৰানন্দন নাৰায়ণ মহাহৰি ।
শৰীৰ কৰিলা সুস্থ ব্ৰহ্মজ্ঞান স্মৰি ॥
ৰাৱণো জীলেক পাচে বৰৰ প্ৰসাদে ।
ক্ৰোধত জ্বলিলা বানৰৰ সিংহনাদে ॥ ৫৩৯৩
আথে বেথ কৰিয়া আপুন ৰথে গৈল ।
ধনুশৰ ধৰিয়া যুদ্ধক সাজ ভৈল ॥
ৰামে দেখিলন্ত ৰাক্ষসৰ কুলি মালি ।
বৰ বৰ বীৰক ৰাৱণে থৈলা শালি ॥ ৫৩৯৪
লক্ষ্মণ ভয়াই বৰ কষ্টে এৰাইলন্ত ।
আপুনি সাজিয়া ৰাৱণক ধাৱে যান্ত ॥
ৰামে যেৱে সমৰ কৰিবে চলি যান্ত ।
কৰযোৰে হনুমন্ত বাক্য বুলিলন্ত ॥ ৫৩৯৫
আদেশ গোসাই হেৰা আৰোহিয়ো মোক ।
পিঠিত চড়িয়া ৰাৱণক যুজিয়োক ॥
এহি হৌক বুলি ৰামে পিঠিত চড়িলা ।
ৰাৱণ বধিতে সুমঙ্গলক পড়িলা ॥ ৫৩৯৬
ইন্দ্ৰদেৱ যান্ত যেন ঐৰাৱত স্কন্ধে ।
বিৰোচন অসুৰক মাৰিতে প্ৰৱন্ধে ॥
ৰথত চড়িয়া আছে বীৰ লঙ্কেশ্বৰ ।
শ্ৰীৰাম বদতি অৰে শুন নিশাচৰ ॥ ৫৩৯৭
কি মোৰ আনন্দ আজি তোক ভেট পাইবো ।
স্ত্ৰীচোৰা তোক আজি যমক পঠাইবো ॥
শৰণ পশস যেৱে ব্ৰহ্মাদেৱ পাশ ।
জলে বুৰ দেস যদি তোৰ নাহি ৰাখ ॥ ৫৩৯৮

তোৰ অনুবল হৌক দেৱাসুৰ নহে ।
সবাহাক্কে মাৰিবো অবধ্য মোৰ শৰে ॥
মোহোৰ ঘৰিণী হৰি আনিলি বৰ্ব্বৰ ।
কালে তোক গ্ৰাসিলে অধম নিশাচৰ ॥ ৫৩৯৯
শকতি বিন্ধিলি তই যাহাৰ শৰীৰে ।
সবংশে মাৰিব তোক লখমন বীৰে ॥
ৰামৰ বচনে বীৰ ৰাৱণ খঙ্গাইল ।
অনেক তীখাল শৰ গুণত চড়াইল ॥ ৫৪০০
হনুমন্ত ৰাৰক বিন্ধিল বৰ টানে ।
মাৰুতিৰ হৃদয়ত ফুটিলা সন্ধানে ॥
মৰ্ম্মস্থানে বিন্ধিলন্ত অসংখ্যাত বাণে ।
বাঢ়িবে লাগিলা কপি দশগুণ প্ৰাণে ॥ ৫৪০১
একেতো অবধ্য আৰু ৰাঘৱৰ যান ।
শ্ৰীমন্ত শৰীৰ জ্বলে মেৰুৰ সমান ॥
হনুমন্ত বীৰক বিন্ধিলা যেৱে শৰে ।
ক্ৰোধিলেক ৰাঘৱ নসহে কলেৱৰে ॥ ৫৪০২
আৱৰ তাহাক শৰ কৰিতে নেদিল ।
অৰ্দ্ধচন্দ্ৰ হানি ৰামে ধনুক ছেদিল ॥
শ্ৰীৰামদেৱক মুনিয নাই জোৰ ।
ত্বৰিতে কাটিলা ৰাৱণৰ চাৰি ঘোড় ॥ ৫৪০৩
ৰাঘৱৰ হাতত অবধ্য শৰ আছে ।
সাৰথিক কাটি ৰথ ভাঙ্গিলন্ত পাচে ॥
শ্ৰীৰামদেৱৰ প্ৰহাৰ নোহে ছোট ।
তূণবাণ ধনু কাটিলন্ত ধ্বজগোট ॥ ৫৪০৪
ৰাৱণ ভূমিত পৰি পাইল বৰ ভঙ্গ ।
ত্ৰিদশ দেৱৰ তাক দেখি বৰ ৰঙ্গ ॥
এক বাণে হানিলন্ত ৰাৱণাক বুলি ।
পিঠিপাচে বাজ ভৈলা হৃদয়ক ফুলি ॥ ৫৪০৫
বিস্ময়ক পায়া বীৰে থাকিলা তৰাসি ।
হাত হন্তে অস্ত্ৰ তাৰ পৰিলন্ত খসি ॥
সুৰগণে চাহিয়া আছন্ত একদৃষ্টি ।
অৰ্দ্ধচন্দ্ৰ হানি ৰামে কাটিলা কিৰীটি ॥ ৫৪০৬
কিৰীটি পৰিলা খসি হৰিলা প্ৰতাপ ।
দশগ্ৰীৱ ভৈলন্ত নিৰ্ব্বিষ যেন সাপ ॥

শ্ৰীহানি ৰাৱণ মলিন হুইয়া গৈল।
প্ৰচণ্ড আদিত্য যেন তেজহীন ভৈল ॥ ৫৪০৭
ৰাঘৱে বোলন্ত মোৰ বচন আকল।
জীৱমানে পঠাওঁ লঙ্কাক লাগি চল ॥
জনত থাকিবে মোৰ ৰাম হেন বীৰ।
প্ৰয়াসিলা ৰাৱণৰ কাটিলন্ত শিৰ ॥ ৫৪০৮
সাষ্টম স্বৰূপে গৈয়া হয়ো সন্মুক্ষণ।
সাজি আস মাৰি পেযো যমৰ কৰণ ॥
বৈলেখিয়া লঙ্কেশ্বৰ চপৰাইলা মাথ।
সসৈন্যে আৰকা গৈয়া পশিলা লঙ্কাত ॥ ৫৪০৯
ৰাৱণাক দেখিয়া নিশ্ৰীক মুখ ভৈলা।
লঙ্কাপুৰীখান কাংস পৰি জিম গৈলা ॥
ৰাৱণ ৰাজাক ৰামে সমৰে ভঙ্গাইল।
দেৱ মুনি ঋষিগণে আনন্দক পাইল ॥ ৫৪১০
শ্ৰীৰামক প্ৰশংসিলা অনেক আনৰ্গ।
বাদ্যভঙ্গ শৱদে পূৰিলা সপ্তস্বৰ্গ ॥
ব্ৰহ্মা আদি দেৱে স্তুতি কৰিলা বিস্তৰ।
পাৰিজাত বৰিষিলা শিৰৰ উপৰ ॥ ৫৪১১
যত যত বীৰগণে ঢালিলা ৰাৱণে।
সবাৰো কাঢ়িলা শৰ শ্ৰীৰাম লক্ষ্মণে ॥
গাৱসব মাজিলা অমৃত সম হাতে।
দশগুণ তেজবল এৰাইলা আঘাতে ॥ ৫৪১২
শুনা সভাসদ ৰামায়ণ কথা সাৰ।
কলিযুগে আতপৰে ধৰ্ম্ম নাহি আৰ ॥
জানি মহাসুখে পান কৰা কৰ্ণ ভৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ৫৪১৩

---

কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ আৰু যুদ্ধযাত্ৰা

দুলড়ী

সিংহাসনে গৈয়া বসিলা ৰাৱণ
ৰণত হতাশ হুইয়া।
পুৰাণ কাহিনী কহিবে লাগিলা
পাত্ৰক সবে মিলাইয়া ॥
আশেষ তপস্যা কৰিলোহো আমি
ব্ৰহ্মাদেৱে দিলা বৰ।
পাচে সম্বুধিয়া বুলিবে লৈলন্ত
শুন ওৰে নিশাচৰ ॥ ৫৪১৪
দেৱ মনুষ্যত যক্ষ দানৱত
সবাতে হুইবি অজয়।
নিশ্চয় কৰিয়া তোক বুলিলোহো
মানুষত হুইবি ভয় ॥
বৰৰ প্ৰসাদে তিনিয়ো জগত
থাকিতে সুখে নেদিল।
ৰণ্ড ভণ্ড কৰি মানুষে ভঙ্গাইলে
ব্ৰহ্মাৰ বৰ মিলিল ॥ ৫৪১৫
পাত্ৰগণ যত আমাৰ শুনিয়ো
আৱৰ আসাজ কাজ।
হেমৱন্ত গিৰি পয়াণে চলিলো
আমাৰ নভৈলা লাজ ॥
নন্দী দুৱৰীক মই ভেট পাইলো
তেন্তে মহেশৰ গণ।
বানৰৰ মুৱা নন্দীক দেখিয়া
শিহৰিল ঘনে ঘন ॥ ৫৪১৬
মুখ চাই চাই ভাবুকি পাৰিলো
বিগুতি কৰি উখন্দি।
জাজ্বল্য সমান কোপে জ্বলি গৈল
মোক শপিলন্ত নন্দী ॥
হাওৰে বেটা দুৰ্জ্জন ৰাৱণা
মোক তোৰ উপহাস।
মোহোৰ সদৃশ মুখ বানৰায়ে
চিন্তিবে তোৰ বিনাশ ॥ ৫৪১৭
মহন্ত পণ্ডিত ভৈয়াই বিভীষণ
মোক বুলিলেক হিত।
আপদ কালত মৰণ সন্নিত
তাক দেখিলোহো তিত ॥
ভাল ভাল বীৰ ত্বৰিতে পঠাইয়া
লঙ্কা ভালমতে ৰাখা।

প্ৰহস্ত গোসাই সমৰে পৰিল
সবে সচকিতে থাকা ॥ ৫৪১৮
ইতিনি ভুৱনে ৰাম লক্ষ্মণক
সমান নাহি মুনিষ ।
শৰে হানি মোৰ অস্থি ভেদিলেক
শৰীৰে উধাই বিষ ॥
ঘনে ঘনে মোৰ চেতন হৰয়
বদন মলিন বৰ্ণ ।
ৰামক যুজন্তা আন কেহো নাই
জগায়োক কুম্ভকৰ্ণ ॥ ৫৪১৯
ছয় মাস সিটো নিশ্চেষ্ট স্বৰূপে
আছন্ত ঘুমটি যায়া ।
তাকে জগাইবাক সত্বৰে চলাহা
ভোজন সম্ভাৰ লৈয়া ॥
ৰাজাৰ আদেশে কোটি অসংখ্যাত
ৰাক্ষস গৈয়া আণ্টাইল ।
দুৱাৰ পৈশন্তে কুম্ভকৰণৰ
নাকৰ বাৰে উৰাইল ॥ ৫৪২০
কতোহো ৰাক্ষস দুৱাৰ আৰত
বাৰব মুঠাত ধৰি ।
যিদিকি নাকৰ বাৰ নেখেলয়
পশিলা গাৰকাতি কৰি ॥
পৰ্ব্বত সমান পুৰুষেক শুতি
আছে পুলস্তিৰ নাতি ।
তাক জগাইবাক ৰাক্ষসসকলে
দৃঢ় কৰি বান্ধে গাতি ॥ ৫৪২১
ডেকা পৰ্ব্বতৰ সমান বাঢ়িল
অন্ন ব্যঞ্জনৰ পিঠা ।
মেৰুৰ সমান চৰাৰ কৰিলা
খৰিকা জহাৰ পিঠা ॥
মহিষ বৰাহ ছাগল মাৰিয়া
থৈলা দৌলা দৌলি কৰি ।
কোটি অসংখ্যাত ডাঙ্গৰ কলস
মদ্য ৰুধিৰক ভৰি ॥ ৫৪২২

দেৱাঙ্গ বসন কুম্ভকৰণৰ
গাৰত নিয়া চৰাইল ।
সুগন্ধ চন্দন পুষ্পৰ মালায়ে
ভূষিত আতি কৰাইল ॥
চতুৰ্দিশে বেঢ়ি ৰাক্ষসসকলে
ৰোল কৰিবাক লৈলা ।
আছোক জাগিব কুম্ভকৰণৰ
কৰ্ণৰ পথে নগৈলা ॥ ৫৪২৩
বাঢ়য় সহস্ৰ ৰাক্ষসে মিলিয়া
বেঢ়িয়া কৰয় ৰোল ।
নানা বাদ্যভণ্ড কাণত আটাস
তুম্বুলে বজায় ঢোল ॥
অন্তৰীক্ষে যত চটকা উৰয়
মৰিয়া ভূমিত পৰে ।
কুম্ভকৰ্ণ বীৰ আছোক জাগিব
অধিকে ঘুমটি চৰে ॥ ৫৪২৪
সহস্ৰ সংখ্যাত হস্তীয়ে নাদয়
দুই দান্ত ভিৰিয়া গাৰে ।
ছাটৰ বাৰিত ঘোড়া চিহৰয়
গাধৰে তেজয় ৰাৰে ॥
ভেৰী শিঙ্গা শঙ্খ মুহুৰি নিশান
তুম্বুলে বাজে কাহাল ।
সকলে লঙ্কাত হুলস্থুল লাগি
কাণত দিলেক তাল ॥ ৫৪২৫
আটাস পাৰন্তে কতো ৰাক্ষসৰ
গলসৰ গৈলা ফাটি ।
সবাহাৰে খৰ উশাস বজাই
থাকিলা বলত ঘাটি ॥
কতোহো ৰাক্ষস হতাশ হুইয়া
ৰাৱণক জনাইলন্ত ।
তোমাৰ ভ্ৰাতৃক জগাইবে নোৱাৰি
অধিকে ঘুমটি যান্ত ॥ ৫৪২৬
ৰাৱণে বোলয় সত্বৰে চলাহা
আছোক আমাত সেৱা ।

যেনমতে পাৰা তেমনে জগায়া
তোমাত নাহিকে বেয়া ॥
আথ বেথ কৰি ৰাক্ষস লৰিলা
ৰাজাত মেলানি পায়া ।
কুম্ভকৰণক জগাইবে লাগিলা
গদা মুদ্গাৰ লৈয়া ॥ ৫৪২৭
দশ শত লোকে হিয়াত চড়িয়া
লাথি বৈসাইলেক টানি ।
একোহো নাকত পাঞ্চ পাঞ্চ শত
কলসে ঢালয় পানী ॥
গদা মুদ্গাৰে টানিয়া মাৰয়
আৰো পৰিঘৰ বাৰি ।
সেৱা কৰে বুলি ঘুমটি চৰয়
গম্ভীৰে বাজে ঘোম্ঘোৰি ॥ ৫৪২৮
কতোহো ৰাক্ষস সহস্ৰ সংখ্যাত
ৰাক্ষসেয়ো শাৰী হুইয়া ।
শৰীৰৰ বলে প্ৰহাৰ কৰয়
গদা মুদ্গাৰ লৈয়া ॥
দশ শত লোকে হিয়াত চড়িয়া
থিথিন্দ কৰয় ৰবে ।
গাৱ যান্তে বুলি ঘুমটি চড়য়
মুখবায়া দান্তৰে ॥ ৫৪২৯
আশেষ ৰাক্ষসে ক্লেশ আজোৰয়
কতো পাকৰয় নাক ।
কাণত কামোৰে মুকুটি লাথিয়ে
বেড়িয়া কিলৰ জাক ॥
কুম্ভকৰ্ণে যেৱে তাতো নজাগিলা
সবাৰো গৰ্ব্ব ভাগিল্ ।
কতোহো বেলাত কালৰ প্ৰমাণে
আপুনি পাচে জাগিল ॥ ৫৪৩০
দুই হাত জুৰি মাথাৰ উপৰে
পিঠিক লাগি নিলেক ।
পাতাল সদৃশ বেন্তগোট বায়া
হামিগোট তুলিলেক ॥

জিহ্বাখান তাৰ আলতা গুলিল
যেহেন গিৰি শিখৰ ।
দুই চক্ষু দেখি অৰুণ বৰণ
উদয় যেন ভাস্কৰ ॥ ৫৪৩১
নাসাৰ পৱন বহে তাৰ আতি
ফাল্গুন চৈত্ৰৰ সম ।
প্ৰজা সংহৰিতে উঠিয়া বসিলা
যেন কালান্তক যম ॥
আগত যোগায়া ৰাক্ষসসকলে
দেখে সবে অসদৃষ্ট ।
গ্ৰাস আঠ সাতে খায়া আন্টাইলেক
ব্যঞ্জন যে ভাত ।পঠ ॥ ৫৪৩২
মদ্য যে ৰুধিৰ সুগন্ধ জলক
ষাঠি কলসেক পিল ।
মহিষ বৰাহ ছাগল ভুঞ্জিয়া
অৰ্দ্ধেক পেট ভৰিল ॥
প্ৰণাম কৰিয়া হাতযোৰে থাকি
সকলে ৰাক্ষস লোক ।
সবাকে সম্বুধি কুম্ভকৰ্ণে বোলে
কিসক জগাইলি মোক ॥ ৫৪৩৩
আমাৰ ভাইৰ লঙ্কেশ্বৰ দদাৰ
কি ভৈলা আসজ কাজ ।
আজি ধৰি সবে দুৰ্গতি খণ্ডাওঁ
ধৰি আনো দেৱৰাজ ॥
যূপাক্ষ নাম যে ৰাজাৰ মন্ত্ৰীয়ে
হাতযোৰে বিনাৱয় ।
আনসে কাৰ্য্যত আথান্তৰ ভৈলা
দেৱত নাহিকে ভয় ॥ ৫৪৩৪
সীতাৰ হৰণ সন্তাপে ৰাঘৱে
সাগৰে ভৈলন্ত পাৰ ।
পৰ্ব্বত আকাৰ বানৰসকলে
চৌভিতি বেঢ়ি লঙ্কাৰ ॥
আপুনি জানাহা ৰাৱণে ত্ৰৈলোক্য
জিনিলা ঈষত কৰে ।

প্ৰাণৰ সংশয় মিলিলা ৰণত
ভঙ্গাইলা ৰামৰ শৰে ॥ ৫৪৩৫
কিৰীটি কাটিয়া পেলাইলা ৰাঘৱে
আসি ভৈলা জীৱমানে ।
তোমাক জগাইবে আমাক পঠাইল
কৰন্ত চিন্তা আথানে ॥
কুম্ভকৰ্ণে বোলে ৰাজাৰ অসুখ
আমিনো কিসক জীওঁ ।
ৰাম লক্ষ্মণক ৰণমাজে মাৰি
তপত ৰুধিৰ পিওঁ ॥ ৫৪৩৬
কতোহো বানৰ ভুঞ্জোহো কতোহো
পঠাওঁ যমকৰণ ।
শত্ৰুক জিনিয়া প্ৰণামোহো আসি
দদাৰ দুই চৰণ ॥
এতেক শুনিয়া নৃপতিৰ পাত্ৰ
মহোদৰে বিনাৱয় ।
তুমি যে শত্ৰুক জিনিবা ইহাত
কিছুৱে নাহি বিস্ময় ॥ ৫৪৩৭
তোমাক দেখিবে ৰাজাৰ মনত
উদ্বেগ কৰিতে আছে ।
আগে নৃপতিৰ চৰণে প্ৰণামি
ৰণক চলিয়ো পাচে ॥
মহোদৰে বোলে কুম্ভকৰ্ণ বীৰে
হৰিষে গাৱ চলিল ।
সহস্ৰ কলস মদ্য পান কৰি
ৰাজাৰ পাশে চলিল ॥ ৫৪৩৮
লঙ্কাৰ গড় যে এক আণ্ঠু ভৈল
আকাশ ছানিয়া যাই ।
হেৰ নিজ কালে পাইলেক বুলিয়া
বানৰ ভাগি পলায় ॥
কতোহো ৰামত শৰণ পশয়
কতো সাগৰান্ত লঙ্ঘে ।
কতোহো বনত লুকাই থাকন্ত
কতো পলাই ব্যূহ ভঙ্গে ॥ ৫৪৩৯
কিনো বিপাঙ্গত প্ৰাণক সুজাইলো
নেদেখিলো বন্ধুলোক ।
তুমি সব জীৱ মানে পলাইবাহা
হেৰা আসি পাইলে মোক ॥
ৰাঘৱে বোলন্ত মিত্ৰ বিভীষণ
ত্বৰিতে দিয়া সিদ্ধান্ত ।
নাৰায়ণে যেন বলিক ছলিয়া
আকাশ ছানিয়া যান্ত ॥ ৫৪৪০
হেনতো শৰীৰ চক্ষু নেদেখিলো
আমি নুশুনিলো কাণে ।
ইটো কোন বীৰ যাহাক দেখিয়া
সৈন্য পলায় জীৱমানে ॥
ৰামৰ চৰিত্ৰ সাক্ষাতে অমৃত
শুনা সভাসদ লোক ।
তেজি আন কাম বোলা ৰাম ৰাম
পুৰুষ উদ্ধাৰ হৌক ॥ ৫৪৪১

---

কুম্ভকৰ্ণৰ যুদ্ধ আৰু সুগ্ৰীৱক লৈ লঙ্কা গমন

**পদ**

বিভীষণে বোলন্ত এহিটো কুম্ভকৰ্ণ ।
মেৰুৰ সমান চাৰ কাল মেঘবৰ্ণ ॥
হাতে শূল ধৰি যম কুবেৰ ভঙ্গাইলে ।
উপজিয়া অনেক সহস্ৰ ঋষি খাইলে ॥ ৫৪৪২
ইন্দ্ৰৰো খাইলেক আৰো অপেশ্বৰা দশ ।
প্ৰজা খায়া সংহৰিলা দাৰুণ ৰাক্ষস ॥
দেৱৰাজে শুনিয়া আসিলা সব সাজে ।
বজ্ৰে তাড়িলন্ত তাৰ হৃদয়ৰ মাজে ॥ ৫৪৪৩
কুম্ভকৰ্ণ কুপিলা বজ্ৰৰ মহা ঘাৱে ।
সূৰ্য্যৰ সদৃশ দুই চক্ষুক ফুৰাৱে ॥
ঐৰাৱত দান্ত দুই লৈলন্ত উপাৰি ।
বাসৱৰ হৃদয়ত বৈসাইলন্ত বাৰি ॥ ৫৪৪৪
হস্তীৰ দান্তৰ ঘাৱে ইন্দ্ৰ মূৰ্চ্ছা গৈলা ।
কতো বেলি দেৱৰাজ সন্ধুক্ষণ ভৈলা ॥

সিদ্ধমুনি দেৱৰাজে একথান হুইয়া।
ব্ৰহ্মাত সকলে কথা নিবেদিল গৈয়া ॥ ৫৪৪৫
ৰাসৱে বোলন্ত দেৱ আমি কৰো সাক্ষী।
ত্ৰৈলোক্য দগধ হৰে কিসক নৰাখি ॥
জগত সন্ধিলা তুমি অনেক উপায়।
নিশেষ কৰিয়া তাক কুম্ভকৰ্ণে খায় ॥ ৫৪৪৬
শুনি প্ৰজাপতিসবে ৰাক্ষস মতাইলা।
সবাৰো মাজত কুম্ভকৰ্ণ ভেট পাইলা ॥
ব্ৰহ্মা তাক বোলন্ত প্ৰজাৰ ভৈলি কাল।
তয়ো বেটা ভৈলি পাট মহাদৈৰ শাল ॥ ৫৪৪৭
বৰ মাগি আছা মোত ঘুমটি যাইবাক।
নিশ্চেষ্ট স্বৰূপে চিৰকাল শুতি থাক ॥
প্ৰলয়ত যেনমত পৰ্ব্বত টলিল।
অচেতনে কুম্ভকৰ্ণ নিদ্ৰাত পৰিল ॥ ৫৪৪৮
হাতযোৰে দশগ্ৰীৱে কৰিলা কাকুতি।
চণ্ডশাপ দিলাহা তোমাৰ পৰিনাতি ॥
হাতে বৃক্ষ ৰুয়া প্ৰভু পাৰে নোভাৰিয়ো।
নিদ্ৰাৰ জাগিবে লাগি কিছু দিন দিয়ো ॥ ৫৪৪৯
ব্ৰহ্মায়ে বোলন্ত তুষ্ট তোহোৰ বিনয়।
একৈক নিদ্ৰায়ে থাকিবেক মাস ছয় ॥
এক দিনা জাগি সিটো কৰিব আহাৰ।
দশ গুণ হৈবেক বিপোহো বলিয়াৰ ॥ ৫৪৫০
ৰাৱণে তোমাক ডৰে জগাইলা ইহাঙ্ক।
যাক ডৰে বানৰ পলায় লাগি শঙ্ক ॥
আপুনি মাৰাহা আক সংগ্ৰামৰ মাজে।
কপিগণ আশ্বাসা থাকোক সব সাজে ॥ ৫৪৫১
শ্ৰীৰামে বোলন্ত অগনিৰ পুত্ৰ নীল।
সেনা থিৰ কৰা হাতে ধৰি বৃক্ষ শিল ॥
আমি বিদ্যমানে তোমাসাৰ কিবা শঙ্কা।
আৰকা নিসন্ধি কৰি বেঢ়ি থাকা লঙ্কা ॥ ৫৪৫২
নীল সেনাপতিয়ে আদেশ শিৰে ধৰি।
সৈন্য থিৰ কৰি পুনু বেঢ়িলা নগৰী ॥
ঋষভ সৰভ হনুমন্ত নীল নল।
দুৱাৰ বেঢ়িল হাতে ধৰি তৰু শাল ॥ ৫৪৫৩
ৰামৰ সেনায়ে যেৱে নগৰী জণ্টাইল।
ৰাৱণ ওৱাৰি গৈয়া কুম্ভকৰ্ণে পাইল ॥
পুষ্পকে আছয় ৰাজা বিহ্বল স্বভাৱে।
গুৰুদেৱে দদা বুলি নমিলন্ত পাৱে ॥ ৫৪৫৪
বাহু মেলি দশগ্ৰীৱে গলত বান্ধিল।
মাথাত চুম্বন দিয়া আসনেক দিল ॥
আসনক লভিয়া বসিলা কুম্ভকৰ্ণ।
ক্ৰোধত নয়ন দুই আৰকত বৰ্ণ ॥ ৫৪৫৫
কি কাৰণে দদা তোৰ শ্ৰী নেদে জাকি।
আমাক জগাইলি দদা কি কাৰ্য্যক থাকি ॥
কাহাত তোমাৰ ভয় চিন্তা দেখো মনে।
পাতি মলচিলা তাৰ যমৰ কৰণে ॥ ৫৪৫৬
বাসৱত ভয় যদি কৰোহো প্ৰলয়।
যমে কুনয় কৰে কন্ধক পৰয় ॥
বৰুণে খেদয় কুম্ভকৰণে ছেদয়।
বীৰতু কৰয় তাক জীবাক নেদয় ॥ ৫৪৫৭
স্বৰ্গে চলি যাইবো দেৱলোকক ডকাইবো।
আদিত্যক পাইবো বান্ধি ভূমিত পেলাইবো ॥
মুখগোট বাইবো অগনিক খেদি খাইবো।
চমক লগাইবো সবে অসুৰ ভঙ্গাইবো ॥ ৫৪৫৮
জগাইলাহা মোক ভুঞ্জিবোহো তিনি লোক।
পলাইবেক ভোক কিছু পূৰিবোহো কোখ ॥
অনুজ্ঞা দিয়োক মোক পাতালপুৰক।
তোমাৰ শোকতে কেহো সুখে নথাকোক ॥ '৫৯
তোমাৰ এদূৰ পৰ্ব্বতক কৰো চুৰ।
মেৰু মন্দৰক শৰে কৰো মসিমূৰ ॥
এৰহ জঞ্জাল কোনে পাতিলা ঘঞ্চাল।
দশোদিগপালে মোৰ নসহে আস্ফাল ॥ ৫৪৬০
ৰাৱণে বোলয় জানো তোহোৰ প্ৰতাপ।
আজিহে গুচিল মোৰ হৃদয় সন্তাপ ॥
ৰাম শৰধাৰে ঘোৰ আপদে মজিলো।
তোহোৰেসে কাৰণে আৰকা উপজিলো ॥ '৬১
সাগৰত সেতু বান্ধি ৰাম ভৈল পাৰ।
ভালুক বানৰ সমে কটক অপাৰ ॥

সব ৰাক্ষসৱ বল পৰিলন্ত ৰণে।
আমাকো ৰণত ৰামে ভঙ্গাইল আপুনে॥ ৫৪৬২
শুন বাপি কুম্ভকৰ্ণ কৰ মোৰ বোল।
ৰাক্ষসকুলক ঘোৰ আপদত তোল॥
তোক দেখি পলাইল মোহোৰ হৃদিখেদ।
বানৰক মাৰি ৰাম লক্ষ্মণক ছেদ॥ ৫৪৬৩
কুম্ভকৰ্ণে বোলে বৰ কৰিলা অকাৰ্য্য।
মই যেৱে নোহো তেৱে বুৰে সামৰাজ॥
যত কিছু কৰিলাহা কুনয় সকল।
অবিলম্বে পাইবা সেহি অধৰ্ম্মৰ ফল॥ ৫৪৬৪
তুমি যত কৰিলাহা কোনে বোলে ভাল।
বাঘ নমাৰিয়া কেনে আজোৰাহা ছাল॥
মত্ত গজ জীৱন্ততে কাঢ়িয়া লোৱা দান্ত।
কুপিত সিংহৰ যেন আজোৰাহা আন্ত॥ ৫৪৬৫
মুখ্য মন্ত্ৰীসকলে তোমাক বেঢ়ি আছে।
আগে চিন্তিবাৰ কাজ চিন্তিলাহা পাচে॥
জানা যেৱে হৰিবাহা জনকৰ জীক।
তেৱে আগে ৰাঘৱক নমাৰিলা কিক॥ ৫৪৬৬
নীতিক এৰিয়া যিটো প্ৰৱৰ্ত্তয় বলে।
হেনয় জনক জানা বিধাতায়ে ছলে॥
অনিহিতে হিত যাৰ হিতে অনিহিত।
তেৱে জানিবাহা তাৰ মৰণ সন্বিত॥ ৫৪৬৭
কুম্ভকৰ্ণে বুলিলেক বিস্তৰ চিনাই।
সংক্ষেপ পয়াৰে ধিক দিতে নুযুৱাই॥
শুনি ৰাৱণৰ আতি ক্ৰোধ জ্বলি গৈলা।
মাথা চপৰাইয়া তাক গৰ্জ্জিবাক লৈলা॥ ৫৪৬৮
গুৰু গৌৰৱক নমানিয়া গৰ্জ্জ মোক।
এহিসে কাৰণে তেৱে জগাইলোহো তোক॥
যি কৰিলো সি কৰিলো কৰিলোহো তাক।
মৃতকক বধি উপালম্ভস আমাক॥ ৫৪৬৯
দুৰ্গতি পতিত ভৈলো কৰিলোহো মন্দ।
যেৱে উদ্ধাৰিবি কৰ ত্বৰিতে প্ৰৱন্ধ॥
গৈল কথা কহে যিটো বিগুটিয়া মাৰে।
সেহিসে বান্ধৱ যিটো আপদত তৰে॥ ৫৪৭০
আপুনি চিন্তাহা যেন কৰিবে যুগুত।
আপদে বান্ধিল মোক কৰাহা মুকুত॥
মোহোৰ কুনয় দোষ নাহিকে উপাম।
তোহোৰ বিক্ৰমে সবে কৰা উপশাম॥ ৫৪৭১
ৰাৱণ কুপিলা কুম্ভকৰ্ণ বৰ ভয়।
জ্যেষ্ঠ ভাইক সম্বুধিয়া আৰকা বিনয়॥
সন্তাপক এৰাহা হিয়াৰ গুলগুলি।
ৰামক মাৰোহো শূলে হৃদয়ক ফুলি॥ ৫৪৭২
লক্ষ্মণক মাৰো আজি মাৰোহো অঙ্গদ।
সুগ্ৰীৱক মাৰো আজি খণ্ডো ৰাজপথ॥
লঙ্কাপুৰি যিবা কৰিলেক ৰণ্ড ভণ্ড।
তাহাৰ কৰিবো আজি প্ৰাণান্তিক দণ্ড॥ ৫৪৭৩
ভালুক বানৰ বল যত আসি ভৈল।
হেন জানা মোহোৰ পেটৰ মাজে গৈল॥
সকলহি সৈন্য তযু পাশত থাকোক।
একেশ্বৰে মাৰি আসো পঠাই দিয়া মোক॥'৭৪
ৰামক মাৰিলো যেৱে ভুঞ্জা ৰাজসুখ।
মই যেৱে মৰো নেদেখিবো তযু মুখ॥
ইয়ো বোল বুলিলো অধিক অনুবাদ।
ৰামক মাৰোহো শূলে এৰাহা বিষাদ॥ ৫৪৭৫
বীৰত্ব বচন শুনি কুম্ভকৰণৰ।
অল্প ক্ৰোধ কৰিয়া বুলিলা মহোদৰ॥
কিনো আতি মদগৰ্ব্ব সম্প্ৰতি তোমাৰ।
ৰাজা মন্ত্ৰী কহো কিছু নজানয় আৰ॥ ৫৪৭৬
ৰাৱণত অধিক তুমিসে জানা নয়।
মিছাসে জিনিলা ত্ৰিভুৱন সমস্তয়॥
সকলহি নীতিক জানন্ত লঙ্কেশ্বৰ।
নৃপতিক নিন্দা কিক বুলিলা বিস্তৰ॥ ৫৪৭৭
একলে সবাক মাৰো হেন বুলিলাহা।
মেৰু পৰ্ব্বতক ফুঙ্কে উৰুৱাইতে চাহা॥
লাহাৰি নসহে যাৰ দূষণ যে খৰ।
হেনয় ৰামক এন্তে যুজে একেশ্বৰ॥ ৫৪৭৮
দান্ত ভাঙ্গা সাপ যেন মিছাত ফোফাহা।
একলে ৰামক গৈয়া যুজিবাক চাহা॥

কুপিত সিংহক হস্তী চাৰে জঙ্ঘাবাহা।
কাহাল গোমক হাতে ধৰিবাক চাহা ॥ ৫৪৭৯
ৰামক মাৰিবো বাক্য মুখত বজাইল।
চাপৰি চাপৰি ফুৰে দেখা পাইল পাইল ॥
চৌদ্ধ সহস্ৰ ৰাক্ষসক মাৰিলন্ত।
হেনয় ৰামক এন্তে একলে যুজন্ত ॥ ৫৪৮০
তোমাৰ বচন মোৰ নপশে কাণত।
ইসব কথাক তুমি কহিয়ো আনত ॥
কোনে কৰাইবেক ৰাৱণক পৰাপতি।
নৃপতিক নিন্দা তুমি আতি শিশুমতি ॥ ৫৪৮১
ৰাৱণক সম্মুখি বোলয় মহোদৰ।
ইহাঙ্ক ৰণক নপঠাইবা একেশ্বৰে ॥
ৰামক মাৰিয়া যেৱে সীতাক পাইবাহা।
ইহাৰ লগত আমাসাক পঠাবাহা ॥ ৫৪৮২
কুম্ভকৰ্ণে কুপি মহোদৰক চাহয়।
এহি বুদ্ধি ৰাজ্য হৰুৱাইল লাৱিকাই ॥
নৃপতিসবৰ বুদ্ধি মত্ত হস্তী গওঁ।
নীতি আঙ্কুশেকে যদি নকৰিলে সওঁ ॥ ৫৪৮৩
মন্ত্ৰী হৈয়া ৰাজাৰ বিৰুদ্ধে মতি লয়।
মিছাতেসে ভুঞ্জা ৰাজ্য চোৰৰ আন্বয় ॥
যি কাৰ্য্যক কৰন্ত তাহাকে বোলা ভাল।
তুমি মন্ত্ৰীসকল অন্ধলা যেন কাল ॥ ৫৪৮৪
ৰাজাৰ কুনয় যত তোমাৰেসে কাজে।
সবে দোষ খণ্ডো আজি সংগ্ৰামৰ মাজে ॥
এহি বুলি হাতে তুলি ধৰিলেক শূল।
ৰামক মাৰিয়া আজি কৰোহো নিৰ্ম্মূল ॥ ৫৪৮৫
ৰাৱণে বোলন্ত কুম্ভকৰ্ণ মোৰ ভাই।
মিলিলেক হৰিষ বিপোহো বল পাই ॥
ৰামক দেখিয়া মহোদৰে ডৰ পাইল।
সিকাৰণে তোক ইটো ঝৱাল কৰাইল ॥ ৫৪৮৬
কুম্ভকৰ্ণ বীৰ সমৰক চলি যায়।
অলঙ্কাৰে ৰাৱণে ভূষিলা তাৰ কায় ॥
সূৰ্য্যৰ সদৃশ জ্বলে মুকুতাৰ হাৰ।
কিৰীটি কুণ্ডলে কৰে আতি জ্যোতিষ্কাৰ ॥'৮৭

অশেষ ৰাক্ষস দিলা তুলত তাহাৰ।
হাতে শূল লৈলা মাখি পৰিতে দোহাৰ ॥
আকাশ ছানিয়া যায় কায় বিপৰীত।
বামন উজান্ত যেন ত্ৰৈলোক্য গ্ৰাসিত ॥ ৫৪৮৮
হেমবন্ত গিৰি যেন দেখিয় নিশ্চল।
ব্যূহ ভঙ্গে পলায় দেখি বানৰৰ বল ॥
কুম্ভকৰ্ণে বোলে আজি সবে মান চাওঁ।
ৰাম লক্ষ্মণক মাৰি বানৰক খাওঁ ॥ ৫৪৮৯
বীৰত্ব বচন শুনি কুম্ভকৰণৰ।
ৰিঙ্গেক মিলিলা সবে যত ৰাক্ষসৰ ॥
খলক লাগিয়া গৈলা গগনমণ্ডলে।
কিনো কৰিবেক আক ৰাঘৱৰ দলে ॥ ৫৪৯০
ছয় সহস্ৰ বেওঁ উগ্ৰত কলেৱৰ।
সহস্ৰ ধনুৰ মান পথালি ডাঙৰ ॥
স্বৰ্ণ ৰতনে সুমণ্ডিত সব কায়।
কাল পৰ্ব্বতত যেন চাৰ লাগি যায় ॥ ৫৪৯১
কুম্ভকৰ্ণ যেৱে সমৰক চলি যায়।
ৰাম চক্ষু হাত পাৱ কম্পে বাম কায় ॥
গৃধ্ৰে যে শকুন তাৰ উপৰে বৰ্ণায়।
আতি মদগৰ্ব্বত কাহাকো নডৰায় ॥ ৫৪৯২
বাধাসব নগণিয়া ৰণত প্ৰবেশ।
দেখিয়া বানৰবল ভাগিলা আশেষ ॥
বীৰ বানৰৰ যত শিলা বৃক্ষ কৰে।
কুম্ভকৰণৰ গাৱে তাড়িলা সমৰে ॥ ৫৪৯৩
গিৰি শৃঙ্গ বৃক্ষ যত তাৰ গাৱে পৰি।
কত চূৰ্ণ ভৈলা কতো পৰিলা উফাৰি ॥
দ্বিবিদে হানিলা বৰ গিৰিৰ শৃঙ্গেক।
তাহাক নপায়া সৈন্য চূৰ্ণ কৰিলেক ॥ ৫৪৯৪
বৃক্ষ বৰিষণে তাৰ কটাক্ষো নভৈলা।
পৰ্ব্বতৰ ঘাৱে তাৰ ক্ৰোধ জ্বলি গৈলা ॥
দুই হাত মেলিয়া বানৰ যত পাৱে।
ভূমিত পিষিয়া তাক গোটেহি চোবাৱে ॥ ৫৪৯৫
চৌৰাশী চৌৰাশীগোট একো আস্কোৱালে।
হিয়াত আৰোপি ধৰি ভূমিত আস্ফালে ॥

পাঞ্চ পাঞ্চ সহস্ৰ বানৰ শূলঘাৰে।
খুঞ্চিয়া খুঞ্চিয়া মাথ উপৰে পেলাৰে ॥ ৫৪৯৬
বানৰৰ ক্ষয় দেখি বীৰ হনুমন্ত।
আকাশত থাকি বৃক্ষ শিলা বৰিষন্ত ॥
পৰ্ব্বতৰ শৃঙ্গক হানন্ত নিৰন্তৰ।
অঞ্জনাৰ সুত বলৱন্ত বীৰবৰ ॥ ৫৪৯৭
মাৰুতিৰ অস্ত্ৰে তাৰ শৰীৰ নপাৰে।
কুম্ভকৰ্ণে শূলঘাৰে উপাৰি পেলাৰে ॥
নিষ্ফল অস্ত্ৰক দেখি কপি মহাবীৰ।
পৰ্ব্বতক ধৰিয়া আগত ভৈলা থিৰ ॥ ৫৪৯৮
মহাবীৰ বানৰে হানিলা বৰ টানে।
কুম্ভকৰ্ণ শৰীৰত পৰিলা সন্ধানে ॥
পৰ্ব্বতৰ ঘাৱে তাৰ নাহিকে ভ্ৰুভঙ্গ।
শূলক উচ্চায়া ধাইলা মাৰুতিক খঙ্গ ॥ ৫৪৯৯
শূলক ফুৰাই হানিলন্ত কুম্ভকৰ্ণ।
সব বানৰৰ মুখ পৰিলা বিবৰ্ণ ॥
হৃদয়ৰ মাজত পশিলা হলহলি।
ৰাক্ষসৰ সেনায়ে হাসন্ত খলখলি ॥ ৫৫০০
মাৰুতি কেস্কান্ত যেন দেৱে গৰজয়।
মুখৰ ৰুধিৰ গেৰুধাৰে নিকলয় ॥
ক্ৰৌঞ্চক ভেদিলা যেন গুহৰ শকতি।
বিমূৰ্চ্ছিত হৈয়া বীৰ পৰিলা মাৰুতি ॥ ৫৫০১
পৰিলন্ত হনুমন্ত পৰ্ব্বত সচ্চল।
ব্যূহভঙ্গে পলায় দেখি বানৰৰ বল ॥
মাৰুতিৰ অৱস্থা দেখিয়া বীৰ নীলে।
কুম্ভকৰণক হানিলেক গিৰি শিলে ॥ ৫৫০২
গিৰি শৃঙ্গ আসয় জুৰিয়া বহুদূৰ।
মুষ্টিৰ প্ৰহাৰে কুম্ভকৰ্ণে কৈলা চূৰ ॥
অগ্নিৰ কণিকা নিকলিলা জাকে জাক।
ধূলি হইয়া গৈলা শৃঙ্গ নেদেখিলা তাক ॥ '০৩
নীলৰ প্ৰহাৰ যেৱে ব্যৰ্থ হুইয়া গৈলা।
পাঞ্চ মহাকপি বীৰে যুজিবাক লৈলা ॥
ঋষভ যে গৱাক্ষ দ্বিবিদ নীল চাৰি।
গন্ধমাৰ্দ্দন যে সমে চৌভিতি আৱৰি ॥ ৫৫০৪
অশ্বকৰ্ণ তৰু যত গিৰিৰ শিখৰে।
হানিয়া মাৰিল তাৰ থূল কলেৱৰে ॥
মুকুটি চৰৰ লাথি ঘোৰাকাতি কিলে।
সেৱা কৰে বুলিয়া কৌতুক বৰ মিলে ॥ ৫৫০৫
ঋষভক দুই বাহু ধৰিলেক জান্তি।
বিমূৰ্চ্ছিতে পৰিলা ৰুধিৰ কৰে বান্তি ॥
মুঠি এক দ্বিবিদক বৈসাইলেক বৰে।
নীলক জানুয়ে গৱাক্ষক যে চৰৰে ॥ ৫৫০৬
গন্ধমাৰ্দ্দনক বৈসাইলেক হাতাজাৰি।
পাঞ্চ বীৰে বিমূৰ্চ্ছিতে থাকিলন্ত পৰি ॥
মুখৰ ৰুধিৰে গেৰুধাৰে বহি যান্ত।
নাসাত পৱন নাহি শুকাই গৈলা দান্ত ॥ ৫৫০৭
বৰ বৰ বীৰক ঢালন্তে যেৱে আছে।
কোটি সংখ্যা বানৰে বেঢ়িলা আগে পাচে ॥
হাত পাৱ পেট পিঠি জুৰি সবে কায়।
চতুৰ্দ্দিশে বেঢ়ি যেন পিম্পৰা উৰায় ॥ ৫৫০৮
আঞ্চোৰে কামোৰে কেহো কিল ভুকু মাৰে।
চামকা চামকি কেহো মাংসক উভাৰে ॥
জয়ঘণ্টা লাৰি কেহো উপাৰয় কেশ।
চৰৰ চাপৰ গুৰি মাৰয় আশেষ ॥ ৫৫০৯
দুই হাত মেলি কুম্ভকৰ্ণে যত পাৱে।
ধৰি ধৰি আনি তাক গোটেহি চোবাৱে ॥
পাতাল সদৃশ মুখ দেখি লাগে ভয়।
বিকট দশন যেন কোণ্টৰ আলয় ॥ ৫৫১০
কোটি সংখ্যা গিলিয়া ছাপিয়া ধৰে দান্ত।
উশাস নপাই কাণে নাকে বাহিৰান্ত ॥
পৰ্ব্বত সদৃশ বানৰ যত পাৱে।
মুখত ক্ষেপিয়া তাক গোটেহি চোবাৱে ॥ '১১
মাংসে যে শোণিতে পঙ্কাকুল ৰণস্থলী।
কুম্ভকৰণক যম সদৃশ আকলি ॥
অগনি দহন্ত যেন শুকান বনক।
একেশ্বৰে খেদি মাৰে সবে বানৰক ॥ ৫৫১২
ব্যূহ ভঙ্গে পলাই দেখি সবে কপিগণ।
দশোদিশে লৈল কতো ৰামত শৰণ ॥

ভালুক বানৰে দেখি পলাইলা সমস্ত।
নাইস বুলি সুগ্ৰীৱে ভেণ্টিলা আসি পথ ॥ '১৩
মেৰু মন্দৰৰ সম সুন্দৰ শৰীৰ।
সম্মুখি বুলিল তাক কপি মহাবীৰ ॥
মোক নিচিনস ওৰে দুৰ্জ্জন ৰাক্ষস।
মুনিষ বোলায়া কেনে পিম্পৰা মাৰস ॥ ৫৫১৪
বিপোহো আছয় বাঢ়ি মোক দেহ ৰণ।
মাৰিয়া পেলাওঁ যাস যমৰ কৰণ ॥
আতে তোৰ গৰ্ব্ব বৰ শৰীৰ ডাঙৰ।
বজ্ৰে তাড়ি পেলাৱয় পৰ্ব্বত শিখৰ ॥ ৫৫১৫
বিস্তৰ খাইবাক পাৰে আতে মহমহ।
শাল বৃক্ষ মাৰো মোৰ প্ৰহাৰক সহ ॥
মাথাত হানিয়া ভাঙ্গিবোহো শিৰ খুলি।
তেৱেসে পলাইবে হৃদয়ৰ গুলগুলি ॥ ৫৫১৬
কুম্ভকৰ্ণে বোলে জানো তুমিসে বিশিষ্ট।
সূৰ্য্যৰ তনয় তুমি বালিৰ কনিষ্ঠ ॥
তোমাকেসে খেদোহো আনত নাহি কাজ।
ছন্ন কৰিলাহা মোৰ লঙ্কা হেন ৰাজ ॥ ৫৫১৭
তুমি আসি ভৈলাহা লঙ্কাৰ ধূমকেতু।
মানুষে কি সাগৰে বান্ধিবে পাৰে সেতু ॥
শূলে হানি মাৰোহো ৰাক্ষসে তোক খাওক।
নৃপতি পৰিল বুলি বানৰ পলাওক ॥ ৫৫১৮
ঠণগণ দুইগোটা মানুষ মাৰো পাচে।
আগে তো প্ৰহাৰ তই কৰি এৰ গাছে ॥
বচন তৰ্জ্জন এৰি পৰুষাউ ৰণ।
তেৱেসে জানিয় যেন বীৰৰ লক্ষণ ॥ ৫৫১৯
ক্ৰোধিয়া সুগ্ৰীৱ বীৰে কৰন্ত আস্ফাল।
শীঘ্ৰ বেগে ফুৰাইয়া হানিল তৰু শাল ॥
হৃদয়ত পৰিয়া শৰদ ভৈলা ঠাট।
অবধ্য শিলাত যেন পৰিল নিৰ্ঘাত ॥ ৫৫২০
কুম্ভকৰণত পৰি বৃক্ষ যে ভাগিল।
বানৰ ৰাজাৰ বৰ থৰ্পোসি লাগিল ॥
ৰাক্ষসৰ বলে দেখি হৰিষিত ভৈলা।
কুম্ভকৰণৰ বৰ ক্ৰোধ জ্বলি গৈলা ॥ ৫৫২১

সহস্ৰেক ভাৰে লোহা গঢ়িলেক শূল।
কুম্ভকৰ্ণ বীৰৰ সেহিসে অস্ত্ৰ মূল ॥
দুই হাতে তুলি তাক হানিলেক বলে।
মনপৱনৰ বেগে শীঘ্ৰে আতি চলে ॥ ৫৫২২
শূল আইসে দেখিয়া সুগ্ৰীৱ মহাবীৰ।
আকাশক ডেৰ দিলা দুৰ্জয় শৰীৰ ॥
আলাগতে ধৰিয়া আণ্ঠুত আৰোপিল।
মাজভাগে শূলপাট ঠনাৰে ভাঙ্গিল ॥ ৫৫২৩
শূল ভাগি আটোপ কৰন্ত কপিৰাজ।
ক্ৰোধিলা ৰাক্ষক দেখি সংগ্ৰামৰ মাজ ॥
দুই হাতে থূলন্তৰ পৰ্ব্বতক তুলি।
সুগ্ৰীৱক লাগি হানিলেক হুহ বুলি ॥ ৫৫২৪
মহাবীৰ ৰাক্ষস হানিলা মহাবলে।
নিৰ্ঘাতৰ সদৃশ পৰ্ব্বতগোট চলে ॥
হৃদয়ত পৰিয়া কম্পয় মহাবীৰ।
মেৰুৰ সদৃশ ঢলি পৰিল শৰীৰ ॥ ৫৫২৫
কুম্ভকৰ্ণে ঢালিলন্ত সুগ্ৰীৱ কেঙ্কান্ত।
ক্ষণেকে চেতন পাইলা মুখে নাহি মাত ॥
নৃপতি পৰিলা দেখি বানৰ পলান্ত।
কতো সেতুবন্ধে যাই কতো সাগৰন্ত ॥ ৫৫২৬
কুম্ভকৰ্ণে কৌতুহলে সুগ্ৰীৱক তুলি।
হৰিষে চলিলা লঙ্কা নগৰীক বুলি ॥
সচ্চল পৰ্ব্বত যেন শৃঙ্গে সমে যায়।
মনত গুণিলা আৱে গুচিলা অপায় ॥ ৫৫২৭
নৃপতিক মাৰিলো আনক নাহি ডৰ।
আমাসাৰ ভক্ষ্য পশু ভালুক বানৰ ॥
দুইগোটা তপস্বী যিবা ৰাম লখমণ।
মাৰিয়া পঠাইবো পাচে যমৰ কৰণ ॥ ৫৫২৮
লঙ্কাত মঙ্গল পাচে উৰুলিৰ জোক।
পুষ্প বৰিষয় সবে ৰাক্ষসিনী লোক ॥
গৃহৰ উপৰে কতো প্ৰাঞ্চিত চড়ন্ত।
কুম্ভকৰণক লোকে প্ৰশংসা কৰন্ত ॥ ৫৫২৯

দেৱগণে আকাশত বিস্ময় মিলিল।
কুম্ভকর্ণে সুগ্রীৱক লঙ্কা লাগি নিল ॥
কিনো আচলেক গোট ত্রৈলোক্য মুনিষ।
ৰামেনো ইহাক ৰণে কৰিবেক কিস ॥ ৫৫৩০
হনুমন্তে বুলিলেক চেতনক পায়া।
কুম্ভকর্ণে লঙ্কা যাই সুগ্রীৱক লৈয়া ॥
মুঠি একে তাহাৰ ভাঙ্গিবো শিৰখুলি।
ৰাজাক আনিবো ৰাম সহিতক বুলি ॥ ৫৫৩১
যেৱে হেন আজি মই কৰিবোহো সাস।
ৰাজাৰ বৈলখে তিনি লোকত অযশ ॥
মোক কোপ কৰিবন্ত বীৰ বলীয়াৰ।
আপুনি কৰিব আপোনাৰ প্রতিকাৰ ॥ ৫৫৩২
যেৱে নপাৰন্ত মই আনিবোহো পাচে।
লঙ্কাত মোহোৰ অবিদিত কৈত আছে ॥
সৈন্যগণ পলাই দেখো তাকে কৰো থিৰ।
এহি বুলি গৈলা হনুমন্ত মহাবীৰ ॥ ৫৫৩৩
আশ্বাস বুলিয়া সবে সৈন্যক চপাই।
চুপকৰে ৰহিলা লঙ্কাৰ দিশ চাই ॥
বিপোহো বাঢ়ন্ত জ্যোতি বলগুণ চাৰি।
ৰাজাক আনিবো আজি ৰাক্ষসক মাৰি ॥ ৫৫৩৪
আশীর্ব্বাদ পুষ্প সতী সবে দেই হাতে।
সমস্তে পৰন্তে গৈয়া সুগ্রীৱৰ মাথে ॥
উচ্ছ্রিত নিমিত্তে কুম্ভকর্ণে নপৰিল।
সতীসকলৰ সিটো বাক্য নলৰিল ॥ ৫৫৩৫
কতোক্ষণে শৰীৰত আসি ভৈলা জীউ।
মনত গুণন্ত কপিৰাজ যে সুগ্রীৱ ॥
মোহোক লঙ্কাক আনিলেক নিশাচৰে।
ইহাক মুনিষ নাহি ত্রৈলোক্য ভিতৰে ॥ ৫৫৩৬
নমো ৰামচন্দ্র আদিদেৱ মহেশ্বৰ।
যাহাৰ অধীন চৰাচৰ নিৰন্তৰ ॥
নিত্য শুদ্ধ বুদ্ধ যিটো জগত কাৰণ।
ব্রহ্মা আদি দেৱে সেৱে যাহাৰ চৰণ ॥ ৫৫৩৭
হেনয় ঈশ্বৰ ৰামচন্দ্র অৱতৰি।
সাধিলা দেৱৰ কার্য্য অসুৰ সংহৰি ॥
মোৰ গতি নাই বিনে তোমাৰ চৰণ।
বোলা ৰাম ৰাম যত সভাসদগণ ॥ ৫৫৩৮

---

### কুম্ভকর্ণৰ সৈতে শ্রীৰাম-লক্ষ্মণৰ যুদ্ধ আৰু কুম্ভকর্ণৰ পতন

পদ

আস্ফোট কৰিয়া কুম্ভকৰণৰ
হিয়াত মাৰিলা গোৰে।
বোবকাৰ কৰি দশন ফুৰায়া
ছিণ্ডিলা নাক কামোৰে ॥
দুইখান কাণ উপাৰি লৈলন্ত
দুইহাতে নখ আৰোপি।
শীঘ্র বেগ ধৰি আপোন থানক
চলি গৈলা বীৰ কপি ॥ ৫৫৩৯
দেৱগণে সাধু প্রশংসা কৰন্ত
বানৰে কৰন্ত স্তুতি।
শুনিয়া হৰিষ বদন মিলিলা
প্রভাতৰ সূর্য্য জ্যোতি ॥
হাতৰ মুখৰ নাক কাণ লৈয়া
সবাৰে আগত থৈলা।
শ্রীৰাম লক্ষ্মণ বানৰ ভালুকে
হাসি উথলিয়া গৈলা ॥ ৫৫৪০
কুম্ভকৰণৰ নাকৰ কাণৰ
পীড়ায়ে চড়িলা বিষ।
পালটি আপুন সৈন্যত পশিলা
কোপ কৰি আসবিশ ॥
আপুন নাকৰ শোণিতৰ গন্ধে
বৰ মাতোৱাল ভৈলা।
ৰাক্ষস বানৰ ভালুক সৈন্যক
চাপি গিলিবাক লৈলা ॥ ৫৫৪১
কোটি অসংখ্যাত ভালুক বানৰ
যত আক্টোৱালি পাৰে।

পাতাল সদৃশ মুখত ভৰায়া
পাগুলি দিয়া চোবাৱে ॥
নাকৰ কাণৰ দুৱাৰে বজাই
তাৰো নাহি আদি অন্ত ।
প্ৰলয় কালত সকলে জগত
যমে যেন সংহাৰন্ত ॥ ৫৫৪২
আপুন নাকৰ শোণিতৰ গন্ধে
পীড়িলা সব শৰীৰ ।
আপুন পৰক একোৱে নচাৱে
কুম্ভকৰ্ণ মহাবীৰ ॥
পৰ্ব্বত যেহেন চাপিয়া পিষয়
সকল বানৰগণ ।
ত্ৰাসে যে তৰল বানৰসকল
ৰামত লৈলা শৰণ ॥ ৫৫৪৩
ৰাম লক্ষ্মণেয়ো সকল সৈন্যক
আশ্বাস বচন বুলি ।
দোভায়ো গাৱত সন্নাহা চড়ায়া
ধনু লৈলা কৰে তুলি ॥
অক্ষয় তূণক শৰে পূৰি লৈলা
ধনুৰ গুণক মাজি ।
দুয়ো ভাই মিলি ৰণক চলিলা
সব চপকৰে সাজি ॥ ৫৫৪৪
ভালুক বানৰ বৰ বৰ বীৰে
দোভাইক বেঢ়িয়া যান্ত ।
মেৰুৰ সদৃশ গহন বীৰক
দুয়ো ভাই দেখিলন্ত ॥
মহামত্ত হুইয়া সৈন্যক ভুঞ্জয়
আপুন পৰ নবাছে ।
সব ৰণভূমি একলে পশিয়া
কন্দল কৰন্তে আছে ॥ ৫৫৪৫
ৰাঘৱে বোলন্ত অৰে কুম্ভকৰ্ণ
মোহোৰ বাক্য আকল ।
ক্ষুদ্ৰ যে পতঙ্গ- বলক মাৰিয়া
পাইবি তই কোন ফল ॥

হেৰা দেখা মোক মাথা তুলি চাহা
আছো ধনুৰ্গুণ মাজি ।
সমৰ মাজত তোহোক মাৰিয়া
যমক পঠাইবো আজি ॥ ৫৫৪৬
তোৰ মৃত্যু মই মিলিলোহো আজি
শুনৰে ৰাক্ষস পাপ ।
ভালুক বানৰ সৈন্যক নমাৰ
মোহোৰ সমীপ চাপ ॥
শৰীৰত যত বিপোহো আছয়
আমাত সবে দৰশ ।
মই পুনু তোৰ কালান্ত অগনি
কৰন্ত পতঙ্গ জাস ॥ ৫৫৪৭
মেঘৰ গম্ভীৰে হাসিয়া বোলয়
ভাল ৰাম তই টালি ।
মই সিটো খৰ দূষণ নুহিকে
ত্ৰিশিৰা কবন্ধ বালি ॥
বিৰাধ মাৰীচ ৰাক্ষস মাৰিয়া
বাঢ়িলা তেজ তোমাৰ ।
কুম্ভকৰ্ণ বীৰ আমাক জানাহা
ত্ৰৈলোক্যত চমৎকাৰ ॥ ৫৫৪৮
সূৰ্য্যৰ বংশৰ তিলক ৰাঘৱ
বানৰ কুলৰ নাহা ।
মোহোৰ হাতত ঘোৰ মুদগৰ
তুমি মাথা তুলি চাহা ॥
এহি অস্ত্ৰে মই পুৰণি কালত
দেৱক জিনিলো ৰণে ।
অসুৰ দৈত্যক আশেষ মাৰিয়া
পঠাইলো যমকৰণে ॥ ৫৫৪৯
মোহোৰ হাতত পৰিলা আসিয়া
তোমাৰ মিলিলা কাল ।
মুদগৰ হানি দুয়ো ভাইক মাৰি
কৰো কপি বুন্দামাৰ ॥
মোৰ নাক কাণ নাহিকয় দেখি
হৰিষক বৰ পাইল ।

ইহাত মোহোৰ পীড়া নাহিকয়
পিস্পৰায়ে যেন খাইল ॥ ৫৫৫০
তোমাৰ শৰক আগে হানি এৰা
যতেক তূণত আছে।
মোৰ মুদগৰ প্ৰহাৰে মৰিলে
তুমি কি কৰিবা পাচে ॥
মই নিদ্ৰা গৈয়া আছিলো জানিয়া
তোমাৰ নাছিল শঙ্কা।
বন্ধু বান্ধৱক সবাকে মাৰিয়া
ছন্ন কৰিলাহা লঙ্কা ॥ ৫৫৫১
গৰ্ব্ব বচনক শুনিয়া দাৰুণ
জ্বলিলা কোপ ৰামৰ।
কুম্ভকৰণৰ শৰীৰে তাড়িল
অনেক সহস্ৰ শৰ ॥
পৰ্ব্বতক যেন ফৰ্ব্বট হানিল
কটাক্ষ নাহিকে তাৰ।
বিস্ময় স্বৰূপে ৰাঘৱে গুণন্ত
কিনো হিয়া বজ্ৰসাৰ ॥ ৫৫৫২
যিটো শৰে সাত তালক ভেদিলো
পৰ্ব্বত ভেদি পাতাল।
ফিৰি আসি পুনু তূণত পশিল
সাক্ষাততে যমকাল ॥
দূষণ খৰৰ ত্ৰিশিৰা কৱন্ধ
বালিৰ লৈলো পৰাণ।
কুম্ভকৰণৰ শৰীৰে বিফল
ভৈ গৈলা সিসব বাণ ॥ ৫৫৫৩

---

পদ

মুদগৰ ফুৰাৱে গুৱালে যেন ডাঙ্গ।
ৰাঘৱৰ শৰে তাৰ নুছুইলেক অঙ্গ ॥
কতো শৰীৰত পৰি গোটে যাই তল।
কুম্ভকৰ্ণ বীৰৰ বিপোহো বাঢ়ে বল ॥ ৫৫৫৪
মুদগৰ তুলি কুম্ভকৰ্ণ খেদি যায়।
ৰামৰ পাশক লাগি বানৰ পলায় ॥
দেখি চমৎকাৰ ভৈলা ৰাম লক্ষ্মণৰ।
ত্ৰৈলোক্য গ্ৰাসিতে পাৰে ঘোৰ নিশাচৰ ॥ '৫৫
দিব্য শৰ দুয়ো ভাই তাড়িলা বিস্তৰ।
হিয়াত ফুটিলা বাণ কুম্ভকৰণৰ ॥
ক্ৰোধিয়া ৰাক্ষসে শ্ৰীৰামক ধাইয়া যায়।
নাকে কাণে মুখে তাৰ অগনি বজায় ॥ ৫৫৫৬
পৰ্ব্বত আকাৰ মাথা গগন বিয়াপি।
ৰাক্ষস বানৰ বল পিসি নেই ছাপি ॥
সৈন্যৰ উপৰে দুই হাত আছাৰয়।
আপুন পৰক শত সংখ্যাত মাৰয় ॥ ৫৫৫৭
লক্ষ্মণে বোলন্ত শুনা মোহোৰ বচন।
ৰুধিৰে প্ৰমত্ত ইটো নপাৱে চেতন ॥
বৰ বৰ বীৰে আৰ শৰীৰে চড়াহা।
দঙ্গা দঙ্গি কৰি আক ভূমিত পাৰাহা ॥ ৫৫৫৮
চেতন লভিলে আক কমনে যুজোক।
পালটাইবে পাৰে ইটো সকলে ত্ৰৈলোক্য ॥
মতৱাল হুয়া আছে শোণিতৰ গন্ধে।
হেলা নকৰিয়া আক যুজিয়ো প্ৰৱন্ধে ॥ ৫৫৫৯
লক্ষ্মণৰ বচনে হাস্ফুলি সব সাজ।
শৰীৰত চড়িলা সৰভ গয় গজ ॥
বীৰ গন্ধমাৰ্দ্দন গৱাক্ষ জাম্বৱন্ত।
নল নীল অঙ্গদ বানৰ অপৰ্য্যন্ত ॥ ৫৫৬০
সহস্ৰ সংখ্যাত কপিগণে ধৰি হেলি।
লাথি ভুকু মাৰিয়া আৱৰ পশে পেলি ॥
আঞ্চোৰে কামোৰে কতো কিল ভুকু মাৰে।
চুলাড়ি কৰিয়া কতো কেশক উভাৰে ॥ ৫৫৬১
শৰীৰ কম্পায়া বীৰে আটাসেক দিলা।
সকল বানৰবল উফৰি পৰিলা ॥
চেতন হৰিলা কতো পৰি মূৰ্চ্ছা গৈলা।
শত সংখ্যা বানৰৰ প্ৰাণ ছাৰি গৈলা ॥ ৫৫৬২
হানিলন্ত লক্ষ্মণে আশেষ শৰজাক।
দিব্য অস্ত্ৰসব হানি পীড়িলন্ত তাক ॥
একগোট শৰ বীৰে মনে গুণি পাইল।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইল ॥ ৫৫৬৩

হিয়াত পৰিয়া পিঠিপাচে বাজ ভৈলা।
শৰৰ প্ৰহাৰে কুম্ভকৰ্ণ কম্পি গৈলা॥
আৰো অসংখ্যাত বীৰে হানিলন্ত শৰ।
জৰ্জ্জৰিত কৃতে বিন্ধিলন্ত কলেৱৰ॥ ৫৫৬৪
আকাশত দেৱে চাহি আছে এক চিতি।
লক্ষ্মণৰ শৰে তাক ছাইলা চতুৰ্ভিতি॥
কুম্ভকৰ্ণ কুপিলা শৰৰ মহা ঘায়।
মুদগৰ ফুৰাইয়া ৰামৰ পাশে যায়॥ ৫৫৬৫
শ্ৰীৰামে বোলন্ত কিনো মুনিষ আছয়।
লক্ষ্মণৰ শৰক কটাক্ষ নকৰয়॥
বানৰবলক সবে উপাৰি পেলাৱে।
যমে যেন খেদি আসে মোক লাগি ধাৱে॥৫৫৬৬
বায়ব্য অস্ত্ৰক ৰামে গুণত চড়াইল।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইল॥
মহাবেগে অস্ত্ৰ গৈয়া তাৰ লাগ পাইল।
মুদগৰ সমে হাত কাটিয়া পেলাইল॥ ৫৫৬৭
পৰ্ব্বত শিখৰ যেন বাহু যে পৰিল।
বানৰ ভালুক বল আশেষ মৰিল॥
আশেষ বলৰ ডৰে মুখে মাত নাই।
দুই বীৰ যুজন্ত সমস্তে আছে চাই॥ ৫৫৬৮
বাহু ছেদ ভৈলা বীৰ চাহে আগ পাচ।
বাম হাতে উপাৰি লৈলন্ত শাল গাছ॥
বৃক্ষ থিয় কৰিয়া ৰামক ধাইয়া যায়।
ৰাক্ষস বানৰ পৰে শৰীৰৰ বাই॥ ৫৫৬৯
ইন্দ্ৰ অস্ত্ৰ হানি ৰামে বুদ্ধি নবাটিল।
বৃক্ষ সমে তাৰ সিটো হাতক কাটিল॥
নিৰ্ঘাত পৰিল যেন বিদুৰ বিয়াপি।
ৰাক্ষস বানৰবল দলিলেক চাপি॥ ৫৫৭০
কুম্ভকৰ্ণ কুপিলা উচ্ছ্ৰিত বৰ কায়।
আতি মহাবেগে শ্ৰীৰামক ধাইয়া যায়॥
দুই অৰ্দ্ধচন্দ্ৰ ৰামে গুণত চড়াইলা।
দুইখান পাৱ তাৰ কাটিয়া পেলাইলা॥ ৫৫৭১
চন্দ্ৰক গ্ৰাসিতে যেন ৰাহু মুখ বায়া।
চৌৰাঙ্গি শৰীৰে ৰাঘৱক যায় ধায়া॥
মুখগোট দেখি যেন পাতাল বিবৰ।
সব পৃথ্বী কাম্পয় নসহে পয়োভৰ॥ ৫৫৭২
চমৎকাৰে হাতে ৰামে ধনুক ধৰিল।
অসংখ্যাত শৰে তাৰ মুখক ভৰিল॥
কুম্ভকৰ্ণ নিশাচৰ হতাশন ভৈলা।
নিৰুৎসাহী হুয়া গলগলাইবাক লৈলা॥ ৫৫৭৩
মোহোক লভিলা যেৱে ঘোৰ নিশাচৰ।
যমদণ্ড সম ৰামে ধৰিলন্ত শৰ॥
ইন্দ্ৰে দিয়া শৰ অস্ত্ৰ হানিলন্ত বলে।
মন পৱনৰ বেগে সত্বৰে নিকলে॥ ৫৫৭৪
হিয়াত ভেদিলা বাণ কুম্ভকৰণৰ।
পৃথিৱীক ভেদি গৈলা পাতাল ভিতৰ॥
বজ্ৰ হানি ইন্দ্ৰে যেন গিৰি ফুলিলান্ত।
ঠাটকাৰ শৱদে পূৰিলা গগনান্ত॥ ৫৫৭৫
ৰামে আৰো বাণক মনত গুণি পাইল।
দিব্য অস্ত্ৰ আৰোপিয়া গুণত চড়াইল॥
বিধূম অগনি যেন আদিত্য প্ৰচণ্ড।
জাজ্জ্বল্য সমান দেখি যেন যমদণ্ড॥ ৫৫৭৬
আকৰ্ণ পূৰিয়া হানিলন্ত মহাবলী।
সূৰ্য্যৰ কিৰণ নিবাৰিয়া যায় চলি॥
বাসৱৰ বজ্ৰে যেন বৃত্ৰ অসুৰৰ।
শিৰচ্ছেদ কৰিলন্ত কুম্ভকৰণৰ॥ ৫৫৭৭
মাথাগোট পৰিয়া লঙ্কাৰ বহুদূৰ।
গৃহ মঠ মণ্ডপ কৰিলা মসিমূৰ॥
চূৰ্ণীকৃত কৰিলা প্ৰাঞ্চিৰ উপবন।
স্ত্ৰী বাল্য বৃদ্ধক আশেষ কৈলা চূৰ্ণ॥ ৫৫৭৮
মেৰুৰ সদৃশ পৰি গৈলা কলেৱৰ।
চূৰ্ণীকৃত ভৈলা পৰি দুই লক্ষ বানৰ॥
লঙ্কাত যে আশেষ তোৰণ খসি গৈলা।
নিৰন্তৰ নৰে বৰ বিমূৰ্চ্ছিত ভৈলা॥ ৫৫৭৯
হত শেষ বলে বৰ হতাশ নহৈয়া।
আথে বেথে ৰাজাত যে জনাইলেক গৈয়া॥
কুম্ভকৰ্ণ বধ শুনি ৰামৰ শৰত।
মূৰ্চ্ছিত ৰাৱণ শৰীৰত নাহি তত॥ ৫৫৮০

আসনৰ খসিয়া পৰিলা তেতিক্ষণে।
চেতনক হৰিলেক ত্ৰৈলোক্য ৰাৱণে ॥
বাপৰ মৰণ দেখি আসনৰ হন্তে।
চাৰি ভাই মিলি গৈলা কান্দন্তে কান্দন্তে ॥ '৮১
দেৱান্তক নৰান্ত ত্ৰিশিৰা আতিকায়।
হাকলে বিকলে কান্দে পোৰে সৰ্ব্বকায় ॥
হৰি হৰি খুড়াই তোমাৰ ভৈলা কাল।
মানুষৰ শৰঘাৱ হেনসে বিষাল ॥ ৫৫৮২
মহাপাঞ্চ মহোদৰ আদি বীৰবৰ।
কুটুম্ব স্বজনে বেঢ়ি কান্দিলা বিস্তৰ ॥
লঙ্কা নগৰীত যত ৰাক্ষসৰ কুল।
অন্তেষপুৰত ভৈলা শৱদ তুমুল ॥ ৫৫৮৩
কতো বেলি লঙ্কানাথে চুৰুতিক পাই।
মাথে ভুকু দিয়া কান্দে হা প্ৰাণ ভাই ॥
তোৰ বাহুবলক কৰিলো মই আশ।
চুৰুতি নধাৰে আৰে ভৈলো নিৰুৎসাহ ॥ ৫৫৮৪
কৈক গৈলি মোক এৰি ভয়াই কনিষ্ঠ।
একো একো কৰ্ম্ম কৰিলিহি অসদৃশ ॥
উপজিয়া অনেক সহস্ৰ ঋষি খাইলি।
আমাৰ বংশৰ বৰ কীৰ্ত্তিক অনাইলি ॥ ৫৫৮৫
সকল দেৱক তই অকলে ভঙ্গাইলি।
নাগলোক জিনিয়া যশক বৰ পাইলি ॥
বজ্ৰৰ প্ৰহাৰ কটকটো নকৰিলি।
মানুষৰ শৰঘাৱে পৰাণে মৰিলি ॥ ৫৫৮৬
কহি গৈলি বাপ মোৰ বিভীষণ ভাই।
তোৰ বোল নুশুনিলো আপদক পাই ॥
মাল্যৱন্ত মাৰীচেয়ো বুলিলন্ত হিত।
দুৰ্গতি কালত তাক দেখিলোহো তিত ॥ ৫৫৮৭
ঝাণ্টে ৰথ সাজ আজি জীবাক নচাওঁ।
শ্ৰীৰামক মাৰিয়া ভয়াইৰ মান পাওঁ ॥
নুহি সমৰত পৰি ৰামৰ শৰতে।
যমপুৰে চলো কুম্ভকৰ্ণৰ লগতে ॥ ৫৫৮৮
দেৱান্তক প্ৰমুখ্যে মিলিয়া চাৰি ভাই।
হাতযোৰে বুলিলেক আদেশ বোপাই ॥
তোমাৰ বৈৰক আজি নিদলি পেলাওঁ।
আদেশ কৰিয়ো হেৰা যুজিবাক যাওঁ ॥ ৫৫৮৯
ত্ৰিশিৰা বোলয় শুনা বাপ দশানন।
সন্তাপ এৰিয়ো মাৰো শ্ৰীৰাম লক্ষ্মণ ॥
মোক জোৰ নভৈলেক দেৱৰ ভুৱনে।
শ্ৰীৰামক মাৰিবো হৰিষ কৰা মনে ॥ ৫৫৯০
ত্ৰিশিৰাৰ বচনে হৰিষ ৰাৱণৰ।
বাহুৰিয়া আইলা যেন যমকৰণৰ ॥
সম্মুখি বোলয় কুলপ্ৰদীপ সাৰ্থক।
সুপুত্ৰৰ প্ৰয়োজন ৰাখিবি বাপক ॥ ৫৫৯১

### অতিকায়াদি ৰাক্ষসৰ যুদ্ধ আৰু পতন

চাৰিগোট কুমাৰক মণ্ডি অলঙ্কাৰ।
সুগন্ধ চন্দন ভুষি পুষ্পে জাতিষ্কাৰ ॥
কেহো গজে কেহো ঘোড়ে কেহো যায় ৰথে।
মহাপঞ্চ মহোদৰ চলয় লগতে ॥ ৫৫৯২
চাৰিগোটা কুমাৰ ৰাজাৰ দুই ভাই।
ছয়ো মহাবীৰ লৰি ভৈলা আজ্ঞা পাই ॥
ৰাজাৰ চৰণ ধূলি শিৰত চড়াইল।
চতুৰঙ্গ দলে সবে ৰণভূমি পাইল ॥ ৫৫৯৩
ৰাক্ষসৰ বল যেৱে সমৰক গৈলা।
ৰাঘৱৰ বলে দেখি সব সাজ ভৈলা ॥
জিঙ্কোৰিলা কপিবল ধৰণ নযায়।
বেঢ়িয়া বৰিষে বৃক্ষ শিখৰৰ ঘাই ॥ ৫৫৯৪
বৃক্ষসে সন্ধানে কতো গিৰিৰ শিখৰে।
ৰাক্ষস মাৰয় কতো খাণ্ডাৰ প্ৰহাৰে ॥
ৰাক্ষসৰ বানৰৰ ৰণ ধূমাজয়।
শিলাৰ প্ৰহাৰে হৰে ৰাক্ষসৰ ক্ষয় ॥ ৫৫৯৫
ৰাক্ষসবলৰ যেৱে অস্ত্ৰ গৈলা ক্ষয়।
বানৰক তুলি তুলি বানৰ মাৰয় ॥
ভালুকক মাৰে তুলি ভালুকৰ গায়।
ৰুধিৰ পিয়াৱে কেহো মাংস চোবাই খায় ॥ '৯৬
হানিয়া আণ্টাইলা বৃক্ষ গিৰিৰ শিখৰ।
অস্ত্ৰ বিৰহিত ভৈলা ভালুক বানৰ ॥

ফৰবট যেন ৰাক্ষসক তুলি তুলি।
হানিয়া পঠাৱে গিৰি শিখৰক বুলি ॥ ৫৫৯৭
ক্ষণেকে বানৰবলে ৰাক্ষস ভঙ্গাইলা।
কুমাৰত গৈয়া সবে শৰণ যে লৈলা ॥
নৰান্তকে দেখিলন্ত নিজ সৈন্য ভঙ্গ।
কপিবল দেখি তাৰ মনে বৰ খঙ্গ ॥ ৫৫৯৮
মহাবীৰ নৰান্তক ৰাজাৰ কুমাৰ।
ঘোড়াত চড়িয়া গৈলা সৈন্যৰ ভিতৰ ॥
প্ৰাসক উচ্চায়া বানৰক মাৰে বাৰি।
খড়গৰ ঘাৱে কতো প্ৰাণ যাই ছাৰি ॥ ৫৫৯৯
যত যত বীৰে বৃক্ষ হানিবাক যায়।
সবাহাঙ্কে ঢালয় হানিয়া প্ৰাস ঘায় ॥
কুম্ভকৰণৰ হাতে যতেক এৰাইল।
নৰান্তক ৰণে পুনু প্ৰাণক সুজাইল ॥ ৫৬০০
সুগ্ৰীৱ দেখন্ত নৰান্তক যেন যম।
প্ৰজা সংহৰিতে আছে কালান্তক সম ॥
আপুন সৈন্যৰ যেৱে দেখিলা কদন।
অঙ্গদক সম্বুধিয়া বুলিলা বচন ॥ ৫৬০১
শুনহ অঙ্গদ বাপু বীৰ বলায়াৰ।
সত্বৰ কৰিয়া ৰাজ কুমাৰক মাৰ ॥
ইটো বীৰ জীৱন্তে বানৰ হুইবে উলি।
ৰাৱণক পুত্ৰশোকে মাৰি এৰ পুলি ॥ ৫৬০২
অঙ্গদে শুনিলা যেৱে ৰাজাৰ আদেশ।
হাম্ফোল কৰিয়া সমৰত পৰবেশ ॥
আন অস্ত্ৰ কিছো নাহি নখ আৰ দান্ত।
নৰান্তক বীৰক অঙ্গদে বুলিলন্ত ॥ ৫৬০৩
ওৰে নৰান্তক মোক যম হেন জান।
বজ্ৰৰ সদৃশ হৃদয়ত প্ৰাস হান ॥
ক্ষুদ্ৰ যে পতঙ্গ সম বানৰ নমাৰ।
পাচে তই সহ মোৰ মুঠিৰ প্ৰহাৰ ॥ ৫৬০৪
ক্ৰোধে নৰান্তক বাৰে চোবাৱন্ত দান্ত।
হাওৰে বানৰা আজি তোক কৰো অন্ত ॥
কাক আসি কি বোলহ নাহিকে উদ্দেশ।
এহি প্ৰাস ঘাৱে তোৰ প্ৰাণ কৰো শেষ ॥ ৫৬০৫
ফুৰাইয়া হানিলা প্ৰাস অঙ্গদক লাগি।
হৃদয়ত পৰি সিটো প্ৰাস গৈলা ভাগি ॥
পৰ্ব্বতত পৰি যেন দলি ভৈলা চুৰ।
অগনি কাণকা উঠি গৈলা বহুদূৰ ॥ ৫৬০৬
নৰান্তক বীৰৰ ধৰল আতি ঘোড়।
উচ্চৈশ্ৰৱা সদৃশ পৱন সম জোৰ ॥
অঙ্গদে হানিলা মুষ্টি কপালক লাগি।
তুৰঙ্গৰ ঢেল নিকলিলা মাথা ভাগি ॥ ৫৬০৭
বাহন পৰিলা নৰান্তক যে অতুষ্টি।
অঙ্গদৰ কপালত হানিলন্ত মুষ্টি ॥
বোম্বালে ৰুধিৰ নিকলিয়া যাই ধাৰে।
বালীপুত্ৰ কাম্পি গৈলা মুষ্টিৰ প্ৰহাৰে ॥ ৫৬০৮
ক্ষণেকে অঙ্গদ সুস্থ কৰিলা শৰীৰ।
বজ্ৰ-সম মুষ্টি ধৰিলন্ত মহাবীৰ ॥
বক্ষস্থলে টানি বৰ দিলন্ত প্ৰহাৰ।
হৃদি চুৰ্ণ হুয়া প্ৰাণ ছাৰি গৈলা তাৰ ॥ ৫৬০৯
ৰণত পৰিল নৰান্তক নিশাচৰ।
দশ গুণ তেজ বল ভৈলা অঙ্গদৰ ॥
দেখি দেৱান্তকে যে ত্ৰিশিৰা মহোদৰ।
অকল বীৰক ধাইলা তিনি বীৰবৰ ॥ ৫৬১০
ক্ৰোধত জ্বলিয়া গৈলা তিনি বীৰবৰ।
অস্ত্ৰজালে শৰীৰ বিন্ধিলা অঙ্গদৰ ॥
বালীপুত্ৰে সমৰত তিনিকো ধাইলন্ত।
লাথি ভুকু কাহাকো খেকট কৰি দান্ত ॥ ৫৬১১
ডাঙ্গৰ বৃক্ষক পাচে আজুৰি আনিল।
সামৰ বুলিয়া দেৱান্তকক হানিল ॥
সমীপ ছাপিলা তৰু যেন কালদণ্ড।
ত্ৰিশিৰাৰ শৰে তাক কৈলা খণ্ড খণ্ড ॥ ৫৬১২
বৃক্ষ শিলা অঙ্গদে আশেষ বৰিষিলা।
ত্ৰিশিৰায়ে শৰঘাৱে সবাকো কাটিলা ॥
দেৱান্তকে পৰিঘে তোমৰে মহোদৰে।
ত্ৰিশিৰায়ে অঙ্গদক পীড়িলেক শৰে ॥ ৫৬১৩
নকৰিলে কটাক্ষ অঙ্গদ মহাবলে।
মহোদৰ গজক তাড়িলা কুম্ভস্থলে ॥

দুই চক্ষু নিকলিলা মুষ্টিৰ প্ৰহাৰে।
দান্ত দুই আজুৰিয়া লৈলন্ত তাহাৰে ॥ ৫৬১৪
দিলা দেৱান্তকক হস্তীৰ দান্তে বাৰি।
মূৰ্চ্ছা গৈয়া পৰিলা চেতন গৈলা ছাৰি ॥
কুঞ্জৰ পৰিয়া গৈলা কুম্ভস্থল ভাগি।
দেৱান্তক ডেৱ দিলা পৃথিৱীক লাগি ॥ ৫৬১৫
সন্ধুক্ষণ ভৈলা কতোক্ষণে দেৱান্তক।
পৰিঘৰ কোবেক দিলেক অঙ্গদক ॥
বালীপুত্ৰ পৰিলন্ত পুত্ৰ ত্ৰিশিৰাই।
অঙ্গদক হানিলা অনেক শৰ ঘায় ॥ ৫৬১৬
শৰ বৰিষণে বৰিষয় মহোদৰ।
তিনিহন্তে জন্তাইলা পীড়িলা নিৰন্তৰ ॥
একে অঙ্গদক তিনি ৰাক্ষসে যুজন্ত।
দেখিয়া ধাইলন্ত নীল বীৰে হনুমন্ত ॥ ৫৬১৭
ত্ৰিশিৰাক নীল বীৰ হানিলা শিখৰে।
ৰাৱণৰ পুত্ৰে তাক কাটিলন্ত শৰে ॥
চূৰ্ণীকৃত কৰিলেক গিৰিৰ শিখৰ।
দেখিয়া হৰিষ দেৱান্তক নিশাচৰ ॥ ৫৬১৮
আপুন শকতি ধৰি পৰিব উচ্চায়া।
মাৰুতিক লাগি শীঘ্ৰেবেগে গৈলা ধায়া ॥
হনুমন্তে দেখন্ত আসয় আথে বেথে।
বজ্ৰ সম মুষ্টি মাৰিলন্ত তাৰ মাথে ॥ ৫৬১৯
চক্ষু দান্ত নিকলিলা মাথাগোট ভাগি।
দেৱান্তক গৈলা যমসদনক লাগি ॥
ৰাজাৰ কুমাৰ যেৱে পৰিলা সমৰে।
মহোদৰে নীলক বৰিষে আতি শৰে ॥ ৫৬২০
নিৰন্তৰে হানন্ত চড়িয়া গজস্কন্ধে।
নীলক সমৰ মাজে মাৰিতে প্ৰবন্ধে ॥
নীল সেনাপতিয়ে পৰ্ব্বতগোট তুলি।
মহোদৰ বীৰক হানিলা হুহ বুলি ॥ ৫৬২১
আকাশক লাগিয়া উচ্চায়া বহু দূৰ।
নিশাচৰে সাৰথিয়ে চাপি কৈলা চূৰ ॥
খুড়াত পৰিলা দেখি ত্ৰিশিৰা খঙ্গাইল।
মাৰুতিক শৰ হানি চতুৰ্দ্দিশে চাইল ॥ ৫৬২২

বায়ুসুত বাঢ়িলন্ত যেন হেমগিৰি।
ঘোড়াসব পেলাইলন্ত তাৰ নখে ছিৰি ॥
ত্ৰিশিৰা ভূমিত পৰি পাইল ৰথভঙ্গে।
ভয়ঙ্কৰ শকতি হানিল বৰ খঙ্গে ॥ ৫৬২৩
প্ৰলয় কালৰ অগ্নিকুণ্ডৰ সমান।
দেখি অন্তৰীক্ষে ডেৱ দিলা হনুমান ॥
শকতিক হনুমন্তে দুয়ো হাতে ধৰি।
আঠু দিয়া ভাঙ্গিলন্ত ঠনাকৃত কৰি ॥ ৫৬২৪
দেখিয়া বানৰবলে ৰিঙ্গ কোলাহল।
প্ৰচণ্ড বায়ুত যেন সাগৰ আস্ফাল ॥
ক্ৰোধে জ্বলি গৈলা বীৰ ত্ৰিশিৰাকুমাৰ।
হৃদয়ত প্ৰহাৰ দিলেক খড়গৰ ॥ ৫৬২৫
বায়ুসুতে আতি বৰ কৰিয়া লৰৰ।
হিয়াত হানিলা বজ্ৰ সমান ছাপৰ ॥
ত্ৰিশিৰা মূৰ্চ্ছিত ভৈলা চেতনক ছাৰি।
হনুমন্তে তাহাৰ খড়গ লৈলা কাঢ়ি ॥ ৫৬২৬
তেতিক্ষণে চেতন লভিয়া কোপে উঠি।
হৃদয়ত কপিৰ হানিলা বজ্ৰ মুঠি ॥
মুঠিৰ প্ৰহাৰে কপি বীৰ কম্পি গৈলা।
ফুৰণি দেখিয়া পুনঃ সন্ধুক্ষণ ভৈলা ॥ ৫৬২৭
বাম হাতে কেশে সমে কিৰীটি ধৰিলা।
জয়ঘণ্টা লাৰি আনি বাওঁ পাক কৰিলা ॥
সাগৰ গহন বায়ুসুত মহাবীৰ।
খড়গৰ ঘাৱে ছেদিলন্ত তিনি শিৰ ॥ ৫৬২৮
ৰাজাৰ কুমাৰ যেৱে ত্ৰিশিৰা পৰিলা।
ৰাঘৱৰ সেনায়ে কৌতুকে ৰিঙ্গ দিলা ॥
পৃথিৱী কম্পায়া যেৱে ত্ৰিশিৰা পৰিলা।
গদা ফুৰাৱন্তে মহাপাৰ্শ্ব নিকলিলা ॥ ৫৬২৯
বানৰৰ সেনাগণ মাৰয় অপাৰ।
ঋষভে ভেন্টিলা আসি পৰ্ব্বত আকাৰ ॥
বৰুণৰ পুত্ৰ বানৰৰ যূথপতি।
মহাপাৰ্শ্বে গুণে কিনো দাৰুণ শকতি ॥ ৫৬৩০
হৃদয়ত বৈসাইলেক গদাৰ প্ৰহাৰ।
বোম্বালে নিকলি গৈলা শোণিতৰ ধাৰ ॥

ঋষভেয়ো কতোক্ষণে সন্ধুক্ষণ হুইয়া।
তাহাৰ হাতত গদা বলে কাঢ়ি লৈয়া ॥ ৫৬৩১
মাথাত কোবেক তাৰ বৈসাইলেক টানে।
শিৰ ভাগি মহাপাৰ্শ্ব গৈলা যমথানে ॥
শুভ শুভ জয় জয় ভৈলা সবে লোকে।
দেখি অতিকায়ক পীড়িলা বৰ শোকে ॥ ৫৬৩২
মনত গুণয় পৰিলেক তিনি ভাই।
খুড়া দুই পৰিলেক বিপাকক পাই ॥
আজি ৰাম লক্ষ্মণক সকলে বানৰে।
একেশ্বৰে সবাকে পঠাইবো যমঘৰে ॥ ৫৬৩৩
মোৰ নামে ইন্দ্ৰেয়ো পলান্ত ৰণ ছাৰি।
কুবেৰক কালক খেদাইলো গদাবাৰি ॥
ৰথখান জ্বলয় সহস্ৰ ৰবি জ্যোতি।
মণ্ডিয়া আছয় মণি ৰত্ন গজমতি ॥ ৫৬৩৪
বহয় তাহাক দুই পাঞ্চশত ঘোড়।
মহাবেগে চলয় পৱন সম জোৰ ॥
পৰ্ব্বতৰ সমান মুনিষ অতিকায়।
অস্ত্ৰৰ প্ৰহাৰে সৈন্য ভঙ্গাৰন্তে যায় ॥ ৫৬৩৫
সবে সৈন্য ভঙ্গ ভৈলা ধৰণ নযায়।
ভালুক বানৰ উসমিসিয়া পলায় ॥
শ্ৰীৰামে বোলন্ত শুনা মিত্ৰ বিভীষণ।
ইটো কোন বীৰ দেখো ভঙ্গাইলেক ৰণ ॥ ৫৬৩৬
সৈন্যক মাৰয় যেন কালান্তক যম।
জানিলোহো ইহাক মুনিষ নাই সম ॥
বিভীষণে বোলয় এহিটো অতিকায়।
বীৰত্ব কাহিনী আৰ কহন নযায় ॥ ৫৬৩৭
বাসৱক ভঙ্গাইলেক সম্মুখৰ ৰণে।
লাহাৰি নসহে যম অগনি বৰুণে ॥
ব্ৰহ্মাক আৰাধি ইটো পায়া আছে বৰ।
দেৱাসুৰ নাগ যক্ষ লোকত অমৰ ॥ ৫৬৩৮
সবে বশ্য কৰিলেক এহি তিনিলোক।
অৱহিতে যুজিয়োক ৰাৱণৰ পোক ॥
এতহন্তে অতিকায় সম্বিত চাপিয়া।
ৰামক বুলিবে লৈলা গৰৱ কৰিয়া ॥ ৫৬৩৯

যিটো বীৰে মুনিষ বোলাৱে আপুনাক।
শকতি আছয় ৰণ দিয়োক আমাক ॥
হনুমন্ত প্ৰমুখ্যে বানৰকুল বধ।
সকলহি বানৰ আমাৰ নিজ ভক্ষ্য ॥ ৫৬৪০
ত্ৰৈলোক্য জিনিলো মুনিষত মোৰ কাজ।
ইতৰ জনত যুজিবাক লাগে লাজ ॥
তাৰ গৰ্ব্ব বচন শুনিয়া তেতিক্ষণে।
কাণ্ডে তূণ ভৰি ধনু ধৰিলা লক্ষ্মণে ॥ ৫৬৪১
আকৰ্ণ পূৰিয়া ধনু কৰিলা টঙ্কাৰ।
শব্দে পাইলেক গৈয়া স্বৰ্গৰ দুৱাৰ ॥
পৰিবৰ্ত্তি আইলা ধ্বনি স্বৰ্গপুৰ হন্তে।
প্ৰতিধ্বনি গৈলা গিৰি সাগৰ প্ৰৰ্য্যন্তে ॥ ৫৬৪২
পৃথিৱীৰ লোকৰ কাণত তাল দিল।
লঙ্কাত বিস্ময় বৰ নিৰ্ঘাত পৰিল ॥
অতিকায় বীৰৰ লাগিলা চমৎকাৰ।
মনত গুণয় কিনো বীৰ বলিয়াৰ ॥ ৫৬৪৩
লক্ষ্মণক বোলে তুমি বাহুৰিয়া যাহা।
নিদ্ৰাৰ যে সৰ্পক কিসক জগাৱাহা ॥
আমাৰ হাতত যেৱে নযাইবে পৰাণ।
ঝাণ্ট কৰি হাতৰ থৈ এৰ ধনুখান ॥ ৫৬৪৪
ত্ৰৈলোক্য জিনিলো তই বীৰ কোন বধ।
ছৱালক যুজিবাক লাগয় বৈলাখ ॥

———

ছবি

আপুনাৰ শৰীৰত মনত আছয় যেৱে
হিত বোল নোৱোচয় তোক।
যমকৰণত পাতি মলচিলা হেন জানি
আগবাঢ়ি ৰণ দেহ মোক ॥ ৫৬৪৫
দিব্য অস্ত্ৰ যত যত মোহোৰ হাতত আছে
তাক কহিবাৰ কাৰ্য্য কিস।
যমদণ্ড সমসৰ শৰৰ প্ৰহাৰ সহ
তেৱে তই মুনিষ হৰস ॥
লক্ষ্মণেয়ো সম্বুধিয়া ৰাক্ষসক বুলিলন্ত
অতিকায় কিসক তৰ্জ্জস।

আনত ভাৱনা কহ শৰত কালৰ মেঘ
মিছা তই কিসক গৰ্জ্জস ॥ ৫৬৪৬
বীৰ হুয়া যিটো বীৰে মুনিমাই নজানিয়া
আনক নিন্দয় ৰণশালে ।
দুৰ্গতি পতিত ভৈলে সমৰত পৰে যদি
তাহাক নিন্দয় পাচ কালে ॥
মুনিষৰ পোৱ যেৱে মুনিষ হৱস তই
বিপক্ষক নিন্দিতে চাহস ।
বাঢ়ি ৰণ পৌৰুজাউ দান্ত ভাগা সাপ যেন
মিছাত কিসক ফোকাৰস ॥ ৫৬৪৭
আপুনাক বৰ কৰি আনক তাকৰ জানি
বুলিলি যে আগে অনুখৰ ।
ছৱালৰ মুঠি দেখ গুচাওঁ তোৰ বৈলাখ
মাৰি পেযো যমৰ নগৰ ॥
লক্ষ্মণৰ শৰঘাৱে ঘৰ্ম্ম চড়ি গৈলা গাৱে
জ্বলিলেক ৰাক্ষস অগনি ।
আকৰ্ণ পূৰিয়া ধনু শৰগোট মাৰিলেক
আকাশে জ্বলন্তে যাই ছানি ॥ ৫৬৪৮
ৰামৰ কনিষ্ঠে তাক অৰ্দ্ধচন্দ্ৰ বাণ হানি
অন্তৰীক্ষে কাটিয়া পেলাইল ।
দেৱ দৈত্য নৰ যক্ষ দানৱ যতেক নাগ
সবে হন্তে কৌতুকক পাইল ॥
আৰ পাঞ্চগোটা শৰ আতিকায়ে হানিলেক
লক্ষ্মণে হানিলা পুনু তাকে ।
অনেক লক্ষেক শৰে সূৰ্য্যপথ ৰুধিলেক
নিশাচৰ তাহাঙ্ক আথাকে ॥ ৫৬৪৯
সুমিত্ৰাতনয়ে জানি আপুনাৰ শৰে হানি
অস্ত্ৰে কাটি পেলাইল সকল ।
আকৰ্ণ পূৰিয়া ধনু অস্ত্ৰগোট হানিলেক
কপালত ফুটিলা সকল ॥
শৰগোট পশি গৈলা তাক কেহো নলক্ষিল
ঘটী ঘটী ৰুধিৰ বজাইল ।
কতো বেলি মুৰ্চ্ছা গৈয়া আছিলেক অতিকায়
ক্ষেণেকতে চেতন পাইল ॥ ৫৬৫০

সাৰ্থক যে দশৰথ কুলৰ নন্দন বীৰ
তিনিয়ো ভুৱনে যশ পাইলে ।
স্বৰ্গ মৰ্ত্ত্য পাতালক বৰাইলো মই হেন বীৰ
একগোটা শৰতে কম্পাইলে ॥
আৰকায়ো শৰে হানি সূৰ্য্যপথ ৰুধিলেক
লক্ষ্মণক বেঢ়ি তমোময় ।
দেৱগণ ৰামসেনা সবাৱে সম্ভ্ৰম মন
অন্তৰ্গতে জালিলেক ভয় ॥ ৫৬৫১
সৈন্যৰ বিভ্ৰম অতি দেখিয়া সুমিত্ৰাসুতে
বায়ব্যৰ অস্ত্ৰক মাৰিল ।
ৰবিৰ কিৰণে যেন অন্ধকাৰ ফেৰিলেক
ৰাক্ষসৰ অস্ত্ৰ সংহাৰিল ॥

———

পদ

ক্ৰোধিলা ৰাৱণসুত বীৰ অতিকায় ।
হিয়াত হানিলা বজ্ৰ সম শৰঘায় ॥ ৫৬৫২
অন্ধকাৰ তমোময় দেখিলা লক্ষ্মণে ।
সন্ধুকি অগনি অস্ত্ৰ লৈলা তেতিক্ষণে ॥
অগনিৰ অস্ত্ৰ বীৰে হানিলেক মাত্ৰে ।
ৰাক্ষসে কাটিলা তাক আদিত্যৰ অস্ত্ৰে ॥ ৫৬৫৩
দুই অস্ত্ৰে যুদ্ধ ভৈলা হুইয়া একঠাই ।
আউৰে আউৰে চূৰ্ণ পৃথিৱীত পৰি যাই ॥
ঐষিকী অস্ত্ৰক হানিলন্ত নিশাচৰে ।
ইন্দ্ৰ অস্ত্ৰে নিবাৰিলা লক্ষ্মণ কুমাৰে ॥ ৫৬৫৪
যম অস্ত্ৰ নিশাচৰে কৰিল প্ৰহাৰ ॥
সুমিত্ৰে বায়ব্য অস্ত্ৰে কৰিলা সংহাৰ ॥
অস্ত্ৰৰ প্ৰহাৰ দুইৰো তত্তুল্য সমান ।
অতিকায় বলশীল ধনুৰ সন্ধান ॥ ৫৬৫৫
তক্ষকৰ সদৃশ হানিলন্ত এক শৰ ।
হৃদয়ত পৰি মূৰ্চ্ছা কনিষ্ঠ ৰামৰ ॥
দশৰথসুতে পাচে চেতনক পাইল ।
শৰ হানি ৰথ ঘোৰা কাটিয়া পেলাইল ॥ ৫৬৫৬

ধ্বজক ছেদিল পাচে সাৰথিৰ শিৰ।
ভূমিত পৰিলা অতিকায় মহাবীৰ ॥
ভূমিত থাকিয়া শৰ হানয় অপাৰ।
লক্ষ্মণক ছায়া কৰিলেক অন্ধকাৰ ॥ ৫৬৫৭
আপুনাৰ শৰে পুনু কাটিলন্ত বীৰে।
অতিকায় বীৰক বিন্ধিলা সশৰীৰে ॥
দুইহানো শৰক পুনু দুইহান্তে কাটন্ত।
ঘোৰ সমৰৰ মাজে দুয়ো নঘাটন্ত ॥ ৫৬৫৮
অজয় অভঙ্গ দুয়ো ৰাজাৰ কুমাৰ।
ৰুধিৰে পঙ্কিত দেহা শৰে জৰাজৰ ॥
পৃথিৱী আকাশে জলজন্তুৰ বিস্ময়।
কিনো দুই বীৰ যুজে অভঙ্গ অজয় ॥ ৫৬৫৯
এতহন্তে আলোচিয়া জগতৰ আয়ু।
লক্ষ্মণৰ কাণত কহিলা আসি বায়ু ॥
ব্ৰহ্মা বৰ দিলা ইটো ত্ৰৈলোক্য বিজয়।
তাহানেসে প্ৰহাৰে ইহান হৈবে ক্ষয় ॥ ৫৬৬০
আন একো প্ৰকাৰে নমৰে অতিকায়।
ভেদ কথা কহিলো যিমতে বধ যায় ॥
ৰৰছিদ্ৰ শুনিলন্ত বায়ুৰ মুখত।
লক্ষ্মণে ব্ৰহ্মাৰ অস্ত্ৰ চড়াইলা গুণত ॥ ৫৬৬১
বেদমন্ত্ৰ অভিষেকি হানিলন্ত তাক।
অস্ত্ৰৰ অগনি নিকলয় জাক জাক ॥
চন্দ্ৰৰ সূৰ্য্যৰ জ্যোতি চূৰ্ণ আতি ভৈলা।
অস্ত্ৰৰ প্ৰহাৰে বসুমতী টলি গৈলা ॥ ৫৬৬২
দশোদিশ ব্যাপিয়া গুচিল তমোময়।
সব দিশ প্ৰকাশিয়া ব্ৰহ্মাস্ত্ৰ চলয় ॥
ব্ৰহ্মাস্ত্ৰে ব্যাপিলা আতিকায় চমৎকাৰ।
মুদ্গৰ গদায়ে তাক কৰয় নিবাৰ ॥ ৫৬৬৩
অস্ত্ৰসব পূৰি ব্ৰহ্ম অস্ত্ৰ যাই ছানি।
তুলাত লাগিল যেন প্ৰচণ্ড অগনি ॥
ৰাৱণৰ পুত্ৰ অতিকায় মহাবীৰ।
লক্ষ্মণৰ শৰে তাৰ ছেদিলন্ত শিৰ ॥ ৫৬৬৪
কুণ্ডল কিৰীটি সমে ছেদিলন্ত শিৰ।
শিখৰৰ ভৰে যেন পৃথ্বী গিৰগিৰ ॥

আশেষ পৰিল সেনা তাহাৰ লগত।
কতোহো জনাইলা গৈয়া ৰাজাৰ আগত ॥ ৫৬৬৫
লঙ্কেশ্বৰে শুনিলন্ত তনয়ৰ বধ।
বিমূৰ্চ্ছিত ভৈলা কুৰি নয়ন তৰধ ॥
চাৰি পুত্ৰ পৰিলা আৰৰ দুইভাই।
শুনি শোকে ৰাৱণৰ প্ৰাণ ফুটি যাই ॥ ৫৬৬৬
সাৰণে দেখে আৰো শোকে তমোময়।
মৌনে থাকিলা সবে পাত্ৰ সমস্তয় ॥
ৰাৱণে ক্ৰন্দন কৰে চেতনক পাই।
কৈক গৈলে দেৱান্তক ত্ৰিশিৰা বোপাই ॥৫৬৬৭
কৈক গৈলে দেখিবোহো নৰান্তক পোক।
মন্দোদৰী জ্বলিবেক দশ গুণ শোক ॥
হা হা কেনে দেখিবোহো পুৰ পটেশ্বৰী।
কোল শূন্য কৰিলোহো বান্ধে মন্দোদৰী ॥ '৬৮
একৈ একৈ পুত্ৰ যাৰ ত্ৰৈলোক্য বিজয়।
তাহাৰ মৰণে কেনে প্ৰাণক ধৰয় ॥
হৰি হৰি অতিকায় কেনে বধ পাইলে।
সব দেৱ জিনিয়া ইন্দ্ৰক বৈলখাইলে ॥ ৫৬৬৯
গৰ্ব্ব টুটি গৈল মোৰ ভৈলো নিৰুৎসাহ।
মোক এৰি বাপ কেনে যমঘৰে যাস ॥

### ইন্দ্ৰজিতৰ যুদ্ধত বানৰ সৈন্যৰ আৰু শ্ৰীৰাম-লক্ষ্মণৰ মোহ

ইন্দ্ৰজিতে গাৰ চালি জুৰিলেক কৰ।
মই চলি ভৈলো হেৰা বাপ লঙ্কেশ্বৰ ॥
একেশ্বৰে সব কুমাৰৰ মান সাৰো।
আজ্ঞা কৰিয়োক ৰাম লক্ষ্মণক মাৰো ॥ ৫৬৭০
ভালুক বানৰ যত তাৰ অনুকূল।
অকলে সবাক মাৰি কৰিবো নিৰ্ম্মূল।
সবাক সংহৰো আজি বৰদত্ত বাণে।
বলিৰ যজ্ঞক যেন ছলিলা বামনে ॥ ৫৬৭১
মাথাত চুম্বিয়া দশাননে প্ৰশংসিলা।
সকল সম্ভৃতে তাক ৰণক পেশিলা ॥

অলঙ্কাৰে মণ্ডি তাৰ ৰথত চলয় ।
লঙ্কাৰ মাজত যেন সূৰ্য্যেক জ্বলয় ॥ ৫৬৭২
হস্তী ঘোৰা ৰথ সাজি নিশাচৰগণে ।
সমৰভূমিক গৈয়া পাইলা তেতিক্ষণে ॥
ৰাক্ষসে তেখনে আনি যোগাইলা সম্ভৃত ।
যজ্ঞক কৰয় বীৰবৰ ইন্দ্ৰজিত ॥ ৫৬৭৩
ৰণভূমি মাজে নিয়া অগনি থাপিল ।
কলিয়া ছাগল আনি টিটু ভসাৰিল ॥
তপত যে ৰুধিৰে লোহাৰ ভৰিস্ৰুৱে ।
অগনিক পূজিলা অক্ষত তিল দূৰ্ব্বে ॥ ৫৬৭৪
আহুতি কৰয় মন্ত্ৰ পঢ়ে ধীৰে ধীৰে ।
ভয়ড়া কাঠক হুনে মাখিয়া ৰুধিৰে ॥
মূৰ্ত্তি ধৰি অগনিয়ে লৈলন্ত সকল ।
ৰণ জিনিবাৰ চিন পাইলন্ত মঙ্গল ॥ ৫৬৭৫
আহ্বান কৰয় বীৰে ৰাক্ষস অস্ত্ৰক ।
ত্ৰৈলোক্যত ভয় ভৈলা হৃদয় চমক ॥
সকল সম্ভৃতে আইলা অন্তৰীক্ষ ৰথে ।
তাতে চড়ি আসিলেক মাৰুতৰ পথে ॥ ৫৬৭৬
অন্তৰ্দ্ধান ভৈলা যেৱে বীৰ মেঘনাদ ।
শ্ৰীৰাম লক্ষ্মণ সবে বানৰে বিষাদ ॥
মায়াবলে ৰাৱণী হানয় শৰজাক ।
বানৰ বিস্ময় বৰ নলক্ষিয়া তাক ॥ ৫৬৭৭
বীৰ কপিগণ যত আকাশক গৈলা ।
ইন্দ্ৰজিতক কেহো খুজিয়া নপাইলা ॥
অন্তৰ্দ্ধান হুয়া ত্ৰিদশত অগোচৰে ।
সবাকো শকতি শূলে বিন্ধিলেক শৰে ॥ ৫৬৭৮
সুগ্ৰীৱক অঙ্গদক হনুযে মন্তক ।
মৈন্দ্য দ্বিবিদক ধূম্ৰাক্ষক জাম্বৱক ॥
গোমুখ যে বেগদৰশিৱ যে নলক ।
সূৰ্য্যানলক যে চন্দ্ৰানল ঋষভক ॥ ৫৬৭৯
নলক যে নীলক যে গন্ধমাৰ্দ্দনক ।
শালিয়া থৈলেক পৃথিৱীক শৰীৰক ॥
সুষেন যে গবাক্ষক জ্যোতি যে মুখক ।
সম্পাতিক কেশৰীক গৱয় গজক ॥ ৫৬৮০

দৰীমুখ দধিমুখ বীৰ কেশৰীক ।
বানৰক ভালুকক সকল সৈন্যক ॥
ব্ৰহ্মাক আৰাধি ইটো বৰক পাইলেক ।
মায়াবলে ৰাৱণী সবাকো জিনিলেক ॥ ৫৬৮১
সব ৰণভূমিখান ভালুক বানৰে ।
নিৰন্তৰে ভৰিলেক পৰ্ব্বত শিখৰে ॥
সব সেনা নিশ্চেষ্টে থাকিলা দান্তৰি ।
চক্ষুক তৰধ কৰি ধৰণীত পৰি ॥ ৫৬৮২
শ্ৰীৰামে বোলন্ত লখাই হাৰিলোহো বুকে ।
তোমাৰ আমাৰ শৰে ইহাক নুটুকে ॥
সব সেনা মাৰিলেক আমাসাৰ আগে ।
শ্ৰুতি বুদ্ধি নধাৰয় মাৰিতেসে লাগে ॥ ৫৬৮৩
দুই ভাই আমা হাতে ধনু শৰ ধৰি ।
এতিক্ষণে হৈব বানৰৰ সৈতোৱাৰী ॥
নাহি প্ৰতিকাৰ আক ব্ৰহ্মা দিলা বৰ ।
দৃঢ় মুঠি কৰি হাতে ধনু শৰ ধৰ ॥ ৫৬৮৪
এতহন্তে ইন্দ্ৰজিত অন্তৰাক্ষভাৱে ।
ৰাম লক্ষ্মণক বিন্ধিলেক শৰঘাৱে ॥
অচেতনে পৰিলা নাহিকে বাৱচাৱ ।
দুই ভাইৰ নাসাত নেখেলে প্ৰাণবাৱ ॥ ৫৬৮৫
ৰাৱণী ফুৰিয়া চাহিলেক ৰণস্থলী ।
এবেসে আণ্টাইলো সব শক্ৰক নিদলি ॥
এতেক গণিয়া বীৰ পশিলা নগৰে ।
বাপেকৰ চৰণত বন্দিলা সাদৰে ॥ ৫৬৮৬
হৰিষ বদনে কহিলন্ত বাপেকত ।
যেনমতে শক্ৰসব মাৰিলা ৰণত ॥
তযু পদ প্ৰসাদে ভৈলোহে ৰণজয় ।
নিশ্চিন্তে থাকাহা কিছু নাহিকে সংশয় ॥ ৫৬৮৭

---

### দুলড়ী

সব সৈন্য যেৱে পুত্ৰে মাৰিলেক
লঙ্কেশ্বৰে হেন জানি ।
ইন্দ্ৰজিতক যে প্ৰশংসা বচনে
হৃদয় সন্তোষ বাণী ॥

সাফল মাৰকে গর্ভে ধৰিলেক
কুলৰ নন্দন পোক।
দুৰ্ঘোৰ আপদ সাগৰে মজিলো
বাপ উদ্ধাৰিলি মোক ॥ ৫৬৮৮
তোহোৰ গুণক কোনে কহিবেক
কীৰ্ত্তিক বৰ যে থৈলে।
ইন্দ্রে মোক বন্দি কৰিয়া নিৰন্তে
হাতৰ কাঢ়িয়া লৈলে ॥
প্রশংসা বচন কত বুলিবোহো
ছাটু নুযুৰাই তোক।
আজি সুখে বাপু নিদ্রাক পাইবোহো
এৰাইলো এ পুত্রশোক ॥ ৫৬৮৯
ব্রহ্মাৰ বচন মান্যতা কৰিয়া
ক্ষণেক আছিলা পৰি।
হনুমন্তে পাচে চেতন লভিয়া
উঠিলন্ত গাৰমুৰি ॥
বিভীষণে হনু মন্তক দেখিয়া
কিছু সন্ধুক্ষণ ভৈলা।
কোন কোন বীৰ পৰাণে জীৱয়
শুদ্ধি কৰিবাক লৈলা ॥ ৫৬৯০
সকল সৈন্যক নিশ্চেষ্ট দেখিয়া
জাম্বৱক চাহিলন্ত।
পৰ্ব্বত আকাৰে পৰিয়া আছন্ত
কত দূৰে দেখিলন্ত ॥
সম্বুধি বোলন্ত বাপু কি জীয়াহা
আন কথা আছে পাচ।
ব্রহ্মাৰ নন্দন বুদ্ধিৰ সাগৰ
সবাৰো ঔষধি গাছ ॥ ৫৬৯১
মহামন্ত্রী বিভী- ষণক সম্বুধি
জাম্বৱন্ত বুলিলন্ত।
তেৱেসে আমাৰ বুদ্ধি থাকে যেৱে
বায়ুৰ পুত্র জীৱন্ত ॥
বিভীষণে বোলে প্রাজ্ঞা হুইয়া তুমি
চেতনক হৰুৱাইলা।
শ্রীৰাম লক্ষ্মণ ৰাজাক এৰিয়া
হনুক কেনে পুছিলা ॥ ৫৬৯২
হনুমন্ত যেৱে পৰাণে জীৱয়
সব সেনাবলে জীৱ।
বায়ুপুত্র যেৱে বিনাশ ভৈলন্ত
জীৱন্তা বলো মৰিব ॥
ৰাম লক্ষ্মণৰ প্রস্তাৱ নোহয়
বাৰ্ত্তা কথা পুছিবাৰ।
অসাধ্য কাৰ্য্যক সাধিবাক পাৰে
সিসে বীৰ বলীয়াৰ ॥ ৫৬৯৩
বিভীষণ বীৰে ইঙ্গিত কৰিল
হনুমন্ত বীৰবৰ।
জাম্বৱন্তৰ যে চৰণ বন্দিয়া
মাৰুতি দিলা উত্তৰ ॥
সকল জ্ঞাতিৰ মান্যতা পুৰুষ
মোহোৰ পিতৃ সমান।
কি কাৰ্য্যক মোক আজ্ঞা কৰিয়োক
ঝাণ্টে দিয়া সনিধান ॥ ৫৬৯৪

---

হনুমন্তে ঔষধ আনি সকলোৰে মোহ দূৰ কৰে

পদ

জাম্বৱন্তে মাৰুতিৰ গ্রাৱত ধৰিল।
এৱেসে জানিলো সবে জ্ঞাতি নিস্তাৰিল ॥
ইন্দ্রজিতে সকল সৈন্যক গৈলা বধি।
উপায় বোলোহো জাণ্টে আনাগৈ ঔষধি॥ '৯৫
অতি দূৰ পথ যাইতে নপাৰয় আন।
জাণ্টে ৰামসেনাৰ দিয়াহা প্রাণদান ॥
ইন্দ্রজিতে শৰে মোক বিন্ধিলেক টানি।
ৰুধিৰ পূৰিত মুখে নপৰশে বাণী ॥ ৫৬৯৬
সমুদ্র তৰিয়া হেমৱন্তক চলাহা।
তাত পাচে ঋষভ পৰ্ব্বত দেখিবাহা ॥
কৈলাসক দেখিবাহা হৰৰ আলয়।
দুইৰ মাজে দেখিবাহা পৰ্ব্বত জ্বলয় ॥ ৫৬৯৭

চাৰিয়ো ঔষধ জ্বলে দশোদিশে ছানি।
এক নাম আছে তাৰ মৃত্যুসঞ্জীৱনী ॥
বিশল্যকৰণী আৰ সন্ধান যে কৰা।
স্বৰূপ কৰণী সমে ঔষধ যে চাৰি ॥ ৫৬৯৮
আতি সুকুমাৰ দুই ৰাজাৰ কুমাৰ।
ৰাম লক্ষ্মণৰ ঝাণ্টে সৈন্যক উদ্ধাৰ ॥
দুখত মুকুতি কৰা গিয়াতিবৰ্গৰ।
সত্বৰে চলাহা বাপ বিলম্ব নকৰ ॥ ৫৬৯৯
পৰ্ব্বতে চড়িলা কপিৰাজ মহাবীৰ।
মেৰুৰ সদৃশ কৰি বঢ়াইলা শৰীৰ ॥
শৰ হানি তুলি বীৰ নাদয় আস্ফাল।
নিশাচৰ লোকত কাণত দিলা তাল ॥ ৫৭০০
লঙ্কা দলদোপ কৰে তান পয়োভৰে।
সসাগৰা পৃথিৱী কাম্পয় নিৰন্তৰে ॥
পাতালত নাগৰ মিলিলা জোটা জোট।
স্বৰ্গে উসমিস পালটয় যুগগোট ॥ ৫৭০১
লাঞ্জ থিয় কৰিলা বাসুকি যেন নাগ।
পিঠিখান পৰিল ডাঙ্গৰ ভৈলা আগ ॥
দুই কৰ্ণ সঙ্কোচ সম্ভাৰ কৰি পাৱ।
লাম্ফ দি গৰুড়ে যেন কৰিলা উবাৰ ॥ ৫৭০২
দেৱ দ্বিজ বাপ মাৱ প্ৰণামি সাদৰি।
ডেৱ দিয়া যান্ত যেৱে হনুমন্ত হৰি ॥
অৰ্দ্ধেক পৰ্ব্বত সন্ধানতে গৈলা তল।
চতুৰ্দ্দিশে ফোটকাৰে নিকলিল জল ॥ ৫৭০৩
সৰভ গৱয় গজ হৰিণ কেশৰী।
ডেৱৰ সন্ধানে ছেপনিত গৈলা মৰি ॥
সৰ্পে প্ৰাণ তেজিলেক অৰ্দ্ধেক নিকলি।
পাষাণ শিখৰ তৰু গৈলা ঢলি ঢলি ॥ ৫৭০৪
দুৰ্ঘোৰ প্ৰচণ্ড খৰ শৰীৰৰ বাই।
পৰ্ব্বত শিখৰ খসি লগতে উৰাই ॥
কোটি কোটি সাগৰৰ জলত পৰিল।
পাতালে নাগৰ ফণামণিয়ো লৰিল ॥ ৫৭০৫
মৰ্ত্ত্যৰ ভুৱন কপি এৰাইলা সমস্ত।
বায়ুবাট এৰায়া পাইলন্ত স্বৰ্গপন্থ ॥
মেৰুগিৰি দেখিলা সুৱৰ্ণে জাতিক্ৰাৰ।
কতেক বৰ্ণাইবো গুণ দেৱতা সভাৰ ॥ ৫৭০৬
ৰবিপন্থ সঞ্চাৰে সাগৰ এৰাইলন্ত।
ৰজত সঙ্কাশ হিমৱন্তক পাইলন্ত ॥
অত্যন্ত উচ্ছ্ৰিত গিৰি দেখিলা কৈলাস।
ত্ৰৈলোক্যত সাৰ হৰগৌৰীৰ নিবাস ॥ ৫৭০৭
ঋষভ পৰ্ব্বত দেখিলন্ত কপিৰাজে।
ঔষধৰ পৰ্ব্বত দেখিলা দুইৰো মাজে ॥
ঔষধ জ্বলন্ত মাণিকৰ যেন কান্তি।
জ্যোতিৰ প্ৰভাৱে নজানিয় দিন ৰাতি ॥ ৫৭০৮
সাহাস্তম হুয়া হনুমন্তে যেৱে যান্ত।
প্ৰদীপ নিৰ্ব্বাণে যেন ঔষধ পলান্ত ॥
সম্মুখি বোলয় কপি শুনৰে পৰ্ব্বত।
ৰাঘৱক নমানস মদৰ গৰ্ব্বত ॥ ৫৭০৯
আজি দেখা তোমাৰ মহত কৰো চুৰ।
ঔষধক পলুৱাই নিবি কত দূৰ ॥
হেন বুলি পৰ্ব্বতক ধৰি আঙ্কোৱালি।
ঔষধৰ নাগ মৃগ সহিতে উঘালি ॥ ৫৭১০
অন্তৰীক্ষে ডেৱ কৰি মহাবীৰ কপি।
পৰ্ব্বত সহিতে যান্ত গগন বিয়াপি ॥
চক্ৰাকাৰে ধৰি যেন চলি যান্ত হৰি।
ঔষধৰ প্ৰভাৱে প্ৰসন্ন দিশ কৰি ॥ ৫৭১১
সূৰ্য্যৰ পথক পাইলা গগনমণ্ডলে।
সূৰ্য্য জ্বলে দুইগোটা যেন সবে বোলে ॥
আটাসেক দিয়া নমিলন্ত কপিসিংহ।
চক্ষু মেলি সকল বানৰে দিলা ৰিঙ্গ ॥ ৫৭১২
শ্ৰীৰাম লক্ষ্মণে ঔষধৰ গন্ধ পাই।
নিৰ্ব্বিষ শৰীৰে বসিলন্ত দুই ভাই ॥
ঔষধৰ প্ৰভাৱে সকল কপিগণ।
উঠিয়া বসিলা শৰীৰত নাই ব্যান ॥ ৫৭১৩
অচিন্ত্য প্ৰভাৱ ঔষধৰ ঠাৱ ছাৰি।
গন্ধ পায়া সৈন্য বসিলন্ত শাৰী শাৰী ॥
পূৰ্ব্বৱতে বসিলা শ্ৰীমন্ত ভৈলা কায়।
দশ গুণ তেজ বল গুচিলা অপায় ॥ ৫৭১৪

ঔষধ সহিতে নিয়া পৰ্ব্বত শিখৰ।
সবাৰ মাজত থৈলা পৱনকুমাৰ॥
শ্ৰীৰাম লক্ষ্মণ আৰ ভালুক বানৰে।
কৰিলা প্ৰশংসা হনুমন্তক সাদৰে॥ ৫৭১৫
চিৰকাল জীৱ বাপু বীৰ হনুমান।
সকল সৈন্যক বাপু দিলা প্ৰাণদান॥
ৰাঘৱে বোলন্ত হনুমন্ত মহা বুধি।
পূৰ্ব্বৰ থানত নিয়া থৈয়োক ঔষধি॥ ৫৭১৬
শ্ৰেষ্ঠ পুৰুষৰ ইটো পূৰ্ব্বৰ সঞ্চিত।
আমাসাৰ নোহে যোগ্য মৰ্য্যাদা লঙ্ঘিত॥
ৰামৰ আদেশ বীৰে শিৰে তুলি লৈলা।
পূৰ্ব্বৰ থানত নিয়া পৰ্ব্বতক থৈলা॥ ৫৭১৭
সত্বৰ গমনে পথ লঙ্ঘিয়া আশেষ।
তেতিক্ষণে আসি ভৈল লঙ্কাত প্ৰবেশ॥

বানৰ সৈন্যৰ পুনৰাক্ৰমণ

ৰাৱণে শুনয় বানৰৰ কোলাহল।
প্ৰচণ্ড বায়ুত যেন সাগৰ আস্ফাল॥ ৫৭১৮
সম্বুধি মন্ত্ৰীক বোলে ইটো কি মিলিল।
ইন্দ্ৰজিতে মাৰিবাৰ সবে সেনা জীল॥
ব্ৰহ্মাত পাইলেক বৰ ইন্দ্ৰজিত পোৱে।
মোহোৰ কৰম ফলে সিয়ো ব্যৰ্থ হোৱে॥ '১৯
ৰামক মুনিষ নাই কহিলোহো সাৰ।
যতেক যতন সবে নিষ্ফল আমাৰ॥
ধূম্ৰাক্ষ যে অকম্পন প্ৰহস্ত পৰিল।
কুম্ভকৰ্ণ ভাই যেন পৰ্ব্বত গোৰ্ড়িল॥ ৫৭২০
বজ্ৰদশনক দেৱান্তক নৰান্তক।
অতিকায় বীৰ গৈলা যমবদনক॥
মহাপাৰ্শ্ব মহোদৰ ত্ৰিশিৰা তনয়।
ৰণত নিধন ভৈলা দেখিবোহো কয়॥ ৫৭২১
কুঞ্জৰ ঘোটক উট ৰাক্ষস সংখ্যাতে।
পৰিলা লক্ষ্মণ ৰাম বানৰৰ হাতে॥
এৰে হেন বল নাই বল আতিৰেক।
ৰাম লক্ষ্মণক যে সম্মুখে যুজিবেক॥ ৫৭২২

সুগ্ৰীৱ অঙ্গদ হনুমন্ত আৰ নীল।
ইহাঙ্ক যুজিবে কোনে অপায় মিলিল॥
তথাপিতো যত বীৰ ৰাক্ষস আমাৰ।
চাৰিয়ো দুৱাৰে বেঢ়ি ৰাখাহা লঙ্কাৰ॥ ৫৭২৩
আদেশ কৰিয়া ৰাজা ওৱাৰি প্ৰবেশ।
লঙ্কাক ৰাখয় বেঢ়ি ৰাক্ষস আশেষ॥
সুগ্ৰীৱে বোলন্ত শুনা বীৰ হনুমান।
মান উদ্ধাৰিবাৰ প্ৰস্তাৱ নাহি আন॥ ৫৭২৪
চিন্তা বৰ শোকে ৰাৱণৰ কষ্ট মন।
লঙ্কা বেঢ়ি অগনি লগায়ো কপিগণ॥
ৰাজাৰ আদেশে সবে জোঙা ধৰি কৰে।
গধূলি এৰায়া চলি গৈলা নিৰন্তৰে॥ ৫৭২৫
হনুমন্ত অঙ্গদ জাম্বৱন্ত বীৰ তাৰ।
সব সৈন্য বেঢ়িলেক চৌপাশে লঙ্কাৰ॥
প্ৰাঞ্চিৰ উপৰে চঢ়ি চতুৰ্ভিতি ছানি।
নিসন্ধি কৰিয়া বেঢ়ি লগাইলা অগনি॥ ৫৭২৬
ৰাঘৱৰ অনুকূলে ঘনে বায়ু বহে।
জাজ্বল্য সমান ৰূপে লঙ্কাখান দহে॥
ধৌলিৰৰ উপৰে অগনি গৈয়া চঢ়ে।
পৰ্ব্বতৰ শৃঙ্গ যত খসি খসি পৰে॥ ৫৭২৭
বায়ুপথ জিনি শিখা গৈলা বহুদূৰ।
ওৱাৰি আণ্টাইলা সবে ভৈলা মসিমুৰ॥
ওৰ আই বোপাই লঙ্কাত হুলস্থুলি।
কল কাটা পানী ঢালা সিঞ্চা মাটি ধূলি॥ '২৮
ধন ধান্য এৰাহা পোৱাক বাজ কৰা।
নাতি নোতিয়ান চাৱা বস্ত্ৰ পৰিহৰা॥
স্ত্ৰী বাল্য বৃদ্ধত লাগিল কোলাহল।
দশ প্ৰহৰৰ পথ লাগিল ঘঞ্চাল॥ ৫৭২৯
ধৌলিৰৰ উপৰে সুন্দৰী যত নাৰী।
যতেক মৰিল পুৰি কাহতে নপাৰি॥
কতো চতুৰঙ্গ দলে ৰাক্ষস বজাইল।
টাকৰে মোটকি লাঠি বানৰে ভঙ্গাইল॥ ৫৭৩০
হাতীশাল ঘোৰাশাল গৈলা পুৰি পুৰি।
কতোহো মৰিল কতো লৰৱা লৰৱি॥

শ্ৰীৰাম লক্ষ্মণ দুই ধনুৰ্গুণ মাজি।
কৰিলন্ত টঙ্কাৰ সম্ভৃতে সব সাজি ॥ ৫৭৩১
লঙ্কা লাগি হানিলন্ত অসংখ্যাত শৰ।
প্ৰহাৰতে খসে ধৌলিৰৰৰ শিখৰ ॥
ৰাৱণৰ ক্ৰোধত জ্বলিলা সব গাত্ৰ।
কুম্ভ নিকুম্ভক বোলে তেতিক্ষণে মাত্ৰ ॥ ৫৭৩২
কুম্ভকৰণৰ পুত্ৰ ভতিজা আমাৰ।
চতুৰঙ্গ দলে ঝাণ্টে ৰজায়ো লঙ্কাৰ ॥
বিন্দুমালী বিৰূপাক্ষ উল্কাজিহ্ব চল।
শোণিতাক্ষ প্ৰমুখ্যে মাৰিয়ো কপিবল ॥ ৫৭৩৩
নৃপতিৰ আদেশেসে ভূষিত অলঙ্কাৰ।
চতুৰঙ্গ দলে সমৰত পয়োসাৰ ॥
প্ৰখ্যাত বীৰক সবে চলাইলা ৰাৱণে।
দেখিয়া হৰিষ ভৈলা সবে কপিগণে ॥ ৫৭৩৪
শাল তাল তমাল শিখৰ ধৰি ধাইল।
কাণ্ডে খাণ্ডে যাঠী জোঙ্গে ৰাক্ষসে জণ্টাইল ॥
ৰাক্ষসে বানৰে লাগি গৈলা উসমিস।
শৰে তৰু খাঙ্কিলা পূৰিলা দশোদিশ ॥ ৫৭৩৫
বানৰৰ হাড় মুণ্ড খড়গৰ ঘাৱে।
নিশাচৰে পিশাচে কাটিয়া বেলেগাৱে ॥
আঞ্চোৰে কামোৰে তৰু গিৰিৰ শিখৰে।
ভালুক বানৰে জান্তি 'পৰদল মাৰে ॥ ৫৭৩৬
দান্তে দান্তে নখে নখে মুঠি কিল ঘাত।
দুই ভিতিৰ সেনা পৰি গৈলা অসংখ্যাত ॥
কতোবেলি কপিবলে ৰাক্ষস ভঙ্গাইল।
দেখি বজ্ৰকণ্ঠ বীৰে অঙ্গদক ধাইল ॥ ৫৭৩৭
দুই হাতে তুলি হানিলেক গদা বাৰি।
বালিপুত্ৰ মূৰ্চ্ছা গৈলা চেতনাক ছাৰি ॥
জীউ আসি ভৈলা কতোবেলি অঙ্গদৰ।
মাথাত হানিলা টানি পৰ্ব্বত শিখৰ ॥ ৫৭৩৮
মুণ্ডগোট ছিণ্ডিলা প্ৰহাৰ দিয়া টান।
বজ্ৰকণ্ঠ যমপুৰে কৰিলা পয়াণ ॥
বজ্ৰকণ্ঠ গৈলা যেৱে যমসদনক।
শোণিতাক্ষে অস্ত্ৰ বৰিষয় অঙ্গদক ॥ ৫৭৩৯

বজ্ৰদন্ত বিপাট পৰিঘ চন্দ্ৰহাস।
নিৰন্তৰে বেঢ়িলা ছানিয়া দিশপাশ ॥
খাণ্ডা তুলি শীঘ্ৰবেগে যাই আগবাঢ়ি।
ডেৱ দিয়া অঙ্গদে খড়গ লৈলা কাঢ়ি ॥ ৫৭৪০
গদাগোট তুলি শোণিতাক্ষ বীৰে ধাইল।
হাতত মুটুকি দিয়া অঙ্গদে খসাইলা ॥
ৰথে চড়ি প্ৰজঙ্ঘে যূপাক্ষ দুই বীৰে।
অস্ত্ৰক তাড়িলা অঙ্গদৰ সশৰীৰে ॥ ৫৭৪১
তিনিয়ো ৰাক্ষসে মিলি অঙ্গদক যুজি।
মৈন্দ্য দ্বিবিদ চাপিলন্ত কাৰ্য্য বুজি ॥
বানৰ তিনিয়ো ৰাক্ষসৰ তিনি মিলি।
কামোৰা কামোৰি লাথি ভুকু কিলাকিলি ॥'৪২
দুয়োজনে আজোৰা আজুৰি জৰাজৰি।
যেন ছয় পৰ্ব্বত ভূমিত গৰগৰি ॥
ছয়ো লাঠি চৰৱে ছয়কো বেলেগাইল।
অস্ত্ৰে গিৰি শিখৰে ছয়ক ছয়ে চাইল ॥ ৫৭৪৩
অঙ্গদক প্ৰজঙ্ঘে খেদয় খাণ্ডা হাতে।
বালিপুত্ৰে বৃক্ষেক তাড়িলা তাৰ মাথে ॥
প্ৰজঙ্ঘেয়ো মুঠি এক মাথাত তাড়িল।
কতোক্ষণে অঙ্গদৰ চেতন ছাৰিল ॥ ৫৭৪৪
সন্ধুকিয়া বালিপুত্ৰে হানিলন্ত মুঠি।
প্ৰজঙ্ঘৰ প্ৰাণ গৈলা কুম্ভস্থল ফুটি ॥
খোৰত পৰিলা দেখি যূপাক্ষ খঙ্গাইল।
ৰথৰ নামিয়া খড়গক লৈয়া ধাইল ॥ ৫৭৪৫
শীঘ্ৰে খেদি যাহন্তে দ্বিবিদে খেদি পাইল।
হৃদয় থানত জান্টি তুলি আলগাইল ॥
ঢেল নিকলিলা তাৰ চক্ষু ভৈলা ঠৰ।
শোণিতাক্ষ বীৰৰ দেখিয়া খঙ্গ বৰ ॥ ৫৭৪৬
ভাইক মেলাইবাক লাগি জুৰিলা উপায়।
দ্বিবিদক হিয়াত তাৰিলা মুঠি ঘাই ॥
তাক এৰি দ্বিবিদে শোণিতাক্ষক ধাইল।
শৰীৰৰ মাংস যত কাটি বেলেগাইল ॥ ৫৭৪৭
মেদিনীত পেলাই শৰীৰে জান্টিলন্ত।
শোণিতাক্ষ পৰিলা প্ৰাণৰ ভৈলা অন্ত ॥

যূপাক্ষক মৈন্দ্য বীৰে বিপোহো কটালি।
হৃদয়ত জাল্টিয়া ধৰিলা আঙ্কোৱালি ॥ ৫৭৪৮
অস্থিয়ে পাঞ্জৰে তাৰ ভাঙ্গি ভৈলা চূৰ।
দাৰুণ ৰাক্ষস মৰি গৈলা যমপুৰ ॥
তিনি পৰিবাৰ দেখি ৰাক্ষস খসিল।
কুম্ভত সবেয়ো গৈয়া শৰণ পশিল ॥ ৫৭৪৯

কুম্ভ, নিকুম্ভ, মকৰাক্ষৰ যুদ্ধ আৰু পতন

আশ্বাস কৰিয়া সবে সৈন্য সুস্থ কৰি।
ৰণক চলিলা দিব্য ধনু শৰ ধৰি ॥
মৈন্দ্য বীৰে তাৰ আগে ভেন্টিলা হৰিষে।
চতুৰ্দ্দিশে বেঢ়ি বৃক্ষ শিলায়ে বৰিষে ॥ ৫৭৫০
মৈন্দ্য ভেন্টিলন্ত দেখি কুম্ভৰ যে বাট।
বানৰে ভালুকে দেখি ৰিঙ্গ দিলা ঝাণ্ট ॥
কুম্ভকৰণৰ পুত্ৰ ৰণত আচল।
শৰে হানি বৃক্ষ তৰু কাটিলা সকল ॥ ৫৭৫১
মৈন্দ্য বীৰে হানিলন্ত পৰ্ব্বতৰ গোট।
কুম্ভ বীৰে ছেদিলন্ত ঘোৰ শৰছোট ॥
বজ্ৰৰ সদৃশ বাণ জুৰিলা আৰম্ভে।
আকৰ্ণ পূৰিয়া তাক হানিলন্ত কুম্ভে ॥ ৫৭৫২
পৃথিৱীকে মৈন্দ্যকে ফুটিলা বৰ টানে।
নিশ্চেষ্টে ৰহিলা বীৰে অন্তৰীক্ষ প্ৰাণে ॥
দ্বিবিদে সন্নিত চাপি বোলে হা হা ভাই।
কুম্ভক শিখৰ তৰু বৰিষয় চাই ॥ ৫৭৫৩
পৰম অভঙ্গ বীৰ কুম্ভকৰ্ণসুত।
দ্বিবিদক লাগি শৰ হানিলা বহুত ॥
দ্বিবিদ বানৰ বীৰ পৰ্ব্বত আকাৰ।
কুম্ভক শিখৰ তৰু হানিলা অপাৰ ॥ ৫৭৫৪
কুম্ভকৰ্ণৰ পুত্ৰ অভঙ্গ সমৰে।
সকল শিখৰ তৰু কাটিলেক শৰে ॥
ভয়ঙ্কৰ কাল অগ্নি জুৰিলেক কুম্ভে।
দ্বিবিদৰ হৃদয়ত হানিলা আৰম্ভে ॥ ৫৭৫৫
মৰ্ম্মস্থানে পৰিলা চেতন নাহি গাৱৰ।
চিত হুয়া পৰিলন্ত পৰ্ব্বত আকাৰ ॥
দ্বিবিদ পৰিলা অঙ্গদৰ আউল জাউল।
অচেতনে পৰিলা দেখিয়া দুই মাউল ॥ ৫৭৫৬
শূলে হানি তৰু সমে শিখৰ বৰিষে।
কুমাৰ চাহিয়া অন্ধকাৰ দশদিশে ॥
অঙ্গদৰ অস্ত্ৰক আপন শৰে ছেদে।
ক্ষণেকে দুৰ্ব্বাৰ অস্ত্ৰে কুম্ভে তাক ভেদে ॥৫৭৫৭
বালিৰ তনয়ে যত হানয় প্ৰাৰম্ভে।
শৰে হানি লীলায়ে ছেদয় তাক কুম্ভে ॥
ভয়ঙ্কৰ দুই বীৰে বিন্ধিলন্ত বীৰে।
অঙ্গদৰ দুই চক্ষু ঢাকিলা ৰুধিৰে ॥ ৫৭৫৮
শোণিত মলচি হাতে শাল বৃক্ষ পাইল।
ক্ৰোধত গাৱৰ বলে হানিয়া পঠাইল ॥
মন্দৰ সদৃশ শাল বৃক্ষ বহি যাই।
তাকো কাটিলন্ত কুম্ভে সাত শৰঘাই ॥ ৫৭৫৯
যমদণ্ড ধৰি যেন হানিলন্ত বাণ।
অঙ্গদ পৰিয়া গৈলা অন্তৰীক্ষ প্ৰাণ ॥
তিনিকো ঢালিলা কুম্ভবীৰ নিশাচৰে।
ৰামত জনাইলা গৈয়া অনেক বানৰে ॥ ৫৭৬০
শ্ৰীৰামে বোলন্ত সবে বীৰ চলি যাহা।
ৰাজকুমাৰক গৈয়া সবেহি ৰাখাহা ॥
হনুমন্ত বীৰবৰ আৰো জাম্বৱন্ত।
নল নীল সুগ্ৰীৱ বানৰ অপৰ্য্যন্ত ॥ ৫৭৬১
যতেক হানিলা মানে বীৰ কপিগণে।
শৰে হানি কুম্ভে ছেদিলন্ত তেতিক্ষণে ॥
জাম্বৱন্ত আদি বৰ বৰ বীৰ জানি।
সবাকো ভূমিত ঢালিলন্ত শৰে হানি ॥ ৫৭৬২
মূৰ্চ্ছিত ভৈলন্ত দেখি বীৰ কপি যত।
সুগ্ৰীৱ আপুনি তাৰ ভেন্টিলন্ত পথ ॥
শাল তাল খৰ্জ্জুৰ প্ৰহাৰে তৰু শাল।
নাগেশ্বৰ নাৰিকল শিখৰ বিশাল ॥ ৫৭৬৩
নিৰন্তৰে কুম্ভে হানিলন্ত শৰজাক।
মহাবীৰ কপিৰাজে সহিলন্ত তাক ॥
ডেৰ দিয়া তাহাৰ ৰথত গৈলা চৰি।
আচাৰি হাতৰ ধনু ভাঙ্গিলন্ত মুৰি ॥ ৫৭৬৪

সত্বৰ গমনে গৈয়া নামিলা ৰথৰ।
কুম্ভক সম্মুখি বুলিলন্ত কপিবৰ॥
ধন্য বীৰ তোহোৰ অগাধ গাৰে বল।
ইন্দ্রজিত সম তই ধনুত কুশল॥ ৫৭৬৫
তোহোৰ বীৰত্ব জানো ত্রিদশ ভঙ্গাইলে।
আমাৰ বীৰক ঢালি যশ বৰ পাইলে॥
শ্রান্ত ভৈলি অবে বীৰ নিশাচৰ কুম্ভ।
এতিক্ষণে মৰো যদি পাওঁ উপালম্ভ॥ ৫৭৬৬
ক্ষণিতেক জিৰাই কিছু হওঁ সন্ধুক্ষণ।
তোৰ মোৰ সমৰ দেখোক সৰ্ব্বজন॥
বাসৱে সম্বৰে যেন দুৰ্যোৰ সমৰ।
তোক মাৰি পঠাওঁ আগে যমৰ নগৰ॥ ৫৭৬৭
শুনিয়া কটুৰ বাণী ক্রোধত জ্বলিলা।
বীৰে বীৰে আতি ঘোৰ সমৰ লাগিলা॥
টলি গৈলা মেদিনী দুইহান পয়োভৰে।
আকাশ লঙ্ঘিলা ঢউ কল্লোল সাগৰে॥ ৫৭৬৮
দুইৰো অস্ত্র প্রহাৰে দোহাঙ্ক নুচুইলেক।
তত্তুল্য সমান কেহো নুহি আতিৰেক॥
কুম্ভক সুগ্রীৱ বীৰে ডেৱ দিয়া ধৰি।
সাগৰ জলত আস্ফালিলা চিত কৰি॥ ৫৭৬৯
সমুদ্রেত ঢউ ভৈলা পৰ্ব্বত সমান।
পাতালে কম্পিয়া গৈল নাগৰ আথান॥
গিৰিৰ সমান মৎস্য কচ্ছ্বপ পলাইলা।
জলজন্তু অনেক তবক লাগি আইলা॥ ৫৭৭০
জৰ্পৰ্জল হইয়া বীৰে আছে জল পিয়া।
আৰকা উঠিলা বীৰে এক ডেৱ দিয়া॥
সাগৰৰ উঠি বীৰে নচাহিলা আন।
মুঠি এক বসাইলেক বজ্রৰ সমান॥ ৫৭৭১
অগনি কণিকাসব নিকলিলা গাৰ।
ক্ষণেকতে সুগ্রীৱে দেখন্ত অন্ধকাৰ॥
সুস্থ হুয়া ক্ষণেকে সুগ্রীৱ কপিবৰ।
হাতে মলচিলা সবে ৰুধিৰ গাৱৰ॥ ৫৭৭২
ক্রোধত সুগ্রীৱ দশগুণে বলীয়াৰ।
দান্ত কামুৰিয়া দিলা চৰণ প্রহাৰ॥
অগনি কণিকা জাতকৰি গৈলা দূৰ।
হৃদয় চুৰায়া কুম্ভ গৈলা যমপুৰ॥ ৫৭৭৩
কুম্ভ পৰিবাৰ দেখি নিকুম্ভৰ খঙ্গ।
পৰিঘ উচ্চায়া ধাইল বানৰৰ ভঙ্গ॥
শিখৰে সহিতে হেন পৰ্ব্বতেক যাই।
নিৰন্তৰে বানসেনা ভাঙ্গিয়া পলাই॥ ৫৭৭৪
সাক্ষাতে আঙ্গাৰপুঞ্জ কলেৱৰ তাৰ।
মেঘত বিজুলী যেন জ্বলে অলঙ্কাৰ॥
ইন্দ্রযাঠী সদৃশ পৰিঘ লোহাশৰে।
যমদণ্ড ধৰি যেন যমে দিলা ধাৰে॥ ৫৭৭৫
সৈন্য পলাইবাৰ দেখি বীৰ হনুমান।
আগ ভেন্টি থাকিলন্ত পৰ্ব্বত সমান॥
নিকুম্ভে হানিলা টানি হৃদয়ক লাগি।
পৰিয়া পৰিঘ সাত খণ্ড ভৈলা ভাগি॥ ৫৭৭৬
নিকুম্ভক মাৰুতি তাড়িলা মুঠি এক।
মূৰ্চ্ছা গৈয়া পৰিয়া আছিল ক্ষণিতেক॥
শঙ্খ প্রদেশত সিটো মাৰিলেক মুঠি।
হনুমন্ত মূৰ্চ্ছা গৈলা মৰ্ম্মস্থান ফুটি॥ ৫৭৭৭
অচেতন দেখি দুই হাতে তুলি ধৰি।
নিকুম্ভে লৈ যান্ত বেগে লঙ্কা যে নগৰী॥
মাৰুতিক নেই দেখি নিশাচৰসিংহ।
ৰাক্ষস সকলে নগৰত দিলা ৰিঙ্গ॥ ৫৭৭৮
ওৰ বাই বোপাই চাহা নিকুম্ভৰ কোলা।
এহিসে বানৰ আমাথেৰ লঙ্কা পোলা॥
অকল যে গোটে সব ৰাক্ষস ভঙ্গাইল।
তাক মাৰি নিকুম্ভে যশক বৰ পাইল॥ ৫৭৭৯
কুম্ভকৰ্ণ বীৰ সিটো মৰিল মৰিল।
তাহাৰ তনয়ে হেনয় খ্যাতি কৰিল॥
কেহো বোলে ইহাত হৰিষ নুযুৱাই।
মায়াবী বানৰে কিবা কৰিবেক প্রায়॥ ৫৭৮০
বায়ুসুতে চেতন লভিলা কতোক্ষণে।
আমাক লঙ্কাক নেই ৰাক্ষস দুৰ্জ্জনে॥
কোকোলিত বৈসাইলেক চৰৱেক তাৰ।
ছিৰ গৈল হৃদয় চেতন নাহি গাৰ॥ ৫৭৮১

বায়ুপুত্ৰে হুমোকি আকাশে ডেৰ দিল।
নিশাচৰে তেতিক্ষণে চেতন হৰিল ॥
কতোদূৰে হনুমন্তে ভৈলেক উধাৰ।
পৰি নিকুম্ভৰ দুই কান্ধে দিলা পাৰ ॥ ৫৭৮২
দুই ভিতি কান্ধত মাৰিয়া দুই গোৰ।
দুই হাতে মাথা ধৰি দিলন্ত আজোৰ ॥
বলৱন্ত বীৰে উপৰক দোঙ্গা দিল।
নিকুম্ভৰ মাথাগোট জটৰাই ছিণ্ডিলা ॥ ৫৭৮৩
ৰামসেনা মাজে নিয়া মাথা গোট থৈলা।
অদভুত দেখি সবে কৌতুকক পাইলা ॥
মাৰুতিক ৰামচন্দ্ৰে আদৰিলা সুখে।
বায়ুপুত্ৰে থাকিলেক প্ৰজ্বলিত মুখে ॥ ৫৭৮৪
ৰাৱণে শুনিলা কুম্ভ নিকুম্ভৰ বধ।
শোকে দুখে কতো বেলি ভৈ গৈলা তবধ ॥
মকৰাক্ষ বীৰক আদেশে লঙ্কেশ্বৰ।
ৰাম লক্ষ্মণক গৈয়া পেষা যমঘৰ ॥ ৫৭৮৫
খৰৰ তনয় তুমি সম বোপাহাৰ।
সমৰত গৈয়া ৰাম লক্ষ্মণক মাৰ ॥
তোমাক সদৃশ নভৈলেক তিনি লোকে।
ভালুক বানৰ মাৰি হিত কৰা মোকে ॥ ৫৭৮৬
তোহোৰ পাচতে ইন্দ্ৰজিত চলি যাইব।
আপনি দাৰুণ ৰণে ভঙ্গক নপাইব ॥
কীৰ্ত্তিয়া পিয়োক সবে সেনাগণ মাৰি।
পিতৃবৈৰী গুচাই এৰ শৈল্যক উদ্ধাৰি ॥ ৫৭৮৭
সচকিতে মকৰাক্ষে চালিলেক গাৱ।
প্ৰদক্ষিণে নমিলা ৰাজাৰ দুই পাৱ ॥
ৰাৱণে আলিঙ্গি পিন্ধাইলেক অলঙ্কাৰ।
মেঘত বিজুলী যেন দেখি জ্যোতিষ্কাৰ ॥ ৫৭৮৮
ৰথে চলিলেক ঘোড়া যেহেন উৰাই।
বিস্তাৰিত মেঘক চালিলা যেন বাই ॥
হস্তী ৰথ চতুৰঙ্গে চলে চপকাৰে।
চতুৰ্দ্দিশে বেঢ়িয়া চলিলা নিশাচৰে ॥ ৫৭৮৯
মকৰাক্ষ চলিলা অনেক বিমঙ্গল।
ঘোড়াসব কান্দয় নয়নে বহে জল ॥
ৰথৰ ধ্বজক তাৰ পৰি গৈলা খসি।
উলটা পৱন বহে শিখৰ বৰিষি ॥ ৫৭৯০
বাধা সব নমানিয়া কপাইলেক ৰণ।
দেখি বৃক্ষ শিলা লইয়া ধাইল কপিগণ ॥
হস্তী ঘোৰা বেঢ়িয়া ৰাক্ষসে বেঢ়ি মাৰে।
বানৰেয়ো নখে ফুলি কুম্ভস্থলে দাৰে ॥ ৫৭৯১
কাণ্ডে কাণ্ডে বৃক্ষে শিৰে কৰে হানাহানি।
বানৰেয়ো ৰাক্ষসক মাৰে কিল টানি ॥
ৰাক্ষসে কপিক মাৰে গলত কামোৰে।
ভালুকেয়ো পেট ছিৰি আন্তক বিচাৰে ॥ ৫৭৯২
ধনু শৰ ধৰি মকৰাক্ষসে খঙ্গাইল।
একে বীৰে নিৰন্তৰে বানৰ ভঙ্গাইল ॥
শ্ৰীৰাম লক্ষ্মণে হাতে ধনু শৰ লৈলা।
আগবাঢ়ি আপুনাৰ সেনা থিৰ কৈলা ॥ ৫৭৯৩
মকৰাক্ষ বোলন্ত ৰামক কৈত পাওঁ।
পিতৃবৈৰী মাৰি আজি শৈল্যক গুচাওঁ ॥
আনত মোহোৰ কাৰ্য্য নাহি এতিক্ষণ।
পাচে লক্ষ্মণক মাৰো সব কপিগণ ॥ ৫৭৯৪
খোজন্তে খোজন্তে কতোদূৰে ভেট পাইল।
তোমাকেসে ৰাম বুলি মাত পুৰুজাইল ॥
খৰৰ তনয় মোৰ মকৰাক্ষ নাওঁ।
তোমাক মাৰিয়া যমকৰণে পঠাওঁ ॥ ৫৭৯৫
চিৰকাল হৃদয়ৰ শৈল্যক উদ্ধাৰো।
তোমাৰ শোণিতে পিতৃ তৰ্পণক কৰো ॥
বৈৰ খুজি পাইলো কাৰ্য্য নাহিকে আনত।
আমাৰ পিতৃক পাইবা যমৰ থানত ॥ ৫৭৯৬
ক্ৰূৰতা এৰিয়া ৰাম ধৰ্ম্মে যুজে যুজা।
তোমাৰ আমাৰ কাৰ্য্য ভালে আজি বুজা ॥
সমৰ দেখন্ত সুৰগণে অনুপাম।
দশৰথ তনয়ৰ গুচাই এৰো নাম ॥ ৫৭৯৭
শ্ৰীৰামে বোলন্ত অৰে পাপী নিশাচৰ।
বাপেৰৰ লগে তোক পেশো যমঘৰ ॥
নুযুজয় কুকুৰায়ে নাদয় বিস্তৰ।
কহিত কটুৰ বাণী শিখিলি বৰ্ব্বৰ ॥ ৫৭৯৮

তোহোৰ বাপেৰ খৰ ত্ৰিশিৰা দূষণ।
চৈদ্ধয় সহস্ৰ মাৰিলোহো সেনাগণ ॥
তহিত নাছিলি কাৰ্য্যে তই বেটা জীলি।
আজিসে আসিয়া মোৰ হাতত পৰিলি ॥ ৫৭৯৯
হেন বুলি ৰামে হানিলন্ত একে শৰে।
তিনি শৰে পথত ছেদিলা নিশাচৰে ॥
আৰকায়ো ৰাঘৱে সনাইল তিনিশৰে।
কপালত তাহাৰ বিন্ধিলা নিৰন্তৰে ॥ ৫৮০০
মকৰাক্ষে ক্ৰোধত জ্বলিয়া গৈলা পাচে।
কপালত বিন্ধিলন্ত একৈশ নৰাচে ॥
আঠটা নৰাচে ৰামে বিন্ধিলন্ত তাক।
নিশাচৰে হানিলেক নৰাচৰ জাক ॥ ৫৮০১
দুইহানো নৰাচে আকাশত এক ঠাই।
ইকূলে সিকূলে বায়ু সঞ্চৰিল যাই ॥
দুই পাশে ভৈলা যেন দুইখান আকাশ।
তমোময় ভৈলা নাহি ৰবিৰ প্ৰকাশ ॥ ৫৮০২
দুই বীৰে শৰ হানি দুহাঙ্ক বিন্ধিল।
সকল শৰীৰে যেন আলতা গুলিল ॥
কেমতে লৱন্ত শৰ টানন্ত হানন্ত।
দেৱাসুৰে দুইহানো অন্তক নজানন্ত ॥ ৫৮০৩
অন্তৰীক্ষে থাকি যত কিন্নৰ চাৰণ।
কৌতুকে চাহন্তে সবে অদভুত ৰণ ॥
বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণ সিদ্ধ নাগে।
দুহাঙ্কক প্ৰশংসে মনত অনুৰাগে ॥ ৫৮০৪
সমসৰ যুদ্ধ কেহো কাতো নঘাটিল।
দুইহানো শৰক দুয়ো সমস্তে কাটিল ॥
অন্ধকাৰ ফেৰি ভৈলা উজ্বল আকাশ।
কিৰণ প্ৰকাশি দিশ পূৰিলা প্ৰকাশ ॥ ৫৮০৫
আসঙ্গ পাৱয় যোনো ৰামে গুণিলন্ত।
মুঠি প্ৰদেশত তাৰ ধনু কাটিলন্ত ॥
সাৰথিক কাটিলন্ত আঠটা নৰাচে।
ৰথভঙ্গে মকৰাক্ষে ভূমি ভৈলা পাচে ॥ ৫৮০৬
ক্ৰোধি গৈলা ৰাক্ষস হৃদয় গুলগুল।
অগনি সদৃশ হানিলন্ত এক শূল ॥

শূলগোট চলয় তক্ষক যেন সৰ্প।
দেখি দেৱলোকৰ হৰিলা বলদৰ্প ॥ ৫৮০৭
অচিন্ততে তেজ বল শ্ৰীৰাম দেৱৰ।
শূল কাটি পেলাইলা হানিয়া নিজ শৰ ॥
অদভুত শৰ দেখিলেক সমস্তয়।
সাধু সাধু ঘোষি দেৱে কৰে জয় জয় ॥ ৫৮০৮
শূল পৰি গৈল মকৰাক্ষে দিল ডাক।
মুঠি ধৰি বোলয় মাৰোহো থাক থাক ॥
যতমান শকতি আছয় হান হান।
পাচে যমসদনক কৰিবি পয়াণ ॥ ৫৮০৯
বচন শুনিয়া ৰামে তুলিলন্ত হাস।
মাৰোহো ৰাক্ষস তই আৰ কোথা যাস ॥
পাৱক অস্ত্ৰক ধৰি কৰিলা কটাক্ষ।
সেহি অস্ত্ৰ ঘাৱে পৰি গৈলা মকৰাক্ষ ॥ ৫৮১০
জয়তি ৰাঘৱ ৰঘুবংশৰ তিলক।
দেৱকাৰ্য্য সাধিয়া বধিলা ৰাক্ষসক ॥
নিজ গুণে পূৰিলন্ত ভকতৰ কাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ৫৮১১

---

### ইন্দ্ৰজিতৰ তৃতীয়বাৰ যুদ্ধযাত্ৰা আৰু মায়া-সীতা বধ

দুলড়ী

ৰামৰ হাতত পৰিলা শুনিয়া
মকৰাক্ষ মহাবীৰ।
ক্ৰোধে মহাত্ৰাসে ৰাৱণ ৰাজাৰ
জ্বলিলা সব শৰীৰ ॥
সম্মুখিয়া ইন্দ্ৰ- জিতক বোলয়
শুনা বাপু মেঘনাদ।
আৰকা ৰণক চলি যাহা ঘোৰ
গুচায়ো মন বিষাদ ॥ ৫৮১২
একয়ো প্ৰকাৰে দাশৰথী ৰাম
সমসৰ নোহে তোৰ।
ন্যায় যুজে যেৱে সংশয় দেখাহা
অন্যায়ে চিন্তিয়ো মাৰ ॥

ইন্দ্ৰজিত নাম পৰাইলে বাপুৰে
ইন্দ্ৰক বলে ভঙ্গাইয়া ।
মানুষ দুগোটা বীৰ নমাৰস
মোহোৰ কৰ্ম্মক পায়া ॥ ৫৮১৩
একোৱে প্ৰকাৰে কৌশল্যা তনয়
সমসৰ নোহে তোৰ ।
সত্বৰে কাৰ্য্যক সাধি আসা বাপু
শৈল্যক গুচায়ো মোৰ ॥
অলঙ্কাৰে ৰথ মণ্ডিত কৰিয়া
ৰাৱণি কৈলা পয়াণ ।
মহাবীৰ যত দুই পাশে চলয়
কতো ভৈলা আগুৱান ॥ ৫৮১৪
ৰামৰ সেনাৰ শিখৰ পৰ্ব্বত
বৃক্ষ কৰে লৈয়া ধাইল ।
সম্মুখ ৰণত প্ৰথম সমৰে
ৰাক্ষস বল ভঙ্গাইল ॥
ৰাক্ষসৰ বলে ছুয়া চপকৰে
দুয়ো বলে ধুমাজয় ।
অস্ত্ৰক হানিয়া আঞ্চোৰে কামোৰে
দুইহানো অশেষ ক্ষয় ॥ ৫৮১৫
ইন্দ্ৰজিত বীৰে ধনুক টঙ্কাৰি
অস্ত্ৰক হানিয়া চাইল ।
ৰাম লক্ষ্মণক খোজন্তে চলয়
বানৰ বল ভঙ্গাইল ॥
চৌদ্ধয় চৌদ্ধয় বানৰ ফেলিয়
একৈক একৈক বাণে ।
কতো কপিজাক বিমুখে পলাই
কতোহো মৰিল প্ৰাণে ॥ ৫৮১৬
অষ্টাদশ শৰে গন্ধমাৰ্দ্ধনক
ৰাৱণি বিন্ধিলা টানে ।
বিদূৰৰ হন্তে নল বানৰক
তাড়িলেক নৱ বাণে ॥
সাতগোটা বাণে গৱয় বীৰক
গজক বিন্ধিলা পাঞ্চে ।
আৰ যত যত বীৰক চাহিয়া
শৰৰ প্ৰহাৰে খাঞ্চে ॥ ৫৮১৭
সকল সৈন্যক ৰণত ভঙ্গাইয়া
ৰাম লক্ষ্মণক পাইল ।
নিসন্ধি কৰিয়া শৰে অন্ধকাৰ
দুহাঙ্কো ৰৰে জন্তাইল ॥
ৰাম লক্ষ্মণেয়ো কাটন ফুটন
তীখাল অনেক বাণে ।
ৰাৱণি বীৰক ফুলি পেলাইলেক
ভয়ঙ্কৰ শৰ টানে ॥ ৫৮১৮
তেতিক্ষণে বীৰ অন্তৰ্দ্ধান ভৈলা
দুহান অস্ত্ৰে নপাৰে ।
ৰাম লক্ষ্মণৰ শৰীৰ বিন্ধিল
জৰ্জ্জৰিতকৃত ভাৱে ॥
দুয়ো বীৰ যেন অশোক ফুলিল
ৰুধিৰে বেঢ়িল গাৱ ।
অস্ত্ৰ কৰিবাৰ সন্ধি নপাৰন্ত
ভৈলা অচেতন ভাৱ ॥ ৫৮১৯

---

## ছবি

লক্ষ্মণে বোলয় দাদা শ্ৰুতি নধাৰয় আৰ
কৰিয়োক আৰে কোন বুদ্ধি ।
মায়াৱী ৰাক্ষস ইটো চক্ষুৰ গোচৰ নুই
কাণ্ডে হানিবোহো কোন শুদ্ধি ॥
আৰকায়ে যাৱে নতো দুই ভাইক মাৰে আসি
মোহোত দিয়োক আজ্ঞা বাণী ।
সকল ৰাক্ষস কুল নিৰ্ম্মূল কৰোহো আজি
একলে ব্ৰহ্মাৰ অস্ত্ৰ হানি ॥ ৫৮২০
কনিষ্ঠক সম্বুধিয়া ৰামদেৱে বুলিলন্ত
বিশিষ্টৰ নোহে হেন ধৰ্ম্ম ।
একলৰ অপৰাধে সমস্তকে সংহৰিবা
শাস্ত্ৰৰ নিন্দিত মন্দ কৰ্ম্ম ॥
বৰ বৰ বীৰসৰ আকাশক পঠায়োক
তাক খুজি দেখাওক আমাক ।

সম্মুখ সমৰে তাৰ প্ৰাণক ছৰাওঁ দেখা
অবৈধ হানিয়া তাক শৰ ॥ ৫৮২১
ৰাঘৱৰ মন কথা অভিপ্ৰায় জানি তাৰ
মনে বৰ মিলিলা বিষাদ।
ত্বৰিতে সমৰ ছাৰি লঙ্কাত পশিলা গৈয়া
ত্ৰিদশ কম্পন মেঘনাদ ॥
কতো বেলি থাকি তহি বিমৰিষ কৰিলেক
বাপত প্ৰসাদ যেন পাওঁ।
মায়া-সীতা সঞ্জোজিয়া সবাৰে আগত কাটি
নিকুম্ভিলা বটমূলে যাওঁ ॥ ৫৮২২
সবাকো বঞ্চিতে লাগি মায়া-সীতা সঞ্জোজিলা
সাক্ষাততে জনকৰ জীৱ।
আৰকত কৰতল কুৰি গোটা নখ জ্বলে
অতি মনোহৰ কম্বুগ্ৰীৱ ॥
ত্ৰিৱলী বলিত মধ্যে উন্নত কঠিন স্তন
একবেণী ধৰে মৃদু বেশ।
স্বামীৰ বিয়োগ দুখে প্ৰভাতৰ চন্দ্ৰ যেন
মুখ ভৈল মলিন কুবেশ ॥ ৫৮২৩
জয় জয় ৰামদেৱ চৰণত কৰো সেৱ
তুমি দেৱ দীনদুঃখহাৰী।
দেৱৰ সাধিয়া কাজ পৃথিৱীক উদ্ধাৰিলা
দুৰ্জ্জন ৰাক্ষসগণ মাৰি ॥
তযু পাদপদ্মে প্ৰভু একান্ত ভকতি হৌক
মোক কৃপা কৰিয়ো ইবাৰ।
মাধৱ কন্দলি ভণে ৰাম বোলা সৰ্ব্বজনে
তেৱে সুখে তৰিবা সংসাৰ ॥ ৫৮২৪

---

পদ

আপুন ৰথত নিয়া সীতাক চড়াইল।
সব সৈন্যে আৰকায়ো ৰণভূমি পাইল ॥
হনুমন্ত প্ৰমুখ্যে দেখয় বিপৰীত।
সীতা গোসানীক লৈয়া আইল ইন্দ্ৰজিত ॥ ৫৮২৫
মাৰুতি দেখন্ত ৰথে ৰাৱণ পুত্ৰৰ।
শোকে দুখে জানকীৰ ক্লেশ কলেৱৰ ॥
মনত বোলন্ত আৰ চেষ্টা নোহে ভাল।
সীতাৰ বিপত্তি মোৰ হৃদয়ত শাল ॥ ৫৮২৬
ইন্দ্ৰজিতে সম্বুধি বোলন্ত হনুমন্ত।
আজি হেৰা সমস্তে বৈৰক কৰো অন্ত ॥
লঙ্কাৰ অগনিকুণ্ড জনকৰ জীৱ।
এতিক্ষণে শিৰ ছেদি নিকলিবো জীৱ ॥ ৫৮২৭
পাচে সুগ্ৰীৱক তোক সমৰত মাৰো।
ৰাম লক্ষ্মণক মাৰি শৈল্যক উদ্ধাৰো ॥
সীতাৰ কেশত বামহাতে ধৰিলেক।
দক্ষিণৰ হাতে খাণ্ডা থিয় কৰিলেক ॥ ৫৮২৮
হনুমন্তে বোলন্ত মোহোৰ বোল শুন।
স্ত্ৰীবধ কৰস তই ৰাজনয় কোন ॥
বাপেৰে আনিল হৰি পৰিলা বিপাঙ্গে।
স্বামীৰ বিয়োগ দুখে ক্লেশ ভৈলা অঙ্গে ॥ ৫৮২৯
বাপ মাৱ শাশু শশুৰৰ অগোচৰ।
অনাথিনী নাৰী আছে লঙ্কাৰ ভিতৰ ॥
হেন নাৰী মাৰি তই ভালক নপাইবি।
অধোগামী হুয়া ঘোৰ নৰকক যাইবি ॥ ৫৮৩০
ইন্দ্ৰজিতে বোলন্ত বানৰ মহাপাপ।
এইৰ কাৰণে বহু লোকৰ সন্তাপ ॥
এক জনী মাৰিলে অনেক লোক জীয়ে।
হেনৰ বিনাশে বৰ ধৰ্ম্মকেসে দিয়ে ॥ ৫৮৩১
মিছাত নিন্দস কপি সময় নজানি।
হেন বুলি সীতাক কাটিলা খাণ্ডা হানি ॥
হা ৰাম লখাই মোহোৰ প্ৰাণনাথ।
হেন বুলি ভূমিত পৰিল গৈয়া মাথ ॥ ৫৮৩২
সীতাৰ বিপত্তি দেখি বীৰ হনুমন্ত।
দুৰ্ব্বাৰ শোকত অতিশয় কান্দিলন্ত ॥
হৰি হৰি পৰিছেদা দেখিলোহো আই।
ৰাম প্ৰভু জীৱে কেনে তোমাক নপাই ॥ ৫৮৩৩
হা হা আই যাতো মোৰ বোল নকৰিলে।
সি কাৰণে আজি হেৰা পৰাণে মৰিলে ॥
হেন বুলি পৰ্ব্বত গাৱৰ বলে তুলি।
হানিলন্ত ইন্দ্ৰজিত কুমাৰক বুলি ॥ ৫৮৩৪

মেঘনাদ বীৰৰ সাৰথি সুশিক্ষিত।
ৰথখান আন ভিতি নিলেক ত্বৰিত ॥
সন্ধানে হানিলা বায়ুসুত মহাবল।
ভূমিত পৰিয়া হলহলি গৈলা তল ॥ ৫৮৩৫
ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত নিশাচৰগণ।
গিৰি পৰি ৰাজপুত্ৰ ক্ষণে হোৱে চূৰ্ণ ॥
বায়ুপুত্ৰ সম বীৰ নাহি মহাবল।
পৃথিৱী বিদাৰি গিৰিগোট গৈলা তল ॥ ৫৮৩৬
ইন্দ্ৰজিত সমে তাৰ সমৰ ভাগিল।
হনুমন্তে ৰাক্ষসক লঙ্কাক দেখিল ॥
অন্তৰ দগধ ভৈলা জানকীৰ শোকে।
সেহি কথা কহিবাক গৈলা সৰ্ব্ব লোকে ॥ ৫৮৩৭
ৰামৰ পাশক হনুমন্ত চলি যান্ত।
ৰাঘৱে পঠাইলা জাম্বৱন্তক পাইলন্ত ॥
অৰ্দ্ধেক পথৰ পৰা তাক উলটাইল।
শোকে দুখে চলিয়া ৰামৰ পাশে পাইল॥ ৫৮৩৮
ৰাঘৱে বোলন্ত দেখো সবাৰে শ্ৰীহানি।
ওৰা হনুমন্ত কিবা কাৰ্য্যৰ বিঘিনি ॥
আমি আৰো বোলো সবে ভৈলা ৰণজয়।
সকলে কপিৰ কেনে শোকৰ উদয় ॥ ৫৮৩৯
ৰামৰ বচনে শোকাৱিষ্ট হনুমন্ত।
সজল নয়নে জানকীৰ কথা কন্ত ॥
মাথা চপৰায়া জুৰিলন্ত যোৰহাত।
শুনিয়ো গোসাই তুমি ৰঘুবংশ নাথ ॥ ৫৮৪০
যি কাৰণে সাগৰত বান্ধিলাহা সেতু।
এতক দুখক সহিলাহা যাৰ হেতু ॥
জনক জীয়াৰী মাৱ দুখুনী গোসানী।
ইন্দ্ৰজিতে কাটিলন্ত ৰণমাজে আনি ॥ ৫৮৪১
অশেষ বুলিলো তাক ধৰ্ম্মক চিনাই।
অনাথিনী নাৰীক কাটিবে নুযুৱাই ॥
পাপিষ্ঠ অধম জাতি ক্ৰুৰ অতিৰেক।
বামহাতে কেশত ধৰিয়া কাটিলেক ॥ ৫৮৪২
অসহ্য বচন শুনি হনুৰ মুখত।
ঢলিয়া পৰিলা ৰাম নিজ আসনত ॥

অচেতন ভৈলা হেন সব লোকে জানি।
কান্দন্তে বানৰে মাথে ঢালিলেক পানী ॥ ৫৮৪৩
লক্ষ্মণেয়ো মহাদুখে গলে ধৰিলন্ত।
হাহাকাৰ কৰিয়া অনেক কান্দিলন্ত ॥
ফুঙ্কতে ফুঙ্কতে পাচে আসি ভৈলা জীৱ।
হা হা সীতা কহি গৈলি জনকৰ জীউ ॥ ৫৮৪৪
তোহোক সুমৰি আকুলিত কৰে মন।
মিছাত কৰিলো এতকাল ঘোৰ ৰণ ॥
সব লোক কদৰ্থিয়া কৰিলো দুখিত।
বীচি ধান বুইলো যেন উখৰা ভূমিত ॥ ৫৮৪৫
কোথা গৈলি প্ৰাণেশ্বৰী পতিব্ৰতা নাৰী।
তোহোৰ গুণক আৰ বৰ্ণাইতে নপাৰি ॥
তই অবিহনে জীৱনত কোন ফল।
পৃথিৱী ফাটন দেহ যাওঁ ৰসাতল ॥ ৫৮৪৬
লক্ষ্মণেয়ো শোকে মুঠি হানিলা হিয়াত।
চাপিয়া ধৰিলা পাচে ৰামৰ গ্ৰীৱাত ॥
বুলিলন্ত প্ৰবোধ বচন ধৰ্ম্ম সাৰ।
তথাপিতো ৰামে শোকে কান্দিলা অপাৰ ॥ '৪৭
শুনিয়োক দদা ইটো দেহ মলপিণ্ড।
অসাৰ কদলী যেন উই চুলা ভিণ্ড ॥
অথিৰ সংসাৰে তুমি ত্যজিয়োক মৰ্ম্ম।
ৰিপু জিনিবাৰ বুদ্ধি কৰিয়োক কৰ্ম্ম ॥ ৫৮৪৮
সেনা থিৰ কৰি আসি পাইলা বিভীষণ।
দেখন্ত মলিন মুখ সব কপিগণ ॥
শীঘ্ৰ বেগ ধৰিয়া ৰামৰ পাশে যাই।
দেখে গলাগলি কৰি কান্দে দুই ভাই ॥ ৫৮৪৯
প্ৰবোধন্ত লক্ষ্মণে ৰামৰ গলে ধৰি।
হেতু যুগুতিক ধৰ্ম্ম পথ অনুসৰি ॥

বিভীষণে শ্ৰীৰামক প্ৰবোধ দিয়ে আৰু লক্ষ্মণৰ
সৈতে নিকুম্ভিলা যজ্ঞভূমিলৈ গমন কৰে

প্ৰণামি বোলন্ত দশগ্ৰীৱৰ কনিষ্ঠ।
কি কাৰণে দেখো দুয়ো ভাই শোকাৱিষ্ট ॥ '৫০

সেনা থিৰ কৰিবাক পঠাইলা আমাক।
প্ৰতি প্ৰতি কৰিয়া থাপিলো সেনাজাক ॥
কিবা আথান্তৰ ঐত মিলিলা আৰৰ।
সুগ্ৰীৱক আদি কৰি সমস্তে বানৰ ॥ ৫৮৫১
লক্ষ্মণে বোলন্ত শুনিয়োক বিভীষণ।
তুমি নতো শুনা তেৱে ইসব বচন ॥
যাৰ কাজে এত লোক দুখ নিতে নিত।
ৰণমাজে সীতাক কাটিলা ইন্দ্ৰজিত ॥ ৫৮৫২
বিভীষণে বোলয় হেন কি পতিয়াহা।
ইসব কথাক নিয়া দূৰত থৱাহা ॥
প্ৰাণান্তিক ভৈলেয়ো নৃপতি লঙ্কেশ্বৰ।
নসম্পিব সীতা হেন আমাত গোচৰ ॥ ৫৮৫৩
আপুনি জানাহা মই সহোদৰ ভাই।
আমাক ত্যজিলা দদা জানকীক পাই ॥
যুক্তি যোগ্য বোল যত বুলিলো দদাক।
সবাহান হিতে জানকীক সম্পিবাক ॥ ৫৮৫৪
আমাৰ ভতিজা ইন্দ্ৰজিত দুষ্ট চিত্ত।
উপায় কৰিলা সিটো তোমাক জিনিত ॥
মায়াসীতা কাটি গৈলা সসৈন্যে ত্বৰিত।
নিকুম্ভিলা বটে যজ্ঞ কৰয় নিশ্চিত ॥ ৫৮৫৫
নানা মন্ত্ৰ পঢ়ি মন্ত্ৰ দিব অগনিত।
দিব্য বাজী সমে ৰথ হৈব উপস্থিত ॥
ব্ৰহ্মাক আৰাধি দেৱতাত পাই বৰ।
ৰথে সমে অৱশ্যে আসিব নিশাচৰ ॥ ৫৮৫৬
ব্ৰহ্মা বৰদানে যজ্ঞ কৰয় নিশ্চয়।
যজ্ঞ সমাপিলে হইব ত্ৰৈলোক্য বিজয় ॥
ব্ৰহ্ম অস্ত্ৰ আপুনি হৈবেক উপস্থিত।
ৰথখান পাইবে জগতত অবিদিত ॥ ৫৮৫৭
এহিমতে গুণি ইন্দ্ৰজিত বীৰবৰে।
মায়াসীতা সাজি সিটো আনিলা সমৰে ॥
মায়াসীতা কাটিলেক খড়্গ ধৰি কৰে।
সমৰৰ বিঘ্নি আচৰিয়া যজ্ঞ কৰে ॥ ৫৮৫৮
সেহি যজ্ঞবটে পাইবেক ৰথবৰ।
সেহি ৰথে চড়ি আসিবেক নিশাচৰ ॥
যতমান বীৰে কেহো বধন নযায়।
অযুতে নিযুতে তাক খুজিয়া নপায় ॥ ৫৮৫৯
যাৱে নতো বীৰে যজ্ঞ সমাপত কৰে।
হেন কালে তাক যিটো মাৰিবাক পাৰে ॥
তাহাৰ হাততে সিটো যাইব যমপোহে।
হেন বৰছিদ্ৰ তাৰ থৈলা পিতামহে ॥ ৫৮৬০
মায়াসীতা স্ৰজিলেক নকৰিবা শোক।
ইন্দ্ৰজিত বধিতে উদ্যম কৰিয়োক ॥
ইন্দ্ৰজিত বীৰক মাৰোক লখমন।
যাৱদেকে নকৰে যজ্ঞক সমাপন ॥ ৫৮৬১
সুগ্ৰীৱ সহিতে তুমি ঐত থাকিয়োক।
আমি সমে লক্ষ্মণক অনুজ্ঞা দিয়োক ॥
সত্বৰে দিয়োক কাৰ্য্য বৰ অতিৰেক।
ইহান হাততে ইন্দ্ৰজিত পৰিবেক ॥ ৫৮৬২
শ্ৰীৰামে বোলন্ত কিনো বুলিলা বচন।
সীতাৰ সন্তাপে মই নপাওঁ চেতন ॥
সেহি কথা পুনশ্চ কহিলা বিভীষণে।
লক্ষ্মণক বুলিলা ৰাৱণি বধ মনে ॥ ৫৮৬৩
ৰাঘৱে বোলন্ত বাপু মোৰ বোল বুজা।
মায়াবী ৰাক্ষস সিটো অৱহিতে যুজা ॥
আপুনি জানাহা ৰাৱণিৰ কূট বুদ্ধি।
তোমাক আমাক যেনমতে গৈলা ৰুধি ॥ ৫৮৬৪
বিভীষণ তুমি লক্ষ্মণৰ লগে যাহা।
সমৰ ভূমিত উপদেশ বুলিবাহা ॥
ৰামদেৱে লক্ষ্মণক ধৰি আলিঙ্গিলা।
আশীৰ্ব্বাদ কৰিয়া বিজয় যাত্ৰা দিলা ॥ ৫৮৬৫
লক্ষ্মণৰ সংগত চলিয়ো হনুমন্ত।
সেনাগণ লৈয়া আৰো যায়ো জাম্বৱন্ত ॥
এহি বুলি ৰামদেৱে আদেশ কৰিলা।
সসৈন্যে সহিতে সবে তেখনে লৰিলা ॥ ৫৮৬৬
ৰামৰ চৰণ ৰেণু মাথে তুলি লৈলা।
শীঘ্ৰ গমনে ৰণভূমি প্ৰবেশিলা ॥
দূৰতে দেখিলা যাই ৰাৱণিৰ দল।
নিসন্ধি কৰিয়া আছে ৰাক্ষস সকল ॥ ৫৮৬৭

বিভীষণে বুলিলন্ত শুনিয়োঁ লখাই।
সসৈন্যে সহিতে বীৰ আছে এহি ঠাই॥
নিকুম্ভিলা নামে দিব্য বট বিদ্যমান।
ইন্দ্ৰজিতে ৰঙ্গে যজ্ঞ কৰে সেহি থান॥ ৫৮৬৮
যাৱদেকে বীৰে যজ্ঞ সমাপন কৰে।
সৈন্য ভঙ্গায়োক জাণ্টে সানাইবাৰ শৰে॥
সবাৰো মাজত পাচে দেখিবাহা তাক।
কৃত্যক সমাপি বীৰে ধাইবেক তোমাক॥ '৬৯
মেঘনাদে পাৰে যদি কৃত্য সমাপিত।
ব্ৰহ্মঅস্ত্ৰ পাইলে পাৰে ত্ৰৈলোক্য জিনিত॥
অন্তৰীক্ষ ৰথে চৰি তিনি লোক দহে।
হেন অগোচৰ বৰ দিলা পিতামহে॥ ৫৮৭০
যজ্ঞ সমাপতি কৰিবাক নপাৰোক।
শীঘ্রে নিকুম্ভিলা বটমূলক যায়োক॥
অন্যায় যুদ্ধত বৰ কৌশল পাপিষ্ঠ।
ন্যায় যুজে মাৰা আক ৰামৰ কনিষ্ঠ॥ ৫৮৭১
হেন শুনি লক্ষ্মণে শৰজাক দিল।
বানৰ ভালুকে বৃক্ষ শিলা বৰিষিল॥
গলত কামোৰ দিয়া ভালুকে আছাৰে।
তেজ পান কৰিয়া অসংখ্য কোটি মাৰে॥ ৫৮৭২
কতোহো বানৰে ৰাক্ষসৰ ধৰি গলে।
চৰৰ প্ৰহাৰে মুঠিচোটে মাথা ফালে॥
কতো কতো বানৰে মাৰয় লাথি কিলে।
ঘোৰাকাটি কামোৰাটা কৰে তৰু শিলে॥ '৭৩
ৰাক্ষসৰ সেনা ৰিঙ্গ দিয়া বলে নাচে।
কতো শূল শকতিৰ প্ৰহাৰে নবাচে॥
গদা মুদ্গৰ বাৰি পৰিঘৰ ঘাৱে।
অসংখ্যাত ভালুক পেষিলা যমঠাৱে॥ ৫৮৭৪
দুয়ো ভিতি সেনাসব আন্দোলা আন্দোলি।
ভূমিত পেলায়া মাৰে পাঞ্জৰক ফুলি॥
নখে দান্তে বিদাৰিয়া যমক পেৰয়।
অসংখ্যাত বানৰ ৰাক্ষস গৈলা ক্ষয়॥ ৫৮৭৫
লখমন বিভীষণ আৰো জাম্বৱন্ত।
আন সেনাসব মুখ্য মুখ্য বলৱন্ত॥
হনুমন্তে ভঙ্গাইলা আৰৰ ভিতি পশি।
নিশাচৰবল ভাঙ্গি পলাইল তৰসি॥ ৫৮৭৬
কতো সেনা পলাই যাই মহা ভয় মন।
যজ্ঞ এৰি ইন্দ্ৰজিত কৰিলা গমন॥
ৰথত চৰিলা বায়ুবেগ চাৰি বাজী।
সবে অস্ত্ৰ শস্ত্ৰ নিৰন্ধিয়া আছে সাজি॥ ৫৮৭৭
বৃক্ষ হানি কপিবলে আকাশত চাইল।
শৰে হানি ইন্দ্ৰজিত কাটিয়া পেলাইল॥
সেনাগণ পালটিয়া ৰাৱণিত গহে।
বানৰৰ ভালুক প্ৰহাৰ বৰে সহে॥ ৫৮৭৮
হনুমন্তে শালবৃক্ষ লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৱন্ত বাৰি॥
একৈক প্ৰহাৰে বীৰে অনেক মাৰন্ত।
অন্তকালে যমে যেন প্ৰজা সংহাৰন্ত॥ ৫৮৭৯
কোপে প্ৰকাশন্ত যেন অগনি সদৃশ।
আপুনি শৰক ধৰি কৰে আসৰিশ॥
লাঙ্গুলে মেৰায়া কতো কতো আছাৰিল।
কৰে ধৰি আস্ফালিয়া অনেক মাৰিল॥ ৫৮৮০
ইন্দ্ৰজিতে বোলয় মাৰোহো থাক থাক।
মাৰুতিৰ কোল জাণ্টে চপায়ো আমাক॥
এহিসে অজয় বীৰ কাকো নাহি শঙ্কা।
একেশ্বৰে আসি ইটো পুৰি গৈলা লঙ্কা॥ '৮১
সাৰথিয়ে ৰথ আনি চপাইলা সন্নিত।
হনুমন্তে বোলন্ত শুনৰে ইন্দ্ৰজিত॥
যেনমতে বাসৱক জিনিলি ৰাক্ষস।
সিসব শকতি আজি আমাত দৰশ॥ ৫৮৮২
বায়ুৰ পুত্ৰৰ শকতিক আজি বুজ।
ৰাক্ষসৰ মায়া এৰি ন্যায় যুজে যুজ॥
কোলাহলে মল্লবান্ধে নোহে অস্ত্ৰঘাৱ।
যেনে তেনে মোক জিনি মুনিষ বোলাৱ॥ '৮৩
এহি বুলি কোপ কৰি বীৰ হনুমন্ত।
নানাবিধ বৃক্ষ শিলা অস্ত্ৰ বৰিষন্ত॥
বৃক্ষ বৃষ্টি ভৈলা দেখি ইন্দ্ৰজিত বীৰে।
শৰ সহস্ৰেক তাড়িলেক দৃঢ়তৰে॥ ৫৮৮৪

মহা কোপে ইন্দ্ৰজিত জপাইলেক ৰণ ।
লক্ষ্মণক সম্মুখি বোলন্ত বিভীষণ ॥
দেখিয়ো লক্ষ্মণ হেৰা ৰাৱণৰ সুত ।
বায়ুৰ পুত্ৰক ধাইলা ক্ৰোধে যমদূত ॥ ৫৮৮৫
এহিটো সময় জানা আক মাৰিবাৰ ।
নিৰ্দ্দয় স্বৰূপে শৰ কৰিয়ো প্ৰহাৰ ॥
যজ্ঞ এৰি গৈলা বীৰ সমৰক গহে ।
এহি সময়ত ছিদ্ৰ থৈলা পিতামহে ॥ ৫৮৮৬
ইন্দ্ৰজিতে হনুমন্তে ভৈলা ঘোৰ ৰণ ।
যজ্ঞৰ শালাক দৰশান্ত বিভীষণ ॥
দেখিয়ো লক্ষ্মণ হেৰা গণপতি ঘট ।
কালমেঘখণ্ড যেন নিকুম্ভিলা বট ॥ ৫৮৮৭
যজ্ঞৰ সম্ভাৰ মানে থানে থানে থৈল ।
আধা যজ্ঞ কৰি বীৰে যুজিবাক গৈল ॥
সমাপতি কৰি যেৱে বটমূল পাৱে ।
একেশ্বৰে মায়াযুজে ত্ৰৈলোক্য ভঙ্গাৱে ॥ '৮৮
বিভীষণে বোলন্ত শুনিয়ো কপিগণ ।
যজ্ঞশালা ভাঙ্গিবাক কৰিয়ো যতন ॥
বিভীষণ বচনক শুনিয়া বানৰে ।
যজ্ঞৰ শালাক বেঢ়িলন্ত নিৰন্তৰে ॥ ৫৮৮৯
তৰল বানৰ বলে যজ্ঞশালা পাইলা ।
যত উপকৰণক ভাঙ্গিয়া পেলাইলা ॥
দধি দুগ্ধ গুড় মধু হাণ্ডি হাণ্ডি পিল ।
ঘৃতৰ কলসি তুলি মুখত বাকিল ॥ ৫৮৯০
আম জাম পনিয়াল নানাবিধ ফল ।
আথে বেথে গিলে কতো দশ নৈয়া কল ॥
কিছু কিছু কৰিয়া কতোহো উকি পাৰে ।
ৰাক্ষসগণক যজ্ঞদাৰু হানি মাৰে ॥ ৫৮৯১
লক্ষ্মণে আটোপ কৰি ধনুগুণ মাজি ।
দৃঢ় মুঠি ধনু ধৰি সমৰক সাজি ॥
সম্মুখি বোলন্ত অৰে শুন ইন্দ্ৰজিত ।
সংগ্ৰাম দিবাক লাগি দৃঢ় কৰা চিত্ত ॥ ৫৮৯২
বিভীষণে চিনাইলেক ইঙ্গিততে জানি ।
কোপে মেঘনাদে হেন বুলিলন্ত বাণী ॥

বাপৰ কনিষ্ঠ তুমি সোদৰ খুড়াই ।
কতমান যশ পাইবা ভাতিজা মৰাই ॥ ৫৮৯৩
তুমি মহা পাপিষ্ঠ যে মোহোৰ খোৰত ।
কতধৰ্ম্ম পাইবা মোৰ চিন্তিয়া বিঘাত ॥
কতেক বৰ্ণাইবো গুণ অধম খুৰাৰ ।
পুত্ৰক মৰাইবে প্ৰতি মন ভৈল যাৰ ॥ ৫৮৯৪
বংশ দ্ৰোহ কৰিলাহা ব্ৰত ভৈলা ছন্ন ।
হেনসে নিৰ্দ্দয় ভৈলা নিদাৰুণ মন ॥
দেশৰ ডাকিলা বাপে জানি মন্দ ভাৱ ।
লঙ্কাক চাহিয়া আৱে পোৰে সৰ্ব্বগাৱ ॥ ৫৮৯৫
যি বংশত উপজিলা তাকে কৰা ক্ষয় ।
অগনি উপজি যেন কাষ্ঠক দহয় ॥
যদি মোৰ পিতৃ তোৰ নোহে গুণৱন্ত ।
অপৰ যতেক জনে গুণ বখানন্ত ॥ ৫৮৯৬
তথাপি তোমাক হিত বোলো খুৰা শুন ।
যিটো পৰ পৰ সিটো নোহয় আপুন ॥
মোৰ পিতা তয়ু পিতৃ সম জ্যেষ্ঠ ভাই ।
তেজিলা সমস্তে বন্ধু ৰাঘৱক পাই ॥ ৫৮৯৭
আমাৰ মৰণে কেনে তোমাৰ বাঞ্চিত ।
বিশ্বাসঘাতক কথা কহিলা বৈৰত ॥
তোমাৰ সমান আছে কোন মন্দবুদ্ধি ।
বৈৰৰ সেৱক ভৈলা আমাত নুসুধি ॥ ৫৮৯৮
বিভীষণে বোলন্ত ভাতিজা ইন্দ্ৰজিত ।
ছোটকালে তই গুৰু গৰ্ব্বী অবিনীত ॥
পিতা পুত্ৰে তোহোৰা প্ৰধান অধাৰ্ম্মিক ।
পৰিৱৰ্ত্তি বোলে মোক নিন্দিলাহা কিক ॥ ৫৮৯৯
পুলস্তি ঋষিৰ বংশে উতপতি হুয়া ।
বাহুৰ প্ৰসাদে তিনি ভুৱন বৰায়া ॥
কমন নৃপতি হেন মন্দ কথা ছৰি ।
দেৱ গন্ধৰ্ব্বৰ নাৰী আনিলেক হৰি ॥ ৫৯০০
জগত প্ৰসিদ্ধ ৰাম তান ভাৰ্য্যা হৰে ।
দেৱ ঋষিসবৰ সদায় দ্ৰোহ কৰে ॥
হেন জানি এৰিলোহো তোমাৰ পিতাক ।
আউৰ উপালম্ভ কেনে বোলাহা আমাক ॥ '০১

ঋষিৰ যজ্ঞক ভুঞ্জি কৰিলেক নষ্ট।
বিশিষ্ট জনৰ জ্বালিলাহা মন কষ্ট॥
ত্ৰৈলোক্যৰ লোকক কম্পাইল থিউ দণ্ডে।
বাপ পুতে যাইবি তোবা নৰক প্ৰচণ্ডে॥ ৫৯০২
পতিব্ৰতা সীতা দেৱী হৰি আনিলেক।
দিবাক বুলিলো তাক কাণ নেদিলেক॥
হিত বোল বোলন্তে বসতি নাশ ভৈল।
লাথি মাৰি আমাক দেশৰ বাজ কৈল॥ ৫৯০৩
ৰামৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
কেতিক্ষণে কৈত মিলে দুস্সহ মৰণ॥
নজানি ইহাক জন্ম যায় আলে জালে।
ৰামৰ চৰণ ভজা যাৰে আছা ভালে॥ ৫৯০৪
ভাৰতবৰিষ পাইলে হেলা নুযুৱাই।
কেতিক্ষণে পৰে ইটো নৰতনু কায়॥
আকে জানি সমস্তে এৰিয়ো আনকাম।
মাধৱ কন্দলি ভণে বোলা ৰাম ৰাম॥ ৫৯০৫

---

ইন্দ্ৰজিত বধ

ছবি

ৰাক্ষস কুলত আমি উতপতি লভিলোহো
ধৰ্ম্ম ছাৰি নজানিলো আন।
আপোনাৰ কথা নিয়া আনত লগাস আনি
বোলা মোক পাপেসে প্ৰধান॥
লক্ষ্মণৰ শৰে তোৰ আটি মুটি ভাঙ্গিবেক
অন্যায় কৰিলি যত যত।
বাপে পুতে তোৰ আৰ দেখা দেখি নহৈবেক
ৰণমাজে প্ৰাণে হুইবি হত॥ ৫৯০৬
হেন শুনি মহাবলী কোপে অগ্নিসম জ্বলি
তাড়িলেক বচন প্ৰহাৰ।
যাক তুমি মাল সাজি আনিলা খুৰাই আজি
সিটো নোহে সদৃশ আমাৰ॥
তোমাকে যে লক্ষ্মণক আজি থান দিবো দুইক
দুৰ্ব্বাৰ যমৰ সদনত।
পাচে দুহানৰ সঙ্গে সেনাগণ মাৰো ৰঙ্গে
ভালুক বানৰগণ যত॥ ৫৯০৭
দুইবাৰে দুই ভাইক সমৰত মাৰিলোহো
মাথা নকাটিলো বৰ ঘিণে।
খাণ্ডাৰেসে ছেৰ মোৰ সুমিত্ৰানন্দন বীৰ
কেনমতে বোলা মোক জিনে॥
তুমি হেন খুৰাই মোৰ মূত্ৰত সান্তোৰা যেন
লক্ষ্মণক বোলা বীৰ ভাল।
ইকি কথা পতিয়াবা মানুষে মাৰিবে পাৰে
বাঘ মাৰিলেসে পাৰে ছাল॥ ৫৯০৮
হাস্য কৰি কিঞ্চিতেক লক্ষ্মণেয়ো বুলিলন্ত
শুনৰে অধম নিশাচৰ।
আপুনাক বৰ কৰি পৰক নিন্দয় যিবা
তাকে বুলি নিলাজ পামৰ॥
যিবা বহু বীৰগণ জিনি আছে কৰি ৰণ
ৰাৱ পাৰে পৰি ধৰণীত।
তাকে বোলে সৰ্ব্বজনে থিৰ বীৰ ধীৰ ৰণে
সেহি বীৰ জগতে বিদিত॥ ৫৯০৯
পৰম কুচ্ছাহ বাক্য পৰিহৰি যিটো বীৰে
সমৰত জিনিবে পাৰয়।
গম্ভীৰ চৰিত্ৰ তাৰ সিসে বীৰ বলীয়াৰ
সৰ্ব্বজনে তাকে বখানয়॥
প্ৰলয়ত বৈশ্বানৰে সমস্তকে দগ্ধ কৰে
তেহে গৈয়া কাহাক তৰ্জ্জন্ত।
গিৰি তৰু বন সব উপাৰিয়া কৰে ছন্ন
বায়ু ৰাজা কাহাক গৰ্জ্জন্ত॥ ৫৯১০
মায়াবলে চোৰবৃত্তি দুই ভাইক জিনিয়া যে
তাতেসে তোৰ যে বৰ গহ।
গৌনক আচৰি মই সব কাৰ্য্য সাধিবোহো
শৰৰ প্ৰহাৰ মোৰ সহ॥
শুনি কোপে নিশাচৰ শানাইল অনেকৰ
তাড়িলেক লক্ষ্মণৰ গাৱে।
যেন পৰ্ব্বতৰ পৰা বহি যাই গেৰুধাৰা
বোম্বানলে ৰুধিৰ বজাৱে॥ ৫৯১১

সম্মুখি বোলয় অৰে শুন সুমিত্ৰাৰ সুত
আউৰ তই অযোধ্যা নপাইবি ।
হা প্ৰাণ ভাই বুলি ৰামদেৱে কান্দিবন্ত
মোৰ হাতে যমঘৰে যাইবি ॥
লক্ষ্মণে বোলন্ত অৰে বৰ্ব্বৰ যে নিশাচৰ
বচনে নপাৰি জিনিবাক ।
সমৰে বিমুখ হৈ লঙ্কাক নযাইবি তই
নিশ্চয় মাৰিবো আজি থাক ॥ ৫৯১২
হেন বুলি ধনু ধৰি কৰ্ণপূৰি দৃঢ় কৰি
হানিলন্ত তীক্ষ্ণ পাঞ্চবাণে ।
মহাবেগে হৃদয়ৰ অভ্যন্তৰ পশি শৰ
ৰাৱণি তেজিলা যেন প্ৰাণে ॥
শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
পাপৰ মুণ্ডত দিয়া বাৰি ।
এৰা ইটো আন মন ৰাম বোলা ঘনে ঘন
অন্তকে পলাউক প্ৰাণ ছাৰি ॥ ৫৯১৩

———

পদ

আমাক বোলস চোৰবৃত্তি নিশাচৰ ।
এহি বুলি দাৰুণে হানিলা তিনি শৰ ॥
অন্যায় নকৰা আজি দেখা মোৰ যুজ ।
ইন্দ্ৰজিত বীৰৰ যে পৌৰুষতা বুজ ॥ ৫৯১৪
সাত শৰে লক্ষ্মণক বিন্ধিলেক টানে ।
হনুমন্ত বীৰক বিন্ধিল দশ বাণে ॥
মহা খঙ্গে ৰকত নয়ন নিৰন্তৰে ।
বিভীষণ বীৰক তাড়িলা শত শৰে ॥ ৫৯১৫
শৰ জুৰি লক্ষ্মণে গম্ভীৰ কৰি গতি ।
বোলে ইন্দ্ৰজিত তোৰ পাইলো পৰাপতি ॥
তই বোলাৱস যোদ্ধা বীৰ আতিৰেক ।
ৰথত চড়িয়া মোক নিন্দিলি অনেক ॥ ৫৯১৬
শুন অৰে দুৰাচাৰ অধম দুৰ্জ্জন ।
হেৰা তোৰ সব গাৱ কৰাওঁ ভূষণ ॥
ৰণত পাগল তই অশকতি ভৈলি ।
বৰ থৰমৰি হুয়া ভঙ্গাৱস বেলি ॥ ৫৯১৭

আমাৰ বিপোহো বড়াৱস লঘু বাকে ।
যমপুৰে পেযো আজি ঘোৰ শৰজাকে ॥
এহি বুলি মহাবীৰে তীক্ষ্ণ দশ শৰে ।
সন্নাহা কাটিয়া পেলাইলন্ত নিৰন্তৰে ॥ ৫৯১৮
শৰীৰৰ ভেদি গৈলা ইপাৰ সিপাৰ ।
কতো বেলি নাছিলেক চেতন তাহাৰ ॥
ইন্দ্ৰজিতে দৃঢ় মুঠি ধনু ধৰি কৰে ।
আকাশক নিৰন্তৰে ছানিলেক শৰে ॥ ৫৯১৯
লক্ষ্মণেয়ো শৰ হানি কাটিয়া পেলাইল ।
দুয়ো বীৰে কতোক্ষণে ভঙ্গক নপাইল ॥
লখমণে ইন্দ্ৰজিতে দুয়ো নঘাটন্ত ।
দুইহানৰ শৰে সব দুইহানো কাটন্ত ॥ ৫৯২০
শতেক সহস্ৰ কোটি শৰৰ প্ৰমাণ ।
দুই হানো চাপৰ হন্তে নিকলিল বাণ ॥
তেখনে প্ৰসন্ন হোৱে তেখনে আন্ধাৰ ।
ত্ৰৈলোক্য অজয় দুই মুনিব যুজাৰ ॥ ৫৯২১
আকাশ নিসন্ধি কৰি শৰে শৰে ছাইল ।
সূৰ্য্যৰ জ্যোতিয়ে আৰ একো নৰজাইল ॥
নিসন্ধি ভৈলেক আৰ নেদেখি প্ৰসন্ন ।
দুইহান সমৰ নেদেখয় দেৱগণ ॥ ৫৯২২
নিশাময় ভৈলা যেন মেঘ তমোময় ।
দুয়ো সেনা থমকিল কেহো নাযুজয় ॥
দুয়ো শৰে হানি দুয়ো ফুটিলা অপাৰ ।
অশোক পলাশ যেন দেখি জ্যোতিষ্কাৰ ॥ ৫৯২৩
শোণিতে সিন্দূৰে যেন দীপিতি কৰয় ।
পৰ্ব্বতৰ হন্তে যেন বহে গেৰুচয় ॥
পাখিসবে শৰ পশি শৰীৰ কম্পাই ।
কতো শৰীৰক ভেদি পাতালক যাই ॥ ৫৯২৪
দেৱ অসুৰৰ বল উলমাল চিত ।
লক্ষ্মণে জিনন্ত কিবা জিনে ইন্দ্ৰজিত ॥
বিভীষণে লক্ষ্মণৰ কোল চাপিলন্ত ।
কনিয়াল বিপাট অনেক হানিলন্ত ॥ ৫৯২৫
আন একো ওছ নোহে শৰ বৰিষন্ত ।
অসংখ্যাত ৰাক্ষস সেনাক মাৰিলন্ত ॥

আপদাৰ সেনাগণ সব চপকৰে।
ৰাৱণ কনিষ্ঠে নিয়া যোগাইলা সমৰে॥ ৫৯২৬
সিংহক দেখিয়া যেন হৰিণ পলাইল।
ৰাৱণিত গৈয়া সবে শৰণ সোমাইল॥
বিভীষণে বোলন্ত শুনিয়ো কপিগণ।
দিয়োক আমাৰ বচনক সবে মন॥ ৫৯২৭
ত্ৰৈলোক্যত সাৰ আতি এহি পাপীজন।
ই পৰিলে জানিবাহা পৰিল ৰাৱণ॥
পুত্ৰৰ বধৰ মই বোলোহো উপায়।
অযুগুত কৰ্ম্ম কৰিবাক নুযুৱাই॥ ৫৯২৮
উপদেশ দিয়া হেৰা সমৰত মাৰো।
ৰামৰ কাৰ্য্যত থাকি হেন পাপ কৰো॥
মোহোৰ কাৰণে প্ৰাণ পুত্ৰৰ মৰণ।
দেখো মোৰ শোকে ইটো ঝৰয় নয়ন॥ ৫৯২৯
কোলায়ে বোকায়ে তুলিলোহো মেঘনাদ।
মায়াময় সংসাৰৰ জ্বলয় বিষাদ॥
অসংখ্য পৰিল মুখ্য নিশাচৰগণ।
যাৰত নপৰে ইটো সমৰে ৰাৱণ॥ ৫৯৩০
কপিগণ ঝান্ট কৰি সৈন্য ভঙ্গাবাহা।
লক্ষ্মণে মাৰিবো আউৰ পাচে দেখিবাহা॥
বিভীষণে হেনমতে বিপোহো বঢ়াইল।
হনুমন্ত জাম্বৱন্ত সবে সেনা ধাইল॥ ৫৯৩১
অনেক অস্ত্ৰক ধৰি পৰ্ব্বত শিখৰ।
সম্মুখে যে যুজয় বানৰ নিশাচৰ॥
দুয়োভিতি সেনাগণ লাগিল তুমুল।
বৃক্ষ শিলা বৰিষন্ত শকতি ত্ৰিশূল॥ ৫৯৩২
জাম্বৱন্তে একভিতি সমৰ ভঙ্গাইল।
ৰাক্ষস বলত নদী ৰুধিৰে বহাইল॥
বিভীষণে আপোনাৰ সৈন্য সমন্বিতে।
অসংখ্য ৰাক্ষসবল ভঙ্গাইলা ত্বৰিতে॥ ৫৯৩৩
হনুমন্তে ভঙ্গাইলা আৰৰ ভিতি পশি।
নিশাচৰবল সবে পলাইলা তৰসি॥
ইন্দ্ৰজিত ধায়া গৈলা লক্ষ্মণৰ পাশে।
দুই বীৰে যুজে শৰে জুৰিয়া আকাশে॥ ৫৯৩৪

দুয়ো দুইহানৰ শৰ কাটিয়া পেলাইল।
তত্তুল্য সমৰে কেহো ভঙ্গক নপাইল॥
দুই বীৰ যুজয় ৰণত দুয়ো সম।
দুয়ো দুইহান্তক প্ৰহাৰয় যেন যম॥ ৫৯৩৫
হিংসা হিংসি কৰি যুজে যেন দুই কাল।
ত্ৰৈলোক্যত সাৰ দুয়ো মুনিষ বিশাল॥
সিংহ সম জাম্পন্ত ৰণত নকম্পন্ত।
অস্ত্ৰসব হানন্ত নাহিকে আদি অন্ত॥ ৫৯৩৬
অৱহিতে যুজন্ত ছিদ্ৰক নপাৱন্ত।
খলখলি হাসন্ত বিপোহো প্ৰকাশন্ত॥
ত্ৰৈলোক্যত অজয় দুৰ্জ্জয় কলেৱৰ।
পুত্ৰ দশৰথৰ তনয় ৰাৱণৰ॥ ৫৯৩৭
শনাইবাৰ শৰ যত হানন্ত অপাৰ।
মেদিনীমণ্ডলে দুয়ো মুনিষ যুজাৰ॥
দুইহন্তে দুইহাঙ্ক কিছু ওছক নযান্ত।
তেলীয়াৰ জান্ত যেন চোবাৱন্ত দান্ত॥ ৫৯৩৮
দুয়ো দুইক যুজিবাক সন্ধি আতি চান্ত।
আস বুলি যাহন্ত পাচক নপলান্ত॥
কোন ওছ কোন পৰ বুলিতে নপাৰি।
দেৱগণে চিন্তা বৰ কৰে বুকে হাৰি॥ ৫৯৩৯
আউৰে আউৰক বোলে মিলিল প্ৰলয়।
কিবা ইন্দ্ৰজিত কিবা লক্ষ্মণে জিনয়॥
দুইখান ধনু দেখি মণ্ডল আকাৰ।
টঙ্কাৰ শৱদ আতি শুনি চমৎকাৰ॥ ৫৯৪০
অন্তৰ নেদেখি বাণ শৰ হানিবাৰ।
ত্ৰৈলোক্যত সাৰ দুয়ো মুনিষ যুজাৰ॥
আকাশৰ কাটিয়া গুচাইলা অন্ধকাৰ।
কিৰণ পৰশে মুখ দেখি আউৰে আৰ॥ ৫৯৪১
দুয়ো দুইহান্তক ৰণে আশেষ হানন্ত।
বাণে অন্ধকাৰ কেহো কাকো নেদেখন্ত॥
অন্ধকাৰ গুচি পুনু প্ৰসন্ন হোৱয়।
দুয়ো বীৰে সমৰত প্ৰকাশ কৰয়॥ ৫৯৪২
সাৰথিৰ শিৰ ছেদিলন্ত এক বাণে।
ইন্দ্ৰজিত ভূমিত পৰিল বৰ টানে॥

বানৰ বলৰ মনে ভৈলা বৰ ৰঙ্গ।
বিক্ৰমে ভেদিলা তাৰ ভৈলা ৰথ ভঙ্গ ॥ ৫৯৪৩
ক্ষত বিক্ষত কৰি সেনাক মাৰিল।
দুৰ্ঘোৰ সমৰ ভৈলা ৰাক্ষসে হানিল ॥
হেন দেখি ইন্দ্ৰজিত বৰ লাজ পাইল।
তেখনে সাৰথি ৰথ আগত যোগাইল ॥ ৫৯৪৪
তাতে চড়ি মহাবীৰে কোপ কৰি টান।
লক্ষ্মণক প্ৰহাৰিলা অসংখ্যাত বাণ ॥
প্ৰমাথি বানৰ বীৰে গন্ধ যে মাৰ্দ্দনে।
সিয়ো ৰথ উপৰে পৰিলা দুয়ো জনে ॥ ৫৯৪৫
সম্বৰ শৰীৰে যান্তি নিৰুৎসাহী কৰি।
মুখে তেজ নিকলিয়া ঘোড়া গৈলা মৰি ॥
জাজ্জ্বল্য সমান জ্বলি বীৰ ইন্দ্ৰজিত।
সৈন্যক বোলন্ত তুমি নকৰিবা ভীত ॥ ৫৯৪৬
ক্ষণেকে থাকিয়ো যুদ্ধ প্ৰৱন্ধে নভাগি।
ৰথ সাজি আসো যই নগৰীক লাগি ॥
নগৰী পশিয়া ঝাণ্টে সাজিলেক ৰথ।
অলঙ্কাৰে মণ্ডিলেক ঘোটক সমস্ত ॥ ৫৯৪৭
ধনু বাণ সাজিলা সম্ভাৰ যত যত।
সমৰ ভূমিক গৈয়া পাইলা ক্ষণেকত ॥
শৰে হানি বানৰক ভঙ্গাইলা ৰণত।
শৰণ পশিলা গৈয়া বীৰ লক্ষ্মণত ॥ ৫৯৪৮
হেন দেখি হনুমন্তে বোলে লক্ষ্মণক।
মোহোৰ পিঠিত চড়ি যুজ ৰাক্ষসক ॥
হনুৰ পিঠিত যাই চড়িল লক্ষ্মণ।
সমৰক লাগি বীৰে কৰিলা গমন ॥ ৫৯৪৯
যেন যুদ্ধ ভৈলা দেখন্তেহি ভয়ঙ্কৰ।
মৰি গৈলা অনেক বানৰ নিশাচৰ ॥
সুমিত্ৰাৰ সুত বীৰ ৰণমাজে জানি।
ধনুৰ্গুণ ছেদিলন্ত একবাণ হানি ॥ ৫৯৫০
আৰৰ গুণক পাচে মেঘনাদে দিল।
সিয়ো গুণ শৰ হানি লক্ষ্মণে ছেদিল ॥
হৃদয়ত পাঞ্চ বাণ হানিলা তাহাৰে।
ইন্দ্ৰজিত মূৰ্চ্ছা গৈলা দাৰুণ প্ৰহাৰে ॥ ৫৯৫১

পাঞ্চবাণ বাজ ভৈলা হৃদয়ক ফুলি।
পৃথিৱী বিদাৰি গৈলা পাতালক বুলি ॥
ৰুধিৰে লেপিত ৰাৱণিৰ সব অঙ্গ।
সিন্দুৰৰ বৰ্ণ যেন পঞ্চম ভুজঙ্গ ॥ ৫৯৫২
কতো বেলি ইন্দ্ৰজিতে চেতনক পাইল।
শৰে হানি লক্ষ্মণক চতুৰ্দ্দিকে চাইল ॥
নিসন্ধি কৰিয়া শৰ হানয় আথাকে।
বানৰত পৰিয়া মৰয় জাকে জাকে ॥ ৫৯৫৩
লক্ষ্মণক আৱৰিয়া ঘোৰ নিশাচৰে।
বিভীষণ বীৰক তাড়িলা দশ শৰে ॥
ৰাৱণৰ কনিষ্ঠে কৰিলা প্ৰতিকাৰ।
হৃদয়ত পাঞ্চ বাণ হানিলা তাহাৰ ॥ ৫৯৫৪
ইন্দ্ৰজিতক যে ফুলি বাণ বাহিৰাইল।
শৰৰ বিষত বীৰ ৰাৱণি খঙ্গাইল ॥
পাৱকৰ অস্ত্ৰক হানিলা তেতিক্ষণে।
ৰুদ্ৰ অস্ত্ৰে নিবাৰিলা বীৰ বিভীষণে ॥ ৫৯৫৫
অদভুত সমৰ খোৰত ভাতিজাৰ।
আকাশ পৃথিৱী শৰে দেখি একাকাৰ ॥
একে যেৱে হানন্ত আৱৰে সংহাৰন্ত।
বৰদত্ত দুহান্তো জিনিতে নপাৰন্ত ॥ ৫৯৫৬
সহস্ৰ জ্বালিয়া ভৈলা দুইৰো কলেৱৰ।
প্ৰাণক টাঙ্গিয়া যুজে দুয়ো বীৰবৰ ॥
সমৰত পাচভৰি নকৰিলা কেৱে।
বিস্ময়ক মিলিলা অসুৰ নাগ দেৱে ॥ ৫৯৫৭
হেন দেখি ৰাৱণিৰ শৰীৰে নসহে।
যেহি অস্ত্ৰ দিলা তাক ময় মাতামহে ॥
মন্ত্ৰ পঢ়ি মহাবলে হানিলেক তাক।
অস্ত্ৰৰ অগনি নিকলয় জাকে জাক ॥ ৫৯৫৮
আকাশ ছানিয়া বেগে বাণ বাহিৰাইল।
কুবেৰে দিবাৰ অস্ত্ৰ লক্ষ্মণে চড়াইল ॥
মন্ত্ৰ পঢ়ি হানিলন্ত জ্বলিলা অগনি।
দুই অস্ত্ৰে এক স্থান অন্তৰীক্ষে ছানি ॥ ৫৯৫৯
দুই অস্ত্ৰ উথলিয়া গৈলা ৰামালয়।
নিষ্প্ৰভ হুয়া আকাশতে গৈলা ক্ষয় ॥

খণ্ড খণ্ড হুয়া অস্ত্ৰ ধৰণীক পাইল ।
দুয়ো বীৰে মহালাজে মাথা চপৰাইল ॥ ৫৯৬০
লক্ষ্মণে হানিয়া বাণ কৰয় আস্ফোট ।
সাৰথিৰ তাহাৰ কাটিল মাথাগোট ॥
নিয়মন্তা নাহিকে ৰথৰ চাৰি ঘোড়া ।
ৰথখান ফুৰয় পৱন সম জোৰা ॥ ৫৯৬১
ইন্দ্ৰজিত ফুৰয় ৰণৰ চাৰি পাশ ।
দেখিয়া বানৰবলে তুলিলন্ত হাস ॥
কিছি কিছি কৰিয়া বানৰে পাৰে উকি ।
মাৰ্গ দৰশিয়া কতো পাৰয় ভাবুকি ॥ ৫৯৬২
ৰামসেনা হাসন্ত খেখট কৰি দান্ত ।
চাৰি ঘোড়া ফুৰে ৰাৱণিক দেখিলন্ত ॥
পৰিহাস ভঙ্গিভাৱে নাদয় ভালুক ।
আকৰ্ণ শৱদে মিলি গৈল হুক হুক ॥ ৫৯৬৩
চাৰি ঘোড়া ফুৰয় ৰণৰ চাৰি পালি ।
ইন্দ্ৰজিতে লক্ষ্মণক পাৰিলন্ত গালি ॥
অৰে সুমিত্ৰাৰ সুত খানিতেক সহ ।
সাৰথিক মাৰিলে ইহাত মহ মহ ॥ ৫৯৬৪
এতমান ৰাজপুত্ৰ হেনসে মহত ।
নীচৰ হাতত মোক হসুৱাস কত ॥
ৰামৰ কনিষ্ঠ বীৰ তইসে লক্ষ্মণ ।
আতি অল্পমতি তই লঘুতৰ জন ॥ ৫৯৬৫
সাত্ত্বিক নহস তই হৱস নিলাজ ।
মাৰিছো অনেকবাৰ তোক ৰণমাজ ॥
দুয়ো ভায়েৰৰ মাথা নকাটিলো ঘিণে ।
সিসব বচন কিয় নপৰয় মনে ॥ ৫৯৬৬
মহাবীৰ যিটো হৱে তাৰো ভঙ্গ হয় ।
হাৰিয়া জিনয় কতো জিনিয়া হাৰয় ॥
তিনিয়ো লোকক ৰণে জিনিলন্ত বলি ।
নাৰায়ণে তাহাকো পাতালে থৈলা ছলি ॥ ৫৯৬৭
মায়া যুজে যুজিলি লক্ষ্মণে বোলে আগে ।
কি কথা কহন্তে তোৰ বৈলক্ষণ্য লাগে ॥
নিৰ্গত প্ৰাণীৰ নাহি কৈত ভাত কণ্ঠ ।
ন্যায় যুজে যুজি বেটা পাচে মোক হেঠ ॥ ৫৯৬৮
আজি যেৱে জীৱস নিন্দিবি পাচে মোক ।
লক্ষ্মণৰ হাতত দেখিবি যমলোক ॥
ইটো চক্ষে আৰ নেদেখিবি মাৰ বাপ ।
লক্ষ্মণ বীৰৰ আজি বুজিবি প্ৰতাপ ॥ ৫৯৬৯
নীচৰ যে পৰাভৱ এৰাইলো আপুনে ।
তিনিয়ো ভুৱনে তোক ৰাখিবেক কোনে ॥
দেৱতাক যত দুখ দিয়াছ দন্দুৰ ।
মোৰ হাতে সকল ভাৱনা হৈব চুৰ ॥ ৫৯৭০
লক্ষ্মণৰ বোলে কোপ জ্বলিলা মনত ।
অগনি লাগিলা যেন শুকান বনত ॥
অসুৰৰ অস্ত্ৰক ৰাৱণ তুলি লৈল ।
মন্ত্ৰ পঢ়ি আনিয়া ধনুৰ গুণে ভৈল ॥ ৫৯৭১
আকৰ্ণ পূৰিয়া তাক হানিলন্ত বলে ।
অস্ত্ৰৰ মুখৰ জাকে অগনি নিকলে ॥
ত্ৰৈলোক্যত চমৎকাৰ ভৈলা ভয় ভীত ।
লক্ষ্মণে নপাৰে জানো আপুন ৰাখিত ॥ ৫৯৭২
লক্ষ্মণেয়ো শিৱমন্ত্ৰ পঢ়িয়া মনত ।
মহেশৰ অস্ত্ৰ আনি চড়াইলা গুণত ॥
বল দিলা হানিলা আকাশে চলি যায় ।
ৰাৱণিৰ অস্ত্ৰসব খেদি খেদি খায় ॥ ৫৯৭৩
ৰাৱণিৰ অস্ত্ৰ যত সবে ভৈলা ক্ষয় ।
ইন্দ্ৰ বৰুণৰ অস্ত্ৰ ৰণত হানয় ॥
সুমিত্ৰাৰ তনয় সকল গুণ জানি ।
সংহৰিলা অস্ত্ৰ আপুনাৰ বলে হানি ॥ ৫৯৭৪
যত যত শৰ মানে হানিলা অপাৰ ।
দশৰথসুতে তাক কৰিলা সংহাৰ ॥
হতাশ নহৈয়া বীৰ ৰাৱণি গুণয় ।
ৰামৰ কনিষ্ঠ বীৰ ত্ৰৈলোক্য অজয় ॥ ৫৯৭৫
যত যত অস্ত্ৰ মোৰ সবে সংহৰিল ।
জানিলো ইহাৰ হাতে মৰণ মিলিল ॥
দেৱ মুনিগণ আৰো গন্ধৰ্ব্ব চাৰণে ।
মন্ত্ৰ পঢ়ি অসংখ্যাত জিনন্তো লক্ষ্মণে ॥ ৫৯৭৬
অব্যাহতে পাৰন্তো ৰামৰ সন্নিহিত ।
ত্ৰৈলোক্যৰ শত্ৰু মৰি যাউক ইন্দ্ৰজিত ॥

জগতৰ মাৰে ৰাখন্তোক ৰণচণ্ডী।
স্বৰ্গ মৰ্ত্ত্য পাতালে দুৰ্গতি যাউক্ খণ্ডি ॥ ৫৯৭৭
এহি বীৰ পৰিলে সবাৰো সুস্থ হয়।
সকালে মাৰন্তো আক সুমিত্ৰাতনয় ॥
দুয়ো বীৰ সমৰত উচ্চক নযান্ত।
দিব্য অস্ত্ৰ হানি সব দিক পূৰিলন্ত ॥ ৫৯৭৮
দশ দিশ তমোময় ভৈলা অন্ধকাৰ।
দিনত আন্ধাৰ নেদেখিয় আউৰে আৰ ॥
অসংখ্যাত শৰ হানি গুচাইলন্ত তম।
দুয়ো বীৰে যুজে মেৰু মন্দৰৰ সম ॥ ৫৯৭৯
পাচভৰি নকৰে অজয় দুয়ো বীৰ।
শৰঘাৰে জৰ্জ্জৰিত দুইহানো শৰীৰ ॥
পাঞ্চ দিন পাঞ্চ ৰাতি ভৈলা ঘোৰ ৰণ।
আকাশত হৰিষে নাচন্ত দেৱগণ ॥ ৫৯৮০
সাধু সাধু মহাবীৰ ত্ৰৈলোক্য মুনিষ।
দেৱগণে প্ৰশংসা কৰন্ত আসৰিশ ॥
কুশৰ কণ্টক দিতে ঠাই নাই গাৱৰ।
সিন্দূৰৰ বৰ্ণ যেন দেখি এককাৰ ॥ ৫৯৮১
অস্থি চৰ্ম্ম মাংসক ভেদিলা শৰজাকে।
তথাপিতো দুয়ো বীৰে বিমুখে নথাকে ॥
দুয়ো ভিতি সেনা ঘোৰ যুদ্ধক আকলি।
নিশ্চলে থাকিলা যেন চিত্ৰৰ পুতলি ॥ ৫৯৮২
দুইহানো শৰীৰ আতি দেখি অসদৃশ।
ৰাৱণৰ পুত্ৰ দশৰথৰ কনিষ্ঠ ॥
এতহন্তে লক্ষ্মণেয়ো অস্ত্ৰ গুণি পাইলা।
যিটো শৰে দেৱৰাজে অসুৰ ভঙ্গাইলা ॥ ৫৯৮৩
নমস্কাৰ কৰি আনি জুৰিলা গুণত।
ৰামৰ চৰণ দুই সুমৰি মনত ॥
তক্ষক সৰ্পৰ সম সদৃশ বিশাল।
নিশাচৰ অসুৰ বংশৰ ক্ষয় কাল ॥ ৫৯৮৪
সুৱৰ্ণ মাণিক দিব্য ৰচিত ৰতনে।
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত অনেক যতনে ॥
দ্বাদশ আদিত্য আনি লেখিয়াছে তাত।
সূৰ্য্যমুখ নামে পৰ জগত প্ৰখ্যাত ॥ ৫৯৮৫

ইন্দ্ৰ আদি কৰিয়া যতেক দেৱগণ।
লক্ষ্মণক দিলা ইন্দ্ৰজিত বধ মন ॥
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া আনি।
দৃঢ়তৰ লক্ষ্মণে বুলিলা হেন বাণী ॥ ৫৯৮৬
ৰামদেৱ হন্ত যেৱে ধৰ্ম্মত প্ৰধান।
দেৱ দ্বিজ গুৰু ছাৰি নজানন্ত আন ॥
ভকত বৎসল সদকৰ্ম্মে সদা ৰত।
ভকতি কৰন্ত সদা হৰি শঙ্কৰত ॥ ৫৯৮৭
তাহান কিঙ্কৰ মই ৰামে মোৰ নাথ।
এহি শৰে ৰাৱণিৰ সংহাৰোক মাথ ॥
ৰুদ্ৰ মন্ত্ৰ আনি তাতে জপিলা সকলে।
টঙ্কাৰে হানিলা আকাশক ছানি চলে ॥ ৫৯৮৮
চলি যাই অস্ত্ৰ মাৰুতৰ পথ ভেদি।
গৰুড়ে যাহন্ত বেগে যেন সৰ্প খেদি ॥
গ্ৰীৱত পৰিলা যাই বীৰ ৰাৱণিৰ।
কিৰীটি সহিতে তাৰ ছেদিলন্ত শিৰ ॥ ৫৯৮৯
কুণ্ডল যুগল চন্দ্ৰ সম জ্যোতি কৰে।
কতো দূৰে পেলাইলন্ত লক্ষ্মণৰ শৰে ॥
বানৰ ভালুকে দেখি ডেৱা ডেই পাৰে।
ৰাক্ষস বলক সবে খেদি খেদি মাৰে ॥ ৫৯৯০
ৰাৱণিৰ সেনাগণ বিভঙ্গে পলাইল।
কতো সাগৰৰ জলে পশিয়া লুকাইল ॥
ভালুক সেনায়ে কতো খেদি খেদি খাইল।
গহ্বৰে পশিল কতো বানৰে ভঙ্গাইল ॥ ৫৯৯১
দশোদিশি গৈল কতো বনত পশিল।
লঙ্কাত পশিল কতো সমৰে পৰিল ॥
ইন্দ্ৰ আদি কৰিয়া সকল দেৱগণ।
সুৰ মুনি প্ৰশংসন্ত সাধু লখমণ ॥ ৫৯৯২
চিৰকালে এৰাইলোহো ৰাক্ষসৰ ভয়।
বাদ্য ভণ্ড শৱদ মিলিলা জয় জয় ॥
নৃত্য গীত কৌতূহলে মণ্ডিলা আকাশ।
সুগন্ধি শীতল বায়ু মলয়া উলাস ॥ ৫৯৯৩
নিৰ্ম্মল শীতল জল বহে নদ নদী।
শুভ শুভ জয় জয় তিনি লোক ভেদি ॥

বানৰ ভালুকগণ নাচে শাৰী শাৰী।
ঊৰ্দ্ধক তুলিয়া হাত কতো উকি পাৰি ॥ ৫৯৯৪
কিছি কিছি হুক হুকি শৱদ তুম্বুলে।
পৃথিৱীত মাথা দিয়া ফুৰাৰে লাঙ্গুলে ॥
কতো কতো ভুকু মাৰি দিৱয় লৰৱ।
আন ছলে মাৰ্গ লোণ্ডি বৈসাৰে চৰৱ ॥ ৫৯৯৫
ঘোৰাকাটি মাৰে কতো আন ভিতি চাই।
আউৰ আউৰে পৰিহাস মাৰে কিল গাই ॥
গলাগলি কৰি বোলে আমি ভাগ্যে জীলো।
লক্ষ্মণ গোসাইৰ কাৰ্য্যে কল্যাণ মিলিলো ॥ '৯৬
যাহাৰ প্ৰসাদে এৰাইলোহো সবে দুখ।
ইন্দ্ৰজিত পৰিল দেখিবো বন্ধুমুখ ॥
বোলন্ত কন্দলি ৰামচৰণেসে গতি।
বোলা ৰাম ৰাম পাপ যাউক অধোগতি ॥ '৯৭

---

### ছবি

ইন্দ্ৰজিত বীৰ বৈৰী সমৰে নিঃশেষ কৰি
হৰিষক পাইলা লখমণ।
হনুমন্ত জাম্বৱন্ত আদি কৰি কপিগণ
সবাৰো হৰিষ ভৈল মন ॥
লক্ষ্মণৰ শিৰে দেৱে পুষ্পবৃষ্টি কৰিলন্ত
আকাশী গঙ্গাৰ বহে জল।
দেৱৰ সমাজে নানা উৎসৱ মিলিলা সবে
বাসৱে কৰন্ত কৌতূহল ॥ ৫৯৯৮
বিভীষণ আদি কৰি ভালুক বানৰ সবে
লক্ষ্মণক প্ৰশংসা কৰিল।
সাৰ্থক তুমিসে বীৰ ইন্দ্ৰক জিনিলা যিটো
তাক মাৰি যমঘৰে নিল ॥
বিজয় দুন্দুভি বাই পৰম হৰিষ মনে
শ্ৰীৰাম পাশক চলিলা।
পৰম হৰিষ মন উৰুলি জঙ্কাৰ ঘন
শুনি ৰামে আনন্দ লভিলা ॥ ৫৯৯৯
ৰাঘৱৰ অনুগতে পৰম সাদৰ ভাৱে
প্ৰণামিলা পাচে জানু শিৰে।
বাৰ্ত্তাক পুছিলা ৰামে নকহিলা লখমণে
কহিলন্ত বিভীষণ বীৰে ॥
যিটো বাসৱক জিনি যশ পাইলা ত্ৰিভুৱনে
যাৰ থৈলা ইন্দ্ৰজিত নাম।
হাৰিলন্ত দেৱগণ কৰিয়া দুৰ্ঘোৰ ৰণ
যাক নাহি সমৰে উপাম ॥ ৬০০০
হেন বীৰ অদভুত ৰাৱণৰ শ্ৰেষ্ঠ সুত
মৰি গৈলা সিটো যমথানে।
তাহাৰ ছেদিলা শিৰ লখমণ মহাবীৰ
তীক্ষ্ণতৰ মহা দিব্য বাণে ॥
এতেক শুনিয়া ৰামে হৰিষ লভিলা মনে
আতিশয় উৎসৱক পাইল।
লক্ষ্মণক কোলে ধৰি মাথাত চুম্বন কৰি
নানাবিধ উৎসৱক পাইল ॥ ৬০০১
ৰামদেৱে প্ৰশংসিল সাফল সাফল বীৰ
উদ্ধাৰিলা হৃদৰ শাল।
হত ভৈলা ইন্দ্ৰজিত আনক নাহিকে ভীত
ৰাৱণক বধিবো সকাল ॥
পাঞ্চদিন পাঞ্চৰাতি নিৰন্তৰে যুদ্ধ কৰি
বধিলাহা বীৰ ইন্দ্ৰজিত।
কীৰ্ত্তি থৈলা মহীতলে যাৱে চন্দ্ৰ দিবাকৰে
আজিসে আনন্দ ভৈল চিত্ত ॥ ৬০০২
ৰাঘৱে আনন্দ পাই মনে মহা ৰঙ্গ হুয়া
বোলন্ত মৰিল লঙ্কেশ্বৰ।
এৱেসে জানিলো মই সীতা দৰশন হুইবো
ৰাৱণ যাইবেক যমঘৰ ॥
তুষ্ট হুইবে ত্ৰিদশৰ লঙ্কেশ্বৰ পাপতৰ
অধৰ্ম্মে নাশিব নিশাচৰে।
আৰে দেৱ ঋষিগণে হৰিষ হৈবন্ত মনে
তুষ্ট হুইব দেৱ পুৰন্দৰে ॥ ৬০০৩
বিভীষণ নিমিত্তত ৰাৱণি ভৈলেক হত
মৰিয়া গৈলেক যমঘৰ।

হনুমন্ত জাম্বৱন্ত আদি কৰি কপিগণ
সুহৃদ আছিলা জন্মান্তৰ ॥
এহি বুলি পুনৰপি আলিঙ্গি চুম্বন কৰি
লক্ষ্মণক দেৱতা শ্রীৰাম ।
ৰামসেনা যত আছে সবহি হৰিষে পাচে
উৎসৱ লভিলা অনুপাম ॥ ৬০০৪
ৰামৰ চৰিত্ৰচয় সাক্ষাতে অমৃতময়
সাৱধানে শুনা সৰ্ব্বজন ।
আয়ু ক্ষণে ক্ষণে যায় বিলম্বক নুযুৱায়
ঝাণ্টে লৈয়ো ৰামত শৰণ ॥
দুৰ্ঘোৰ সংসাৰ তেবে মহাসুখে তৰিবাহা
মুখত নেৰিবা হৰিনাম ।
মাধৱ কন্দলি ভণে হৰিক ধৰিয়ো মনে
বোলা নিৰন্তৰে ৰাম ৰাম ॥ ৬০০৫

---

ৰাৱণৰ ক্ৰোধ আৰু সীতাক কাটিবলৈ উদ্যত

পদ

ৰামদেৱ থাকিলন্ত কৌতূহল ভাৱে ।
বাৰ্ত্তা পৰি পৰি গৈলা ৰাৱণৰ ঠাৱে ॥
ৰণশেষ যিবা ইন্দ্ৰজিতৰ লগৰ ।
কৰযোৰ কৰি বোলে দেৱ লঙ্কেশ্বৰ ॥ ৬০০৬
শুনিয়োক ৰাজা চিত্ত কৰিয়োক থিৰ ।
শুনা ৰণে পৰিলন্ত ইন্দ্ৰজিত বীৰ ॥
ইন্দ্ৰে জাক হাৰিলা আউৰ সুৰগণে ।
হেন বীৰ জিনিলন্ত দুৰ্জ্জয় লক্ষ্মণে ॥ ৬০০৭
পাঞ্চদিন পাঞ্চৰাতি দেখিলোহো ৰঙ্গ ।
দুৰ্ঘোৰ সমৰে কেহো নেদিলেক ভঙ্গ ॥
লক্ষ্মণ বীৰক কোনে যুজিবেক আন ।
নাহিকে সদৃশ মেঘনাদৰ সমান ॥ ৬০০৮
লক্ষ্মণৰ শৰে গাৱে উধাৱয় বিষ ।
বাতুল ভৈলাহা একো নপান্ত উদ্দিশ ॥
শিৰশ্চেদ কৰিলন্ত লক্ষ্মণৰ শৰে ।
নিৰ্ম্মল স্বৰ্গক পাইল তোমাৰ কুমাৰে ॥ ৬০০৯
লঙ্কেশ্বৰে শুনিলন্ত তনয়ৰ বধ ।
নিশ্চলে পৰিলা কুৰি নয়ন তৰধ ॥
বিমূৰ্চ্ছিত ভৈলা তমোময় অন্ধকাৰ ।
ফুৰণি দেখিলা চিত্ত স্থিৰ নোহে তাৰ ॥ ৬০১০
সুশীতল জলে তিয়াইলন্ত মন্ত্ৰীগণে ।
অনন্তৰে কতোক্ষণে লভিলা চেতনে ॥
চেতন লভিয়া উঠি ৰাজা দশগ্ৰীৱে ।
হা হা পুত্ৰ বুলি মুঠি হানিলন্ত হিয়ে ॥ ৬০১১
ক্ৰন্দন কৰয় ৰাজা গম্ভীৰ যে নাদে ।
বিলাপ কৰয় ৰাজা মনত বিষাদে ॥
হৰি হৰি বাপ সুৰপতিক ভঙ্গাইলে ।
ইন্দ্ৰজিত নাম বৰ কীৰিতি আনাইলে ॥ ৬০১২
ত্ৰিভুৱনে চমৎকাৰ মুনিষ বোলাইলে ।
লক্ষ্মণৰ হাতে কেনে প্ৰাণ হৰুৱাইলে ॥
স্বৰ্গত ইন্দ্ৰক জিনি মনালেক কাপ ।
পৃথিৱীৰ ৰাজা তোৰ নসহে প্ৰতাপ ॥ ৬০১৩
পাতালতে হাৰিলা যতেক সুৰ নাগে ।
মানুষে মাৰিলে তোক মোৰ কৰ্ম্মভাগে ॥
মেৰু পৰ্ব্বতক শৰে পাৰস ফুলিত ।
হেমৱন্ত পৰ্ব্বতক পাৰস তুলিত ॥ ৬০১৪
প্ৰচণ্ড অগনি বাপ কিমতে জুৰাইলে ।
লক্ষ্মণৰ হাতে পৰি কিমতে বুৰাইলে ॥
হা মেঘনাদ মোক কৈক এৰি যায় ।
তোৰ শোকে প্ৰাণ ফুটে কৈ গৈলি পুতাই ॥ '১৫
ত্ৰিশূন্য দেখো অন্ধকাৰ দশোদিশ ।
শোক সৰ্পে দংশিলে শৰীৰে উধাই বিষ ॥
তোৰ মাৱ বাপে এৱে কেনমতে জীবো ।
ৰাজন্ধৰ পুত্ৰ বুলি ফোকাৰ কৰিবো ॥ ৬০১৬
বিধৱা ভাৰক বহিবেক বধূলোকে ।
তোহোৰ নিমিত্তে মৰিবোহো পুত্ৰশোকে ॥
তোক যাৰ শঙ্কা আৱে সবে ভৈলা দূৰ ।
অচিন্তে কৰিব নিদ্ৰা দেৱতা অসুৰ ॥ ৬০১৭
মোৰসে বুৰিল জগতৰে ভৈলা ৰঙ্গ ।
এহি বুলি ৰাৱণৰ উঠি গৈলা খঙ্গ ॥

দশগোটা মাথা কম্পাৱয় কুৰি কৰ্ণ।
ক্ৰোধে কুৰিগোটা চক্ষু সিন্দূৰৰ বৰ্ণ ॥ ৬০১৮
কুৰি পালি দশন চোবাৱে কৰ কৰি।
দশখান যান্তে যেন তেলী তেল পেৰি ॥
হাতে হাতে পিষয় কণ্ডুতি কৰে শিৰ।
ঘনে ঘনে কম্পে তাৰ সকল শৰীৰ ॥ ৬০১৯
হাতত খড়্গ ধৰি ছালিলেক গাৰ।
সীতাক কাটিবে যাই প্ৰচণ্ড প্ৰভাৱ ॥
আতি বৰ খঙ্গে ৰাজা যেই ভিতি চাই।
সিভিতিৰ প্ৰজা যত পাচত লুকায় ॥ ৬০২০
পুত্ৰৰ মৰণ মোৰ পাপিষ্ঠীৰ কাজে।
আজি কাটি পেলাওঁ অশোক বনমাজে ॥
মোহোৰ লঙ্কাত আসি সোণগুই পশিল।
অমাত্য সহিতে পুত্ৰ ৰণত নাশিল ॥ ৬০২১
মায়াসীতা কাটিলেক পুত্ৰ বীৰবৰে।
স্বৰূপ সীতাক কাটি পেযো যমঘৰে ॥
তপস্বীৰ গহে মোক দিয়া থাকে পিঠি।
মই যদি ভালে থাকো কন্যাৰ কি লাঠি ॥ ৬০২২
সীতাক কাটিয়া তপস্বীৰ মান সাৰো।
সমৰ ভূমিত পাচে দুয়ো ভাইক মাৰো ॥
আলোচি দক্ষিণ হাতে খাণ্ডা তুলি লৈলা।
অশোক বনক ৰাজা কোপে চলি গৈলা ॥ ৬০২৩
দূৰে বসি সীতা দেৱী আকলিলা তাক।
ৰাৱণাৰে আসয় আমাক কাটিবাক ॥
শুনি আছো লক্ষ্মণে বধিলা ইন্দ্ৰজিত।
পুত্ৰশোকে আসে ৰাজা আমাক কাটিত ॥ ৬০২৪
বাৰে যেন কদলী কাম্পৰন্ত দেখি মূৰ্ত্তি।
ডৰে থৰ পশি ভৈলা হৰিলেক চুৰ্ত্তি ॥
অন্তকালে মাধৱক সুমৰন্ত মাৱ।
আন গতি নাহিকে ৰামৰ চুই পাৱ ॥ ৬০২৫
অৰবিন্দ মন্ত্ৰীয়ে জানন্ত অভিপ্ৰায়।
ৰাৱণক মন্ত্ৰী বাধা কৰিলন্ত যাই ॥
আগবাঢ়ি বোলে শুনা লঙ্কেশ্বৰ নাথ।
হেন কি ঘাটন বুদ্ধি জনিল তোমাত ॥ ৬০২৬

পুলস্তি বংশত তুমি ভৈলা উতপতি।
তিৰীবধ কৰিতে তোমাৰ অযুগুতি ॥
সমস্ত বিদ্যাত তুমি শাস্ত্ৰত পণ্ডিত।
শোকৰ বেগত কেনে কৰা গৰিহিত ॥ ৬০২৭
হঠাৎকাৰ কৰ্ম্ম এৰি ত্যজিয়োক বোষ।
মনে গুণি চাৱা জানকীত কিবা দোষ ॥
তিৰীবধ মহাপাপ নকৰিয়ো সাৰ।
যাৱে চন্দ্ৰ দিবাকৰে কুযশ তোমাৰ ॥ ৬০২৮
শুকান ঘাৱত ঘষা আকনাৰ আঠা।
ইন্দ্ৰজিত মৰিল সীতাক কিয় কাটা ॥
ঘাণ্ডে ধান খাইলেক তান্তিৰ কাটে বাটি।
আনে চুৰি কৰিলেক আনৰ চুলকাটি ॥ ৬০২৯
সীতাক কাটিয়া পুত্ৰ জীয়াইবাক পাৰি।
তেৱে কাটিয়োক আৰো এক লক্ষ নাৰী ॥
হিতবাক্য বোলো ৰাজা ধৰিয়ো মনত।
এহি কোপ সফলিয়ো ৰাম লক্ষ্মণত ॥ ৬০৩০
অৰবিন্দ বোলে ৰাজা কোপ পালটাইল।
অঙ্কুশৰ ঘাৱে যেন হস্তী বাহুৰাইল ॥
লঙ্কেশ্বৰে পাইলা যায় অন্তেষ যে পুৰ।
কোলাহল শুনিলেক ক্ৰন্দন তুমুল ॥ ৬০৩১
ক্ৰন্দন শুনিয়া ৰাজা তেখনে ওলাইল।
মনত অসুখে গৈয়া মণ্ডপক পাইল ॥

ৰাৱণৰ যুদ্ধ যাত্ৰা

যত বল আছিল ৰণৰ অৱশেষ।
যুজিবাক লাগি ৰাজা কৰয় আদেশ ॥ ৬০৩২
কৰযোৰ কৰিয়া বোলয় লঙ্কেশ্বৰ।
বচনক শুন মোৰ যত নিশাচৰ ॥
চপকৰে সমদলে ঝাণ্টে যাহা চলি।
নিৰ্ভয়ে যুজিয়ো গৈয়া সব সৈন্য মিলি ॥ ৬০৩৩
অৱহিতে যুজিবাক কৰিয়ো যতন।
আন যত এৰিয়া ৰামক কৰা ৰণ ॥
ৰামক জিনিলে জানা জিনিবো সবাকে।
সবে মিলি বেঢ়ি মাৰা অকলে ৰামকে ॥ ৬০৩৪

ৰামক বেঢ়িয়া সবে কৰিবাহা শৰ।
বাণাঘাতে হৈবন্ত শৰীৰ জৰাজৰ॥
আমি পাচে চলিবো আপন ৰথ সাজি।
ৰাম লক্ষ্মণৰ নাম লুকাই এৰো আজি॥ ৬০৩৫
পুত্ৰশোকে আৰে মোৰ সব গাৱ দহে।
হাজাৰেক ৰামে আজি লাহাৰি নসহে॥
ৰাৱণ সাগৰ মাজে ৰাঘৱ মজোক।
নৈৰাশিত হুয়া সীতা আমাক ভজোক॥ ৬০৩৬
হেন শুনি চলি ভৈলা ৰাক্ষস সমস্তে।
অসংখ্যাত হয় হস্তী চতুৰঙ্গ ৰথে॥
সবে চপকৰে গৈয়া জপাইলেক ৰণ।
দেখি ৰিঙ্গ দিলা বানৰৰ সেনাগণ॥ ৬০৩৭
বানৰে ৰাক্ষসে যুদ্ধ ভৈলা ভয়ঙ্কৰ।
মৰণক ভয় এৰি যুজে নিশাচৰ॥
পয়দা পাইলে বস্ত্ৰ ধোৱে যেন ধোবে।
পিঠিত আসন কোবাৱয় থিউ কোবে॥ ৬০৩৮
বানৰৰ মুণ্ড গাণ্ডি ফালিয়া পেলাৱে।
হাত পাৱ ছিণ্ডে সবে খড়গৰ ঘাৱে॥
হস্তী ঘোৰা ছেপি মাৰি ভঙ্গাইল সকলে।
বানৰেয়ো পাচে খেদি গৈল পৰদলে॥ ৬০৩৯
কাহাকো মাৰন্ত নিৰ্য্যাস লাথি কিলে।
ঘোৰাকাতি কামোৰে টাকৰে তৰুশিলে॥
নাক মুখ কাণ দান্তে কামুৰিয়া ছিণ্ডে।
ৰাক্ষস বলক মাৰি থৰৈ ভিণ্ডে ভিণ্ডে॥ ৬০৪০
হাত পাৱ মছৰিয়া শৰীৰ পচাৱে।
পাচে তাক বানৰে মাদল কৰি বাৱে॥
ৰাক্ষস ভঙ্গাৱে কতো কপিসবে তোলে।
সম যুদ্ধ কতোবেলি হিন্দলা হিন্দোলে॥ ৬০৪১
হেন দেখি সমৰে সন্মুখ ভৈলা ৰাম।
গন্ধৰ্ব্ব অস্ত্ৰক লৈয়া আতি অনুপাম॥
একে ৰাম যুজন্তে শতেক ৰাম দেখি।
অস্ত্ৰসব প্ৰহাৰন্তে কেহোৱে নলক্ষি॥ ৬০৪২
দশদিশে ধনুখান ফুৰে যেন চাক।
চতুৰ্দ্দিশে বোম্বালে নিকলে শৰজাক॥
লৱৰন্তে জোৰন্তে ক্ষেপন্তে শৰচয়।
ৰণে কেহো ৰামক লক্ষিতে নপাৰয়॥ ৬০৪৩
পূব যে দিশত দেখি পশ্চিমতো দেখি।
দক্ষিণ দিশত দেখি উত্তৰতো লখি॥
অগনি নৈঋত কোণ বায়ব্য ঐশান।
অধে ঊৰ্দ্ধে দশোদিশে কৰিলা সন্ধান॥ ৬০৪৪
হেনমতে ৰামদেৱে বাণ বৰিষন্ত।
শৰ বৰিষন্তে একো বীৰে নলক্ষন্ত॥
হেন শীঘ্ৰ বেগে যাই শৰচয় পৰে।
হস্তী ঘোৰা ৰথীয়ে সাৰথি ৰথ মাৰে॥ ৬০৪৫
বৃক্ষ ঝাঙ্কাৰন্তে যেন সৰে পকা ফল।
ৰাক্ষসৰ মুণ্ডে ভূমি জুৰিলা সকল॥
সহস্ৰেক ৰাম যেন দেখিয়া চৌকালে।
সকল সেনাক পীড়িলেক ইন্দ্ৰজালে॥ ৬০৪৬
আৰকায়ে যুজন্ত দেখন্তে একেশ্বৰে।
ক্ষয় কাল মিলিলা সকল ৰাক্ষসৰে॥
নিশাচৰ জাজি ভৈলা ৰাঘৱে সমুদ্ৰ।
প্ৰলয় কালত যেন কাল অগ্নি ৰুদ্ৰ॥ ৬০৪৭
কেহো বোলে মোৰ হস্তী গৈল যমঘৰ।
কেহো বোলে আমাৰ মাৰিল হয়বৰ॥
কেহো বোলে আমাৰ যে মৰিল তনয়।
কেহো বোলে মোৰ ভাই গৈলা যমালয়॥ ৬০৪৮
মৰিল মৰিল শুনি ৰাক্ষসৰ বাণী।
ৰামদেৱে বধে তাক বধন্তে নজানি॥
ৰথ দশ হাজাৰ ছেদিলা তেতিক্ষণে।
অষ্টাশী হাজাৰ আবো ছেদিলা বাৰণে॥ ৬০৪৯
চৌৰাশী সহস্ৰ ঘোৰা ৰাউত সমে মাৰি।
ত্ৰিশ লক্ষ পদাতিক মাৰিলা মুৰাৰি॥
চাৰি দণ্ডে একে যে প্ৰজাক কৰি ক্ষয়।
মহাবীৰ ৰামদেৱে লভিলা বিজয়॥ ৬০৫০
সুগ্ৰীৱক চাহি ৰামে বুলিলন্ত বাণী।
ইটো দিব্য অস্ত্ৰ মিত্ৰ কেহোৱে নজানি॥
আমি আক জানওঁ আউৰ মহাদেৱ।
গন্ধৰ্ব্বৰ অস্ত্ৰ আক নজানয় কেৱ॥ ৬০৫১

সুগ্রীৱ শুনিয়া বৰ আনন্দক পাইল।
আতি প্ৰশংসায়ে সবে তেজক বঢ়াইল ॥
ৰামহাতে পৰিলেক সেনাপতি দশ।
বিমৰ্দ্দন বিদ্যুৎজিহ্ব চক্ৰাদি ৰাক্ষস ॥ ৬০৫২
কুম্ভহনু খৰৰুদ্ৰ বীৰ শঙ্কুকৰ্ণ।
বীৰলক্ষ হয়গ্ৰীৱ আৰৱ তপন ॥
হস্তীকৰ্ণ সমন্বিতে দশ সেনাপতি।
ৰামৰ হাতত পৰি ভৈলা সদগতি ॥ ৬০৫৩
গন্ধৰ্ব্বৰ অস্ত্ৰত পৰিয়া মোক্ষ ভৈল।
দেৱ বিমানত চড়ি স্বৰ্গলোকে গৈল ॥
ৰামদেৱে সমৰত যত সেনা মাৰি।
মাধৱ কন্দলি কহিলন্ত অল্প কৰি ॥ ৬০৫৪
ৰামৰ যুজৰ কথা কি কহিবো আৰ।
বাহুল্য কৰিতে নাহি সংক্ষেপ পয়াৰ ॥
হতশেষ ৰাক্ষস লঙ্কাক লাগি গৈলা।
নৰনাৰী ক্ৰন্দন তুমুল ৰোল ভৈলা ॥ ৬০৫৫
নমো নমো নাৰায়ণ ৰাম ৰঘুপতি।
তোমাৰ চৰণে মোৰ নছাৰোক মতি ॥
সদায় নেৰোক মুখে তযু গুণ নাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৬০৫৬

---

ছবি

এতহন্তে লঙ্কেশ্বৰে শুনিলন্ত নিৰন্তৰে
তিৰীলোক অনেক কান্দয়।
কতো কতো আজোৰয় হিয়ামুণ্ড ধাকুৰয়
কতো কতো বিধিক নিন্দয় ॥
কেহো বোলে সখীবাই কিকাৰণে যমৰায়
এত দুখে নেনিলেক মোক।
সিহেনসুন্দৰস্বামী কোথা গৈলেপাইবো আমি
আৰৱ মাণিক মুৱা পোক ॥ ৬০৫৭
কতো কতো বোলে আই হা গুণৱন্ত ভাই
হা হা বাপ কৈ গৈলে শশুৰ।
বান্ধৱ মমাই আৱে কোথা গৈলে লাগ পাওঁ
মুঠি হানি হিয়া কৰো চুৰ ॥
ৰাৱণ ৰাজাৰ তেৱে হেনমতি কৰিলেক
আমাৰ ভৈলেক বন্ধ ভাৰি।
ত্ৰৈলোক্যৰ কন্যাগণে ইহাঙ্ক নাটিলে দেখা
জানকীক আনিলেক হৰি ॥ ৬০৫৮
যিটো বীৰে মাৰিলেক খৰ আৰ দূষণক
মাৰীচ ত্ৰিশিৰা কুম্ভকৰ্ণ।
সন্মুখেয়ো লঙ্কেশ্বৰ হাৰিলেক শ্ৰীৰামত
মুখ ভৈলা নিশ্ৰীক বিবৰ্ণ ॥
দেখ অৱে পুত্ৰ ভাই সমৰত হত ভৈলা
বুৰিল পৰায় দেখো ৰাজ।
এভো নিয়া জানকীক ৰাঘৱত নসম্পয়
বিৰহত মৰয় নিলাজ ॥ ৬০৫৯
সবে গাৱ মাৰিলেক কৰঙ্গণে বাতি জ্বলে
বিৰহৰ কমন প্ৰস্তাৱ।
চুলি সমে মুণ্ড নাই দুয়ো হাতে ধৰি যেন
তৈল বুলাৱয় সৰ্ব্ব গাৱ ॥
গাওঁত বসতি নাই সীমাক গুণয় যেন
নৃপতিক কুলক্ষণে পাইল।
নিৰ্ব্বাণ কালৰ দীপ জ্বলিয়া নিমাই যেন
দেখ তোৰ মানে বুৰি আইল ॥ ৬০৬০
ঘৰে যে বাহিৰ ঘোৰ ক্ৰন্দনৰ ঊৰ্ম্মি ৰোল
কাণ যেন ফুটয় ৰাজাৰ।
তিৰীৰ বিৰোধ বৰ বচন শুনিয়া কোপে
অগনি উধাই গৈলা তাৰ ॥
ওৰ পলাশৰ বৰ্ণ কুৰি গোটা চক্ষু জ্বলে
ফুৰে যেন কুমাৰৰ চাক।
কহিৰা সাৰথি মোৰ ৰথখান সাজ গৈয়া
ঝাণ্ট কৰি যোগায়ে আমাক ॥ ৬০৬১
এতেক বুলিয়া সিটো আদেশ কৰিলা যেৱে
দুৰজয় ৰাক্ষসৰ ৰাজে।
সাজি আনি সাৰথিয়ে ৰথখান যোগাইলেক
আথ বেথ কৰি সব সাজে ॥
মাণিক ৰতন সূৰ্য্য সুবৰ্ণ ৰতনে আতি
নিৰ্ম্মল পোৱাল বন্ধ হীড়ে।

সবে অস্ত্র সুসস্তৃত রথখান সাজিলেক
চলি গৈল লঙ্কেশ্বৰ বীৰে ॥ ৬০৬২
মত্ত আৰ উনমত্ত বিৰূপাক্ষ বীৰক যে
আদেশয় নৃপতি ৰাৱণ ।
সকল সেনাক তোৰা সাজিয়া চলায়ো ঝাণ্টে
সমৰক লাগি এতিক্ষণ ॥ ৬০৬৩

---

দুলড়ী

আজি দেখিবাহা মোহোৰ শকতি
ৰাম লক্ষ্মণক মাৰো ।
পুত্র ভাই যত ৰণত পৰিলা
তাৰ মান সব সাৰো ॥
বিপক্ষৰ সেনা অগাধ তৰুত
ৰাঘৱ লক্ষ্মণ মূল ।
সুগ্রীৱ সহিতে সব সেনা তাৰ
ডাল পাত ফল ফুল ॥ ৬০৬৪
গুৰি কাটি আজি পেলাওঁ তাহাৰ
মানুষ দুইগোট ঘালি ।
পাচে সবে ডাল নিদলি পেলাওঁ
বানৰ বৰ টঙ্কালি ॥
সব চপকৰে চলি বৈলা ৰাজা
সাৰথি ডাকিলা ৰথ ।
গগনমণ্ডল ধূলায়ে ঢাকিল
অন্ধকাৰ বায়ুপথ ॥ ৬০৬৫
শঙ্খৰ শৰদ ভেৰুৰ নিশান
সকল সৈন্যৰ ৰোল ।
দশদিশ ছানি ঘোৰ গলাৰাৱ
ব্যপিলা স্বৰ্গৰ কোল ॥
ৰাৱণ নৃপতি হাতে ধনু ধৰি
আটোপে পূ.ৰ টঙ্কাৰে ।
একগোটা বাণ সন্ধানে হানিয়া
পঞ্চাশ বানৰ মাৰে ॥ ৬০৬৬
বিৰূপাক্ষক যে আদেশয় ৰাজা
মাৰ ঝাণ্টে পৰদল ।

ৰাজাৰ আদেশে সমৰে ভঙ্গাইলে
সকলে বানৰ বল ॥
বানৰৰ বল গিৰিসাই ভাগিল
পাইল সুগ্রীৱৰ কোল ।
ৰাজাৰ ভাগিয়া সৈন্যক বোলয়
আৰ কিবা চাস তোল ॥ ৬০৬৭
ৰাজাৰ আগত ৰাক্ষসবলৰ
তেজ বল আটি মুটি ।
কাণ্ডা খাণ্ডা কোবে বানৰ সেনাক
পিযিয়া লৈ যায় কাটি ॥
ৰাৱণ নৃপতি ধনু বাণ ধৰি
পাইল ৰাঘৱৰ পাশ ।
সুগ্রীৱ বোলন্ত সুষেণ শশুৰ
সেনা ৰক্ষা কৰি থাক ॥ ৬০৬৮
ৰামৰ বলৰ বিপোহো বাঢ়িল
নির্ভয় বচন শুনি ।
লাঙ্গুৰ বাৰিয়ে কোবাই লৈ যান্ত
ৰাক্ষসবলক ধুনি ॥
আপোন বলক সুষেণ বীৰক
সেনা ৰক্ষা কৰি থৈয়া ।
ডাণ্ডৰ দীঘল শাল তৰু লৈয়া
ভঙ্গাইল সেনা কোবায়া ॥ ৬০৬৯
পর্ব্বত শিখৰ বৃক্ষ বৰিষিয়া
ৰুধিৰে নদী বহাইল ।
যতেক এৰাইল বিৰূপাক্ষৰ যে
কোলক লাগি পলাইল ॥
সুগ্রীৱ নৃপতি ।বৰূপাক্ষ বীৰে
লাগিলা দাৰুণ ৰণ ।
ধনুৰ টঙ্কাৰ কৰি নিশাচৰে
হানিলা নৰাচগণ ॥ ৬০৭০
খাণ্ডা যাঠী শৰ একো নমানিয়া
সুগ্রীৱ বানৰ ৰাজে ।
গাৱৰ সন্ধানে পৰিলন্ত গৈয়া
তাহাৰ ৰথৰ মাজে ॥

ৰথৰ তৰুণ চাৰিগোট ঘোড়া
পৰি হামুকুৰি খাই।
ঘাৰ মুণ্ড সমে পৰি চূৰ ভৈলা
ৰুধিৰ মুখে বজাই ॥ ৬০৭১
হিয়া পিঠি পেট মসিমূৰ ভৈলা
চক্ষুৰ নিকলি ঢেল।
নিৰুৎসাহ হুয়া শৰীৰ জান্তনে
সবে যমঘৰে গৈল ॥
একহি চৰবে সাৰথিৰ শিৰ
ছিণ্ডিয়া বীৰে পেলাইল।
বৰাহ শকতি বিৰূপাক্ষ বীৰে
প্ৰাণৰ সন্দেহ পাইল ॥ ৬০৭২
সুগ্ৰীৱ ৰাজাৰ শৰীৰ শকতি
ভাঙ্গিলন্ত ৰথগোট।
কৰে ধনু ধৰি ঘোৰ নিশাচৰ
কৰয় বৰ আস্ফোট ॥
হস্তী একগোটা ৰাৱণে পঠাইল
যেন ঐৰাৱত সম।
তাহাতে চড়িয়া বিৰূপাক্ষে যুজে
সাক্ষাতে যেহেন যম ॥ ৬০৭৩
আশেষ ভালুক বানৰ ভঙ্গাইল
ভৈল জৰ্জ্জৰিত শৰে।
সূৰ্য্যৰ পুত্ৰৰ শৰীৰ ঢাকিল
বাণ ঘাৱে নিৰন্তৰে ॥
ক্ৰোধে বাণ ঘাৱে কপি মহাবীৰে
মুঠি এক ধৰি টানি।
আটোপ কৰিয়া গাৱৰ সন্ধানে
গজ কুম্ভস্থলে হানি ॥ ৬০৭৪
কপাল ফুটিয়া তেজ বহি যাই
যেহেন গেৰুৰ ধাৰ।
কতো দূৰে গৈয়া হস্তী পৰিলেক
পৰ্ব্বত সম আকাৰ ॥
মৃতক হস্তীৰ ডেৰ দি নামিল
খাণ্ডা ৰাৰু লইয়া ধাইল।

সেহি সময়ত কপি মহাবীৰ
আৰ নখাণ্ডাক পাইল ॥ ৬০৭৫
দুয়ো মহাবীৰ কৰে ৰাৰু ধৰি
বাৰুৰ দিলেক ছাটি।
ছাটিৰ শবদে স্বৰ্গক লঙ্ঘিল
দৌলৰ লৰে কপাটি ॥
মহাশ্ৰমে দুয়ো খড়্গ চৰ্ম্ম ধৰি
ফুৰয় কৰি মণ্ডল।
আউৰে আউৰক কোব বৈসাৱন্ত
দুয়ো চাহি দুইৰো ছল ॥ ৬০৭৬
দুয়ো দুইহান্তক কোব বৈসাৱন্ত
থাকিলা ভূমিত পৰি।
কতো বেলি উঠি খাণ্ডা ৰাৰু এৰি
কোলাহল জৰাজৰি ॥
দান্তে দান্তে ভৈলা কামোৰা কামুৰি
শিৰে হানে ঠাত ঠাত।
হিয়ায়ে হিয়ায়ে সন্ধানে হানয়
গাৱত চৰৰ ধাত ॥ ৬০৭৭
সুগ্ৰীৱ ৰাজায়ে ৰাক্ষস বীৰক
লাথিৰে দিলা প্ৰহাৰ।
শ্ৰম কৰি বীৰ অন্তৰ ভৈলেক
শৰীৰ নপাইলা তাৰ ॥
ৰাক্ষসে খাণ্ডাব কোব বৈসাইলেক
বানৰ ৰাজাৰ গাৱে।
বহু দূৰ জুৰি সুগ্ৰীৱ বীৰৰ
ৰুধিৰ ধাৰে বজাৱে ॥ ৬০৭৮
কতো বেলি উঠি সন্ধি পাইয়া ৰাজা
দিলন্ত বৰ লৰৰ।
শঙ্খ প্ৰদেশত নিৰ্ঘাত সদৃশ
বৈসাইলা টানি চৰৰ ॥
কুম্ভস্থল শিৰ কপাল ভাঙ্গিয়া
বহয় নদী ৰুধিৰ।
সুগ্ৰীৱ বীৰৰ হাতত পৰিল
বিৰূপাক্ষ মহাবীৰ ॥ ৬০৭৯

পদ

বিৰূপাক্ষ পৰিলা ৰাৱণে চাহি আছে।
সকল ৰাক্ষস সেনা পলাই যায় পাচে ॥
মাৰয় বানৰে খেদি থিয়লাঞ্জ ৰাৰি।
নিশাচৰ ভূমিত পৰয় প্ৰাণ ছাৰি ॥ ৬০৮০
মত্ত ৰাক্ষসক যে আগত ভেট পাইল।
সম্মুখি ৰাৱণে তাক আগক মতাইল ॥
শুন বাপ মত্ত মোৰ বচন নেহেলা।
যতেক খাইলাহা সুজিবাক এহি বেলা ॥ ৬০৮১
মত্ত নাম শুনি তোৰ জগততে ত্ৰাস।
সংশয় কালত মোৰ তোতে বৰ সাস ॥
দুস্তৰ কালত বাপ কৰ মোৰ বোল।
ৰাম-সাগৰত মজো ভেল হুয়া তোল ॥ ৬০৮২
ৰাজাত মেলানি পাই মত্ত চলি যাই।
শৰে হানি বানৰ ভঙ্গাইল সমুদায় ॥
সুগ্ৰীৱ ভেটিল আগ থাক থাক বুলি।
অতি বৰ শিলাগোট হানিলন্ত তুলি ॥ ৬০৮৩
বীৰ মত্ত ৰাক্ষসে শিলাক আইসে জানি।
খণ্ড খণ্ড কৰিলা অনেক শৰ হানি ॥
আৰকায়ো হানিলা সুগ্ৰীৱ বৃক্ষ ডালে।
তাক ছেদিলন্ত মত্তে ঘোৰ কনিয়ালে ॥ ৬০৮৪
সূৰ্য্যৰ তনয় তথা পৰিঘেক পাইল।
ৰাৰি হানি চাৰি ঘোৰা মাৰিয়া পেলাইল ॥
ডেৱ দিয়া মত্ত পাচে ভূমিত পৰিল।
গদাগোট ধৰি গৈয়া সমৰে পশিল ॥ ৬০৮৫
দুয়ো যুদ্ধ কৰে বৰ গহন পয়দা।
সুগ্ৰীৱে পৰিঘ লৈলা মত্তে লৈলা গদা ॥
দুয়ো বীৰ দুহান্তক হানিলন্ত ৰাৰি।
একেবাৰে ভূমিত পৰিলা প্ৰাণ ছাৰি ॥ ৬০৮৬
চেতন লভিলা দুয়ো উঠিলা লৰৱে।
ৰাজাক গৈ মত্তে ধৰিলেক কোলাহাৰে ॥
হিয়ে হিয়ে আস্ফাল বাজয় ধাত ধাত।
সাগৰ মাজত যেন পৰয় নিৰ্ঘাত ॥ ৬০৮৭

মুষ্টিৰ প্ৰহাৰ যেন বজ্ৰৰ নিপাত।
লাথিৰ প্ৰহাৰ দুয়ো মাৰে অসংখ্যাত ॥
চৰৰৰ ছোটে ভিণ্ডাকাৰ ভৈলা গাল।
বাহু বাহু নিবন্ধিলা বান্ধ যেন মাল ॥ ৬০৮৮
মাল যুদ্ধ এৰি খাণ্ডা ধৰিলেক মত্ত।
হানিলেক কোব পশিলেক অৰণ্যত ॥
আজোৰ দিলেক খাণ্ডা হসকিয়া আইল।
সন্ধি পাইয়া কপিৰাজে কোবেক বৈসাইল ॥'৮৯
মুণ্ডগোট ছিণ্ডি তাৰ পৰিলা ভূমিত।
খঙ্গিলা ৰাৱণ দেখি উনমত্ত চিত্ত ॥
হাতে হাতে পিষয় কণ্ডুতি কৰে শিৰ।
ঘনে ঘনে কাম্পে তাৰ সকল শৰীৰ ॥ ৬০৯০
ৰাঘৱৰ কৌতূহল ৰাক্ষসৰ ক্ষয়।
সুগ্ৰীৱক বেঢ়িয়া দিলেক জয় জয় ॥
মত্ত পৰিবাৰ দেখি উন্মত্তে ধাইল।
অঙ্গদৰ সেনা শৰ বৰিষিয়া চাইল ॥ ৬০৯১
কাণ্ডে খাণ্ডে যাঠী জোঙ্গে অসংখ্যাত মাৰে।
মৃগযূথ পলাই যেন কেশৰীক ডৰে ॥
সেনা ভাঙ্গিবাৰ দেখি বৰ খঙ্গ ভৈল।
বালীসুত অঙ্গদে পৰিঘ তুলি লৈল ॥ ৬০৯২
মাথাত দিলন্ত তাৰ পৰিঘৰ ৰাৰি।
পৰিলেক উনমত্ত চেতনক ছাৰি ॥
উনমত্ত পৰিলেক জাম্বৱৰ ৰঙ্গ।
শিলা হানি চাৰিঘোৰা ৰথ কৈলা ভঙ্গ ॥ ৬০৯৩
কতো বেলি চেতন আসিয়া ভৈলা তাৰ।
অঙ্গদক দিলা প্ৰভু কুঠাৰ প্ৰহাৰ ॥
পৰিঘৰ ছোট পায়া কপালৰ পাশ।
মূৰ্চ্ছাগত অঙ্গদৰ হৰিল উশাস ॥ ৬০৯৪
ক্ষণেকে চেতন ভৈলা অঙ্গদৰ গাৱে।
পিতৃৰ সমান তেজ উল্লাসি স্বভাৱে ॥
বজ্ৰৰ সমান কৰি হানিলন্ত মুঠি।
পৰিলা উনমত্ত তাৰ প্ৰাণে গৈলা ফুটি ॥ ৬০৯৫
ৰাক্ষসৰ সেনা দেখি সবে দিলা ভঙ্গ।
বানৰৰ বলে দেখি সবে দিলা ৰিঙ্গ ॥

ৰথত চড়িয়া চাহি আছে লঙ্কানাথে।
পৰিল উন্মত্ত বীৰ অঙ্গদৰ হাতে॥ ৬০৯৬
আপোন সেনাৰ ৰাজা দেখিলন্ত ক্ষয়।
মনত বিষাদে আতি পৰামৰিশয়॥
প্ৰসিদ্ধ যতেক বীৰ পৰিল ৰণত।
কুম্ভকৰ্ণ ভাই পৰিলন্ত সমৰত॥ ৬০৯৭
শুন শুন সাৰথি মোহোৰ বোল কৰ।
সমীপ চপায়ো ৰথ সত্বৰে ৰামৰ॥
মোহোৰ লঙ্কাত বানৰৰ ধসমসি।
সব মান সাৰো আজি সমৰত পশি॥ ৬০৯৮
ৰামক মাৰিয়া আজি সব মান সাৰো।
বিভীষণ মাৰি পাচে লক্ষ্মণক মাৰো॥
সুগ্ৰীৱক মাৰো কপি ভালুকৰ মূল।
হনুমন্ত প্ৰমুখ্যে সমস্ত কপিকূল॥ ৬০৯৯
সবাকো মাৰিয়া যমপুৰে দেওঁ ঠাই।
এহি বুলি আদেশিল সাৰথিক চাই॥
ৰামৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
হৰি হৰি বুলি কৰা বৈকুণ্ঠে গমন॥ ৬১০০

---

### ছুলড়ী

ৰাৱণ আদেশ শুনিয়া সাৰথি
ঘোৰা ডাকিবাক লৈলা।
মনে কোপ কৰি পুলস্তিৰ নাতি
যুজিবাক লাগ গৈলা॥
ৰাজা ৰাৱণৰ ৰথৰ শৱদ
আকাশে ধ্বনি মিলিল।
বৰ বৰ বাৰ পীড়িয়া ৰণত
বৰহি গৰ্ব্বে বুলিল॥ ৬১০১
ৰাৱ দিয়া বোলে শুনৰে বানৰা
আমিসি হেৰা ৰাৱণ।
যাহাৰ শকতি আছয় আমাক
আগবাঢ়ি দিয়া ৰণ॥
কোন বীৰ আছা আগবাঢ়ি যুজা
আপুন বল প্ৰকাশি।
কাহাৰ শকতি কোনে জন্ম দিলে
সম্মুখ হুয়োক আসি॥ ৬১০২
মোৰ যত বীৰ মাৰিলে ৰণত
যত মোৰ সেনাগণ।
পুলস্তিৰ নাতি হওঁ যদি আজি
তাহাক কৰিবো ৰণ॥
মূলক ঢালিলে ডালে কি কৰিব
কৰিবোহো তাৰ কাজ।
ৰাম লক্ষ্মণক ৰণত মাৰিয়া
পেষো আজি যমৰাজ॥ ৬১০৩
এতেক বচন বুলিয়া ৰাৱণ
কৰিলেক সিংহনাদ।
সমৰক মনে আটোপে চলয়
চৌদিশে গৈলা শৱদ॥
যেন নাৰায়ণ দেৱতাক ভয়
পলাই অসুৰৰ দল।
ৰাৱণ ৰাজাক দেখিয়া পলায়
বানৰ ভালুক বল॥ ৬১০৪
শ্ৰীৰামে দেখিয়া আশ্বাস বুলিয়া
সমস্তে যেনা চপাইল।
মিত্ৰ বিভীষণ বুলিয়া বচন
পাশক লাগি মতাইল॥
ইটো কোন বীৰ সমৰক মনে
আসে চমৎকাৰ কৰি।
উচ্চ ৰথে চৰি মহা কোপ কৰি
আসে ধনুবাণ ধৰি॥ ৬১০৫
যেন গ্ৰীষ্মকালে দুতয় প্ৰহৰে
প্ৰচণ্ড ৰবিৰ জ্যোতি।
চক্ষুক মেলিয়া নয়ন ভৰিয়া
চাহিবাক আশকতি॥
সম্মুখে আমাক আসে যুজিবাক
যেন পৰ্ব্বতৰ থান।
হেনয় গম্ভাৰ গহন পুৰুষ
নতো দেখো বীৰ আন॥ ৬১০৬

হেনমত ৰূপ ধৰিয়া আছয়
তিনিয়ো লোকে অজয় ।
মিত্র বিভীষণ সত্বৰ কৰিয়া
কৰিয়োক পৰিচয় ॥
বিভীষণে বোলে শুনা ৰামদেৱ
বাৰ্ত্তাক তুমি নপাইলা ।
এহিটো ৰাৱণ দেৱৰ কণ্টক
যুজিবাক লাগি আইলা ॥ ৬১০৭
সম্মুখে তোমাক আসে যুজিবাক
ধৰ মাৰ বোল কৰি ।
সসৈন্যে যুজিবা প্ৰভু ৰামদেৱ
অৱহেলা পৰিহৰি ॥
সুৰাসুৰ নৰে গন্ধৰ্ব্ব কিন্নৰে
পাতালৰ যত নাগে ।
সবে ৰাৱণত হাৰিলেক ৰণ
যাৰ নাম শুনি ভাগে ॥ ৬১০৮
আপুনি ইহাক যতন কৰিয়া
মাৰিয়ো দেৱ ঈশ্বৰ ।
কীৰ্ত্তি থাকিবেক ধৰণীমণ্ডলে
যাৱে চন্দ্ৰ দিবাকৰ ॥
শ্ৰীৰামে বোলন্ত মিত্ৰ বিভীষণ
যদি এহি লঙ্কেশ্বৰ ।
এৱেসে মনৰ শৈল্য দূৰ ভৈল
মোৰ শাল হৃদয়ৰ ॥ ৬১০৯
শুনা নৰলোক মুকুতি মিলোক
ৰামত ভকতি কৰা ।
নকৰে ভকতি যিটো মন্দমতি
সিটো জীৱন্ততে মৰা ॥
ইহ পৰলোকে বান্ধৱ মাধৱ
জানিয়ো নিশ্চয় কৰি ।
বোলন্ত কন্দলি পাপ দূৰ হোক
ডাকি বোলা হৰি হৰি ॥ ৬১১০

---

লক্ষ্মণৰ শক্তিশেল

পদ

প্ৰৱন্ধে খুজিবো যাক আগে উপসন্ন ।
ইদানীক ভৈলা বিধি আমাত প্ৰসন্ন ॥
দৃষ্টিৰ আগত আইল আৰ কিবা চাওঁ ।
দশশিৰ ছেদি যমকৰণে পঠাওঁ ॥ ৬১১১
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া নিল ।
সৰ্পৰ সদৃশ বাণ ৰাঘৱে হানিল ॥
ৰাৱণে দেখয় শৰ আসে বৰ টানে ।
আকাশতে কাটিয়া পেলাইলা তিনিবাণে ॥ '১২
ৰাঘৱৰ শৰ যেৱে কাটিলা ৰাৱণে ।
ধনুৰ টঙ্কাৰ বৰ কৰিলা লক্ষ্মণে ॥
আকৰ্ণ যে শৰদে পৰ্ব্বত টলি গৈল ।
বিস্বাস শৰদে দশদিশ পূৰি ভৈল ॥ ৬১১৩
ধনুৰ টঙ্কাৰ শুনি অন্তৰ্গতে ভয় ।
ৰাৱণে বিস্ময় ভৈলা ক্ৰোধৰ উদয় ॥
সম্বুধি বোলন্ত শুনা লখমণ বীৰ ।
আজি সমৰত তোৰ ছেদিবোহো শিৰ ॥ ৬১১৪
মোহোৰ হাতত আজি তোৰ হৈব উলি ।
মাৰিয়া পঠাওঁ তোক পাঞ্জৰক ফুলি ॥
তিনিলোক জিনিলো আমাত মুনিমাই ।
এতকাল নমাৰো ছৱাল উমলাই ॥ ৬১১৫
শুনিয়া লক্ষ্মণ বীৰে তুলিলন্ত হাস ।
তাৱে মাত যাৱে নতো যমঘৰে যাস ॥
দশগোট শিৰ তোৰ ছেদিবো সকল ।
বতাসতে খসি যেন পৰে পকাফল ॥ ৬১১৬
বচন তৰ্জ্জন এৰি পৌৰুজাউ ৰণ ।
লক্ষ্মণৰ সহ আজি ঘোৰ বাণগণ ॥
মিছা নগৰ্জ্জয় ৰণে যিবা হৱে সুৰ ।
সম্মুখে সমৰ দেহ ৰাৱণ ছুন্দুৰ ॥ ৬১১৭
লক্ষ্মণৰ বোল শুনি বৰ কোপ পাইল ।
সকল সেনাক ৰাজা শৰ হানি ছাইল ॥
ৰাম লক্ষ্মণক বেৰ়িলেক ঘোৰ বাণে ।
অসংখ্যাত কপিগণ মৰিল পৰাণে ॥ ৬১১৮

সবাকো এৰিয়া ৰাজা ৰামক পয়াণ।
ৰাঘৱে সম্মুখ হাতে লৈয়া ধনু বাণ॥
দুয়ো বীৰ যুজে সাৰ তিনি ভুৱনত।
সাগৰ দুখান যেন প্ৰলয় কালত॥ ৬১১৯
ৰাৱণে যতেক হানিলেক শৰজাক।
আপোনাৰ শৰে ৰামে কাটিলন্ত তাক॥
ৰাঘৱে হানিল কোটি অসংখ্যাত শৰে।
আন্ধাশতে কাটিয়া পেলাইলা লঙ্কেশ্বৰে॥ '২০
সবশৰে খাঙ্কিলা গগন নিৰন্তৰ।
বহু শৰে জৰ্জ্জৰিত দুইৰো কলেৱৰ॥
চিনিবাক নপাৰি আপুন কোন পৰ।
কুহৰি ঢাকিল যেন পৌষ যে মাসৰ॥ ৬১২১
লঙ্কেশ্বৰে সসাগৰা পৃথিৱী কম্পায়া।
প্ৰবন্ধে যুজয় ৰাজা পৌৰুষ ৰাখিয়া॥
একেশ্বৰে ৰাৱণ যুজয় কুৰি বাহু।
চন্দ্ৰ সূৰ্য্য কোলে তাক যেন দেখি ৰাহু॥ ৬১২২
লঙ্কেশ্বৰ তাম্ৰময় অস্ত্ৰক হানিয়া।
দশদিশ ঢাকিলেক শৰজাক দিয়া॥
নৰাচ পঙ্কতি ৰাম কপালত হানি।
সশৰীৰে দুই ভাইক বিন্ধিলেক টানি॥ ৬১২৩
ৰামদেৱে শৰে তাক জৰ্জ্জৰিত কৃতে।
শৰজাকে ভেদিলেক সব শৰীৰতে॥
ঘোৰ যুদ্ধ ভৈল যেন অনুৰাধ যমে।
অন্ধকৰ যুদ্ধ যেন মহাদেৱ সমে॥ ৬১২৪
নাৰায়ণ সমে যেন কালনেমী দৈত্য।
তাড়কৰ যুদ্ধ যেন কাৰ্ত্তিকে সহিত॥
ত্ৰিপুৰক যেনমতে বধিলা শঙ্কৰে।
তেনয় দাৰুণ যুদ্ধ ৰাম ৰাৱণৰে॥ ৬১২৫
সবদিশ জুৰি শৰবৃষ্টি অন্ধকাৰ।
পৃথিৱী আকাশ সবে দেখি একাকাৰ॥
হানিলা গন্ধৰ্ব্ব অস্ত্ৰ ৰাম মহাবীৰে।
সৰ্প নিকলয় তাৰ পাঞ্চ পাঞ্চ শিৰে॥ ৬১২৬
দুৰ্ব্বাৰ শকতি আকাশক ছানি যাই।
ৰাক্ষসৰ সেনাগণ খেদি খেদি খাই॥
সৰ্পৰ সদৃশ সম বিষ শৰচয়।
ওলান্তে আছয় তাক দেখি লাগে ভয়॥ ৬১২৭
অন্তৰীক্ষে ছানিয়া চলয় নাগবলে।
ৰথকো বেঢ়ন্তে আছে ৰাৱণে আকলে॥
অসুৰৰ অস্ত্ৰক ধনুত জুৰিলেক।
মন্ত্ৰ পঢ়ি তাহাক ৰাৱণে হানিলেক॥ ৬১২৮
সিংহ বাঘ ঘোঙ্গ সবে ছানিয়া ওলাই।
একল সৰ্পক সবে খেদি খেদি খাই॥
ৰাঘৱক বেঢ়িলন্ত গাৰুক সমস্তে।
মন্ত্ৰ পঢ়ি প্ৰহাৰিলা গাৰুকৰ অস্ত্ৰে॥
অগ্নি সূৰ্য্য সম যেন নিকলিলা শৰ।
অৰ্দ্ধচন্দ্ৰ পঙ্কতি চলয় নিৰন্তৰ॥ ৬১২৯
বজ্ৰৰ সদৃশ যেন বজাৱয় তুণ্ড।
আকাশে চলিল অসংখ্যাত বহ্নিকুণ্ড॥
অসুৰৰ অস্ত্ৰ খেদি বেগে চলি গৈলা।
বাঘ ঘোঙ সিংহ সবে পুৰিয়া মাৰিলা॥ ৬১৩০
পুনৰপি নাসে শৰ পুৰিয়া মৰিল।
শ্ৰীৰামৰ কাৰ্য্য দেখি ৰাৱণে ডৰিল॥
যমে দিবা শৰ অস্ত্ৰ ৰাৱণে হানিল।
কূট মুদ্গৰ বাণে গগন ঢাকিল॥ ৬১৩১
অসংখ্যাত খাণ্ডা যাঠী মুষল শতঘ্নী।
নিসন্ধি কৰিলা সবে দশদিশ ছানি॥
ক্ষণতেক মাত্ৰে তাক কৌশল্যাতনয়।
গন্ধৰ্ব্বৰ অস্ত্ৰে সবে কৰিলেক ক্ষয়॥ ৬১৩২
ঘোৰ শৰ চাৰি লক্ষ ধনুৰ বজাইল।
গদা মুদ্গৰ খাণ্ডা কাটিয়া পেলাইল॥
ৰাৱণৰ অস্ত্ৰ যেৱে সবে ভৈলা ক্ষয়।
কৌতুকে বানৰে ৰিঙ্গ দিলা জয় জয়॥ ৬১৩৩
ৰামৰ পাশত থাকি ভাবুকিৰ জাক।
আঙ্গুলিৰ ঠাৰে দিয়া বোলে থাক থাক॥
ৰাৱণে ৰামক হানিলেক শৰজাক।
ছেদিলন্ত আকাশতে লক্ষ্মণে তাহাক॥ ৬১৩৪
সুমিত্ৰাতনয় বৈৰী বিমৰ্দ্দন বীৰ।
ধ্বজ কাটি পেলাইলেক মানুষৰ শিৰ॥

ৰাৱণক আৰৰিয়া শৰজাক দিল।
লক্ষ্মণ প্ৰচণ্ড সমৰত নঘাটিল ॥ ৬১৩৫
মণ্ডল আকাৰে ধনু আজুৰিলা টানে।
সাৰথিৰ শিৰ ছেদিলন্ত একে বাণে ॥
বিভীষণে ঘোৰ গদা তুলি লৈলা কৰে।
কালগিৰি সম চাৰি ঘোৰা ৰাৱণৰে ॥ ৬১৩৬
মাৰিয়া পেলাইলা ঠাঙ্গঠিঙ্গ বাৰি ঘাৱে।
লঙ্কেশ্বৰে ক্ৰোধে খেদি গৈলা ভুমিপাৱে ॥
বিভীষণ লক্ষি যে শকতি হানিলেক।
সাক্ষাততে অগনি গগনে চলিলেক ॥ ৬১৩৭
ৰামদেৱে বাণ হানিলন্ত বৰ টানে।
আকাশতে কাটিয়া পেলাইল তিনিবাণে ॥
চাৰিখান হুয়া যেৱে শকতি পৰিল।
বানৰ ভালুকে কৌতুহলে ৰিঙ্গ দিল ॥ ৬১৩৮
শুনিয়া তেনয় আতি ক্ৰোধ ৰাৱণৰ।
প্ৰলয়ৰ বহ্নি যেন প্ৰজা ক্ষয়ঙ্কৰ ॥
নিৰ্ম্মল শকতি মনে বিমৰিষি পাইল।
দুই হাতে ধৰি তাক তুলি আলগাইল ॥ ৬১৩৯
ভকৰ ভকৰ কৰি অগনি বজাই।
বিভীষণে প্ৰাণান্তিক মিলিলা অপায় ॥
লক্ষ্মণে দেখন্ত তান প্ৰাণৰ সংশয়।
ভকত জনক ভালে ৰাখিতে লাগয় ॥ ৬১৪০
বিভীষণৰ আগ হুয়া সুমিত্ৰাকুমাৰে।
ৰাৱণক নিসন্ধি তাড়িলা ঘোৰ শৰে ॥
ঠাঙ্গ ঠিঙ্গ শৱদ শৰৰ কোলা ৰাৱে।
হানিতে নপাৰে লক্ষ্মণৰ উপদ্ৰৱে ॥ ৬১৪১
শকতি ধৰিয়া বীৰে নয়ন ফুৰাইল।
কনিষ্ঠক এৰি ৰাজা লক্ষ্মণক ধাইল ॥
সম্বুধি ৰাৱণে বোলে শুন সুমিত্ৰক।
ভাইক ৰাখিলা তুমি বৰহি ধাৰ্ম্মিক ॥ ৬১৪২
দশৰথ ৰাজাৰ তই প্ৰসিদ্ধ কুমাৰ।
এহি শকতিৰ ঘাৱ আপুনি সামৰ ॥
ৰণ-পণ্ডিতক ধায়া অবোধ ছৱালে।
আজিসি জানিলো তোক পাইল যমকালে ॥'৪৩
পিচলা পৰিল যেন বুঢ়াৰ হাতত।
যমকালে নাচে দেখো তোৰ উপৰত ॥
ছাতিৰ নালিত যেন পশিল আঙ্গুলি।
ইন্দ্ৰজিত বধৰ সুজিবো গুলগুলি ॥ ৬১৪৪
সুমৰণ কৰ তোৰ গুৰু বাপ মাৱ।
চক্ষুৱে দেখিবে আৰ নাহিকে প্ৰস্তাৱ ॥
প্ৰণাম কৰহ জ্যেষ্ঠ ভাইৰ চৰণ।
সম্বুধিয়া পেযো তোক যমৰ কৰণ ॥ ৬১৪৫
সুমৰণ কৰ তোৰ যত দেৱ ইষ্ট।
নাম লুকাইবো আজি ৰামৰ কনিষ্ঠ ॥
এহি বুলি শকতিক হানিতে সম্ভৃত।
স্বৰ্গত প্ৰভাৱ হীন ভৈলন্ত আদিত্য ॥ ৬১৪৬
মন্দ তেজ অগনি নিস্প্ৰভ তাৰাগণ।
মেৰু গিৰি টলিল শৱদ কল কল ॥
দিশা দিশি পলাইল অসুৰ সুৰগণ।
চন্দ্ৰ মণ্ডলৰ জ্যোতি ৰহিত কিৰণ ॥ ৬১৪৭
পাতালতো তোলপাৰ ভৈলা সব নাগে।
পৃথিৱীয়ো প্ৰলয় নভৈলা বৰ ভাগে ॥
হানিলা শকতি দুই হাতে ধৰি বলে।
প্ৰলয় কালৰ যেন অগ্নি সম জ্বলে ॥ ৬১৪৮
আকাশ ছানিয়া যেন চলে ধূমকেতু।
ঋষিসবে মন্ত্ৰ পঢ়িলন্ত শুভহেতু ॥
লক্ষ্মণৰ হৃদয়ত ফুটিলা সন্ধানে।
শ্ৰীৰামে বোলন্ত ভৈয়াই জীৱন্তো কল্যাণে ॥'৪৯
চিত কৰি লক্ষ্মণক পেলাইলেক জান্তি।
যেন ক্ৰৌঞ্চ গিৰিক কুমাৰে ভেদিলন্তি ॥
হৃদয়ত পৰি পিঠিপাচে ৰাজ ভৈল।
পাতাল পৰ্য্যন্তে হলহলি পশি গৈল ॥ ৬১৫০
দশদিশ পূৰিলেক তাহাৰ শৱদে।
যত জীয়া জন্তু শুনি থাকিলা তবধে ॥
বিষাদে ৰামৰ পোৰে নিৰন্তৰে দেহে।
চক্ষুৰ লোতক পৰে কনিষ্ঠৰ স্নেহে ॥ ৬১৫১
বিষাদৰ কাল বুহি মনে গুণি চাইল।
ধনু বাণ ধৰি ৰামে ৰাৱণক ধাইল ॥

হস্তীক ঘালিয়া যেন সিংহৰ আক্রান্ত।
লক্ষ্মণক আনিবাক ৰাজা চলি যান্ত ॥ ৬১৫২
দেখন্ত আসয় লক্ষ্মণক ধৰিবাক।
নাকে কাণে মুখে ৰামে দিলা শৰজাক ॥
ভাইৰ সন্তাপে ৰামে দশগুণে চণ্ড।
শৰীৰৰ মাংসক কৰিলা খণ্ড খণ্ড ॥ ৬১৫৩
আস্ফোট কৰিয়া ৰামে বীৰকাছে কাছি।
অৰ্দ্ধচন্দ্ৰ নৰাচ হানন্ত বাছি বাছি ॥
ৰাৱণক নানা শৰ হানি বনমালী।
নাকে মুখে গাণ্ডি মুণ্ডে থৈলা শালি শালি ॥ '৫৪
নাক মুণ্ড জঙ্কাৰে আজোৰে হাত পাৱ।
শ্ৰুতিক হৰান্তে আছে আকুল স্বভাৱ ॥
পাচগুচি ৰাৱণ পলাইল প্ৰাণ ৰাখি।
দশোদিশ নিহালয় কতো দূৰে থাকি ॥ ৬১৫৫
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল।
লক্ষ্মণৰ হিয়াত শকতি আজুৰিল ॥
যতমান শৰীৰৰ বলে দঙ্গা দিল।
সবাকো জৰ্জৰীকৃতে শৰে বিন্ধি থৈল ॥ ৬১৫৬
তাহাৰ শৰক নগণিয়া ৰঘুনাথে।
শকতিক ধৰি আজুৰিলা বাম হাতে ॥
হসকাইলা শকতিক লক্ষ্মণৰ গাৱৰ।
বল দিয়া ভাঙ্গিলা শৰদ ঠাটকাৰ ॥ ৬১৫৭
যেতিক্ষণে ৰাঘৱে শকতি আজুৰিল।
ৰাৱণে ৰামক বেঢ়ি শৰজাক দিল ॥
তাহাৰ শৰক নগণিয়া ৰঘুনাথে।
লক্ষ্মণক তুলিয়া লৈলন্ত বামহাতে ॥ ৬১৫৮
সুগ্ৰীৱ প্ৰমুখ্য কৰি সকল বীৰক।
ৰাঘৱে বোলন্ত ৰাখি থাকা লক্ষ্মণক ॥
বনবাস যি কাৰ্য্যে খাটিলো বৰ দুখে।
সীতাক হৰাইলো চিৰকালতে অসুখে ॥ ৬১৫৯
খৰ আৰু দূষণক ত্ৰিশিৰা মাৰিলো।
বালিক মাৰিয়া সুগ্ৰীৱক ৰাজ্য দিলো ॥
বানৰলোকক দুখ দিলো যিবা হেতু।
কৰিলো অশক্য সাগৰত বান্ধি সেতু ॥ ৬১৬০

লঙ্কাক আসিলো কৰ্ম্ম মিলিল দুৰ্ঘোৰ।
সকল কৰ্ম্মৰ জানা এৱে ভৈল ওৰ ॥
তিৰী চোৰা পাপিষ্ঠ আসিল দৃষ্টিপথ।
খিয়াতি থৈবোহো আজি তিনিয়ো লোকত ॥'৬১
মোহোৰ হাতত আজি যাইবে কতদূৰ।
মাৰিয়া পঠাওঁ আজি বৈৰ সুতপুৰ ॥
হেন বাণী শুনিয়া বানৰ সামৰাজে।
ৰাখিয়া থাকিলা লক্ষ্মণক সব সাজে ॥ ৬১৬২
হেন দেখি ধনু বাণ ধৰি লঙ্কেশ্বৰে।
মৰ্ম্মস্থানে সবাৰ ভেদিলা ঘোৰ শৰে ॥
জৰ্জ্জৰিত ভৈলা যেৱে ৰাৱণৰ শৰে।
লক্ষ্মণক এৰি পলাই ভালুক বানৰে ॥ ৬১৬৩
সুগ্ৰীৱ অঙ্গদ নীল বীৰ হনুমন্ত।
জাম্বৱন্ত প্ৰমুখ্যে বীৰগণে ৰাখিলন্ত ॥
ৰামদেৱে বোলন্ত আৱৰ নপলাহা।
পৰ্ব্বত উপৰে চড়ি দুইৰো যুদ্ধ চাহা ॥ ৬১৬৪
এগোট পৰিব আজি ৰাম বা ৰাৱণ।
কৌতুহলে ৰঙ্গ চাহি থাকা কপিগণ ॥
এহি বুলি ৰাৱণক দিলা শৰজাক।
ৰাক্ষসত পৰিয়া মৰয় জাকে জাক ॥ ৬১৬৫
ৰাৱণে হানয় অসংখ্যাত শৰজাক।
আপোনাৰ শৰে ৰামে সংহাৰন্ত তাক ॥
ৰাম ৰাৱণৰ ভৈলা তুম্বুল আস্ফাল।
দুইৰো ভৈলা শৰীৰ সৰঙ্গা যেন জাল ॥ ৬১৬৬
ধনুৰ যে টঙ্কাৰে কাণত দেই তাল।
সকল গগনে ছাইল শৰে কোলাহল ॥
ত্ৰিদশ দেৱৰ ভয় মিলিল প্ৰলয়।
পৃথিৱী কাম্পয় টলে নাগৰ আলয় ॥ ৬১৬৭
ত্ৰৈলোক্য বিজয় দুই মুনিষ যুজয়।
ভঙ্গ নপৰয় তিনি লোকৰ বিস্ময় ॥
দুয়োবীৰ সম সাক্ষাতভে যেন যম।
বল অনুপাম ৰঙ্গ দেখিতে সুগম ॥ ৬১৬৮
সোন্ত যেন বহয় বিন্ধিলা স্থানে মৰ্ম্ম।
ফুটে হাত চৰ্ম্মে দুইহান্তৰ তুল্য কৰ্ম্ম ॥

ভূষণ্ডি পৰিঘ গদা ৰাৱণে হানয় ।
আন সব দিব্যঅস্ত্র যতেক আছয় ॥ ৬১৬৯
ৰঘুনাথ বীৰ দশৰথৰ কুমাৰে ।
পথত কাটিলা তাক আপোনাৰ শৰে ॥
থাক মাৰো বুলি দুয়ো অস্ত্রক তুলিল ।
ইকূলে সিকূলে দুয়ো দুইহাঙ্কো ফুলিল ॥৬১৭০
শোণিত সিন্দূৰ বর্ণ ভৈলা কলেৱৰ ।
হতাশনে হেসনি মিলিলা ৰাৱণৰ ॥
হিয়া পেট হাত পাৱ ৰাঘৱে বিন্ধিল ।
বৰৰ প্রসাদে সিটো বৰ কষ্টে জীল ॥ ৬১৭১
ৰথখান তাহাৰ পাচক লাগি নিল ।
কতোদূৰে পাচগুচি সন্ধুক্ষণ ভৈল ॥
ৰাৱণক ভঙ্গায়া ৰাঘৱ শ্রীহৰি ।
লক্ষ্মণৰ পাশত বসিলা মন্যু কৰি ॥ ৬১৭২
ভ্রাতৃৰ নাসাত নেখেলয় দেখি বাৱ ।
কান্দিলন্ত হৃদয়ত হানি মুঠিঘাৱ ॥
দুই হাতে মাথাগোট কোলক চপাই ।
হৰি হৰি কৈক যাস প্রাণৰ লখাই ॥ ৬১৭৩
কোথা গৈলে পাইবোহো লক্ষণ হেন ভাই ।
বজ্রসাৰ হিয়া কিয় ফুটিয়া নযায় ॥
যৈসানি দণ্ডকা বনে মৰো সীতাশোকে ।
সকৰুণ বোলে বাপ প্রবোধিলা মোকে ॥৬১৭৪
মোৰ দুখ দেখি তোৰ শৰীৰত ঘাহা ।
যমপুৰে যান্তে আৱে মোক লৈয়া যাহা ॥
হা হা দেৱ বিধি মোৰ কিমত জীৱন ।
তিনি একপ্রাণ হুয়া আসি ভৈলো বন ॥ ৬১৭৫
কহি গৈলে সীতা বান্ধে মোৰ প্রাণেশ্বৰী ।
লখাই এৰি যাস মোক একেশ্বৰ কৰি ॥
সীতাৰ শোকত কেনে পৰাণ নগৈল ।
লক্ষ্মণৰ শোক তাতো শতগুণ ভৈল ॥ ৬১৭৬
লঙ্কাত মৰিল আসি অযোধ্যাৰ হন্তে ।
পৰাণ বধিবো আৰ কাহাক দেখন্তে ॥
আজিসে সীতাক আমি এৰিলো প্রত্যাশা ।
আজিসে প্রাণক মই কৰিলো নৈৰাশা ॥ ৬১৭৭

লখাই অবিহনে মোৰ জীৱনে নিষ্ফল ।
পৃথিৱী ফাটল দেহ যাওঁ ৰসাতল ॥
কৈৰা মিত্র সুগ্রীৱ অঙ্গদ নল নীল ।
কহিৰা সুষেণ হেৰা অপায় মিলিল ॥ ৬১৭৮
লক্ষ্মণৰ শোকে মোৰ বুদ্ধি ভৈল আউল ।
অস্ত্রসব পাসৰোহো ভৈলো যেন বাউল ॥
মৃত্যুকাল আসি মোৰ মিলিলা সমৰে ।
শৰ ধনু মোহোৰ হাতৰ খসি পৰে ॥ ৬১৭৯
প্রাণ সঙ্কলয় মোৰ থিৰ নোহে বুদ্ধি ।
লক্ষ্মণ জীৱাৰ কোনে জানাহা ঔষধি ॥
যতেক কৰিলো ভৈলা সকলে নিষ্ফল ।
ছাইত হুনিলো যেন কিছু নাহি ফল ॥ ৬১৮০
মোহোৰ মৰণ লক্ষ্মণৰ শোক জালে ।
কি কাৰ্য্য চিন্তিয়া ঝাণ্টে চিন্তিলো সকলে ॥
শুনা ৰামকথা ইটো সবে সভাসদ ।
মিলাৱে মুকুতি গুচে সংসাৰ আপদ ॥ ৬১৮১
হেন জানি সদায়ে স্মৰিয়ো হৰিনাম ।
পলাউক পাতক ডাকি বোলা ৰাম ৰাম ॥

---

### হনুমন্তৰ ঔষধ আনিবলৈ গমন

### ছুলড়ী

ৰামক সম্মুখি সুষেণে বোলয়
বৈদ্য ধন্বন্তৰীসুত ।
শুনিয়ো ৰাঘৱ শ্রীৰঘুনন্দন
সন্তাপ ত্যজা বহুত ॥
তোমাৰ কনিষ্ঠ জীৱন্ত ইঙ্গিতে
জানিলো নগৈল প্রাণ ।
হৃদয়ত বায়ু গমনাগমন
জানিলো আছয় প্রাণ ॥ ৬১৮২
নয়ন যুগল নীল উতপল
নাসা যেন তিলফুল ।
বদন কমল নীল উতপল
জ্বলে যেন শশী তুল ॥

জিহ্বা নকুঞ্চিল সুনয় চৰণ
এৰিয়ো চিন্তা আপুনে।
তোমাৰ ৰবত অবধ্য শৰীৰ
মাৰিবাক পাৰে কোনে॥ ৬১৮৩
কৈৰা হনুমন্ত বায়ুৰ নন্দন
আমাৰ বচন কৰা।
দক্ষিণ দিশত আছে গিৰিবৰ
তাক লাগি দিশ ধৰা॥
গন্ধ যে মাৰ্দ্দন নামে গিৰি আছে
দেখিতে আতি বিড়িঙ্গ।
তহিতে জানিবা ঔষধি আছয়
সুশোভন গিৰি শৃঙ্গ॥ ৬১৮৪
ৰামৰ কনিষ্ঠ লক্ষ্মণ কুমাৰ
তোমাৰ আমাৰ হিত।
তাহান জীৱন তেৱেঁসে হোৱয়
ঔষধি যাইও আনিত॥
নিশাৰ ভাগত জীয়াইবাক পাৰি
দিন ভৈলে প্ৰাণ যাই।
তোমাৰ প্ৰসাদে অকষ্টে জীৱন্ত
ৰামৰ কনিষ্ঠ ভাই॥ ৬১৮৫
বিশল্যকৰণী যি ঠান ঔষধি
কহওঁ আমি তোমাত।
ৰক্ত চন্দনৰ বৰ্ণ লতা তাৰ
হালধিয়া দেখি পাত॥
শোণিতৰ বৰ্ণ পুষ্প দেখি তাৰ
হৰিতাল বৰ্ণ ফল।
যাৱত ৰজনী প্ৰভাত নোহয়
ঔষধি আনিতে চল॥ ৬১৮৬
ৰাক্ষসৰ মায়া বুজিয়া যাইবাহা
পাতয় জুনু বিঘিনি।
হাহা হুহু এৰে তহিতে আছয়
গন্ধৰ্ব্ব একৌটি তিনি॥
তাহাক তোমাৰ জিনিতে লাগয়
বলে পৰাক্ৰমে বুদ্ধি।

যেন তেন মতে উপায় কৰিয়া
আনিয়ো ঝাণ্টে ঔষধি॥ ৬১৮৭
সুষেণ বীৰক সম্বুধি মাৰুতি
হৰিষে দিলা উত্তৰ।
মোহোৰ প্ৰাণক ছাৰি দিবো যদি
জীৱন্ত লখাই কুমাৰ॥
আপুন প্ৰাণক ছাৰি দিবে পাৰো
আন কাৰ্য্য কোন শক্য।
প্ৰভুৰ কাৰ্য্যত থাকিয়া মোহোৰ
কিছুয়ে নাহি অশক্য॥ ৬১৮৮
ৰাম সুগ্ৰীৱক জাম্বৱ বীৰক
আৰ বাৰ বিভীষণ।
অঙ্গদ অপৰ মৈন্দ্য সিংহনাদ
আৱৰ গন্ধমাৰ্দ্দন॥
বীৰবাহু নল সুবাহু নীলক
কেশৰীক পনসক।
কাহাকো প্ৰণামি কাহাকো সাৱটি
আকাশে দিলা জোলক॥ ৬১৮৯
মেৰুৰ সমান থূল কলেৱৰ
আকাশ লঙ্ঘিয়া যান্ত।
ভূমিত থাকিয়া ৰাৱণ নৃপতি
মাৰুতিক দেখিলন্ত॥
কালনেমী নামে ৰাক্ষসক ৰাজা
মাতি আনি সন্নিহিত।
ইসব দুৰ্গতি কালত মোহোক
তুমি কৰায়োক হিত॥ ৬১৯০
হেৰা দেখ তই আকাশ ছানিয়া
হনুমন্ত বীৰ যায়।
লক্ষ্মণ জীৱাৰ ঔষধি আনিবে
সুষেণে দিলা উপায়॥
গন্ধ মাৰ্দ্দনক লাগি চলি যাই
ঔষধিক আনিবাক।
সকলে লঙ্কাৰ সবলোকে ভয়
অদভুত দেখি তাক॥ ৬১৯১

বিশল্যকৰণী ঔষধক পাইলে
জীৱন্ত বীৰ লক্ষ্মণ।
বৰ আথান্তৰ মিলিবেক তেৱে
জিনিয়া হাৰিলো ৰণ ॥
ইসব দুৰ্গতি কালত মোহোৰ
সত্বৰে কৰহ বাক।
গন্ধ মাৰ্দ্দনৰ কোলে ঋষি বেশে
আশ্ৰমক পাতি থাক ॥ ৬১৯২
উপায় কৰিয়া বায়ুৰ পুত্ৰক
আপুনাৰ থানে নিয়া।
সাদৰ কৰিয়া তাক সন্তোষিয়া
ফল মূল সবে দিয়া ॥
বিনয় প্ৰকাৰে সৰোবৰ আছে
তাহাৰ নিবি কোলকে।
জলত দুৰ্ব্বাৰ গ্ৰাহী এক আছে
নিবেক একে জোলকে ॥ ৬১৯৩
মাৰুতি বীৰক গ্ৰাহা নিল যেৱে
ঔষধি তেৱে নপাইব।
লক্ষ্মণ নিজীব তাৰ শোকে তেৱে
ৰাঘৱে প্ৰাণ ছাৰিব ॥
সুগ্ৰীৱ নৃপতি প্ৰমুখ্যে মৰিয়া
সবে যাইব যমালয়।
তোহোৰ প্ৰসাদে বিনা যুদ্ধে তেৱে
অপ্ৰয়াসে হৈবো জয় ॥ ৬১৯৪
এতেক আদেশ শুনিলেক যেৱে
দশমুণ্ড ৰাৱণৰ।
শীঘ্ৰে যে গমনে চলিলা তেখনে
কালনেমী নিশাচৰ ॥
পৰ্ব্বত উপৰে আশ্ৰম পাতিলা
ঋষিৰ বেশে কপট।
গন্ধ পুষ্প দীপ নৈবেদ্য পাতিয়া
আম ঠালি দিলা ঘট ॥ ৬১৯৫
হনুমন্তে যেৱে পৰ্ব্বতক পাইল
উঠিয়া ভেন্টিলা আগ।

কোথা হন্তে আসি অতিথি মিলিলা
আমাৰ বৰহি ভাগ ॥
আমাৰ আশ্ৰম সাফল হৈবেক
পবিত্ৰে কৰিয়ো ঠাই।
কতেক জনম ভাগ্যে হেন সব
অপূৰ্ব্ব অতিথি পাই ॥ ৬১৯৬
কোথা হন্তে আসি আজিসি মিলিলা
যাইবাহা কমন থান।
আমাৰ আশ্ৰমে খাণিক জিৰায়ো
কিছু কৰো সনমান ॥
বৰ হুতাশন ভৈলাহা দেখওঁ
শৰীৰৰ বহে ঘৰ্ম্ম।
হেন অতিথিক পূজা সতকাৰে
আমাৰ বাঢ়িবে ধৰ্ম্ম ॥ ৬১৯৭
মাৰুতি বোলন্ত সাক্ষাত আপুনি
যেন বিষ্ণু অৱতাৰ।
বিলম্ব কৰিতে মোৰ নুযুৱাই
বৰহি কাৰ্য্য আমাৰ ॥
শ্ৰৱণে শুনিছা ৰাজা দশৰথ
সূৰ্য্য বংশে বুলি যাক।
তাহান তনয় ৰামে পঠাইলন্ত
কাৰ্য্যক লক্ষে আমাক ॥ ৬১৯৮
ৰামক বনক পঠাইলা নৃপতি
কৈকেয়ী দাৰুণ বাকে।
বনত আছন্তে ৰাৱণে হৰিয়া
আনিলা দেৱী সীতাকে ॥
বালিক মাৰিয়া সুগ্ৰীৱক লৈয়া
বান্ধিলা সেতু সাগৰে।
ৰাৱণ ৰাজাৰ ভাতৃ পুত্ৰ পাত্ৰ
মাৰিলন্ত ৰঘুবৰে ॥ ৬১৯৯
লক্ষ্মণ বীৰক ৰাৱণ নৃপতি
শকতি মাৰি জন্টাইল।
বিশল্যকৰণী ঔষধ নিবাক
ৰাঘৱে মোক পঠাইল ॥

তুমি সমে আমি আলাপ কৰিবে
কৰ্ত্ত ভাগ্যবশে পায়।
আজি নগৈলাত বৰ আথান্তৰ
বিলম্বক নুযুৱায় ॥ ৬২০০

---

গন্ধকালী অপ্সৰাৰ মুক্তিলাভ

ছবি

ৰামদূত হুয়া তুমি ঔষধ আনিবে যাহা
আশ্ৰমক পাইলা বৰ ভাগে।
আতিশয়ে বহুমানে তোমাক আমাৰ আজি
ভালমতে সাদৰিবে লাগে ॥
তোমাৰ প্ৰসাদে তেৱে আজিসি জানিবা মোৰ
নোহিকয় ধৰ্ম্মত বিঘাত।
কতেক জন্মৰ ভাগে আপুনি আসিয়া মোৰ
আশ্ৰমত মিলিলা সাক্ষাত ॥ ৬২০১
খানিক বিলম্ব ঐত নুহিবেক বুলি সিটো
মাৰুতি বীৰক পাচে নিয়া।
সৰোবৰ কোল ছাপি ঋষিৰ বেশক ধৰি
সাদৰিলা ফল মূল দিয়া ॥
চাপ চুপ কৰি তৈত কালনেমী নিশাচৰ
হনুত আছন্ত কথা কহি।
একহি জোলক দিয়া মাৰুতি বীৰক ধৰি
জলক নিলেক ছায়াগ্ৰাহী ॥ ৬২০২
সৰোবৰ মাজে নিয়া মুখত ভৰায়া তাই
ভেজাইল হনুৰ গাৱে দান্ত।
ডাঙ্গৰ শৰীৰ কৰি মাৰুতি গ্ৰাহীক ধৰি
জলৰ কাখৰ তুলিলন্ত ॥
পৰ্ব্বত উপৰে তুলি নখে দান্ত বিদাৰিয়া
সকল মান্থক সাৰিলন্ত।
জগত প্ৰজাৰ সবে আপচু নেৰছনি দিয়া
বিগুতিয়া তাইক মাৰিলন্ত ॥ ৬২০৩

আকাশত থাকি তাই সম্মুখিয়া বুলিলন্ত
হনুমন্ত তুমি পুণ্যশালী।
তোমাৰ প্ৰসাদে চণ্ড ঋষিশাপ এৰাইলোহো
অপেশ্বৰা মই গন্ধকালী ॥
পূৰ্ব্ব কালত মই কুবেৰ প্ৰভুৰ ঠাই
যাইতে আছো দিব্য ৰথে চড়ি।
প্ৰমাদত থাকি বৰ উপদ্ৰৱ লাগি গৈলা
প্ৰচণ্ড ঋষিৰ ঠাই বাৰী ॥ ৬২০৪
ঘোৰশাপ দিয়া মোক বুলিলা পাপিষ্ঠী তই
দক্ষিণ দিশক লাগি চল।
গন্ধমাৰ্দ্দনৰ কোলে দিব্য সৰোবৰ আছে
দেখিবি গৈ সুনিৰ্ম্মল জল ॥
সেহি জলমাজে পশি গ্ৰাহী বেশ হুয়া থাক
জলজন্তু ভুঞ্জিবা অপাৰ।
ৰামকাৰ্য্য সাধিবাক হনুমন্ত যাইবে তথা
তৈসানিসে তোহোৰ উদ্ধাৰ ॥ ৬২০৫
সেহি বোল সম্পজিল তোমাৰ হাতত পৰি
গন্ধকালী মই অপেশ্বৰী।
ৰাম কাৰ্য্য সাধিয়োক কুবেৰৰ ঠাৱে যাওঁ
আপনাৰ নিজৰূপ ধৰি ॥
হনুমন্তে বোলে তই শুনিয়োক অপেশ্বৰী
আপুনাৰ সুখে চলি যাহা।
আমাৰ বৃত্তান্ত কথা কুবেৰ দেৱৰ ঠাৱে
তুমি আক সবে কহিবাহা ॥ ৬২০৬
নমো নমো নাৰায়ণ আদি দেৱ সনাতন
যাৰ নামে জগত উদ্ধাৰ।
হেন ৰামপাৱে সেৱি ৰচিলা কন্দলি ছবি
শ্ৰীৰামৰ চৰিত্ৰ পয়াৰ ॥
শ্ৰৱণে পাপৰ ক্ষয় মিলে মহা মহোদয়
দেই ধৰ্ম্ম অৰ্থ মোক্ষ কাম।
জানি সভাসদ লোক সবাৰো মুকুতি হৌক
বোলা নিৰন্তৰে ৰাম ৰাম ॥ ৬২০৭

---

কালনেমী ৰাক্ষস আৰু তিনিকোটি গন্ধৰ্ব্বৰ বধ ;
গন্ধমাদন আনয়ন আৰু লক্ষ্মণৰ
জীৱন প্ৰাপ্তি

**পদ**

সুখে চলি যাহা গন্ধকালী অপেশ্বৰী।
মোৰ কিছু পুণ্য ভৈলা তোমাক উদ্ধাৰি ॥
মাৰুতি বচনে কৌতুক অন্তৰ্গতে।
কুবেৰৰ ঠাৱে গৈলা অন্তৰীক্ষ পথে ॥ ৬২০৮
হনুমন্তে ঋষিঠাৱে ফল মূল খাইল।
ৰূপ দেখি তাহাৰ বচন পুৰুজাইল ॥
বোলন্ত নোহস ঋষি ৰাক্ষস পাপিষ্ঠ।
ৰাৱণে পঠাইলা তোক জানিলোহো নিষ্ঠ॥ '২০৯
বচনেক শুনি বীৰ বায়ুৰ পুত্ৰৰ।
নিজৰূপ ধৰি কালনেমী নিশাচৰ ॥
পৰ্ব্বত আকাৰ ভয়ঙ্কৰ কলেৱৰ।
বোলে তোক মাৰিতে পঠাইলে লঙ্কেশ্বৰ॥ '১০
মায়া যুজ কৰি তোক মাৰিয়া পঠাইবো।
মাংস সব ভুঞ্জিয়া তৃপিতি বৰ পাইবো ॥
কোন বস্তু একল বানৰ ঠনগণ।
প্ৰভু কাৰ্য্য কৰি পেযো যমৰ কৰণ ॥ ৬২১১
মায়াৱন্ত ৰাক্ষস অধম তই ক্ৰূৰ।
মাৰুতিৰ হাতত ভাৱনা হৈব চূৰ ॥
বাত কৰ্ম্মে উৰুৱাইবো ৰাক্ষস তই কোন।
মই ভালে থাকন্তে গৈ দেখিবি ৰাৱণ ॥ ৬২১২
এহি বুলি দুই বীৰে ধৰিলা কোলাৱে।
পৃথিৱীত পৰি যেন পৰ্ব্বত বাগৰে ॥
হিয়ে হিয়ে আস্ফালে বাজয় ঠাত ঠাত।
সাগৰ মাজত যেন পৰয় নিৰ্ব্বাত ॥ ৬২১৩
চৱৰৰ চোটে ভিণ্ডাকাৰ ভৈলা গাল।
বাহু বাহু বান্ধনি বান্ধিলা যেন মাল ॥
মুষ্টিৰ প্ৰহাৰ যেন বজ্ৰৰ নিপাত।
লাথিৰ প্ৰহাৰে যেন পৰয় নিৰ্ঘাত ॥ ৬২১৪
কোলাৰ এৰিয়া দুয়ো বীৰ অন্তৰিলা।
দুয়োবীৰে দুহাঙ্ক হানিলা বৃক্ষ শিলা ॥
উপাৰি উপাৰি দুয়ো অসংখ্যাত হানে।
তৰু শিলা চূৰ্ণ ভৈলা কত দূৰ মানে ॥ ৬২১৫
কালনেমী কোল চাপি বৈসাইলেক মুঠি।
হনুমন্ত মূৰ্চ্ছা ভৈলা মৰ্ম্ম স্থানে ফুটি ॥
তেখনে মাৰুতি বীৰে চেতনক পাইল।
মাজ হৃদয়ত তাৰ কিলেক বৈসাইল ॥ ৬২১৬
মহা ছোট পাই কাল কম্পি পৰি গৈল।
পৰাণ আসিলা পাচে সন্ধুক্ষণ ভৈল ॥
মহাবেগে যাই সিটো মাৰিলেক লাথি।
হনুমন্তে তাহাক মাৰিলা ঘোৰাকাতি ॥ ৬২১৭
দুয়ো দুইহান্তক ৰণে ধাৱে ভিৰি ভিৰ।
পৰ্ব্বতত প্ৰতিধ্বনি বাজে গিৰি গিৰি ॥
বামহাতে মাৰুতি গলত ধৰি টানে।
কালনেমী নিশাচৰ মৰিল পৰাণে ॥ ৬২১৮
উপৰত ফুৰাই আস্ফালিলন্ত শিলাত।
অস্থি চৰ্ম্ম চূৰ ভৈলা প্ৰাণ ভৈলা হত ॥
দেৱগণে কৰিলন্ত পুষ্প বৰিষণ।
হনুমন্ত বীৰ ভৈলা আনন্দিত মন ॥ ৬২১৯
ৰাক্ষসক মাৰিয়া মাৰুতি বীৰবৰে।
ডেৱ দিয়া চড়িলন্ত পৰ্ব্বত শিখৰে ॥
ঔষধি খোজন্ত উপদেশ কৰি মন।
তিনি কোটি গন্ধৰ্ব্বক ভৈলা দৰিশন ॥ ৬২২০
গন্ধৰ্ব্বে বোলয় তই কহিব বানৰ।
কি কাৰ্য্যে আসিলা গন্ধমাৰ্দ্দন শিখৰ ॥
কোনে বা পঠাইলে গন্ধমাৰ্দ্দন গিৰিক।
বানৰৰ বেশে তুমি আসি ভৈলা কিক ॥ ৬২২১
গন্ধৰ্ব্বক হনুমন্তে বুলিলা বচন।
দশৰথ সুত ৰাম আসি ভৈলা বন ॥
তাহান ঘৰিণী হৰি আনিলে ৰাৱণে।
সুগ্ৰীৱ সহিতে ৰাম ভৈলা সখি বনে ॥ ৬২২২
বালিক মাৰিয়া সুগ্ৰীৱক দিলা ৰাজ।
সাগৰক তৰিয়া আসিলা লঙ্কা মাজ ॥
শেষ ৰাক্ষসৰ বল ক্ষয় ভৈলা ৰণে।
পাচে লক্ষ্মণক শক্তি হানিলা ৰাৱণে ॥ ৬২২৩

ৰাঘৱ সুগ্ৰীৱ সুষেণৰ শুনি বুদ্ধি।
আমাক নিবাক ঐক পঠাইলা ঔষধি ॥
পৃথিৱী ভিতৰে ৰাম নৃপতি আমাৰ।
ইয়ো সব দেশত তাহাৰ অধিকাৰ ॥ ৬২২৪
ঔষধক চিনায়ো আমাৰ বৰ ভাগ।
তোমাৰ থাকোক ৰঘুবংশত সলাগ ॥
আমি সবে কহিবোহো সব উপকাৰ।
যেন তোমাসাক দয়া সম্পজে ৰাজাৰ ॥ ৬২২৫
হেন শুনি খঙ্গিলা গন্ধৰ্ব্ব তিনি কোটি।
কৈত আসি বানৰ লগাইলেক সাটি মুটি ॥
আমাৰ নৃপতি হাহা হুহু যে গন্ধৰ্ব্ব।
ৰাম তোৰ কোন বস্তু তাত হেন গৰ্ব্ব ॥ ৬২২৬
আমাৰ পৰ্ব্বতে আসি তোৰ ধসমসি।
বিপাঙ্গে মৰিলি গন্ধমাৰ্দ্দনত পশি ॥
আজি ৰামে কৰন্তোক তোৰ প্ৰতিকাৰ।
চতুৰ্ভিতি বেঢ়িয়া বোলয় মাৰ মাৰ ॥ ৬২২৭
মাৰিবাক লাগি সবে গন্ধৰ্ব্ব কিটাইল।
হনুমন্তে দান্ত যে খেকত কৰি ধাইল ॥
ডেৰ দিয়া সবাৰো মাজত গৈয়া পৰি।
আশেষ মাৰিলা লাথি ভুকু লাঙ্গুৰাৰি ॥ ৬২২৮
ধৰম সন্নাহা বীৰ একেশ্বৰ গুটি।
হেলা কৰি মাৰিলা গন্ধৰ্ব্ব তিনিকোটি ॥
গন্ধৰ্ব্বক মাৰি বীৰ কপি হনুমন্তে।
প্ৰৱন্ধে ফুৰন্ত পাচে ঔষধ খোজন্তে ॥ ৬২২৯
পৰম ঔষধ সিটো ভৈলা অন্তৰ্দ্ধান।
বিচাৰিয়া অনেক ফুৰন্ত হনুমান ॥
নিৰীক্ষি নিৰীক্ষি বীৰে চাহিলা সকল।
ঔষধি নপায়া মনে কৰন্ত বিকল ॥ ৬২৩০
আলোচন্ত ইদানিক কৰো কোন বুদ্ধি।
ঔষধ পাইবাৰ কথা কাত কৰো সুধি ॥
ইঠাৱৰ গন্ধৰ্ব্বক মাৰিলো সকল।
ঔষধৰ লক্ষণ নেদেখো ফুল ফল ॥ ৬২৩১
একোমতে ঔষধক খুজিয়া নপাইল।
বিলম্বক সুযুৱাই মনে গুণি চাইল ॥
উপদেশ সুমৰিয়া সুষেণ বৈদ্যৰ।
দক্ষিণ শিখৰ এহি গন্ধমাৰ্দ্দনৰ ॥ ৬২৩২
বিস্তৰ বিলম্ব হৈব ঔষধি খোজন্তে।
এহি বুলি ভূমিত নামিলা হনুমন্তে ॥
দুইহাত মেলি তাৰ দুই পাশ পাইল।
দোঙ্গা দিয়া গিৰিৰ শিখৰ আলগাইল ॥ ৬২৩৩
প্ৰস্থে পাঞ্চ প্ৰহৰৰ পথ সিটো পাৰে।
দশযোজনৰ পথ জুৰিল উধাৰে ॥
পাঞ্চদশ যোজনক দীঘলে জুৰিল।
হনুমন্তে ধৰি মেদিনীৰ উপাৰিল ॥ ৬২৩৪
হেন গিৰি শিখৰক হেলাৰূপে ধৰি।
বায়ুসুত লৰিলা আকাশে ডেৱ কৰি ॥
বৃক্ষ সমে কতো খণ্ড খসিয়া পৰয়।
বিহঙ্গম পক্ষী সম আকাশে উৰায় ॥ ৬২৩৫
সৰ্পসব সুশোভন নানা অলঙ্কাৰে।
পৃথিৱীত পৰে আসি পৰ্ব্বত আকাৰে ॥
সিংহ পশুগণ সবে আকাশে উৰয়।
কতো কতো ডেৱ দিয়া পৰিয়া মৰয় ॥ ৬২৩৬
গিৰিবৰ কান্দয় নয়নে জল বৰে।
হেনসে বিপত্তি কৈলা পৱনৰ পোৱে ॥
গেৰুধাৰা বেঢ়ি নিকলিলা পৰ্ব্বতৰ।
ধাৰায়ে ৰুধিৰ যেন বহয় গাৱৰ ॥ ৬২৩৭
বিদ্যাধৰ গন্ধৰ্ব্ব দেৱতাগণে মিলি।
কৌতূহলে বিস্ময়ে হাসন্ত খলখলি ॥
সাধু হনুমন্ত তুয়ো আৰোগ্য শৰীৰ।
তিনিয়ো লোকত নাহি তযু সম বীৰ ॥ ৬২৩৮
কিনো বীৰ অভঙ্গ পুৰুষ পুণ্যশালী।
শাপত মুকুত অপেশ্বৰা গন্ধকালী ॥
কালনেমী নিশাচৰ বিদিত জগতে।
তাহাক মাৰিলা পশু মাৰিবাৰ মতে ॥ ৬২৩৯
তিনিকোটি গন্ধৰ্ব্ব লীলায়ে সংহৰিল।
এতমান পৰ্ব্বতক তুলিয়া ধৰিল ॥
অন্তৰীক্ষ পথে শীঘ্ৰ বেগে যায় চলি।
ইহাৰ সমান বীৰ নাহি একো বলী ॥ ৬২৪০

দেৱৰ প্ৰশংসা হেন শুনিয়া মহিমা।
অনন্তৰে পাইলা লঙ্কা নগৰীৰ সীমা ॥
মাৰুতি আসয় দেখি গিৰিশৃঙ্গ ধৰি।
হুলস্থূল লাগি গৈলা সমস্ত নগৰী ॥ ৬২৪১
পূৰ্ব্বকালে হনুমন্ত লঙ্কা পুৰি গৈলা।
পৰ্ব্বতৰ শৃঙ্গ ধৰি সেহি আসি ভৈলা ॥
ইবাৰ ইহাৰ হাতে কেহো নিজীৱয়।
এহি বুলি প্ৰজাসবে মুণ্ড স্থমাৱয় ॥ ৬২৪২
লঙ্কা নগৰীত ভয় শঙ্কা লগাইলন্ত।
অনন্তৰে পাইলা আপনাৰ প্ৰজা খণ্ড ॥
ভালুক বানৰ বলে আকাশে দেখন্ত।
পৰ্ব্বত ধৰিয়া হাতে আসে হনুমন্ত ॥ ৬২৪৩
সুগ্ৰীৱ কুমুদ জাম্বৱন্ত আদি কৰি।
আনন্দে চাহিলা সবে এক দৃষ্টি কৰি ॥
সন্নিহিত থানে আনি পৰ্ব্বতক থৈল।
ৰামক নমিয়া পাচে বুলিবাক লৈল ॥ ৬২৪৪
প্ৰভু ৰাম শুনিবা সুগ্ৰীৱ বিভীষণ।
সুষেণ অঙ্গদ আদি শুন কপিগণ ॥
আমাৰ বিলম্ব দেখি নপাৰিবা গালি।
মায়াঋষি চলিলা ৰাৱণ বাক্য পালি ॥ ৬২৪৫
কালনেমী নিশাচৰ ঋষি বেশ ধৰি।
সৰোবৰ কোলে মোকে নিলেক সাদৰি ॥
ঋষি শাপে অপেশ্বৰা গ্ৰাহী হৈয়া আছে।
থাম্প দিয়া ধৰি মোক লৈয়া যাই পাচে ॥ ৬২৪৬
তাক তাতে তুলিয়া মাৰিলো নখে ছিৰি।
শাপত মুকুত ভৈলা কালী অপেশ্বৰী ॥
কালনেমী ৰাক্ষস আছিল ঋষি বেশে।
তাহাক মাৰিলো পাচে সমৰ বিশেষে ॥ ৬২৪৭
কালনেমী নিশাচৰ গৈলা যমঘৰে।
তৰাসে উঠিলা নাদ পৰ্ব্বত গহ্বৰে ॥
মোক যুদ্ধ দিলেক গন্ধৰ্ব্ব তিনিকোটি।
সবাকো মাৰিলো পাচে কৰিয়া নিগুটি ॥ ৬২৪৮
ঔষধক প্ৰতিবন্ধে খুজিয়া নপাইলো।
বিলম্বক ভয়ে পৰ্ব্বতক লৈয়া আইলো ॥
আমাৰ মনত যেন সম্পজিল বুদ্ধি।
আপুনি সুষেণ চিনি লৈয়োক ঔষধি ॥ ৬২৪৯
মাৰুতিক দেৱলোকে প্ৰশংসা কৰন্ত।
চিৰকাল জীৱ বাপু বীৰ হনুমন্ত ॥
সুষেণ চড়িলা যাই পৰ্ব্বত উপৰে।
বিশল্যকৰণী খুজি আনি অনন্তৰে ॥ ৬২৫০
প্ৰতিবন্ধ ৰূপে ঔষধিক খুজি পাইল।
কৌতূহলে ডালে মূলে তুলিয়া লগাইল ॥
পৰ্ব্বতৰ তুলি আনি শিলাত পিষিল।
লক্ষ্মণৰ নাসা তলে পন কৰি দিল ॥ ৬২৫১
দিব্য ঔষধিৰ গন্ধ শৰীৰে পশিল।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া বসিল ॥
শতগুণ তেজ ভৈলা অভিনৱ দেহে।
দুইহাতে ধৰি ৰাম আলিঙ্গিলা স্নেহে ॥ ৬২৫২
দুই নয়নৰ নীৰ ধাৰে বহি যায়।
কোথা গৈয়া আছিলা লক্ষ্মণ মোৰ ভাই ॥
তই নিজীলিহি হন্তে নিষ্ফল প্ৰয়াস।
জীৱনক লাগি মই কৰিলো নৈৰাশ ॥ ৬২৫৩
হনুমন্ত সুষেণৰ প্ৰাণ বুলাৱস।
যাৱে চন্দ্ৰ মেদিনী থাকিবো দুইৰো যশ ॥
মাৰুতিক প্ৰশংসা কৰন্ত ৰামদেৱে।
আগে পাচে বানৰ নাচন্ত ছেৱে ছেৱে ॥ ৬২৫৪
ৰামৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
যাৱে প্ৰাণ থাকে কেৱে নেৰিবা কীৰ্ত্তন ॥
দুৰ্ল্লভ মনুষ্য তনু সেহৰে নপাই।
বোলা ৰাম ৰাম হৰি বিনে গতি নাই ॥ ৬২৫৫

---

হনুমন্তে পুনঃ গন্ধমাদনক আগৰ ঠাইত থৈ আহে

দুলড়ী

লখমণ যেৱে উঠিয়া বসিল
দেখিয়া বানৰ বলে।
আউবে আউবক হাতাহাতি কৰি
নৃত্য কৰে কৌতূহলে ॥

এৰে ৰাৱণৰ শিৰশ্ছেদ হৈব
লক্ষ্মণ গোসাই জীল।
শ্রীৰাম গোসাইৰ কাৰ্য্য সিদ্ধি ভৈলা
ৰাৱণ বেটা মৰিল॥ ৬২৫৬
এৰেসে জানিলো পুত্র পৰিবাৰ
দেখিবো বান্ধৱ লোক।
ৰাঘৱ গোসাই ভাইক পাইলন্ত
আমিয়ো এৰাইলো শোক॥
হেন বুলি বহু নৃত্য গীত কৰি
পৰ্ব্বত শিখৰে চড়ি।
দেৱ ভোগ যোগ্য কলমৌ ফলত
লগাইলা গৈয়া দাদৰি॥ ৬২৫৭
দৌলৰ সমান মউ বাস তুলি
মুখত দিয়া চোবাৱে।
অমৃত সদৃশ শ্রীফল ভুঞ্জিলা
তৃপিতিক বৰ প্ৰাৱে॥
ইগাছে সিগাছে জলকা জলোকি
ফল খান্ত বাছি বাছি।
সৰোবৰে নামি জলপান কৰি
খানিক বিশ্রামি আছি॥ ৬২৫৮
মন পৱনৰ বেগে নামি আসি
পাইলা পৰ্ব্বতৰ হেঠ।
ৰাম সুগ্রীৱক বেঢ়িয়া বসিল
গণ্ডগোল কৰি পেট॥
সুগ্রীৱ বোলন্ত শুনা হনুমান
ৰামৰ আদেশ লৈয়ো।
গন্ধ মাৰ্দ্দনৰ গিৰিৰ শিখৰ
পূৰ্ব্বৰ থানত থৈয়ো॥ ৬২৫৯
ব্রহ্মায়ে সৃজিলা এ ৰম্য প্রদেশ
দেৱভোগ্য উপভোগ।
ইটো পৰ্ব্বতক এখানে থৈবেক
তোমাৰ নুহিকে যোগ॥
সবাকে প্রণাম কৰি বায়ুসুতে
পূৰ্ব্বে আনিবাৰ মতে।
পৰ্ব্বত শিখৰ দুইহাতে ধৰিয়া
চলিলা মাৰুত পথে॥ ৬২৬০
লঙ্কাত থাকিয়া ৰাৱণ নৃপতি
মাৰুতিক ভেট পাইল।
মুখ্য মুখ্য বীৰ মহা বলৱন্ত
ৰাক্ষস বল মতাইল॥
কৈৰা মহোদৰ ঘোৰ নিশাচৰ
সিংহমুখ তালজঙ্ঘ।
কঙ্ক ভুণ্ড বীৰ এ বজ্র নয়ন
উলুকামুখ অভঙ্গ॥ ৬২৬১
হস্তীকৰ্ণ মেঘ বৰ্ণ আসিয়োক
আমাৰ বচন কৰা।
হনুমন্ত বীৰ পৰ্ব্বত লৈ যান্ত
মায়াবলে তাঙ্ক ধৰা॥
এতেক শুনিয়া ৰাক্ষস সকলে
বেঢ়িলে গৈয়া আকাশ।
সম্মুখি বোলয় শুনৰে বানৰ
জীৱন্তে আজি নযাস॥ ৬২৬২
হাতে ধৰিবাৰ আশা নাহি তোৰ
পৰ্ব্বত লৈ যাস ধৰি।
হৰি হৰে আজি ৰাখিতে নপাৰে
তোক নিবো বন্দী কৰি॥
মাৰুতি বোলন্ত আমি নগণওঁ
তোৰ যত মায়াবল।
দুই হাতে পৰ্ব্বত ধৰিয়া পাপিষ্ঠ
মাৰিবো আজি সকল॥ ৬২৬৩
নখ দান্ত মোৰ অৱকাশে আছে
আৰো আছে দুইপাৱ।
সবাহাকে আজি যমঘৰে নিবো
মাৰিয়া লাঞ্জৰ ঘাৱ॥
এতেক শুনিয়া ৰাক্ষস সকলে
বেঢ়ি বোলে থাক থাক।
খাণ্ডা যাঠী ধৰি ঘোৰ নিশাচৰে
দিলেক অস্ত্রৰ জাক॥ ৬২৬৪

মাৰুতি বীৰক প্ৰহাৰ দিলেক
অস্ত্ৰ দশোদিশে জুৰি।
কপি মহাবীৰে পৰ্ব্বত সহিতে
এৰাইলন্ত গাৰমুৰি॥
হনুমন্ত বীৰে ৰাক্ষস বলক
ক্ৰোধে খেদি লাগ পাইল।
কাহাকো লাথিৰ প্ৰহাৰ কাহাকো
লাঞ্জৰ কোব বৈসাইল॥ ৬২৬৫
চৰণৰ নখে কতো বিদাৰিল
কতো কঙ্কালত কোবে।
লাঞ্জে মেৰাই কতো তুলি আস্ফালিল
বস্ত্ৰ ধোৱে যেন ধোবে॥
কাহাকো জঙ্ঘাৰ বাৰি মাৰিলন্ত
কাহাকো দান্তে কামোৰে।
অনেক বীৰক যমঘৰে নিল
মাৰি বজ্ৰ সম গোৰে॥ ৬২৬৬
বিগুটি বিগুটি ৰাক্ষস বলক
হনুমন্তে মাৰিলন্ত।
মুখ্য মুখ্য যত ৰাক্ষস বলক
লাঞ্জে মেৰাই ধৰিলন্ত॥
হনুমন্তে ধৰি টোপনা বাহন্তে
ৰাক্ষসক বান্ধি টোপ।
সোণাৰ গুণায় বান্ধি আছে যেন
নীল উৎপলৰ থোপ॥ ৬২৬৭
লাঙ্গুলে মেৰাইয়া মাৰ্গ তলে আনি
বিক্ষেপ কৰি প্ৰৱন্ধে।
সেহি প্ৰহাৰতে কাণ ফাটি গৈলা
নাক ফুটি গৈলা গন্ধে॥
অনেক প্ৰকাৰে ৰাক্ষস বলক
মাৰুতি পৰাণ লৈল।
কাতি ভিতি কৰি লাঞ্জৰ হসোকি
তালজঙ্ঘ পলাই গৈল॥ ৬২৬৮
ৰাৱণ ৰাজাত কাহিনী কহয়
কাঢ়য় খৰ উশাস।
সম্মুখি বোলন্ত দুৰ্জ্জন বানৰা
সবাকে কৰিল নাশ॥
কাহাকো মাৰিল জানুৰে তাড়িয়ে
কাহাকো লাঞ্জৰ বাৰি।
কাহাকো মাৰিল হিয়াৰ সন্ধানে
কাহাকো চৰণে তাৰি॥ ৬২৬৯
হেনয় বিবিধ প্ৰকাৰে সমস্তে
ৰাক্ষস মাৰি পেলাইল।
কতো বীৰগণ বানৰ দুৰ্জ্জনে
বাতকৰ্ম্মে উৰুৱাইল॥
কতোক্ষণে মোৰ উশাস নাছিল
তাৰ কাজে মই জীলো।
হেন অদভুত বলৰ কাহিনী
তোমাৰ আগে কহিলো॥ ৬২৭০
হেন বাণী শুনি ৰাজা ৰাৱণৰ
ভয় আতি ভৈলা ঘোৰ।
সকল বীৰক মাৰুতি মাৰিল
কোলা শূন্য ভৈলা মোৰ॥
ৰাক্ষস মাৰিয়া গন্ধ মাৰ্দ্দনক
পাইলা বীৰ হনুমানে।
সেই মতে নিয়া গিৰিৰ শিখৰ
থাপিলন্ত পূৰ্ব্ব থানে॥ ৬২৭১
দেৱগণে স্তুতি প্ৰশংসা কৰন্ত
শুনন্ত বীৰে আশেষ।
আৰ কতক্ষণে পৰিলন্ত আসি
শ্ৰীৰাম দেৱৰ পাশ॥
মাৰুতি বীৰক ৰাঘৱে বুলিল
অনেক সাদৰ বাক।
পৰ্ব্বতক নিয়া পূৰ্ব্ব থানে থৈলা
কৰিলা হিত আমাক॥ ৬২৭২
লক্ষ্মণ ভয়াইৰ পৰাণ ৰহিল
তোমাৰ বলক পাই।
সীতাত কি কাৰ্য্য মোহোৰ জানিবা
মৰিল হন্তে লথাই॥

মাতৃ ভ্ৰাতৃ এৰি অযোধ্যাক ছাড়ি
কৰিলন্ত সাৰ মোকে।
আমিয়ো পাচতে মৰিলওঁ হন্তে
লথাইব দাৰুণ শোকে ॥ ৬২৭৩
শুনা সৰ্ব্বজন কেদিন জীৱন
কিয় নুগুণাহা মনে।
ধন জন যত ত্যজিয়া সবাকে
চলিবা যম কৰণে ॥
ঘোৰ পৰলোক তৈত কেন হৈব
নিচিন্তা তাৰ উপায়।
দুৰ্ল্লভ ভাৰতে নৰতনু পাই
বিফলে জনম যায় ॥ ৬২৭৪
পৰম বান্ধৱ ঈশ্বৰ মাধৱ
ইহলোকে পাৱে গতি।
জানিয়া যতনে ৰামৰ চৰণে
সদায়ে কৰা ভকতি ॥
ভুঞ্জিবা ভুকুতি লভিবা মুকুতি
নেৰিবা মুখত নাম।
ধৰ্ম্ম শিৰোমণি পাপৰ অগনি
ডাকি বোলা ৰাম ৰাম ॥ ৬২৭৫

---

ৰাম-ৰাৱণৰ যুদ্ধ আৰু ৰাৱণ বধ

পদ

যুদ্ধ নকৰিলো হন্তে কোন কাৰ্য্য তাত।
প্ৰাণক ত্যজিলো হন্তে এহিটো লঙ্কাত ॥
হনুমন্তে নকৰিল হন্তে হেন কাজ।
বিভীষণে কেনমতে পাইল হন্তে ৰাজ॥ ৬২৭৬
লক্ষ্মণে ৰামক চাহি বুলিলা উত্তৰ।
হেনয় কাকুতি ৰাণী নহয় বীৰৰ ॥
প্ৰতিজ্ঞা পালন ক্ষত্ৰিয়ৰ নিজ ধৰ্ম্ম।
ৰাৱণক নমাৰি আমাত কেনে মৰ্ম্ম ॥ ৬২৭৭
প্ৰতিজ্ঞা কৰিলা তুমি ৰাৱণ বধিত।
ঝাণ্টে মাৰা যাৱে অস্ত নযান্ত আদিত্য ॥
কৈতিক্ষণে দেখিবোহো ৰাৱণ বীৰৰ।
তযু শৰ ঘাৱে ছেদিবাহা দশশিৰ ॥ ৬২৭৮
লক্ষ্মণৰ বোলে কোপ জ্বলিলা ৰামৰ।
শীঘ্ৰ বেগে জুৰিলন্ত অগ্নিময় শৰ ॥
ৰাঘৱৰ শৰ আসে দেখি মহাবীৰ।
অন্তৰিলা দেখিয়া ৰাৱণ দশশিৰ ॥ ৬২৭৯
মায়াবলে তথা যাই সাজিলেক ৰথ।
অলঙ্কাৰে মণ্ডিলন্ত ঘোটক সমস্ত ॥
মনুষ্যৰ মুখ দিব্য চাৰিগোটা ঘোৰ।
উচ্চৈশ্ৰৱা সদৃশ পৱন সম জোৰ ॥ ৬২৮০
কৈলাস সমান উচ্চ দিব্য ৰৰযান।
মহা জ্যোতিৰ্ম্ময় জ্বলে অগনি সমান ॥
ৰতনে মাণিকে দিব্য ৰথ দীপ্তি কৰে।
তাতে যাই চড়িলেক ৰাজা লঙ্কেশ্বৰে ॥ ৬২৮১
দেৱ মুনিগণে বোলে কিনো অনুচিত।
ৰাৱণ ৰথত যুজে ৰাঘৱ ভূমিত ॥
সমতুল্য নুহি কাৰ্য্য অযোগ্য অৱশ্যে।
ৰামক লাগয় যান কৰিবে ত্ৰিদশে ॥ ৬২৮২
সবাৰো বচন শুনি ত্ৰিদশৰ ৰাজে।
আপোনাৰ ৰথক পঠাইলা সব সাজে ॥
কিঙ্কিণী বাজয় ৰুণ ঝুণ জ্যোতিষ্কাৰ।
ৰত্নে জ্যোতিষ্কাৰ তিনি ভুৱনতে সাৰ ॥ ৬২৮৩
তৰুণ আদিত্য সম মহা জ্যোতি জ্বলে।
ৰতনে ৰচিত কৰি আতিশয় জ্বলে ॥
হৰিতাল বৰ্ণ শক্তিৱন্ত চাৰিঘোৰ।
অতি শীঘ্ৰ গমন পৱন সম জোৰ ॥ ৬২৮৪
কটকে গঠিত চাৰু বাসৱৰ ধ্বজ।
শকতি তোমৰ অস্ত্ৰ আছে সব সজ ॥
ইন্দ্ৰৰ আদেশ ৰাণী সাদৰে আকুলি।
ৰামৰ পাশক ৰথ নিলন্ত মাতলি ॥ ৬২৮৫
চাপন্তে আছয় আসি ৰথ জ্যোতিষ্কাৰ।
বিস্ময় মিলিয়া গৈলা সকলে প্ৰজাৰ ॥
ৰামদেৱ লক্ষ্মণ সুগ্ৰীৱ নীল নল।
অঙ্গদ মাৰুতি বিভীষণ কপিবল ॥ ৬২৮৬

সবহন্তে মনে গুণি আছন্ত বহুত।
স্বৰ্গহন্তে ৰবি সম ৰথ অদভুত ॥
অনেক মায়াক জানে নিশাচৰগণে।
আমাক ছলিতে বুদ্ধি পাতিলা ৰাৱণে ॥ ৬২৮৭
ৰামে যেবে হেন বাক্য সবাকো বুলিল।
সুগ্ৰীৱ বোলন্ত ইটো আমাত লাগিল ॥
সাৰথিকে ঘোটককে অস্ত্ৰকে ৰথকে।
সবাকে নিশ্চয় কৰিবোহো খেণেতেকে ॥ '৮৮
ৰথখান নামি আসি ৰহিছে ভূমিত।
বিভীষণে বুলিলন্ত বচন তহিত ॥
ৰাক্ষসৰ মায়া মই জানোহো সমস্তে।
দেৱলোকে পঠাইলা আপুনি লৈয়ো ৰথে ॥ '৮৯
কতোদূৰে লঙ্কানাথে আছয় আকলি।
ৰথে চড়ি হাতযোৰে মাতয় মাতলি ॥
শুনিয়ো ৰাঘৱ প্ৰভু ৰাম দাশৰথী।
ইন্দ্ৰে পঠাইলন্ত মই তাহান সাৰথি ॥ ৬২৯০
ইন্দ্ৰ যম বৰুণাস্ত্ৰ আছয় ৰথতে।
ইন্দ্ৰৰ মাতলি মোক জানে ত্ৰিজগতে ॥
যুদ্ধৰ সম্ভাৰ দিয়া পঠাইলন্ত মোক।
ইহাতে চড়িয়া ৰাৱণক বধিয়োক ॥ ৬২৯১
ইন্দ্ৰে পঠাইলন্ত এহি সন্নাহা পিন্ধিয়া।
সমৰক চলা হাতে ধনুশৰ লৈয়া ॥
একৈক শকতি পাৰি ত্ৰৈলোক্য জিনিত।
সমস্তে সম্ভৃত কিছু নলাগে খুজিত ॥ ৬২৯২
বিভীষণ সুগ্ৰীৱ অঙ্গদ সুশিক্ষিত।
সবাকে বুলিলা ৰামে ৰথ পৰীক্ষিত ॥
ৰামক কহিলা যাহা কাৰ্য্যক আকলি।
বাসৱে পঠাইলা ৰথ সাৰথি মাতলি ॥ ৬২৯৩
পৰীক্ষা কৰিলো মই জানিলো সমস্ত।
এহি বুলি আগত যোগাইলা দিব্যৰথ ॥
দেৱ বিমানক ৰামে প্ৰণাম কৰিল।
সাৰথি ঘোৰাক প্ৰদক্ষিণে আদৰিল ॥ ৬২৯৪
ৰথত চড়িলা ৰামে কৌতূহল ভাৱে।
ইন্দ্ৰৰ সন্নাহা আনি চড়াইলন্ত গাৱে ॥

শ্ৰীমন্ত অধিক কান্তি জ্বলে ৰাঘৱৰ।
কৈলাস গিৰিত যেন দেৱ মহেশ্বৰ ॥ ৬২৯৫
গন্ধৰ্ব্বৰ অস্ত্ৰ কোপে ৰাৱণে ধৰিল।
ৰামে গন্ধৰ্ব্বৰ অস্ত্ৰে তাক নিবাৰিল ॥
যেহি যেহি অস্ত্ৰক হানয় লঙ্কেশ্বৰ।
সেহি সেহি অস্ত্ৰ নিবাৰন্ত ৰঘুবৰ ॥ ৬২৯৬
সকল অস্ত্ৰক যেবে কৰিলন্ত ক্ষয়।
ৰাক্ষসৰ অস্ত্ৰক হানন্ত দুৰাশয় ॥
ৰাৱণৰ অস্ত্ৰচয় ধনুৰ টঙ্কায়।
বাসুকি সদৃশ সৰ্প হুয়া খেদি খাই ॥ ৬২৯৭
ফোকাৰন্ত শবদে দান্তৰ ঘোৰ বিষ।
মুখৰ অগনি নিকলয় দশোদিশ ॥
ৰাঘৱে দেখন্ত সৰ্পে জুৰিল সমস্ত।
ৰামচন্দ্ৰে অস্ত্ৰ প্ৰহাৰিলা পাশুপত্ৰ ॥ ৬২৯৮
সূৰ্য্য অগ্নি যুত যেন প্ৰহাৰিলা শৰ।
অসংখ্যাত গৰুড় ভৈলেক সুৱৰ্ণৰ ॥
অৰ্দ্ধে ঊৰ্দ্ধে দশোদিশে শৰ চলি যায়।
ৰাৱণৰ সৰ্পসৱ খেদি খেদি খায় ॥ ৬২৯৯
ৰাৱণৰ অস্ত্ৰ যত সব ভৈলা ক্ষয়।
আথাকে নিসন্ধি ৰাজা বাণ বৰিষয় ॥
বাণক হানিয়া ছাইলা দাশ যে ৰথীক।
সব গাৱে নিসন্ধি বিন্ধিলা মাতলিক ॥ ৬৩০০
চাৰিয়ো ঘোৰাক জৰ্জ্জৰিকৃত ভাৱে।
ইন্দ্ৰৰ ধ্বজক তাড়িলেক বাণঘাৱে ॥
দেখি নিৰন্তৰে বাণময় দশোদিশ।
দেৱ মুনিগণৰো বিস্ময় আসৰিষ ॥ ৬৩০১
ৰামক পীড়িলে শৰে বীৰ লঙ্কেশ্বৰে।
দেৱ মুনি গন্ধৰ্ব্বৰ হৃদি কম্পে ডৰে ॥
কৰন্ধক দেখি যেন সূৰ্য্য ভয় হেতু।
ভকৰ ভকৰ কৰি বেঢ়ি ধূমকেতু ॥ ৬৩০২
বুধগ্ৰহে যেহেন পীড়িল ৰোহিণীক।
জেঠাক মঙ্গলে যেন ৰাহুয়ে শশীক ॥
সাগৰত বিপৰীত জলৰ কল্লোল।
ঊৰ্ম্মিৰ শবদে পাইল আদিত্যৰ কোল ॥ ৬৩০৩

ৰঘুৰ বংশৰ সবে নক্ষত্ৰক জুৰি।
দাৰুণ গ্ৰহক যেন থাকি গৈল পীড়ি॥
ত্ৰৈলোক্যত বিপৰীত চমক লাগিল।
ৰাঘৱৰ মোহ দেখি বিস্ময় মিলিল॥ ৬৩০৪
দশশিৰ কুৰিবাহু শিৰিমন্ত কায়।
ৰাৱণায়ে যুজয় মৈনাক গিৰি প্ৰায়॥
অচেতন ভাৱ হেন দেখিয়া ৰামৰ।
শ্ৰীহানি বিভীষণ কপি ভালুকৰ॥ ৬৩০৫
ঘোৰ শৰ বৃষ্টি প্ৰভু কৰিতে নপাৰি।
কিঞ্চিত তৰাসে থিত ৰাঘৱ মুৰাৰি॥
ৰামে ধ্যান কৰিলন্ত বৰ বিপৰীত।
পৰম আত্মাক নিয়া নিবেদিলা চিত্ত॥ ৬৩০৬
মহাকোপে জ্বলি পাচে গুণিলন্ত মনে।
আমাক পীড়য় চাৰ নিশাচৰ জনে॥
আৰকত চক্ষু দুই কোপে ফুৰাৱন্ত।
ৰাৱণক যেন তেজ অগনি দহন্ত॥ ৬৩০৭
ৰামৰ কোপত মহীমণ্ডল লৰয়।
গিৰিৰ শিখৰ যত খসিয়া পৰয়॥
ভ্ৰূকুটি কুটিল মুখ ৰকত নয়ন।
দেৱ মুনি চমকিলা দিগপালগণ॥ ৬৩০৮
নদী নদগণ মানে পালটিয়া বহে।
আৱৰে আৱৰে যুদ্ধ লাগিলা বিগ্ৰহে॥
ৰাৱণৰ হৃদি কম্প ৰাঘৱে কুপিল।
ভয় হুয়া বোলে আজি অকাৰ্য্য মিলিল॥ ৬৩০৯
ত্ৰৈলোক্য জিনিলো আৱে কি ভৈলা আমাৰ।
ৰাঘৱে কুপিলা যেন যম অৱতাৰ॥
দুয়োবীৰ যুজে তিনি ভুৱনতে সাৰ।
তিনিলোক কম্পিল লাগিলা তোলপাৰ॥ '১০
আউৰে আউৰক শৰ হানিলা প্ৰৱন্ধি।
পৃথিৱী স্বৰ্গৰ মাজে ভৈগৈলা নিসন্ধি॥
ৰাঘৱক প্ৰশংসা কৰন্ত দেৱগণে।
অসুৰে বোলন্ত বীৰ জিনন্তো ৰাৱণে॥ ৬৩১১
দেৱতা গন্ধৰ্ব্ব ঋষি ৰাঘৱৰ পক্ষ।
ৰাৱণৰ সখা দৈত্য দানৱ যে যক্ষ॥

ৰামে শৰ কৰিলন্ত অনন্ত অপাৰ।
আকাশৰ শৰ কাটি গুচাইল আন্ধাৰ॥ ৬৩১২
তমোময় গুচি যেন প্ৰকাশ ভাস্কৰ।
প্ৰসন্ন বদন ভৈলা দেখিয়া ৰামৰ॥
ৰাৱণে ছেদিলা ৰাঘৱৰ শৰচয়।
হেনমতে দুয়ো বীৰে সমৰ কৰয়॥ ৬৩১৩
অনন্তৰে ৰামদেৱ সমৰে অভঙ্গ।
অনেক অস্ত্ৰক প্ৰহাৰিলা কৰি খঙ্গ॥
ৰাৱণেয়ো শৰচয় প্ৰহাৰিলা তাঙ্ক।
ৰামক অভঙ্গ দেখি ৰাৱণাৰ শঙ্ক॥ ৬৩১৪
জাজ্বল্য সমান ৰাজা কোপে জ্বলি গৈলা।
কালন্তক সদৃশ শূলেক তুলি লৈলা॥
কতেক মহিমা আৰ কহিবো তাহাৰ।
পৰন্তে দোহাৰ মাখি বজ্ৰ সম ধাৰ॥ ৬৩১৫
পৰ্ব্বতৰ শৃঙ্গ যেন শিখৰে তাহাৰে।
পাতাল ভেদিতে পাৰে শূলৰ প্ৰহাৰে॥
ধূম্ৰে বিৰহিত যেন প্ৰলয় অগনি।
ফোকাৰন্তে আঙ্গাৰ বজাৰে দিশ ছানি॥ ৬৩১৬
অতি বৰ আটাস দিলেক লঙ্কেশ্বৰে।
কম্প মিলি গৈলা জল সপত সাগৰে॥
পৃথিৱী পাতাল স্বৰ্গ তিনিও লোকত।
অন্তৰীক্ষে নাচে যত কম্পিল সমস্ত॥ ৬৩১৭
আটাসৰ ছোটে বীৰ ত্ৰৈলোক্য কম্পায়া।
ৰামক বুলিলা পাচে ক্ৰোধদৃষ্টি ছায়া॥
দেখ দেখ ৰাম তোৰ প্ৰাণান্তিক শূল।
দোভাইক মাৰিয়া আজি কৰিবো নিৰ্ম্মূল॥ '১৮
যত যত বীৰ মোৰ মাৰিলা ৰণত।
তাৰ প্ৰতিফল আজি কৰো ক্ষণেকত॥
এহি শূল হানি মাৰো চল যমঘৰ।
ৰাৱণ ৰাজাৰ এক প্ৰহাৰ সামৰ॥ ৬৩১৯
দোঙ্গা দিয়া শূল বাণ ৰাৱণে হানিল।
অতি বৰ বেগে যেন নিৰ্ঘাত পৰিল॥
অন্তৰীক্ষে মহাবেগ কৰিয়া চলয়।
ৰামে দেখি শূলক তাড়িলা শৰচয়॥ ৬৩২০

পতঙ্গক যেনমতে অগনি ভুঞ্জিল।
ৰাৱণৰ শূলে সব শৰক ছেদিল ॥
ৰামে আকলিলা সব শৰ নাশ ভৈলা।
মহাকোপে অগনি সমান জ্বলি গৈলা ॥ ৬৩২১
মাতলিত কৰি যাক বাসৱে পঠাইল।
সেহি শকতিক ৰামে তুলি আলগাইল ॥
ৰথহন্তে আনি তাক সন্ধানে হানিল।
প্ৰলয় কালৰ যেন উলুকা জ্বলিল ॥ ৬৩২২
যুগান্ত কালৰ যেন অগনি জ্বলয়।
সকল আকাশ থান দেখি জ্যোতির্ম্ময় ॥
অতিশয় বেগে গৈ শূলক লাগ পাইল।
খণ্ড খণ্ড কৰি তাক ছেদিয়া পেলাইল ॥ ৬৩২৩
শকতিৰ ঘাৱে শূল ভাঙ্গিয়া পেলাইল।
লঙ্কা নগৰীৰ সৈন্য গিৰিসাই ভাগিল ॥
ৰাৱণে নিঃশব্দ ভৈলা অদভুত মানি।
তাহাক তাড়িলা ৰঘুনাথে শৰ হানি ॥ ৬৩২৪
ৰাঘৱৰ শৰক ত্ৰৈলোক্যে নাহি যোৰ।
জৰ্জ্জৰিতে বিন্ধিলা ৰথৰ চাৰিঘোড় ॥
ৰাৱণ ৰাজাৰ শৰীৰত অসংখ্যাতে।
কপালতে নিসন্ধি বিন্ধিলা ৰঘুনাথে ॥ ৬৩২৫
অশোক পলাশ যেন পুষ্প জ্যোতিষ্কাৰ।
থানে থানে ৰুধিৰ নিকলি গৈল গাৰ ॥
ৰামে তাক তুলিলন্ত ভৈলেক হতাশ।
মূৰ্চ্ছা গৈলা ৰাৱণৰ হৰিল উশাস ॥ ৬৩২৬
তমোময় দেখে যেন ফুৰে দশোদিশ।
তীখাল শৰৰ ঘাৱে উথলিলা বিষ ॥
ৰথত পাচত বীৰ পৰি গৈলা খসি।
ক্ষণেক নিশ্চেষ্ট হৈয়া থাকিল তৰসি ॥ ৬৩২৭
বৰৰ প্ৰসাদে তাৰ নগৈলেক প্ৰাণ।
ৰাঘৱক হানিলেক অসংখ্যাত বাণ ॥
অৰ্দ্ধে ঊৰ্দ্ধে আশে পাশে দক্ষিণে উত্তৰে।
নিসন্ধি হানিলা শৰচয় নিৰন্তৰে ॥ ৬৩২৮
ৰাঘৱে অনেক শৰ হানিয়া পঠাইল।
ৰাৱণৰ বাণ ছেদি আন্ধাৰ গুচাইল ॥

শৰে হানি ৰামে তাৰ শৰীৰক শালি।
বচনে বিগুতি ৰামে পাৰিলন্ত গালি ॥ ৬৩২৯
ৰাঘৱে বোলন্ত ওৰে পাপিষ্ঠ ৰাৱণ।
অধৰ্ম্মী দুৰ্জ্জন তই অলপিক জন ॥
কুযশক সাধিলি লাজক পিঠি দিলি।
উপায়ে গুচায়া মোৰ সীতাক হৰিলি ॥ ৬৩৩০
সীতাক হৰিলি হন্তে মোহোৰ আগত।
তোক থান দিলো হন্তে যমকৰণত ॥
কি মোৰ আনন্দ আজি তোক ভেট পাইলো।
হেন জান তোক যমকৰণে পঠাইলো ॥ ৬৩৩১
মাথা কাটি কৰো তোৰ খবৰ বৃত্তান্ত।
শৃগাল শকুনে তোৰ বিচাৰক আন্ত ॥
হৃদয়ত পৰি তোৰ গৃধ্ৰে মাংস খাউক।
জনক নন্দিনী শুনি কৌতূহল পাউক ॥ ৬৩৩২
ৰামৰ বচন যেন বজ্ৰৰ প্ৰহাৰ।
মৰ্ম্মস্থান ভেদি ভৈলা শ্ৰীহানি ৰাজাৰ ॥
ৰাৱ ছাৱ নাহি হৰিলেক বল দৰ্প।
মন্ত্ৰ শুনি যেহেন নিৰ্ব্বিষ কালসৰ্প ॥ ৬৩৩৩
মূৰ্চ্ছিত ভৈলেক পৰাপৰক নজানে।
হসকি হসকি পৰে যত বাণ হানে ॥
বানৰ ভালুকে বেঢ়ি বৰিষিলা শিল।
ৰাঘৱৰ বাণঘাৱে প্ৰমাদ মিলিল ॥ ৬৩৩৪
ৰামে ৰাৱণক শৰ কৰন্ত প্ৰহাৰ।
দশগ্ৰীৱে কৰিতে নপাৰে প্ৰতিকাৰ ॥
সাৰথি দেখন্ত ৰাজা চেতন হৰিল।
ৰথখান বাহুৰায়া অন্তৰ কৰিল ॥ ৬৩৩৫
ৰাখিয়া থাকিল নিয়া লঙ্কাৰ কোলত।
সন্ধুকি ৰাৱণে পাইলা চেতন গাৱত ॥
হাওৰে সাৰথি তই কিসক ডৰিলি।
মই নবোলন্তে কেনে ৰথ বাহুৰাইলি ॥ ৬৩৩৬
ঘোৰ সংগ্ৰামৰ হন্তে আন্তৰাইলে কিক।
আমাক কৰিলে লঘু তুলাত অধিক ॥
তিনিয়ো ভুৱনে জানে পৌৰুষ আমাৰ।
সবে নষ্ট কৰিলে বিপুল যশভাৰ ॥ ৬৩৩৭

কুখ্যাতি চলিল মোৰ দেশ দেশান্তৰে।
ৰাৱণ বিমুখে পলাই শক্ৰকেসে ডৰে ॥
ৰিপু যাৰে নাশক্কে মোহোৰ বোল শুন।
স্থমৰস যদ্যপি মোহোৰ যতগুণ ॥ ৬৩৩৮
পৌৰুষ ৰাখিয়া মোৰ কুযশ গুচাওঁ।
সমৰ ভূমিক লাগি ৰথ বাহুৰাওঁ ॥
ৰাৱণক সম্মুখি সাৰথি বোলে বাক।
কি কাৰণে প্ৰভুদেৱ গৰ্জ্জস আমাক ॥ ৬৩৩৯
ৰামশৰে তোমাৰ শৰীৰ অশকত।
শুনিয়ো যি কাৰণে বাহুৰাইলো ৰথ ॥
শ্ৰান্ত ভৈলা প্ৰভুদেৱ ঘামিলেক গাৱ।
মূৰ্চ্ছাগতে দেখিলোহো আকুল স্বভাৱ ॥ ৬৩৪০
ধনুৰ টঙ্কাৰ নাহি খসি পৰে বাণ।
মই বোলো ৰাজা অন্তৰীক্ষ ভৈলা প্ৰাণ ॥
ৰামৰ বিশাল যমদূত সম শৰে।
চাৰিঘোৰা হ্ৰেসনী পাৰয় নিৰন্তৰে ॥ ৬৩৪১
চিন্তিলোহো হিত তুমি খানিক জিৰাহা।
সম্মুখে ডাকিবো ৰথ যুজিবাক যাহা।
ৰাজা বোলে সাৰথি তেবেতো ভাল মন।
হৰিষে হাতৰ কাঢ়ি দিলেক কঙ্কণ ॥ ৬৩৪২
সাৰ্থক সাৰথি তই শুন মোৰ বাক।
সমৰ ভূমিক লাগি ঝাণ্টে ৰথ ডাক ॥
ডাকিলা সাৰথি ৰথ ৰাৱণৰ বোলে।
পাৱৰ সন্ধানে সবে পৃথিৱী হিন্দোলে ॥ ৬৩৪৩
ৰামে দেখি বুলিলন্ত শুনিয়ো মাতলি।
পৰিৱৰ্ত্তি ৰাৱণ আসয় ৰণস্থলী ॥
গৰ্জ্জন কৰয় যেন কালমেঘখণ্ড।
শৰ বৰিষন্তে আসে ৰাৱণ প্ৰচণ্ড ॥ ৬৩৪৪
দুৰ্ব্বাৰ বায়ু যেন উৰুৱাইবো তাক।
ইন্দ্ৰৰ সাৰথি অৱহিতি ৰথ ডাক ॥
সুৰাসুৰ মুনিগণ সবাত বিদিত।
ইন্দ্ৰৰ সাৰথি তুমি অতি সুশিক্ষিত ॥ ৬৩৪৫
ছাটুতা বচন কিছো বুলিতে নলাগে।
তুমি সখা ভৈলা মোৰ নিজ কৰ্ম্ম ভাগে ॥

ৰাঘৱৰ বচনে সাৰথি ভৈলা তুষ্ট।
ডাকিবে লাগিলা চাৰিঘোৰা হৃষ্ট পুষ্ট ॥ ৬৩৪৬
শীঘ্ৰে ৰথ ডাকিলেক ডাহিনক বুলি।
লঙ্কেশ্বৰে দেখিলেক ৰথ চক্ৰ ধূলি ॥
মহাকোপে দশগ্ৰীৱে অসংখ্যাত শৰে।
ৰামৰ ৰথক ঢাকিলেক নিৰন্তৰে ॥ ৬৩৪৭
থাক দশৰথ সুত লৈবোহো পৰাণ।
মাতলিক হানিলেক অসংখ্যাত বাণ ॥
ৰাঘৱে তুলিয়া লৈলা বাসৱৰ চাপ।
অস্ত্ৰসব হানন্ত সাক্ষাতে যেন সাপ ॥ ৬৩৪৮
ৰাৱণে দেখন্ত শৰ আসে জাকে জাক।
আপোনাৰ শৰে চূৰ্ণ কৰিলন্ত তাক ॥
দুয়ো দুইহান্তক শৰ কৰে অপৰ্য্যন্ত।
চৌত্ৰিশ অস্ত্ৰক সবে দুইহান্তো জানন্ত ॥ ৬৩৪৯
নিসন্ধি কৰিয়া শৰে ঢাকিলা আকাশ।
অস্ত্ৰে কেহো দুইৰো আৰে নলক্ষিল পাশ ॥
দুয়োবীৰে শৰক ক্ষেপন্ত অসংখ্যাত।
দুইহান্তৰো শৰ দুয়ো কৰন্ত নিপাত ॥ ৬৩৫০
একহন্তে মিলিলা বিষম উতপাত।
দিবসতে সন্ধ্যা আসি মিলিল লঙ্কাত ॥
ওৰ পুষ্পবৰ্ণ ভৈলা সব লঙ্কাখান।
ৰাৱণৰ মাথে তেজ বৰিষণ টান ॥ ৬৩৫১
ৰাৱণৰ উপৰে মণ্ডলি কৰে কাক।
দক্ষিণ দিশত গৃধ্ৰ ভ্ৰমে জাকে জাক ॥
দশগ্ৰীৱ ৰাজাৰ আগত ভূমিকম্প।
জোটা জোটা কৰি কাকে মাথে দিলা জাম্প ॥'৫২
নিৰ্ঘাত পৰিয়া গৈলা ৰথৰ উপৰে।
বায়ু বহে সম্মুখে ধূলায়ে মুখ ভৰে ॥
ৰাৱণ নৃপতি থাকিলেক শৰ জুৰি।
হানিতে নপাৰে শৰ ধনুত আজুৰি ॥ ৬৩৫৩
কাক কঙ্ক শকুন সম্মুখে চায়া ৰবে।
জোটা জোন্টি কৰি গৈয়া কতো আগে পৰে ॥
বিমঙ্গল অনেক মিলিলা উতপাত।
দশগ্ৰীৱ ৰাজাৰ কটাক্ষ নাহি তাত ॥ ৬৩৫৪

চাৰিয়ো ঘোৰাৰ নয়নৰ নীৰ বহে।
অনেক অদ্ভুত বিমঙ্গল কথা কহে॥
মুখ চাই ফেকুৰায়ে নাদয় হৰিষে।
ৰাৱণৰ মৰণ জানিয়া দশোদিশে॥ ৬৩৫৫
ৰামৰ পাশত সুমঙ্গল কথা কহে।
সুৰভি শীতল অনুকূলে বায়ু বহে॥
দক্ষিণ নয়ন হাত পাৱ কৰ্ণ ফন্দে।
সমৰত জয় হেতু মিলিলা আনন্দে॥ ৬৩৫৬
ৰাম-ৰাৱণৰ হেন অদ্ভুত সংগ্ৰাম।
যেন হৰি হিৰণ্যাক্ষে সমৰ উপাম॥
আৰৰ উপাম নাহি ত্ৰৈলোক্য ভিতৰে।
মহা ঘোৰ যুদ্ধ ভৈলা ৰাম ৰাৱণৰে॥ ৬৩৫৭
যত বল আছয় দুইহানো শৰীৰত।
যত অস্ত্ৰ জানে দুয়ো হানন্ত ৰণত॥
ৰাঘৱে যুজয় জানি জিনিবো ৰাৱণ।
ৰাৱণে যুজয় জানি আপুন মৰণ॥ ৬৩৫৮
মহাবীৰ ৰাৱণ দুৰ্জ্জয় ধনুৰ্দ্ধৰ।
ৰামৰ ধ্বজক লাগি প্ৰহাৰিল শৰ॥
শৰ আসে দেখি ৰামে মন্ত্ৰক পঢ়িল।
ধ্বজক নাপায়া শৰ পাতালে পশিল॥ ৬৩৫৯
ৰাৱণৰ শৰ যেৱে নিষ্প্ৰভতা ভৈল।
ৰামে যমদণ্ড সম শৰ তুলি লৈল॥
ৰাৱণৰ ধ্বজক হানিলা মহাবলে।
আকাশত অগনিৰ কণিকা নিকলে॥ ৬৩৬০
আকাশত দেৱগণে আছয় দেখিয়া।
ৰাঘৱৰ শৰে ধ্বজ পেলাইল ছেদিয়া॥
ভূমিত পৰিলা ধ্বজ হুয়া খণ্ড খণ্ড।
আকাশত হৰিষে মিলিলা বাগভণ্ড॥ ৬৩৬১
দেখিলেক লঙ্কেশ্বৰে শৰ চূৰ্ণ ভৈল।
তুলাত অগনি যেন কোপ জ্বলি গৈল॥
বৰিষিতে লাগিল অনেক শত শৰে।
চাৰিঘোৰা ৰথৰ বিন্ধিলা নিৰন্তৰে॥ ৬৩৬২
ইন্দ্ৰৰ ঘোটক ৰাৱণৰ শৰ জালে।
ৰৌদ্ৰ পায়া হালে যেন শ্ৰীফলৰ ডালে॥
আতি তেজ বলে বৰ দীপিতি কৰয়।
ৰাৱণ ৰাজাৰ দেখি মনত বিস্ময়॥ ৬৩৬৩
ৰামৰ ঘোৰাৰ যেৱে কটাক্ষ নভৈল।
আথাকে ৰাৱণে শৰ বৰিষিবে লৈল॥
গদা পৰিঘেক হানে শকতি তোমৰ।
গিৰিশৃঙ্গ বৃক্ষ শিলে হানে নিৰন্তৰ॥ ৬৩৬৪
শূল শকতিক হানে ত্ৰিকণ্টিক খুৰ।
অৰ্দ্ধচন্দ্ৰ শতঘ্নী যে পৰশু প্ৰচুৰ॥
অঙ্কুশ বেলশমুখ ভল্ল কনিয়ালে।
মায়াবলে ৰাৱণে হানয় ভিণ্ডিপালে॥ ৬৩৬৫
ৰাৱণৰ শৰে ছাইলা সকল আকাশ।
ৰামৰ ৰথৰ কিছু নলজ্বিলা পাশ॥
বানৰ যে ভালুক সেনাত গৈয়া পৰি।
ৰাৱণৰ শৰে অসংখ্যাত যাই মৰি॥ ৬৩৬৬
ৰামৰ শৰীৰ যেৱে নুছুইলেক শৰে।
সহস্ৰ সংখ্যাত শৰ লঙ্কেশ্বৰে মাৰে॥
কতো সাৰথিত পৰে কতোহো ৰথত।
শতাধিক ফুটিলা ৰামৰ শৰীৰত॥ ৬৩৬৭
শৰৰ প্ৰহাৰে ৰাম বৰ কোপে ধাইল।
কোটি সংখ্যা শৰ হানি ৰাৱণক ছাইল॥
দুইহানৰ শৰ আকাশতে একে ঠাৱ।
আউৰ আউৰে নিৰন্তৰে খিছাখিছি গাৱ॥ '৬৮
ৰাক্ষসৰ সৈন্য আৰ বানৰৰ বলে।
কৰে অস্ত্ৰ শিলা ধৰি থাকিলা সকলে॥
তৰধে থাকিলা দুইৰ সমৰ আকলি।
আৰ লৈয়া নাচে যেন চিত্ৰৰ পুতলী॥ ৬৩৬৯
ইকুলে সিকুলে নাহি বায়ুৰ সঞ্চাৰ।
নেদেখি সূৰ্য্যৰ ৰশ্মি ভৈলা অন্ধকাৰ॥
দুইহান্তৰ শৰচয় লজ্বিলা আকাশ।
অৰ্দ্ধে উৰ্দ্ধে দশদিশে নাহিকে প্ৰকাশ॥ ৬৩৭০
ৰাম ৰাৱণৰ ভৈলা তুম্বুল আস্ফাল।
প্ৰলয়ৰ মেঘ যেন দুইহান ঘঙ্কাল॥
দুইহন্তে পৰিঘ গদা হানে নিৰন্তৰ।
অস্ত্ৰৰ প্ৰতাপে ঢৌউ সপত সাগৰ॥ ৬৩৭১

পাতালপুৰত কম্পি গৈলা সবে সৰ্প।
দৈত্য দানৱৰ হৰিলেক বলদৰ্প॥
সপ্তদ্বীপা পৃথিৱী কৰয় টলবল।
সাগৰৰ ঢৌ ভৈলা পৰ্ব্বত সচ্ছল॥ ৬৩৭২
নিষ্প্ৰভ ভৈলন্ত তাৰা শশী দিনকৰ।
হুলস্থুল লাগি গৈলা সকল লোকৰ॥
ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত যত ঋষিগণ।
ৰামৰ কল্যাণ হৌক মৰোক ৰাৱণ॥ ৬৩৭৩
ঘোৰে ঘোৰে লাগি গৈলা কামোৰা কামুৰি।
পতাকা পতাকা লাগিলেক জৰাজৰি॥
দুয়োৰথে গৈয়া লাগিলেক ঠেকাঠেকি।
পুনৰপি দুই বীৰ গৈলেক হুসকি॥ ৬৩৭৪
ৰাঘৱে হানিলা আঠগোট দিব্য শৰ।
চাৰিঘোৰা ৰথৰ ফুটিলা নিৰন্তৰ॥
কতো দূৰ হুসকিয়া গৈলা পাচ কৰি।
সাৰথি ডাকিলা ৰথ ধাইল দৰদৰি॥ ৬৩৭৫
ক্ৰোধিলেক ৰাৱণ সাক্ষাতে যমদূত।
ৰামৰ শৰীৰে শৰ তাড়িলে বহুত॥
কুশৰ যে কণ্টক দিবাৰ নাহি ঠাৰ।
জালৰ সৰঙ্গা যেন ভৈলা সৰ্ব্ব গাৱ॥ ৬৩৭৬
তিনিলোক কাম্পয় ৰামৰ পয়োভৰে।
উলট পালট জল সপত সাগৰে॥
ঈশ্বৰ সমান কোন আছে ত্ৰিজগতে।
তথাপি কৰন্ত লীলা মনুষ্যৰ মতে॥ ৬৩৭৭
দেৱাসুৰ ভঙ্গ ভৈলা ৰোমাঞ্চিত গাৱ।
ত্ৰৈলোক্য তবধ ভৈলা নবহয় বাৱ॥
পাতালত কম্পি কম্পি গৈলা নাগগণ।
শান্তি স্বস্ত্যয়ন কৰে দেৱ ঋষিগণ॥ ৬৩৭৮
ৰাঘৱে ধনুত জুৰি খুৰপতি বাণ।
ৰাৱণৰ শিৰ লক্ষি কৰিলা সন্ধান॥
দেৱগণে চাহি আছে মন কৰি থিৰ।
কুণ্ডলে মণ্ডিত কাটিলেক দশশিৰ॥ ৬৩৭৯
শিৰ ছিণ্ডি পৰিলেক শৰীৰৰ হন্তে।
আউৰ মাথা উঠিলা ৰামক গৰজন্তে॥
ৰাঘৱে কাটিলা তাকো খুৰপতি শৰে।
আউৰ মাথা উঠিয়া ৰামক শৰ কৰে॥ ৬৩৮০
ত্ৰৈলোক্যৰ নাথ ৰাম বলে নঘাটন্ত।
যেখনে উপজে মাথা তেখনে কাটন্ত॥
সব লোকে চাহিয়া আছয় অসদৃশ।
কাটিলে উপজে মাথা তাহাৰ সদৃশ॥ ৬৩৮১
পুনৰপি পুনৰপি শিৰ হোৱে তাৰ।
কাটিলন্ত ৰামে অষ্টাধিক শতবাৰ॥
বিস্ময়ে গুণন্ত ৰাম ইটো কি কাৰণ।
মাথা কাটিলেয়ো দেখো নমৰে ৰাৱণ॥ ৬৩৮২
বিৰাধ খৰক মাৰিলোহো এহি বাণে।
ত্ৰিশিৰাৰ শিৰ ছেদি নিলো যমথানে॥
কুম্ভকৰ্ণ বীৰক পঠাইলো যম দিশ।
ৰাৱণক পায়া শৰ ভৈলেক নিৰ্ব্বিষ॥ ৬৩৮৩
দশগ্ৰীৱ ৰাজা যুজে পৰম হৰিষে।
ৰাঘৱক বেঢ়ি ঘোৰ মুষল বৰিষে॥
শ্ৰীৰঘুনন্দন ৰাম সমৰে কুশল।
ভল্ল হানি চূৰ্ণ কৈলা তাহাৰ মুষল॥ ৬৩৮৪
সাতদিন সাত ৰাত্ৰি যুদ্ধ নিৰন্তৰ।
খানিকো বিশ্ৰাম নাহি ৰাম ৰাৱণৰ॥
খনো পৃথিৱীত যুজে খনো আকাশত।
দুৰ্ঘোৰ সমৰ কতো গিৰি শিখৰত॥ ৬৩৮৫
একোমতে ৰাৱণক বধন নযায়।
মাতলি বোলন্ত দেৱ শুনিয়ো উপায়॥
ৰাৱণ অবধ্য ভৈলা পিতামহ বৰে।
ইহাক মাৰিয়ো শীঘ্ৰে ব্ৰহ্মদত্ত শৰে॥ ৬৩৮৬
মাতলিৰ বাণী শুনি ৰামে গুণি পাইল।
ব্ৰহ্মঅস্ত্ৰ আনি ৰামে গুণত চড়াইল॥
শৰৰ অনেক গুণ অগস্তি কহিল।
ৰাৱণ বধক প্ৰতি ৰাঘৱক দিল॥ ৬৩৮৭
ধনুত জুৰিয়া ৰামে বুলিলা বচন।
কহিয়ো মাতলি দশগ্ৰীৱৰ কাৰণ॥
কি কাৰণে তাৰ মুণ্ড হৱে উতপতি।
ৰামৰ বচন শুনি মাতলি বদতি॥ ৬৩৮৮

পূর্ব্বে লঙ্কেশ্বৰে যে হৰক আৰাধিল।
নৱগোটা শিৰ কাটি হৰক তুষিল ॥
নৱগোটা শিৰে ঘৃত দিয়া অগনিত।
আৰো শিৰগোট আছে ছেদিতে বাঞ্ছিত ॥ ’৮৯
দক্ষিণ হাতত স্রুৱ বামে ধৰি শিৰ।
কাটি যজ্ঞ কৰিবাক চাহে মহাবীৰ ॥
দশমুণ্ডে ঘাৱ দিবে চাহে লঙ্কেশ্বৰ।
নকাট বুলিয়া খড়্গ ধৰিলা শঙ্কৰ ॥ ৬৩৯০
মাথা কাটিবাক নেদিলন্ত দেৱ হৰ।
বোলন্ত সাহসী আৰ নাহি তোত পৰ ॥
তোহোৰ সাহসে তুষ্ট ভৈলো লঙ্কেশ্বৰ।
বৰ লও তোহোৰ বাঞ্ছিত দিবো বৰ ॥ ৬৩৯১
ৰাৱণে বোলয় প্ৰভু যদি দিবা বৰ।
দেৱগণ দানৱ জিনিবো পুৰন্দৰ ॥
সুৰাসুৰগণ আনো যত নাগলোক।
তাসম্বাৰ হাতে মোৰ মৰণ নহৌক ॥ ৬৩৯২
তুষ্ট হুইয়া এহি বৰ দিলা মহেশ্বৰে।
দেৱ দানৱক তই জিনিবি সমৰে ॥
যদ্যপি সমৰে তোক জিনিবাক পাৰে।
তথাপি মস্তক তোৰ হৈব বাৰে বাৰে ॥ ৬৩৯৩
হেনমত বৰ লৈলা ৰাৱণে পূৰ্ব্বত।
স্বৰূপ কহিলো দেৱ তোমাৰ আগত ॥
ব্ৰহ্মঅস্ত্ৰ ধৰি প্ৰভু বধিয়ো ৰাৱণ।
হেনমতে সাৰথি কৰাইলা সুমৰণ ॥ ৬৩৯৪
ব্ৰহ্মঅস্ত্ৰ মাৰিয়োক জগত ঈশ্বৰ।
এহি শৰে মৰিয়া যাইবেক নিশাচৰ ॥
অস্ত্ৰৰ শৰীৰ গোট দেখি জ্যোতিৰ্ম্ময়।
পুঙ্খত বায়ুক দেখি মুখে সূৰ্য্যময় ॥ ৬৩৯৫
মেৰু মন্দৰৰ সম গুৰুতৰ শৰ।
প্ৰতিপদে থিত দেৱ সপত সাগৰ ॥
কুবেৰ বৰুণ বায়ু যমান্তক কালে।
ব্ৰহ্মা মহেশ্বৰ হৰি দশ দিগপালে ॥ ৬৩৯৬
ত্ৰিদশ যে দেৱৰ শকতি তেজ বলে।
ব্ৰহ্মায়ে স্ৰজিলা তাক অতি কৌতুহলে ॥

প্ৰতিবন্ধে ছায়া আছে গৰুড়ৰ পাখি।
প্ৰলয় কালৰ যেন অগনিক দেখি ॥ ৬৩৯৭
বেদমন্ত্ৰ আনি তাতে জপিলন্ত ৰামে।
চাপতে জুৰিলা ৰাৱণৰ বধ কামে ॥
ঋগ যজু সাম যে অথৰ্ব্ব বেদ স্মৰি।
চাৰিয়ো বেদৰ মন্ত্ৰে জপিলা মুৰাৰি ॥ ৬৩৯৮
বহ্নিমুখ নাম তাৰ থৈলা প্ৰজাপতি।
ৰাৱণ বধক প্ৰতি দিলন্ত অগস্তি ॥
আকৰ্ণ পূৰিয়া প্ৰহাৰিলা ৰঘুনাথে।
শীঘ্ৰে চলি গৈলা শৰ মাৰুতৰ পথে ॥ ৬৩৯৯
ভকৰ ভকৰ কৰি অগনি নিকলে।
ধূম্ৰে ব্যাপিলেক সব ধৰণী মণ্ডলে ॥
কম্পিল পৰ্ব্বত মেৰু সপত পাতাল।
ত্ৰৈলোক্যে বোলন্ত ভৈল প্ৰলয়ৰ কাল ॥ ৬৪০০
ত্ৰিভুৱনে চমক লাগিল হুলস্থুল।
দৈত্য যে দানৱ যক্ষ সবাৰে আকুল ॥
বজ্ৰৰ প্ৰহাৰে যেন গিৰিৰ কন্দৰ।
ৰাৱণৰ হিয়া ফুটি বাজ ভৈলা শৰ ॥ ৬৪০১
শোণিতে তিন্তিলা দেহপ্ৰাণ গৈল ছাৰি।
সাগৰক গৈল শৰ পৃথিৱী বিদাৰি ॥
স্নান কৰি তেতিক্ষণে সাগৰ জলত।
শুদ্ধ হৈয়া পশিলন্ত ৰামৰ তূণত ॥ ৬৪০২
শঙ্কৰৰ অস্ত্ৰে যেন ত্ৰিপুৰ দহিয়া।
মহেশ্বৰ তূণে পুনু থাকিলা পশিয়া ॥
ৰাৱণ ৰাজাৰ যেৱে ছাড়ি গৈলা প্ৰাণ।
হুসকিয়া হাতৰ পৰিলা ধনুখান ॥ ৬৪০৩
ৰথহন্তে ঢলিয়া পৰিলা, লঙ্কানাথ।
কলেৱৰে জুৰিলেক কুৰি শত হাত ॥
তুইকুৰি শত হাত জুৰিলেক ৰথে।
বানৰে খেদিয়া মাৰে ৰাক্ষস সমস্তে ॥ ৬৪০৪
কোটি সংখ্যা ভালুকে খেদিয়া যাক পাৱে।
মাথাত কামুৰি মৰমৰিয়া চবাৱে ॥
অৱশেষ যত আছে নিশাচৰ বল।
লঙ্কা নগৰত পশি কান্দয় সকল ॥ ৬৪০৫

ৰাৱণ পৰিল শুনি সমস্ত নগৰী।
হা হা কৈক গৈলে মোক নিমাখিতি কৰি ॥
কপিগণ সমস্তে কৰয় কৌতুহল।
নাচয় গাৱয় হাস্য কৰে খল খল ॥ ৬৪০৬
লাঙ্গুথিয় কৰি কৰে লৰৱা লৰৱি।
আৱৰে আৱৰে কৰে চৰৱা চৰৱি ॥
কতো নাচে কতো গাৱে কতো হাততালি।
ভাবুকি পাৰিয়া কতো কৰয় ধেমালি ॥ ৬৪০৭
নাচে গীতে গগন পূৰিলা সিংহনাদে।
বন্ধু দৰশন হৈবো ৰামৰ প্ৰসাদে ॥
ৰামৰ হাতত যেৱে পৰিলা ৰাৱণ।
হা ভাই বুলিয়া কান্দন্ত বিভীষণ ॥ ৬৪০৮
দদা লঙ্কানাথ তিনিলোক চমৎকাৰ।
কিসক মৰণ মই চিন্তিলো তোমাৰ ॥
কথা গৈলে পাওঁ লঙ্কেশ্বৰ হেন ভাই।
কিনো ৰাজ্যসুখ মোৰ তোমাক মৰাই ॥ ৬৪০৯
কিনোতো পাপিষ্ঠ মই জাতিত ৰাক্ষস।
জ্যেষ্ঠক মৰাই কিনো লভিলো কুযশ ॥
শয্যাত শোৱয় যিটো নেতকামলিত।
হেনয় শৰীৰ আছে কেৱলে ভূমিত ॥ ৬৪১০
যাক সেৱা কৰি থাকে দেৱকন্যাগণে।
হেনয় শৰীৰ খাইব শৃগাল শকুনে ॥
আমাৰ বচন তুমি দেখিলাহা তিতা।
মাথাত কৰিয়া কিয় নসপিলা সীতা ॥ ৬৪১১
তাৰ ফলে ইষ্ট বন্ধু বান্ধৱ মৰাইলা।
লঙ্কাক অনাথ কৰি প্ৰাণ হৰুৱাইলা ॥
বিভীষণে কান্দয় ৰাজাৰ ধৰি গলে।
ৰামে প্ৰবোধন্ত তাক নয়ন সজলে ॥ ৬৪১২
নকান্দা নকান্দা বিভীষণ প্ৰাণ মিত্ৰ।
হেনয় অথীৰ ছাৰ সংসাৰ চৰিত্ৰ ॥
হাৰিয়া জিনয় কতো জিনিয়া হাৰয়।
কহিত শুনিলা সৰ্ব্বকালে ভৈলা জয় ॥ ৬৪১৩
উপজি মৰয় কতো মৰি উপজয়।
অথিৰ সংসাৰ আক জানা মহাশয় ॥

বাহুবলে ৰাৱণে জিনিলা তিনিলোক ॥
হেনয় বীৰক মিত্ৰ নকৰিবা শোক ॥ ৬৪১৪
সদগতি ভৈল হাতে পৰিলা আমাৰ।
প্ৰেতকাৰ্য্য কৰিয়োক ৰাৱণ ৰাজাৰ ॥
বিভীষণে বুলিলেক ৰামক সম্মুখি।
ইসব কাৰ্য্যক প্ৰভু বোলা কিবা সুধি ॥ ৬৪১৫
অধৰ্ম্ম চৰিত্ৰ ভৈলা জ্যেষ্ঠৰ আমাৰ।
প্ৰেতকাৰ্য্য ইহাৰ নলাগে কৰিবাৰ ॥
একে পৰদাৰা হৰণৰ মহাপাপ।
আৰ সীতা শান্তী তুমি জগতৰ বাপ ॥ ৬৪১৬
দেৱক ছেদিলা মহাবীৰ পাপীজন।
দেৱাসুৰ নাগৰ আনিলা কন্যাগণ ॥
শান্তী কন্যা হৰিলেক তাৰ ফল পাউক।
অধোগামী হুয়া সিটো গলি খসি যাউক ॥ '১৭
ৰামে বিভীষণক দিলন্ত সম্বিধান।
মৃতক জনক নকৰিবা হেন ঠান ॥
সংস্কাৰ কৰিয়া মিত্ৰ তাৰ কাৰ্য্য সাধ।
প্ৰাণান্তিক ভৈলে আৰ কিবা অপৰাধ ॥ ৬৪১৮
ৰামৰ বচনে সুস্থ ভৈলা বিভীষণ।
মন্দোদৰী সমে বাজ ভৈলা কন্যাগণ ॥
ৰাৱণৰ অঙ্গত ধৰিয়া নাৰীগণে।
হা প্ৰভু বুলি কান্দে সজল নয়নে ॥ ৬৪১৯
হৰি হৰি আমাক কৰিলা কিনো বিধি।
একেবাৰে ভৈলা সবে বিধৱাৰ সিধি ॥
লঙ্কানাথ তুমি তিনিলোক চমৎকাৰ।
কিমতে মৰণ প্ৰভু মিলিল তোমাৰ ॥ ৬৪২০
চৰণত পৰি কান্দে কতো কতো নাৰী।
দশনাৰী কান্দে দশমুখে চুমা পৰি ॥
হৃদয়ত পৰি কতো শোকাকুল ভাৱে।
ৰাৱণৰ হাতে আপোনাক সাৱটাৱে ॥ ৬৪২১
কেশ আজোৰয় কতো চপৰায়া মাথে।
পৃথিৱীত লোটালুটি কোটি অসংখ্যাতে ॥
দেৱাসুৰ সুন্দৰী কান্দয় বিদ্যাধৰী।
গুণসব বৰ্ণাই লজ্জাক পৰিহৰি ॥ ৬৪২২

এতহন্তে ৰাৱণৰ প্ৰিয়া পটেশ্বৰী ।
প্ৰাণতো অধিক অতি প্ৰিয়া মন্দোদৰী ॥
স্বামীক দেখিয়া ৰণভূমিত শয়ন ।
মহাশোকে মূৰ্চ্ছা গৈয়া পৰিল তেখন ॥ ৬৪২৩
কতোক্ষণে পটেশ্বৰী চেতনক পায়া ।
আশেষ কান্দিলা নিজ সৌভাগ্য বৰ্ণায়া ॥
টিকৰ যে সুস্বামী মোহোৰ নিজ নাহা ।
তুৱা পটেশ্বৰী মাতো মাথা তুলি চাহা ॥ ৬৪২৪
নেতৰ আঞ্চোলে ৰাৱণৰ শৰীৰৰ ।
ধূলা মলচিয়া বোলে শুনা প্ৰাণেশ্বৰ ॥
কিসক মমতা তুমি আমাক নিচিনি ।
বিকলতে মৰো মই তুৱা সৌভাগিনী ॥ ৬৪২৫
পূৰ্ব্ব ব্যৱহাৰে মোক কিসক নুবুলি ।
কিসক নাদৰিলা মোক কোলাত নাতুলি ॥
উঠা উঠা প্ৰভু তুমি মনে অৱগাই ।
প্ৰিয়া মন্দোদৰী যাহা কাহাত পেলাই ॥ ৬৪২৬
সৰ্ব্বগুণ সম্পূৰ্ণ কামিনী কণ্ঠহাৰ ।
কিমতে সহিবো দুখ বিধৱাৰ ভাৰ ॥
স্বৰ্গত থাকয় দেৱগণ ভয় মনে ।
পাতালত থাকয় যতেক নাগগণে ॥ ৬৪২৭
পৃথিৱীৰ ৰাজাগণে থাকে ভয় হন্তে ।
কেহোৱে নোৱাৰি মাৰে মনুষ্যৰ হাতে ॥
তৈসানিয়ে জানো ৰাম নহন্ত মানুষ ।
খৰ দুষণক উৰুৱাইলা যেন তুষ ॥ ৬৪২৮
অবধ্য ৰাক্ষস যত মেৰুৰ সমান ।
শ্ৰীৰামৰ হাতে ভৈলা খেৰ যে পতান ॥
বালিৰ সদৃশ বীৰ নাহি ৰবিতলে ।
স্বামীত অধিক কৰি শত গুণ বলে ॥ ৬৪২৯
একপাত শৰতে তাহাৰ ভৈলা অন্ত ।
এতেকে জানোহো ৰাম মানুষ নহন্ত ॥
ইন্দ্ৰেসে মাৰিলা ছলে ৰামৰূপ ধৰি ॥
অধৰ্ম্মে গ্ৰাসিলা পতিব্ৰতা নাৰী হৰি ॥ ৬৪৩০
বিভীষণ দেৱৰে বুলিলা যত হিত ।
কৰ্ণপথে নগৈল মৰণ সন্নিহিত ॥

ইন্দ্ৰজিত পুত্ৰ মোৰ এৰি কৈক গৈলে ।
তোহোৰ পিতাৰ সমে একথানে ভৈলে ॥ ৬৪৩১
লঙ্কানাথে তোক দেখি ত্যজিৱন্ত শোক ।
পিতা পুত্ৰে মিলি এৱে সুমৰিয়ো মোক ॥
শ্ৰীৰামে বোলন্ত বিভীষণ শুনিয়োক ।
মন্দোদৰী সমে নাৰীগণ পঠায়োক ॥ ৬৪৩২
যি ভৈল সি ভৈল কান্দিবাৰ কোন ফল ।
প্ৰেতকাৰ্য্য ৰাৱণৰ কৰিয়ো সকল ॥
বিভীষণ ৰাঘৱৰ অনুমতি লৈয়া ।
বৃদ্ধ পাত্ৰ মন্ত্ৰীগণ আনিলা মতায়া ॥ ৬৪৩৩
সংস্কাৰ কৰিতে সবাহাকে আদেশিল ।
নয়ন সজলে নাৰীলোক প্ৰবোধিল ॥
মন্দোদৰী সহিতে যতেক পটেশ্বৰী ।
সবাক পঠাইলা পাচে আশ্বাসক কৰি ॥ ৬৪৩৪
বিহিলা সকলে যত লাগয় তহিত ।
বিনয় প্ৰকাৰে গৈলা ৰামৰ সন্নিত ॥
ৰাঘৱে বোলন্ত শুন সেনাপতি নীল ।
হনুমন্ত জাম্বৱন্ত সুষেণ সুশীল ॥ ৬৪৩৫
অসংখ্যাত সেনা চলিয়োক চতুৰ্ভিতা ।
অবিলম্বে সাজি দিয়া ৰাৱণৰ চিতা ॥
দশোদিশ গৈলা সবে ৰামসেনাগণ ।
আগৰ চন্দনে নিৰ্ম্মিলন্ত চিতাখন ॥ ৬৪৩৬
বহুদূৰ জুৰিলেক বহল বিস্তৰ ।
উচ্ছ্ৰিত ভৈলেক যেন পৰ্ব্বত শিখৰ ॥
তাহাত তুলিলি নিয়া ৰাৱণৰ কায় ।
ঠাৱে ঠাৱে অগনি লগাইলা সমুদাই ॥ ৬৪৩৭
পাৱে দিলা কটত উৰুত উৰুখল ।
মুখত থাপিলা সাত সাগৰৰ জল ॥
ৰাজগুৰু ব্ৰাহ্মণৰ শৰীৰে নসহে ।
অগনিত ঘৃত দেন্ত আতি বৰ স্নেহে ॥ ৬৪৩৮
ঘৃত মিসলায়া যেন পশুগোট হুণে ।
মুখাগ্নিক দিলন্ত কনিষ্ঠ বিভীষণে ॥
আগৰ যে চন্দনে সুঘ্ৰাণ উথলিল ।
অগনিত ঘৃত নিয়া কলসে ঢালিল ॥ ৬৪৩৯

বহু ঘৃত পায়া বহ্নি স্বৰ্গক লঙ্ঘিল।
ৰাৱণক পুৰি সৰ্ব্ব কাৰ্য্য সঙ্কলিল॥
ৰাঘৱে হৰিষ পাইলা ৰাৱণক মাৰি।
দেৱতাৰ হৃদয়ৰ শৈল্যক উদ্ধাৰি॥ ৬৪৪০
ৰামদেৱে ৰাৱণক মাৰিলা প্ৰবন্ধে।
ত্ৰিদশ দেৱৰ মন পূৰিলা আনন্দে॥
দেৱৰাজে দিবাকৰ সন্নাহা থৈলা কাঢ়ি।
চন্দ্ৰ যেন মুখ জ্বলে প্ৰয়াসক ছাৰি॥ ৬৪৪১
বাসৱৰ সাৰথিক ৰাঘৱে মতাইল।
প্ৰশংসা কৰিয়া বহু মান্যক বঢ়াইল॥
সব সতকাৰ কৰি বুলিল উত্তৰ।
দিব্য বিমানক নিয়া দিয়োক ইন্দ্ৰৰ॥ ৬৪৪২
যিমত সমৰ ভৈলা কহিয়ো আপুনে।
মাতলিয়ো প্ৰণামিলা ৰামৰ চৰণে॥
ৰাঘৱৰ বচনক সাদৰে আকলি।
ইন্দ্ৰৰ পাশক ৰথ নিলন্ত মাতলি॥ ৬৪৪৩
সবকথা কহিলন্ত দেৱৰ সভাতে।
ৰামে ৰাৱণক মাৰিলন্ত যেনমতে॥
আনন্দ কৰন্ত ৰাম কাৰ্য্যক সঙ্কলি।
সুগ্ৰীৱ সহিতে থাকিলন্ত গলাগলি॥ ৬৪৪৪
সাৰ্থক মোহোৰ মিত্ৰ অতি সাধনৰ।
যাহাৰ প্ৰসাদে ভৈলো দুৰ্গতি নিস্তাৰ॥
একেখানি আছে মোৰ মনোৰথ কাজ।
প্ৰতিজ্ঞা সাফলি বিভীষণে দেওঁ ৰাজ॥ ৬৪৪৫
উপকাৰী মিত্ৰ মোৰ মহাবুদ্ধি পাত্ৰ।
আমি যে নিমিত্ত তেহে জিনিলেক মাত্ৰ॥
ইহান প্ৰসাদে দুৰ্গতিত ভৈলো পাৰ।
ইন্দ্ৰজিত পৰিলা ভূমিৰ মহাভাৰ॥ ৬৪৪৬
ৰাৱণ মাৰিলো সিদ্ধি ভৈলা মোৰ কাজ।
বিভীষণ মিত্ৰ তুমি লৈয়ো লঙ্কাৰাজ॥
শুনা সভাসদ পদ মন কৰি থিৰ।
ত্ৰৈলোক্যত অজয় ৰাৱণ মহাবীৰ॥ ৬৪৪৭
সবন্ধু বান্ধৱ একে তিলে ভৈলা হত।
ধন জন গজ বাজী নগৈলা লগত॥
একেশ্বৰে চলি ৰাজা গৈলা যমলোক।
অনিত্য সংসাৰে আক কেনে দেখিয়োক॥ ৬৪৪৮
অন্তকালে ধনে জনে ত্যজয় সবাক।
জানিয়া বিষয় সুখ এৰে সাধুজাক॥
মাধৱৰ পাদপদ্ম স্মৰন্ত সদায়।
যাহাৰ প্ৰসাদে মুকুতিৰ পদ পাই॥ ৬৪৪৯
ইটো ৰামায়ণ যিটো জনে শুনে ভণে।
অল্পতে ভকতি বাঢ়ে ৰামৰ চৰণে॥
সংসাৰৰ তাপ সিটো হোৱে উপশাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম॥ ৬৪৫০

---

বিভীষণক ৰাজ্যত অভিষেক আৰু সীতাক শ্ৰীৰামৰ সমীপলৈ আনয়ণ

দুলড়ী

শ্ৰীৰামে বোলন্ত শুনিয়ো লক্ষ্মণ
আমাৰ বচন ধৰা।
এহি শুভক্ষণে বিভীষণক নিয়া
সত্বৰে ৰাজ্য জোকাৰা॥
হেন বাণী শুনি বীৰ লখমণ
ত্বৰিতে চলিয়া যায়।
চাৰিদিশে জয় জঙ্কাৰ পাৰয়
বজাৱে নন্দী বধাই॥ ৬৪৫১
শঙ্খ ভেৰী কাংস্য ভেমচি খুমচি
ঢোলত পৰিল বাৰি।
ৰাক্ষস পিশাচ হৰিষে নাচয়
ৰাৱণৰ শোক ছাৰি॥
কন্যাগণে সবে মঙ্গল কৰয়
ঢোলয় শ্বেত চামৰে।
চন্দ্ৰ সম শুক্ল ছত্ৰ এক তুলি
ধৰিলা শিৰ উপৰে॥ ৬৪৫২
অগনিৰ ঘৃত আহুতি কৰিয়া
ব্ৰাহ্মণে দিলা আশীষ।
সুগন্ধি পৱনে আমোদ কৰয়
সুপ্ৰসন্ন দশোদিশ॥

নাচে নটীগণে গায়নে গাৱয়
চপয়া পঢ়য় ভাট।
এৱে বিভীষণে নৃপতি ভৈলন্ত
খণ্ডিলা দুখ ললাট ॥ ৬৪৫৩
সুৱৰ্ণ পাটত বসিলন্ত ৰাজা
বেঢ়িলা পাত্র মণ্ডলে।
অভিষেক ৰঙ্গে কৰিলা লখাই
সুৱৰ্ণ ঘটৰ জলে ॥
বাদ্য ভণ্ড পাঞ্চ শৱদে বজাই
সকল সেনাৰ বোল।
জয় জয় ৰাম শৱদ উঠিল
পাইলেক স্বৰ্গৰ কোল ॥ ৬৪৫৪
সম্ভাৰ বস্তুক লৈয়া দ্ৰুত কৰি
চলি গৈলা বিভীষণ।
ৰামৰ আগত হাতযোৰ কৰি
কৰিলা পাচে সেৱন ॥
বিভীষণ ৰাজা সাদৰ কৰিয়া
যতেক বস্তু যোগাইল।
বানৰ ভালুক সহিতে ৰাঘৱে
সমস্তে সন্দেস খাইল ॥ ৬৪৫৫
হনুক সম্মুখি ৰাঘৱে বোলন্ত
সীতাৰ পাশক যাহা।
যেনমতে আমি ৰাৱণ মাৰিলো
সি সব বাৰ্ত্তা জনাহা ॥
শ্ৰীৰাম দেৱৰ আদেশ বচন
মাৰুতি শিৰত লৈলা।
অশোকা বনত সীতাৰ পাশক
সত্বৰে গৈয়া আণ্টাইলা ॥ ৬৪৫৬
ৰাক্ষসী লোকৰ মাজত গোসানী
আছন্ত মলিন বেশে।
পদ্মৰ পুষ্পৰ মালাক যেহেনে
বেঢ়িয়া আছয় কেশে ॥
প্ৰণাম কৰিয়া মাৰুতি বোলন্ত
ৰামৰ বাৰ্ত্তা কুশল।

তোমাক যিগোটে হৰি আনিলেক
সিটো গৈলা ৰসাতল ॥ ৬৪৫৭
তোমাৰ দেৱৰে লক্ষ্মণ কুমাৰে
বধিলন্ত ইন্দ্ৰজিত।
বানৰ ভালুক ৰাক্ষস বলক
নিলেক যম সম্মিত ॥
শ্ৰীৰাম গোসাই ৰাৱণক মাৰি
বিভীষণে দিলা ৰাজ।
লক্ষ্মণ কুশল সুগ্ৰীৱ কুশল
কুশল কপি সমাজ ॥ ৬৪৫৮
যি সব প্ৰতিজ্ঞা কৰিলো গোসানী
সবাৰো ভৈলা পূৰণ।
সাগৰ তৰিলো ৰামক আনিলো
মৰাইলো দুষ্ট ৰাৱণ ॥
ৰাঘৱে বুলিলা জনক নন্দিনী
আমাৰ শুনক জয়।
তোমাক যি বেটা হৰি আনিলেক
সিয়ো গৈলা যমালয় ॥ ৬৪৫৯
এতেক বচন শুনিয়া জানকী
সীতাদেৱী মহাশান্তী।
হৰিষে নয়ন যুগল সজল
ক্ষণেক থিত নমাতি ॥
মাৰুতি বোলন্ত জগত জননী
কিসক নেদা উত্তৰ।
সত্যে স্বৰূপত ৰামৰ হাতত
পৰিলেক লঙ্কেশ্বৰ ॥ ৬৪৬০
বোলন্ত গোসানী বাপু হনুমন্ত
তোমাক নমতাওঁ লাজে।
হেন প্ৰিয় কথা কহিবাৰ যোগ্য
প্ৰসাদ নাহিকে কাজে ॥
মাৰুতি বোলয় দিয়োক প্ৰসাদ
আছয় আমাৰ যোগ।
মনত সন্তোষে হাসিয়ো আমাৰ
স্বৰ্গতো অধিক ভোগ ॥ ৬৪৬১

এহিটো ৰাক্ষসী সকলে তোমাক
বিগুটি পাৰিলা গালি।
অনেক ভুবুকি পাৰি ডকুৱাইলে
ৰাৱণৰ বাক্য পালি॥
সিসব কথাক সুমৰন্তে মোৰ
আজিকো নছাৰে শোক।
টাকৰে মুটুকি মাৰো তাসম্বাক
ৰাৱণ আসি ৰাখোক॥ ৬৪৬২
কাহাকো চাপৰে কাহাকো ভুকুৰে
কাহাকো মাৰওঁ কিল।
কাহাকো লাথিয়ে চৰণে মাৰওঁ
কাহাকো মাৰওঁ শিলে॥
কাৰো আখি কাঢ়ি পেলাওঁ কাহাৰো
নাক কাটি ঘমুৱাও।
হেনসে আজ্ঞাক দিয়া যদি মাৱ
উচিত প্ৰসাদ পাওঁ॥ ৬৪৬৩
গোসানী বোলন্ত বাপু হনুমন্ত
ইহাক কিক টঙ্কোসি।
ৰাক্ষসিনী লোক স্বতন্তৰী নোহে
সবে ৰাৱণৰ দাসী॥
তাহাৰ বচন হেলা কৰে যদি
নতো ডকুৱাৱে মোক।
তেতিক্ষণে মোক কাটিতে পাৰয়
ত্ৰৈলোক্যে নাহিকে ৰাখ॥ ৬৪৬৪
এৱে যে আমাক মন্দ নকৰয়
আপুনি মৰয় ডৰে।
কাকুতি কৰিয়া শৰণে পশয়
হাতত পাৱত ধৰে॥
কাহাক কোনেবা মাৰিতে পাৰয়
কাহাক ৰাখয় কোনে।
পূৰ্ব্বৰ জনমে যিটো পাপ কৰে
ভুঞ্জিয়া মৰে আপনে॥ ৬৪৬৫
মাৰুতি বোলন্ত সীতাদেৱী মাৱ
ধন্য ধন্য সাধু সাধু।
সাফল চন্দ্ৰৰ বংশে উতপন্ন
সূৰ্য্যৰ বংশৰ বধূ॥
অমৃত বচনে বৰ তুষ্ট ভৈলো
বুলিলা যেন উচিত।
কি কথা কহিবো ঝাণ্টে বুলিয়োক
ৰামৰ যাওঁ সন্নিত॥ ৬৪৬৬
সীতায়ে বোলন্ত যতেক বুলিলা
যেহেন জনক বাপ।
যাহাৰ প্ৰসাদে সকল দুৰ্গতি
গুচিলা শোক সন্তাপ॥
ৰাঘৱ প্ৰভুক দেখিবাক মোৰ
উত্ৰাৱল কৰে মন।
টীকৰ স্বামীত জনায়োক বাপ
মোক নেন্তো এতিক্ষণ॥ ৬৪৬৭
বায়ুসুতে ঝাণ্টে গমন কৰিলা
দেৱীৰ বন্দিয়া পাৱ।
ৰামৰ আগত পৰিলন্ত গৈয়া
মেৰুৰ সম ছৱাৱ॥
প্ৰদক্ষিণ কৰি চৰণ বন্দিয়া
অঞ্জলি জুৰিয়া কৰ।
আদি অন্ত যত কহিলা সমস্তে
দেৱীৰ যেন উত্তৰ॥ ৬৪৬৮
শুনিয়ো গোসাই চৰণ বন্দওঁ
ৰঘুৰ বংশৰ নাথ।
যিবা প্ৰয়োজনে সাগৰ তৰিলা
ৰাৱণ বধ লঙ্কাত॥
সীতা গোসানীক সত্বৰে আনিয়ো
বিলম্বত কোন ফল।
চিৰকালে দেৱী তোমাৰ চৰণ
দেখিবাক কৌতূহল॥ ৬৪৬৯
তোমাৰ যুদ্ধৰ কথা শুনি তান
হৰিষ কৰিলা চিত্ত।
আথ বেথ কৰি মোক পঠাইলন্ত
আনিবাক সন্নিহিত॥

এতেক শুনিয়া ঊৰ্ম্মি বৰ ধাইল
ৰামে চপৰাইলা মাথ।
চক্ষুৰ লোতক সৰসৰি পৰে
গালত দিলন্ত হাত ॥ ৬৪৭০
হৰিষতে আসি বিষাদ মিলিল
মাৰুতিৰ বাণী শুনি।
অধোমুখ হুয়া ৰঘুৰ নন্দন
থাকিলা মনত গুণি ॥
পৃথিৱীক চাই ৰাঘৱ গোসাই
বিমৰিষ কৰি মন।
মাথা তুলি চাই বোলন্ত কহিবা
বীৰবৰ বিভীষণ ॥ ৬৪৭১
জনক জীৱৰ পাশক চলিয়া
যায়ো আমাসাৰ বোলে।
সাগৰ জলতে শিৰস্নান কৰি
আসোক চৰি চৌদোলে ॥
এতেক বচন শুনি বিভীষণ
অশোকা বনে প্ৰবেশ।
হাতযোৰ কৰি বোলন্ত গোসানী
শুনিয়ো স্বামী আদেশ ॥ ৬৪৭২
শিৰস্নান কৰি অলঙ্কাৰ সব
গাৱে নিয়া চড়ায়োক।
চৌদোলে চড়িয়া ৰামৰ পাশক
শীঘ্ৰ কৰি চলিয়োক ॥
মলিনতা বেশে স্বামীক দেখিবো
নুযুৱাই শিৰ স্নান।
ভূষিত হুইবাৰ কমন প্ৰস্তাৱ
আনিয়ো চৌদলে যান ॥ ৬৪৭৩
বিভীষণে বোলে শুনিয়োক মাতা
ৰামৰ বোল পালিয়ো।
শিৰস্নান কৰি অলঙ্কাৰ পিন্ধি
ৰামৰ পাশক যায়ো ॥
কন্যাগণে আসি দেৱীক নোৱাইলা
সুৱৰ্ণ ঘটৰ জলে।

সুগন্ধিত জলে শৰীৰ মাজিল
তৰুণী কন্যাসকলে ॥ ৬৪৭৪
ৰতনে ৰচিত নানা অলঙ্কাৰ
বিভীষণে আনি দিলা।
জনক নন্দিনী পৰম হৰিষে
ৰামৰ বোলে পিন্ধিলা ॥
বস্ত্ৰ অলঙ্কাৰে ভূষিত ভৈলন্ত
উজ্জ্বলিত অঙ্গভাগ।
চৌদোলে চড়িয়া ওৱাবক দিলা
বিভীষণ ভৈলা আগ ॥ ৬৪৭৫
আগে সেৱতিয়া লোকে দূৰ কৰে
হাতত বেতৰ বাৰি।
ত্বৰিতে ৰামৰ পাশক চলিলা
অশোকা বনক ছাৰি ॥
বিভীষণে ৰাম আগত জনাইল
আনিলো সীতা গোসানী।
আদেশ কৰিয়ো প্ৰভু ৰঘুনাথ
আগত ভেটাওঁ আনি ॥ ৬৪৭৬
এতেক বচন শুনি ৰামদেৱে
ডাহিন বামক চাইল।
হৰিষ বিষাদ শোক আসি ভৈলা
তুয়ো একেথানে ভৈল ॥
কতোক্ষণে ৰাম ৰঘুৰ নন্দন
তেজিলা দীৰ্ঘ নিশ্বাস।
বিভীষণ মিত্ৰ সীতাক সত্বৰে
আনিয়ো আমাৰ পাশ ॥ ৬৪৭৭
হেন বাণী শুনি ত্বৰিতে চলিলা
অভিনৱ লঙ্কেশ্বৰ।
কহিবা মোহোৰ সেৱতিয়া লোক
ঝাণ্টে সৈন্য দূৰ কৰ ॥
সহস্ৰ সংখ্যাত সেৱতিয়া সবে
লোকক বাৰয় আগ।
হাতত বেতৰি গাৱত কাঞ্চনী
মাথাত অলমা পাগ ॥ ৬৪৭৮

চাট চোট কৰি কোবাইবে লাগিলা
কাহাকো বেতৰ বাৰি।
দূৰ দূৰান্তৰ পলাই বানৰ
ৰামৰ পাশক ছাৰি॥
সীতাক দেখিত ভালুক বানৰ
বৰ অভিলাষ কৰে।
আছোক দেখিব থাকিবে নোৱাৰে
পলাই কোবক ডৰে॥ ৬৪৭৯
নমো ৰঘুনাথ চপৰায়া মাথ
জানুশিৰে শতবাৰ।
দেৱৰ কণ্টক বধি ৰাৱণক
কৰিলা সীতা উদ্ধাৰ॥
ভকত জনৰ দেৱ দামোদৰ
পূৰা মনোৰথ কাম।
জানি সৰ্ব্বজন এৰি আন মন
ডাকি বোলা ৰাম ৰাম॥ ৬৪৮০

---

### সীতাৰ অগ্নি পৰীক্ষা

#### পদ

ৰামে দেখিলন্ত পলাই ভালুক বানৰ।
সেৱতিয়া কোবায়া কৰিলা দূৰান্তৰ॥
ক্ৰোধিয়া বোলন্ত বানৰৰ দুখ জানি।
ওৱা বিভীষণ মিত্ৰ হেন লঘুপ্ৰাণী॥ ৬৪৮১
বানৰেসে বন্ধু মোৰ পিতৃ পিতামহ।
যাত হন্তে এৰাইলো দুৰ্গতি অনেক॥
বানৰক মাৰিবাৰ কমন প্ৰস্তাৱ।
আসম্বাক মাৰি মোৰ প্ৰাণে দেস ঘাৱ॥ ৬৪৮২
এহি কাৰ্য্যে মোহোৰ কৰিলা অসন্তোষ।
পুত্ৰসবে মাতৃক দেখিলে কিবা দোষ॥
সবাক আনিয়ো ঝাণ্টে আশ্বাস কৰিয়া।
সীতাক চাহোক সবে নয়ন ভৰিয়া॥ ৬৪৮৩
যাহাৰ নিমিত্তে দুখ পাইল বহুতৰ।
চাহিবাক মন কৰে ভালুক বানৰ॥
বিবাহ ব্যৱহাৰ যজ্ঞ অনুষ্ঠান কালে।
অৱস্থাক নিৰূপণ সয়ম্বৰ শালে॥ ৬৪৮৪
সভা আগমন ধৰ্ম্ম বিচাৰ নবোধ।
সবহি দেখিব কিছু নাহিকে বিৰোধ॥
বিভীষণে লাজ পাইলা ৰামৰ বচনে।
সকল বানৰগণ আনাইলা তেখনে॥ ৬৪৮৫
আদেশিলা ৰাঘৱে মনত মন্যু ভাৱে।
ওৱাৰ গুচায়ো সীতা আসো ভূমিপাৱে॥
ইঙ্গিততে ৰামৰ বচন অৱগাই।
সকল প্ৰজায়ে আউৰক আউবে চাই॥ ৬৪৮৬
সজল নয়নে সবে ভূমি খছৰন্ত।
সীতা গোসানীক জানো ৰাঘৱে এৰন্ত॥
বিভীষণে চৌদলৰ গুচাইলা ওৱাৰ।
তৰাসে সীতাৰ নিকলিল লোহ ধাৰ॥ ৬৪৮৭
জনক জীৱৰ নয়নৰ নীৰ বহে।
সব কপিগণে দেখি পৰাণে নসহে॥
মুখত কাপৰ দিয়া কান্দন্ত লক্ষ্মণ।
ভূমি চায়া কান্দন্ত অঙ্গদ বিভীষণ॥ ৬৪৮৮
সুগ্ৰীৱ যে কান্দন্ত গৱাক্ষ জাম্বৱন্ত।
নল নীল কেশৰী পনস হনুমন্ত॥
গোসানী কান্দন্ত দেখি নধৰন্ত বুক।
আনভিতি চাহি কান্দে বানৰ ভালুক॥ ৬৪৮৯
বিভীষণে আগে সীতা যান্ত ভূমিপাৱে।
বুলন্তে দেখিয় ফুটি ৰুধিৰ বজাৱে॥
অলঙ্কাৰ শব্দ ৰুণ-ঝুন কৰি ভাযে।
যেন লক্ষ্মী চলি যান্ত নাৰায়ণ পাশে॥ ৬৪৯০
ডাহিন সুৱৰ্ণ যেন শৰীৰৰ কান্তি।
শঙ্কৰৰ পাশে যেন দুৰ্গাদেৱী যান্তি॥
লাজ পায়া গোসানী পৰম মহাশান্তী।
সঙ্কুচিত ভাৱে নাৱ গাৱতে লুকান্তি॥ ৬৪৯১
লৱনু পুত্তলী যেন সুকোমল গাৱ।
একোভিতি নচাই চলি যান্ত জগমাৱ॥
গোসানীৰ ৰূপ দেখি বানৰ ভালুকে।
পৰম আনন্দে চাহে হৰষিত বুকে॥ ৬৪৯২

বোলে জানকীক চাই আনন্দক পাইলো ।
আমি সবে সাৰ্থক ৰামৰ লগে আইলো ॥
বানৰ ভালুক সবে ৰাক্ষস বিস্ময় ।
সীতাৰ স্বৰূপে সব জগত মোহয় ॥ ৬৪৯৩
সীতাক দেখিয়া ৰাম অন্তৰ্গতে স্নেহ ।
ক্ষণে সকৰুণ ক্ষণে নিকৰুণ দেহ ॥
দুখ দেখি ৰামৰ চক্ষুৰ পৰে পানী ।
ক্ৰোধ কৰি পুনঃ তাক ধৰে টানি টানি ॥ ৬৪৯৪
ধৰন্তে ধৰন্তে লোহ ধৰণ নযায় ।
শোক দুখ ক্ৰোধ সব ভৈলা একঠাই ॥
সমীপ চাপিলা দেৱী স্বামী শ্ৰীৰামৰ ।
নমাতি থাকিলা ৰামে কৰি অনাদাৰ ॥ ৬৪৯৫
লাজে মাথা নতোলন্ত সঙ্কুচিত ভাৱে ।
ডৰে দেৱী কাম্পন্ত কদলী যেন বাৱে ॥
লাজ ভয় এৰিয়া স্বামীত বৰ স্নেহা ।
আপনাক শুদ্ধ জানি দৃঢ় কৰি দেহা ॥ ৬৪৯৬
চিৰকালে দেখিবাক বৰ হাবিলাষে ।
মুখ চাহি কটাক্ষে থাকিলা এক পাশে ॥
সীতাক ৰাঘৱে চাহিলন্ত মাথা তুলি ।
আৰকত নয়ন হিয়াৰ গুল গুলি ॥ ৬৪৯৭
মহাক্ৰোধে বচন বুলিলা ৰঘুনাথে ।
জনকৰ জীৱ হেৰা বোলোহো তোমাতে ॥
ৰাৱণক মাৰিয়া এৰাইলো লোকবাদ ।
তোমাক আনিলো ৰাখি বংশৰ মৰ্য্যাদ ॥ ৬৪৯৮
লোকে বুলিবন্ত ৰাম হাৰিল অন্তৰে ।
সিকাৰণে তিৰীবৈৰী নমাৰিলা ডৰে ॥
নিন্দাক এৰাইলো মই আপন বংশৰ ।
কুৎসা বাণী এৰাইলোহো সমস্ত লোকৰ ॥ ৬৪৯৯
দৈৱদোষে ৰাজা হৰি আনিলা তোমাক ।
পৌৰুষতা বলে আমি মলছিলো তাক ॥
ৰাঘৱৰ অভিপ্ৰায় ইঙ্গিততে জানি ।
ঘামিলা কম্পিলা পাৱ ডৰিলা গোসানী ॥ ৬৫০০
শ্ৰীহানি ভৈলা মুখ মলিনতা চন্দ ।
মেঘে যেন ঢাকিলেক পূৰ্ণিমাৰ চান্দ ॥

শুন মাতো জানকী তোহোত নাই কাজ ।
প্ৰতিজ্ঞা সাফলি বিভীষণে দিলো ৰাজ ॥ ৬৫০১
প্ৰতিজ্ঞাক সাফলিলো মাৰুতি বীৰৰ ।
মনোৰথ সিদ্ধি ভৈলা সুগ্ৰীৱ মিত্ৰৰ ॥
তোমাক লাগিয়া আমি নকৰিলো কাজ ।
পৌৰুষতা আচৰি গুচাইলো সব লাজ ॥ ৬৫০২
দশোদিশ প্ৰসন্ন মেলিয়া চক্ষু চাহা ।
তোমাক এৰিলো সীতা যথা মন যাহা ॥
চিৰকাল হৰি তোক নিলেক ৰাৱণে ।
তই শুদ্ধ ভাৱ হেন পতিয়াইব কোনে ॥ ৬৫০৩
সান্তোৰ মেলিবে কোনে শিলা বান্ধি বুকে ।
কমন মুণ্ডধে আৰ সম্বৰিব তোকে ॥
ৰাৱণৰ গৃহত আছিলা চিৰকাল ।
পুনৰপি তোমাক নিবাক নুহি ভাল ॥ ৬৫০৪
তোমাক আনিলে বৰ কুযশ লভিবো ।
জন অপবাদ হেতু তোমাক নেনিবো ॥
লক্ষ্মণত ভজ নুহি ভজ ভৰতত ।
বিভীষণ ভজ নোহে ভজ সুগ্ৰীৱত ॥ ৬৫০৫
ত্ৰৈলোক্য সুন্দৰী হেন জানিয়া তোমাক ।
ৰাৱণে ক্ষমিব হেন পতিয়াস কাক ॥
স্বামীৰ বচন হেন শুনিয়া নিষ্ঠুৰ ।
লাজে ভয়ে গোসানীৰ হিয়া ধুৰ ধুৰ ॥ ৬৫০৬
দুৰ্ব্বাৰ বচন শালে শালিলেক হিয়ে ।
ধীৰে ধীৰে বুলিলন্ত জনকৰ জীয়ে ॥
উত্তম কুলত আমি জনম লভিলো ।
মহন্ত কুলত মোক বাপে বিহা দিল ॥ ৬৫০৭
আমাক ইতৰ নাৰী সম দেখিলাহা ।
নটৰ নটিনী যেন আনক বিলাহা ॥
পাপিষ্ঠ ৰাৱণে মোক আনিলেক হৰি ।
তিৰী জাতি পৰাধীন নহো স্বতন্তৰী ॥ ৬৫০৮
অন্তৰ্গত মনক পালিলো নিয়মিত ।
ৰাত্ৰিয়ে দিবসে মোৰ তোমাতেসে চিত্ত ॥
তুমি যেন শঙ্কি আমি নহো হেন ঠান ।
দেৱ ধৰ্ম্ম সাক্ষী হুইবা পৃথিৱী প্ৰমাণ ॥ ৬৫০৯

অন্তৰ্গত শুদ্ধ আমি হোওঁ মহাশান্তী।
ইতৰ পুৰুষে যেন লঘু বোল মাতি॥
যৈসানি খুজিত মোক আইলা হনুমন্তে।
হেনয় বচন বুলি পঠাইলাহা হন্তে॥ ৬৫১০
পৰাণ ত্যজিলো হন্তে তাহাৰ আগতে।
সবসেনা কিক প্ৰয়াসিব হেনমতে॥
নস্থমৰা মোৰ এক দিবসৰ গুণ।
নিৰ্দ্দয় পুৰুষ জাতি কিনো নিদাৰুণ॥ ৬৫১১
ভাগি গৈলা লোহা আউৰ গঢ়ন নযায়।
ইকালে ঔষধ চিন্তো যেহেন উপায়॥
শুনিয়ো লক্ষ্মণ মাতে আলখনী সীতা।
ঝাণ্ট কৰি বাপু তই সাজি দেহ চিতা॥ ৬৫১২
আপুনি কৰিবো আপনাৰ প্ৰতিকাৰ।
অগনিত জাস কৰো কি কাৰ্য্য জীবাৰ॥
হেন শুনি লক্ষ্মণে ৰামৰ ভিতি চাইল।
চক্ষু নিমিষতে ৰাঘৱৰ আজ্ঞা পাইল॥ ৬৫১৩
তেতিক্ষণে সুমিত্ৰাৰ হৃদয়নন্দনে।
চিতাখান নিৰ্ম্মিলন্ত আগৰ চন্দনে॥
ৰামৰ চৰিত্ৰ শুনা সাৱধান কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি॥ ৬৫১৪

---

ছবি

চিতাত অগনি কুণ্ড জ্বালিলন্ত লখমণে
হাণ্ডি হাণ্ডি ঢালিলন্ত ঘৃত।
জাজ্জ্বল্য সমান কৰি বহ্নিকুণ্ড জ্বলি গৈলা
সীতাদেৱী ভৈলন্ত সম্ভৃত॥
ৰাঘৱৰ হৃদয়ত শেল যেন পশি গৈলা
আথাকে নয়নে জল বহে।
সকল সেনাৰ দেখি হাহাকাৰ লাগি গৈলা
মহাশোকে পৰাণ নসহে॥ ৬৫১৫
হেটমাথে ৰাঘৱক ফুৰি প্ৰদক্ষিণ কৰি
প্ৰণামি জুৰিলা দুইকৰ।
জন্মে জন্মে তুমি মোৰ টীকৰ সুস্বামী হুইবা
লক্ষ্মণেসে হইবন্ত দেৱৰ॥
দশৰথ নৃপতিসে শশুৰ হৈবন্ত মোৰ
কৌশল্যা হৈবন্ত মোৰ শাশু।
হৰি হৰি গোসানীক দৰশন নভৈলোহো
হেৰা মোৰ সীতা পৰবাসু॥ ৬৫১৬
হাতযোৰে ত্ৰিদশক নমস্কাৰ কৰিয়া যে
অগনিক কৰিয়া প্ৰণাম।
স্বপনে গিয়ানে মই আন কিছু নজানওঁ
অহৰ্নিশে সুমৰিলো ৰাম॥
কায়বাক্যমনে পাপ নিমিষেকো নজানও
আছিলোহো শান্তী পুণ্য ৰাখি।
হেন জানি অগ্নি মোক উচিত ফলক দিবা
তুমি দেৱ জগতৰ সাক্ষী॥ ৬৫১৭
আপনাক শুদ্ধ হেন জানিয়া নিশঙ্কভাৱে
মুখ ভৈলা হৰিষ সৰস।
স্বৰ্গতো দেৱতা বৰ্গ সবে চাহি আছিলন্ত
সীতা দিলা অগনিত ঝাস॥
লঙ্কানগৰীত যত বাল্য বৃদ্ধ যুবাজন
অসংখ্যাত সেনা নিকলিল।
শোকে দুখে অপমানে হাহাকাৰ শব্দ উঠি
মহাৰোলে গগন পূৰিল॥ ৬৫১৮
তিনিলোক ভুৱনত চাহি চাহি আছিলন্ত
আকাশ পৃথিৱী খণ্ড ছানি।
বানৰ ভালুকগণ হৰি হৰি বিষাদত
স্বৰ্গক পৰ্য্যন্তে গৈলা ধ্বনি॥
হা হা সীতা শান্তী মাৱ বুলি বুলি কন্যাগণে
বেঢ়ি বেঢ়ি সবে প্ৰশংসন্ত।
স্বৰ্গত দেৱতাসবে শোকত পাগল ভৈলা
ধৰ্ম্ম ধৰ্ম্ম সবে সুমৰন্ত॥ ৬৫১৯
ব্ৰহ্মা মহেশ্বৰ হৰি দেৱৰাজ আদি কৰি
আপোন আপোন ৰথে চঢ়ি।
সীতাদেৱী অগনিত প্ৰবেশ ভৈলন্ত দেখি
সবেয়ো আসিলা দৰদৰি॥
দেৱতাসবক দেখি কৃতাঞ্জলি কৰি উঠি
চিন্তিয়া থাকিল ৰঘুনাথ।

আকাশত থাকি সবে রাঘৱক বুলিলন্ত
উচ্চায়া দক্ষিণ তুলি হাত ॥ ৬৫২০
শ্ৰেষ্ঠায়ে পুৰুষ তুমি জ্ঞানময় মহৌষধি
দেৱকাৰ্য্যে আসিলা ভূমিক।
সীতাদেৱী অগনিত প্ৰবেশ ভৈলন্ত দেখা
উপেক্ষি আছিলা তুমি কিক ॥
আমি সবে ভালে জানোঁ এহি পতিব্ৰতা শান্তী
হেন নাৰী নাহি সীতা সম।
আপোনাক নিচিনিয়া হেন কৰ্ম্ম কৰিলাহা
মুনিৰো হৱয় মতিভ্ৰম ॥ ৬৫২১
দেৱতাক সম্বুধিয়া ৰঘুনাথে বুলিলন্ত
সবেয়ো বখানা মোৰ গুণ।
প্ৰতি প্ৰতি কৰি তেবে পৰিচয় কৰায়োক
আমিনো দেৱতা হওঁ কোন ॥
হেন জানো দশৰথ নৃপতিৰ পুত্ৰ মই
কৌশল্যা যে দেৱীৰ তনয়।
মানুষৰ ৰূপ ধৰি নৰ অৱতাৰ কৰি
শত্ৰুগণ কৰিলোহো ক্ষয় ॥ ৬৫২২
অমোঘ স্তুতিক কৰি ব্ৰহ্মাদেৱে বুলিলন্ত
তুমি নাৰায়ণ মহা হৰি।
উৎপত্তি মৰণ হন্তে অসুৰক সংহৰণ
শঙ্খ চক্ৰ গদা পদ্ম ধৰি ॥
মুনিগণে তোমাকেসে স্থূলৰূপে চিন্তে প্ৰভু
মোক্ষৰূপে নিৰ্ণয় নজানি।
দাৰিদ্ৰ দুখক খণ্ডি তযু হৃদিমণ্ডলিনী
সীতাদেৱী লক্ষ্মী যে গোসানী ॥ ৬৫২৩
ৰাৱণ মাৰিতে লাগি ত্ৰিদশৰ বোলে স্বামী
মৰ্ত্ত্যত ভৈলাহা অৱতাৰ।
তুমিসি সংসাৰ সেতু উৎপত্তি প্ৰলয় হেতু
অসন্তক কৰাহা সংহাৰ ॥
এতহন্তে অগ্নি আসি পুৰুষ মূৰ্ত্তিক ধৰি
জানকীক কোলে তুলি লৈলা।
সেহি বস্ত্ৰ অলঙ্কাৰে দশগুণ তেজ কান্তি
ৰামৰ আগত নিয়া থৈলা ॥ ৬৫২৪

শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
মনোহৰ ৰামৰ চৰিত্ৰ।
কৰা কৰ্ণাঞ্জলি পান মন কৰা সাৱধান
দিয়া ৰাম চৰণত চিত্ত ॥
যত মহাপাপচয় খণ্ডিবন্ত কৃপাময়
সুখে পাইবা বৈকুণ্ঠত থান।
জানি সভাসদ জাক ৰামবুলি ছাৰা ডাক
হৌক সব পাপৰ নিৰ্ব্যাণ ॥ ৬৫২৫

---

পদ

অগনি বোলন্ত শুনা জগতৰ বাপ।
মই ভালে জানোহো সীতাত নাহি পাপ ॥
সংসাৰ মাজত নাহি মোত অবিদিত।
সত্যে সত্যে জানকীৰ তোমাতেহে চিত ॥ ৬৫২৬
ভাৱবাক্য টনকে বুলিলা জানকীক।
বিচনিৰ বাৰে মেৰু টলিৱন্ত কিক ॥
আপুনি জানাহা প্ৰভু সীতা ব্যৱহাৰ।
সম্বৰিয়ো গোসাই বিলম্ব কিক আৰ ॥ ৬৫২৭
ৰাঘৱে বোলন্ত তুমি শুনিয়ো অগনি।
সীতা যেন শান্তী আমি ভালমতে জানি ॥
নাজানা সীতাক পৰীক্ষিলো যি কাৰণে।
জনত থাকিব বাম হেন লঘু জনে ॥ ৬৫২৮
চিৰকাল আছিলা ৰাৱণ ওৱাৰিত।
স্ত্ৰীজাতি উজ্বাৱল জগতে বিদিত ॥
হেনসে ৰাঘৱ তেহোঁ অনুচিতকাৰী।
অশোধনে সম্বৰিলা আনি হেন নাৰী ॥ ৬৫২৯
অগনিত উত্তৰিল জগত গোচৰ।
কুল্যা বাণী এৰাইলোহো সমস্ত লোকৰ ॥
দেৱতাসবৰ হেন থাকে অনুবোধ।
এৱে সীতা সম্বৰিবো নাহিকে বিৰোধ ॥ ৬৫৩০
ব্ৰহ্মায়ে বোলন্ত প্ৰভু হুয়ো পৰিচিত।
দশৰথ আসিলন্ত তোমাক দেখিত ॥
তুমি পুত্ৰে তৰাইলা পাইলন্ত স্বৰ্গলোক।
পৰম বিভৱে আদৰন্ত দেৱলোক ॥ ৬৫৩১

হেন শুনি ৰঘুনাথে মাথা তুলি চাইল।
পাচে দিব্য বিমানে বাপক ভেট পাইল ॥
চৰণ বন্দিলা আথে বেথে গাৰ চালি।
দশৰথে আনন্দে ধৰিলা আঙ্কোৱালি ॥ ৬৫৩২
সীতা দেখি তাসম্বাৰ আনন্দ মিলিল।
পাৰ হন্তে লক্ষ্মণক তুলি সাৱটিল ॥
ৰামক দুইহাতে ধৰি কোলাত বৈসাইল।
তিনিকো দেখিয়া বৰ কৌতুহল পাইল ॥ ৬৫৩৩
ৰাঘৱক সম্মুখি বোলন্ত দশৰথ।
আজিসে আছওঁ মই সপ্তম স্বৰ্গত ॥
কৈকেয়ীৰ বচনক নপাসৰো ভালে।
অদ্যাপিয়ো হিয়াক শালিল যেন শালে ॥ ৬৫৩৪
পাপিষ্ঠীৰ বচনে পঠাইলো বনে তোক।
প্ৰাণক ত্যজিলো পাই নিদাৰুণ শোক ॥
সাৰ্থক কৌশল্যাদেৱী সহিলেক শোক।
বনহন্তে গৈলে দেখিবন্ত দুই পোক ॥ ৬৫৩৫
সাফল জনম পাইব অযোধ্যাৰ লোকে।
শ্ৰী সিংহাসনে বাপ দেখিবন্ত তোকে ॥
সীতা সম্বৰিয়ো বাপ জগতৰ আই।
স্বপ্নে জ্ঞানে মনেথাকে তোমাক ধিয়াই ॥ ৬৫৩৬
আমাৰ বংশৰ বাপ তুমি দীপ খেৰ।
ৰাৱণক মাৰি উদ্ধাৰিলা যত দেৱ ॥
ত্ৰৈলোক্য বিজয় ৰাম পূৰ্ব্বে জানো তোক।
সিংহাসন ৰাজ্য দিবে চাহিলোহো তোক ॥'৩৭
জ্যেষ্ঠত ভকত লখাই ধন্যতো জীৱন।
যাহাৰ কীৰিতি গৈলা তিনিয়ো ভুৱন ॥
সাৰ্থক জানকী কুল বহাৰী আমাৰে।
সীতাশান্তী পতিব্ৰতা বিদিত সংসাৰে ॥ ৬৫৩৮
ৰঘুৰ বংশৰ ভৈলা বৰ যশকাৰী।
জনক নন্দনী গুণৱতী মহানাৰী ॥
ৰাম তুমি ভালমতে কৰা প্ৰতিপাল।
তোমাৰ বিয়োগে দুখ পাইলা চিৰকাল ॥ ৬৫৩৯
তোমাৰ কনিষ্ঠ ৰাম ভৰতক পাল।
তোমাত ভকতে দুখ সহে চিৰকাল ॥
শত্ৰুঘন পালিবাহা কুমাৰ নিষ্পাপ।
জ্যেষ্ঠ ভাই হৈলে হৰে কনিষ্ঠৰ বাপ ॥ ৬৫৪০
ৰাঘৱে বোলন্ত বাপ বচন নবাধো।
এখানি গোচৰ তযু চৰণত সাধো ॥
বুলিলা পাপিষ্ঠী আৰ নচাহিবো তোক।
কৈকেয়ী মাৱৰ দোষসব দিয়া মোক ॥ ৬৫৪১
তোমাৰ মনত যদি হেনয় সন্তোষ।
সমস্ত এৰিলো কৈকেয়ীৰ যতদোষ ॥
এহি বুলি দশৰথ স্বৰ্গক গৈলন্ত।
শ্ৰীৰাম লক্ষ্মণ সীতা আকুল ভৈলন্ত ॥ ৬৫৪২
দশৰথ গৈলা যদি দেৱৰ ভুৱন।
বাসৱে ৰামক চাহি বুলিলা বচন ॥
ৰাৱণ মাৰিলা মহা বৈৰী জগতৰ।
যেন অভিমত প্ৰভু মোত লৈয়ো বৰ ॥ ৬৫৪৩
শ্ৰীৰামে বোলন্ত মোক যেবে দিবা বৰ।
জীয়ায়া দিয়োক মোৰ ভালুক বানৰ ॥
দাৰুণ সংগ্ৰামে যত বানৰ মৰিল।
তাৰাসবে জীলে মোক সবে বৰ দিল ॥ ৬৫৪৪
দুস্তৰৰ বন্ধুবৰ্গ বানৰ আমাৰ।
মোক পাই এৰিলেক পুত্ৰ পৰিবাৰ ॥
অদ্যাপিয়ো ধৰিবে নোৱাৰো শোকে বুক।
জীয়ায়া দিয়োক মোক বানৰ ভালুক ॥ ৬৫৪৫
অমৃতৰ বৃষ্টি কৰিলেক দেৱৰাজ।
শ্ৰীৰামৰ হিত চিন্তি সংগ্ৰামৰ মাজ ॥
দাৰুণ সমৰ মাজে যতেক মৰিল।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া বসিল ॥ ৬৫৪৬
মনত পৰিলা সবে ৰণে মৰণক।
সাষ্টাঙ্গে প্ৰণাম পৰি কৰিলা ৰামক ॥
শুনা সভাসদসব ৰামৰ চৰিত্ৰ।
পাপৰ অগনি ইটো কৰ্ণৰ অমৃত ॥ ৬৫৪৭
জানিয়া সংসাৰ তৰিবাৰ কৰা কাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥
মাধৱ কন্দলি কহে আন কাম এৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ৬৫৪৮

শ্ৰীৰামৰ অযোধ্যা গমন

দুলড়ী

জীৱন্তা মৰন্তা বানৰ ভালুকে
লাগি গৈলা গলাগলি।
ৰাঘৱৰ শত্ৰু ৰাৱণ মৰিল
ৰঙ্গে হাসে খলখলি ॥
বন্ধু পৰিবাৰ দেখিবোহো যাই
মনত বৰ উল্লাস।
হৃষ্ট পুষ্ট হুয়া বানৰ ভালুক
চাপিলা ৰামৰ পাশ ॥ ৬৫৪৯
সব দেৱগণে উৎসাহ বঢ়াইল
কৰিল স্তুতি আশেষ।
ৰাঘৱে সবাকে সাদৰ কৰিলা
স্বৰ্গত ভৈলা প্ৰবেশ ॥
হৃদয় সন্তোষে ৰাত্ৰিগোট বঞ্চি
ৰজনী ভৈলা প্ৰভাত।
ৰামৰ চৰণ বন্দি বিভীষণে
আঞ্জলি জুৰিলা হাতে ॥ ৬৫৫০
শুনিয়ো গোসাই দেৱ ৰঘুনাথ
মোক দিয়া সন্নিধান।
সকলে সম্ভৃত মিলায়া আছোহো
কৰিয়োক শিৰস্নান ॥
আগৰ চন্দনে ভূষিত কৰিয়ো
দেৱ যোগ্য অলঙ্কাৰে।
কন্যাগণ সবে গাৱ পখালোক
প্ৰয়াস খণ্ডো তোমাৰ ॥ ৬৫৫১
সুৱৰ্ণৰ ঘট ভৰি থৈয়া আছো
সুগন্ধি শীতল জল।
দেৱাঙ্গ বস্ত্ৰক পৰিধান কৰি
শৰীৰ কৰা নিৰ্ম্মল ॥
উচিত বচন যোগ্য বুলিলাহা
তুমি মিত্ৰ বিভীষণ।
এহিসব সাজে স্নান কৰায়োক
সুগ্ৰীৱাদি কপিগণ ॥ ৬৫৫২

ভৰত ভৈয়াই মৰন্তে আছয়
এৰিলেক ৰাজভোগ।
তাহাঙ্ক দেখিলে তেৱে আমাসাৰ
শিৰস্নান হোৱে যোগ ॥
ৰাৱণক মাৰি সীতাক লভিলো
আৰ কিবা মই চাওঁ।
সত্বৰে কাৰ্য্যক চিন্তিয়োক মিত্ৰ
যিমতে অযোধ্যা পাওঁ ॥ ৬৫৫৩
বিভীষণে বোলে শুনা ৰঘুনাথ
কিসক আকুল কৰি।
আমাত লাগিয়া একেদিনে গৈয়া
অযোধ্যা পাইলা নগৰী ॥
কুবেৰ দদাক ৰণত জিনিয়া
ৰাৱণে কাঢ়িয়া লৈলা।
পুষ্পক বিমানে তোমাক লাগিয়া
সম্ভৃত কৰিয়া থৈলা ॥ ৬৫৫৪
ৰাম লক্ষ্মণৰ সীতা গোসানীৰ
চৰণ মই আৰাধো।
লঙ্কা নগৰত কত দিন থাকা
এহিসে কাৰ্য্যক সাধো ॥
শ্ৰীৰামে বোলন্ত যি বোল বুলিলা
উচিত হোৱে প্ৰস্তাৱ।
যি ৰাজ্য তোমাৰ আমাৰ সি ৰাজ্য
কিছু নাহি ভিন্ন ভাৱ ॥ ৬৫৫৫
অন্তৰ্গত শুদ্ধ জানোহো তোমাৰ
নকৰিবা খিখিয়াট।
কহিৰা পুষ্পক ৰথ আনিয়োক
সত্বৰে মেলায়ো বাট ॥
আৱৰ বচন বোলোহো তোমাক
শুনিয়ো নৃপ লঙ্কাৰ।
সুগ্ৰীৱ প্ৰমুখ্যে সকল সেনাক
ঝাণ্টে দিয়া অলঙ্কাৰ ॥ ৬৫৫৬
ৰামৰ বচন বিভীষণ ৰাজা
শিৰোগত কৰি মানি।

সুৱৰ্ণ ৰতন মাণিক পোৱাল
সবাক দিলন্ত আনি ॥
অলঙ্কাৰ পিন্ধি বানৰ ভালুকে
হৰিষে উজ্জল মুখ।
ৰামৰ মনত হৰিষ দেখিয়া
সবাৰ মনত সুখ ॥ ৬৫৫৭
ৰথখান আনি আগত যোগাইলা
ৰাঘৱে চড়িলা তাত।
লক্ষ্মণ কুমাৰ পাচত চৰিলা
চড়িলা সীতা আগত ॥
ৰামে আদেশিলা সুগ্ৰীৱ সুহৃদ
তুমি কিষ্কিন্ধ্যাক যাহা।
বিভীষণ মিত্ৰ লঙ্কা নগৰীত
অকণ্টকা ৰাজ্য খাহা ॥ ৬৫৫৮
সব কপিগণ বানৰ ভালুক
কৰিলা অশক্য কাজ।
বন্ধু পৰিবাৰ দেখিয়োক গৈয়া
চলিয়ো আপুন ৰাজ ॥
সবে হন্তে মিলি ৰামত বিনাৱে
আমিয়ো তুলত যাওঁ।
অযোধ্যাক গৈয়া নয়ন ভৰিয়া
তযু অভিষেক চাওঁ ॥ ৬৫৫৯
তেৱেসে আমাৰ মনোৰথ সিদ্ধি
জীৱন হোৱে সাফল।
পাচে আপোনাৰ দেশক চলওঁ
তোমাৰ দেখি কুশল ॥
শ্ৰীৰামে বোলন্ত যদি সবে যাহা
তেৱে মোৰ বৰ ভাগ।
সব সেনাগণ সহিতে সুগ্ৰীৱ
সত্বৰে চলিয়ো আগ ॥ ৬৫৬০
বিভীষণ মিত্ৰ সত্বৰে চলিয়ো
ৰাক্ষসগণ সমস্তে।
ৰামৰ আদেশে সবেয়ো চড়িলা
সেহিটো পুষ্পক ৰথে ॥

ৰামৰ আদেশে পুষ্পকত চড়ি
চলি গৈলা অযোধ্যাক।
সমৰ ভূমিৰ থান চিনাৱন্তে
যাহন্তে দেৱী সীতাক ॥ ৬৫৬১
হেৰা দেখা তুমি জনকনন্দিনী
ত্ৰিকূট উপৰে লঙ্কা।
যাত থাকি দেৱ ৰাৱণে জিনিল
কাহাকো নকৰে শঙ্কা ॥
দাৰুণ সমৰ- ভূমিক আপুনে
নয়ন বলায়া চাহা।
ইঠাৱতে মই ৰাৱণ বধিলো
ভালমতে আকলাহা ॥ ৬৫৬২
কুম্ভকৰ্ণ বীৰ সমৰে মাৰিলো
কপিৰ খণ্ডিলো ভীত।
তোমাৰ দেৱৰে মাৰিলা সমৰে
ইঠাৱতে ইন্দ্ৰজিত ॥
প্ৰহস্ত বীৰক মাৰলন্ত নীলে
এহিটো সমৰ থানে।
অশেষ ৰাক্ষস বীৰক মাৰিলা
অঙ্গদ এ হনুমানে ॥ ৬৫৬৩
অসংখ্য ৰাক্ষস ৰণত মাৰিলো
লেখিতে তাক নপাৰি।
শকতি হানিয়া ৰাৱণে লখাইক
ইথাৱতে থৈলা মাৰি ॥
জম্বুদ্বীপক যে গৈয়া হনুমন্তে
চন্দ্ৰ পৰ্ব্বতক পাইল।
বিশল্যকৰণী ঔষধ আনিয়া
লক্ষ্মণ ভাই জীয়াইল ॥ ৬৫৬৪
এহিসে থানত মায়ায়ে ৰাৱণি
দোভাইক শৰে বান্ধিল।
শৰীৰত জীৱ নাছিল দেখিয়া
বানৰে বেঢ়ি কান্দিল ॥
বায়ু আসি মোৰ কাণত জপিলা
কৰাইল পাচে চেতন।

তান উপদেশে আমিয়ো কৰিলো
গৰুড়ক সুমৰণ ॥ ৬৫৬৫
উৰাৰ কৰিয়া গৰুড় আসিয়া
মাজিলা অমৃত হাতে ।
তাহান প্ৰসাদে দুয়োভাই পাচে
আমি জীলো অব্যাহতে ॥
সুবেল পৰ্ব্বত দেখিয়োক সীতা
বিস্তাৰ চৰাৰ আতি ।
সাগৰ তৰিয়া সহিত সসৈন্যে
এথাত বঞ্চিলো ৰাতি ॥ ৬৫৬৬
বিষম গহন সাগৰ দেখাহা
যাৰ নলক্ষিয় পাৰ ।
মন্দৰ সদৃশ ঢউসৰ বাজে
স্বৰ্গ সম একাকাৰ ॥
আমাৰ কীৰ্ত্তিক দেখিয়োক সীতা
সাগৰে বান্ধিলো সেতু ।
এহি পথে সব সৈন্য পাৰ ভৈলা
তোমাৰ কাৰ্য্যৰ হেতু ॥ ৬৫৬৭
আমাৰ সেনাৰ কাঠগড়া দেখা
বহল সাগৰ তীৰে ।
এহিটো ঠাৱত দৰশন ভৈলো
মিত্ৰ বিভীষণ বীৰে ॥
কিষ্কিন্ধ্যা নগৰী দেখিয়োক সীতা
কৰিলো অশক্য কাজ ।
একপাত শৰে বালিক মাৰিলো
সুগ্ৰীৱক দিলো ৰাজ ॥ ৬৫৬৮
ঋষ্যমুখ গিৰি দেখাহা জানকী
চম্পা সৰোবৰ তাৰে ।
তোমাক খোজন্তে দৰশন এথা
ভৈলো হনুমন্ত বীৰে ॥
সুগ্ৰীৱ সহিতে পৰ্ব্বত উপৰে
আমাৰ ভৈল সখিত্ব ।
এহিটো থানত দৰশন আৰো
আথান্তৰ বিপৰীত ॥ ৬৫৬৯

কৱন্ধ অসুৰ আছিল এহিটো
প্ৰহৰৰ পন্থ বাহু ।
আমি দুই ভাইক ধৰিয়া আনিল
চন্দ্ৰক যেহেন ৰাহু ॥
খাণ্ডাৰ প্ৰহাৰে বাহুক ছেদিলো
তাহাক মাৰি পেলাইলো ।
এহিটো থানত জটায়ু বীৰক
আমি দৰশন পাইলো ॥ ৬৫৭০
তোমাক ৰাৱণে হৰিবাৰ কথা
আমাত তেহো কহিল ।
কাষ্ঠ সংস্কাৰ কৰি দুয়ো ভাই
জটায়ু বীৰ দহিল ॥
কদলী বনক দেখিয়োক সীতা
জ্বলিলা শোকে আমাক ।
ঋষিবেশ ধৰি ইঠাইত ৰাৱণে
হৰিয়া নিলে তোমাক ॥ ৬৫৭১
হেৰা বনখান দেখিয়ো ইঠাৱে
অশেষ কৰিলো ৰণ ।
চৌদ্দয় হাজাৰ ৰাক্ষস মাৰিলো
ত্ৰিশিৰা খৰ দূষণ ॥
পঞ্চবটী বন দেখা শূৰ্পনিখা
খাইবাক ধাইলে তোমাক ।
লখমণে তাইৰ খড়্গ ধৰিয়া
জপাই কাটিলন্ত নাক ॥ ৬৫৭২
এহি ঠাৱে আমি অগস্তি ঋষিত
পাইলো দিব্য ধনুবাণ ।
যাহাৰ প্ৰসাদে ৰাৱণ মাৰিলো
দেৱক কৰিলো ত্ৰাণ ॥
শৰভঙ্গ ঋষি আমাসাক পাই
ইঠাৱে কৈলা সাদৰ ।
তাহান থানত মাৰিয়া পেলাইলো
বিৰাধ এ নিশাচৰ ॥ ৬৫৭৩
অত্ৰি ঋষিৰ যে ঠাৱত জানকী
লভিলো গুণ অপাৰ ।

অনুসূয়া দেৱী তোমাক দিলন্ত
অঙ্গ ৰঞ্জি অলঙ্কাৰ ॥
চিত্ৰকূট গিৰি দেখিয়োক সীতা
আৰকা আসিয়া পাইল।
এহিসে ঠাৱত ভৰতে আমাক
পালটাই নিবাক চাইল ॥ ৬৫৭৪
হেৰা মন্দাকিনী নদীক দেখাহা
শীতল নিৰ্ম্মল জল।
ইহাৰ তীৰত পিতৃপিণ্ড দিলো
যেন বদৰীৰ ফল ॥
হেৰা দেখিয়োক জনকনন্দিনী
আসিয়া পাইলো প্ৰয়াগ।
ভৰদ্বাজ ঋষি আশ্ৰমক পাইলো
আমাৰ বৰহি ভাগ ॥ ৬৫৭৫
ইঠাৱৰে পৰা নয়ন বলায়া
চাহিয়ো অনেক দূৰ।
গঙ্গাতীৰে দেখা মোৰ প্ৰিয় সখা
গুহক ৰাজাৰ পুৰ ॥
যি যি পথে আমি লঙ্কাক আসিলো
ঢুনাই আইলো সেই পথে।
বিভীষণ গুণে ঢুখ নপাইলোহো
আসিলো পুষ্পক ৰথে ॥ ৬৫৭৬
জনকজীয়াৰী সীতা প্ৰাণেশ্বৰী
চাহা মন্যু পৰিহৰি।
ৰেণু ৰেণু কৰি হেৰা দেখিয়োক
অযোধ্যা মোৰ নগৰী ॥
শুনা সভাসদ ৰামায়ণ পদ
বৈকুণ্ঠক যাৰ ইচ্ছা।
এৰি আন কাম বোলা ৰাম ৰাম
জন্মক নকৰা মিছা ॥ ৬৫৭৭

**শ্ৰীৰামৰ অযোধ্যা প্ৰবেশ আৰু অভিষেকৰ আয়োজন**

**পদ**

ৰামে চিনাইলন্ত সীতা দেখিলা অশেষ।
পাচে ভৰদ্বাজ ঋষি আশ্ৰমে প্ৰবেশ ॥
পুষ্পকৰ হন্তে পাচে সবহি নামিল।
শ্ৰীৰাম লক্ষ্মণ সীতা ঋষিক নমিল ॥ ৬৫৭৮
ভালমতে আদৰিলা ঋষি ভৰদ্বাজে।
সবেয়ো বসিল গৈয়া ঋষিৰ সমাজে ॥
অৱশেষ কথা যত কহিলা সমস্তে।
ৰামে ৰাৱণক মাৰিলন্ত যেনমতে ॥ ৬৫৭৯
শ্ৰীৰামে বোলন্ত ঋষি পুছোহো তোমাত।
ভৰতৰ যত কথা কহিয়ো আমাত ॥
কুশলে কি আছে মোৰ ভাই শুদ্ধমতি।
কৌশল্যা সুমিত্ৰা মাৱ ভালে কি আছন্তি ॥ '৮০
ভৰদ্বাজে ৰাঘৱক দিলন্ত সিদ্ধান্ত।
শুনিয়োক ভৰতৰ যিমত বৃত্তান্ত ॥
তোমাৰ সদৃশ তান পৰিধান চিৰ।
অস্থি চৰ্ম্ম মাংস সাৰ পঙ্কিত শৰীৰ ॥ ৬৫৮১
ভালে শুনি আছো ভৰতৰ যেনমত।
ভৰত কুমাৰ বৰ তোমাতে ভকত ॥
নিতে পানৈ পূজন্ত ভোজন ফল মূলে।
মাৱ ভাই সহিতে আছন্ত অনুকূলে ॥ ৬৫৮২
তোমাৰ নিকাৰ যত শুনিয়া বনত।
সীতাৰ হৰণ শুনি বিষাদ মনত ॥
সুগ্ৰীৱ সখিত্ব বালি বীৰ ভৈলা বধ।
হনুমন্তে কৰিলেক লঙ্কাক দগধ ॥ ৬৫৮৩
নলে সেতু বান্ধিলন্ত তোমাৰ প্ৰবন্ধ।
সমুদ্ৰ তৰিয়া বধিলন্ত দশকন্ধ ॥
বিভীষণ ৰাজা ভৈলা সীতাৰ নিস্তাৰ।
সবকথা শুনি আছো বহল বিস্তাৰ ॥ ৬৫৮৪
দেৱৰ ৰাজাত তুমি যেন বৰ পাইলা।
অমৃত বৰিষি সব বানৰ জীয়াইলা ॥
সন্তোষ মিলিলা বৰ আমাৰ মনৰ।
যেন অভিমত প্ৰভু মোত লৈয়ো বৰ ॥ ৬৫৮৫
অনুগ্ৰহ আছে যেৱে মোক দিবা বৰ।
সন্তোষ কৰায়ো মোৰ ভালুক বানৰ ॥
অকালত সমস্ত বৃক্ষত ফল হৌক।
মধু হৌক কপিসবে ভোজন কৰোক ॥ ৬৫৮৬

ভৰদ্বাজ ঋষিয়ে বুলিলা এবমস্তু।
সকল বৃক্ষত হৌক মধুফল বস্তু॥
হৰিষে বানৰ বৰ বৰ গাছে চড়ি।
অমৃত সমান ফলে লগাইলা দাদৰি॥ ৬৫৮৭
কৌতূহলে ৰামে নিশা বঞ্চিলন্ত তয়।
প্ৰভাত ভৈলন্ত ৰবি কিৰণ উদয়॥
মনে বিমৰিষি ৰাম ত্ৰিজগত নাহা।
বোলন্ত মাৰুতি তুমি অযোধ্যাক যাহা॥ ৬৫৮৮
গঙ্গাতীৰে শৃঙ্গবেৰ পুৰক দেখিবা।
আমাৰ কুশল গুহ ৰাজাত কহিবা॥
পাচে তুমি নন্দিগ্ৰাম নগৰীক যাইবা।
ভৰতৰ আগে সব কুশল জনাইবা॥ ৬৫৮৯
ৰামক প্ৰণামি হনুমন্ত গৈলা চলি।
শৃঙ্গবেৰ পুৰে গুহ ৰাজাক আকলি॥
ব্ৰাহ্মণৰ বেশে কথা কৈলা আদি অন্ত।
ৰাৱণক মাৰি ৰাম লক্ষ্মণ আগন্ত॥ ৬৫৯০
গুহৰাজে বোলন্ত সাফল মোৰ দিন।
হৰষিত ভৈলো বৰ আনন্দৰ চিন॥
সাফল জীৱন্তে মই আছো এতকাল।
ৰামক দেখিবো অযোধ্যাৰ মহীপাল॥ ৬৫৯১
গুহ নৃপতিত কহি উত্ৰাৱল মনে।
বায়ুসুত লৰি গৈলা সত্বৰ গগনে॥
নন্দিগ্ৰাম কোল পাই শিৱিমন্তবন।
ফলে ফুলে জাতিস্কাৰ দেখি সুশোভন॥ ৬৫৯২
দণ্ডদুইৰ পন্থ হোৱে অযোধ্যাৰ হন্তে।
নন্দিগ্ৰামে প্ৰবেশিলা বীৰ হনুমন্তে॥
সভাৰ মাজত বসি আছন্ত ভৰত।
ধৌত দান্তপান্তি জটা জুটেক মণ্ডিত॥ ৬৫৯৩
হৰিঠা ভক্ষণ মাত্ৰ মলপঙ্কধাৰী।
শুক্ল চিৰ পৰিধান যেন ব্ৰহ্মচাৰী॥
চতুষ্পাৰ্শ্বে বেড়ি আছে মুখ্য মুখ্য পাত্ৰ।
পানৈ যুৰি থিত শুদ্ধ অস্থি চৰ্ম্ম মাত্ৰ॥ ৬৫৯৪
ব্ৰাহ্মণৰ বেশে হনুমন্ত উপাগত।
আশীৰ্ব্বাদ কৰি বোলে শুনিয়ো ভৰত॥

ত্ৰিকুটক লাগি যাক আনিবাক গৈলা।
ৰাৱণক মাৰি ৰাম সীতাসনে আইলা॥ ৬৫৯৫
সকল ৰাক্ষস আৰ সব কপিগণ।
সুগ্ৰীৱ আসিলা আসিলেক বিভীষণ॥
ভৰদ্বাজ থানে ৰাম আছন্ত প্ৰয়াগে।
আমাক পঠাইলা বাৰ্ত্তা কহিবাক আগে॥ ৬৫৯৬
গাৱ চালি ভৰত উঠিলা কৌতূহলে।
সাবটিয়া ধৰিলন্ত ব্ৰাহ্মণৰ গলে॥
হৰিষ ভৈলন্ত আতি কৈকেয়ীৰ পোৱে।
সকল শৰীৰ তান তিয়াইলন্ত লোৱে॥ ৬৫৯৭
দেৱ কি মানুষ তুমি আসি ভৈলা কোন।
সুজিবাক নপাৰো তোমাৰ ইটো গুণ॥
ভালমতে কহিয়োক শুনো সবকথা।
হনুমন্তে কহিলন্ত সকল ব্যৱস্থা॥ ৬৫৯৮
অযোধ্যা অবধি যত পথৰ বৃত্তান্ত।
চন্দ্ৰৰ মাতৃত সীতা বৰ লভিলন্ত॥
বিৰাধৰ বধ শৰভঙ্গ আলাপৰ।
অগস্তিত যেনমতে পাইলা ধনুশৰ॥ ৬৫৯৯
শূৰ্পনখাৰ নাসা ছেদ খৰৰ মৰণ।
মাৰীচৰ বধ যেন সীতাৰ হৰণ॥
জটায়ুক ৰাৱণে মাৰিল যেনমতে।
পাখাছেদ ভৈলা ৰামে দহিলা পথতে॥ ৬৬০০
কৱন্ধক মাৰিলন্ত শবায়ু সন্নিত।
সুগ্ৰীৱ সহিতে ৰাম ভৈলন্ত সখিত্ব॥
সুগ্ৰীৱৰ হেতু বালি বধ আসৰিশ।
বানৰ বলক পাঞ্চি দিলা দশোদিশ॥ ৬৬০১
সম্পাতিক দৰিশন সমুদ্ৰ তৰণ।
আপুনি ভৈলন্ত জানকীক দৰশন॥
লঙ্কাপুৰী দহি পুনৰপি আগমন।
ৰাম বিভীষণ যেনমত বিবৰণ॥ ৬৬০২
সাগৰত সেতু বান্ধি সসৈন্যে তৰিলা।
যে যে ৰাক্ষসক যে যে বানৰে মাৰিলা॥
ইন্দ্ৰজিত পৰিলন্ত লক্ষ্মণৰ হাতে।
ৰাৱণ মাৰিলা ৰামে জগতৰ নাথে॥ ৬৬০৩

সীতাক কৰিল অগনিত পৰীক্ষণ।
সিকালত আছিলা যতেক দেৱগণ ॥
লগে আসিলন্ত দশৰথ মহাৰায়।
সীতা শুদ্ধ বুলিলা ত্ৰিদশক অৱগাই ॥ ৬৬০৪
আপুনি অগনি জানকীক কোলে তুলি।
আনি দিলা আপুনি সীতাক শুদ্ধ বুলি ॥
ত্ৰিদশ দেৱতা জানকীক প্ৰশংসিলা।
ত্ৰিদশৰ হন্তে ৰামে যশক লভিলা ॥ ৬৬০৫
ৰাঘৱক বাসৱে কৰিলা বৰদান।
মৰিলা বানৰ যত লভিলা পৰাণ ॥
আন দেৱসবে ৰাঘৱক দিলা বৰ।
পুষ্পকত চড়ি আসে জগত ঈশ্বৰ ॥ ৬৬০৬
পুছিলন্ত ভৰতে তোমাৰ কিবা নাম।
তুমি সমে একত্ৰ ভৈলন্ত কেনে ৰাম ॥
তেহো জ্যেষ্ঠ ভাই মোৰ পিতৃ সমসৰ।
হেন শুনি হনুমন্তে দিলন্ত উত্তৰ ॥ ৬৬০৭
বায়ুসুত হনুমন্ত জানিবা আমাক।
লঙ্কেশ্বৰে হৰি নিল জানকী সীতাক ॥
তাহাঙ্ক খোজন্তে দুই ৰাম লখমণ।
তেহো দুইসমে মই ভৈলো দৰশন ॥ ৬৬০৮
পাচে মই তাসম্বাত পুছিলো বাৰ্ত্তাক।
কি কাৰণে বনে খুজি ফুৰাহা কাহাক ॥
তোমৰা যে কোন দুই হৱে কিবা নাম।
স্বৰূপ কহিয়ো ঐত আছে কোন কাম ॥ ৬৬০৯
অনন্তৰে লক্ষ্মণে যে বুলিলা বচন।
ইহাঙ্ক বোলয় ৰাম আমাক লক্ষ্মণ ॥
ইহান ভাৰ্য্যাক হৰি নিলেক ৰাৱণে।
তাহাঙ্ক খোজন্তে আমি ফুৰো বনে বনে ॥ ৬৬১০
মোৰ বৰভাই এহো বৰ ধনুৰ্দ্ধাৰী।
শতেক ৰাৱণ ভৈলে মাৰিবাক পাৰি ॥
ৰাৱণক এন্তে যদি পান্ত দৰশন।
মাৰি পঠাইবাক পাৰে যমৰ সদন ॥ ৬৬১১
লক্ষ্মণে পুছিলা পাচে আমাৰ বাৰ্ত্তাক।
তুমি এথা তুমি কিক কি বোলে তোমাক ॥
কি কাৰণে নিৰ্জ্জন বনত আগমন।
আমাত কহিয়ো তুমি স্বৰূপ বচন ॥ ৬৬১২
হেন জানি আমি যথাযোগ্য সমুচিত।
ৰাম লক্ষ্মণৰ আগে কৰিলো বিদিত ॥
ইন্দ্ৰৰ তনয় বালি নামে বীৰবৰ।
সূৰ্য্যসুত সুগ্ৰীৱ তাহান সহোদৰ ॥ ৬৬১৩
দুইৰ বিবাদ ভৈলা ভাৰ্য্যাৰ নিমিত্তে।
দুয়োৰো মধ্যত মই সুগ্ৰীৱৰ হিতে ॥
সুগ্ৰীৱক নিকলিল বালি মহাৰাজে।
পলায়া থাকন্ত তেহে নগৰৰ বাজে ॥ ৬৬১৪
সুগ্ৰীৱৰ লগত আমাৰ বনবাস।
স্বৰূপ কাহিনী আমি কৰিলো প্ৰকাশ ॥
দুয়োৰো ভাৰ্য্যাক হৰি নিলে দুইজন।
দুয়োৰো মিত্ৰতা শোভে শুনিয়ো লক্ষ্মণ ॥ '১৫
হেন শুনি ৰামদেৱে বুলিলন্ত বাণী।
মিত্ৰতা যে কৰিব মিত্ৰৰ মন জানি ॥
সুগ্ৰীৱ সহিত ৰাম ভৈলা একথান।
দুয়ো দুইৰ মিত্ৰ পাচে ভৈলা পৰমাণ ॥ ৬৬১৬
বালিক মাৰিয়া সুগ্ৰীৱক দিলা ৰাজ।
সুগ্ৰীৱয়ে কৰিলা মিত্ৰৰ যত কাজ ॥
সসৈন্যে ৰাঘৱ প্ৰয়াগত জিৰাৱন্ত।
ব্ৰাহ্মণৰ বেশে আইলো মই হনুমন্ত ॥ ৬৬১৭
ৰামে পঠাইলন্ত বাৰ্ত্তা জনাইবাক লাগি।
সাফলিয়ো নয়ন তুমিসে পুণ্যভাগী ॥
এতেক জানিয়া যেন কাৰ্য্য হৱে যোগ।
ৰঘুবংশ দীপ তুমি কৰিয়ো উদ্যোগ ॥ ৬৬১৮
ভৰতে বোলন্ত এৱে খণ্ডিলা বিবাদ।
প্ৰিয় বাৰ্ত্তা কহিলা যে কি দিবো প্ৰসাদ ॥
তযু উপকাৰ ইটো সুজো অণু এক।
হৃষ্ট পুষ্ট বাছি লৈয়ো ধেনু অযুতেক ॥ ৬৬১৯
অলঙ্কাৰে মণ্ডিত কুণ্ডলে শোভে কৰ্ণ।
তেহো শতকন্যা নিয়ো আৰ বহুধন ॥
গ্ৰাম সহস্ৰেক লৈয়ো আৰ শতদাসী।
দুই সহস্ৰেক দিলা সুবৰ্ণৰ বাঁশী ॥ ৬৬২০

শত্রুঘ্নক আদেশিলা ভৰত কুমাৰে।
শ্বেত নেত পতাকা বিবিধ অলঙ্কাৰে ॥
মাঙ্গল্য বিধান বাদ্য কৰায়ো অপাৰ।
প্ৰাণত অধিক ৰাম আসন্ত আমাৰ ॥ ৬৬২১
তিনিয়ো মাতৃত কহ হেনয় বাৰ্ত্তাক।
কালি প্ৰবেশিব ৰাম আসি অযোধ্যাক ॥
ভৰতৰ বাণী শুনি কৌতূহল পাইল।
তেতিক্ষণে শত্ৰুঘণে নগৰী সাজিল ॥ ৬৬২২
সাজ্জি মাজ্জি পদূলী পদূলী কৰিলা কল।
ৰত্নদীপ দিলা সুৱৰ্ণৰ ঘটে জল ॥
লৱঙ্গ মালতী মালা সুগন্ধক কহে।
সুৰভি শীতল অনুকূলে বায়ু বহে ॥ ৬৬২৩
সুগন্ধ চন্দনে সুৱাসিত দশোদিশ।
কৌতূহলে লোকৰ লাগিল উসমিস ॥
আনন্দ বধাই বৰ কৰি কুমৰ্থলি।
পতাকা সোণাৰ ধ্বজ ধৰে তুলি তুলি ॥ ৬৬২৪
সোণা ৰূপা সিঞ্চে কতো মুকুতাৰ বৰি।
ইভিতি সিভিতি প্ৰজা লৰৰা লৰৰি ॥
যেই যেনমতে আছে দিলেক লৰৰ।
ছৱালে কান্দন্তে মাৰে নিসন্ধি চাপৰ ॥ ৬৬২৫
নাৰীসবে লৰি ভৈলা হৰষে ফৰষে।
কতো বিমুকুত কেশে কাখত কলসে ॥
সকল নগৰী সুমণ্ডিত অলঙ্কাৰে।
ৰতন মাণিক জ্যোতি আতি জ্যোতিঙ্কাৰে ॥ '২৬
লাস বেশ কৰি নৰনাৰী সমুদায়।
ৰাম আসিবাৰ শুনি আথে বেথে যায় ॥
চিৰকালে দেখিবো চাহিবো নেত্ৰভৰি।
নানা বাদ্য বাৱে নাচে ভঙ্গিভাৱ কৰি ॥ ৬৬২৭
ৰাম দৰশন অভিলাষে নৰনাৰী।
মহা কৌতূহলে আতি অযোধ্যা নগৰী ॥
অনেক সহস্ৰ চলি যাই মত্তগজ।
সাক্ষাতে ভাৰ্গৱ মাহুত সৱসজ ॥ ৬৬২৮
মেঘৰ বিদ্যুত যেন বিভূষিত কালা।
সাক্ষাতে দেখিয় যেন পৰ্ব্বতৰ কালা ॥

অনেক সহস্ৰ কোটি চলে দিব্য ঘোৰ।
পক্ষী সম সঞ্চাৰে পৱন সম জোৰ ॥ ৬৬২৯
সুশিক্ষিত ৰাহুতে চলাৱে জাম্পে জাম্পে।
খুৰাৰ শবদে ভূমি ঘনে ঘনে কাম্পে ॥
ভৰত চলিলা পানৈযুৰি ধৰি মাথে।
অতি শুক্ল চামৰযুগল ধৰি হাতে ॥ ৬৬৩০
ৰাঘৱক লাগি লৈলা ধৱল ছত্ৰেক।
যেন পূৰ্ণিমাৰ চান্দ উদিত প্ৰত্যেক ॥
অযোধ্যাত শুনিলেক ৰাজ মন্ত্ৰী লোকে।
আগবাঢ়িবাক গৈলা মনত উৎসুকে ॥ ৬৬৩১
কৌশল্যা সুমিত্ৰা উঠিলেক একযানে।
হৰ্ষিত লোতক ঝৰে সজল নয়নে ॥
দেখিবোহো মুখ আজি পুত্ৰ মহাবীৰ।
মনত বিষাদ বৰ ভৈলা কৈকেয়ীৰ ॥ ৬৬৩২
মুখত মধুৰ মনে মনে গুণি আছে।
হৃদয়ত খুৰ চলি ভৈলা পাচে পাচে ॥
হয় হস্তী ৰথ পদাতিৰ ঘন ৰোল।
আনন্দ অপাৰ শঙ্খ ভেৰী ঢাক ঢোল ॥ ৬৬৩৩
সমস্ত নগৰী নন্দিগ্ৰামক চলিল।
দলদোপ কৰি সব পৃথিৱী লবিল ॥
যেতিক্ষণে আসিবাৰ কৈলা হনুমন্ত।
তেতিক্ষণে দেখে ৰামদেৱে নাসিলন্ত ॥ ৬৬৩৪
ভৰতে বুলিলা পাচে বায়ুৰ পুত্ৰক।
হনুমন্ত কি কাৰণে নেদেখো ৰামক ॥
বানৰ জাতিৰ কিবা হেনয় স্বভাৱ।
চঞ্চল চৰিত্ৰ গতি দেখি ঠাৱে ঠাৱ ॥ ৬৬৩৫
ৰাঘৱ আসন্ত বুলি মোত জনাইলাহা।
হেনমতে মোক তুমি ভাণ্ডিবাক চাহা ॥
আসিব নাসিব ৰাম বোলা ঝাণ্ট কৰি।
এতিক্ষণে কিসক নাসিলা ৰামহৰি ॥ ৬৬৩৬
হনুমন্তে বোলন্ত আসিব ৰামদেৱ।
এহি বুলি আকাশক কৰিলন্ত ডেৱ ॥
বায়ুপথে চলিয়া দেখন্ত হনুমন্ত।
কপিসেনা ফল খাই ৰামে অপেক্ষন্ত ॥ ৬৬৩৭

আকাশৰ হন্তে নামি পৱনৰ সুত।
ভৰতৰ আগে যাই কহিলা প্ৰস্তুত ॥
অকালত ভৰদ্বাজ ঋষি বৰ আছে।
নিৰন্তৰে বৃক্ষসবে ফল ধৰে গাছে ॥ ৬৬৩৮
কপিসেনা বৃক্ষত চড়িয়া ফল খায়।
ৰামদেৱ আছন্ত সেনাৰ ৰঙ্গ চায় ॥
সেনাক অপেক্ষি ৰাম আছন্ত তহিত।
কতো কতো কপি পাৰ হোৱে গোমতীত ॥ '৩৯
কৰ্ণ পাতি শৱদ শুনিয়ো বানৰৰ।
আকাশ ছানিলা দেখো ধূলায়ে পাৱৰ ॥
আকৰ্ণ শৱদ সবে কৰ্ণপথ ভেদি।
বানৰে এৰাইলা জানো মন্দাকিনী নদী ॥ ৬৬৪০
কিঙ্কিণী শৱদ বাদ্য শুনা ৰুণ জুণ।
প্ৰসন্ন দেখিয় যেন ৰবিৰ কিৰণ ॥
চক্ষু বলাই চাহা তুমি কুমাৰ ভৰত।
গগন মণ্ডিয়া আসে দিব্য পুষ্পৰথ ॥ ৬৬৪১
অলঙ্কাৰে সুমণ্ডিত দীপিতি অনেক।
খসিয়া আসয় যেন সূৰ্য্য খণ্ড এক ॥
উপৰে দেখিয়ো সীতা ৰাম লখমণ।
বিভীষণ প্ৰমুখ্যে যতেক কপিগণ ॥ ৬৬৪২
ৰাঘৱে আসন্ত বসি ৰথৰ উপৰে।
সূৰ্য্য প্ৰকাশন্ত যেন সুমেৰু শিখৰে ॥
সকল প্ৰজাৰ ৰিঙ্গ কোলাহল ৰোল।
জয় জয় ৰাম ধ্বনি পাইলা স্বৰ্গকোল ॥ ৬৬৪৩
আকাশৰ হন্তে ৰামদেৱে দেখিলন্ত।
বশিষ্ঠক আদি কৰি ভৰত আসন্ত ॥
ৰামে পুষ্পকক চাই বুলিলা বচন।
দ্ৰুতে আসে দেখা ভৰতৰ সেনাগণ ॥ ৬৬৪৪
ৰাঘৱৰ বচনে পুষ্পক ৰথবৰ।
ক্ষণেকতে আসি পাইলা সবাৰ ওচৰ ॥
ৰথবৰে পাইলে ধৰণীমণ্ডলক।
কৰযোৰে সব প্ৰজা নমিলা ৰামক ॥ ৬৬৪৫
ভৰতেয়ো নমিলা ৰামৰ দুইপাৱে।
জানকীক প্ৰণামিলা অতুল্য স্বভাৱে ॥
গদগদ বাক্যে ৰাম প্ৰাণভাই বুলি।
পুষ্পক ৰথত নিয়া ভৰতক তুলি ॥ ৬৬৪৬
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল।
সবাৰ ভৰত বীৰে কুশল পুছিল ॥
তাৰাসবে স্বৰূপ ধৰিয়া মানুষৰ।
আৰোগ্য কুশল পুছিলন্ত ভৰতৰ ॥ ৬৬৪৭
ভৰতেয়ো বিভীষণ গলত ধৰিলা।
তোমাৰ প্ৰসাদে দদা দুখক তৰিলা ॥
মাৰুতিক ভৰতে কৰিলা বহুমান।
তুমিসে দিলাহা লক্ষ্মণক প্ৰাণদান ॥ ৬৬৪৮
শত্ৰুঘনে নমিলন্ত দুয়োভাইৰ পাৱে।
জানকীক প্ৰণামিলা সাদৰিত ভাৱে ॥
আন বীৰসকলক কৰিলা আশ্বাস।
কাকো গলে বান্ধি কাৰো মুখ চাই হাস ॥ '৪৯
ৰামদেৱে বশিষ্ঠক কৰিলা প্ৰণাম।
আশীৰ্ব্বাদ দিলা দুয়ো চিৰঞ্জীৱ ৰাম ॥
কৌশল্যা মাৱক দেখিলন্ত ৰঘুনাথে।
চৰণত পৰি ধৰি জান্তিলন্ত মাথে ॥ ৬৬৫০
পাৱহন্তে কৌশল্যায়ে সাৱটিলা গলে।
হৰিষে লোতক বহে নয়নযুগলে ॥
সুমিত্ৰাক নমিয়া নমিলা কৈকেয়ীক।
দশৰথ ৰাজাৰ তিনিয়ো মহাদৈক ॥ ৬৬৫১
সকল প্ৰজায়ে বোলে আমি ভালে জীলো।
আৰকা আসিলা প্ৰভু আনন্দ মিলিল ॥
অনেক ভকতি স্তুতি বাণী কৰি কেলি।
সবাক ৰাঘৱে আদৰিলা হাতমেলি ॥ ৬৬৫২
ভৰতে দুখানি পানৈ শিৰৰ নমাইল।
ৰামৰ পাৱত নিয়া আপুনি পিন্ধাইল ॥
দদা অনুমতি হেৰা আছয় আমাত।
আপুনি আসিলা মোৰ অনাথৰ নাথ ॥ ৬৬৫৩
ৰাজ্যক লৈয়োক দাদা তোমাৰ আপুন।
মই অনাথক ধৰ্ম্ম কৰ শতগুণ ॥
ভৰতৰ মন জানি ভকত বৎসল।
সকল বানৰ ভৈল নয়ন সজল ॥ ৬৬৫৪

ৰামে আনি ভৰতক কোলাত বৈসাইল।
বিমানে চড়িয়া ভৰতৰ ঠাৱে আইল ॥
ৰথহন্তে নামিয়া বসিলা আসনত।
বান্ধৱবৰ্গক দেখি হৰিষ মনত ॥ ৬৬৫৫
ৰাঘৱে বোলন্ত শুনিয়োক পুষ্পযান।
কৰিলা আমাক তুমি বৰ বহুমান ॥
আজি হন্তে কুবেৰৰ হৈয়ো গৈয়া ৰথ।
আমাৰ কাহিনী তান্ত কহিবা সমস্ত ॥ ৬৬৫৬
ৰামক প্ৰণামি গৈলা দিব্য পুষ্পৰথ।
কুবেৰ দেৱৰ আগে কহিলা সমস্ত ॥
শুনিয়ো গোসাই ৰামে পঠাইলা আমাক।
বহু মান্য কৰিয়া তোমাক বহিবাক ॥ ৬৬৫৭
কুবেৰে বোলন্ত শুনা বিমান পুষ্পক।
ৰামে পঠাইলন্ত তোক আমাৰ পাশক ॥
সনমানে তুষ্ট ভৈলো তান্ত গৈয়া কহ।
যাৱে ৰাম পৃথিৱীত তাৱে তাঙ্ক বহ ॥ ৬৬৫৮
ৰামপাশে গৈলন্ত পুষ্পক মহাৰথ।
কুবেৰৰ সতকাৰ কহিলা সমস্ত ॥
হৰিষে থাকিলা ৰাম সহৰিষ হুয়া।
পুষ্পক থাকিলা ৰঘুনাথক বহিয়া ॥ ৬৬৫৯
সুগ্ৰীৱ প্ৰমুখ্যে ঋক্ষ বানৰ যতেক।
সবাকো ভৰত বীৰে বিনাৱে অনেক ॥
সভাৰ মাজত বসি কৈকেয়ীৰ সুতে।
ৰামক অঞ্জলি জুৰি বুলিলা কাকুতে ॥ ৬৬৬০
আমাৰ মাৱৰ তুমি পালিয়া বচন।
মোক ৰাজ্য দিয়া দদা তুমি গৈলা বন ॥
বহিবাক নপাৰোহো গুৰুতৰ ভাৰ।
মই ৰাজ্য দিলো দদা লৈয়োক তোমাৰ ॥ ৬৬৬১
অশ্বৰ কি গতিক গাধৱে পাৰে যাইতে।
কাকে কি পাৰয় হংস গমন অনাইতে ॥
মুষগোটে বহিতে নোৱাৰে একেধুৰে।
গৰুড়ৰ বেগক কি শকত ময়ূৰে ॥ ৬৬৬২
যত দূৰ চন্দ্ৰ সূৰ্য্য কিৰণ প্ৰকাশ।
সকল দেশৰ ৰাজা তোমাৰেসে দাস ॥
তোমাৰেসে আজ্ঞাকাৰী আছিলোহো আমি।
আজি হন্তে ৰাজ্যক লৈয়োক আৱে স্বামী ॥ ’৬৩
কতভাগ্য কৰিয়া তোমাৰ পাইলো সঙ্গ।
আৱকা মিলিলা মোৰ আসৰিশ ৰঙ্গ ॥
তোমাৰ চৰণ দেখি এৰাইলো সন্তাপ।
আজিসে জানিলো মোৰ নমৰিল বাপ ॥ ৬৬৬৪
ৰামে আকলিলা ভৰতৰ হেন কাজ।
সম্মুখি বোলন্ত বাপ এৱে লৈবো ৰাজ ॥
গলে ছাপি ধৰিলন্ত হৰিষ মনত।
শ্ৰীসিংহাসনে ৰামদেৱে বসিলন্ত ॥ ৬৬৬৫
নন্দিগ্ৰামে তিনি ভাই কৰি জটা ছেদ।
ভৰতে এৰাইলা নিদাৰুণ হৃদিখেদ ॥
লক্ষ্মণো সকলে কৰিলন্ত পৰিত্যাগ।
ভৰতক স্নান কৰাইলন্ত সৱআগ ॥ ৬৬৬৬
লক্ষ্মণে স্নানিলা শক্ৰুঘনে স্নানিলন্ত।
অনন্তৰে ৰামচন্দ্ৰে স্নান কৰিলন্ত ॥
বিভীষণে স্নানিলন্ত তাসম্বায়ো চাৰি।
পাচে ৰঙ্গে স্নানিলন্ত বাঘৱ মুৰাৰি ॥ ৬৬৬৭
কৌশল্যাক প্ৰমুখ্যে সকল শাশুগণে।
সীতা গোসানীক স্নান কৰাইলা যতনে ॥
অঙ্গৰাগ উজ্বলিলা অলঙ্কাৰে মণ্ডি।
কৈলাসত দীপিতি কৰন্ত যেন চণ্ডী ॥ ৬৬৬৮
ৰামক পিন্ধাইলা দেৱযোগ্য অলঙ্কাৰ।
ৰামদেৱ অধিক দেখয় জাতিষ্কাৰ ॥
সৰ্ব্বজনে সুমণ্ডিত দীপিতি কৰয়।
দেৱসভাখান যেন ভূমিত জ্বলয় ॥ ৬৬৬৯
ভৰতে যে বোলন্ত সুমন্ত্ৰ শুন বাক।
ঝাণ্টে ৰথ সাজি আন যাওঁ অযোধ্যাক ॥
ভৰতৰ বচনক কৰি শিৰোগত।
তেখনে সুমন্ত্ৰ সাজি আনিলেক ৰথ ॥ ৬৬৭০
শ্ৰীৰামে চড়িলা যাই ৰথৰ উপৰে।
আপুনি বসিলা ৰথে ভৰত কুমাৰে ॥
ধৱল ছত্ৰেক তুলি ধৰিলা লক্ষ্মণে।
ঢোলে শ্বেত চামৰ সুগ্ৰীৱ বিভীষণে ॥ ৬৬৭১

শত্ৰুঞ্জয় আগ পৃষ্ঠে সুগ্ৰীৱ চড়িলা ।
অনেক হাজাৰ গজে বেঢ়িয়া লৰিলা ॥
ৰাম আসে দেখি অযোধ্যায়ে ৰঙ্গ ভৈলা ।
সাগৰৰ ঢৌ যেন উথলিয়া গৈলা ॥ ৬৬৭২
ষোড়শ সহস্ৰ নাৰী ধৰি ফুল ফল ।
সুৱৰ্ণৰ ঘট ধৰি কৰে সুমঙ্গল ॥
পদূলি পদূলি শুনি উৰুলিৰ ধ্বনি ।
অলঙ্কৃত প্ৰদীপ থাকিলা পুৰী ছানি ॥ ৬৬৭৩
বাঁশীক বজাৱে কতো বজাৱে মাৰ্দ্দল ।
খুমুচি ভেমচি বাদ্য ডগৰ কাহাল ॥
থানে থানে শুভ শুভ পাৰৈ জয় জয় ।
ভাটসবে নানা ছন্দে চপয়া পঢ়য় ॥ ৬৬৭৪
নৃত্য গীত আনন্দে বাজয় কৰতাল ।
নানাবিধ মাঙ্গল্য শব্দ কোলাহল ॥
বন্দীজনে বেঢ়িয়া চৌদিশে স্তুতিনাদ ।
ব্ৰাহ্মণসবৰ বেদধ্বনি আশীৰ্ব্বাদ ॥ ৬৬৭৫
সব জন মনোৰথ পূৰিয়া অশেষ ।
অযোধ্যা পুৰীত ৰাম ভৈলন্ত প্ৰবেশ ॥
প্ৰথমে কৌশল্যা আগবাঢ়িল সম্ভ্ৰত ।
সন্তাপ এৰাইয়া সতী ভৈলা আনন্দিত ॥ '৭৬
কৌশল্যাৰ চৰণে তিনিয়ো প্ৰণামিল ।
পাৱহন্তে কৌশল্যায়ে সাৱটি ধৰিল ॥
পৰিয়া আছিলো ৰাম বৰ সন্তাপতে ।
এতকাল আছিলাহা পুতাই বনতে ॥ ৬৬৭৭
পুত্ৰশোক এৰাইলো দেখিলো আৱে তোকে ।
অন্তৰ্গতে দহে মোৰ সুস্বামীৰ শোকে ॥
হা হা তো টীকৰ স্বামী গোসাই আমাৰ ।
বনবাস খাটি আইলা সুপুত্ৰ তোমাৰ ॥ ৬৬৭৮
হৰি হৰি প্ৰভু কৰিলাহা বন্ধুছেদ ।
তোমাক সুমৰি অহৰ্নিশে হৃদিখেদ ॥
শ্ৰীৰাম লক্ষ্মণ সীতা মনত বিকলে ।
কৌশল্যাক প্ৰবোধিলা নয়ন সজলে ॥ ৬৬৭৯
সকল কথাক ৰামে কহিলা মাৰুত ।
আপুনাৰ কথা যত লঙ্কাত বনত ॥
আপদ তৰিলো সবে দেৱৰ প্ৰসাদে ।
নিতে নিতে তোমাৰ আৱৰ আশীৰ্ব্বাদে ॥ ৬৬৮০
বুলিলন্ত ভৰতে সুগ্ৰীৱ শুনা কাজ ।
পুণ্যযোগে ৰামক দিয়োক সবে ৰাজ ॥
পৃথিৱী মধ্যত তীৰ্থ আছয় বহুত ।
চাৰি সাগৰক লাগি পঠায়োক দূত ॥ ৬৬৮১
ভৰতৰ বচন আদৰ কৰি লৈল ।
পাঞ্চশত তীৰ্থ জল আনিবাক গৈল ॥
চাৰি সুৱৰ্ণৰ ঘট চাৰি বীৰে দিল ।
চাৰ সাগৰৰ জল আনিতে পেৰিল ॥ ৬৬৮২
সুগ্ৰীৱৰ আদেশে ঋষভ মহাবীৰ ।
দক্ষিণৰ সাগৰৰ মিলাইলন্ত নীৰ ॥
পশ্চিমক গৈলন্ত জাম্বৰ মহাবল ।
সুৱৰ্ণ কুম্ভত কৰি আনিলন্ত জল ॥ ৬৬৮৩
বেগদসি বীৰ বল কাৰ্য্যত বখানি ।
উত্তৰ সাগৰে গৈয়া আনিলন্ত পানী ॥
বীৰবৰ বলিষ্ঠ সুষেণ মহাবল ।
যোগাইলন্ত পূব সাগৰৰ হন্তে জল ॥ ৬৬৮৪
শাস্ত্ৰত বিহিত যত বস্তু সবিশেষ ।
অভিষেক মানে যত কৰিলা প্ৰবেশ ॥
সুৱৰ্ণ পাটত ৰাম জানকীক থৈল ।
সুমঙ্গল আভৰণ শৰীৰত ভৈল ॥ ৬৬৮৫
শুনা নিৰন্তৰে ইটো ৰামায়ণ কথা ।
ইহেন মানৱী জন্ম নকৰিয়ো বৃথা ॥
ৰামৰ চৰিত্ৰ ইটো শুনা সভাসদ ।
বোলা ৰাম ৰাম পাইবা পৰম সম্পদ ॥ ৬৬৮৬

---

শ্ৰীৰামৰ অভিষেক

দুলড়ী

বশিষ্ঠ গৌতম অত্ৰি বিশ্বামিত্ৰ
বীতিহোত্ৰ পৰাশৰ ।
কাত্যায়ন ভৰ- দ্বাজ ৰামদেৱ
আদি মুনি নিৰন্তৰ ॥

বহুবিধ ফলে নানা তীর্থজলে
রাঘৱ সীতা স্নানিল ।
বিধি ব্যৱহাৰে অগনি জ্বালিয়া
আশেষ আহুতি দিল ॥ ৬৬৮৭
ৰাজ্যৰ যতেক মুখ্য মুখ্যতৰ
ব্ৰাহ্মণ পাত্ৰসকলে ।
শ্ৰীৰাম সীতাক ৰাজ্য জোকাৰিলা
চাৰি সাগৰৰ জলে ॥
নৃত গীত বাদ্য ভণ্ডৰ শৱদে
মিলি গৈলা কোলাহল ।
ৰামৰ যি বেটা অনিষ্ট চিন্তিলে
সিটো গৈলা ৰসাতল ॥ ৬৬৮৮
সকল আকাশ পূৰিয়া আনন্দ
ইন্দ্ৰাদি দেৱ সকলে ।
সব নদীজল সৰ্ব্বৌষধিগণ
দূৰ্ব্বাক্ষত ফুলে জলে ॥
স্বৰ্গে দেৱবাদ্য বজাৱে গন্ধৰ্ব্বে
গাৱয় বাৱয় তাল ।
পৃথিৱী গগন স্বৰ্গৰ ভুৱন
ৰিঙ্গ জ্যোতি কোলাহল ॥ ৬৬৮৯
ধৱল ছত্ৰেক তুলিয়া ধৰিল
সুবিনীত শত্ৰুগণে ।
শুক্ল যে চামৰে ঢুলিতে লাগিল
সুগ্ৰীৱ যে হনুমানে ॥
চন্দ্ৰৰ সদৃশ ধৱল চামৰে
বিঞ্চে আৰো বিভীষণে ।
ভৰতে আপুনি ৰাজ্য জোকাৰিলা
নানাবিধ পাত্ৰগণে ॥ ৬৬৯০
ৰতনে মণ্ডিত শুদ্ধ সুৱৰ্ণৰ
শতেক পদ্মৰ মালা ।
বায়ুত কৰিয়া ইন্দ্ৰে পঠাইলন্ত
ৰামক ভূষিয়া কালা ॥
মাণিকে ৰচিত গ্ৰীৱক লাগিয়া
গজ মুকুতাৰ হাৰ ।
কুবেৰে আনিয়া ৰামক দিলন্ত
দেখি বৰ জাতিকাৰ ॥ ৬৬৯১
কৰ্ম্মাগতে ৰাজ্য ৰাঘৱে পাইলন্ত
হৰিষ বৰ মিলিল ।
হৃষ্ট পুষ্ট বাছি এক লক্ষ ধেনু
ব্ৰাহ্মণক দান দিল ॥
অযুত বলধ ত্ৰিশ কোটি তোলা
দিলন্ত শুদ্ধ সুৱৰ্ণ ।
অযুতেক গ্ৰাম দিলা ধনে জনে
সকল শস্যে সম্পূৰ্ণ ॥ ৬৬৯২
সূৰ্য্যৰ সদৃশ কিৰীটি জ্বলয়
সুৱৰ্ণ ৰত্নে খচিত ।
আতি সুশোভিত বিচিত্ৰ মালাক
পিন্ধিলা সুগ্ৰীৱ মিত্ৰ ॥
বালিপুত্ৰ বুলি অঙ্গদক ৰামে
আগক লাগি মতাইল ।
কনকে ৰচিত মণিময় দুই
কুণ্ডল তুলি পিন্ধাইল ॥ ৬৬৯৩
চিকিমিকি কৰে ৰতন মাণিক
নিৰমল আতি তাৰ ।
সীতাৰ গলত ৰাঘৱে পিন্ধাইলা
শুদ্ধ মুকুতাৰ হাৰ ॥
দেৱাঙ্গ বস্ত্ৰক গাৱত চড়াইলা
সব অলঙ্কাৰে মণ্ডি ।
নাৰায়ণ পাশে যেন লক্ষ্মী দেৱা
হৰৰ কোলাত চণ্ডী ॥ ৬৬৯৪
যতেক সুন্দৰী তথাতে মিলিলা
সুমণ্ডিত অলঙ্কাৰে ।
কানি আঙ্গুলিৰ ৰূপৰ সদৃশ
নভৈলে কেহো সীতাৰে ॥
সব নগৰৰ সুন্দৰী মিলিল
সুবিনীত বৰবালা ।
শৰত কালৰ চন্দ্ৰক যেহেন
বেঢ়িলা নক্ষত্ৰমালা ॥ ৬৬৯৫

লক্ষ কোটি কোটি ধন তাৰ মূল্য
স্বৰ্ণ গজমতি হাৰ।
সীতা দেৱী তাক হাতত লৈলন্ত
কাঢ়িয়া আনি গলৰ ॥
মাৰুতিক লক্ষে দেৱী সহৰিষে
হাস্যমনে আছে চাই।
হাসিয়া সীতাক ৰাঘৱে বোলন্ত
দিয়ো যাক অভিপ্ৰায় ॥ ৬৬৯৬
স্বামীৰ বচন শুনিয়া জানকী
আনন্দ হৰিষ পাইল।
বায়ুৰ পুত্ৰক লাগি আপুনাৰ
কণ্ঠৰ হাৰ পেলাইল ॥
হনুমন্ত বাৰে হৰিষে পিন্ধিলা
মনোময় গজমতি।
মেৰু পৰ্ব্বতৰ উপৰে শোভয়
চন্দ্ৰৰ যেন জেউতি ॥ ৬৬৯৭
যত যত সব মুখ্য কপিগণ
নল নীল দধি তাৰ।
সবাৰ মনক পূৰিয়া ৰাঘৱে
পিন্ধাইলন্ত অলঙ্কাৰ ॥
সকল সম্পত্তি দেখিয়া ৰাঘৱে
হৰিষ পাইলা আশেষ।
মাস দিন তৈত সুখতে আছিলা
চলিলা আপুন দেশ ॥ ৬৬৯৮

---

হনুমন্ত প্ৰভৃতিৰ নিজ নিজ দেশলৈ গমন আৰু
শ্ৰীৰামৰ ৰাজ্য পালন

ছবি

ৰাঘৱক পৰিহৰি সবে যেৱে চলি ভৈলা
শোকে কাৰো শৰীৰ নসহে।
বিভীষণ সুগ্ৰীৱৰ যত কপি ভালুকৰ
আথাকে নয়নে জল বহে ॥
শ্ৰীৰামে বোলন্ত শুনা বাপু হনুমন্ত তোক
অলঙ্কাৰ নাহি যোগ্যপৰ।
যেহি অভিমত তোৰ মনত বাঞ্চনি আছে
আমাত মাগিয়ো দেওঁ বৰ ॥ ৬৬৯৯
হাতযোৰে হনুমন্তে বৰ মাগিবাক প্ৰতি
হৰিষে আগত ভৈল থিয়।
যাৱদেকে পৃথিৱীত ৰামকথা প্ৰচাৰয়
ততকাল থাউক মোৰ জীৱ ॥
সীতাদেৱী গোসানীৰ চৰণৰ দাস মই
বৰ মোক নলাগয় আন।
গোসানীৰ অনুগ্ৰহ থাকয় আমাত যেৱে
আৰ কি সাধিবো বহু মান ॥ ৬৭০০
গ্ৰীৱত সাৱটি ধৰি ৰামদেৱে কৌতূহলে
বায়ুৰ পুত্ৰক দিলা বৰ।
যাৱদেকে সপ্তদ্বীপা পৃথিৱী সাগৰ সাত
থাকে মেৰু পৰ্ব্বত মন্দৰ ॥
আৰোগ্য শৰীৰে বাপ থাকা যুৱা কলেৱৰে
অনুকূলে বহিবেক বায়ু।
আমাৰ প্ৰসাদে তোৰ কিছু দুখ নুহিবেক
ততকাল হুইবে পৰমায়ু ॥ ৬৭০১
ৰামৰ বচন অন্তে সীতাদেৱী দিলা বৰ
বায়ুৰ পুত্ৰৰ মুখ চাই।
দেৱ অপেস্বৰা সবে তোৰ সেৱা কৰিবেক
ইহাত বিস্ময় কিছু নাই ॥
যথাত তথাত তোক অচিন্তাতে মিলিবেক
অমৃত সদৃশ মধুফল।
দেৱতাৰ উপযোগ সুগন্ধি শীতল জল
চিন্তিলাতে মিলিবে সকল ॥ ৬৭০২
শ্ৰীৰাম সীতাৰ পদ- ধূলি শিৰে তুলি লৈলা
অধোমুখ ভৈলা হনুমন্তে।
আপুন দেশক লাগি বিষাদে চলিয়া ভৈলা
বামহাতে লোহ মলচন্তে ॥
বিভীষণ মুখ্য কৰি ৰাক্ষস চলিলা সবে
ৰাঘৱত প্ৰসাদক পায়া।

শ্রীৰাম লক্ষ্মণ সীতা কৃপায়ে আকুল ভৈলা
থাকিলন্ত সেহি দিশ চায়া ॥ ৬৭০৩
সবে যেৱে আপুনাৰ দেশক চলিলা ৰামে
লক্ষ্মণক বুলিলন্ত কাজ।
সীতাদেৱী পটেশ্বৰী আমি ৰাজা ৰাজ্যেশ্বৰ
বাপু তুমি হুয়ো যুৱৰাজ ॥
লক্ষ্মণে বোলন্ত দদা মোক ক্ষমা কৰিয়োক
নলাগয় ইসব জঞ্জাল।
ইন্দ্ৰজিত কুমাৰৰ শৰবিষ জাল এৰাই
সুখে ভোগ ভুঞ্জো কতকাল ॥ ৬৭০৪
একোৱে প্ৰকাৰে যেৱে লক্ষ্মণ নভৈলা ৰামে
ভৰতক কৈলা যুৱৰাজ।
সমাধিকৰণী ভৈলা বশিষ্ঠ কুলৰ গুৰু
বিহিলন্ত সপুত্ৰে সমাজ।
ৰামৰ ৰাজ্যত কিছু অন্যায়ক নোৱাৰয়
উচিতত তুলি লৱে কৰ।
পৃথিৱীত সৰ্ব্ব শস্য উপজয় মধুফল
কুসুমে ভূষিত তৰুবৰ ॥ ৬৭০৫
বৎসৰ দ্বাদশ শত আৰোগ্যে জীৱয় নৰ
আৱে জীয়ে সহস্ৰ সংখ্যাত।
নাৰীসবে সুস্বামীৰ পতিব্ৰতা ধৰ্ম্ম কৰে
পিতৃ আগে পুত্ৰ নোহে পাত ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰসবে আচৰয়
যাহাৰ বিহিত যেন ধৰ্ম্ম।
দেৱ দ্বিজ পিতৃ-মাতৃ গুৰু আৰাধনপৰ
কাহাৰো নাহিকে নিত্যকৰ্ম্ম ॥ ৬৭০৬
নানাবিধ যজ্ঞসৱ ৰামদেৱে কৰিলন্ত
আপুনাৰ মনোৰথ পূৰি।
ধন জন অলঙ্কাৰে মণ্ডিত সকল লোক
সুগন্ধ চন্দনে কৰি ভুৰি ॥
যাৰ যেন নীতিচয় কদাচিতো নপৰয়
গুৰুত ভকতি কৰে শিষ্য।
ৰামৰ ৰাজ্যত কিছু অন্যায়ক নোৱাৰয়
নিতে নিতে অযোধ্যাত বিশ্ব ॥ ৬৭০৭

ৰামায়ণ কথা শুনি শৰীৰ নিষ্পাপ সব
সকল আপদ হেলে তৰি।
যত সব ধৰ্ম্মচয় সব অপ্ৰয়াসে সিজে
নযাইবেক যমৰ নগৰী ॥
গুৰ্ব্বিণী অপুত্ৰ জনে ৰূপৱতী কন্যাগণে
মন অভিলাষে পাৱে স্বামী।
আয়ু বাঢ়ে পাৱে সুখ আৰোগ্যে জীৱয় লোক
অন্তকালে হোৱে স্বৰ্গগামী ॥ ৬৭০৮
মহাঋষি বাল্মীকিয়ে ৰামায়ণ কৰিলন্ত
সাক্ষাতে জানিবা যেন বেদ।
শ্ৰৱণে অমৃতময় সকল পাপৰ ক্ষয়
সংসাৰৰ বন্ধ হোৱে ছেদ ॥
কলিমল কলুষক বিনাশন যমপুৰী
জিনিবাৰ শুনা ইটো খণ্ড।
প্ৰণামোহো সৰস্বতী শ্ৰীৰাম দেৱেসে গতি
সমাপতি ভৈলা লঙ্কাকাণ্ড ॥ ৬৭০৯
কবিৰাজ কন্দলি যে আমাকেসে বুলিৱয়
কৰিলোহো সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিকে যে
বৰাহ ৰাজাৰ অনুৰোধে ॥
সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিকৰ বোলে কাব্যৰস কিছো দিলো
দুগ্ধক মথিলে যেন ঘৃত ॥ ৬৭১০
পণ্ডিতলোকৰ যেৱে অসন্তোষ উপজয়
হাতযোৰে বোলে শুদ্ধ বাক।
পুস্তক বিচাৰি যেৱে তৈত কথা নপাৱাহা
তেৱে সবে নিন্দিবা আমাক ॥
বলে সাগৰক তৰি দাশৰথি ৰাম হৰি
লঙ্কা নগৰীত পয়োসাৰ।
ঘোৰ সমৰক কৰি ৰাৱণক সংহাৰিয়া
দেৱতাৰ চিন্তিলা নিস্তাৰ ॥ ৬৭১১
শুনিয়োক সভাসদ ৰামায়ণ কথা ইটো
পাতকৰ সাক্ষাতে অগনি।

মহাছুখ গৃহবাস জানিয়া এৰিয়ো আশ
চিন্তা ৰঘুবংশ শিৰোমণি ॥
অগনিত পৰীক্ষিয়া সীতাক অযোধ্যা নিয়া
সকুটুম্বে ভৈলা একঠাই ।
মাধৱ কন্দলি গাইলা শ্রীৰামে অযোধ্যা পাইলা
জয় জয় আনন্দ বধাই ॥ ৬৭১২

---

## ছুলড়ী

নমো নমো ৰাম দূর্ব্বাদল শ্যাম
সর্ব্বগুণে অনুপাম ।
যাৰ গুণ নাম ধর্ম্ম অনুপাম
মুকুতি সুখৰ ধাম ॥
নিত্য নিৰঞ্জন দানৱ গঞ্জন
যিটো দেৱ মহেশ্বৰ ।
যাৰ আজ্ঞা বাণী শিৰে ধৰে জানি
ব্রহ্মা হৰ পুৰন্দৰ ॥ ৬৭১৩
যাৰ আদি অন্ত বেদে নজানন্ত
নিৰ্গুণ গুণ সাগৰ ।
যিটো সর্ব্বোত্তম নাহি যাৰ সম
মায়াৰ যিটো ঈশ্বৰ ॥
হেন দেৱ হৰি মায়া বশ্য কৰি
হিত চিন্তি জগতৰ ।
পৰমাত্মা তত্ত্ব ভৈলন্ত বেকত
ৰাজা দশৰথ ঘৰ ॥ ৬৭১৪
ৰাম ৰূপ ধৰি ৰাক্ষস সংহৰি
ৰাৱণৰ চিন্তি মাৰ ।
সর্ব্ব ধর্ম্মময় নিজ গুণচয়
কৰিলা প্ৰভু প্রচাৰ ॥

যাহাৰ শ্রৱণ কীর্ত্তনে কৰয়
অধমক আতি গতি ।
হেনয় তোমাৰ চৰণত হৌক
মোহোৰ নির্ম্মল ৰতি ॥ ৬৭১৫
শুনা সর্ব্বজন কথা ৰামায়ণ
ৰামক মনত ধৰি ।
ৰামৰ ছুখানি চৰণ পঙ্কজ
কিসক থাকা পাসৰি ॥
ৰামৰ পৰম কৃপালু গুণক
শুনা কৰি স্থিৰ মন ।
যিটো সর্ব্বাধম হোৱে সর্ব্বোত্তম
ৰামত লৈয়া শৰণ ॥ ৬৭১৬
বনৰ বানৰ চৰণে ৰামৰ
শৰণ লৈলেক মাত্র ।
এতেকে সিসবো ঈশ্বৰ ৰামৰ
সহায়ৰ ভৈলা পাত্র ॥
নিজ ভার্য্যাবৈৰী ৰাৱণ নৃপতি
তাৰ ভাই বিভীষণ ।
ৰামক ভজিয়া ভ্রাতৃক তেজিয়া
ৰামত লৈলা শৰণ ॥ ৬৭১৭
এতেকে তাহাঙ্ক পৰম সুহৃদ
বুলি ৰামে ধৰিলন্ত ।
ৰাৱণক মাৰি যত ৰাজ্যভাৰ
তাহাঙ্কে সব দিলন্ত ॥
এতেক জানিয়া ৰামত ভজিয়ো
তেজিয়া সমস্ত কাম ।
সংসাৰ সাগৰ সুখে হোৱা পাৰ
ডাকি বোলা ৰাম ৰাম ॥ ৬৭১৮

---

**ইতি লঙ্কাকাণ্ড সমাপ্ত**

# সপ্তকাণ্ড রামায়ণ

## উত্তৰাকাণ্ড

### মঙ্গলাচৰণ

জয় জয় জগত জনক শ্ৰীৰাম।
পাতকীয়ো তৰে যাৰ লৈলে গুণ নাম ॥
যাক স্মৰণে তৰি দুৰ্ঘোৰ সংসাৰ।
কৰো হেন ৰামৰ চৰণে নমস্কাৰ ॥ ৬৭১৯
নমো নমো ৰঘুকুলতিলক কেশৱ।
জয় জয় সীতাৰ সন্ততি কুশ লৱ।
ৰাম গৈল স্বৰ্গে সীতা পাতালে গমন।
শঙ্কৰে ৰচিলা পদ ৰামৰ চৰণ ॥ ৬৭২০
ৰামপাদপদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি ॥
বিৰচিবো উত্তৰাকাণ্ডৰ কথা সাৰ।
হৌক পদ ৰামপাদপ্ৰসাদে প্ৰচাৰ ॥ ৬৭২১
শুনা নিৰন্তৰে পুণ্যকথা ৰামায়ণ।
সংসাৰ নিস্তৰি যাৰ বৈকুণ্ঠক মন ॥
ৰামনাম বিনা নাহি সংসাৰ নিস্তাৰ।
হেন জানি ৰামৰ চৰিত্ৰ কৰা সাৰ ॥ ৬৭২২
ৰামনাম প্ৰমত্ত সিংহৰ মহানাদে।
পলায় পাপহস্তীযূথ পৰম বিষাদে ॥
সমস্ত ধৰ্ম্মৰে ৰামনামত নিবাস।
সি সি মহাজন যাৰ নামত বিশ্বাস ॥ ৬৭২৩
ৰাম বন গৈলা পালি পিতৃৰ আদেশ।
শুনিয়োক উত্তৰাকাণ্ডৰ কথা শেষ ॥
তহিতে সীতাক হৰি নিলে লঙ্কাপতি।
সুগ্ৰীৱ সহিতে পাচে ভৈলা মিত্ৰৰতি ॥ ৬৭২৪
সাগৰত সেতু বান্ধি বধি ৰাৱণক।
অগ্নিত পৰীক্ষা আনি কৰিলা সীতাক ॥
প্ৰসাদে বৰ্জ্জিয়া যত ভালুক বানৰ।
কৰিলন্ত ৰাজ্য দশ হাজাৰ বৎসৰ ॥ ৬৭২৫
জানকী সহিতে ভোগ ভুঞ্জিলা ভুকুতি।
ৰামৰ সম্ভোগে সীতা ভৈলা গৰ্ভৱতী ॥
কৌশল্যা প্ৰমুখ্যে শাশু সবাৰো উৎসৱ।
আনন্দ হৃদয় দেখি ভৈলন্ত ৰাঘৱ ॥ ৬৭২৬

### সীতাৰ বনবাস

মিলিল দুৰ্যোগ পাচে বিধিৰ বিপাকে।
ৰামক কহন্ত সীতা স্বপ্নৰ কথাকে ॥
শুনিয়োক প্ৰভুদেৱ সাধো এক কাজ।
স্বপ্নত আছিলো আজি তপোবন মাজ ॥ ৬৭২৭
ঋষিপত্নীগণে মোক সাদৰিলা ৰঙ্গে।
আছিলো কৌতুকে আজি তাসম্বাৰ সঙ্গে ॥
তোমাৰ প্ৰসাদে সেই পাওঁ তপোবন।
তেৱেঁসে মোহোৰ হোৱে সাফল স্বপন ॥ ৬৭২৮
হেন শুনি ৰঘুনাথ তুলিলন্ত হাস।
নতো গুচে তোমাৰ বনৰ হাবিলাস ॥
স্বপনৰ বস্তু কোনে পাৱে সচেতত।
হাসিবেক ইটো কথা নকৈবা লোকত ॥ ৬৭২৯

এহিমতে কতোদিন আছন্ত ৰাঘৱ।
চাৰ মুখে শুনিলা লোকৰ গলাৰৱ॥
দুৰ্ম্মুখ দুৰ্জ্জন জনে দেই অপযশ।
সীতাক নিলেক হৰি ৰাৱণ ৰাক্ষস॥ ৬৭৩০
একেশ্বৰী নাৰী সীতা আছিল লঙ্কাত।
কিমতে লৈলন্ত তাত ৰাঘৱ সঞ্জাত॥
শুনি হেন দুৰ্জ্জন জনৰ অপবাদ।
ৰামৰ মনত মহা মিলিল বিষাদ॥ ৬৭৩১
ভৈল অধোমুখ যেন পৰিল নিৰ্ঘাত।
কতেকৰ মুখত ঢাকিবো দিয়া হাত॥
ইটো সূৰ্য্যবংশৰ কলঙ্ক কাবো নাই।
সীতাৰ ত্যাগত পৰে নেদেখো উপায়॥ ৬৭৩২
মনে বিমৰিষি ৰামে কৰিলন্ত সাৰ।
জানকীৰ চিন্তাত দেখন্ত অন্ধকাৰ॥
উগুল থুগুল চিত নাহি সুখ শান্তি।
লক্ষ্মণক বিৰলে বুলিলা গুণি গান্থি॥ ৬৭৩৩
বিপাঙ্গে পৰিলো বাপ উদ্ধাৰা আমাক।
ছলবাদে দিয়ো নিয়া নিৰ্ব্বাস সীতাক॥
নেদেখোহো আৰ যেন জানকীৰ মুখ।
মৰণতো কৰি লোক অপবাদ দুখ॥ ৬৭৩৪
ৰামৰ আদেশ শুনি কান্দন্ত লক্ষ্মণ।
নেদন্ত উত্তৰ বুজি ৰাঘৱৰ মন॥
ৰামে বুলিলন্ত পাচে বচন বিচাট।
সীতাক ৰাখিবি যেৱে আগে মোক কাট॥৬৭৩৫
ৰামৰ কটাক্ষ দেখি লক্ষ্মণৰ ডৰ।
ৰথ লৈয়া গৈলা পাচে জানকীৰ ঘৰ॥
উঠিয়োক ৰথে শান্তী মাৱ কাৰ্য্য জানি।
দেওঁ তপোবনে ৰামে দিলন্ত মেলানি॥ ৬৭৩৬
হেন শুনি সীতা শান্তী ভৈলা সালঙ্কৃত।
নুবুজিলা একো ৰাম স্বামীৰ ইঙ্গিত॥
চৰিলন্ত ৰথত দুৰ্যোগে নেই টানি।
লক্ষ্মণে ডাকন্ত ঘোৰা লৰিলা গোসানী॥ ৬৭৩৭
কতোবেলি পাইলা গৈয়া তপোবন মাজ।
লক্ষ্মণে বিনান্ত কান্দি জানকীত কাজ॥
নামিয়োক মাৱ অযোধ্যাৰ এৰি আশ।
তোমাক দিলন্ত আৱে ৰাঘৱে নিৰ্ব্বাস॥ ৬৭৩৮
এহি বুলি মকমকি কান্দন্ত লক্ষ্মণ।
শুনি সীতা গোসানীৰ হৰিল চেতন॥
মাটিত পৰিল ঢলি বিহ্বল স্বভাৱ।
কতোক্ষণে সন্ধুক্ষণ ভৈলা শান্তী মাৱ॥ ৬৭৩৯
লক্ষ্মণক চাই পাচে লাগিলা বুলিতে।
উলটি অযোধ্যা যাহা ৰামৰ সন্নিতে॥
মোৰ অৰ্থে তোমাৰ সন্তাপ বাপ ব্যৰ্থ।
ৰামে নিকালন্তে তুমি কিসৰ সামৰ্থ॥ ৬৭৪০
মোহোৰ মৰণে আত কিছু নাহি খেদ।
গৰ্ভৰ বিনাশে ৰামে হৈবা বংশছেদ॥
আৱে ৰাম স্বামী সুখে ভুঞ্জন্তোক ৰাজ।
মৰি যাওঁ মই নিমাখিতী বনমাজ॥ ৬৭৪১
এহি বুলি আউৰ নোৱাৰিলা মাতিবাক।
কান্দন্তে সুমিত্ৰাসুত গৈলা অযোধ্যাক॥
কৈবো কত সিটো সীতা শান্তীৰ নিকাৰ।
লক্ষ্মণে এৰিলা দেৱী দেখন্তে আন্ধাৰ॥ ৬৭৪২
সুনীল শৰীৰ শোকে অগনিৰ বিষ।
কোন দিশে যাওঁ এৱে নপাওঁ উদ্দিশ॥
কাম্পন্ত কদলী যেন প্ৰচণ্ড বতাসে।
মূৰ্চ্ছা গৈয়া পৰিলন্ত বনত হাতাশে॥ ৬৭৪৩
বনজন্তুসবো কান্দে সীতাক আৱৰি।
কতোজনে বিঞ্চে শিৰে পক্ষী ছায়া কৰি॥
চেতন লভিয়া মাৱ কান্দন্তে তৰাসে।
নৰহয় প্ৰাণ ৰাম স্বামীৰ নৈৰাশে॥ ৬৭৪৪
দেখন্ত জমক শোকে অগ্নি জ্বলে গাত।
উঠন্ত বৈসন্ত মাৱ পৰৈ ধাত ধাত॥

### বাল্মীকিয়ে সীতাক আশ্ৰমলৈ নিয়ে আৰু লৱ কুশৰ জন্ম

কৰন্ত সন্তাপ সতী আতি দীৰ্ঘৰাৱে।
শিষ্য সমে বাল্মীকি মিলিল সেহি ঠাৱে॥ ৬৭৪৫

সীতাৰ অৱস্থা দেখি ভৈল্লা সলোতক।
কাৰ্য্য লক্ষি মনে গৰিহিলা ৰাঘৱক ॥
ৰামত ফৰিল আসি পৰম কুমতি।
হৰি হৰি মহাশান্তী হেনসে বিপত্তি ॥ ৬৭৪৬
অনেক আশ্বাস বাণী বুলি শিষ্য সমে।
জানকীক নিলা ঋষি আপোন আশ্ৰমে ॥
অনুক্ষণে দহে দেহা ৰামৰ বিৰোধে।
বাল্মীকি পুষিলা পাচে তাঙ্ক জীউ বোধে ॥ ৬৭৪৭
ফল ফুল আহাৰে জীৱন্ত জগমাৰ।
ভূমিত শয়ন ধূলি ধূসৰ স্বভাৱ ॥
মলিন বদন সীতা তাপসীৰ বেশ।
খপিলন্ত সিটো বনবাস মহাক্লেশ ॥ ৬৭৪৮
লোতকে পাঞ্জৰি ভিজে নুগুচে সন্তাপ।
বাল্মীকিক দেখন্ত জনক যেন বাপ ॥
কাঢ়ন্ত সঘনে দেৱী দীৰ্ঘ যে নিশ্বাস।
অনুদিনে ভৈলা আসি গৰ্ভ দশমাস ॥ ৬৭৪৯
ঋষিপত্নীগণে তাঙ্ক আৱৰিয়া আছে।
উপজিলা যৱজ্ঞা কুমাৰ দুই পাচে ॥
দেৱ দীপ্যমান দুয়ো শিশু সুকুমাৰ।
ৰামৰ সমান মুখ নাসিকা আকাৰ ॥ ৬৭৫০
তেহ্নয় আয়ত নেত্ৰ তনু চাৰু শ্যাম।
জ্যেষ্ঠ ভৈলা কুশ কনিষ্ঠৰ লৱ নাম ॥
বাঢ়ন্ত কুমাৰ দুয়ো তপোবন মাজ ॥
যত জাতকৰ্ম্ম কৰাইলন্ত ঋষিৰাজ ॥ ৬৭৫১
পঢ়াইলন্ত নিৰন্তৰে ৰাজনীতি তথা।
শিখাইলন্ত সাতোকাণ্ড ৰামায়ণ কথা ॥
জানিলন্ত সবে অস্ত্ৰ শাস্ত্ৰ যেন নয়।
ভৈলন্ত প্ৰবোধ দুয়ো সীতাৰ তনয় ॥ ৬৭৫২
ৰামৰ চৰিত্ৰ দুয়ো ভায়ে গাৱে গীত।
কোকিলৰ কণ্ঠ সম শুনি সুললিত ॥
বজাৱন্ত যন্ত্ৰসব সুস্বৰ সুনাদ।
শুনিয়া বাল্মীকি দেন্ত দুইকো আশীৰ্ব্বাদ ॥ '৫৩
হোৱা চিৰঞ্জীৱ লৱ কুশ দুয়ো ভাই।
দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰা গাই ॥
নগৰ গ্ৰামৰ সমস্তৰে ৰঞ্জি চিত।
ৰামৰ সভাত পশি দুয়ো গাইবা গীত ॥ ৬৭৫৪
শুনিয়া সন্তুষ্ট হইব ৰাঘৱৰ মন।
দুইহান্তকো সন্তোষে দিবন্ত বহুধন ॥
নলৈবা কিঞ্চিতো ধন মোহোৰ বচনে।
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একমনে ॥ ৬৭৫৫
বাল্মীকিৰ আজ্ঞা দুয়ো শিৰোগত কৰি।
দেশে দেশে গান্ত গীত হাতে তাল ধৰি ॥
অমৃত মধুৰ শুনি কোকিলৰ স্বৰ।
শুনিয়া আকুল চিত্ত সমস্তে লোকৰ ॥ ৬৭৫৬
ৰামৰ চৰিত্ৰ শুনি যেন লাগে ধ্যান।
নাই ক্ষুধা তৃষ্ণা সবে এৰে অন্নপান ॥
দুইহান্তৰো ৰূপে গুণে গীতে আতি ভুলি।
বেঢ়িয়া প্ৰশংসে প্ৰজা ধন্য ধন্য বুলি ॥ ৬৭৫৭
নলৱন্ত একো যেই যিবা দেই দান।
ফল মূল ভোজন বাকলি পৰিধান ॥
লৱৰ কুশৰ কথা এহিমানে থওঁ।
ৰামৰ তথাত যেন কাৰ্য্য তাক কওঁ ॥ ৬৭৫৮
যেহি দিনা দিলা নিয়া নিৰ্ব্বাস সীতাক।
নাহি অন্নপান প্ৰভু ভৈলন্ত অবাক ॥
কান্দন্তে কান্দন্তে ভৈলা নয়ন তৰধ।
কৰিলো পাতকী গৰ্ভৱতী স্ত্ৰীৰ বধ ॥ ৬৭৫৯
তেজিলো পাতকী মই নিদাৰুণ মনে।
সি কি সুকোমলী বালা জীৱে ঘোৰ বনে ॥
সিংহে বাঘে ভুঞ্জিবেক নিৰ্জ্জনত পাই।
সত্ৰিহাতে বধি মই ভৈলো আততায়ী ॥ ৬৭৬০
এহি বুলি ৰামচন্দ্ৰে কৰন্ত বিলাপ।
ভৰত লক্ষ্মণ শত্ৰুঘনৰ সন্তাপ ॥
সীতা বিনে ৰামৰ নুগুচে হৃদিখেদ।
নিদ্ৰা নাসে নিশাত লোতক নাহি ছেদ ॥ ৬৭৬১
তেজন্ত নিশ্বাস সীতা বুলি অহৰ্নিশ।
দেখন্ত আন্ধাৰ ৰামচন্দ্ৰ দশো দিশ ॥
ইটো কথা থাকোক সম্প্ৰতি এহিমতে।
শুনা ৰামে অশ্বমেধ যজিলা যিমতে ॥ ৬৭৬২

### শ্ৰীৰামৰ অশ্বমেধ যজ্ঞ

একদিনা ৰাঘৱে আছন্ত সভাপাতি।
পুছিলন্ত কথা পাচে বশিষ্ঠক মাতি ॥
কোন যজ্ঞ আছে সৰ্ব্ব যজ্ঞতে বিশিষ্ট।
নিৰ্ণয় কৰিয়া মোত কহিয়ো বশিষ্ঠ ॥ ৬৭৬৩
কাহাক যজিলে মনোৰথ হৱে সিদ্ধি।
কহিয়ো সমস্তে মহাঋষি যেন বিধি ॥
শুনিয়া বশিষ্ঠ পাচে দিলা সমিধান।
নাহি পুণ্য অশ্বমেধ যজ্ঞৰ সমান ॥ ৬৭৬৪
পূৰ্ব্বতো সুদ্যুম্ন ভৈলা নৃপতি প্ৰতাপে।
স্ত্ৰী ভৈলা ৰাজা পাচে মহেশৰ শাপে ॥
অশ্বমেধ যজ্ঞ যজি গোবিন্দৰ পাৰে।
ভৈলন্ত পুৰুষ ৰাজা যজ্ঞৰ প্ৰভাৱে ॥ ৬৭৬৫
অশ্বমেধ যজ্ঞ সম নাহি পৃথিৱীত।
শুনি যজ্ঞ কৰিতে ৰামৰ ভৈলা চিত ॥
লক্ষ্মণক আনি ৰামে নিয়োজিলা কাজ।
আমৰাও কৰো অশ্বমেধ যজ্ঞৰাজ ॥ ৬৭৬৬
সাতদ্বীপা পৃথিৱীৰ নৃপতি জোৰায়ো ॥
বাছি বাছি বিপ্ৰসব সত্বৰে আনায়ো ॥
শুনিয়ো লক্ষ্মণ ভৈয়াই দুখৰ সইতৰী।
মিলায়ো সম্ভাৰ বিলম্বক পৰিহৰি ॥ ৬৭৬৭
ৰামৰ আদেশে পাচে পাঞ্চি দিলা দূত।
ভৈলা সবে হাঙ্কাৰতে নৃপতি অযুত ॥
সুৱৰ্ণ ৰজতে ভৰি অসংখ্য শকটে।
ৰামৰ পাৱক আসি নমিল প্ৰকটে ॥ ৬৭৬৮
সুগ্ৰীৱ অঙ্গদ নল নীল হনুমন্ত।
আসিলন্ত হৰিষে বানৰ অপৰ্য্যন্ত ॥
অনেক ভালুক সমে আসি ঋক্ষৰাজ।
বিভীষণ সমে আইল ৰাক্ষস সমাজ ॥ ৬৭৬৯
ভালুক বানৰ ৰাক্ষসৰ ৰাজা তিনি।
ৰামক প্ৰণামি ভেন্টিলন্ত ভিনি ভিনি ॥
সুৱৰ্ণ ৰজত যত যোগাইলা সম্ভাৰ।
ৰাঘৱে কৰিলা তাসম্বাক সতকাৰ ॥ ৬৭৭০
যজ্ঞৰ শুনিয়া নাম যত মহাঋষি।
অযোধ্যা ভৰিল আসি পৰম হৰিষি ॥
বিশ্বামিত্ৰ অত্ৰি দৃত গৌতম গালৱ।
পুলস্তি পুলহ ভৃগু ভাগুৰী ভাৰ্গৱ ॥ ৬৭৭১
মৰীচি চ্যৱন চন্দ্ৰবিন্দু বেদসাৰ।
অগস্তি আস্তিক শ্ৰুত কপিল কুমাৰ ॥
সুমন্ত সনক সনাতন সিদ্ধেশ্বৰ।
ইসব প্ৰমুখ্যে আইল মুনি নিৰন্তৰ ॥ ৬৭৭২
নথাকিল দুখী ভিক্ষী দীন দেশান্তৰী।
হাট বাট ঘাট সবে চলিলা নগৰী ॥
পাতালৰ নাগ স্বৰ্গবাসী দেৱ যত।
ৰঙ্গে যজ্ঞ দেখিবাক আসিলা সমস্ত ॥ ৬৭৭৩
শুনা সাৱধানে সবে ৰামৰ চৰিত্ৰ।
আতপৰে ধৰ্ম্ম আউৰ নাহিকে কলিত ॥
স্বভাৱে কলিৰ লোক ভৈল মন্দমতি।
কিমতে সাধিবে আন ধৰ্ম্মে আউৰ গতি ॥৬৭৭৪
কলিৰ ভয়ত ধৰ্ম্মে কৈতো নপায় ঠাই।
হৰিৰ নামত ভৈলা শৰণ সোমাই ॥
হেন জানি হৰি ভকতিৰ কৰা কাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৬৭৭৫

---

ছবি

অনন্তৰে ৰামদেৱে লক্ষ্মণক বুলিলন্ত
শুনিয়ো সোদৰ সৰ্ব্বজান।
পুণ্যনদী গোমতীৰ তীৰত সত্বৰে গৈয়া
যজ্ঞভূমি কৰিয়ো নিৰ্ম্মাণ ॥
ৰামৰ আদেশ শিৰে ধৰিয়া লক্ষ্মণ বীৰে
লৰি গৈলা পৃথিৱী কম্পায়।
অনেক সম্ভৃত ধৰি সৈন্যসব আগ কৰি
অলেখ নৃপতি চলি যায় ॥ ৬৭৭৬
গোমতী নদীৰ তীৰে ৰত্নৰ মন্দিৰ বীৰে
সজাইলন্ত পৰম প্ৰাৰম্ভে।
সুৱৰ্ণৰ কাঠি কামি ৰুহলী মাগুলী জেঠী
মণিময় মৰকত স্তম্ভে ॥

ফটিকে গঠিত বাৰ     হীৰে বিৰচিত দ্বাৰ
বান্ধিলা অনেক কান্তিবলী ।
সুৱৰ্ণ আসন পাৰি     থৈলা সবে শাৰী শাৰী
ৰজতে ৰঞ্জিলা যজ্ঞস্থলী ॥ ৬৭৭৭
অনেক যোজন জুৰি     যজ্ঞৰ নিৰ্ম্মিয়া পুৰী
নমিলা ৰামৰ দুই পাৱ ।
বশিষ্ঠ প্ৰমুখ্যে ঋষি     হৰিষে কৰিয়া আগ
ৰামে পাচে চালিলন্ত গাৱ ॥
শিৰৰ উপৰ কৰি     ধৱল ছত্ৰেক ধৰি
যান্ত হনুমন্ত চিৰঞ্জীৱ ।
ৰাঘৱৰ দুই পাশে     চামৰে ঢোলন্তে আছে
অভিনৱ লঙ্কেশ সুগ্ৰীৱ ॥ ৬৭৭৮
অলেখ নৃপতিচয়     বেঢ়ি কৰে জয় জয়
প্ৰণামি ৰামক নম্ৰভাৱে ।
চপয় পঢ়য় ভাট     বিদ্যাধৰে কৰে নাট
গুণগীত গন্ধৰ্ব্বে যোগাৱে ॥
কৌশল্যা প্ৰমুখ্যে যত     ৰাজমাৰ চলি যান্ত
অসংখ্য সুন্দৰী যাই বেঢ়ি ।
অযোধ্যাৰ নৰনাৰী     উভতি চলিল শাৰী
ৰঙ্গে খেলে সুমঙ্গল খেৰি ॥ ৬৭৭৯
এহিমতে যজ্ঞভূমি     প্ৰবেশ ভৈলন্ত প্ৰভু
ৰঘুকুলতিলক মুৰাৰি ।
যতেক পৰম ঋষি     সাদৰে বৈসাইলা আনি
আসন পাৰিয়া শাৰী শাৰী ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ     আন দেৱ নিৰন্তৰ
ৰামৰ সভাক আইলা চলি ।
পৰম সাদৰে ৰামে     কৰিলা সেৱলি শিৰে
আসনে বৈসাইলা কৃতাঞ্জলি ॥ ৬৭৮০
পাতালৰ যত নাগ     বাসুকিক কৰি আগ
প্ৰবেশিলা কৰিয়া উৎসৱে ।
আধাৰি পকায়া সৰ্পে     একভিতি বসিলন্ত
ৰাঘৱক পৰম গৌৰৱে ॥
যত ৰাজ-ৰাজেশ্বৰ     আজ্ঞা পালি ৰাঘৱৰ
বহলে বসিলা সভা পাতি ।
যজ্ঞ আৰম্ভিবো আৰে     বোলন্ত সাদৰে ৰামে
পুৰোহিত বশিষ্ঠক মাতি ॥ ৬৭৮১

---

দুলড়ী

বশিষ্ঠ বদতি     শুনা ৰঘুপতি
মিলিল পৰম চিন্তা ।
কেনে যজ্ঞভূমি     প্ৰবেশিবা তুমি
লগত নাহিকে সীতা ॥
আৰে কি কৰিবো     সভাৰ্য্যে যজিবো
শাস্ত্ৰত এহিসে ন্যায় ।
শুনি ৰঘুনাথ     চপৰাইলা মাথ
নপান্ত চিন্তি উপায় ॥ ৬৭৮২
ৰাঘৱৰ চিত     বুজিয়া ইঙ্গিত
ভকত ভৰত কাজি ।
প্ৰৱন্ধি যতনে     যোগাইলা তেখনে
সুৱৰ্ণৰ সীতা সাজি ॥
ভৰত ভ্ৰাতৃক     প্ৰশংসিয়া ৰামে
দৃষ্টি দিলা প্ৰতিমাত ।
সেহি মুখ আখি     সম্যকে জানকী
কেৱলে নাহিকে মাত ॥ ৬৭৮৩
সীতাক সুমৰি     নিশ্বাস তেজিল
লোতক বহন্তে আছে ।
বশিষ্ঠে বুজাইল     ৰাঘৱ জুৰাইল
কুশহস্ত ভৈল পাচে ॥
সীতাৰ প্ৰতিমা     সমে যজ্ঞশালা
প্ৰবেশিলা ৰঘুপতি ।
শুভক্ষণে পাচে     যজ্ঞ আৰম্ভিলা
বশিষ্ঠৰ অনুমতি ॥ ৬৭৮৪
ঋষিসবে বেদ     পঢ়ে অবিচ্ছেদ
অপেশ্বৰাসবে নাচে ।
ত্ৰৈলোক্যৰ বাদ্য     এক ঠাই বাজে
যজ্ঞ মণ্ডপৰ কাছে ॥
প্ৰজাৰ ঘণ্টাল     শৰদ আস্ফাল
উথলিল মহাৰোল ।

পৃথিৱী জুৰিল আকাশক পূৰিল
লঙ্ঘিল স্বৰ্গৰ কোল ॥ ৬৭৮৫
নমো ৰঘুপতি চৰণে সম্প্ৰতি
প্ৰণতি কৰো সৰ্ব্বথা ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
উত্তৰাকাণ্ডৰ কথা ॥
শুনা বুধজন কেদিন জীৱন
মিলিবে ঘোৰ মৰণ ।
অদ্যাপি নেদেখা নাই আৰ ৰক্ষা
ৰামত লৈয়ো শৰণ ॥ ৬৭৮৬
দেৱৰো দুৰ্ল্লভ মনুষ্য জন্মক
জানি ব্যৰ্থ কৰা কিক ।
মূঢ় জনে যেন নজানি বিকয়
কাচৰ মোলে মাণিক ॥
ঘোৰ পৰলোক তৈতে কেন হৌক
তাৰ চিন্তিয়োক কাম ।
এভো হেন কৰা আপোন উদ্ধাৰা
ডাকি বোলা ৰাম ৰাম ॥ ৬৭৮৭

পদ

শুনিয়োক ৰাঘৱৰ যজ্ঞৰ মহিমা ।
সুৱৰ্ণ ৰজত পাত্ৰ তাৰ নাহি সীমা ॥
বশিষ্ঠ প্ৰমুখ্যে ঋষি মন্ত্ৰ উচ্চাৰন্ত ।
আৰম্ভিলা যজ্ঞ ৰাম প্ৰভু ভগৱন্ত ॥ ৬৭৮৮
যেই যেই দেৱক পূজন্ত মন্ত্ৰে মাতি ।
আপুনি লৱন্ত সেই দেৱে হাত পাতি ॥
ব্ৰহ্মা মহেশ্বৰো পূজিলন্ত যেন নীতি ।
ভৈলা দুয়ো পূজা পাই পৰম তৃপিতি ॥ ৬৭৮৯
সভাতে আছন্ত চতুৰ্ভুজ নাৰায়ণ ।
চৌপাশে উপাসি পৰিষদ যতজন ॥
শঙ্খ চক্ৰ গদা পদ্ম আছে চাৰি হাতে ।
অৰ্চ্চিলন্ত ৰঘুপতি আতি প্ৰণিপাতে ॥ ৬৭৯০
পাদ্য অৰ্ঘ আচমনি মধুপৰ্ক দানে ।
পূজিলন্ত মাধৱক বিবিধ বিধানে ॥
দিলন্ত নৈবেদ্য ৰত্ন পাত্ৰ অসংখ্যাত ।
আপুনি লৈলন্ত হৰি মেলি চাৰিহাত ॥ ৬৭৯১
লক্ষে লক্ষে কৰাইলন্ত বহ্নিত আহুতি ।
ত্ৰিদশে তৃপিতি ভৈলা ভুঞ্জিয়া ভুকুতি ॥
বাসুকি প্ৰমুখ্যে পাতালৰ যত নাগ ।
যথাযোগ্য পাইলা সবে বলি বণ্টা ভাগ ॥ ৬৭৯২
সভাত আছন্ত যত ঋষি ৰঙ্গমনে ।
সবাৰো তুষিলা মন বসন ভূষণে ॥
হয় হস্তী ৰথ দোলা দাসী দাস গ্ৰাম ।
যাৰ যেন মন পূৰি দিলা প্ৰভু ৰাম ॥ ৬৭৯৩
ৰাঘৱে বোলন্ত পাচে ভৰতক চাই ।
ধনক আক্ৰোশ মোৰ নকৰা ভয়াই ॥
ব্ৰাহ্মণক দিয়া দান সৰ্ব্বস্বকে টাঙ্কি ।
যেই যিবা খোজে দিবা নথৈবাহা বাঙ্কি ॥ ৬৭৯৪
অসংখ্যাত মন্ত্ৰী পাত্ৰ পাঞ্চি দিলা সঙ্গে ।
ভৰতে লাগিলা দান দিবে মহাৰঙ্গে ॥
অলঙ্কাৰ বস্ত্ৰ সুৱৰ্ণৰ জাৰি খুৰি ।
অবিচ্ছেদ দেন্ত ব্ৰাহ্মণৰ মন পূৰি ॥ ৬৭৯৫
বৰিষেক মানে বীৰে বৰিষিলে ৰত্ন ।
দৰিদ্ৰ প্ৰাণীৰ গুচিলেক ধনে যত্ন ॥
যাচন্তো নলৱৈ ধন নলাগয় বুলি ।
নিবে নপাৰন্ত ৰত্ন বোজা বান্ধি তুলি ॥ ৬৭৯৬
অলেখ ভাণ্ডাৰ ৰাঘৱৰ ধন ধান ।
সুৱৰ্ণ ৰজত ৰত্ন অসংখ্য প্ৰমাণ ॥
অবিচ্ছেদে দিলা দান বীৰে বৰিষেক ।
নিবে নুৱাৰিল লক্ষভাগৰো ভাগেক ॥ ৬৭৯৭
যত চিৰঞ্জীৱ সব সৰ্ব্বজ্ঞ যতেক ।
ৰামৰ যজ্ঞক কৰে প্ৰশংসা অনেক ॥
অন্যে অন্যে সম্ভাষন্ত যত মহামুনি ।
হেন অবিচ্ছেদ দান নতো কৰ্ণে শুনি ॥ ৬৭৯৮
ইন্দ্ৰ আদি কৰি যত দশ দিগপাল ।
তেসম্বো বুলিলা যত যজ্ঞ ভাল ভাল ॥
সিসবৰ দান নুহি ইহাক উপাম ।
ধন্য অশ্বমেধ ধন্য দাশৰথি ৰাম ॥ ৬৭৯৯

ত্ৰৈলোক্যৰ লোক ৰাঘৱৰ সভাসদ।
যজ্ঞৰ মহিমা দেখি নয়ন তৰধ॥
অসংখ্য প্ৰশংসা কৰে ৰাঘৱক চাই।
এহিমতে আনন্দে আছন্ত ৰামৰায়॥ ৬৮০০
যজ্ঞৰ কথাক আৰে থৈলো এহিমানে।
কুশৰ লৱৰ গীত শুনা বিদ্যমানে॥

লৱ-কুশে দেশে দেশে ৰামায়ণ গান কৰি শ্ৰীৰামৰ যজ্ঞলৈ যায়

বাল্মীকিৰ আজ্ঞা দুয়ো ধৰিয়া শিৰত।
ৰামায়ণ গীত গায়া ভ্ৰমন্ত ৰাজ্যত॥ ৬৮০১
কৰ্ণৰ অমৃত ৰস ৰামৰ চৰিত্ৰ।
দুয়ো ৰঙ্গে গাৱন্ত লোকৰ ৰঞ্জি চিত্ত॥
পৰম গম্ভীৰ ধীৰ সুবোধ সুথিৰ।
অনুক্ৰমে পাইলা পাছে গোমতীৰ তীৰ॥ ৬৮০২
ৰামৰ কটকে আসি ভৈলন্ত প্ৰবেশ।
হাতে তাল ধৰি গীত গাৱন্ত বিশেষ॥
যন্ত্ৰসব বজান্ত শুনন্তে মনোহৰ।
এৰি ভাত পানী প্ৰজা শুনে নিৰন্তৰ॥ ৬৮০৩
ৰামৰ জন্মৰে পৰা ৰাৱণৰ বধ।
ৰামায়ণ শুনি সবে নয়ন তবধ॥
কোকিলৰ স্বৰত অমৃতৰ কৰে বৃষ্টি।
চাৰৈ চতুৰ্ভিতি নৰনাৰী একদৃষ্টি॥ ৬৮০৪
গুণে গীতে ৰূপে আতি প্ৰজা ভৈল ভোল।
পৰম নাগৰী নাৰীগণ নেৰৈ কোল॥
অমৃত মধুৰ নাদ শুনিতে সুবেশ।
শুনি মোহে চক্ষু কেহো নকৰে নিমেষ॥ ৬৮০৫
কুশৰ লৱৰ গীতে মোহে সৰ্ব্বজন।
আছে মানে সৰ্ব্বস্ব দোভাইক দিবে মন॥
বস্ত্ৰ অলঙ্কাৰ কেহো যাচে পঞ্চামৃত।
পঞ্চিশ ব্যঞ্জনে দেই ভোজন সম্ভৃত॥ ৬৮০৬
নলাগয় বুলি দেন্ত হাসি সন্নিধান।
ফল মূল আহাৰ বাকলি পৰিধান॥

আমি বনবাসীৰ ধনত কোন কাজ।
দেখিয়া চৰিত্ৰ আচৰিত সব ৰাজ॥ ৬৮০৭
আনন্দে ভৰিল হিয়া হৰষিত প্ৰাণ।
ৰামৰ আগত মন্ত্ৰী পাত্ৰ দেই জান॥
কৈৰবা দুই গুটি শিশু আতি সুকুমাৰ।
গাৱৈ আদি অন্তে প্ৰভু চৰিত্ৰ তোমাৰ॥ ৬৮০৮
স্বৰ্গ মৰ্ত্ত্য পাতালৰ গীতাল যতেক।
তোমাৰ প্ৰসাদে প্ৰভু দেখিলো প্ৰত্যেক॥
একোৱে পুৰুষে নতো শুনো হেন গীত।
কোকিলৰ স্বৰ যেন বৰিষে অমৃত॥ ৬৮০৯
শুনি ৰামে দিলা লক্ষ্মণক সন্নিধান।
দূত পঠাই শিশু দুইক ইঠাৱক আন॥
শিখিলেক গীত কৈত কাহাৰ কুমাৰ।
কেনমতে গাৱে চাওঁ চৰিত্ৰ আমাৰ॥ ৬৮১০
ৰামৰ বচন শুনি সুমিত্ৰাৰ সুত।
বাছি বাছি পাঞ্চিলা চতুৰ চাৰি দূত॥
গাৱন্তে আছন্ত গীত ৰঙ্গে দুয়ো ভাই।
নিবাৰিলা দূতে যাই আদেশ বোলাই॥ ৬৮১১
ৰাজাৰ আজ্ঞাক পালি চলিয়ো ত্বৰিত।
ৰাজ সমাজক যাই দুয়ো গায়ো গীত॥
দেখিবাক ইচ্ছা আতি কৰন্ত ৰাঘৱ।
শুনিয়া আনন্দে লৰি গৈল কুশ-লৱ॥ ৬৮১২
ৰূপে অনুপম আতি সীতাৰ সন্ততি।
গজমতি গমন গম্ভীৰ ধীৰমতি॥
চলি যান্ত ৰাঘৱৰ সমীপক প্ৰতি।
বেঢ়ি নৰনাৰীগণে চলিল উভতি॥ ৬৮১৩
বসি আছে ৰাম ৰত্নময় সিংহাসনে।
উপাসন্ত শত্ৰুঘন ভৰত লক্ষ্মণে॥
অশেষ নৃপতি নম্ৰভাৱে তুতি কৰে।
শ্বেতছত্ৰ ধৰি ঢোলে ধৱল চামৰে॥ ৬৮১৪
গালৱ গৌতম শান্ত সুমন্ত কাৰ্ত্তিক।
অত্ৰি বিশ্বামিত্ৰ ভৃগু অগস্তি আস্তিক॥
পুলস্তি পুলহ বসু বশিষ্ঠ প্ৰমুখ্যে।
আছন্ত কৌতুকে বসি একপাশে সুখে॥ ৬৮১৫

বিভীষণ সুগ্রীৱ জাম্বৱন্ত হনুমন্ত ।
নল নীল সুষেণ বানৰ অপর্য্যন্ত ॥
লক্ষ লক্ষ বানৰ ভালুক কোটি কোটি ।
চৌপাশে উপাসে সবে বেঢ়ি নুটী নটী ॥ ৬৮১৬
বাৱে বিদ্যাধৰে অপেস্বৰা কৰে নাট ।
গাৱে গীত গন্ধৰ্ব্বে চপয়া পঢ়ে ভাট ॥
সিদ্ধমুনি আশংসিয়া কুসুম সিঞ্চৰে ।
বসিয়া আছন্ত ৰামচন্দ্র চমৎকাৰে ॥ ৬৮১৭
ৰত্নময় সিংহাসনে কৰন্ত প্রকাশ ।
চাৰু শ্যাম তনু তাতে শোভে পীতবাস ॥
শিৰ ছত্ৰাকৃতি কেশ নীল আকুঞ্চিত ।
সুসম ললাটে জ্বলে তিলক ললিত ॥ ৬৮১৮
অলকা পঙ্কতি ৰত্ন কিৰীটি উজ্জ্বল ।
ৰুচিকৰ কৰ্ণে মণি মকৰ কুণ্ডল ॥
ভ্রূৰ সুৰলিত নেত্র পঙ্কজ পৰায় ।
সুবেশ নাসিকা ওষ্ঠ কণ্ঠ কটি কায় ॥ ৬৮১৯
নিবিড় দশন যেন মুকুতাৰ পান্তি ।
ভ্রুৰযুগ কেয়ূৰ কঙ্কণে কৰে কান্তি ॥
আৰকত কৰয় দেখন্তে আতি তুষ্টি ।
সুদীৰ্ঘ আঙ্গুলি তাতে ৰত্নৰ আঙ্গুষ্টি ॥ ৬৮২০
মনোহৰ হিয়ে মণি মুকুতাৰ মালা ।
কটিত মেখলা ৰত্নে চিকিমিকি জ্বালা ॥
সুৰলিত উৰু আৰকত পদতল ।
ৰত্নৰ নূপুৰে ৰঞ্জে চৰণ কমল ॥ ৬৮২১
পৰম লাৱণ্য মূৰ্তিমন্ত কামদেৱ ।
সুৰাসুৰে উপাসি চৌপাশে কৰে সেৱ ॥
শাৰী শাৰী তুলি ধৰি আছে ছত্ৰদণ্ড ।
শৰীৰৰ কান্তি প্রকাশিত সভাখণ্ড ॥ ৬৮২২
হেন চমৎকাৰে বসি আছন্ত ৰাঘৱ ।
সেহি সময়তে প্রৱেশিলা কুশ লৱ ॥
নগৰীয়া লোকে আসি লগতে উভতি ।
দেখি সমজ্যাৰ প্রজা চাৱে সচকিতি ॥ ৬৮২৩
ৰাজাৰ আদেশে দুয়ো সভামাজে উঠি ।
প্রকাশে মেৰুত যেন চন্দ্রমা দুগুটি ॥

ৰামৰ সমান শ্যাম তনু কৰে কান্তি ।
সেহি থান নাক মুখ শোভে দন্তপান্তি ॥ ৬৮২৪
পদ্মপত্র সম সেহি আয়তলোচন ।
ৰুচিকৰ কৰ্ণ তেহ্ন মধুৰ বচন ॥
শিৰ ছত্ৰাকৃতি নীল আকুঞ্চিত চুলি ।
আজানুলম্বিত বাহু সুদীৰ্ঘ আঙ্গুলি ॥ ৬৮২৫
আৰকত কৰ কিশলয় কন্বুগল ।
ৰামৰে সদৃশ দুইৰো বাহু বক্ষস্থল ॥
সিংহবন্ধ কন্ধ কটি উৰু কৰীকৰ ।
শিশু দুইক দেখি আতি আনন্দ লোকৰ ॥৬৮২৬
পৰিল নিজম প্রজা নিৰেখি আকৃতি ।
ৰাঘৱক চাহাৱে শিশু দুইৰ ভিতি ॥
নাই ভেদ দেখি ৰামে এবে এককায়া ।
চিনন নযায় যেন দৰ্পনৰ ছায়া ॥ ৬৮২৭
অন্যো অন্যে বোলে কিনো শিশু সুকুমাৰ ।
সকলে আকৃতি গতি ৰামৰে আকাৰ ॥
সেহি মুখ আখি সুৰলিত হাত পাৱ ।
ইটো দুইৰো কোননো সুৱৰ্ণ কুখি মাৱ ॥ ৬৮২৮
যেৱে হন্তে নভৈল বাকলি শিৰধাৰী ।
ৰামৰে তনয় তেৱে বুলিবাক পাৰি ॥
হনুমন্ত শত্রুঘন লক্ষ্মণ ভৰত ।
পৰম বিস্ময় কথা কহন্ত কৰ্ণত ॥ ৬৮২৯
বনবাসে গৈলা সীতা শান্তী গৰ্ভৱতী ।
তাহানে তনয় যোনো ৰামৰ সন্ততি ॥
সীতা বিনে ৰাঘৱৰ ভাৰ্য্যা নাহি আন ।
কেনমতে ইটো দুই ৰামৰে সমান ॥ ৬৮৩০
এহিমতে সমজ্যায়ে কৰে কাণাকাণি ।
শিশু দুইকো দেখি ৰঘুবংশ শিৰোমণি ॥
আনন্দে নধৰে হিয়া শিহৰে শৰীৰ ।
মহাস্নেহে স্রৱে দুয়ো নয়নৰ নীৰ ॥ ৬৮৩১
গুণন্ত মনত ৰামে কিনো বিপৰ্য্যয় ।
ই দুইকো দেখিয়া কেনে আনন্দ হৃদয় ॥
অল্প বয়সৰ শিশু দুয়ো মহাগুণী ।
হেন ৰূপৱন্ত ঋষিসুত নতো শুনি ॥ ৬৮৩২

পাচে ৰামচন্দ্রে দুইকো বুলিলা বচন।
শুনি আছো তুমি দুইয়ো পৰম গায়ন ॥
জানিলো গীততে তুমি দুইয়ো সুশিক্ষিত।
কেন কথা ৰামায়ন শুনো গাৱা গীত ॥ ৬৮৩৩

লৱ-কুশৰ শ্রীৰামৰ সভাত ৰামায়ণ গান

শুনি পাচে ৰামৰ আদেশ দুয়ো ভাই।
দিলা ৰাগ পূৰি ৰঙ্গে পঞ্চম উচ্ছাই ॥
তাৰ ঘোৰ মন্দ্র নাদে দুয়ো গীত গাৱে।
একজনে তাল আউৰ জনে যন্ত্র বাৱে ॥ ৬৮৩৪
প্রথমে ধৰিলা আদিকাণ্ড ৰামায়ণ।
কৈলা সূর্য্যবংশী যেন যেন ৰাজাগণ ॥
ইক্ষ্বাকু কাকুৎস্থ ৰঘু অজ নৃপবৰ।
ভৈলা দশৰথ ৰাজা সূর্য্যবংশধৰ ॥ ৬৮৩৫
বীর্য্যে বিষ্ণুসম সব শ্রমে মহেশ্বৰ।
ক্ষমায়ে ধৰণী ধৈর্য্য গম্ভীৰে সাগৰ ॥
প্রতাপত আদিত্য ক্রোধত যেন যম।
নাহি নুপজিবে ৰাজা দশৰথ সম ॥ ৬৮৩৬
শচীত অধিক তান তিনি পটেশ্বৰী।
কৌশল্যা সুমিত্রা আৰু কৈকেয়ী সুন্দৰী ॥
তিনিত ভৈলন্ত পাচে চাৰি পুত্র জাত।
জ্যেষ্ঠ ৰামচন্দ্র জাত ভৈলা কৌশল্যাত ॥ ৬৮৩৭
কৈকেয়ীত ভৈলন্ত ভৰত উতপন।
সুমিত্রাত লক্ষ্মণ কনিষ্ঠ শত্রুঘন ॥
জগতৰে জনক সম্যকে শ্রীৰাম।
সংসাৰত যাক গুণে নাহিকে উপাম ॥ ৬৮৩৮
সুবিনীত ভৰত লক্ষ্মণ শত্রুঘনে।
কৰন্ত ভকতি নিতে জ্যেষ্ঠৰ চৰণে ॥
যেন নাৰায়ণ ৰাম গম্ভীৰ সাগৰ।
ভৈলন্ত প্রদীপ প্রভু কাকুৎস্থ বংশৰ ॥ ৬৮৩৯
পৰম পুৰুষ সন্ত শীতল স্বভাৱ।
ভৈলা লোকৰঞ্জন প্রজাৰ বাপ মাৱ ॥
পাইব কোনজনে তান মহিমাৰ পাৰ।
গাবৈ লৱ-কুশে আদিকাণ্ড কথা সাৰ ॥ ৬৮৪০

কোকিলৰ কণ্ঠে গাৱে তালে মানে ভেদি।
শুনন্ত সমাজে আন ভিতি চিত্ত নেদি ॥
ৰামৰ চৰিত্র গীত অমৃত পৰম।
কর্ণভৰি শুনৈ প্রজা পৰিয়া নিজম ॥ ৬৮৪১
কিবা স্বপনতে কিবা শুনন্ত সচেতে।
কিবা পৃথিৱীত কিবা আচন্ত স্বর্গতে ॥
ক্ষুধা তৃষ্ণা নলাগে নাহিকে একো জ্ঞান।
শিশু দুইৰো গীততে লাগিল যেন ধ্যান ॥ ৬৮৪২
শুনা নিৰন্তৰে সবে ৰামায়ণ পদ।
যাহাৰ কীৰ্ত্তনে তৰি সংসাৰ আপদ ॥
কলিত সদগতি নাই বিনে ৰাম নাম।
শঙ্কৰে বচিলা ডাকি বোলা ৰাম ৰাম ॥ ৬৮৪৩

---

দুলড়ী

শিশু দুইৰ গীত পৰম অমৃত
সম্যকে ৰামে শুনিয়া।
কিবা যে দিবন্ত কিবা নেদিবন্ত
আনন্দে নধৰে হিয়া ॥
মনত সন্তোষে ভৰত ভ্রাতৃক
বুলিলা মাতি যতনে।
যাঠি কোটি টঙ্কা সুৱর্ণ আনিয়া
ই দুইক দিয়া এখনে ॥ ৬৮৪৪
দাসী দাস দেশ আসন অশেষ
বস্ত্র অলঙ্কাৰে মণ্ডি।
দিয়োক সত্বৰে ভৰত কুমাৰে
আমাৰ বাক্য নখণ্ডি ॥
শুনিয়া ভৰতে ভণ্ডাৰৰ হন্তে
অনাইলা তেখনে ধন।
যতেক বুলিলা ততোধিক দিলা
ৰাঘৱৰ পূৰি মন ॥ ৬৮৪৫
দেখি দুয়ো শিশু হাসিয়া বোলন্ত
আত নাহি প্রয়োজন।
আমি বনবাসী বসন বাকলি
ফলেসে নিজ ভোজন ॥

আপুনি উদাস ইটো দাসী দাস
কি কৰিবো বহুধন।
শিশু দুইৰ বাণী শুনি সবে প্ৰাণী
পৰম বিস্ময় মন ॥ ৬৮৪৬
তাসম্বাৰ মতি দেখি ৰঘুপতি
পুছন্তে স্নেহে কথাক।
কাহাৰ কবিতা শিখিলেক গীত
কোনবা গুৰু তোমাৰ ॥
আকৃতি সুন্দৰ কাহাৰ কুমাৰ
থাকিয়ো কমন দিশ।
শুনি কুশ লৱে বুলিলা বিনয়ে
আমি বাল্মীকিৰ শিষ্য ॥ ৬৮৪৭
তাহান কবিতা ৰামায়ণ গীত
শিখিলো শাস্ত্ৰ বিচাৰি।
ঋষিৰ সম্মতে সমস্তে দেশতে
হৰিষে ফুৰো প্ৰচাৰি ॥
শুনি ৰামদেৱে আদৰিলা দুইকো
সাধু সাধু বুলি তথা।
যথাত থাকিয়া তৈৰ পৰা গাৱা
শুনো ৰামায়ণ কথা ॥ ৬৮৪৮
ৰামৰ আদেশ শুনি কুশ লৱে
ৰঙ্গে তাল যন্ত্ৰ ঠুকি।
ধৰিলন্ত গীত ৰামৰ চৰিত
শুনন্তে লোক উৎসুকি ॥
শুনা পাচকথা দশৰথ তথা
আছন্ত ৰাজাৰ ঘাগী।
যজ্ঞক ৰাখিবে ঋষি বিশ্বামিত্ৰে
নিলন্ত ৰামক মাগি ॥ ৬৮৪৯
ৰাজায়ে নেদন্ত ঋষিয়ে নেৰন্ত
নিলন্ত আতি আক্ৰোশে।
ৰাম লক্ষ্মণক ধনুৰ্ব্বেদ দিলা
শিখিলা দুয়ো সন্তোষে ॥
প্ৰথমে পথত ৰাক্ষসী তাড়কা
তাড়িলন্ত ৰঘুবৰে।
সুবাহুক মাৰি মাৰীচ বীৰক
উৰুৱালা একশৰে ॥ ৬৮৫০
দেখিয়া ঋষিৰ আনন্দ মিলিল
ৰামক লৈলন্ত সঙ্গে।
জানকীৰ তথা শুনি সয়ম্বৰ
মিথিলাক গৈলা ৰঙ্গে ॥
জনক নৃপতি অনেক ভকতি
কৰিলন্ত বহুমান।
ৰামে উঠি ৰঙ্গে ধনুক তেখনে
কৰিলন্ত দুই খান ॥ ৬৮৫১
সীতায়ো বৰিলা সমৰ কৰিলা
ভঙ্গাইলা যত ৰাজাক।
সভাৰ্য্যে ৰথত চড়ি লৰিলন্ত
ৰঙ্গে ৰামে অযোধ্যাক ॥
শুনি ধনুৰ্ভঙ্গ খঙ্গাইলা পৰশু
ৰাম মহা অহঙ্কাৰী।
মনত বিচাট ভেন্টিলন্ত বাট
কান্ধত কুঠাৰ পাৰি ॥ ৬৮৫২
যাইবাক নেদন্ত বিনতি বোলন্ত
পাৱে পৰি দশৰথ।
ৰামে ধৰি শৰ পৰশুৰামৰ
ছেদিলন্ত স্বৰ্গপথ ॥
অনেক উৎসৱে পাচে ৰামদেৱে
গৃহত ভৈলা প্ৰবেশ।
আনন্দে তহিতে সীতায়ে সহিতে
ভুঞ্জিলা ভোগ আশেষ ॥ ৬৮৫৩

———

ছবি

আদিকাণ্ড ৰামায়ণ সংক্ষেপে কহিলা দুয়ো
অযোধ্যাকাণ্ডক গাইবে লৈলা।
দশৰথ ৰাজা পাচে পুত্ৰক সমৰ্থ দেখি
ৰাজ্য জোকাৰিবে বাঞ্ছা ভৈলা ॥
ৰাঘৱৰ অভিষেক শুনিয়া আসিল লোক
সুমঙ্গল নাদৰ শৰদে।

শুনিয়া কৈকেয়ী কথা বিধিনি পাতিল তথা
নৈলা ৰাজ্য ভৰতৰ পদে ॥ ৬৮৫৪
ৰাজাক বচনে ছান্দি সত্যজৰী কৰি বন্দী
গুচাইলন্ত ৰামক নিকালি।
লক্ষ্মণ জানকী সঙ্গে বনত বঞ্চিলা ৰঙ্গে
ৰাঘৱে পিতৃৰ বাক্য পালি ॥
বৃদ্ধ ৰাজা দশৰথ পুত্ৰশোকে ভৈলা হত
নাহি আৰ চেতন গিয়ান।
ৰামৰ বিয়োগ আগি পোৰৈ শৰীৰত লাগি
ছাড়িলন্ত সন্তাপতে প্ৰাণ ॥ ৬৮৫৫
ভৰতে নলৈলা ৰাজ নৃপতিৰ প্ৰেতকাজ
কৰি খেদি গৈলন্ত ৰামক।
কাতৰ কৰিলা আতি ৰামে ভৰতক মাতি
পালটাই পঠাইলা ৰাজ্যক ॥
শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
এৰা আল জাল আন কাম।
হৰৈ নিতে আয়ুপাত চেতন নাহিকে গাত
সঘনে ঘুষিয়ো ৰাম ৰাম ॥ ৬৮৫৬

---

পদ

তালে মানে ভেদি তুয়ো ৰামায়ণ গাৱে।
আজি যেন ভৈল গৈল কথাক দেখাৱে ॥
কহিলা কাৰণ কথা ৰাজাৰ মৰণ।
হাহাকাৰে কান্দে সমজ্যাৰ যত জন ॥ ৬৮৫৭
আজি যেন দশৰথ গৈলা পৰলোক।
কৰন্ত সন্তাপ আতি পাত্ৰ মন্ত্ৰীলোক ॥
শুনি ৰাম লক্ষ্মণ ভৰত শত্ৰুঘন।
পিতৃশোকে মকমকি কৰন্ত ক্ৰন্দন ॥ ৬৮৫৮
শুনিয়া কৌশল্যা সমে যত ৰাজমাৱ।
স্বামীৰ সন্তাপে হিয়ে হানে মুষ্টি ঘাৱ ॥
লুটিয়া ভূমিত কতো ঢাকুৰন্ত মাথ।
এৰিয়া আমাক গৈলা কৈক প্ৰাণনাথ ॥ ৬৮৫৯
আমাৰ সমান নাই নাৰী নিদাৰুণী।
প্ৰাণ ধৰো তোমাৰ মৰণ কথা শুনি ॥
এহি বুলি বিলাপ কৰন্ত অসংখ্যাত।
ক্ৰন্দনৰ উৰ্ম্মি উথলিল সমজ্যাত ॥ ৬৮৬০
প্ৰবোধন্ত ৰামক সুগ্ৰীৱ বিভীষণ।
শুনা পাচকথা নাথ তুয়ো সন্ধুক্ষণ ॥
মিত্ৰ দুইৰ বচনত ৰাঘৱ জুৰাইল।
ৰাজমাৱসবক লক্ষ্মণে নিচুকাইল ॥ ৬৮৬১
আঞ্চলে মুচিলা মুখ নয়নৰ নীৰ।
ভৰতে কৰিলা সবে সমজ্যাক থিৰ ॥
নিশৱদে প্ৰজা শুনি ৰামৰ আদেশ।
গাৱা পাচকথা শিশু শুনিবো বিশেষ ॥ ৬৮৬২
অযোধ্যাকাণ্ডৰ কথা থৈলা এহিমানে।
অৰণ্যকাণ্ডক গাইবে নৈলা তালে মানে ॥
ধৰিলন্ত গীত লৱকুশে পূৰ্ব্বৱতে।
চৌদ্দয় বৰিষ ৰামে বঞ্চিবা বনতে ॥ ৬৮৬৩
নাহি অন্নপান পশুমাংসেহে আহাৰ।
সীতাক দেখন্তে আতি ৰামৰ নিকাৰ ॥
দুৰ্ঘোৰ শঙ্কট বৰ দণ্ডকাৰ বনে।
কেৱলে সঙ্গতি তাত ভ্ৰাতৃ যে লক্ষ্মণে ॥ ৬৮৬৪
আসি শূৰ্পনখী কামে বুলিলেক বাক।
কাটিলা লক্ষ্মণে তাইৰ ধৰি কাণ নাক ॥
চৌদ্দয় সহস্ৰ সেনা ৰাক্ষসে সহিতে।
খৰ দূষণক ৰামে মাৰিলা তহিতে ॥ ৬৮৬৫
শুনি আইল ৰাৱণে কৰিয়া আটি মুটি।
আসিল মাৰীচ সুৱৰ্ণৰ মৃগগুটি ॥
দেখি খেদি গৈলা ৰাম লক্ষ্মণে তাহাক।
দশগ্ৰীৱে নিৰ্জ্জনত হৰিলে সীতাক ॥ ৬৮৬৬
ৰাৱণক ভয়ে দেৱী গাৱতে লুকান্তি।
পাচে পাঞ্চগুটি বানৰক দেখিলন্তি ॥
কাঢ়ি তাৰ খাৰু শৰীৰৰ হেমহাৰ।
তাসম্বাৰ মাজত খেপিলা অলঙ্কাৰ ॥ ৬৮৬৭
অশোকৰ বনে থৈয়া ৰাৱণ দুৰ্ব্বাৰ।
অনেক ৰাক্ষসী ৰক্ষা দিলেক সীতাৰ ॥
লোতকৰ নাই ছেদ ফুকতে কান্দন্তে।
দণ্ডে যুগ সীতাৰ ৰামক সুমৰন্তে ॥ ৬৮৬৮

মৃগ মাৰি আসি ৰামে নেদেখি সীতাক।
জানকী জানকী বুলি দিয়া দীৰ্ঘ ডাক ॥
দুভায়ো দণ্ডকা বনে ফুৰন্ত বিচাৰি।
হা সীতা বুলি ঘনে নিশ্বাস কোকাৰি ॥ ৬৮৬৯
ফুৰন্তে ভ্ৰমন্তে ৰামে সীতাৰ নিদানে।
বিৰাধ কবন্ধ দুইকো বধিলন্ত প্ৰাণে ॥
সীতাক ৰাখন্তে পক্ষী জটায়ু মৰিল।
ৰাম লক্ষ্মণে প্ৰেতকাৰ্য্য সঙ্কলিল ॥ ৬৮৭০
কৰিলা অৰণ্যকাণ্ড কথা সমাপতি।
গাইবাক লাগিলা ৰঙ্গে কিষ্কিন্ধ্যা সম্প্ৰতি ॥
ৰাম লক্ষ্মণে দুয়ো দণ্ডকাৰ হন্তে।
ঋষ্যমুখ পাইলা দুয়ো সীতাক চাহন্তে ॥ ৬৮৭১
সুগ্ৰীৱক দিলা ৰাজ্য কৰি বালী বধ।
যুৱৰাজ ভৈলা পাচে কুমাৰ অঙ্গদ ॥
ৰাজভোগ পাসৰিল সুগ্ৰীৱে ৰামক।
সময় বুজিয়া নাসে বানৰ লটক ॥ ৬৮৭২
তৰ্জ্জিলা অনেক তাঙ্ক লক্ষ্মণ কুমাৰ।
দেখাইলন্ত নিয়া বালী বধিবাৰ শৰ ॥
কম্পিল শৰীৰ দেখি সুগ্ৰীৱ ৰাজাৰে।
অনেক বানৰ সেনা আনাইলা হাঙ্কাৰে ॥ ৬৮৭৩
পৃথিৱীৰ বানৰ ভালুক আসি ভৈল।
সীতাক খুজিবে দ্বীপ দ্বীপান্তৰ গৈল ॥
এহিমানে কিষ্কিন্ধ্যাকাণ্ডৰ কথা গৈলা।
সুন্দৰাকাণ্ডক পাচে দুয়ো গাইবে লৈলা ॥ '৭৪
কহিলন্ত সম্পাতি যথাত সীতা আছি।
নপাইলন্ত লঙ্কাক যাইবাক বীৰ বাছি ॥
পাচে মাৰুতিৰ জন্ম কৈলা জাম্বৱন্ত।
সাগৰ লঙ্ঘিলা তেৱে বীৰ হনুমন্ত ॥ ৬৮৭৫
অশোকাৰ বনে গৈয়া দেখিলা সীতাক।
কহিলা প্ৰণামি প্ৰভু ৰামৰ কথাক ॥
ৰাঘৱৰ দিলা নিয়া হাতৰ আঙ্গুঠি।
দেখিয়া হানিলা হিয়া শোকে সীতা মুষ্টি ॥ '৭৬
অনেক কান্দিলা দেৱী স্বামীক সুমৰি।
হনুমন্তে প্ৰবোধিলা দান্তে তৃণ ধৰি ॥
অল্পতে নিবন্ত ৰামে পৰিহৰা খেদ।
হুইবে সবাঙ্কৰে দশানন কন্ধছেদ ॥ ৬৮৭৭
কপিৰ বচনে জুৰাইলন্ত সীতা দেৱী।
মাৰুতি মেলানি পাইলা গোসানীক সেৱি ॥
লঙ্কাত পশিলা পাচে কৃতকৃত্য হুই।
বিধ্বংসিলা মধুফল উভতাই ৰুই ॥ ৬৮৭৮
লীলায়ে কৰিলা অক্ষকুমাৰক নাশ।
ইন্দ্ৰজিতে আসিয়া হানিলা নাগপাশ ॥
চিতনি পৰিল বন্দী বীৰ হনুমন্ত।
ৰাৱণৰ আগে ইন্দ্ৰজিত যোগাইলন্ত ॥ ৬৮৭৯
লাঞ্জত লগাইল জুই কাপোৰ মেৰাই।
দিলা ডেৱ ৰঙ্গে নাগপাশ হোসকাই ॥
পৰম আটোপে পাচে কপি মহামালে।
নগৰ জুৰিয়া জুই লগাইলা আস্ফালে ॥ ৬৮৮০
সকলে ৰাক্ষসে ভৈল ভয়তে তৰধ।
লগাইল চমক লঙ্কা কৰিল দগধ ॥
সাগৰ তৰিয়া পুনাই পৃথিৱীক আইল।
সীতাৰ দুখৰ কথা ৰামত জনাইল ॥ ৬৮৮১
যেনমতে সীতা ৰাখিলন্ত শান্তি পুণ্য।
নিবেদিলা জানকীৰ যতেক কাৰুণ্য ॥
কহিলা সঙ্কেত কথা যত হনুমন্ত।
সীতাক সুমৰি ৰামচন্দ্ৰ কান্দিলন্ত ॥ ৬৮৮২
ভূমিত পৰিল শোকে অগনি উধাইল।
সুগ্ৰীৱ লক্ষ্মণে ধৰি ৰামক জুৰাইল ॥
এভো তুমি সীতাক নপাইবে কৰা শঙ্কা।
চমকা চমক কৰি আনি দিবো লঙ্কা ॥ ৬৮৮৩
ৰাক্ষসৰ শোণিতে ভুঞ্জাইবো কাক গৃধ্ৰ।
হেন জানি কাৰ্য্য আসি সবে ভৈলা সিদ্ধ ॥
সুগ্ৰীৱৰ শুনিয়া অনেক প্ৰৌঢ়ি বাদ।
গুচিল চিত্তৰ কিছু ৰামৰ বিষাদ ॥ ৬৮৮৪
সাগৰত পন্থ পাচে মাগিলন্ত মাজে।
ৰামক নেদন্ত দেখা গৰ্ব্বে সিন্ধুৰাজে ॥
ক্ৰোধে ধৰিলন্ত বাণ বিদাৰিবো হিয়া।
উজৰিল জলজন্তু পলাই ফাট দিয়া ॥ ৬৮৮৫

কম্পি গৈল সাগৰতো লাগিল চমক।
পাদ্য অৰ্ঘ দিয়া স্তুতি বুলিলা ৰামক॥
দিলো মাজে পন্থ প্ৰভু চলিয়োক লঙ্কা।
বান্ধিয়োক সেতু তল যাইবে নাহি শঙ্কা॥ '৮৬
বানৰ নৃপতি পাচে কপিসেনা লই।
বান্ধিলন্ত সেতু পৰ্ব্বতক কান্ধে বই॥
দীৰ্ঘে দশযোজন পথালি পাঞ্চ জুৰি।
পাৰ ভৈল সেনাসব সেতু ভৰি পূৰি॥ ৬৮৮৭
সীতাক সুম্পিবে বুলিলন্ত বিভীষণ।
উঠিয়া মাৰিল লাথি ডুন্দুৰ ৰাৱণ॥
পশিল শৰণ আসি ৰাঘৱত বৰি।
তাঙ্ক লঙ্কাৰাজ্য দিলা অঙ্গীকাৰ কৰি॥ ৬৮৮৮
লৱে কুশে কথাৰ ভাৱনা লগাই গাৱে।
আজি সম্পজিল যেন হাততে দেখাৱে॥
সুন্দৰাকাণ্ডৰ কথা থৈলা এহিমানে।
লঙ্কাকাণ্ড কহিবে লাগিলা বিদ্যমানে॥ ৬৮৮৯
সুবেল পৰ্ব্বতে ৰামে সসৈন্যে জিৰাইয়া।
প্ৰভাতে বেঢ়িয়া লঙ্কা কটকে জোবাইয়া॥
ৰাখিল লঙ্কাৰ গড় ৰাক্ষস সমস্ত।
যুদ্ধতে পৰিল পাচে প্ৰথমে প্ৰহস্ত॥ ৬৮৯০
দেৱান্তক নৰান্তক ৰণত পৰিল।
শুনিয়া সসৈন্যে সাজি ৰাৱণ লৰিল॥
মেঘে যেন গৰ্জ্জিয়া জঙ্কাৰি দশমাথ।
বানৰ কটক মাৰে ক্ৰোধে লঙ্কানাথ॥ ৬৮৯১
খঙ্গে খেদি যান্ত ৰাম সাধো মান বুলি।
দেখিয়া কান্ধত লৈলা হনুমন্তে তুলি॥
দিশ পাশ ছানি ৰামে বৰিষিলা শৰ।
ভেদিলন্ত হৃদয় নিৰ্দ্দয় ৰাৱণৰ॥ ৬৮৯২
তোণ বাণ ধনু ধ্বজ ৰথ হয় চাৰি।
কাটিলা তিলতে চোটে আটোপে মুৰাৰি॥
এহি মুখে ফুৰে কপি কটক কপটী।
কেশে সমে ৰামে তাৰ কাটিলা কিৰীটি॥ ৬৮৯৩
নমাৰিলা বিৰথী বিধনু দেখি তাক।
দিলন্ত মেলানি গৈলা ৰাৱণ লঙ্কাক॥
জগাই কুম্ভকৰ্ণক পঠাইলা দশগ্ৰীৱ।
ঘোৰ শৰে ৰাম তাৰ ছৰাইলন্ত জীৱ॥ ৬৮৯৪
ইন্দ্ৰজিত কুমাৰক লক্ষ্মণে জিনিল।
অন্তৰ্দ্ধানে ইন্দ্ৰজিতে শৰ প্ৰহাৰিল॥
নাগপাশে মূৰ্চ্ছা গৈলা ৰামে লক্ষ্মণে।
গৰুড়ে জীয়াইলা আসি দোভাইকো তেখনে॥'৯৫
কুম্ভ নিকুম্ভ মহাপাৰ্শ্ব মহোদৰ।
ব্ৰজদংষ্ট্ৰ দুষ্ট মেঘনাদৰ সোদৰ॥
অসংখ্য ৰাক্ষস আনো ৰণত পৰিল।
জানি ইন্দ্ৰজিতে ক্ৰোধে যুদ্ধক লৰিল॥ ৬৮৯৬
ৰাক্ষস কটক লৈয়া আটোপে প্ৰকটে।
যজ্ঞ আৰম্ভিলা আসি নিকুম্ভিলা বটে॥
বিভীষণে কহিলেক সকলে সম্ভেদ।
লক্ষ্মণে কৰিলা শৰে তাৰ কন্ধছেদ॥ ৬৮৯৭
পুত্ৰশোকে অনেক কান্দিলা লঙ্কানাথ।
সাজিয়া বজাইল কোপে জঙ্কাৰন্ত মাথ॥
ৰাৱণে মাৰিল আসি অসংখ্যাত শৰ।
সাতদিন সাত ৰাতি কৰিল সমৰ॥ ৬৮৯৮
তাৰ শৰে ৰাঘৱৰ নোছোৱে শৰীৰ।
বাৰে বাৰে ৰামে তাৰ কাটিলন্ত শিৰ॥
তথাপি নমৰে দশগ্ৰীৱ হেন জানি।
লৈলা পাচে প্ৰাণ তাৰ ব্ৰহ্ম অস্ত্ৰ হানি॥ ৬৮৯৯
জগতৰে ধূম্ৰকেতু গৈলা যমালয়।
স্বৰ্গ মৰ্ত্ত্য পাতালতো কৰে জয় জয়॥
আপন পৌৰুষে ৰামে সম্বলিলা কাজ।
মিত্ৰ বিভীষণত সম্পিলা লঙ্কাৰাজ॥ ৬৯০০
অগ্নিত পৰীক্ষা আনি দিলন্ত সীতাক।
কৰিলন্ত ব্ৰহ্মা স্তুতি ৰাম দেৱতাক॥
দশৰথ আসিলা স্বৰ্গৰ পৰা চলি।
পুত্ৰ দুই সহিতে কৰিলা গলাগলি॥ ৬৯০১
বনত বঞ্চিলা বাপ মোৰ বাক্য পালি।
ৰামক প্ৰশংসে কৈকেয়ীক পাৰি গালি॥
পতিব্ৰতা সীতা শান্তী জগতে প্ৰখ্যাত।
কিসক পুতাই আন্ত নমাস সঞ্জাত॥ ৬৯০২

নাই একো শঙ্কা আঙ্ক খেদ কৰা কিক ।
পাচে পিতৃবাক্যে সম্বৰিলা জানকীক ॥
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰামে বিমানত চড়ি ।
পৰম আনন্দে আইলা অযোধ্যা নগৰী ॥ ৬৯০৩
ভালুক বানৰ আৰো ৰাক্ষস যতেক ।
আইলা সবে ৰঙ্গে দেখিবাক অভিষেক ॥
শুনা ৰামায়ণ মন কৰা উপশাম ।
সমস্ত সমাজে বেঢ়ি বোলা ৰাম ৰাম ॥ ৬৯০৪

ছবি

শুনিয়োক পাচকথা ৰামক দেখিয়া তথা
ভৰতে এৰাইলা হৃদিখেদ ।
ভৈলা আসি একঠাই নন্দিগ্ৰামে চাৰি ভাই
কৰিলা শিৰৰ জটা ছেদ ॥
কৌশল্যা সুমিত্ৰা শান্তী পুত্ৰক গলত বান্ধি
কান্দিলন্ত অনেক কাৰুণ্যে ।
সীতায়ো বৰ্ণায়া দুখ ভৈলা সলোতক মুখ
তাসম্বাৰ নমিল চৰণে ॥ ৬৯০৫
পাচে সমদলে ৰাম অযোধ্যাক লৰি ভৈলা
তুলি দণ্ড বাৰে বাদ্যভণ্ড ।
ৰাক্ষস বানৰ নৰ ভালুকৰ আন্দোলতে
তলবল কৰৈ মহীখণ্ড ॥
পদূলি পদূলি কল দীপ ঘট ফুল ফল
পুতিলন্ত যাত্ৰাৰ তোৰণ ।
জাতিষ্কাৰ নৰনাৰী প্ৰশংসিয়া শাৰী শাৰী
প্ৰণামন্ত ৰামৰ চৰণ ॥ ৬৯০৬
শুভ সময়ত ৰামে পাটত বসিলা আসি
প্ৰজা কৰৈ মাঙ্গল্য অনেক ।
চাৰি সাগৰৰ জল যোগাইলা বানৰ বল
বশিষ্ঠে কৰিলা অভিষেক ॥
দুই ভাই দুই পাশে চামৰে বিঞ্চন্ত লাসে
ভৰতে ধৰিলা ছত্ৰ তুলি ।
শৰদতে কাণ ফাৰে প্ৰজায়ে জোকাৰ পাৰে
জয় জয় ৰাম ৰাজা বুলি ॥ ৬৯০৭

মেঘৰ গৰ্জ্জন যেন মত্তহস্তী চিহৰয়
আস্ফালে বজায় গজঘণ্টা ।
পাইলা দুখ সমৰত ভালুক বানৰ যত
দিলা ৰামচন্দ্ৰে তাকো বণ্টা ॥
ৰাজাৰ সন্মান পাই আনন্দৰ সীমা নাই
গৈলা দেশে আদেশে ৰামৰ ।
ভ্ৰাতৃসব সমে ৰামে ৰাজভোগ ভুঞ্জিলন্ত
পাচে দশ হাজাৰ বৎসৰ ॥ ৬৯০৮
ভৈলা মহাদৈ সীতা স্বামীৰ চৰণ চিন্তা
কৰন্ত ভকতি প্ৰতিনিতি ।
অযোধ্যাৰ দেৱভোগ ভুঞ্জন্ত ভুকুতি ভোগ
ৰামৰো বাঢ়ন্তে যাই প্ৰীতি ॥
পূৰ্ব্বকথা আপোনাৰ শুনি ৰাম দেৱতাৰ
পৰম হৰিষ মন ভৈল ।
সমজ্যায়ো একচিত্ত কুশ লৱে গাৱে গীত
লঙ্কাকাণ্ড এহিমানে গৈল ॥ ৬৯০৯

দুলড়ী

উত্তৰাকাণ্ডক ধৰিলা গাইবাক
সীতাসুত কুশ লৱ ।
এহিমতে পাচে মাৰি ৰাৱণক
ভৈলন্ত ৰাজা ৰাঘৱ ॥
অযোধ্যাক পাচে অগস্তি আসিলা
অৰ্চ্চিলা ৰামে হৰিষি ।
লঙ্কাৰ দগধ ৰাৱণৰ বধ
পুছিলা ৰামত ঋষি ॥ ৬৯১০
ৰামে অগস্তিত সমস্তে কহিলা
যি ভৈল বৃত্তান্ত তথা ।
ঋষিয়ো কহিলা হৰিষে ৰামত
ৰাৱণৰ জন্মকথা ॥
উপজিয়া যেন- মতে দশস্কন্ধ
কৰিলা কৰ্ম্ম অদ্ভুত ।
হৰৰ কৈলাস আলগাই তুলি
নৈকেষী ৰাক্ষসীসুত ॥ ৬৯১১

স্বৰ্গ মৰ্ত্যলোকে পাতালপুৰতো
ডৰতে কম্পাইলা আতি।
কৰিলা ইন্দ্ৰকো বন্দী মন্দমতি
সিটো পুলস্তিৰ নাতি ॥
দেৱ মনুষ্যৰ যতেক সুন্দৰী
হৰি নিলা মহাচান্দ।
তিনিয়ো লোকত হুণ্টুৰি ফুৰিলে
যেন উদয়াৰ যাণ্ড * ॥ ৬৯১২
ৰামে পুছিলন্ত শুনিয়ো অগস্তি
যেন কথা শুনো তাৰ।
সিকালত তেৱে কহিত নাছিল
একো বীৰ বলীয়াৰ ॥
অগস্তি বোলন্ত শুনিয়ো ৰাঘৱ
যৈত তাৰ ভৈল ভঙ্গ।
কিষ্কিন্ধ্যাত সিটো সমৰ মাগিল
বালীৰ তোলাইয়া খঙ্গ ॥ ৬৯১৩
তাক লৈয়া বালী সন্ধ্যা কৰিলন্ত
কাষে ডাবি ধৰি তুলি।
বালীত শৰণ পশিলা ৰাৱণ
হাৰিলো হাৰিলো বুলি ॥
সহস্ৰ অৰ্জ্জুনে নাৰীগণ সঙ্গে
নৰ্ম্মদাত খেলে খেৰি।
তাহাতো সমৰ মাগিয়া নিস্থলে
ৰাৱণায়ে লাজ এৰি ॥ ৬৯১৪
বান্ধি ৰণে জিনি সহস্ৰ অৰ্জ্জুনি
নিল নগৰক লাগি।
পুলস্তি আসিয়া ৰাজাত প্ৰাৰ্থিয়া
মেলাইলন্ত ভিক্ষা মাগি ॥
তথাপি সমৰ মাগিয়া ফুৰয়
ৰাৱণৰ নাহি লাজ।
সুতলপুৰতো পশিল সাজিয়া
বলিৰ যৈতে সমাজ ॥ ৬৯১৫
দুৱাৰত গৈয়া দেখে পুৰুষেক
সুন্দৰ ৰুচিৰ শ্যাম।
ৰত্নৰ কিৰীটি বলয় কঙ্কণ
পীতবস্ত্ৰে অনুপাম ॥
হাৰ যে কেয়ূৰ নুপুৰে ৰঞ্জিত
কৰে দিব্য গদা লই।
কটিত মেখলা গলে বনমালা
দুৱাৰত আছা ৰই ॥ ৬৯১৬

---

ছবি

দেখি ৰাৱণৰ তনু জাত জাত শিহৰয়
টেৰ কৰি আছিলেক চাই।
বলিৰায়ৰ অভ্যন্তৰে প্ৰবেশিলা লঙ্কেশ্বৰে
সিটো পুৰুষক নোবোলাই ॥
ৰাৱণক দেখি বলি বসিবাক থান দিলা
নবসি বলিত পুছে কাজ।
তোমাৰ দুৱাৰে ইটো পুৰুষেক আছে কোন
সত্বৰে কহিয়ো দৈত্যৰাজ ॥ ৬৯১৭
বলি বোলে লঙ্কেশ্বৰ নিচিনহ বৰ্ব্বৰ
এহেন্তে তোহোৰ অন্তকাৰী।
সুৰাসুৰে কৰে সেৱ আমাঠৈৰ ইষ্টদেৱ
আক্ষে বোলো ঈশ্বৰ মুৰাৰি ॥
লঙ্কানাথে শুনি আতি লৰৱ দিলেক কাছি
এহি বন্ধু বুলি বৰ ৰাগে।
ধৰিবাক যাই সাসি দেখি হৰি তুলি হাসি
দিলা লাথি চৰণৰ আগে ॥ ৬৯১৮
পাতাল পৃথিৱী ছাৰি লঙ্কাত উফৰি পৰি
মূৰ্চ্ছা গৈল দুৰ্জ্জয় ৰাৱণ।
ৰাক্ষসে ফুঙ্কন্তে পাচে কথমপি ধাতু আইল
ব্ৰহ্মা বৰ দিবাৰ কাৰণ ॥
এহিমতে ঋষিবৰ কহিলন্ত নিৰন্তৰ
যতেক তাহাৰ গুণগ্ৰাম।

---

* উদয়াৰ যাণ্ড—উদং দিয়া ষাঁড় গৰু

শুনন্তে পৰম ৰঙ্গ　　ৰাৱণৰ জয় ভঙ্গ
শুনিয়া হাসন্ত প্ৰভু ৰাম ॥ ৬৯১৯
নমো নমো ৰঘুবংশ　　তিলক বিষ্ণুৰ অংশ
শ্ৰীৰামচন্দ্ৰ সীতাপতি ।
জন্মে জন্মে ৰামে গতি　ৰামতে কৰোক মতি
ৰামপাৱে থাকোক ভকতি ॥
কৃষ্ণৰ কিঙ্কৰে ভণে　　শুনিয়োক সৰ্ব্বজনে
কলিত কীৰ্ত্তন ধৰ্ম্ম সাৰ ।
এৰি ভাৱভুম কাম　　ডাকি বোলা ৰাম ৰাম
পাপত লাগোক বুন্দাগাৰ ॥ ৬৯২০

---

হনুমন্তৰ জন্ম বিবৰণ

পদ

অগস্তিত ৰামে পাচে পুছিলা সংশয় ।
মহাবীৰ হনুমন্ত ত্ৰৈলোক্য অজয় ॥
কিসক নমাৰি মহাবৈৰী বালীৰায় ।
ঋষ্যমুখ পৰ্ব্বতত আছিল পলাই ॥ ৬৯২১
দেখিলোহো যেন হনুমন্তৰ মহত্ব ।
বালীৰাজা জানো তান আগে তৃণৱত ॥
যৈসানি কন্দল ভৈল বালী সুগ্ৰীৱৰ ।
কিয় হনুমন্ত তাৰ নলৈলন্ত শিৰ ॥ ৬৯২২
ছেদিয়ো সংশয় মোৰ মনৰ সৰ্ব্বথা ।
অগস্তি বোলন্ত ৰাম শুনা পূৰ্ব্বকথা ॥
অঞ্জনাত উপজিয়া দুৰ্জ্জয় মাৰুতি ।
ক্ষুধায় কান্দন্ত কপি পৃথিৱীত শুতি ॥ ৬৯২৩
সেহিবেলা সূৰ্য্য আসি উদয় ভৈলন্ত ।
তক্কালিয়া ফলগুটি মানি হনুমন্ত ॥
দিলা ডেৱ ধৰিবাক মেলি দুয়ো বাহু ।
সেহি দিনা সূৰ্য্যক গ্ৰাসিবে আসে ৰাহু ॥ ৬৯২৪
চিন্তন্ত মাৰুতি তাক চাহি টৈৰ কৰি ।
ইগোটা সুপক্ক ফল সিগোটাত কৰি ॥
তাক লাগি দিলা লাম্ফ আদিত্যক এৰি ।
পলাই উলটি ৰাহু ডৰে পাৰে গেৰি ॥ ৬৯২৫
কাম্পন্তে কাম্পন্তে গৈল ইন্দ্ৰত শৰণ ।
কিবাগোটে খাইবে খোজে মিলিল মৰণ ॥
শুনি ইন্দ্ৰে আথে বেথে ঐৰাৱতে উঠি ।
কৰে বজ্ৰ ধৰি ধাইল বায়ু বেগে ছুটি ॥ ৬৯২৬
পাচে পাচে ধাইলন্ত কপিৰ ক্ষুধা বৰ ।
এহিগোটে খেদে ৰাহু দেখি দিলে লৰ ॥
থমকিল ইন্দ্ৰে ভয়ে পাচগুচি যান্ত ।
দেখি তাক শিশু হনুমন্তে গুণিলন্ত ॥ ৬৯২৭
মহাচিত্ৰ বিচিত্ৰ যৰঙ্গা ইটো ফল ।
ইহাক ভুঞ্জিলে ভোক পলাইব সকল ॥
এহি বুলি কৌতুহলে দিলেক জোলক ।
খাইবে লাগি ঐৰাৱত সমে বাসৱক ॥ ৬৯২৮
এৰাইবে নপাৰি ইন্দ্ৰে মনত তৰাসে ।
শিশু হেন জানি বজ্ৰ হানিলন্ত লাসে ॥
ৰাম হনু ভাঙ্গি পৰ্ব্বতত পৰিলন্ত ।
এতেকেসে আন নাম ভৈল হনুমন্ত ॥ ৬৯২৯
সাৰটি ধৰিলা বায়ু মৃতক পুত্ৰক ।
অনেক কান্দিল ক্ৰোধ কৰিয়া ইন্দ্ৰক ॥
পুত্ৰৰ লগত হৌক সবাৰ বিনাশ ।
হিয়াৰ হৰিল বায়ু নোহ্লায় উশাস ॥ ৬৯৩০
হেন দেখি ভৈলন্ত ত্ৰিদশে মহা ত্ৰাস ।
ব্ৰহ্মাত পুছিলা কেনে নোহ্লায় উশাস ॥
ব্ৰহ্মায়ে বোলন্ত ইটো কথা ভৈল টান ।
সবে মিলি চলি গৈল শঙ্কৰৰ থান ॥ ৬৯৩১
মহেশে বোলন্ত খুজি নপাওঁ সৰ্ব্বথা ।
সবে গৈয়া বিষ্ণুত পুছিলা পাচকথা ॥
মাধৱে বোলন্ত আৱে ভৈল বিসঙ্গতি ।
বায়ুৰ পুত্ৰক মাৰিলন্ত সুৰপতি ॥ ৬৯৩২
পুত্ৰৰ সন্তাপ পায়া জগতৰে আয়ু ।
সবাৰো হিয়াৰ পৰা গুচিলন্ত বায়ু ॥
এতেকেসে নাসৈ কাৰো নাকৰ নিশ্বাস ।
আসা সবে যাওঁ বায়ু দেৱতাৰ পাশ ॥ ৬৯৩৩
এহি বুলি দেৱে সমে বিষ্ণু গৈলা লৰি ।
পুত্ৰ লৈয়া বায়ু কান্দিলন্ত পাৱে পৰি ॥

দিলা দুখ সাখী দেখিয়োক চক্ৰপাণি।
শিশুক মাৰিলে মোৰ ইন্দ্ৰে বজ্ৰ হানি ॥ ৬৯৩৪
মাধৱে বোলন্ত বায়ু কৰিয়ো সঞ্চাৰ।
পৰশিলো হেৰা পুত্ৰ জীয়োক তোমাৰ ॥
জাগি যেন নিদ্ৰাৰ উঠিলা হনুমান।
দিলন্ত ত্ৰিদশে চিৰঞ্জীৱ বৰদান ॥ ৬৯৩৫
একো দেৱতাৰ অস্ত্ৰে নুহিবে বিকল।
শৰীৰত তান অপৰ্য্যন্ত হৌক বল ॥
গৈলা সবে বৰ আনো দিয়া অসংখ্যাত।
সঞ্চাৰিলা বায়ু পাচে সবাৰো হিয়াত ॥ ৬৯৩৬
বলৰ দৰ্পতে হনুমন্ত যেন যম।
ফল মূল খান্ত লুৰি ঋষিৰ আশ্ৰম ॥
উভতাই বোৰে তৰু ভাঙ্গি ছিঙ্গি মঠ।
দেখি সব ঋষিৰ লাগিল মনকষ্ট ॥ ৬৯৩৭
বৃত্তিছেদ কৰিলে বানৰ ইটো পাপ।
সবে মিলি আলোচি দিলন্ত চণ্ড শাপ ॥
সাধিবে নলাগে আৰ যাৰে ৰামকাৰ্য্য।
বলৰ প্ৰমাণ নজানোক কপিৰাজ ॥ ৬৯৩৮
দেখোক গোখোজ যেন সাগৰ সঙ্কাশ।
সেই শাপে কপিৰ গুচিল সবে সাস ॥
এৰিল প্ৰচণ্ড ভাৰ বায়ুৰ কুমাৰ।
আৰো বালীৰায় মৰা বানৰক ডৰ ॥ ৬৯৩৯
এতেকেসে বালীক নবধি হনুমন্ত।
ঋষ্যমুখ পৰ্ব্বতক লাগি পলাইলন্ত ॥
কহিলা ৰামত ঋষি সকলে সম্ভেদ।
শুনি ৰামচন্দ্ৰৰ সংশয় ভৈলা ছেদ ॥ ৬৯৪০
অনন্তৰে ঋষিক কৰিলা সতকাৰ।
ঋষিয়ো ৰামক প্ৰশংসিলা বাৰে বাৰ ॥
এহিমানে ভৈলা ৰাম অগস্তি সংবাদ।
গাইবে লৈলা জানকীৰ নিৰ্ব্বাস বিষাদ ॥ ৬৯৪১
বোলে কুশে লৱে শুনিয়োক সমাজিক।
অনন্তৰে পঠাই প্ৰভু ৰামে অগস্তিক ॥
পৰম আনন্দে দশ হাজাৰ বৎসৰ।
ভুঞ্জিলন্ত অকণ্টকা ৰাজ্য ৰঘুবৰ ॥ ৬৯৪২

অযোধ্যাত মহা মহা মিলিল বিপত্তি।
প্ৰাণপ্ৰিয়া সমে ৰামে ভুঞ্জিলা ভুকুতি ॥
ৰাত্ৰি দিনে চৰণ চিন্তন্ত সীতা সতী।
স্বামীৰ সংযোগে পাচে ভৈলা গৰ্ভৱতী ॥ ৬৯৪৩
ৰামৰ বাঢ়ন্তে যায় নৱ নৱ প্ৰীতি।
আনন্দে আছন্ত প্ৰভু ভাৰ্য্যায়ে সহিতি ॥
মিলিল দুৰ্য্যোগ পাচে পাইলেক বিপাকে।
জনবাদে দিলা ৰামে নিৰ্ব্বাস সীতাকে ॥ ৬৯৪৪
কণ্টক সঙ্কট বনে থৈলন্ত লক্ষ্মণে।
ভৈল অচেতন আতি দেৱী দুখ মনে ॥
সীতাৰ শুনিয় যেন আপদ দুৰ্ঘোৰ।
তাক কোনে সম্যকে কহিয়া পাৰে পৰ ॥ ৬৯৪৫
যিটো পুণ্যতনু কৃপাময় ৰামদেৱ।
পৰম মহন্ত গুণে সম নাহি কেৱ ॥
অনুদিনে পিম্পৰায়ো নিচিন্তন্ত মাৰ।
কৰ্ম্মফলে ভৈল যম তেহন্তে সীতাৰ ॥ ৬৯৪৬
একে পতিব্ৰতা নাৰী আৰো গৰ্ভৱতী।
তাহাঙ্কো বধিবে ৰাঘৱৰ ভৈল মতি ॥
কিনো বিপৰ্য্যয় বিধি লিখিল কপালে।
ভৈলা ৰাম স্বামী জানকীৰ যমকালে ॥ ৬৯৪৭
প্ৰকটিয়া কহিলা শান্তীৰ যত দুখ।
ভৈলা আতি সমাজিকো শোকে অধোমুখ ॥
লৱে কুশে আকুল কৰিলা সমজ্যাক।
দেখে যেন আজি দিলা নিৰ্ব্বাস সীতাক ॥ ৬৯৪৮
জানকীৰ নিকাৰ শুনিয়া সামৰাজ।
কান্দিলন্ত মকমকি সকল সমাজ ॥
হাহাকাৰ শৱদ উঠিল সভা ছানি।
ৰামৰ গাৱত যেন লাগিল অগনি ॥ ৬৯৪৯
সুমৰিয়া পুনৰপি ৰাঘৱে সীতাক।
বিষাদৃশে শোকানলে ছানিলা হিয়াক ॥
নিমাবাৰ অগনি যেন জ্বলিল দুনাই।
পৰম সন্তাপ তাপে প্ৰাণ ফুটি যায় ॥ ৬৯৫০
মূৰ্চ্ছা গৈয়া পৰিল ৰাঘৱ সিংহাসনে।
ধৰিল বুৰিল বুলি ভৰত লক্ষ্মণে ॥

শিৰত সিঞ্চন্ত জল বিঞ্চন্ত চামৰে।
লগতে কান্দন্ত তান তিনিয়ো সোদৰে ॥ ৬৯৫১
বশিষ্ঠ প্রমুখ্যে ঋষি নধৰন্ত হিয়া।
কান্দন্ত সীতাৰ শোকে মুখে বস্ত্র দিয়া ॥
বিভীষণ সুগ্রীৱ জাম্বৱ হনুমন্ত।
কান্দন্ত সন্তাপে পৰি কপি অপৰ্য্যন্ত ॥ ৬৯৫২
চেতন লভিয়া প্রভু ৰাঘৱে ভুনাই।
কৰন্ত সন্তাপ আতি প্রিয়াক বৰ্ণাই ॥
হা হা সীতা শান্তী পতিব্রতা সুচৰিতা।
মোহোৰ বল্লভা সুভান্বিতা বিবাহিতা ॥ ৬৯৫৩
ভাগ্যেসে লভিলো ভাৰ্য্যা কত তপসাই।
হাততে বিধাতা তাক হৰিলা দেখাই ॥
ভৈল পৰিচ্ছেদা দেখা ইজন্মক লাগি।
মইসি পাতকী তোৰ ভৈলো বধভাগী ॥ ৬৯৫৪
ঘোৰ বনবাসে দুখে নভৈলা নিৰ্য্যাণ।
হৰি নিলে ৰাৱণে ৰহিল তাতো প্রাণ ॥
আতি সুচৰিতা শান্তী জনকৰ জীক।
সক্রি হাতে বধি ভৈলো ৰাক্ষসতোধিক ॥ '৫৫
দণ্ডকা বনত আপোনাৰ এৰি চিন্তা।
মোকেসে সেৱিলি সতী তই সুচৰিতা ॥
পাসৰিবো কিমতে সিসব তোৰ গুণ।
কিনো নিদাৰুণ মই পুৰুষ দাৰুন ॥ ৬৯৫৬
অপাৰ সাগৰে বান্ধিলোহো শিলা সেতু।
সবান্ধৱে বধিলো ৰাৱণ যাৰ হেতু ॥
হেনয় প্রিয়াক মই তেজিলো কমনে।
চণ্ডাল বুলিয়া গৰিহিবে যিবা শুনে ॥ ৬৯৫৭
এহি বুলি ৰামচন্দ্রে কৰন্ত বিলাপ।
ভৰত লক্ষ্মণ শত্রুঘনৰ সন্তাপ ॥
বোলন্ত প্রবোধ সবে বেঢ়ি ভ্রাতৃলোক।
সন্ধুক্ষণ হোৱা দদা পৰিহৰা শোক ॥ ৬৯৫৮
ইটো খেদ দদা হৃদয়ত দিয়ো ঠাই।
আৰকি কান্দিলে সিটো জানকীক পায় ॥
আপুনি সৰ্ব্বজ্ঞ সবে জানা যেন নয়।
অসাৰ সংসাৰ ইটো সবে মায়াময় ॥ ৬৯৫৯

পুত্র দাৰা বান্ধৱ যতেক পৰিকৰ।
হেন জানা সবে শোক সন্তাপৰ ঘৰ ॥
ক্ষণেকে সংযোগ হৱে ক্ষেণেকে বিয়োগ।
মিছা বিষয়ত কিছু নাহি সুখভোগ ॥ ৬৯৬০
যেন ফেনচয় আসি হোৱে একঠাই।
জলৰ বেগত বাজি তিলেকে মিলাই ॥
বান্ধৱৰ সমাগমে তেহয় অথিৰ।
ধৈৰ্য্যেসে ঔষধ দদা আপদ ব্যাধিৰ ॥ ৬৯৬১
প্রবোধ শুনিয়া ৰাম থাকন্ত থমকি।
সুমৰন্তে সীতাক কান্দন্ত মকামকি ॥
বহি যায় দুয়ো নয়নৰ নীৰ ধাৰে।
নিচুকান্ত ধৰি ভ্রাতৃসবে বাৰে বাৰে ॥ ৬৯৬২
হা সীতা বুলি ক্ষণে তেজন্তে নিশ্বাস।
আপুনি চিন্তিলো আপোনাৰ সৰ্ব্বনাশ ॥
কিবা কৰ্ম্ম কৰো আৱে যাওঁ কোন ভিতা।
ইটো গৃহবাসে মোৰ নাহিকন্ত সীতা ॥ ৬৯৬৩
লৈয়ো ৰাজ্যভাৰ ভৈয়াই ভৰত সোদৰ।
ৰাজ্যৰ নাহিকে কাৰ্য্য কৰো দেশান্তৰ ॥
সীতা বিনে দশোদিশে দেখন্ত আন্ধাৰ।
ৰাঘৱৰ নাহি আৰ সন্তাপৰ পাৰ ॥ ৬৯৬৪
সীতাৰ যতেক শাশু কৌশল্যা প্রমুখ্যে।
হা সীতা বুলিয়া কান্দন্ত অধোমুখে ॥
কান্দন্ত আৰৰি আনো নাৰী অসংখ্যাত।
ক্রন্দনৰ ঊৰ্ম্মি উথলিলা সমজ্যাত ॥ ৬৯৬৫
ৰাঘৱৰ শোকে লোক সকলে আকুল।
যাৰৈ যেন আগ উভাৰিলে বৃক্ষমূল ॥
বশিষ্ঠ উঠিয়া পাচে বুলিলা প্রবোধ।
সবাকে কৰাইলা ঋষি ক্রন্দন নিৰোধ ॥ ৬৯৬৬
ৰামক বোলন্ত বাপ তেজিয়ো সন্তাপ।
কোনে পাৰে বিধিৰ লিখিত এৰাবাক ॥
যেন ভৈল তোমাৰ পূৰ্ব্বৰ কৰ্ম্মফল।
সীতাৰ নিমিত্তে তুমি তেজিয়ো বিকল ॥ ৬৯৬৭
যাৰ যেন অৱশ্যেকে হৈবেক সৰ্ব্বথা।
উত্তৰাকাণ্ডৰ আৱে শুনা পাচকথা ॥

লৱ-কুশৰ পৰিচয়

তোমাৰ আগত শিশু দুই গাউক গীত।
ভবিষ্যত কথা হুইবে আপুনি বিদিত ॥ ৬৯৬৮
শোক পৰিহৰি ৰামে ঋষিৰ বচনে।
তেজিয়া নিশ্বাস বসিলন্ত সিংহাসনে॥
আখি মুখ মুছি পাছে চিত্ত কৰি থিৰ।
শিশু দুইক আদেশ কৰিলা ধীৰে ধীৰ ॥ ৬৯৬৯
শুনো পাচকথা কেনে গায়ো দুয়ো ভাই।
হেনবা আমাৰ ইটো হৃদয় জুৰায় ॥
শুনি লৱে-কুশে গীত গাইবাক লাগিলা।
শুনা জানকীৰ যেন অৱস্থা মিলিলা ॥ ৬৯৭০
এৰিলা লক্ষ্মণে দিয়া বনত নিৰ্ব্বাস।
কান্দিলন্ত সীতা শোকে আতি হুয়া ত্ৰাস ॥
কোনবা জন্মৰ জানকীৰ আছে ভাগ।
ফল মূল চাহন্তে বাল্মীকি পাইলা ॥ ৬৯৭১
অনেক আশ্বাস বুলি বচন প্ৰৱন্ধে।
আশ্ৰমত নিয়া পুষিলন্ত জীউ বোধে ॥
তপোবনে আছন্ত দুখিতা আতি হুই।
উপজিলা সীতাৰ যৱজ্ঞা সুত দুই ॥ ৬৯৭২
কুশ-লৱ নাম থৈলা দুইহন্তৰো ঋষি।
ৰামায়ণ গীত ইটো শিকাইলা হৰিষি ॥
আমি দুই লৱ-কুশ সীতাৰ সন্ততি।
গাওঁ ৰামায়ণ গীত আজন্ম প্ৰভৃতি ॥ ৬৯৭৩
আহাক্কে বুলিয় লৱ মোৰ নাম কুশ।
সীতাৰ তনয় আমি জানা নিৰঙ্কুশ ॥
মহাঋষি বাল্মীকিৰ দুয়ো ভৈলো শিষ্য।
শুনি সমজ্যাৰ মহা মিলিল হৰিষ ॥ ৬৯৭৪
গীততে জানিল সবে সীতাৰ তনয়।
ভালেতো ৰামৰ সবে আকৃতি আন্বয় ॥
কিনো সুপ্ৰসন্ন বিধি ভৈলা সব সিদ্ধি।
ৰাঘৱৰ হইবেক আবেসে বংশ বৃদ্ধি ॥ ৬৯৭৫
শুভ শুভ বুলি প্ৰজা পাৰয় জোকাৰ।
জানিল কুশল সবে জানকী সীতাৰ ॥
আছন্ত কল্যাণে নসৰিয়া মোৰ শান্তী।
আনন্দে নসয় যেন অন্যোঅন্যে মাতি ॥ ৬৯৭৬
সকল প্ৰজাৰে মহা মিলিল হৰিষ।
জয় জয় ৰাঘৱ ঘোষন্ত দশোদিশ ॥
ৰামে জানিলন্ত ইটো মোহোৰ সন্ততি।
আনন্দ সিন্ধুত নিমজিলা ৰঘুপতি ॥ ৬৯৭৭
নিশ্চয়ে জানিলো হৱে সীতাৰ তনয়।
শিহৰে শৰীৰ দ্ৰৱে আনন্দ হৃদয় ॥
পৰম স্নেহত আতি নয়ন তৰধ।
লোতকে ভেন্টিল কণ্ঠ বাক্য গদ গদ ॥ ৬৯৭৮
প্ৰেমৰসে বিপুল আকুল কৰে হিয়া।
আসনৰে পৰা পৰিলন্ত জাম্প দিয়া ॥
গলত বান্ধিল ধৰি দুইকো আথে বেথে।
পুত্ৰশিৰে সুঙ্গন্ত স্নেহত ৰঘুনাথে ॥ ৬৯৭৯
ধাৰে বহি যায় দুয়ো নয়নৰ নীৰ।
তিয়াইলা লোতকে লৱ-কুশৰ শৰীৰ ॥
বুকত ধৰিয়া দুই পুত্ৰক সাৱটি।
সিংহাসনত আসি বসিলা উলটি ॥ ৬৯৮০
মহা স্নেহে ধৰি আসি ভৰত লক্ষ্মণ।
গুচাইলন্ত দুইৰো আসি বাকলি বসন ॥
পিন্ধাইলন্ত আনি দুইকো দিব্য অলঙ্কাৰ।
কুশ-লৱে কৰিলা পিতৃক নমস্কাৰ ॥ ৬৯৮১
পুত্ৰমুখ চুম্বন্ত স্নেহত বাৰে বাৰ।
বনতে জন্মিলি দুয়ো দুখীয়া কুমাৰ ॥
ভৈলা ঋষিবেশ দুখ পাইলি লাগে মানে।
তোমাৰ নিকাৰ মই পাপীৰ নিদানে ॥ ৬৯৮২
মই বোলো হুইবে প্ৰাণপ্ৰিয়া গৈল মৰি।
আজিসে জানিলো মোৰ জীৱৈ প্ৰাণেশ্বৰী ॥
দুখ পাইবে লাগি আউৰ নবৈল সীতাৰ।
আকস্মিতে মই পাপী ভুঞ্জাইলো নিকাৰ ॥ ৬৯৮৩
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন।
লগত কান্দন্ত দুয়ো সীতাৰ নন্দন ॥
ধৰা ধৰি কৰি কান্দিলন্ত পুত বাপে।
দেখিয়া কান্দন্ত সবে সমাজ সন্তাপে ॥ ৬৯৮৪

ধৰিলা কৌশল্যা আসি নাতিৰ গলতে ।
এতমান ভৈলা দুয়ো পুতাই বনতে ॥
হৰি হৰি বহাৰী জানকী সুচৰিতা ।
নিকাৰকে লাগি উপজিলি আই সীতা ॥ ৬৯৮৫
নগৈল কতনো তোৰ কহান কুনাট ।
কোননো বিধাতা ইটো লিখিলা ললাট ॥
তেজি ৰাজ্য আছস বনৰ পশি সাঞ্চি ।
হা সীতা বুলিয়া কান্দন্ত বাৰ বান্ধি ॥ ৬৯৮৬
লক্ষ্মণ ভৰত শত্ৰুঘনে কান্দি আতি ।
বশিষ্ঠ প্ৰমুখ্যে ঋষি নিষেধন্ত মাতি ॥
জীৱন্ত জানকী কথা সকলে কল্যাণ ।
কিসক কন্দিয়া এভু সীতাৰ নিদান ॥ ৬৯৮৭
হৰিষ সময়ে বিষাদৰ কোন কাম ।
হেন শুনি শোক তেজিলন্ত শ্ৰীৰাম ॥
আথি মুখ মুচিলন্ত নিশ্বাস তেজিয়া ।
সীতাক সুমৰি আৰ নধৰন্ত হিয়া ॥ ৬৯৮৮
আপুনি আনিবো আজি জানকীক যাচি ।
আসনৰ হন্তে উঠিলন্ত ৰাম কাছি ॥
লগতে যাইবাক সাজিলন্ত সামৰাজ ।
অন্তেষপুৰৰো নাৰীগণ ভৈলা বাজ ॥ ৬৯৮৯
সীতাক দেখিবে লাগি ৰামৰ আক্ৰান্ত ।
ভালুক বানৰ সেনা লগতে চলন্ত ॥
টল বল কৰে মহী লৰিল কটক ।
আগবাঢ়ি বশিষ্ঠে বুজাইলা ৰাঘৱক ॥ ৬৯৯০

হনুমন্তাদিক সীতাক আনিবলৈ প্ৰেৰণ

মিলিল তোমাত আসি সীতাৰ বৈৰাগ ।
জানকীক নপাইবা আপুনি গৈলে লাগ ॥
মহন্ত বাছিয়া পঠায়োক আন লোক ।
কৰি আতি কাকুতি সীতাক আনন্তোক ॥ ৬৯৯১
বশিষ্ঠৰ বোলে ৰাম বসিলা উলটি ।
সীতাৰ সন্তাপে যেন যায় প্ৰাণ ফুটি ॥
শত্ৰুঘন বিভীষণ সুষেণ মাৰুতি ।
চাৰিকো পাঞ্চিলা ৰামে কৰিয়া কাকুতি ॥৬৯৯২
চলিয়ো চাৰিয়ো বীৰ বাল্মীকিৰ ঠাৰ ।
মোৰ অৰ্থে ঋষিৰ ধৰিবা দুই পাৰ ॥
ভৈলো আমি জমাই সীতা তানে ভৈলা জীৱ ।
আনন্তোক প্ৰবোধি দেন্তোক দান জীৱ ॥ '৯৩
নুহিবা দেন্তোক মোক আশ্ৰমতে ঠাই ।
সীতাৰ লগতে থাকো ফল মূল খাই ॥
ধৰিবে নোৱাৰো বুক ফুটে মোৰ প্ৰাণ ।
সীতাক দেখিলে দুনাই দেন্ত জীৱ দান ॥ ৬৯৯৪
মই জানো জানকীক চুইলে পাপ হৱে ।
তথাপি দুৰ্জ্জনে অপযশ কৰি মৰে ॥
লোক অপবাদক আমাৰ বৰ চিন্তা ।
পৰীক্ষা কৰিয়া দুনাই সম্বৰিবো সীতা ॥ ৬৯৯৫
জানকীক বুলিবা এৰোক অসন্তোষ ।
আৰে বাৰেকৰ মোৰ মৰষোক দোষ ॥
কোনে পাৰে বিধি লিখিতাক এৰাইবাক ।
কৰিবা কাৰ্পূণ্য মোৰ নিমিত্তে সীতাক ॥ ৬৯৯৬
বাপ হনুমন্ত হেৰা শুনা মোৰ বাক ।
তোহোৰ নিমিত্তে পাইলো পূৰ্ব্বতো সীতাক ॥
যেন তেনমতে বুজাই জানকীক আন ।
কি বুলিবো তোক বাপ দেহ প্ৰাণ দান ॥ ৬৯৯৭
ৰামৰ কাতৰে কান্দিলন্ত কপিৰাজ ।
প্ৰণামি চাৰিয়ো সমজ্যাৰ ভৈল বাজ ॥
সীতাক দেখিতে উত্ৰাৱল হনুমন্ত ।
কতোক্ষণে বাল্মীকিৰ আশ্ৰম পাইলন্ত ॥ ৬৯৯৮
বসিয়া আছন্ত মাৱ মলিন স্বভাৱ ।
স্বামীৰ চৰণ চিন্তি জগতৰ মাৱ ॥
মলিন বসন বেশ ক্লেশ দেহা ক্ষীণ ।
ধূলিয়ে ধূসৰ তনু তাপসীৰ চিন ॥ ৬৯৯৯
ফল মূল ভক্ষণত শুখাইলা শৰীৰ ।
সীতাক প্ৰত্যেকে দেখিলন্ত চাৰি বীৰ ॥
কৰিলন্ত পৃথিৱীত পৰিয়া প্ৰণতি ।
তাসম্বাক দেখি সঙ্কোচিতা ভৈলা সতী ॥ ৭০০০
বস্ত্ৰে আৱৰিয়া মাৱ কৰি মুখ কাতি ।
থাকিলন্ত দিয়া হাত গালত নমাতি ॥

শত্রুঘন লঙ্কেশ সুষেণ হনুমন্ত ।
সীতাৰ অৱস্থা দেখি চাৰিয়ো কান্দন্ত ॥ ৭০০১
হা হা মাৱ ৰাঘৱৰ প্ৰিয়া মহাদৈ ।
তোহোৰ কৰিলা বিধি হেনসে বিলাই ॥
শচীত অধিক আছিলেক পৰিছেদ ।
ভৈলা তাপসীৰ বেশ ইসি হৃদিখেদ ॥ ৭০০২
জগতৰ প্ৰভু ৰামদেৱৰ ঘৰিণী ।
যাৰ আল লৱৈ অলেখ্য সেৱকিনী ॥
অন্তেষপুৰত ফুৰা নেতৰ তুলিত ।
তৃণেসে আসন আৱে শয়ন ভূমিত ॥ ৭০০৩
সুৱৰ্ণৰ তপ্ত যেন আছিলেক কান্তি ।
জগত প্ৰখ্যাত তুমি মাৱ মহা শান্তী ॥
প্ৰাণতো অধিক ৰামে দেখিলে তোমাক ।
দিলন্ত নিৰ্ব্বাস কিনো বিধিৰ বিপাক ॥ ৭০০৪
অৱস্থা দেখন্তে যেন প্ৰাণ যাই ফুটি ।
কান্দিলন্ত মাৰুতি মাটিত পাৰি লুটি ॥
হৰি হৰি জগত জননী সীতা আই ।
কিক জীৱ ধৰো দেখি তোমাৰ বিলাই ॥ ৭০০৫
সাগৰ তৰিলো লঙ্কা কৰিলো দগধ ।
যাৰ পদে দশানন সসৈন্যে গৈল বধ ॥
জগত ঈশ্বৰী ৰাঘৱৰ পটেশ্বৰী ।
তোমাৰ বিপত্তি দেখি কিয় নযাওঁ মৰি ॥ ৭০০৬
ৰাজভাৰ্য্যা সকলে যোগান থাকে ধৰি ।
যাক সেৱা কৰন্ত স্বৰ্গৰ অপেস্বৰী ॥
হেন মাৱ ভৈলা ঋষিপত্নীৰ সঙ্গতি ।
কোননো কুযোগে হেন মিলাইলে দুৰ্গতি ॥ '০৭
কান্দি কান্দি হনুমন্তে কৰন্ত কাতৰ ।
মৰষিয়ো দোষ মাৱ প্ৰভু ৰাঘৱৰ ॥
সুমৰিতে তোমাক ৰামৰ হৃদিখেদ ।
দিনে ৰাত্ৰি নেত্ৰৰ লোতক নাহি ছেদ ॥ ৭০০৮
হা সীতা সীতা বুলি তেজন্ত নিশ্বাস ।
বনতো অধিক তান সিটো গৃহবাস ॥
মৰিলাহা বুলি ৰামে হেনসে জানন্ত ।
আপোনাক নিন্দি আতি ফুকিতে কান্দন্ত ॥ '০৯

তোমাৰ তনয় দুই লৱ আৰ কুশ ।
গাইল ৰামায়ণ গীত জগতে হৰিষ ॥
আপোনাৰ পুত্ৰ বুলি পাচে চিনিলন্ত ।
গলত বান্ধিয়া দুইকো ৰামে কান্দিলন্ত ॥ ৭০১০
আশ্ৰমতে আছা তাসম্বাৰ মুখে শুনি ।
তোমাক নিবাক আজি সাজিল আপুনি ॥
নপাইবাহা লাগ বশিষ্ঠৰ শুনি বাক ।
তাতেসে তোমাক নিতে পঠাইলা আমাক ॥ '১১
অনেক কাৰ্পূণ্য বুলিলন্ত ৰঘুপতি ।
ৰাঘৱৰ দোষ মৰষিয়ো সবে সতী ॥
যেন ভৈলা তোমাৰ তথাপি দেৱ স্বামী ।
দান্তে তৃণ ধৰিয়া কাকূতি কৰো আমি ॥ ৭০১২
পঠাইলা তোমাক ৰামে সাদৰি চৌদল ।
অসন্তোষ তেজিয়া স্বামীৰ চলা কোল ॥
জাতিষ্কাৰ হোৱা মাৱ শৰীৰক মণ্ডি ।
আজি ধৰি দুইহানো দুৰ্গতি যাউক খণ্ডি ॥ ৭০১৩
চাৰিয়ো কাতৰ কৰি অনেক বুলিল ।
শুনি জানকীৰ শোক অগনি জ্বলিল ॥
সুমৰি সুমৰি বনবাস মহাক্লেশ ।
চাৰিবো আগত দেৱী কান্দিলা আশেষ ॥ ৭০১৪
কতোক্ষণে সীতাশান্তী শোকক তন্তাই ।
বুলিলা উত্তৰ পাচে চাৰিকো শুনাই ॥
শুনিয়ো সুষেণ হনুমন্ত লঙ্কেশ্বৰ ।
শুনা বাপ শত্রুঘন কনিষ্ঠ দেৱৰ ॥ ৭০১৫
কিসক আমাক আউৰ কৰা উৎপাত ।
পাসৰি আছিলো দুনাই অগ্নি জ্বাল গাত ॥
আৰো অযোধ্যাত ভুঞ্জিবোহো ৰাজসুখ ।
দেখিবো দুনাই আউৰ ৰাঘৱৰ মুখ ॥ ৭০১৬
বোলাইবো ঘৰণী আৰো ৰাঘৱৰ ঘৰে ।
নাই তেৱে নাৰী নিলাজিনী মোত পৰে ॥
মোক কৰিবাৰ আৰো নৰৈল ৰামৰ ।
আৰো নুবুলিবা কৰো সবাকে কাতৰ ॥ ৭০১৭
আমাক নিবেক আৱে ৰামে কোন গন্ধে ।
গৰ্ভসমে তেজিলেক মাৰিবে প্ৰৱন্ধে ॥

প্ৰাণ ধৰি আছো তুই পুত্ৰৰ কাৰণে।
হইবে অনাথিতি শিশু মোহোৰ মৰণে ॥ ১০১৮
দুখৰ সহায় শুনা হনুমন্ত বাপ।
মোহোৰ নিমিত্তে তেজিয়োক হৃদিতাপ ॥
ভুঞ্জো নিজকৰ্ম্ম আত নাহি কিছু খেদ।
ৰামৰ আমাৰ জানা ভৈল পৰিচ্ছেদ ॥ ১০১৯
দুৰ্জ্জনৰ বোলে মোক কৰিলা নিকাৰ।
জানো মোৰ মনে ৰাম স্বামী যমকাল ॥
নমাৰিলা বনত ৰাঘৱে মোক জানি।
ইবাৰ কাটিবে মোক হাতে খাণ্ডা হানি ॥ ১০২০
মই যেৱে জানো ৰাম এনুৱা নিৰ্দ্দয়।
লঙ্কাতে তেজিলো হন্তে প্ৰাণক নিশ্চয় ॥
তোহোৰেসে বচনত ৰহিলো অভাগী।
কিয় পাইলে হন্তে ৰামে কদৰ্থিবে লাগি ॥ ১০২১
যিটো নিলাজিনী যাউক ৰামত সঞ্জাত।
তান কথা বাপসব নকৈবা আমাত ॥
মোহোৰ অৱস্থা যত সবাতে বেকত।
দুনাই যেৱে বোলা তেৱে মোহোৰ শপত ॥ '২২
শুনি সবে জানকীৰ বচন নৈৰাশ।
আউৰ কেৱে মাতিবাক নপাইলন্ত সাস ॥
শত্ৰুঘন বিভীষণ সুষেণ মাৰুতি।
তেজিল নিশ্বাস বুদ্ধি হৰাইল চুৰুতি ॥ ১০২৩
শুনা সৰ্ব্বজন ইটো কথা ৰামায়ণ।
বিমৰিষি চাৱা ঐত কেদিন জীৱন ॥
ঘোৰ পৰলোকে যম যাতনা অপাৰ।
ৰাম নাম বিনে নাই তথাত নিস্তাৰ ॥ ১০২৪
ধৰ্ম্মৰ ভাঙ্গিলে কলি চাৰিয়ো চৰণ।
হৰিৰ নামত ধৰ্ম্মে পশিল শৰণ ॥
হেন হৰিনামক সততে যিটো গাৱে।
সি সি জনে সমস্ত পুণ্যক লাগ পাৱে ॥ ১০২৫
নিষ্ঠে জানা সমস্ত শাস্ত্ৰৰ ইসে মজ্জা।
আন ধৰ্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥
আগম পুৰাণ শাস্ত্ৰ দেখিয়ো বিচাৰি।
কলিত তৰিবে আন কোন পুণ্যে পাৰি ॥ ১০২৬
কাৰো চিত্ত বিত্ত শৰীৰত নাই শুদ্ধি।
স্বভাৱত কলিৰ মলিন ভৈল বুদ্ধি ॥
কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ১০২৭

---

### দুলড়ী

সীতাৰ নৈৰাশ শুনি চাৰিবীৰ
কৰিলন্ত মাথা হেট।
ফল মূল লৈ আসিল বাল্মীকি
তান্ক পাইলা পাচে ভেট ॥
ৰামৰ গোচৰ চাৰিয়ো কহিলা
ঋষিৰ চৰণ লাগি।
অনেক কাতৰ কৰিয়া ৰাঘৱে
পঠাইলা সীতাক মাগি ॥ ১০২৮
ৰামে যে বোলন্ত মই ভৈলো জোৱাই
সীতা তানে ভৈল জীউ।
দুনাই যেন বিহা কৰান্তোক আনি
তেৱে দেন্ত দান জীৱ ॥
কতেক ৰামৰ কহিবো কাতৰ
গুচাইয়ো তাহান চিন্তা।
সমৰ্পিয়ো নিয়া পৰীক্ষা কৰিয়া
সম্বৰিব ৰামে সীতা ॥ ১০২৯
বচন আমাৰ গোসানী সীতাৰ
কৰ্ণৰ পথে নযায়।
যেন তেনমতে ৰামৰ নিমিত্তে
আপুনি নিয়ো বুজাই ॥
ৰামৰ বিনয় বাল্মীকি শুনিয়া
বুলিলা সীতাৰ আগে।
ৰাঘৱৰ বাণী জনেক নন্দনী
কিসক বাধিবে লাগে ॥ ১০৩০
তুমি পতিব্ৰতা স্বামীসি দেৱতা
আপুনি জানিয়ো ভালে।
পূৰ্ব্বে যত দোষ মৰষিয়ো মাৱ
যি ভৈল যাৰ কপালে ॥

মোহোৰ শপত     দিয়োক সম্মত
এৰিয়ো আতি আক্রান্তি।
বাল্মীকিৰ বাণী     শুনিয়া গোসানী
কান্দন্ত মাত্র নমাতি ॥ ৭০৩১
চৰণে ভূমিত     আথাকে লেখন্ত
নেদন্ত একো সিদ্ধান্ত।
বাল্মীকি বুজিলা     জানকীৰ চিত্ত
ভৈল কিছু উপশান্ত ॥
চাৰিয়ো বীৰক     বুলিলা বাল্মীকি
ৰামৰ বচন পালি।
প্ৰবোধি সীতাক     নিবো সমজ্যাক
আমি প্রভাততে কালি ॥ ৭০৩২
সবেয়ো দেখোক     পৰীক্ষা দেন্তোক
যোগাইবো নিয়া ৰামত।
সীতাৰ নিমিত্তে     জগত বিদিতে
কৰিবো ময়ো শপত ॥
হেন শুনি ৰঙ্গে     গৈলন্ত চাৰিয়ো
ৰামৰ পাশক প্রতি।
যতেক বৃত্তান্ত     সকলে কহিলা
চৰণে কৰি প্রণতি ॥ ৭০৩৩
ৰামে যে বোলন্ত     শুনা ঋষিসব
আন যত সমাজিক।
বাল্মীকিয়ে কালি     প্ৰভাতে আনিব
সমজ্যাক জানকীক ॥
লৈৰন্ত পৰীক্ষা     কালি সবে দেখা
আজি যায়ো ঘৰা ঘৰি।
এহি বুলি সভা     বিসৰ্জ্জি উঠিলা
পুত্র দুইৰ হাত ধৰি ॥ ৭০৩৪
সীতাক সুমৰি     ৰাঘৱৰ ভৈল
ৰজনী যুগ সমান।
স্বপনে সচিতে     কিছু নেদেখন্ত
সীতা বিনে একো আন ॥
কেতিক্ষণে ৰাতি     প্রভাত হুইবেক
উঠি উঠি চান্ত বেলি।
বৈসন্ত শোৱন্ত     ধৰন্ত সাৱটি
পুত্র দুইক হাত মেলি ॥ ৭০৩৫
হা সীতা সীতা     বোলন্তে ৰামৰ
ৰজনী ভৈলা প্রভাত।
স্নান দান কৰি     দেৱক আদৰি
বসিলা আসি সভাত ॥
লক্ষ্মণ ভৰত     শত্রুঘ্ন আদি
বসিলা চিন্তিয়া কাজ।
বশিষ্ঠ প্রমুখ্যে     মহা মহা ঋষি
বসিলা পাত্র সমাজ ॥ ৭০৩৬
ভালুক বানৰ     ৰাক্ষসে বেঢ়িল
ৰামৰ সাধিয়া প্রীতি।
লক্ষে লক্ষে ৰাজা     যোগানে ৰহিলা
ৰাঘৱৰ চতুৰ্ভিতি ॥
দিব্য সিংহাসনে     আছন্ত ৰাঘৱ
ৰঞ্জিয়া সিটো সমাজ।
সীতা সমে তৈতে     প্রভাতে লৱিলা
বাল্মীকি যে ঋষিৰাজ ॥ ৭০৩৭
সীতাৰ পৰীক্ষা     শুনি যত দেৱ
দিব্য বিমানতে থাকি।
ব্রহ্মায়ে সহিতে     ৰহিলা আসিয়া
গগন মণ্ডল ঢাকি ॥
যত নৰনাৰী     আছে শাৰী শাৰী
জানকীক বাট চাই।
উৰুক মুৰুক     কৰন্ত উৎসুক
আসিবন্ত সীতা আই ॥ ৭০৩৮

ছবি

বৰদোৱা নামে গ্রাম     শস্যে মৎস্যে অনুপাম
লৌহিত্যৰ জলে অনুকূল।
ভৈলা সেহি গ্রামেশ্বৰ     যাৰ নাম ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তান পুত্র সূৰ্য্যবৰ     মহাবৰা দেশধৰ
দানী মানী মহাযশী শিষ্ট।

যাৰ যশ এভু জ্বলৈ   জয়ন্ত মাধৱ দলৈ
দুয়ো ভাই যাহাৰ কনিষ্ঠ ॥ ১০৩৯
তান্তেহন্তে ভৈলা যাত   সমস্তে দেশতে খ্যাত
প্ৰসিদ্ধ কুসুম যাৰ নাম ।
দানে মানে ভৈলা ছাৰ   ভৌমিক মধ্যতে যাৰ
একোগুণে নাহিকে উপাম ॥
তাহানে সন্ততি আতি   জ্ঞানশূন্য শিশুমতি
কেশৱৰ কিঙ্কৰ শঙ্কৰ ।
দীৰ্ঘ হ্ৰস্ব নানা ছন্দে   বিৰচিল পদবন্ধে
শেষকথা উত্তৰাকাণ্ডৰ ॥ ১০৪০
কৰযোৰে বুদ্ধলোক   বোলো ক্ষমিয়োক মোক
আমাৰ অযোগ্য ইটো কৰ্ম্ম ।
পদত দূষণ পাই   নিন্দিবেক নুযুৱাই
মহন্ত জনৰ ক্ষমা ধৰ্ম্ম ॥
পূৰ্ব্ব কবি অপ্ৰমাদী   মাধৱ কন্দলি আদি
তেহে বিৰচিলা ৰামকথা ।
হস্তীৰ দেখিয়া লাদ   শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা ॥ ১০৪১
তুমিসব মহাগুণী   ৰামৰ চৰিত্ৰ শুনি
কৰিয়ো মনত মহাৰতি ।
কলিত পৰম ধৰ্ম্ম   নাহি ৰাম নাম সম
আক নলৈ যায় অধোগতি ॥
পৰম পুৰুষ হৰি   যাৰ নাম লৈলে তৰি
তাঙ্ক এৰি আনকেসে ভজে ।
যেন অন্ধ নাৱ এৰি   দুৰ্ঘোৰ সংসাৰে পৰি
কোটি জনমক লাগি মজে ॥ ১০৪২
কলিত লভিয়া জন্ম   নাম এৰি আন ধৰ্ম্ম
কৰি মৰৈ যিটো মন্দবুদ্ধি ।
বিধাতা ছলনা কৰৈ   আপুনি চিতনি মৰৈ
কোছতে আছন্ত মহৌষধি ॥
পৰম বান্ধৱ নাম   এৰি কৰে আন কাম
নুবুজিয়া শাস্ত্ৰৰ যুগুতি ।
জানি মহাসুখে থাকি   ৰাম ৰাম বোলা ডাকি
তেৱে পাইবা হাতত মুকুতি ॥ ১০৪৩

### সীতাক ৰামৰ সভালৈ আনে আৰু বাল্মীকিয়ে শপত কৰে

**পদ**

আত অনন্তৰে যেন মিলিল অৱস্থা ।
শুনা সবে একমনে ৰামায়ণ কথা ॥
আছন্ত ৰাঘৱ যেৱে দিব্যসভা পাতি ।
আনন্ত সীতাক বাল্মীকিয়ে বুলি মাতি ॥ ১০৪৪
ঋষিৰ বচন দেৱী বাধিবে নপাৰি ।
ধীৰে ধীৰে চলি যান্ত জনক জীয়াৰী ॥
আগ ভৈলা বাল্মীকি পাচত যান্ত সীতা ।
লাজে অপমানে মাৰ তনু সঙ্কোচিতা ॥ ১০৪৫
শিলিখা বোলোৱা বস্ত্ৰে অঙ্গ ঢাকি ঘূৰি ।
আগক নবাঢ়ে ভৰি নেন্তসে আজুৰি ॥
লাজে অপমানে যেন গাৱতে লুকান্তি ।
ঋষিৰ আক্ৰোশে সমজ্যাক লাগি যান্তি ॥ ১০৪৬
লৱনু পুতলি যেন সুকোমলী কায়ী ।
প্ৰত্যেক ভৰিত যেন ৰুধিৰ বজায় ॥
মহা পতিব্ৰতা সীতাশান্তী সুচৰিতা ।
অধোমুখে যান্ত চলি নচাই একো ভিতা ॥ ১০৪৭
আনে আসি দেখন্তে মাৰৱ বৰ লজ্জা ।
আসন্ত জানকী জানি উভতিল প্ৰজা ॥
সমস্তৰে আনন্দ আকুল ভৈল চিত্ত ।
লৱৱয় নৰনাৰী সীতাক দেখিত ॥ ১০৪৮
অন্তেষপুৰত যত আছিল সুন্দৰী ।
ভৈলা বাজ সবে কৌশল্যাক আগ কৰি ॥
অসংখ্য সীতাৰ দাসী ৰঙ্গে যান্ত চলি ।
পুহাইল আমাৰ সবে আসন্ত গোসানী ॥ ১০৪৯
উৰুক মূৰুক কৰি যায় লৱৱন্তে ।
থিৱয়ে শুকাইল গই সীতাক দেখন্তে ॥
কান্দে নৰনাৰী অৱস্থাক চাই চাই ।
নয়নৰ নীৰ ধাৰাসাৰে বহি যায় ॥ ১০৫০
হৰি হৰি জগত জননী শান্তী আই ।
তোমাৰ কৰিলে বিধি হেনসে বিলাই ॥

কিয় জীওঁ জানকীৰ দেখি হেন দুখ।
কান্দে হুমহুমি প্ৰজা হুয়া অধোমুখ ॥ ১০৫১
কণ্ঠৰ নোহ্লাই বাক্য শোকে গদগদ।
চলে নৰনাৰী দুই শাৰী নিশৱদ ॥
আতিশয় দহে দেহা দেৱীৰ দুখত।
হাত ফোত মাত্র শুনি লোকৰ মুখত ॥ ১০৫২
কাহাকো নচান্ত সীতা শান্তী মাথা তুলি।
চৰি যান্ত অধিকে হিয়াৰ গুলগুলি ॥
কাকো একো ভাল মন্দ নেদন্ত সিদ্ধান্ত।
মহাদুখে অধোমুখে মাৰ চলি যান্ত ॥ ১০৫৩
অমৃত মথন্তে যেন লক্ষ্মী উপজিল।
বিষ্ণুক বৰিবে পিতৃ সহিতে লৰিল ॥
বাল্মীকিৰ পাচত তেহ্নয় মত সীতা।
লাসে লাস চলন্ত ৰামৰ বিবাহিতা ॥ ১০৫৪
নৈবৈ নৰনাৰী আউৰ জানকীৰ পাশ।
কতোক্ষণে পাইল গৈয়া সমজ্যাৰ কাষ ॥
বাল্মীকি সহিতে উঠিলন্ত সভাশালা।
মেৰুত উদিত যেন চন্দ্ৰমাৰ কলা ॥ ১০৫৫
বাল্মীকিক দেখি আসনৰ উঠি ৰাম।
কৰিলা সাদৰে জানু পৰিয়া প্ৰণাম ॥
ঋষিয়ো উচ্চৰি বেদমন্ত্ৰ তুলি নাদ।
ৰাঘৱক দিলন্ত তুলসী আশীৰ্ব্বাদ ॥ ১০৫৬
ৰামে নম্ৰভাৱে লৈলা হুয়ো হাত পাতি।
থাকিলন্ত সীতা পাচে হুয়া এক কাতি ॥
মাথাত ওহ্নণী লাজে চপৰায়া মাথ।
বাল্মীকি বোলন্ত বাপ শুনা ৰঘুনাথ ॥ ১০৫৭
বশিষ্ঠ প্ৰমুখ্যে আছা সবে সমাজিক।
ৰামৰ চৰণে আনি দিলো জানকীক ॥
যেনে তেনে আনিলো প্ৰবোধ বুলি বাক।
যেন লাগে দিয়ো আৱে পৰীক্ষা সীতাক ॥ '৫৮
মহা পতিব্ৰতা সতী জনক জীয়াৰী।
কিঞ্চিতেকো আন্ত ছিদ্ৰ নপাইবা বিচাৰি ॥
পৰম নিষ্পাপ দেহা দেখি হৰে পাপ।
মিছাত কলঙ্ক আঙ্ক দিলা হৃদিতাপ ॥ ১০৫৯

স্বপনত আন নাই ৰাঘৱত পৰে।
হেন নতো শুনো শান্তী ত্ৰৈলোক্য ভিতৰে ॥
ঊৰ্দ্ধবাহু কৰি বোলো শুনিয়ো সমাজে।
কৰিবো শপত আজি জানকীৰ কাজে ॥ ১০৬০
কোটি জন্মে যতেক কৰিলো সদকৰ্ম্ম।
ইয়ো জন্মে যত আচৰিলো তপধৰ্ম্ম ॥
ধৰি আছো ব্ৰত যিবা কৰি কায়কষ্ট।
সীতা দোষী হন্ত যেৱে সিয়ো হৱে নষ্ট ॥ ১০৬১
সত্য কৰি আৱে বোলো সমাজিকে শুন।
মোৰ ঊৰ্দ্ধপুৰুষে কৰিছে যিটো পুণ্য ॥
কৰিলো সুকৃতি পিতৃ দেৱতাক তুষি।
সিয়ো নষ্ট হোৱে যেৱে সীতা হন্ত দোষী ॥১০৬২
তপৰ প্ৰভাৱে জানো ভূত ভৱিষ্যত।
মোত আৰ কৰন্তা নাহিকে ত্ৰৈলোক্যত ॥
কহিলো স্বৰূপ ৰাম আগত তোমাৰ।
যেন লাগে কৰা আৱে আপুনি বিচাৰ ॥ ১০৬৩
হেন শুনি জয় জয় কৰন্ত সমাজে।
ধন্য ধন্য শান্তী সীতা দেৱবাদ্য বাজে ॥
আকাশৰ পৰা পুষ্প বৰিষিলা মাথে।
কৰযোৰে ঋষিক বুলিলা ৰঘুনাথে ॥ ১০৬৪
মইতো জানো শান্তী সীতা পৰম নিষ্পাপ।
দুৰ্জ্জনৰ অপবাদে দেওঁ হৃদিতাপ ॥
সম্বৰিবো সীতা তেৱে সভাৰ সম্মতে।
লঙ্কেক পৰীক্ষা ভৈল তোমাৰ শপতে ॥ ১০৬৫
ত্ৰিজগতে জানিলে সীতাত শঙ্কা নাই।
আৱে সবে দুষ্টৰে পৰিল মুখে ছাই ॥
এহি বুলি আপুনি আসন দিলা পাৰি।
বসিলন্ত বাল্মীকি ঋষিৰ গৈয়া শাৰী ॥ ১০৬৬
ৰামে দেখিলন্ত পাচে জানকীৰ ক্লেশ।
শিলিখা বোলোৱা বস্ত্ৰ তাপসীৰ বেশ ॥
ফল-মূল আহাৰে শৰীৰ কৃশ আতি।
দেখি হৃদি দগধ তৰধ ৰঘুপতি ॥ ১০৬৭
অৱস্থা দেখিয়া আসে উভতি ক্ৰন্দন।
ধৈৰ্য্যে ধৰিলন্ত তাক কৌশল্যানন্দন ॥

বহয়ে লোতক নয়নৰ ঝৰঝৰি।
আথাকে মোচন্ত তাক হাতে বস্ত্র ধৰি ॥ ৭০৬৮
কান্দন্ত সমাজে দেখি সীতাৰ নিকাৰ।
দেৱ ঋষিসবে দেখি কৰে হাহাকাৰ ॥
কতনো এৰাইলে মাৰ মৰণৰ ঘাট।
ৰামৰ সীতাৰ আৰে খণ্ডিল ললাট ॥ ৭০৬৯
এহি বুলি সবে লোকে কৰৈ কাণাকাণি।
স্বস্থ ভৈলা পাচে ৰঘুবংশ শিৰোমণি ॥

সীতাৰ ক্রোধ আৰু পাতাল প্রৱেশ

জানকীক স্নেহে ভৰতক লাগি চাইল।
বসিবাক লাগি ৰত্ন আসন বহ্রাইল ॥ ৭০৭০
তিনিয়ো দেৱৰে আসি বুলিলা বিনয়।
নবৈসন্ত সীতা শোকে দগধ হৃদয় ॥
কৌশল্যা প্রভৃতি শাশুসকলে বুজান্ত।
আউৰ কাকো মাথা তুলি নেদন্ত সিদ্ধান্ত ॥ '৭১
লাজে অপমানে যেন হৃদয় বিদাৰে।
বহৱৈ লোতক দুয়ো নয়নৰ ধাৰে ॥
জাজ্বল্য সমান কোপে চিত্ত নোহে শান্ত।
ঘনে ঘনে কটাক্ষে ৰামক লাগি চান্ত ॥ ৭০৭২
স্নেহে জানকীক নিৰেখন্ত ৰঘুনাথ।
সীতাৰ কটাক্ষ দেখি চপৰান্ত মাথ ॥
ভয়ে লাজে জানকীক চাহিবে নোৱাৰি।
থাকিলা সঙ্কোচ ভাৱে ৰাঘৱ মুৰাৰি ॥ ৭০৭৩
দুখসব স্মৰি জ্বলিল আতি সতী।
সি বেলা সীতাক নাহি চাহিবে শকতি ॥
মহাশোকে কোপে আতি কম্পমান কায়।
জাজ্বল্য সমান অগনিৰ শিখা প্রায় ॥ ৭০৭৪
অন্তৰ্গতে ৰামৰ মিলিল মহাভয়।
দেখি সমজ্যাৰ ভৈল পৰম বিস্ময় ॥
সীতাৰ দেখিয়া হেন ক্রোধৰ আক্রান্তি।
ৰামক কৰন্ত ভস্ম শাপি যোনো শান্তী ॥ ৭০৭৫
আজি যোনো জগতৰে মিলান্ত প্রলয়।
কাম্পে তৰতৰি দেৱ ঋষিৰ হৃদয় ॥

নমাতি আছিলা দেৱী দুই দণ্ডমানে।
আৰকত আখি মুখ কোপে অপমানে ॥ ৭০৭৬
ৰামৰ ভিতিক পিঠি দিয়া ক্রোধভাৱে।
চাই সমজ্যাক লাজ এৰি জগমাৱে ॥
বুলিবে লাগিলা আতি চিত্ত অসন্তোষ।
কথা শুনি সমাজে আমাক দিবা দোষ ॥ ৭০৭৭
সবাতে বিদিত মোৰ ৰাম যেন স্বামী।
সেৱকিনী প্রায় আন বিবাহিতা আমি ॥
বাপখনে পঠাইলে গৈলেক বনবাস।
কৰিলো লগতে চৈধ্য বৰিষ নিৰ্ব্বাস ॥ ৭০৭৮
একেশ্বৰী নাৰী মই নোহো স্বতন্তৰী।
নোৱাৰিলে ৰাখিবে ৰাৱণে নিলে হৰি ॥
চাহিলো লঙ্কাতে অপমানে মৰিবাক।
গৈয়া এই হনুমন্তে বাধিলে আমাক ॥ ৭০৭৯
প্রাণ ৰাখি আছিলো স্বামীক বাট চাই।
ৰাৱণক মাৰি মোক আনিলা দুনাই ॥
কৰিলা পৰীক্ষা ৰামে পেহ্লাই অগনিত।
তথাপি নভৈল শান্ত ৰাঘৱৰ চিত্ত ॥ ৭০৮০
বুলিলা বুজাই আসি পাচে বাপখনে।
তেৱেঁসে আমাক সম্বৰিলা শুদ্ধমনে ॥
একচিত্তে কৰিলোহো আহাঙ্কেসে সেৱ।
মইতো জানো স্বামীসে পৰম মোৰ দেৱ ॥ ৭০৮১
স্বামী তপ জপ যজ্ঞ স্বামী যোগ ধ্যান।
স্বপনে সচিতে মই নিচিন্তিলো আন ॥
তথাপি আমাত আন চিত্ত বিহৰিল।
চুগাতে কামোৰ যেন ওলগতে কিল ॥ ৭০৮২
দুষ্টে দিলে অপযশ তাতে আন ত্রাস।
ছলে নিয়া দিয়াইলন্ত আমাক নিৰ্ব্বাস ॥
দেখা দেখা ইটো কেনে স্বামীৰ মৰ্য্যাদ।
কিসক কৰিলে এতমান ছলবাদ ॥ ৭০৮৩
যেৱে লাগৈ এৰিবে আগতে এৰা মোক।
গৰ্ভতে মাৰিবে চাইলা দুইগুটি পোক ॥
স্বামীৰ কহন্তে গুণ শৰীৰ দগধ।
নৈৱেক খুজিলা তিনি মা-পোৰ বধ ॥ ৭০৮৪

গৰ্ব্বে সমে মোক মাৰিবাক শ্ৰদ্ধা ভৈল।
কৰিবেক বাকী আউৰ ৰামৰ নৰৈল॥
সবে বোলে এনুৱা ৰামক ভাল ভাল।
মইতো জানো মোৰ ৰামেসে যমকাল॥ ৭০৮৫
স্বামী হেন নিদাৰুণ কৈত আছা শুনি।
চাইবো ইহান মুখ মই কিবা গুণি॥
এহি বুলি জানকী কান্দন্ত মকমকি।
শোকানলে হিয়াৰ নুগুচে ভকভকি॥ ৭০৮৬
নয়নৰ লোতক ধাৰায়ে যায় বহি।
অধোমুখে কতোক্ষণ আছিলন্ত ৰহি॥
একোমতে নোৱাৰা কৰিবে চিত্ত থিৰ।
নিশৱদ লোক শোক দেখি গোসানীৰ॥ ৭০৮৭
সবে বোলে আজি একো মিলিবে প্ৰমাদ।
চৰন্তেসে যাই শান্তী সীতাৰ বিষাদ॥
ধ্যান দিলে হোৱে আথৈ ৰামৰ মুখত।
বল্কিবে লাগিলা দেৱী দুখ্মহ দুখত॥ ৭০৮৮
ৰাঘৱক চাই কোপে কটাক্ষে নিৰেখি।
বোলন্ত এৰিলা মোক তুমি কিবা দেখি॥
জানাযে তেজিবা কিয় সম্বৰিলা আগে।
পূৰ্ব্বতে মাৰিলা হুই যেন যুৱাই ভাগে॥ ৭০৮৯
কিনো ৰাম স্বামী মোৰ পুৰুষ দাৰুণ।
নুসুমৰিলাহা একো দিবসৰো গুণ॥
কাষ্ঠতে ফৰিল বজ্ৰে বান্ধিলেক হিয়া।
দুৰ্জ্জনৰ বোলতে নিৰ্ব্বাস মোক দিয়া॥ ৭০৯০
কোন শত্ৰু তোমাৰ কৰিলো কিবা হানি।
কৰিলা এনুৱা উগ্ৰদণ্ড কিবা জানি॥
ছলবাদে দিলা নিয়া নিৰ্ব্বাসক মনে।
আকস্মিতে তেজৈ যেন ভাৰ্য্যাক টেণ্টনে॥ '৯১
ৰাক্ষসতোধিক ইটো তোমাৰ কুমতি।
নাহি একো তিলো তিৰীবধ পাপ ভীতি॥
তোমাৰ উপৰি বংশ আছিল যতেক।
কৈয়ো কোনে কৰিলেক এনুৱা পাতেক॥৭০৯২
বিনা অপৰাধত কৰিলা হেন শাস্তি।
সংসাৰ জুৰিল ইটো মোৰ কুখিয়াতি॥
জগততে মোক আউৰ নুবুলিবে ভাল।
কৰিলেক অনাদোযে ৰামে কি নিকাল॥ ৭০৯৩
আউৰ কি কৰিবে লাগি অনাইলা ইবাৰ।
যেন পোৱা ঘাত ঘমা সনিয়া আমাৰ॥
বন মানুমক আনি দেখাৱা সভাক।
কতনো বিগুটি মাৰা মৰাক আমাক॥ ৭০৯৪
এভো তেবে তোমাৰ নুপূৰে মনোৰথ।
একে জুই মৰো আৰো পিপলিৰ পথ॥
বোলাইবো তোমাৰ আৰো ঘৰৰ ঘৰণী।
তেৱে মোত পৰে নাহি নাৰী নিলাজিনী॥৭০৯৫
জনক ৰাজাৰ মই স্নেহৰ জীয়াৰী।
দশৰথ নৃপতিৰ প্ৰথম বোহাৰী॥
তুমি ৰামৰাজাৰ আমিসি মহাদে।
হেনতো আমাৰ হেন কৰিলা বিলাই॥ ৭০৯৬
এহি বুলি মহামৰ্ম্মে গোসানী জানকী।
পৃথিৱীত পৰিয়া কান্দন্ত মকমকি॥
সীতাৰ সন্তাপে দেখন্তাৰো মৰ্ম্ম চৰে।
হুমহুমি কান্দে লোক লোতক নিগৰে॥ ৭০৯৭
কোপে অপমানে আতি চিত্ত নুহি থিৰ।
হিয়াত পশিল শাল নোহ্লাই গোসানীৰ॥
বুলিবে লাগিলা দুনাই মনত আসুখ।
আউৰ ইটো স্বামী ৰাঘৱৰ নচাওঁ মুখ॥ ৭০৯৮
পৃথিৱীক কাতৰ কৰন্ত যোৰহাতে।
তুমি মোৰ মাৱ জন্ম লভিলো তোমাতে॥
আউৰ যেন নুশুনো ৰামৰ ইটো নাউ।
ফাট দিয়া বসুমতী পাতালে লুকাওঁ॥ ৭০৯৯
স্বৰূপত শান্তী পুণ্য যেৱে আছো ৰাখি।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাক্ষী॥
ৰামৰ পাৱত জানা মোৰ চিত্ত ডাঠ।
তেৱে বসুমতী মোক ঝাণ্টে দিয়া বাট॥ ৭১০০
হওঁ যেৱে আমি পতিব্ৰতা নিৰঙ্কুশ।
ৰাম বিনে আন যেৱে নজানো পুৰুষ॥
গুচোক আমাৰ ইটো কলঙ্ক ললাট।
ৰাঘৱৰ মুখ নচাওঁ মাৱ মেলা ফাট॥ ৭১০১

কায়বাক্যমনে যেৱে ৰামক আৰাধো।
স্বপনতো ৰাম বিনে আনক নসাধো॥
তেৱে বসুমতী মোক জান্তে দিয়া বাট।
নচাওঁ ৰামৰ মুখ মাৱ মেলা ফাট॥ ৭১০২

কৰিলো সুদৃঢ় চিত্তে ৰামকেসে সেৱ।
স্বামী ব্যতিৰেকে নজানিলো আন দেৱ॥
তথাপি এনুৱা মোৰ মিলিল ললাট।
ৰাঘৱৰ মুখ নচাওঁ মাৱ মেলা ফাট॥ ৭১০৩

বিগুতি বিগুতি ৰামে মাতিলন্ত মোক।
আউৰ মই নথাকো নথাকো ইটো লোক॥
লাগিল বৈৰাগ্য মনে মিলিল বিচাট।
দিয়া দিয়া দিয়া বসুমতী ঝান্তে বাট॥ ৭১০৪

দিলা তিনি বাৰ ৰাৱ ৰামৰ বল্লভা।
টলবল কৰি কম্পিবাক লৈলা সভা॥
ঠাৎকাৰ শৱদে মেদিনী দিলা ফাট।
উঠিল সুৱৰ্ণময় সিংহাসন খাট॥ ৭১০৫

চিকিমিকি কৰৈ আতি ৰত্নৰ জেউতি।
সীতাক সাদৰে যোগাইলন্ত বসুমতী॥
চাৰি নাগকন্যা ধৰি আছে চতুৰ্ভিতি।
অদ্ভুত দেখিয়া সবে সমাজে বিশ্ৰুতি॥ ৭১০৬

হনুমন্ত আদি কৰি যত কপিবল।
কি ভৈল বুলিয়া সবে হৃদয় বিকল॥
তথা ভৈল ভৰত লক্ষ্মণ শত্ৰুঘন।
ৰামৰ গাৱত আউৰ নাহিকে চেতন॥ ৭১০৭

শুনা সৰ্ব্বজন ঐত কেদিন জীৱন।
মিছা ধন জন জানি তেজিয়ো যতন॥
ৰামৰ সীতাৰ কেনে দুখ তাক দেখা।
ইটো গৃহবাস সামান্যৰ কোন লেখা॥ ৭১০৮

হেন জানি হৰি ভকতিক কৰা সাৰ।
তেৱেসে তৰিবে পাৰি সংসাৰ নিকাৰ॥
কাৰ কেতিক্ষণ পৰা মিলয় মৰণ।
বোলা ৰাম ৰাম চিন্তা কৃষ্ণৰ চৰণ॥ ৭১০৯

---

## দুলড়ী

পাচে পৃথিৱীৰ আদৰ দেখিয়া
ত্বৰিতে উঠিলা সতী।
ব্ৰহ্মা আদি কৰি সকলো দেৱক
একত্ৰে কৰিলা নতি॥
বশিষ্ঠ প্ৰমুখ্যে ঋষিক নমিলা
জানু পাৰি একঠাই।
কৰি কৃতাঞ্জলি বুলিবে লাগিলা
সীতা উপৰত চাই॥ ৭১১০

জন্মে জন্মে হৈবা জনকেসে বাপ
সাধো মই পৰবাসু।
দশৰথ ৰাজা হুইবন্ত শশুৰ
কৌশল্যা হুইবন্ত শাশু॥
দুখৰ সহায় ভালুক বানৰ
হুইব পুত্ৰ সমসৰ।
ভৰত লক্ষ্মণ বীৰ শত্ৰুঘন
তিনিসি হুইবা দেৱৰ॥ ৭১১১

স্বপনে সচিতে আন নবাঞ্ছোহো
ৰামেসে হুইবন্ত পতি।
তাহান এহিসে দুখানি চৰণ
জন্মে জন্মে হুইবা গতি॥
হুইবেক তনয় মহা শুভনয়
এহি লৱ-কুশ দুই।
হেনয় কলঙ্ক কদৰ্থনা যোনো
আউৰ দুনাই মোৰ নুই॥ ৭১১২

নমি কৌশল্যাক বুলিলা কাৰুণ্য
যি ভৈলা মোৰ কপাল।
দুইগুটি পুত্ৰক সম্পিলো গোসানী
কৰিবাহা প্ৰতিপাল॥
আমাত সঞ্জাত নাহিকে ৰামৰ
পুত্ৰক কমন কাজ।
আছোক পালিব পুত্ৰ বুলিবাকো
ৰামৰ লাগিবে লাজ॥ ৭১১৩

কুশক লৱক গলত বান্ধিয়া
কান্দিলন্ত সীতা শোকে।
তোমাসাক বৰ কৰিতে নপাইলো
দৈৱে দণ্ডিলেক মোকে ॥
অল্পতে তোমাক কৰিলো ছিণ্ডৰা
হেনসে মই অভাগী।
তিনি মা পোৰ ভৈলা দেখা দেখি
আজি ইজন্মক লাগি ॥ ৭১১৪
দুয়ো ভায়েৰে কন্দল নকৰিবা
একত্রে বঞ্চিবা কাল।
মোক লাগি পুতাই চিন্তা নকৰিবা
যি ভৈলা মোৰ কপাল ॥
তোমাসাৰ দুখ দুৰ্গতি লৈ যাওঁ
জীয়া মোৰ লৈয়া আয়ু।
কুলক্ষণী সীতা পাতালে চলিলো
পৰিছেদা মোক চাউ ॥ ৭১১৫
এহি বুলি মকা- মকি কান্দিলন্ত
পুত্র দুইৰ ধৰি গলে।
ক্ষণেকে সন্ধুকি আখি মুখ পাচে
মুচিলা বস্ত্র আঞ্চলে ॥
চিত্ত দৃঢ় কৰি জানকী গোসানী
ভৈলা শোকে মোহে হীন।
পৰম সাদৰে কৰিলা ৰামক
তিনিবাৰ প্রদক্ষিণ ॥ ৭১১৬
চৰণৰ ধূলি মলচিলা চুলি
বুলিলা পাচে প্রণামি।
আৰে প্রভু ৰাজ্য ভুঞ্জিয়োক সুখে
যাওঁ পাতালক আমি ॥
হৃদয় খেদত যি কিছু বুলিলো
ই দোষ ক্ষমা আমাক।
তোমাৰ চৰণ সেৱিবে নপাইলো
মোৰেসে কৰ্ম্ম বিপাক ॥ ৭১১৭
তুমি হেন স্বামী ভৈলোঁহো বঞ্চিত
কোনবা পাপৰ ফলে।

এহি বুলি আউৰ মাতিবে নপাৰি
কৰিল চক্ষু ছল্ললে ॥
গদ গদ বাক্যে বোলন্ত থাকিয়ো
কৰিলো প্রভু মেলানি।
দিব্য সিংহাসনে চড়িলন্ত গৈয়া
কান্দন্ত সীতা গোসানী ॥ ৭১১৮
বসুমতী আসি আশ্বাসি সাৱটি
বুলিলা মধুৰ বাক।
গন্ধে পুষ্পে ধূপে পূজিলা প্রদীপে
যত নাগনাৰীজাক ॥
নাগলোক ছানি জয় বাদ্য বাৰে
দুন্দুভি ধ্বনি আস্ফাল।
শিৰত সুৰভি পুষ্প ৰৰিষিল
পশিলা সীতা পাতাল ॥ ৭১১৯
পতি পুত্রসব সুহৃদ তেজিলা
পৰম বৈৰাগ্য মনে।
যেন চন্দ্ৰকলা মেঘতে লুকাইলা
সীতা শান্তী তাৰক্ষণে ॥
ৰামৰ বিচুই হিয়ে জ্বালি জুই
সীতা পাতালক গৈলা।
দেখি অন্তৰীক্ষ ধাতু ৰামচন্দ্ৰ
বিশ্ৰুতি বিহ্বল ভৈলা ॥ ৭১২০
সিংহাসন হন্তে পৰি মূৰ্চ্ছা গৈলা
শোকত দেখে আন্ধাৰ।
ৰামক ধৰিয়া কান্দে আৰ্ত্তৰাৰে
সীতাৰ দুই কুমাৰ ॥
দেখিয়া অদ্ভুত যত সমাজিক
কাৰো নাহি মাত বোল।
ৰামৰ বিলাই শিশু দুইক চাই
কৰৈ হাহাকাৰ বোল ॥ ৭১২১
দেৱ ঋষিসবে সন্তাপে কান্দন্ত
ধৰিতে চিত্ত নপাৰি।
ভালুক বানৰ কান্দৈ নিৰন্তৰ
মাটিত পাৰি লোটাৰি ॥

ভৰত লক্ষ্মণ বীৰ শত্ৰুঘন
ভূমিত পৰিলা কান্দি।
কৌশল্যা প্ৰমুখ্যে মুঠি হানৈ হিয়ে
সীতা বুলি ৰাৱ বান্ধি॥ ৭১২২
ইহেন পুত্ৰক কিমতে তেজিলি
বজ্রে বান্ধিলেক হিয়া।
গাৱে জুই জ্বালি মাৰ কৈক গৈলা
এতিক্ষণে দেখা দিয়া॥
সেৱকিনী যত সীতাৰ শোকত
কান্দৈ পাৰি লোটালুটি।
পাইল স্বৰ্গ কোল ক্ৰন্দনৰ ৰোল
তুম্বুল ৰোলেক উঠি॥ ৭১২৩
শুনা সভাসদ ৰামায়ণ পদ
ভুখ গৃহবাস দেখা।
ৰামৰ সীতাৰ এনুৱা বিপাক
সামান্যৰ কোন লেখা॥
কালসৰ্পে গিলে কৈত মৃত্যু মিলে
তাহাৰ নাহিকে থিত।
ৰামনাম বিনে নিস্তাৰ নাহিকে
দুৰ্ঘোৰ ইটো কলিত॥ ৭১২৪
ভাৰত ভূমিত লভি নৰতনু
আক ব্যৰ্থ কৰা কিক।
মূঢ়জনে যেন নজানি বিকয়
কাচৰ মোলে মাণিক॥
হেন অনুমানি চিন্তা চক্ৰপাণি
অনাদৰি আন কাম।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
ডাকি বোলা ৰাম ৰাম॥ ৭১২৫

———

শ্ৰীৰামৰ পৃথিৱীৰ প্ৰতি ক্ৰোধ আৰু ব্ৰহ্মাৰ
প্ৰবোধ দান

পদ

এহিমানে গৈল ইটো জানকীৰ কথা।
আত অনন্তৰে শুনা ৰামৰ অৱস্থা॥
কতোক্ষণে ৰঘুনাথে চেতন পাইল।
কৈৰা সীতা বুলি যেন ছেঞ্চান্ত বাতুল॥ ৭১২৬
চেতন লভিয়া প্ৰভু বসিলন্ত উঠি।
হা সীতা বুলিয়া হানন্ত হিয়ে মুঠি॥
সীতা বিনে ৰামৰ চেতন নাহি গাত।
হা সীতা বুলিয়া কান্দন্ত ৰঘুনাথ॥ ৭১২৭
কৈতনো আছহ শান্তী প্ৰাণপ্ৰিয়া মোৰ।
সমাজতে বিচাৰি পাৰন্ত হাতালোৰ॥
বোলন্ত বিশ্ৰুতি আতি বাউল পৰায়।
ঝাণ্টে লাগ লৈয়ো প্ৰাণ লক্ষ্মণ ভৈয়াই॥৭১২৮
আৰকা ৰাৱণে হেৰা হৰি নিলে সীতা।
খুজি নপাওঁ বান্ধে আৰে গৈল কোন ভিতা॥
বাপ হনুমন্ত তই লঙ্কাত বিচাৰ।
প্ৰাণত অধিক প্ৰিয়া হৰাইল আমাৰ॥ ৭১২৯
সুহৃদ সুগ্ৰীৱ মোক আপদত তোল।
কোনে নিলে সীতাক সত্বৰ কৰি বোল॥
ইবাৰ নিজীৱো মই জানকীৰ হেতু।
ভালুক বানৰসব বান্ধ শিলা সেতু॥ ৭১৩০
বিভীষণ মিত্ৰ মোত কহ হিত চিত্তে।
সিয়োবাৰ পাইলো সীতা তোমাৰ নিমিত্তে॥
বান্ধে অবিহনে হেৰা মৰো প্ৰাণ ফুটি।
এহি বুলি মাটিত পাৰন্ত লোটা লুটি॥ ৭১৩১
সীতা সীতা বুলিয়া কান্দন্ত গেৰিয়াই।
গৈল বান্ধে মোক শোক সাগৰে পেহ্লাই॥
হা বিধি দেখিবে নপাইলো মই ভালে।
এতেকে লুকালি কৈত মোহোৰ কপালে॥৭১৩২
ফুটে প্ৰাণ প্ৰাণেশ্বৰী অগ্নি লাগে গাত।
কৰো তোক কাতৰ পালটি মোক মাত॥

আৰেসে জানিলো তই তেজিলি সমূলি।
পৰি মূৰ্চ্ছা যান্ত কতো হা সীতা বুলি ॥ ৭১৩৩
দেখিয়া সীতাৰ তাপ তেজি বোলে লোকে।
ৰামো মৰিবন্ত আজি জানকীৰ শোকে ॥
হাহাকাৰ কৰে প্ৰজা ৰাঘৱক চাই।
ৰামো বসিলন্ত পাচে কিছু শ্ৰুতি পাই ॥ ৭১৩৪
নুগুচয় ৰামৰ হিয়াৰ শোকশাল।
নিশ্চয়ে জানিলো সীতা লুকাইলা পাতাল ॥
জানকীৰ বিৰহে শৰীৰ সব পোৰে।
পৃথিৱীক কাতৰ কৰন্ত হাতযোৰে ॥ ৭১৩৫
তোমাৰেসে জীউ সীতা বসুমতী আই।
তাহান সম্বন্ধে জানা আমিয়ো জমাই ॥
মোতে ৰাগে গৈলা সীতা তোমাৰেসে ঠাই।
বুলি মাতি দেৱী দুনাই দিয়োক পঠাই ॥ ৭১৩৬
নুহি মোক পাতালপুৰতে দিয়া থান।
হেনবা জুৰাই জানকীক দেখি প্ৰাণ ॥
সীতাৰে লগতে মোক যেন যুৱাই হোক।
কাট দিয়া দেৱী মৰো যাওঁ পৰলোক ॥ ৭১৩৭
প্ৰিয়াৰ বিৰহে দেখা দহে সৰ্ব্ব অঙ্গ।
নকৰিবা বান্ধিবাৰ দুনাই ডোলে ভঙ্গ ॥
মহন্তৰ উচিত নুহিকে ইটো কৰ্ম্ম।
জীউ দিয়া নিয়া দুনাই ইটো কোন ধৰ্ম্ম ॥ ৭১৩৮
সীতাৰ বিৰহে জীৱ ভৈল যেন দগধ।
শাশু হুয়া জমাইৰ কিসক লোৱা বধ ॥
এহিমতে পৃথিৱীক কৰন্ত কাতৰ।
একো ভাল মন্দ ৰামে নপাইলা উত্তৰ ॥ ৭১৩৯
অনন্তৰে ৰাঘৱে কাতৰ পৰিহৰি।
মাতিবে লাগিলা পৃথিৱীক কোপ কৰি ॥
এভো দেখো নেদস সীতাক উলিয়াই।
কাতৰ কৰিলো পদে পাইলে হৈবে লাই ॥৭১৪০
তই মোক নিচনিলি দুৰ্ম্মতী বসুমতী।
জানো তোত কৰ্ম্ম নিসিজিবে কুটুম্বতী ॥
মোত দোষ নাহিকে আপুনি ভাঙ্গা লাজ।
সীতাক নেদিলে আজি যাইবে কোনৰাজ ॥৭১৪১

শোকৰ জমকে কোপে কম্পমান তনু।
পৃথিৱীক লাগিয়া ধৰিলা শৰ ধনু ॥
গৰ্জ্জন্ত জঙ্কাৰি মাথা থাক বসুমতী।
হটিলেসে নীচজন হোৱে শুদ্ধমতী ॥ ৭১৪২
বোলস ক্ষেমিবে মোক কুটুম্বৰ গন্ধে।
নিলি জীউ শাশু আৰ কিসৰ সম্বন্ধে ॥
হেনবা বুলিবি স্ত্ৰীক নমাৰিবে বাণ।
নতো শুন তাড়কাৰ ছৰাই আছো প্ৰাণ ॥ ৭১৪৩
আপুনি মৰন্তে আৰ কিবা কৰে গোটে।
ভুৱাচাৰী পৃথিৱী লগাইলি খেড়ি মোতে ॥
জীৱি যেৱে জানকীক দেস বাজ কৰি।
নুহি হেৰ হৃদয় বিদাৰো বসুন্ধৰী ॥ ৭১৪৪
খণ্ড খণ্ড কৰি তোক নিবো ৰসাতল।
শুষিবোহো শৰে সাত সাগৰৰ জল ॥
এহি ঘোৰ শৰে সাতো পাতালক ফুলি।
আনিবো সীতাক এতিক্ষণে খানি তুলি ॥ ৭১৪৫
আমাৰ ভাৰ্য্যাক ৰাখিবেক কাৰ বাপে।
আছোহো মৰন্তে মই সীতাৰ সন্তাপে ॥
নাহি মোৰ দোষ সাখী হুইবা দিগপাল।
এহি শৰে বিদাৰিবো পৃথিৱী পাতাল ॥ ৭১৪৬
এহি বুলি ৰামে ক্ৰোধে ভিৰিলন্ত বাণ।
দেখি সবে সভাসদে তৰতৰিমান ॥
কাম্পে সুৰাসুৰ পাতালৰ যত নাগ।
হংসৰ নামিয়া ব্ৰহ্মা ভেন্টিলন্ত আগ ॥ ৭১৪৭
এৰা এৰা ক্ৰোধ ৰাম মোৰ হাক শুনি।
তুমি কেনে আপোনাক নিচিনা আপুনি ॥
সকল সংসাৰ ইটো তোমাৰে প্ৰজনা।
আপোনাৰে নিজৰূপ আপুনি নাজানা ॥ ৭১৪৮
পৃথিৱীক কিয় কোপ কৰিবাক লাগে।
তুমি নতোহন্তে ৰামায়ণ ভৈলা আগে ॥
ঈশ্বৰ নিৰ্ম্মিত কৰ্ম্ম হুইবেক অৱশ্যে।
জগতকে জুৰিবে তোমাৰ ইটো যশে ॥ ৭১৪৯
এহি ৰামায়ণ যিটো জনে শুনে ভণে।
বাঢ়িবে ভকতি তাৰ তোমাৰ চৰণে ॥

লৱে-কুশে গাউক গীত তোমাৰ আগত।
ভৱিষ্যত কথা হুইব আপুনি বেকত ॥ ৭১৫০
যাৰ যেন হুইবেক আপুনি আছে হুই।
পৃথিৱীক খঙ্গিবে তোমাৰ যোগ্য নুই ॥
কিসক পাসৰা ৰাম জগতৰ বাপ।
সীতাৰ নিমিত্তে তুমি ত্যজিয়োক তাপ ॥ ৭১৫১
এহি পৃথিৱীৰে খণ্ডিবাক লাগি ভাৰ।
কিয় নুসুমৰা তুমি হৈলা অৱতাৰ ॥
হেন জানি বাপ আৰে সম্বৰিয়ো ক্রোধ।
চপৰাইলা মাথ ৰামে শুনিয়া প্রবোধ ॥ ৭১৫২
ব্রহ্মাৰ বচনে কিছু ভৈলা চিত্ত শান্ত।
শৰ ধনু সন্ধুকিয়া হাতৰ তেজিলন্ত ॥
গুচায়া বচনে বিধি ৰাঘৱৰ শোক।
হংসযানে চড়ি লৰি গৈলা ব্রহ্মালোক ॥ ৭১৫৩
পুত্র দুইকো ধৰি ৰামে সজল নয়নে।
পুনৰপি পালটি বসিলা সিংহাসনে ॥
সীতাক সুমৰি মনে ওলমায়া মাথ।
ঘনে ঘনে নিশ্বাস তেজন্ত ৰঘুনাথ ॥ ৭১৫৪
ৰামৰ বিকল চিত্ত নুগুচিল জানি।
পাতালপুৰৰ পৰা নিকলিল বাণী ॥

---

পাতালী বাণীয়ে শ্রীৰামক সীতাৰ বৃত্তান্ত কয়

তেজিয়ো সন্তাপ বাপ হোৱা সন্তুক্ষণ।
আউৰ দুনাই দুর্লভ সীতাৰ দৰিশন ॥ ৭১৫৫
পৰম বৈৰাগ্যে আসি পশিলা পাতাল।
সিটো প্রাণ পুত্র দুইকো কৰা প্রতিপাল ॥
আউৰ জানকীৰ হন্তে পৰিহৰা চিন্তা।
ইটো অৱতাৰত নপাইবা বাপ সীতা ॥ ৭১৫৬
কল্যাণে আছন্ত ঐত আই সীতা সতী।
পাতালৰ লোকে পূজে পৰম ভকতি ॥
গন্ধে পুষ্পে ধূপে যেন বিধি ব্যৱহাৰ।
স্বৰ্গত ত্রিদশে আসি কৰৈ সতকাৰ ॥ ৭১৫৭
সাধে ইষ্ট বৰ আসি গোসানীক সেৱি।
সাতো পাতালৰ সীতা ভৈলা মুখ্যদেৱী ॥
তেজিয়োক শোক সিটো সীতাৰ নিমিত্তে।
সিটো শুভান্বিত দুই পুত্রক দেখন্তে ॥ ৭১৫৮
যাৰ যেন অৱশ্যেকে হৈবেক সর্ব্বথা।
উত্তৰাকাণ্ডৰ আৰে শুনা পাচকথা ॥
তোমাৰ আগত দুই ভাই গাউক গীত।
ভৱিষ্যত কথা হৈবে আপুনি বিদিত ॥ ৭১৫৯
বাল্মীকিৰ কৃত ৰামায়ণ যেন বেদ।
তাৰ কথা শুনি সবে পাইবা পৰিচ্ছেদ ॥
তুমি নতো হন্তে সিটো শাস্ত্র ভৈল আগে।
অৱশ্যে হুইবেক যেন যেন হৈবে লাগে ॥ ৭১৬০
পাতালপুৰৰ পৰা নিকলিল বাণী।
শুনি ৰামচন্দ্রে তাক মনে অনুমানি ॥
বাল্মীকিক বুলিলন্ত কৰিয়া প্রণতি।
কালিসি শুনিবো কথা থাকোক সম্প্রতি ॥ '৬১
বিসর্জ্জিলা সভা উঠি আসনৰ হন্তে।
প্রাণ ফুটি যায় দুই পুত্রক দেখন্তে ॥
শুতিলা শয্যাত দুই পুত্র গলে ধৰি।
লোতকে পাঞ্জৰি ভিজে সীতাক সুমৰি ॥ ৭১৬২
ফোকাৰন্ত নিশাস নাহিকে চিত্ত শান্ত।
স্বপনতো সীতা সীতা বুলিয়া চেষ্টান্ত ॥
উঠন্তে বৈসন্তে ভৈল সুপ্রভাত ৰাতি।
হৈয়া শুচি সজ্জন বসিলা সভা পাতি ॥ ৭১৬৩
শুনিলন্ত উত্তৰাকাণ্ডৰ কথা শেষ।
ভৈলা যেনমতে সীতা পাতালে প্রবেশ ॥
বিহ্বল ভৈলন্ত যেনমতে ৰঘুপতি।
আসি বুজাইলন্ত যেনমতে প্রজাপতি ॥ ৭১৬৪
পাতালৰ হন্তে যেন নিকলিল বাণী।
দিলন্ত প্রবোধ যেন পৃথিৱী গোসানী ॥
ৰাঘৱৰ আগত সকলে কথা গাইল।
শুনি বিপৰীত ৰাম কিঞ্চিত জুৰাইল ॥ ৭১৬৫
আউৰ গাইবে চাহন্তে বাল্মীকি দিলা হাক।
নুশুনিবা ৰামচন্দ্র পাচৰ কথাক ॥
শুনিয়া লোকৰ উতপাত হৈব চিত্ত।
ঋষিৰ নিষেধে দুয়ো তেজিলন্ত গীত ॥ ৭১৬৬

ৰাম নতো হন্তে ৰামায়ণ ভৈল গীত ।
হেন কথা শুনিয়া সমাজে আচৰিত ॥
সাধু সাধু বাল্মীকি তুমিসি মহাঋষি ।
প্ৰশংসিলা দশোদিশে তাহাঙ্ক হৰিষি ॥ ৭১৬৭
ৰামকো বুজাইলা বেঢ়ি ভ্ৰাতৃ মন্ত্ৰীলোক ।
নপলাই ৰামৰ সীতাৰ সিটো শোক ॥
সুমৰন্তে জানকীক ফুটে যেন প্ৰাণ ।
হাট ফোট নুগুচে নুৰুচে অন্নপান ॥ ৭১৬৮
দুখমনে সদায়ে থাকন্ত গুণি গান্থি ।
আউৰ দুনাই নভৈল ৰামৰ সুখ শান্তি ॥
আপদৰ উপৰি আপদ তান ভৈল ।
এহিমানে পাতালীকাণ্ডৰ কথা গৈল ॥ ৭১৬৯
শুনা সৰ্ব্বজনে ইটো ৰামায়ণ পদ ।
হেন জানা গৃহবাস পৰম আপদ ॥
ৰামৰ সীতাৰ ভৈলা এনুৱা বিলাই ।
কাৰো সুস্থ নাহি চাৱা মনে অৱগাই ॥ ৭১৭০
আসম্বাত ধন জন জীৱন যতেক ।
এই আছে এই নাই সম্যকে টাটেক ॥
যত বন্ধু বান্ধৱ আগতে যায় মৰি ।
তথাপি নুপজৈ ভয় ইহাক সুমৰি ॥ ৭১৭১
নিচিন্তি নথাকা কালে ধৰিলেক পৰা ।
যেৱে নিস্তাৰিবা হৰিভকতিক ধৰা ॥
পৰলোক বান্ধৱ পৰম হৰিনাম ।
জানি আন এৰি বেঢ়ি বোলা ৰাম ৰাম ॥ ৭১৭২

---

নানা ৰজাক পৰাভৱ কৰাই শ্ৰীৰামে ভৰতাদিৰ
পুত্ৰসকলক ৰাজ্য দিয়ায়

ছবি

পাতালখণ্ডৰ কথা এহিমানে গৈল তথা
শুনিলাহা সমাজিকবৰ্গ ।
শুনা স্বৰ্গখণ্ড আৱে যেনমতে সামৰাজে
শ্ৰীৰামচন্দ্ৰ গৈলা স্বৰ্গ ॥
সীতা পাতালক গৈলা ৰাঘৱ আকুল ভৈলা
একোমতে চিত্ত নুহি শান্ত ।
নেত্ৰৰ নুগুচে জল নিনিমাই শোকানল
গুণি একো উপায় নপান্ত ॥ ৭১৭৩
যজ্ঞ সাঙ্গ কৰি দেৱ দিলন্ত দক্ষিণা দান
হীৰা মৰকত বহু ৰাগে ।
দুখী ভিক্ষী দেশান্তৰী দিলা অদৰিদ্ৰে কৰি
সুৱৰ্ণ ৰজত দামে দামে ॥
ৰাজা প্ৰজা দ্বিজগণ সবাৰো তুষিলা মন
দিয়া বস্ত্ৰ ভূষণ অশেষ ।
পাচে সমদলে গৈয়া দুগুটি পুত্ৰক লৈয়া
অযোধ্যাত ভৈলন্ত প্ৰবেশ ॥ ৭১৭৪
ওৱাৰিৰ নতু ৰাজ এৰিলন্ত ৰাজকাজ
ভৈল যেন গৃহে বনবাস ।
নাহি আন একো চিন্তা হা সীতা হা সীতা
বুলি মাত্ৰ তেজন্ত নিশ্বাস ॥
নাহি একো কথা মাত গালৰ নুগুচে হাত
দুগুটি পুত্ৰক চাই চাই ।
সদায় লম্বিত মুখ শয়নতো নাহি সুখ
লোতকে পাজৰি ভিজি যায় ॥ ৭১৭৫
পাৰ নাই সন্তাপৰ দণ্ডে যুগ সমসৰ
কৈবো কত ৰাঘৱৰ শোক ।
কৌশল্যা প্ৰমুখ্য কৰি তিনি ৰাজমাৱ মৰি
কালে সবে গৈলা স্বৰ্গলোক ॥
তাসম্বাৰ প্ৰেতকাৰ্য্য সকলে সঙ্কলি দিলা
পিণ্ড জলাঞ্জলি ৰাম নৃপ ।
ভৈল মহা সদগতি পৰম আনন্দ মতি
পাইল সবে স্বামীৰ সমীপ ॥ ৭১৭৬
ৰামৰ প্ৰসাদে সবে পাইলন্ত অক্ষয় স্বৰ্গ
মিলৈ বস্তু দেৱ উপযোগ ।
ভাৰ্য্যাসমে দশৰথ পূৰিলন্ত মনোৰথ
ব্ৰহ্ম ভুৱনত ভুঞ্জি ভোগ ॥
আত অনন্তৰে কথা শুনা যেন ভৈল তথা
ভৰতৰ মমাই যুদ্ধাজিত ।
ৰামৰ পাশক লাগি অনেক সম্ভাৰ দিয়া
পঠাইলন্ত গৰ্গ পুৰোহিত ॥ ৭১৭৭

ৰামে পাচে বাৰ্ত্তা পাই ঋষিক গৌৰৱে গৈয়া
আগবাঢ়ি দণ্ড দুইৰ পথ ।
অঙ্গিৰা পুত্ৰক পাচে বিদূৰতে ভেণ্ট পাই
ভৈল ভূমিপাৰ এৰি ৰথ ॥
গৰ্গক প্ৰণামি ৰামে অযোধ্যাক আনিলন্ত
পাইলা ৰামে হৰিষ আশেষ ।
আতি আনন্দিত মতি যেন গুৰু বৃহস্পতি
ভৈল ইন্দ্ৰপুৰত প্ৰবেশ ॥ ৭১৭৮
যোগাইল ৰামত যত কম্বল চামৰ ৰত্ন
আৰ দশ হাজাৰ ঘোটক ।
সুৱৰ্ণ ৰাথৰচয় চিকিমিকি কৰে তয়
বেগে যেন বিজুলী চটক ॥
ৰামে পুছিলন্ত গুৰু মাতুলৰ বাৰ্ত্তা ভাল
তোমাক পঠাইলা কিবা কাজে ।
গৰ্গে বোলন্ত প্ৰভু হেন কাৰ্য্যে পঠাইলন্ত
সিটো যুদ্ধাজিত মহাৰাজে ॥ ৭১৭৯
সিন্ধু নদীতীৰ জুৰি সৈন্ধৱ গন্ধৰ্ব্বৰাজ
ৰহি আছে কৰি মহাগৰ্ব্ব ।
ৰাজ্য মাৰি পীড়ে প্ৰজা পাপী আৰো লগে লৈয়া
তিনি কোটি কটক গন্ধৰ্ব্ব ॥
তাক মাৰি দুয়ো তীৰে ৰাজ্য পাতিয়োক প্ৰভু
মই হইবো সহায় লগত ।
শুনি গুনি ৰামৰায় বোলন্ত পাচক চাই
শুনা প্ৰাণ ভৈয়াই ভৰত ॥ ৭১৮০
চলিয়োক সাজ হুই তক্ষক পুষ্কৰ দুই
পুত্ৰক দিয়োক ৰাজ্য বান্টি ।
গন্ধৰ্ব্বক বধি গৈয়া ৰাজ্য কৰি বিভঞ্জিয়া
আনিবাহা কৰিয়া নিবান্টি ॥
ৰামৰ আদেশ পায়া পুত্ৰ দুইক লগে লৈয়া
লৰিলা ভৰত সমদলে ।
ৰাম লক্ষ্মণে গৈয়া আগবঢ়াই ভৰতক
পঠাইলন্ত অনেক মঙ্গলে ॥ ৭১৮১
জ্যেষ্ঠৰ চৰণধূলি শিৰত লৈলন্ত তুলি
কৰিলন্ত আটোপে পয়াণ ।
কটকৰ গিৰে আতি দলদপ বসুমতী
দেৱাসুৰ তৰতৰিমান ॥
কতো দিনে পাইলা গৈয়া মাতুলৰ ৰাজ্য পাচে
শুনি যুদ্ধাজিত মহাৰাজা ।
পৰম কৌতুক ভৈলা ভৰতৰ লাগ লৈলা
সঙ্গে সাজি গজ বাজী প্ৰজা ॥ ৭১৮২
শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
জানা নামধৰ্ম্ম বিপৰীত ।
ৰামনাম মত্তসিংহ শুনিয়া তাহাৰ ৰিঙ্গ
পলাই পাপ-হস্তী হুয়া ভীত ॥
কোটি শত তীৰ্থস্নান তপ জপ যজ্ঞ দান
কোটি ভাগ তাক সম নুই ।
ৰাম বোলে একজনে তাৰ ধ্বনি শুনে যানে
সবাৰো পাপত লাগে জুই ॥ ৭১৮৩
নাম সুমৰণে মাত্ৰ চণ্ডালে যজ্ঞৰ পাত্ৰ
হুইবেক উচিত কিনো দেখা ।
চাৰিয়ো বেদৰ সাৰ নামৰ আগত আৰ
আন পাতকৰ কোন লেখা ॥
শুনিয়োক শাস্ত্ৰমৰ্ম্ম কিঙ্কৰসকলে ধৰ্ম্ম
সবাৰে উপৰি ৰাজা নাম ।
হেন তত্ত্বকথা জানি সমজ্যাৰ যত প্ৰাণী
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৭১৮৪

---

পদ

আত অনন্তৰে শুনা যেন কথা ভৈলা ।
সাজি যুদ্ধাজিতে ভৰতৰ লাগ লৈলা ॥
তৰল মৃদঙ্গ ঢোল শৱদ তুম্বুলে ।
সাজি একস্থান ভৈলা ভাগিনে মাতুলে ॥ ৭১৮৫
আলোচিয়া দুয়ো বীৰে গন্ধৰ্ব্ব বধিত ।
দিলা ধাৱ নিৰ্ভয়ে ভৰত যুদ্ধাজিত ॥
তক্ষক পুষ্কৰ দুই ভৰতকুমাৰ ।
আগ হুয়া সেনাৰ লৰিল চমৎকাৰ ॥ ৭১৮৬
সাগৰ সঙ্কাশ সেনা যায় একে জোপে ।
গন্ধৰ্ব্বৰ ৰাজা শুনি বজাইল আটোপে ॥

তূণ বাণ ধনু ধৰি কৰি আটি মুটি।
পাটোৱাৰে বজাইল গন্ধৰ্ব্ব তিনি কোটি ॥ '৮৭
দেখি ভৰতৰ তাক কিটাইল কটকে।
ধাইল ধনু ধৰি যেন সাৰোল চটকে ॥
বাঘে যেন গৰ্জ্জি আসি গন্ধৰ্ব্বক ঢাকি।
প্ৰহাৰিল কাণ্ড খাণ্ডা যাঠী জোঙ্গ জাকি ॥ '৮৮
মহাগৰ্ব্বে গন্ধৰ্ব্বে নেদিলা ভঙ্গ তাত।
কৰিলা আপোন অস্ত্ৰে অস্ত্ৰক বিঘাত ॥
পৰম আক্ৰান্ত কৰি শত্ৰুৰ সেনাক।
শৰীৰৰ সন্ধানে অস্ত্ৰৰ দিলা জাক ॥ ৭১৮৯
দুই হাতে কোবাৰে খাণ্টখিট কৰি খাণ্ডে।
ঘাৱৰ বিঘত তেজ বৱৈ ধাৱা দণ্ডে ॥
নোৱাৰিলে তাপৰিবে পাচগুচি যায়।
দেখি খেদি গৈলন্ত ভৰত আগুৱাই ॥ ৭১৯০
সৈন্ধৱে ভেন্টিল আসি ভৰতৰ আগ।
মাৰি শৰসৰ খঙ্গে গৰ্জ্জে যেন বাঘ ॥
ভৰতে সহিতে ভৈল সমৰ দুষ্কৰ।
সেনা সমে যুজে দুই তক্ষক পুষ্কৰ ॥ ৭১৯১
দুইহন্তৰো লগতে যুজন্ত যুদ্ধাজিত।
বৰিষিল শৰ তিনি বীৰে বিপৰীত ॥
ছেদিল ভেদিল কাৰো উৰু কৰীকৰ।
ওষ্ঠ কণ্ঠ কটি কাটিলন্ত কটকৰ ॥ ৭১৯২
তথাপি গন্ধৰ্ব্বে নৈৰে যুজে বায়ুগতি।
ভৈল ঘোৰ ৰণ সাত দিন সাত ৰাতি ॥
আতাসতে কাণ ফাটে যেন বজ্ৰ পৰে।
সমস্তৰে ভয় শুনি হৃদিকম্প লৰে ॥ ৭১৯৩
ভৰতক গন্ধৰ্ব্বে বুলিল আৱস্ফুটি।
তুনাই নেদেখিবি আৰ অযোধ্যা উলটি ॥
মোৰ ঘোৰ শৰে আজি হুইবে তোৰ যম।
ভৰতে বোলন্ত শুন সৈন্ধৱ অধম ॥ ৭১৯৪
অেক কালে পাইলে আসি লপস লটক।
এহি বুলি ৰথ ধ্বজ কাটিলা ঘোটক ॥
দুই শৰ মাৰি সাৰথিক থৈলা শালি।
আঠ শৰে ৰথখান পেহ্লাইলা বথালি ॥ ৭১৯৫

তীক্ষ্ণতৰ শৰে তাৰ হৃদয়ক ভেদি।
পেলাইলন্ত অৰ্দ্ধচন্দ্ৰে তাৰ স্কন্ধ ছেদি ॥
ভৰতৰ বীৰত্ব প্ৰশংসে সামৰাজে।
পাৰৈ জয় জোকাৰ দুন্দুভি বাদ্য বাজে ॥ ৭১৯৬
সৈন্ধৱক বধি বীৰ বিপুল বিক্ৰম।
ধনু ধৰি ধাইলন্ত সেনাক যেন যম ॥
দিব্য গন্ধৰ্ব্বৰ বাণ কৰিয়া প্ৰকাশ।
ঢাকিল বিদিশ দিশ ছানিয়া আকাশ ॥ ৭১৯৭
একগুটি জোৰন্তে পৰন্তে কোটি লক্ষ।
সংহাৰিবে লৈলা সবে গন্ধৰ্ব্ব বিপক্ষ ॥
আতি খৰতৰ ভৰতৰ শৰে ফুটি।
নিৰন্তৰে বধিলা গন্ধৰ্ব্ব তিনি কোটি ॥ ৭১৯৮
গন্ধৰ্ব্বক বধিয়া সাধিলা সবে জয়।
ভৰতৰ বীৰত্ব জগতে প্ৰশংসয় ॥
ধন্য ধনুৰ্দ্ধৰ বীৰ ৰামৰ কনিষ্ঠ।
মাৰি দুৰ্জ্জনক কাৰ্য্য সাধিলা বিশিষ্ট ॥ ৭১৯৯
ৰাঘৱৰ আদেশ সুমৰি পাচে বীৰে।
পাতিলন্ত নগৰ নদীৰ দুই তীৰে ॥
তক্ষকপুৰীৰ নাম তক্ষক ৰহিলা।
পুষ্কৰাৱতী নামে পুৰী পুষ্কৰক দিলা ॥ ৭২০০
সজাইল বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান।
দিলা দৌল দীঘি সৰোবৰ থানে থান ॥
পুত্ৰ দুইকো দিলা বান্টি আৰো যত ৰাজ।
ৰামৰ আদেশে সবে সম্কলিলা কাজ ॥ ৭২০১
ৰাজ্য পালিলন্ত পাঞ্চ বৎসৰ তহিত।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিত ॥
যুদ্ধাজিত মাতুলত মাগিয়া মেলানি।
অযোধ্যাক আসিলা ভৰত মহামানী ॥ ৭২০২
কৰিলা জ্যেষ্ঠৰ আসি চৰণে প্ৰণাম।
চিৰকালে ভ্ৰাতৃক দেখিলা শ্ৰীৰাম ॥
সজল নয়নে স্নেহে ধৰিলা সাৰটি।
ভৰতে কহিলা কথা সকলে প্ৰকটি ॥ ৭২০৩
গন্ধৰ্ব্ব মাৰিয়া যেনমতে পাতি ৰাজ।
পুত্ৰ দুইকো দিলা সবে নিবেদিলা কাজ ॥

ভৈলন্ত হৰিষ শুনি কৌশল্যাৰ সুত ।
ভৰতক অভিনন্দা কৰিলা বহুত ॥ ৭২০৪
আত অনন্তৰে ৰামে চিন্তিলন্ত কাৰ্য্য ।
লক্ষ্মণৰ পুত্ৰ দুইকো দিবো কৈত ৰাজ্য ॥
থৈবো কৈত দুয়ো কুমাৰক ৰাজা পাতি ।
পাত্ৰ মন্ত্ৰীগণত সোধন্ত প্ৰভু মাতি ॥ ৭২০৫
ভৰতে বোলন্ত শুনিয়োক দেৱাদেশ ।
আছে কাৰু নামে ৰমণীয় মহাদেশ ॥
মল্লভূমি শিখৰভূমিক জানো ভালে ।
হেন শুনি ৰামে আদেশিলা ততকালে ॥ ৭২০৬
সঙ্গে অঙ্গদক লৈয়া লৰিয়ো লক্ষ্মণ ।
চলা চন্দ্ৰকেতু সমে ভৰত এখন ॥
দুয়ো কুমাৰক দিয়া ৰাজ্য কৰি থিৰ ।
তেৱেসে আসিবা অযোধ্যাক দুয়ো বীৰ ॥ ৭২০৭
ৰামৰ আদেশে সমদলে দুয়ো ভাই ।
গৈলন্ত আটোপে পাচে পৃথিৱী কম্পাই ॥
লক্ষ্মণে ভৰতে আতি চিন্তি হিত কাজ ।
দিলা দুয়ো কুমাৰক কাৰু নামে ৰাজ ॥ ৭২০৮
মল্লভূমি লক্ষ্মণে আপুন চাই ফুৰি ।
অঙ্গদিয়া নামে তাতে পাতিলন্ত পুৰী ॥
ধনে ধানে ভৰিয়া পাতিলা বহু প্ৰজা ।
অঙ্গদপুত্ৰক তাতে পাতিলন্ত ৰাজা ॥ ৭২০৯
শিখৰভূমিত ফুৰি ভৰত কুমাৰ ।
চন্দ্ৰাৱতী নামে তাতে পাতিলা নগৰ ॥
বিতোপন পুৰী যেন জ্বলে অম্ৰাৱতী ।
পাতিলন্ত তাতে চন্দ্ৰকেতুক নৃপতি ॥ ৭২১০
থানে থানে দিলা দীঘি সৰোবৰ আলি ।
বৰিষেক ৰক্ষিলা ৰামৰ আজ্ঞা পালি ॥
প্ৰবোধিয়া পুত্ৰ দুইক থাপিল তহিত ।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিত ॥ ৭২১১
অযোধ্যাক পাইলা পাচে ভৰত লক্ষ্মণে ।
বেঢ়ি প্ৰণামিলা আসি ৰামৰ চৰণে ॥
চন্দ্ৰকেতু অঙ্গদৰ নিবেদিলা কথা ।
দুয়ো ভাইৰ ভৈলা যেন ৰাজ্যৰ ব্যৱস্থা ॥ ৭২১২

শুনি ৰঘুপতি ভৈলা আনন্দ অপাৰ ।
কৰিলন্ত দুয়ো ভাইক আতি সতকাৰ ॥
প্ৰশংসিলা সাধু সাধু মধুৰ বচনে ।
এক পাশে বসিলন্ত ভৰত লক্ষ্মণে ॥ ৭২১৩
আত অনন্তৰে ৰামে আলোচিলা পাচে ।
ইটো শত্ৰুঘনৰ কুমাৰ দুই আছে ॥
কৈত ৰাজ্য দিবো বুলি চপৰাইলা নাথ ।
গুণি গান্থি আপুনি পাইলন্ত ৰঘুনাথ ॥ ৭২১৪
মাতি শত্ৰুঘনক ৰাঘৱে বুলিলন্ত ।
লৈয়ো গজ বাজী সাজি সেনা অপৰ্য্যন্ত ॥
মথুৰাক লাগি কৰা সত্বৰে পয়াণ ।
পৰম সম্পন্ন সিটো বিতোপন থান ॥ ৭২১৫
সুচৰিত সুবাহু তোমাৰ পুত্ৰ দুই ।
লগতে চলোক সৈন্যসমে সাজ হুই ॥
লৱণ অসুৰ মথুৰাৰ অধিকাৰী ।
পাতিয়োক দুইকো ৰাজা তৈতে তাক মাৰি ॥ '১৬
শুনি শত্ৰুঘনে উঠিলন্ত তেতিক্ষণে ।
পৰি প্ৰণামিলা জ্যেষ্ঠ ৰামৰ চৰণে ॥
যাত্ৰা লৈয়া হৈলা বাজ অযোধ্যাক ছাৰি ।
তমকিল তবলা ঢোলত দিলা বাৰি ॥ ৭২১৭
সাজি গজ বাজী প্ৰজা ধৰিলেক লাগ ।
স্নেহে কনিষ্ঠক ৰামে বঢ়াইলন্ত আগ ॥
কৰাইলা মঙ্গল যত ভৰত লক্ষ্মণে ।
সাজি শত্ৰুঘনে লৰিলন্ত ৰঙ্গমনে ॥ ৭২১৮
বাৰৈ বাদ্যভণ্ড দণ্ড নচুৱাৱে তুলি ।
কটকৰ গিৰে আতি উজৰিল ধূলি ॥
বাজে গজঘণ্টা আতাসে ফাৰৈ কাণ ।
পৰম আৰম্ভে বীৰে কৰিলা পয়াণ ॥ ৭২১৯
কতোদিনে সমীপ পাইলন্ত মথুৰাৰ ।
কাছিয়া বজাইল শুনি লৱণ দুৰ্ব্বাৰ ॥
অসংখ্য অসুৰ সেনা সাজি বায়ুপতি ।
কৰিলা সমৰ তিনি দিন তিনি ৰাতি ॥ ৭২২০
পুত্ৰ দুই সহিতে যুজন্ত শত্ৰুঘন ।
বৰিষিলা বাণগণ কাটন ফুটন ॥

উৰু কৰীকৰ কটি কাটিলন্ত জাঙ্গ।
অসুৰৰ শোণিতে বহাইলা তৈতে গাঙ্গ ॥ '২১
কৰিলন্ত সমৰ অসুৰ যত কোটি।
একে ব্ৰহ্ম অস্ত্ৰ মাৰি কৰিলা নিগুটি ॥
শত্ৰুঘন অগনিত পতঙ্গ অসুৰ।
ক্ষণেকে ভৰিল মৰি ঘোৰ যমপুৰ ॥ ৭২২২
সেনা বন্ধ দেখি খঙ্গে লৱণ দুৰ্জ্জয়।
হাতে শূল ধৰি শত্ৰুঘনক গৰ্জ্জয় ॥
খাইবো মুণ্ড জোণ্ড কুণ্ড যেন যায় দেখি।
পেলাইলন্ত শূল তাৰ শত্ৰুঘনে ছেদি ॥ ৭২২৩
ভেদিলেক হৃদয় নিৰ্দ্দয় যাঠী শৰে।
তথাপিতো পাচভৰি অসুৰে নকৰে ॥
দেখি দুনাই ভেদিলেক হাজাৰেক বাণে।
নকৰে কটাক্ষ শত্ৰুঘনৰ সন্ধানে ॥ ৭২২৪
ক্ৰোধে ধৰি ধাৰে বজ্ৰমুষ্টি অসদৃস্ট।
দেখি অৰ্দ্ধচন্দ্ৰ জুৰি ৰামৰ কনিষ্ঠ ॥
আকৰ্ণ পূৰিয়া শৰ ক্ষেপিয়া পঠাইল।
লৱণক কাটি গাণ্ডি মুণ্ড বেলগাইল ॥ ৭২২৫
কতো দূৰ জুৰি ঘোৰ অসুৰ পৰিল।
গিৰ গিৰ শব্দত পৃথিৱী লৰিল ॥
প্ৰশংসিয়া দেৱে পুষ্প বৰিষে বিশিষ্ট।
ধন্য ধন্য ধনুৰ্দ্ধৰ ৰামৰ কনিষ্ঠ ॥ ৭২২৬
আকাশত দেৱে কৰে দুন্দুভি আস্ফাল।
জয় জয় প্ৰজাৰ মিলিল কোলাহল ॥
জয়বাদ্যে আন্দোলে মেদিনী মেলে ফাট।
লৈলা শত্ৰুঘনে গৈয়া মথুৰাৰ পাট ॥ ৭২২৭
ফুৰাইলা ডেঙ্গৰ সবে নগৰে নগৰে।
নাহি লুৰি লোধ লোক গৃহত সঞ্চৰে ॥
ভৈল ঘিটি ঘিটি গ্ৰাম নগৰ আশেষ।
কৰিয়া বিভাগ পুত্ৰ দুইকো দিলা দেশ ॥ ৭২২৮
ভৈলন্ত বিদিশ পুৰে ৰাজা সুচৰিত।
সুবাহু নৃপতি ভৈলা মথুৰাপুৰীত ॥
নাহি পাল পঞ্চা প্ৰজা পালন্ত নিশেষ।
ধনে ধানে বিপুল সম্পত্তি ভৈল দেশ ॥ ৭২২৯

লৱণক মাৰি ৰাজ্য কৰি অকণ্টক।
শত্ৰুঘনে দিলা বাণ্টি দুই তনয়ক ॥
ভাৰ্য্যা পুত্ৰসমে মথুৰাত পাতি পাট।
থাকিলন্ত ৰামৰ আজ্ঞাক চাহি বাট ॥ ৭২৩০
শুনিয়োক সমাজিক ৰামৰ চৰিত্ৰ।
লভিয়া দুৰ্ল্লভ জন্ম ভাৰত ভূমিত ॥
ৰামনাম অমৃততে তেজি অভিলাষ।
কৰিয়ো কিসত বিষবিষয়ত গ্ৰাস ॥ ৭২৩১
দেহৰ বাঞ্ছনি জন্ম যায় আলে জালে।
কেতিক্ষণে পৰা আসি ধৰিলেক কালে ॥
নিচিন্তি নথাকা যাৱে গাৱে আছে বল।
ঝাণ্টে লোৱা ৰাম নাম মৰণ সমল ॥ ৭২৩২
নলাগৈ ভাগৰ গাৱে নাহি ধনহানি।
শুনন্তে সন্তোষ ইটো ৰামনাম বাণী ॥
উচ্চাৰণে পাপৰ প্ৰলয় কৰৈ নাম।
হেন জানি ডাকি সবে বোলা ৰাম ৰাম ॥ ৭২৩৩

---

শ্ৰীৰামৰ ওচৰলৈ কালৰ ছদ্মবেশে গমন

দুলড়ী

এহিমতে ৰামে ভ্ৰাতৃৰ পুত্ৰক
ৰাজ্য যেৱে বাণ্টি দিল।
শুনিয়োক পাচে বিমঙ্গল যেন
অযোধ্যা মধ্যে মিলিল ॥
একে আকাশতে উদিত দুই চন্দ্ৰ
সঘনে নিৰ্ঘাত পৰে।
অনা বতাসতে বৃক্ষ উভৰয়
ঘনে ঘনে ভূমি লৰে ॥ ৭২৩৪
দিনতে ফেকুৰা বাৰৈ ঘৰে ঘৰে
মনুষ্যৰ চাপি কোল।
ছানিয়া গগন শুনি কুকুৰৰ
ক্ৰন্দনৰ উৰ্ম্মি ৰোল ॥
হালৰি ৰুধিৰ বৰিষয় ধাৰে
দেখাৰৈ পুৰী উচ্ছাদ।

হেন উতপাত দেখি ৰাঘৱৰ
মনত মহা বিষাদ ॥ ৭২৩৫
সীতাৰ বিয়োগে দণ্ডে যুগ যায়
নকৰৈ নিদ্রা নিশাত।
ইটো উতপাতে জানিলো অৱশ্যে
মিলাইবে এক বিঘাত ॥
হা ৰাক্ষৈ সীতা তেজি গৈলি মোক
মাৰিয়া বুকত ঘাৱ।
স্মৰি শান্তীক লোতক নিগৰৈ
পোৱৈ কৰ্ম্মে সৰ্ব্বগাৱ ॥ ৭২৩৬
প্রিয়াৰ সন্তাপে প্রভু ৰাঘৱৰ
মনত নুগুচৈ ক্লেশ।
সেহি সময়ত আসিলন্ত কাল
ঋষিৰ ধৰিয়া বেশ ॥
সিংহ দুৱাৰত ৰহিয়া কহিল
লাগ লক্ষ্মণক পাই।
নামত সুকৃতি আমি ব্রহ্মঋষি
আসিলো ৰামৰ ঠাই ॥ ৭২৩৭
ৰাঘৱত আছে গোপ্য প্রয়োজন
ৰাণ্টে দিয়ো গৈয়া জান।
লক্ষ্মণে জনাইল ৰাঘৱে নিয়াইল
ঋষিক কৰি সন্মান ॥
সাদৰে আসন আনি পৰাই দিল
ৰামে আপোনাৰ কাছে।
হুয়োক বিজয় বুলি ঋষি সেই
আসনে বসিলা পাচে ॥ ৭২৩৮
ঋষিত কুশল পুছি ৰঘুপতি
সুধিলন্ত পাচে কাজ।
আমাৰ থানক কোন কামে আইলা
তুমি মহা মুনিৰাজ ॥
ঋষিয়ে বোলন্ত তেৱেসে কহিবো
কৰা আগে অঙ্গীকাৰ।
তুমি আমি কথা কহন্তে যি দেখে
সেহিসে বধ্য তোমাৰ ॥ ৭২৩৯

শুনি লক্ষ্মণক দুৱাৰত থৈয়া
বুলিলন্ত ৰঘুনাথ।
আমাক দেখিতে সিটো জন আসৈ
সত্যে কাটিবোহো মাথ ॥
পুছিলন্ত পাচে বিৰলে ঋষিত
আৱে কৈয়ো কোন কাম।
ঋষিয়ে বোলন্ত জানা মইতো কাল
আসি আছো প্রভু ৰাম ॥ ৭২৪০
ত্রিদশে সহিতে আলচি গোচৰ
কৰিয়া পঠাইলা বিধি।
যিটো কাৰ্য্যে প্রভু পৃথিৱীক গৈলা
ভৈল সিটো সবে সিদ্ধি ॥
এভো আপোনাক কিয় নিচিনাহা
তুমি সনাতন হৰি।
সৃষ্টিৰ পূৰ্ব্বত স্রজিলা জগত
মায়াক সহায় কৰি ॥ ৭২৪১
অনন্ত শয্যাত শুতিয়া আছন্তে
বাঢ়িল নাভি কমল।
দশোদিশ সিটো প্রকাশে উজ্জ্বল
সূৰ্য্যৰ যেন মণ্ডল ॥
সেহি নাভিপদ্মে ব্রহ্মা উপজিলা
জানিলা বেদ সুলভে।
উপজি হৰিল চাৰিয়ো বেদক
দানৱ মধুকৈতভে ॥ ৭২৪২
তাক চক্রে ছেদি বেদ উদ্ধাৰিলা
আপুনি তুমি পূৰ্ব্বত।
তাৰে অস্থি ভৈল পূৰ্ব্বত সমস্ত
যতেক শিলা পৰ্ব্বত ॥
সৃষ্টি কৰিবাক কৰিলা আদেশ
ব্রহ্মা স্রজিলন্ত ভূমি।
সমস্তে সৃষ্টিক বিষ্ণুৰূপে প্রভু
আপুনি পালিলা তুমি ॥ ৭২৪৩
নৰসিংহ ৰূপে হিৰণ্যকশিপু
মাৰিলা হিয়া বিদাৰি।

বৰাহ স্বৰূপে হিৰণ্যক ছিৰি
আনিলা ভূমি উদ্ধাৰি ॥
ধৰি মৎস্যকায় সত্যব্ৰত ৰায়
প্ৰলয় জলে তাৰিলা।
কচ্ছপ স্বৰূপে পিঠিত মন্দৰ
ধৰিলা কৰিয়া লীলা ॥ ৭২৪৪
অদিতিৰ গৰ্ভে ভৈলা অৱতাৰ
অদ্ভুত বামন কায়।
চলিয়া বলিক ত্ৰৈলোক্য কাঢ়িয়া
ইন্দ্ৰক দিলা ভুনাই ॥
চৰণৰ নখে কটাহ ফুটাইলা
গঙ্গা পৰশিয়া ভৰি।
ফুৰন্ত তোমাৰ পাৱৰ সম্বন্ধে
জগত পৱিত্ৰ কৰি ॥ ৭২৪৫
সম্প্ৰতি আপুনি আসি কৌশল্যাত
তুমি আছা অৱতৰি।
কৰি সেতুবন্ধ বধি দশস্কন্ধ
আনিলা সীতা উদ্ধাৰি ॥
ত্ৰিদশৰ সবে সঙ্কলিলা কাৰ্য্য
হৰিলা ভূমিৰ ভাৰ।
আউৰ ঐত প্ৰভু থাকিবাক প্ৰতি
উচিত নুহি তোমাৰ ॥ ৭২৪৬
ত্ৰিদশে সহিতে ব্ৰহ্মায়ে পঠাইল
অনেক বুলিলা নতি।
কৰিয়ো আমাক কৃপা পুনু নাথ
আসা ইঠাৰক প্ৰতি ॥
স্বৰ্গৰ লোকক কৰিয়ো সনাথ
সিথানক পৰিহৰি।
অনেক কাতৰ কৰিয়া ত্ৰিদশে
পঠাইলা বুলি সাদৰি ॥ ৭২৪৭
হেন শুনি হাসি ৰাঘৱে বোলন্ত
শুন পুত্ৰ তই কাল।
ব্ৰহ্মাৰ বচন কৰিবাক লাগে
অৱশ্যেকে প্ৰতিপাল ॥

বুলিবি বিধিক তেৰেসে চলিবো
পুত্ৰ দুইক থাপি থৈ।
এহিমতে ৰাম আছন্ত বিৰলে
কালে সমে কথা কৈ ॥ ৭২৪৮
শুনা সৰ্ব্বজন কথা ৰামায়ণ
ৰামক মনত ধৰা।
কিয় নাহি শঙ্কা নিচিন্তি নথাকা
কালে ধৰিলেক পৰা ॥
বিষয় সম্পদ পৰম আপদ
আক ভাল কৰি মানা।
হৰিৰ ভকতি এহিসে সম্পত্তি
আক দৃঢ় কৰি জানা ॥ ৭২৪৯
ৰামনাম হেন বান্ধৱ নপাইবা
শুনিয়ো শাস্ত্ৰ সম্প্ৰতি।
পুত্ৰ নাম ধৰি হেলাত উচ্চৰৈ
কৰৈ নামে তাৰো গতি ॥
জাতি অজাতিক একোৱে নবাছে
হেনসে হৰিৰ নাম।
পাপৰ অগনি ধৰ্ম্ম শিৰোমণি
জানি বোলা ৰাম ৰাম ॥ ৭২৫০

---

লক্ষ্মণ-বৰ্জ্জন

পদ

এহিমতে কালে সমে কহি কথা মাত।
আছন্ত বিৰলে বসি প্ৰভু ৰঘুনাথ ॥
গুণন্ত কিমতে তেজো ভকতৰ আশা।
সেহি সময়ত ঋষি আসিল দুৰ্ব্বাসা ॥ ৭২৫১
মূৰ্ত্তিৱন্ত ক্ৰোধ যেন দেখিয় প্ৰত্যেক।
আগে পাচে বেঢ়ি আসে শিষ্য অযুতেক ॥
দ্বাৰত ৰহিলা আসি কতোদূৰ জুৰি।
দেখি লক্ষ্মণৰ যেন ধাতু গৈল উৰি ॥ ৭২৫২
মঠ জুৰি ৰহিয়া আছিলা কতোক্ষণ।
বোলন্ত শুনৰে কথা কুমাৰ লক্ষ্মণ ॥

জান দেস সত্বৰে ৰামত আছে কাজ।
মাতন্তোক মোক আসি ঝাণ্টে হৈয়া বাজ॥ '৫৩
দেখিয়া লক্ষ্মণে প্ৰণিপাত কৰি আতি।
বসিবাক আদৰে দিলন্ত পিৰা পাতি॥
কৰিয়ো আসনে ঋষি ক্ষণিক বিশ্ৰাম।
শুনন্ত সঙ্গোপ্য কিবা কথা প্ৰভু ৰাম॥ ৭২৫৪
কৰিলন্ত শপত শুনায়া সভা মধ্য।
আসৈ ই বেলাত যিটো সিটো মোৰ বধ্য॥
আছন্ত সম্প্ৰতি প্ৰভু গোপ্য সম্ভাষণে।
জানি ক্ষণিতেক ঋষি বসিয়ো আসনে॥ ৭২৫৫
শুনিয়া দুৰ্ব্বাসা আতি জ্বলিল ক্ৰোধত।
তৰঙ্গ বৰঙ্গ খঙ্গে আখি আৰকত॥
কৰ কৰ কৰি ক্ৰোধে দশন চোবান্ত।
কি বুলিলি লক্ষ্মণ কটাক্ষ দৃষ্টি চান্ত॥ ৭২৫৬
শুন দুৰাচাৰ তই লক্ষ্মণ কুমাৰ।
ৰামে তোক কাটিলি মৰিবি একেশ্বৰ॥
সবংশে কৰিবো ভস্ম মই চণ্ড শাপে।
মোহোৰ আগত আজি যাইবে তোৰ বাপে॥ '৫৭
কংসাল সৰ্পক জঙ্কাইবাক কৰ সাস।
নতো দুৰাচাৰ গোটেৰৰ আণ্টা পাস॥
দশন প্ৰকটি চটি কৰন্ত ছৰ্পতি।
ক্ৰোধে যেন উভৰি ফুৰন্ত ফিৰিঙ্গতি॥ ৭২৫৮
দেখি লক্ষ্মণৰ অন্তৰ্গতে অতি ত্ৰাস।
হা কি কৰিলো আৰে ভৈলো সৰ্ব্বনাশ॥
কালে গ্ৰাসিলেক আউৰ নাহি প্ৰতিকাৰ।
চিন্তন্তে দেখন্ত দুখে লখাই অন্ধকাৰ॥ ৭২৫৯
গুনি গান্থি পাচে থিৰ কৰিলা লক্ষ্মণে।
একলে মৰিবো মই ৰাম দৰশনে॥
নগৈলে সবংশে খাইব দুৰ্ব্বাসা ৰাক্ষস।
একেশ্বৰে মৰো মই পৰম শ্ৰেয়স॥ ৭২৬০
ব্ৰহ্মশাপে নহোক সকলে কুলক্ষয়।
মোৰ মৃত্যু হোক আৱ কৰিলো নিশ্চয়॥

চলিলা লক্ষ্মণ মহা মনত বিচাট।
ভিতৰ পশিলা পাচে ছাৰিয়া কপাট॥ ৭২৬১
আগক নবাঢ়ে ভৰি বিবৰ্ণ বদন।
ৰামত জনাইলা দুৰ্ব্বাসাৰ আগমন॥
থিৰয়ে মৰিল ৰাম লক্ষ্মণক দেখি।
আথে বেথে পঠাইলন্ত কালক উপেখি॥ ৭২৬২
কিসক আসিলি লখাই আমাক কাটিত।
হা নষ্ট ভৈলো বুলি পৰিলা মাটিত॥
দুস্সহ দুখত ৰামে দেখিলা জগক।
ছিৰাৰে* পাৰত ধৰি লক্ষ্মণে ৰামক॥ ৭২৬৩
এৰা এৰা ইটো খেদ আক পাইবা পাচে।
দুৰ্ব্বাসা ৰাক্ষস দুৱাৰত বসি আছে॥
সবংশকে মাৰে শাপ অগনিত পূলি।
কৰিয়ো প্ৰবোধ যেন লাগে মাতি বুলি॥ ৭২৬৪
চেতনা লভিয়া প্ৰভু তেজিলা নিশ্বাস।
হা বিধি আৰেসে কৰিলি সৰ্ব্বনাশ॥
বিবৰ্ণ বদনে দুৱাৰৰ ভৈলা বাজ।
চট মটি কৰি বসি আছে ঋষিৰাজ॥ ৭২৬৫
ভ্ৰূকুটি কুটিল মুখ ক্ৰোধে আন্ধিআৰি।
বিকট পিঙ্গট জণ্টা ভোবোকাৰ দাড়ি॥
হাতে গলে শিৰে ৰুদ্ৰাক্ষৰ জণ্টা জোট।
জক জক কৰে দান্ত চৰা চৰ ফোট॥ ৭২৬৬
ধৰি আছা ৰুদ্ৰাক্ষ তুলসী মালা মাথে।
কান্ধত পাৰিয়া ছাতি ধৰি আছা হাতে॥
কটিত কপিন কৰঙ্কাৰ জলপাত্ৰ।
চৌপাশে উপাসি আছে অযুতেক ছাত্ৰ॥ ৭২৬৭
ঋষিৰ মূৰ্তিক দেখি ৰাঘৱ শঙ্কিত।
কৰিলা প্ৰণাম প্ৰভু পৰিয়া ভূমিত॥
কৃতাঞ্জলি বোলন্ত সুমৰি ধৰ্ম্ম ধৰ্ম্ম।
আজ্ঞা কৰিয়োক মোক সাধো কোন কৰ্ম্ম॥ '৬৮
শুনি দুৰ্ব্বাসাৰ ভৈল প্ৰসন্ন বদন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন॥

* ছিৰাৰে—বিনাৰে, কান্দে।

তোমাৰ গৃহত অন্ন ব্যঞ্জন ভুঞ্জিত।
হাজাৰেক বৎসৰৰ পৰা আছে চিত্ত ॥ ৭২৬৯
আসিলো এহিসে কামে কৈলো প্ৰয়োজন।
শিষ্যে সমন্বিতে মোক কৰায়ো ভোজন ॥
যেনমতে আমাৰ সন্তোষ হৰে মন।
দিয়ো পঞ্চামৃত সমে ৰাজযোগ অন্ন ॥ ৭২৭০
লক্ষ্মণে বোলন্ত মনে কৈৰ ধূমকেতু।
মোৰ বধভাগী ভৈল ভুঞ্জিবাৰ হেতু ॥
এহি কথা আগে মোত নকহিলি কিক।
ভুঞ্জাইলোহো হন্তে অন্ন ব্ৰাহ্মণ কোটিক ॥ '৭১
ঋষিৰ আক্ৰোশে দেখি শঙ্কিত ৰাঘৱে।
অন্নপান আপুনি সাজিলা সবান্ধৱে ॥
আগত যোগাইল আনি অনেক যতনে।
দেখি দুৰ্ব্বাসাৰ মহা তুষ্ট ভৈল মনে ॥ ৭২৭২
কৰি পৰিপাতি পাচে শিষ্যসমে ঋষি।
ভুঞ্জিবে লাগিলা অন্ন পৰম হৰিষি ॥
ঘন ক্ষীৰ ক্ষীৰিচা খাইলন্ত লাগে মানে।
নধৰয় পেট পিঠা পনা পৰমানে ॥ ৭২৭৩
দধি দুগ্ধ ঘৃত ঘোলে ভৈল গণ্ডগোল।
ওকন্দিল উদৰ দেখিয় যেন ঢোল ॥
লোভত ভুঞ্জন্ত তথাপিতো জান্টি জান্টি।
নপাৰন্ত ৰাখিবে মাতন্তে আসে বান্টি ॥ ৭২৭৪
নপান্ত উশাহ আতি ওলমিল ঘাৰ।
শুই শুই পেট কতো তোলন্ত উগাৰ ॥
টন টন পেট কতো ঢিলান্ত কপিন।
দুই হাতে উৰৈ দ্ৰব্য দেখি লাগে ঘিণ ॥ ৭২৭৫
খাইবে কতো নপাৰি কৰন্ত হাই ফুই।
নখান্ততো যাচন্তে থাকন্ত থিয় হুই ॥
দধি দুগ্ধ পঞ্চামৃতে বহাইলন্ত গাঙ্গ।
এহিমতে ঋষিৰ ভোজন ভৈল সাঙ্গ ॥ ৭২৭৬
ভুঞ্জি খাই ঋষি পাচে শিষ্যে সমে উঠি।
ৰাঘৱক প্ৰশংসা কৰন্ত মন তুষ্টি ॥
চিৰঞ্জীৱ ৰাম তুমি পুৰুষ উত্তম।
এহি বুলি গৈলা পাচে দুৰ্ব্বাসা আশ্ৰম ॥ ৭২৭৭

আত অনন্তৰে আৰো শুনা পাচকথা।
ৰাম লক্ষ্মণৰ যেন মিলিল অৱস্থা ॥
গৈলন্ত দুৰ্ব্বাসা যেৱে ভুঞ্জি নিজ ঘৰ।
প্ৰবেশিল ৰামত দুঃসহ চিন্তাজ্বৰ ॥ ৭২৭৮
কালৰ বচন মিটো সুমৰি শপত।
লখাইৰ দেখিয়া মুখ ভৈল শ্ৰুতি হত ॥
হৃদয় দহৰৈ শোকে অগনি উজৰি।
প্ৰাণ যেন যায় কুঞ্চি আসৈ হাত ভৰি ॥ ৭২৭৯
ওঠ কণ্ঠ শুকাই মুখ পৰিল জামৰ।
গাৱত চেতন আৰ নাহিকে ৰামৰ ॥
ভেদিল হৃদয় লক্ষ্মণৰ শোকশালে।
জমক দেখিয়া প্ৰভু পৰিল নিটালে ॥ ৭২৮০
ৰামৰ দেখিয়া মিটো দুখ বিপৰীত।
কান্দে মহামৰ্ম্মে মন্ত্ৰী পাত্ৰ পুৰোহিত ॥
ঝৰৈ আতি লোতক ৰামক চাই চাই।
হা বিধি ৰাঘৱৰ এনুৱা বিলাই ॥ ৭২৮১
দেখি লক্ষ্মণৰ শোকে শৰীৰ দগধ।
আছিল লক্ষ্মণ তম্ভি নয়ন তৰধ ॥
বুলিবে লাগিলা পাচে চিত্ত দৃঢ় কৰি।
উঠা উঠা প্ৰাণ দদা শোক পৰিহৰি ॥ ৭২৮২
মোহোৰ নিমিত্তে দদা তেজা আউৰ মৰ্ম্ম।
প্ৰতিজ্ঞা পালন ক্ষত্ৰিয়ৰ মহাধৰ্ম্ম ॥
মোক কাটি সত্য কৰিয়োক প্ৰতিপাল।
ললাটে লিখিত মোৰ এহি যমকাল ॥ ৭২৮৩
নাহি কিছু চিন্তা আত যেন ভৈল ভাগে।
অৱশ্যেকে উপজিলে মৰিবাক লাগে ॥
হেন জানি দদা মোৰ পদে খেদ এৰা।
জগতকে সংহৰে কালত নাহি ৰৰা ॥ ৭২৮৪
দৃঢ় কৰা চিত্ত ইটো তেজিয়ো বিকল।
সত্যভ্ৰষ্ট ভৈলে সৱংশে যাইবে তল ॥
কৃপা কৰিয়োক দদা ধৰ্ম্মত নবাটা।
সত্যক সাফল কৰি ঝাণ্টে মোক কাটা ॥ ৭২৮৫
লক্ষ্মণৰ বচনে অধিকে উধাই জুই।
আছিলন্ত দুই দণ্ড পৰি মৌন হুই ॥

মৃতক আকাৰ একো নাহি মাত বোল।
চতুৰ্ভিতি শুনি মাত্ৰ হাহাকাৰ ৰোল ॥ ৭২৮৬
কাংস্য পৰি জিম গৈল অযোধ্যা নগৰী।
কি ভৈল বুলিয়া ফুৰৈ সোধা সোধি কৰি ॥
ধান দিলে হোৰৈ আখৈ প্ৰজাৰ মুখত।
ৰামৰ হৰিল জ্ঞান দুঃসহ দুখত ॥ ৭২৮৭
লক্ষ্মণে বোলন্ত ইটো নুহিকে উচিত।
তুমি সূৰ্য্যবংশী ৰাজা জগতে বিদিত ॥
তোমাৰ অসত্যে সামৰাজে হুইব নষ্ট।
হেন জানি দদা মোৰ পদে এৰা কষ্ট ॥ ৭২৮৮
প্ৰবোধে নুগুচে আউৰ ৰামৰ বিকল।
মেলিলন্ত কিছু দুয়ো নয়ন কমল ॥
কথমপি বসিলন্ত দুঃসহ দুখত।
মাতিবে খোজন্তে নাসে বচন মুখত ॥ ৭২৮৯
লোতকে কণ্ঠক ভেণ্টে বাক্য গদগদ।
ধীৰে ধীৰে সোধন্ত শুনিয়ো সভাসদ ॥
বশিষ্ঠ প্ৰমুখ্যে মন্ত্ৰী পাত্ৰ পুৰোহিত।
নাই মোত শ্ৰুতি আৰে কোৰা হিতাহিত ॥ '৯০
কৰিলো শপত মই কালৰ বচনে।
হেনতে দেখিলে মোক ভৈয়াই লক্ষ্মণে ॥
থিৰ কৰি কোৰা যেন সত্যত নঘাটো।
মই বিহ খাওঁ কিবা লক্ষ্মণক কাটো ॥ ৭২৯১
শুনি কতোক্ষণ মানে আছি গুনি গাঁথি।
বিনাৰন্ত ৰামত মনত নাহি শান্তি ॥
শুনিয়ো স্বৰূপ বাপ প্ৰভু ৰঘুপতি।
অন্তকালে মিলে মহন্তৰো বিসঙ্গতি ॥ ৭২৯২
আউৰ নকৰিবা বাপ লক্ষ্মণক আশ।
তুমি সত্য তেজিলে জগতে হৈবে নাশ ॥
সত্যতেসে আছে ৰহি মহী চৰাচৰ।
সত্যসম ধৰ্ম্ম আউৰ নাহি পুৰুষৰ ॥ ৭২৯৩
সত্য প্ৰতিপালি দেখা ৰাখি ধৰ্ম্মপথ।
তুমি হেন পুত্ৰকো তেজিলা দশৰথ ॥
সত্যক পালন্তে পুত্ৰশোকে ভৈলা নাশ।
সত্য ৰাখি আপুনি খপিলা বনবাস ॥ ৭২৯৪
জানিয়া লখাইৰ পদে এৰিয়ো বিকল।
তোমাৰ অসত্যে সামৰাজে যাইবে তল ॥
দেশৰ ডাকিয়ো ৰাখি লক্ষ্মণৰ প্ৰাণ।
মহন্তজনৰ ত্যাগে বধৰ সমান ॥ ৭২৯৫
সবাৰ সম্মত শুনি কৌশল্যানন্দন।
চাইল লক্ষ্মণৰ মুখ জুৰিলা ক্ৰন্দন ॥
তোকো হৰুৱাওঁ আৰে মোহোৰ কপালে।
আৰেসে জানিলো মোক গ্ৰাসিলেক কালে॥ '৯৬
কোন সতে বুলিবো তেজিবো আৰে তোক।
ইজন্মক লাগিয়া সাৰট আসি মোক ॥
জুৰাউক শৰীৰ কতোক্ষণ থাকো চাই।
মৰিয়ো নপাইবো আউৰ তই হেন ভাই ॥ '৯৭
মোক তেজি বিগতে মৰিল দশৰথ।
তই অবিহনে ময়ো যাইবো যমপথ ॥
বিদেশৰ সৈতৰি ঐ লখাই বাপ।
পৰিছেদা দেখোহো সমীপ মোৰ চাপ ॥ ৭২৯৮
সীতাৰো সন্তাপে ইটো যেন ভৈল চুলি।
তোৰ শোক অগনিয়ে আৰে মাৰে পুলি ॥
আসি ঋষি দুৰ্ব্বাসা খোচনি ভৈল দাণ্ডি।
কালৰ বচনে তোৰ ভৈলো তল গাণ্ডি ॥ ৭২৯৯
ইটো চক্ষু আউৰ তোক নপাইবো দেখিত।
মোহোৰ মৰণ জানা ভৈল সন্নিহিত ॥
মোক দেখিবাক দুনাই নপাইবি লখাই।
আইস গলাগলি কৰি থাকো দুই ভাই ॥ ৭৩০০
এহি বুলি কনিষ্ঠৰ ধৰি গলে বান্ধি।
ভৈলন্ত মূৰ্চ্ছিত ৰাম মকমকি কান্দি ॥
জ্বলিল অগনি দুনাই উঠিল জমক।
লক্ষ্মণে কান্দন্ত ধৰি সাৰটি ৰামক ॥ ৭৩০১
বেঢ়ি কৰৈ দুভাইক সন্তাপ সভাসদে।
লক্ষ্মণে বুজান্ত পাচে বাক্য গদগদে ॥
ইটো অসন্তোষে কাৰ্য্য নুহিবেক ভাল।
কৰা সত্য পালি মোক সত্বৰে নিকাল ॥ ৭৩০২
চেতন লভিয়া প্ৰভু বসিয়ো আসনে।
ঝাণ্টে নিকালিয়ো মোক বোলন্ত লক্ষ্মণে ॥

এৰিলো এৰিলো বোলা সবাৰো সন্মতি।
ৰামো সমুখ ভৈলা বুলিবাক প্ৰতি॥ ১৩০৩
আজোৰন্তে নাসে মাত মনত আসুখ।
লাসে লাসে মাতন্ত ভাতৃৰ চাহি মুখ॥
এভো তোক লক্ষ্মণ বোলন্তে হুৰে মাত।
পৰিলন্ত নিচালে চেতন নাহি গাত॥ ১৩০৪
লক্ষ্মণে বোলন্ত দদা দৃঢ় কৰা চিত্ত।
মহন্তজনৰ হেন নুহিকে উচিত॥
সত্যক পালিয়া প্ৰভু ঝাণ্টে এৰা মোক।
সন্ধুকি বসিলা পাচে ৰামে তেজি শোক॥ ১৩০৫
কণ্ঠৰ নোহ্লাই বাণী যেন ভৈল জ্বৰ।
বোলন্তে বোলন্তে পাচে চিত্ত কৰি দৃঢ়॥
লোতকে তিতিল মুখ মুচিলা আঞ্চলে।
বুলিবে লাগিলা ৰামে নয়ন সজলে॥ ১৩০৬
দেৱ ধৰ্ম্ম সমস্ত সমাজে হুইবা সাখী।
সোদৰৰ মৰ্ম্মছেদ কৰো সত্য ৰাখি॥
জানিয়া সমান আৰে বদ্ধ পৰিত্যাগে।
এৰিলো লক্ষ্মণ তোক যেন হৌক ভাগে॥ '০৭
এতেক বোলন্তে মৰ্ম্মে ছানিলেক গাৱ।
নিচালে পৰিল ৰাম মৃতক স্বভাৱ॥
নেখেলায় প্ৰাণবায়ু যেন বজ্ৰপাত।
ভৰত কান্দন্ত যেন পৰিল নিৰ্ঘাত॥ ১৩০৮
ৰামে তেজিলন্ত জানি তেখনে লখাই।
শৰীৰৰ অলঙ্কাৰ পেহ্লাইলা খসাই॥
দিব্যবস্ত্ৰ এৰি লৈল মলিন বসন।
কৰিলন্ত মাতি ভৰতক সম্ভাষণ॥ ১৩০৯
হাতে তৃণ ধৰিয়া কৰোহো কাউ বাউ।
মোক চিন্তা এৰিয়া ৰামক ভালে চাউ॥
সাৱধানে থাকিবা লাগিল হেৰা দিন।
এহি বুলি ৰামক কৰিলা প্ৰদক্ষিণ॥ ১৩১০
চৰণৰ ধূলি তুলি মাখিলন্ত মাথে।
আছন্ত তৱধ হুয়া পৰি ৰঘুনাথে॥
কৰযোৰ কৰি পাচে বুলিলা লখাই।
জন্মে জন্মে বান্ধৱ তুমিসি হৈবা ভাই॥ ১৩১১
তোমাৰ কনিষ্ঠ মই হুইবো দাস প্ৰায়।
এহি দুই চৰণক সেৱিবো সদায়॥
কৰিলো মেলানি দদা থাকিয়োক বুলি।
ডুনাই ডুনাই দুয়ো চৰণৰ লৈলা ধূলি॥ ১৩১২
পাত্ৰ মন্ত্ৰী সবাকো বুলিলা হিত বাক।
চাইবা সবে মিলি মোৰ প্ৰাণৰ দদাক॥
এহি বুলি লক্ষ্মণে চিণ্ডিলা মোহপাশ।
অধোমুখে মৌন হুয়া লৱিলা নিৰ্ব্বাস॥ ১৩১৩
ঢাকি কান্দে প্ৰজা ধাতু সম্যকে উৰিল।
অন্তেসপুৰত উৰ্ম্মি বোলেক উঠিল॥
অযোধ্যাক জুৰি হেন হাৱালত গুৰি।
হা বাপ লখাই আজিসি যাস এৰি॥ ১৩১৪
হৰি হৰি কিনো ইটো বিধিৰ কপট।
ৰাঘৱ প্ৰভুত ভৈল এনুৱা দুৰ্ঘট॥
দণ্ডে যুগ যায় একে সীতাৰ সন্তাপে।
লখাই বিনে কিমতে জীৱন্ত আৰে বাপে॥১৩১৫
এহিমতে শোকে লোক কান্দে অবিচ্ছেদ।
লক্ষ্মণে গৈলন্ত হৃদয়ত দিয়া খেদ॥
উজাই কতো দূৰ সৰযূৰ তীৰি তীৰি।
বসিলা লক্ষ্মণ পাচে পদ্মাসন ভিৰি॥ ১৩১৬
নিয়মিলা নৱদ্বাৰ কৰি থিৰ বুদ্ধি।
ধৰিলা ধাৰণা প্ৰাণবায়ুক নিৰোধি॥
ইন্দ্ৰ আদি দেৱে পুষ্প বৰিষিলা শিৰে।
পৰম ৰূপক চিন্তিবাক লৈলা বীৰে॥ ১৩১৭
উৰ্দ্ধক ক্ষেপিয়া প্ৰাণ কৰিলন্ত ত্যাগ।
মূৰ্দ্ধাস্ফুটি বজাইল পৰম তেজ ভাগ॥
ভৈল দিব্য দেহা কোটি সূৰ্য্যৰ জেউতি।
ইন্দ্ৰ আদি দেৱে কৰিলন্ত স্তুতি নতি॥ ১৩১৮
বাইল দিব্য বাদ্যচয় ছানিয়া গগন।
স্বৰ্গক গৈলন্ত দিব্য বিমানে লক্ষ্মণ॥
ত্ৰিদশ দেৱতা দেখি কৃতকৃত্য ভৈল।
লক্ষ্মণৰ কথা আৰে এহিমানে গৈল॥ ১৩১৯
শুনা সভাসদ সবে ৰামায়ণ কথা।
ৰাম লক্ষ্মণৰ হেন মিলিল অৱস্থা॥

ইটো গৃহবাস সামান্যৰ কোন লেখা।
স্বপনৰ সম নিধি ধন জন দেখা ॥ ৭৩২০
দুৰ্ঘোৰ মৃতক কিয় নাকলিয় কাছে।
হেন জানা অন্তকে কেশত ধৰি আছে ॥
আউৰ একৰন্তা নাহি কলিৰ হাতৰ।
পৰম বান্ধৱ একে মাধৱত পৰ ॥ ৭৩২১
হেন জানি দিয়া ৰাম চৰণত চিত্ত।
কৰা পান ৰামনাম পৰম অমৃত ॥
বিচাৰি বেদৰো দেখা এহিসে যুগুতি।
ৰামৰ নামেসে দেই পৰম মুকুতি ॥ ৭৩২২
বিষয় বিলাসে নিলা ইহেন জন্মাক।
ছাইৰ অৰ্থে পোৰে যেন জাতি চন্দনক ॥
মহাৰত্ন মণি যেন সম নাই মোলে।
তাক সলাই আনি কাচমণি পিন্ধে গলে ॥ ৭৩২৩
একে কাকমাংস সিয়ো আৰ্হ্য কুকুৰৰ।
আতি অল্প সিয়ো দেখা নুহিকে বিস্তৰ ॥
তাকো মহা প্ৰবন্ধ কৰিয়া নপায় লাগ।
যদি পাৱৈ তাকো আসি আনে খোজে ভাগ ॥'২৪
সেহিমতে বিভৎস বিষয় যত সুখ।
তাকে লাগি হোৱা কেনে কৃষ্ণত বিমুখ ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে তত্ত্বসাৰ।
বোলা ৰাম ৰাম এৰা পাপৰ ভাণ্ডাৰ ॥ ৭৩২৫

---

লক্ষ্মণ-বৰ্জ্জনত ৰামৰ খেদ

**ছুলড়ী**

লক্ষ্মণৰ কথা এহিমানে গৈল
ৰামৰ শুনা বিলাই।
শোকসাগৰত গৈল তল প্ৰভু
শ্ৰুতি জ্ঞান আউৰ নাই ॥
লক্ষ্মণৰ শোক প্ৰচণ্ড বতাসে
সীতাৰ সন্তাপ আগি।
শুখান অৰণ্য ৰামচন্দ্ৰ ভৈলা
দহে হৃদয়ত লাগি ॥ ৭৩২৬

যেতিক্ষণে এৰি লক্ষ্মণ গৈলন্ত
মৰিল ৰাম সমূলি।
উঠি উঠি লুটি পৰিয়া কান্দয়
হা প্ৰাণ লখাই বুলি ॥
পৰিছেদা কৰি আজিসি তেজিলি
ভৈয়াই ইজন্মক লাগি।
তোহোৰ সন্তাপে প্ৰাণ ধৰো কিক
নগৈল হৃদয় ভাগি ॥ ৭৩২৭
পিতৃ মাতৃ মোৰ মৰিল তেজিয়া
জানকী গৈল পাতালে।
সন্তাপিলো তাকো তই এৰিলাতে
আৰেসে গ্ৰাসিল কালে ॥
দণ্ডকা বনতো তইসি প্ৰাণ দিলি
জুৰুৱাইলি মোৰ শোক।
দুখৰ সহায় কৈ গৈলি লখাই
অনাথিতি কৰি মোক ॥ ৭৩২৮
কিনো সুলক্ষণ ভৈয়াই লক্ষ্মণ
তোৰ গুণ কৈবো কত।
ভাতৃ মাতৃ ৰাজ্য তেজি বনবাসে
তই গৈলি মোৰ লগত ॥
সীতাক আমাক উপকাৰ কৰি
ফুৰিলি ভৃত্য সমান।
সিসব সুমৰি কিয় নযাওঁ মৰি
ৰহি আছো এভো প্ৰাণ ॥ ৭৩২৯
জানিলো ভৈয়াই মোহোৰ চিন্তাই
মৰিবি তয়ো বনত।
যাইবো খেদি তোক যেন যুৱাই হৌক
মোহোৰ তোৰে লগত ॥
পাত্ৰ মেলেকক বোলন্ত সত্বৰে
সম্ভাৰ আনিয়ো সাজি।
মিলিল বিচাট ৰাজদণ্ড পাট
ভৰতক দিবো আজি ॥ ৭৩৩০
দেৱলোকে মোক উৎপাত কৰে
স্বৰ্গক যাইবাক লাগি।

আৰেসে সিয়াৰি উপাৰ-কৰিলে
ভৈয়াইৰ বিৰহ আগি ॥
দহৰৈ শৰীৰ চিত্ত নুহি থিৰ
নেদেখি লখাইক মৰো ।
আসিয়ো সত্বৰে ভৈয়াই ভৰত
তোক অভিষেক কৰো ॥ ৭৩৩১
লক্ষ্মণৰ শোকে নপাৰো ৰহিবে
দহৰে হাড়ৰো মজ্জা ।
মোক পাইলে কালে জানিয়া সকালে
হুয়োক পাটত ৰাজা ॥
ৰামৰ বচনে বীৰ ভৰতৰ
লাগিল গাৱত জুই ।
মকমক কৰি ক্রন্দন কৰিয়া
বোলন্ত আঞ্জলি হুই ॥ ৭৩৩২
কিসক আমাক বুলিলাহা হেন
দদা নিকাৰুণ কাজ ।
তোমাৰ চৰণ সেৱাৰ নিমিত্তে
পূৰ্ব্বতো নলৈলো ৰাজ ॥
লৱক কুশক বাণ্টি দিয়ো ৰাজ্য
মোৰ নাই আত ইচ্ছা ।
চলিবো লগত তোমাৰ শপত
মাতো যেৱে মই মিছা ॥ ৭৩৩৩
ৰাঘৱ চলিবা অযোধ্যা এৰিবা
সবে নিষ্ঠ বাৰ্ত্তা পাইল ।
যত নৰনাৰী শিশু আগ কৰি
দ্বাৰত আসি জন্তাইল ॥
উৰ্ম্মি কৰি লোকে কান্দিবে লাগিল
পোৰৈ সবে সৰ্ব্ব অঙ্গ ।
আমাক এৰিয়া যাইবে খোজা নাথ
মাথাত মাৰিয়া দাঙ্গ ॥ ৭৩৩৪
তুমিসি আমাৰ মুখ্য প্ৰাণ প্ৰভু
স্বৰূপ কৰিলো হিয়া ।
নছাৰিবো লাগ ভকতক ত্যাগ
নকৰি লগতে নিয়া ॥

এহি বুলি প্ৰজা আৰাৱ কৰয়
হুয়া সবে এক জৰি ।
ভতৰতো পাত্ৰ মন্ত্ৰীগণো কান্দে
ৰামৰ পাৱত পৰি ॥ ৭৩৩৫
বশিষ্ঠে বোলন্ত শুনা ৰঘুপতি
আৱে হুইবে কোন কাজ ।
তোমাৰ বিয়োগে প্ৰজা নিজীবেক
মৰিবে সমস্তে ৰাজ ॥
তুমি কৃপাময় পুৰুষ প্ৰজাৰ
পূৰা মনোৰথ নাথ ।
হেন শুনি গুণ আছে পাচে প্ৰভু
ৰাঘৱে তুলিলা মাথ ॥ ৭৩৩৬
বোলন্ত শুনিয়ো পাত্ৰ মন্ত্ৰী লোক
কেন অভিমত কাজ ।
কৰি কৰযোৰ পৰিয়া ভূমিত
বিনাৱৈ পাত্ৰ সমাজ ॥
প্ৰভুৰ পাৱত এতেক গোচৰ
যদি অনুগ্ৰহ থাকে ।
সপুত্ৰ বান্ধৱে চলিবো লগত
নিয়োক নাথ আমাকে ॥ ৭৩৩৭
নিশ্চয় জানিলো জনেকো নিজীবো
যদি তেজি যাহা তুমি ।
দেখি অনুৰাগ লোকৰ ৰাঘৱ
কান্দিলন্ত হুমহুমি ॥
বোলন্ত শুনিয়ো পাত্ৰ মন্ত্ৰী মোৰ
যত লোক অযোধ্যাৰ ।
ঝাণ্টে হোৱা সাজ যাইবে খোজা যেৱে
লগত সবে আমাৰ ॥ ৭৩৩৮
যত পশু পক্ষী বৃক্ষ অযোধ্যাৰ
জীয়া জন্তু যত প্ৰাণী ।
সমস্ত নগৰে সাজোক সত্বৰে
আজ্ঞা মোৰ নিষ্ঠ জানি ॥
লোকেসে আমাক নেৰে যেৱে আমি
তেজি যাইবো কোন মতে ।

সত্যে সত্যে বোলো হৌক যেই লাগে
প্ৰজাৰ ইটো লগতে ॥ ৭৩৩৯
শুনিয়া জোকাৰ প্ৰজায়ে পাৰয়
জয় জয় ৰাম বুলি ॥
প্ৰভুৰ লগত যাইবো আনন্দত
যেন নাচে হাত তুলি ॥
যত নৰনাৰী আবাল পৰ্য্যন্তে
অযোধ্যা মধ্যত বসি ।
নাপিতক মাতি কাম কৰাই আতি
গাৰে তৈল কুড় ঘসি ॥ ৭৩৪০
স্নান কৰি জলে সৰ্ব্বস্ব সকলে
ব্ৰাহ্মণক দান কৰৈ ।
পিন্ধি ধৌত বস্ত্ৰ ভূষিত চন্দনে
আনন্দে চিত্ত নধৰৈ ॥
অলঙ্কাৰে সবে শৰীৰ মণ্ডয়
যাৰ যেন মত আছে ।
অনেক উৎসৱে অযোধ্যাৰ লোকে
স্বৰ্গক যাইবাক কাছে ॥ ৭৩৪১
শুনা সভাসদ ৰামায়ণ পদ
পাতকৰ ধূমকেতু ।
অপাৰ সংসাৰ সুখে হোৱা পাৰ
ৰামনামে বান্ধি সেতু ॥
দুষ্ট কলি সৰ্পে সবাকো দংশিলে
ভৈল শ্ৰুতি হতবুদ্ধি ।
ৰামনাম ইটো অমৃত বিনাই
নাহি নাহি মহৌষধি ॥ ৭৩৪২
যতেক পাতেক সংহৰিবে পাৰে
ৰামৰ নামে সম্প্ৰতি ।
ততেক পাতেক কৰিবে পাপীৰ
বাপৰ নাহি শকতি ॥
অগনিত যেন তৃণে নোজোৰয়
পাপৰো তেহ্নয় নাম ।
ইসি ধৰ্ম্ম নিজ মুকুতি বাণিজ্য
জানি বোলা ৰাম ৰাম ॥ ৭৩৪৩

### লৱ-কুশৰ ৰাজ্যাভিষেক আৰু ৰামচন্দ্ৰৰ লক্ষ্মণৰ অন্বেষণ

পদ

শুনিয়োক পাচকথা আত অনন্তৰে ।
লক্ষ্মণৰ শোকে স্বস্থ নভৈল ৰামৰে ॥
কেতিক্ষণে গুচে হেন মনত বিচাৰ্ট ।
লৱক কুশক এৰি দিলা দণ্ড পাট ॥ ৭৩৪৪
বিন্ধ্য পৰ্ব্বতৰ কোলে পুৰী কুশৱতী ।
তথাত পাতিলা নিয়া কুশক নৃপতি ॥
অগ্ৰাৱতী নগৰে ভৈলন্ত লৱ ৰাজা ।
দিলা দুইকো বিভঞ্জিয়া গজ বাজী প্ৰজা ॥৭৩৪৫
সুবৰ্ণ ৰজত ৰত্ন অলেখ ভণ্ডাৰ ।
দিলা সবে বান্টি দিব্যবস্ত্ৰ অলঙ্কাৰ ॥
নথৈলন্ত ঘাটি ৰামে পুত্ৰস্নেহে আতি ।
কৰিলা আশ্বাস দুয়ো তনয়ক মাতি ॥ ৭৩৪৬
নকৰিবা দন্দ্ববাদ ৰাজ্যৰ নিদানে ।
কালক বঞ্চিবা দুয়ো একে জীৱ প্ৰাণে ॥
দুইত পৰে দুইহানো কুটুম্ব আউৰ নাই ।
অল্পতে ছেণ্ডৱা ভৈলে দুইহন্তো পুতাই ॥৭৩৪৭
দাৰুণী জানকী এৰি পশিল পাতাল ।
নপাইলো কৰিবে আৰে মই প্ৰতিপাল ॥
বিধাতা দণ্ডিলে বুলি পুত্ৰ দুইক ধৰি ।
কান্দিলন্ত মকমকি সীতাক সুমৰি ॥ ৭৩৪৮
হা বান্ধৈ যেতিক্ষণ তেজিলি আমাকে ।
এতেকে জানিলো পাইলে পৰম বিপাকে ॥
কতেক পাতেক কৰি আছো মহা ঘোৰ ।
আপদৰ উপৰি আপদ মিলে মোৰ ॥ ৭৩৪৯
মজিলো সীতাৰ তাপে অপাৰ সাগৰে ।
খাই লক্ষ্মণৰ শোক কুম্ভীৰ মগৰে ॥
পুনৈ পুত্ৰ ত্যাগ দুখ অগনি বাড়ৱ ।
হৈবেক নবৈল আৰ মোৰ পৰাভৱ ॥ ৭৩৫০
আৰে দুই পুতাই পৰিচ্ছেদা দেখা মোক ।
তোমাসাক তেজি যাওঁ ময়ো পৰলোক ॥

এতেক বোলন্তে শোক অগনি গৈল জ্বলি।
তিনি বাপে পুতে কান্দিলন্ত গলাগলি ॥ ৭৩৫১
বুজান্ত বশিষ্ঠে শুনা কৌশল্যা-নন্দন।
যেন ভৈল ভৈল আৰে তেজিয়ো ক্রন্দন ॥
আখি মুখ মুছি পাচে দশৰথ সুত।
মথুৰাক লাগি শীঘ্রে পঠাই দিলা দূত ॥ ৭৩৫২
সত্বৰে আসোক শত্রুঘন প্রাণ ভাই।
নজানিলা বাপু মোৰ যি ভৈল বিলাই ॥
এবিলে লখাই ময়ো যাওঁ পৰলোক।
ৰাত্রি দিন কৰি আসি আমাক দেখোক ॥ ৭৩৫৩
শুনি গৈল দূত দিন নিশা নাই সুস্থ।
কহিলেক কথা শত্রুঘনত সমস্ত ॥
লক্ষ্মণৰ শোকে স্বর্গ যান্ত ৰাম ৰাজা।
তুলত ভৰত যত অযোধ্যাৰ প্রজা ॥ ৭৩৫৪
কুশ লৱ দুই কুমাৰৰ অভিষেক।
সকলো বৃত্তান্ত দূতে কথা কহিলেক ॥
শুনি শত্রুঘনে কান্দিলন্ত অতিশয়।
আৰেসে মিলিল আমাথেৰ কুল ক্ষয় ॥ ৭৩৫৫
পাত্র মন্ত্রী সবাতো কহিলা কথা যত।
বুলি মাতি পুত্র দুইক থৈলন্ত ৰাজ্যত ॥
আন ৰথ বুলি সাৰথিক লাগি চাইল।
তেজী ঘোৰে জুৰি ৰথ সাৰথি যোগাইল ॥ ৭৩৫৬
চড়িলন্ত তাতে হাতে ধৰিয়া ভার্য্যাক।
দিনে ৰাতি ৰথ ডাকি পাইলা অযোধ্যাক ॥
সেহিবেলা ৰামে চলিবাক সাজ হুই।
স্নান কৰি পিন্ধিলন্ত ধৌত বস্ত্র দুই ॥ ৭৩৫৭
ভৈলা নিৰাহাৰ ৰাম জগত ঈশ্বৰ।
জ্বলন্ত অগ্নিৰ বর্ণ কান্তি কলেৱৰ ॥
শত্রুঘন দেখি আসি নমিলন্ত মাথে।
গলে বান্ধি তাঙ্ক কান্দিলন্ত ৰঘুনাথে ॥ ৭৩৫৮
মইসি ৰাক্ষসে খাইলো সোদৰ ভৈয়াইক।
চক্ষুয়ে দেখিবে বাপু নপাইলো লখাইক ॥
আউৰ ছাৰ জীৱনত নাহি মোৰ কাজ।
ধৰিলো লখাইৰ পথ তেজি ইটো ৰাজ ॥ ৭৩৫৯
চলিবাক প্রতি উত্রাৱল ৰাঘৱৰ।
আগে পৰি শত্রুঘনে কৰন্ত কাতৰ ॥
মোকো সঙ্গে নিয়ো দদা চৰণত ধৰো।
তুমি অবিহনে অকাৰণে মইয়ো মৰো ॥ ৭৩৬০
বুলিলন্ত আশ্বাস ভ্রাতৃক প্রভু ৰাম।
হৌক সিদ্ধি তোৰ অভিমত মনকাম ॥
নকৰি বিলম্ব বাপ সাজিয়ো সত্বৰে।
শুনা পাচকথা আৰে আত অনন্তৰে ॥ ৭৩৬১
যত ঋক্ষ ৰাক্ষস যতেক কপিবর্গ।
নিশ্চয়ে জানিলা ৰাম স্বামী যান্ত স্বর্গ ॥
পৰম বিষাদ আসি মিলিল মনত।
কান্দন্তে পৰিল আসি ৰামৰ আগত ॥ ৭৩৬২
বিভীষণ সুগ্রীৱ অঙ্গদ জাম্বৱন্ত।
নল নীল মুখ্য আনো কপি অপর্য্যন্ত ॥
কান্দি কান্দি কহন্ত মাটিত নমাই মাথ।
আমাক কাহাক দিয়া যাহা ৰঘুনাথ ॥ ৭৩৬৩
যেৱেসে যাইবাক খোজা আমাসাক ছাৰি।
এতিক্ষণে মুণ্ডত মাৰাহা তেৰে বাৰি ॥
তোমাক নেদেখি প্রাণ ৰাখো কেনমতে।
যাইবো সকুটুম্বে বাপ তোমাৰ লগতে ॥ ৭৩৬৪
তুমি অবিহনে বাপ মিলিবে মৰণ।
যি দিন দেখিলো ইটো তোমাৰ চৰণ ॥
গৃহতো নাহিকে সুখ সেহি দিনা হন্তে।
দণ্ডে যুগ তযু পদ নেদেখি থাকন্তে ॥ ৭৩৬৫
হেন জানি বাপ আৰে নবধিবা প্রাণে।
সবাঙ্কৰে যাইবো আমি যাহা যিটো থানে ॥
যেনে লাগে লগতে খপিবো বনবাস।
আশা নকৰিবা ভঙ্গ ভৈলো তযু দাস ॥ ৭৩৬৬
কান্দে সবে এহিমতে মনত আসুখে।
প্রবোধন্ত ৰামে পাচে মনত আসুখে ॥
শুনিয়ো সুগ্রীৱ সখি সূর্য্যৰ নন্দন।
মোহোৰ শপত আউৰ নকৰা ক্রন্দন ॥ ৭৩৬৭
বিপদ বান্ধৱ তুৱা বানৰ ভালুক।
নকান্দা নকান্দা আৰে হৈয়োক নিচুক ॥

তুমিসবে যেৱে আৱে নেৰিলা আমাক ।
কোনসতে এৰি যাইবো মই তোমাসাক ॥ ৭৩৬৮
সত্বৰে সাজিয়ো আজি যাব যাইবে লাগে ।
তোমাসাৰ লগে যেন ঘুৰাই হৌক ভাগে ॥
প্ৰাণতো অধিক প্ৰিয় ভৰত আমাৰ ।
সত্যে সত্যে নেৰিবো কৰিলো অঙ্গীকাৰ ॥ '৬৯
ঐত থাকে মানে যত ভালুক বানৰ ।
আউৰ কেহো নুবুলিবা বাক্য মানুষৰ ॥
আপোনাৰ জাতি ভাষে ৰৰিবে বচন ।
হেন শুনি ভৈল সবে হৰিষিত মন ॥ ৭৩৭০
কৈৰা প্ৰাণ মিত্ৰ বিভীষণ লঙ্কেশ্বৰ ।
থাকৈ ইটো যাৱদেকে চন্দ্ৰদিবাকৰ ॥
তাৱে তুমি লঙ্কাত ভুঞ্জিয়ো ৰাজ্যভোগ ।
তোমাক নপাউক উপসৰ্গ জ্বৰা ৰোগ ॥ ৭৩৭১
শুনা বৃদ্ধ জাম্বৱন্ত মহা হিতকাৰী ।
তোমাৰ গুণক আমি সুজিতে নপাৰি ॥
যাৱদেকে নুহিকে প্ৰলয় উপস্থিত ।
তাৱে তুমি আৰোগ্যে থাকিয়ো পৃথিৱীত ॥ '৭২
জাম্বৱন্ত বিভীষণ নকৰিবা খেদ ।
হেৰা দিলো আপুনি স্বৰূপ পৰিচ্ছেদ ॥
আউৰ দুনাই দুয়ো মোক নেদিবা উত্তৰ ।
শুন হনুমন্ত বাপ বায়ুৰ কুমাৰ ॥ ৭৩৭৩
কৰিলি যতেক তই মোক উপকাৰ ।
কিছু শুজা নগৈলা থাকিল মোত ধাৰ ॥
তোৰ গুণ মোৰ মুখে বৰ্ণাইবো কতেক ।
অচলা ভকতি মোত থাকিল প্ৰত্যেক ॥ ৭৩৭৪
যাৱে ৰামায়ণ মোৰ প্ৰচাৰে ভূমিত ।
তাৱে তুমি অপ্ৰয়াসে থাকা পৃথিৱীত ॥
ভকতিক প্ৰৱৰ্ত্তায়া বায়ুৰ কুমাৰ ।
মোক কল্প অৱসানে পাইবে দিলো বৰ ॥ ৭৩৭৫
শুনি মাৰুতিৰ মহা মিলিল সন্তাপ ।
মোক তেজি যাইবে খোজা জগতৰ বাপ ॥
নিজীৱো নেদেখি এই দুখানি চৰণ ।
কান্দন্ত আৱেসে মোৰ মিলিল মৰণ ॥ ৭৩৭৬

মাৰুতিক ধৰি ৰামে কৰন্ত ক্ৰন্দন ।
বোলন্ত শুনিয়ো বাপ বায়ুৰ নন্দন ॥
মোহোৰ নিমিত্তে শোক কৰ বাপ দূৰ ।
যথাত ভকত থাকে তৈতে বিষ্ণুপুৰ ॥ ৭৩৭৭
পৰম কল্যাণে থাক সবান্ধৱে কপি ।
নেদিবা উত্তৰ আউৰ মোক পুনৰপি ॥
এহিবুলি ৰামচন্দ্ৰ উঠিলা সচলে ।
লক্ষ্মণক দেখিবাক পৰম বিকলে ॥ ৭৩৭৮
শুক্ল বস্ত্ৰ পৰিধান ভৈলা কুশহস্ত ।
ধৰিলেক লাগ আসি নগৰী সমস্ত ॥
শোভৈ ধৌতবস্ত্ৰে আতি যত প্ৰজাচয় ।
যেহি দিকে দেখে সবে বগা ধৌতময় ॥ ৭৩৭৯
ৰাঘৱো পাইলন্ত পাচে সৰযূৰ তীৰ ।
লক্ষ্মণৰ শোকে কৰে দগধ শৰীৰ ॥
হা বাপ ভৈয়াই তই গৈলি কোন থান ।
কৰন্ত সন্তাপ তাপে ফুটে যেন প্ৰাণ ॥ ৭৩৮০
খোজ গুৰি লক্ষ্মণক বিচাৰিয়া চাওঁ ।
চক্ষুগোটে হেনবা ভৈয়াইক দেখা পাওঁ ॥
এহি বুলি লৰিলা ৰাঘৱ বনমালী ।
সৰযূৰ তীৰে তীৰে খোজক নিহালি ॥ ৭৩৮১
কৈতনো আছস ভৈয়াই যান্ত উকিয়াই ।
মোক দেখা দে ঐ প্ৰাণৰ লখাই ॥
তোহোৰেসে শোকে সব শৰীৰ দহয় ।
চাওঁ চক্ষুগোটে তোক জুৰাউক হৃদয় ॥ ৭৩৮২
লক্ষ্মণ লক্ষ্মণ বুলি দিয়া যান্ত গেৰি ।
কৈতনো আছস আৱে বাপ মোক এৰি ॥
নুবুজস মাত মই তোৰ শ্ৰেষ্ঠ ভাই ।
কিয়নো নেদস মাত বনৰ বজাই ॥ ৭৩৮৩
এহিমতে কান্দি কান্দি যান্ত তীৰি তীৰি ।
দেখন্ত লক্ষ্মণ আছে পদ্মাসন ভিৰি ॥
এহি মোৰ ভাই ধাতু নামিল সমূলি ।
দিলন্ত লৱৰ ৰাম জীলো জীলো বুলি ॥ ৭৩৮৪
আথে বেথে বান্ধিলন্ত গলত ৰাঘৱ ।
দেখন্ত নাহিকে প্ৰাণ আছে মৰা শৱ ॥

শুনাই দশগুণে শোক অগ্নি গৈল জ্বলি।
শৰকে সাৰটি প্ৰভু পৰিলন্ত ঢলি ॥ ৭৩৮৫
নাই যেন শ্ৰুতি জ্ঞান ৰামো গৈলা মৰি।
শত্ৰুঘন ভৰতে কান্দন্ত দুইকো ধৰি ॥
কান্দে পৰি পৰি প্ৰজা প্ৰাণ যায় ফুটি।
নিৰন্তৰে নাৰীৰ হৃদয়ে হানে মুঠি ॥ ৭৩৮৬
হা প্ৰাণনাথ নেদেখিলো আমি আসি।
তোমাৰ মৰণে এভো আছো প্ৰাণ ৰাখি ॥
দাৰুণ হৃদয় কিয় এভো নযায় ভাগি।
নিজ প্ৰজা এৰি গোসাই গৈলা কৈক লাগি ॥'৮৭
এহি বুলি বালিত বাগৰি ফুৰে লোকে।
জুই যেন জ্বলে লক্ষ্মণৰ সিটো শোকে ॥
কান্দে বেঢ়ি ভালুক বানৰ কোটি কোটি।
স্বৰ্গক লঙ্ঘিলে ক্ৰন্দনৰ ঊৰ্ম্মি উঠি ॥ ৭৩৮৮
শুনা সভাসদ ইটো ৰামায়ণ কথা।
দেখা অন্তকালে কেন ৰামৰ অৱস্থা ॥
পৰিল ই পৰা সেই মৰণ বিঘাত।
নপাৰি তৰ্কিবে আক কৃষ্ণৰ মায়াত ॥ ৭৩৮৯
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
কলিত হৰিৰ নাম কীৰ্ত্তনত গতি ॥
আউৰ ধৰ্ম্ম কলিত নামত পৰে নাই।
এভো তেবে শাস্ত্ৰৰ নুবুজি অভিপ্ৰায় ॥ ৭৩৯০
সত্য যুগে পূজে বিষ্ণু ধৰিয়া সমাধি।
মহা মহা যজ্ঞ ত্ৰেতা যুগত আৰাধি ॥
যেন গতি দ্বাপৰত পূজি ভক্তিভাৱে।
কলিত কীৰ্ত্তন কৰি সবে ফল পাৱে ॥ ৭৩৯১
এতেকেসে কলি শ্ৰেষ্ঠ চাৰি যুগ মাজে।
প্ৰশংসে কলিক মহা মহন্ত সমাজে ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কীৰ্ত্তনতে পায়।
কলিত পৰম মুখ্য তৰণ উপায় ॥ ৭৩৯২
জানি অপ্ৰয়াসে তৰা হৰিনাম ধৰি।
যাৰ ভয়ে অন্তক কাম্পন্ত তৰতৰি ॥
জগত বান্ধৱ ইটো মাধৱৰ নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৭৩৯৩

## লক্ষ্মণৰ শৰদাহন আৰু প্ৰেতকাৰ্য্য সমাপন

### দুলড়ী

শুনা পাচকথা ৰামৰ অৱস্থা
যেন ভৈলা সিটো থানে।
ৰামে লক্ষ্মণক আলিঙ্গি আছিলা
পৰি দণ্ড দুই মানে ॥
কতোক্ষণে পাচে চেতন লভিয়া
বাতুল যেন চেঞ্চান্ত।
ৰাৱণে আৰকা শকতি হানিলে
ভৈয়াইৰ ভৈল উপান্ত ॥ ৭৩৯৪
শুনিয়ো সুষেণ বৈদ্য ঔষধক
কথা কৈয়ো কেন ঠান।
হনুমন্ত বাপ বিলম্ব নকৰি
বিশল্যকৰণী আন ॥
সীতাক চাহন্তে লখাইক হৰাইলো
কৰিবো কোন উপায়।
অযোধ্যাত আৰে কিমতে জীৱন্ত
শুনিয়া সুমিত্ৰা আই ॥ ৭৩৯৫
উঠিয়ো লখাই প্ৰাণ ফুটি যায়
তোৰেসে দাৰুণ শোকে।
কিনো অপৰাধ বান্ধৱ কৰিলো
কিয় নমাতস মোকে ॥
দিব্য শয্যা এৰি নিৰ্ঘ্যাণত পৰি
কতনো পাৰ ঘুমটি।
নজাগে সমূলি উঠ উঠ বুলি
তোলন্ত কতো সাৰটি ॥ ৭৩৯৬
অযোধ্যাৰ লোকে তোকে বেঢ়ি আছে
চাউ চক্ষু মেলি বাপ।
নিৰন্তৰে ৰাজ নাৰী কান্দি মৰৈ
তোহোৰ নপাই আলাপ ॥
জানো মোত ৰোষে নমাত ভৈয়াই
নিৰ্ব্বাণ দিবাৰ পদে।
মোৰ নাই দোষ দুৰ্ব্বাসা দাৰুণে
পেলাইলে তোক আপদে ॥ ৭৩৯৭

আইল ধূমকেতু তাহাৰেসে হেতু
কৰিলোহো নৰ্ম্মছেদ ।
মোক অপযশ দিয়া নমাতস
আতেসে হৃদয় খেদ ॥
যোনো ধ্যান কৰি বায়ু আছ ধৰি
তাতেসে নাসে উশাস ।
জানিলো মৰিলি আৰেসে কৰিলি
সমূলঞ্চে মোক নাশ ॥ ৭৩৯৮
দণ্ডকা বনতো লগতে আছিলি
নেৰিলি ক্ষণেকো সঙ্গ ।
ছোট হন্তে তোৰ পিতৃতো অধিক
মোতেসে আতি আসঙ্গ ॥
আৰে কিনো ভৈলে মোক তেজি গৈলে
কিনো তোৰ বজ্র হিয়া ।
কান্দন্ত সন্তাপে জগতৰ বাপে
ভাইৰ মুখে মুখ দিয়া ॥ ৭৩৯৯
প্ৰাণৰ লক্ষ্মণ তোক পঠাই বন
দিনতে দুই চক্ষু খাইলো ।
মোহোৰ শোকত প্ৰাণে ভৈলি হত
দেখিবে তোক নপাইলো ॥
গ্ৰাসিলেক কালে তোহোৰ সন্তাপে
মই কৈত ৰৈবো ক্ৰূৰ ।
এভো হেন কৰ আমাকো সুমৰ
লগে যাও যমপুৰ ॥ ৭৪০০
হেনবা তোহোৰ সন্তাপ পাসৰো
লগে লৈয়া যাহা মোক ।
ৰাম লক্ষ্মণৰ ভাই ভৈয়ালক
প্ৰশংসে সকল লোক ॥
তোৰ এহু হিয়া মোক কাক দিয়া
কোন সতে যাস এৰি ।
ফুকিতে কান্দন্ত তাপত পাৰন্ত
লখাই লখাই বুলি গেৰি ॥ ৭৪০১
কৈৰা মন্ত্ৰীচয় চিতা সঞ্জালিয়ো
তাতে দুইভাইক তুলি ।
কিয় আছা চাই অগনি লগাই
লগে মাৰা মোক পুলি ॥
আউৰ কদাচিতো লাগ লক্ষ্মণৰ
নছাৰিবো মই কোল ।
হেন শুনি সবে কান্দে আৰ্ত্তৰাৱে
উথলিলা উৰ্ম্মিৰোল ॥ ৭৪০২
বশিষ্ঠে বুজান্ত প্ৰভু ৰঘুনাথ
থিৰ কৰা তুমি চিত্ত ।
বিমৰিষ মনে বিস্তৰ ক্ৰন্দনে
মৃতকৰ নোহে হিত ॥
যেন লাগে বাপ প্ৰেতকাৰ্য্য কৰা
ইমত সন্তাপ এৰা ।
সবেয়ো মৰিব আৰে কি কৰিব
কালত নাহিকে ৰৰা ॥ ৭৪০৩
দিব্য দেহাধৰ লক্ষ্মণ কুমাৰ
আপেখি সঙ্গ তোমাৰে ।
জ্ঞান দৃষ্টি দেখো লক্ষ্মণ স্বৰ্গত
আছন্ত ইছিতি কাৰে ॥
অল্পতে ভ্ৰাতৃৰ লভিবা সঙ্গতি
তেজিয়ো বাপ বিলাপ ।
বশিষ্ঠৰ বোলে ৰাঘৱৰ কিছু
গুচিল চিত্তৰ তাপ ॥ ৭৪০৪
পাচে ৰঘুপতি চিতা জ্বালি তৈতি
লখাইৰ দেহ দহিলা ।
সীতাৰ বহিনী তানে প্ৰিয়া পত্নী
লগতে গৈলা উৰ্ম্মিলা ॥
স্বামীৰ সমীপ পায়া অপ্ৰয়াসে
ভৈলা আনন্দিত মতি ।
যত প্ৰেতকাৰ্য্য সঙ্কলিল সবে
বিধিৰতে ৰঘুপতি ॥ ৭৪০৫
শুনা সবে নৰ ৰাম লক্ষ্মণৰ
কেন ভৈল আৰু দেখা ।
সদায় হতাশ ইটো গৃহবাস
মনুষ্যৰ কোন লেখা ॥

লভিয়া ভাৰতে নৰতনু যিটো
নকৰে হৰি কীৰ্ত্তন।
হৃদয়তে হৰি আছন্ত জানিয়া
নিচিন্তে তান চৰণ ॥ ৭৪০৬
সিটো মূঢ়মতি এৰিয়া ভকতি
কৰ্ম্মত কৰে বিশ্বাস।
তাক পৰিহৰা জীয়ন্ততে মৰা
ভাতিৰ যেন নিশ্বাস ॥
হেন নিষ্ঠ জানি চিন্তা চক্ৰপাণি
হৰিৰ সুমৰি নাম।
পুৰুষ উদ্ধাৰা আপোন নিস্তাৰা
ডাকি বোলা ৰাম ৰাম ॥ ৭৪০৭

---

শ্ৰীৰামৰ স্বৰ্গ-গমন

পদ

আত অনন্তৰে শুনি সমস্ত সমাজ।
সঙ্কলিলা ৰামে লক্ষ্মণৰ প্ৰেতকাজ ॥
আউৰ সুখশান্তি নাই ৰাঘৱৰ মনে।
নিশ্চয় কৰিলা প্ৰভু স্বৰ্গক গমনে ॥ ৭৪০৮
পুৰোহিত বশিষ্ঠক বুলিলা বচন।
এৰি পৃথিৱীক কৰো স্বৰ্গক গমন ॥
কৰায়োক যেন লাগে যাত্ৰাৰ বিধান।
বিহিলন্ত বশিষ্ঠে বিশিষ্ট অনুষ্ঠান ॥ ৭৪০৯
দীপ ঘট দধি দূৰ্ব্বাক্ষতে ৰঞ্জি থলি।
চৰে সমে শাৰী শাৰী ৰোৱাইলা কদলী ॥
দিয়াইলা মণ্ডল আলি পথে থানে থান।
ভৈল শুভক্ষণ ৰাঘৱত দিলা জান ॥ ৭৪১০
কৰিলন্ত ৰামে সৰযূত পাচে স্নান।
সুবৰ্ণ ৰজত ৰত্ন কৰিলন্ত দান ॥
পিন্ধিলন্ত ধৌত দিব্যবস্ত্ৰ ৰুচিকৰ।
গন্ধে পুষ্পে মাল্যে অলঙ্কৃত কলেৱৰ ॥ ৭৪১১
কৰিলন্ত যাত্ৰা জগতৰে প্ৰভু ৰাম।
মাধৱ মাধৱ মুখে উচ্চাৰন্ত ৰাম ॥

আপোনাৰ নিজ ৰূপ ধৰি হৃদয়ত।
লৰিলন্ত ধৈৰ্য্যভাৱে সবাৰো আগত ॥ ৭৪১২
চতুৰ্ভিতি জয় জয় ৰাম মাত্ৰ শুনি।
উচ্চৰন্ত মূলমন্ত্ৰ যত মহামুনি ॥
বেদমাতা গায়ত্ৰী লৰিলা অগ্ৰদেশে।
চলিল চাৰিয়ো বেদ ব্ৰাহ্মণৰ বেশে ॥ ৭৪১৩
ৰাম পাশে লক্ষ্মী যান্ত জগত মোহিনী।
দক্ষিণে চলন্ত আনো নাৰী বিতোপনী ॥
দিব্য ধনু শৰ পুৰুষৰ ৰূপ ধৰি।
পাচত চলিলা ৰাঘৱক অনুসৰি ॥ ৭৪১৪
আসিয়া আকাশী গঙ্গা সিঞ্চিলন্ত জল।
মূৰ্ত্তিমন্ত মন্ত্ৰগণে পঢ়ন্ত মঙ্গল ॥
বসুমতী তুতি নতি কৰন্ত একত্ৰ।
যায় ধৰি উপৰত মেঘে শ্বেতছত্ৰ ॥ ৭৪১৫
সুগ্ৰীৱ প্ৰভৃতি যত বানৰ ভালুকে।
চলে সালঙ্কৃত হুয়া পৰম উৎসুকে ॥
কৰে কুলি মালি মহা জয় জয় নাদে।
জীৱন্তে স্বৰ্গক পাইবো প্ৰভুৰ প্ৰসাদে ॥ ৭৪১৬
শত্ৰুঘন ভৰত ভকত যত ৰাজা।
চৌপাশে উপাসি যায় অযোধ্যাৰ প্ৰজা ॥
পিন্ধি ধৌত কাপোৰ সকলে পৰিবাৰে।
গন্ধে পুষ্পে ভূষিত অমূল্য অলঙ্কাৰে ॥ ৭৪১৭
ব্ৰাহ্মণৰ হাতে কৰে সৰ্ব্বস্ব উৎসৰ্গ।
ৰামৰ প্ৰসাদে পাইবো জীৱন্ততে স্বৰ্গ ॥
বাল বৃদ্ধ যুৱা জীৱ পিম্পৰা পৰ্য্যন্তে।
চলি যায় ৰাঘৱৰ মহিমা কহন্তে ॥ ৭৪১৮
ছাগ গৰু গাহ্ৰি গণ্ড গাৱয় শৃগাল।
কুকুৰ বিড়ালি ৰৰা হৰিণৰ পাল ॥
ঘোটক কণ্টলা উট মেঠন মহিষে।
যূথে যূথে হস্তীসৱ চলে সহৰিষে ॥ ৭৪১৯
কাউৰ কৈৰা মৈৰা পাৰ পিৰিকা বৰল।
কোৰঞ্চ চকোৰ ফিঙ্গা পেঙ্গা চেঙ্কাৰল ॥
সৰালি শালিকা সাৰু হংস জাই নৰা।
বালিবন্টা বটা টুনি টিপসি টোকৰা ॥ ৭৪২০

ইসব প্রমুখ্যে পশু পক্ষী যত আছে।
তৃণ তৰু লতাচয়ো চলে পাচে পাচে ॥
ৰামৰ প্ৰভাৱে ভৈল সবাতো চেতন।
পৰম হৰিষে কৰৈ স্বৰ্গক গমন ॥ ৭৪২১
কিৰীটি কুণ্ডল মহা হেমময় হাৰে।
চিকিমিকি কৰৈ ৰত্নময় অলঙ্কাৰে ॥
যায় মনে হৃষ্ট পুষ্ট ৰঙ্গে তুষ্টি চলি।
তুলি ছত্ৰদণ্ড বাদ্যভণ্ড কুৰুস্থলি ॥ ৭৪২২
ভৈলা ৰামচন্দ্ৰ ইন্দ্ৰ সম উপসন্ন।
চন্দ্ৰ সূৰ্য্য দুই ভিতি ভৰত শত্ৰুঘন ॥
সুগ্ৰীৱ প্ৰভৃতি যান্ত যত মহীপাল।
ৰূপে প্ৰকাশন্ত সবে যেন দিগপাল ॥ ৭৪২৩
ভালুক বানৰ দেৱসেনাৰ আকৃতি।
ঋষিসব ভৈল যেন গুৰু বৃহস্পতি ॥
নিৰন্তৰে নৰ বিদ্যাধৰ এৰে সৰি।
নাৰীসবে চলে অপেস্বৰী বিদ্যাধৰী ॥ ৭৪২৪
চিকিমিকি অলঙ্কাৰে কৰে চতুৰ্ভিতি।
কৰৈ তাৰাগণ যেন স্বৰ্গত দীপিতি ॥
চিৰল পতাকা ৰথ ধ্বজ ছত্ৰদণ্ড।
আকাশে প্ৰকাশে যেন মেঘ খণ্ড খণ্ড ॥ ৭৪২৫
পৰম শ্ৰীমন্ত দেহা দিব্যৰূপধৰ।
নিষ্পাপ নিৰ্ম্মল সকলৰে কলেৱৰ ॥
নৃত্য গীতে আনন্দতে নাহি চিন্তা শোক।
মহা কৌতুহলে চলি যান্ত স্বৰ্গলোক ॥ ৭৪২৬
শুনে সামবাজে ৰাম স্বৰ্গক গমন।
চাহিবাক আসে আনো দেশী সব জন ॥
মিলৈ অনুৰাগ তাসম্বাৰো অন্তৰ্গতে।
ঘৰ বাৰী এৰি চলে ৰামৰ লগতে ॥ ৭৪২৭
সৰযূৰ তীৰে তীৰে আতি অনুপাম।
পুত্ৰৱতে প্ৰজাক পালন্তে যান্ত ৰাম ॥
তিনি দিন তিনি ৰাত্ৰি যান্ত একাকূলে।
ৰহিলন্ত হিমৱন্ত পৰ্ব্বতৰ মূলে ॥ ৭৪২৮
বিবিধ বাদ্যৰ নাদে শৱদ আস্ফাল।
জয় জয় ৰাঘৱৰ প্ৰজাৰ কোলাহল ॥
ছত্ৰে দণ্ডে বাদ্যে ভণ্ডে লোকে ভৰিপূৰি।
থাকিলন্ত পৰ্ব্বতৰ কতো দূৰ জুৰি ॥ ৭৪২৯
অনন্তৰে ৰাম আসিবাৰ বাৰ্ত্তা শুনি।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ লৰিলা আপুনি।
দশ দিগপাল ইন্দ্ৰ আদি দেৱ যত।
তিনিকো আৰৱি নামি আসিল লগত ॥ ৭৪৩০
সিদ্ধ মুনি বিদ্যাধৰ কিন্নৰ চাৰণ।
নাচন্তে আসন্ত নামি অপেস্বৰাগণ ॥
গন্ধৰ্ব্বে যোগাৱে গীত মৃদঙ্গৰ ধ্বনি।
লক্ষ কোটি বিমান আকাশ আসে ছানি ॥ ৭৪৩১
চিকিমিকি কৰে জ্যোতি চাহন নযায়।
অসংখ্যাত সূৰ্য্য যেন নামৈ একে ঠাই ॥
বাজে ঘণ্টা সোণাৰ কিঙ্কিণী ৰুণ জুন।
উৰ্দ্ধমুখে সচকিতে চাৱৈ সৰ্ব্বজন ॥ ৭৪৩২
দেখি কৰৈ ৰাঘৱৰ প্ৰজা জয় জয়।
স্বৰ্গবাসী সুঁৰভি কুসুম সিঞ্চাৰয় ॥
দেৱ দিব্যযান তল ছানি নামি আসে।
দিন ৰাতি নমনিয় ৰত্নৰ প্ৰকাশে ॥ ৭৪৩৩
চন্দ্ৰ সূৰ্য্য সমান একৈক দিব্যৰথ।
বাঞ্ছা মাত্ৰে মিলৈ তৈতে যত মনোৰথ ॥
তথাতে বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান।
হীৰা মৰকত ৰত্ন ৰঞ্জে থানে থান ॥ ৭৪৩৪
নিৰ্ম্মল কমলে সৰোবৰসব শোভে।
ভ্ৰমৰে কৰয় কেলি মধুগন্ধ লোভে ॥
ৰথতে বিচিত্ৰ নৃত্য গীত বাদ্য ধ্বনি।
অসংখ্যাত দেৱকন্যা ৰূপে বিতোপনী ॥ ৭৪৩৫
শ্ৰৱণ অমৃত সুললিত গাৱে গীত।
শুনি পুৰুষৰ চিত্ত কামে বিমোহিত ॥
হেন দিব্য যান লৈয়া দেৱগণ লৰি।
আসিলা ৰামক নিবে লাগি আগবাঢ়ি ॥ ৭৪৩৬
ৰাঘৱক দেখি দেৱগণৰ আহ্লাদ।
পুষ্প সিঞ্চাৰিয়া কৰে দুন্দুভি সম্বাদ ॥
দেৱতা মনুষ্য দেখা দেখি কৰে আসি।
অন্যো অন্যে দশন প্ৰকটি কৰে হাসি ॥ ৭৪৩৭

ব্ৰহ্মাদেৱে সাদৰে কৰিয়া যোৰ হাত।
ৰাঘৱক লগাইলা হংসৰে পৰা মাত ॥
শুনিয়োক ৰামচন্দ্ৰ প্ৰভু ৰঘুনাথ।
দেখিয়োক ত্ৰিদশ দেৱক তুলি মাথ ॥ ১৪৩৮
তুমি ত্ৰিভুৱনপতি জগতৰে গতি।
তুমিসি অচিন্ত্য গুণ অনন্ত শকতি ॥
প্ৰকৃতিত অন্তৰ পৰম তুমি তত্ত্ব।
আদি অন্ত নজানিয় তোমাৰ মহত্ত্ব ॥ ১৪৩৯
তুমি ভাৰ হৰা বাৰে বাৰে অৱতৰি।
দুষ্টক দণ্ডিয়া মহন্তক ৰক্ষা কৰি ॥
তুমিসি ঈশ্বৰ সুৰাসুৰে কৰে সেৱ।
অনন্ত তুমিসি থাকা নথাকয় কেৱ ॥ ১৪৪০
শুনিয়ো নৰেন্দ্ৰ ৰামচন্দ্ৰ কৃপাময়।
আছে পুৰাতন তনু তযু তেজোময় ॥
বিষ্ণুমানে বিমানতে দেখা হৃষীকেশ।
ভ্ৰাতৃগণ সমে আন্তে হুয়োক প্ৰবেশ ॥ ১৪৪১
হেৰা সুৰাসুৰে সেৱা কৰে প্ৰণিপাতে।
দেখা গদা পদ্ম শঙ্খ চক্ৰ চাৰি হাতে ॥
পূৰ্ব্বৰূপ তোমাৰে আহাঙ্কে বিষ্ণু বুলি।
হুয়ো পৰিচয় কৃপাময় মাথা তুলি ॥ ১৪৪২
শুনি ৰঘুপতি পাচে ব্ৰহ্মাত বদতি।
ই সি মোৰ মুখ্য প্ৰয়োজন প্ৰজাপতি ॥
দেখা আসি আছে ৰাজা প্ৰজা পাত্ৰচয়।
পশু পক্ষী বৃক্ষ তৰু লতা সমস্তয় ॥ ১৪৪৩
অনুগত ভকত সম্যকে মোৰ প্ৰাণ।
আগে আঙ্ক দিয়োক অক্ষয় মোক্ষস্থান ॥
মোতে পতিয়াসে সবে আসিল লগতে।
আৱে আসম্বাক তেজি যাওঁ কোনমতে ॥ ১৪৪৪
দিব্য বিমানতে সবে চড়োক সম্প্ৰতি।
দিয়োক সত্বৰে প্ৰজাপতি অনুমতি ॥
পাচতেসে যাইবো বোলো বচন নিশ্চয়।
বিনাৰন্ত বিধি ধন্য ধন্য কৃপাময় ॥ ১৪৪৫
আছে মোক্ষস্থান ব্ৰহ্মলোকৰ উপৰ।
সান্তানক নামে তাৰ নাই পটন্তৰ ॥

তযু প্ৰজা দিব্য ভোগ ভুকুতি ভুঞ্জন্তে।
তথাতে থাকোক মহাপ্ৰলয় পৰ্য্যন্তে ॥ ১৪৪৬
বানৰ ভালুক যত দেৱ অৱতাৰ।
প্ৰবেশোক পূৰ্ব্বদেহে আদেশ আমাৰ ॥
এহি তীৰ্থজলতে সত্বৰে কৰি স্নান।
আসি আৰোহোক অবিলম্বে দিব্য যান ॥ ১৪৪৭
ব্ৰহ্মাৰ আদেশ ৰাঘৱৰ অভিমত।
জাম্প দিয়া পৰৈ প্ৰজা তীৰ্থৰ জলত ॥
চোঙ্ক গুচি হোৱৈ তৈতে দিব্য কলেৱৰ।
সূৰ্য্যসম জ্বলে দেহা যেন বিদ্যাধৰ ॥ ১৪৪৮
সহস্ৰ সংখ্যাত বিদ্যাধৰী অপেস্বৰী।
গাৱে গাৱে গোচি বিমানত নেই ধৰি ॥
সিংহাসনে বসি সিটো পাৱে আতি তৃপ্তি।
ইন্দ্ৰৰ সমান কৰে পুৰুষে দীপিতি ॥ ১৪৪৯
কিৰীটি কুণ্ডল দিব্য বস্ত্ৰ অলঙ্কাৰ।
গন্ধে পুষ্পে চন্দনে ভূষিত জাতিষ্কাৰ ॥
শিৰৰ উপৰে শ্বেত ছত্ৰ তুলি ধৰি।
ধৱল চামৰে ঢোলে পদ্মিনী সুন্দৰী ॥ ১৪৫০
কৰ্পূৰ তাম্বুল সাজি যোগাৱে ৰমণী।
হাত ভৰি ধৰি জান্তে কতো বিতোপনী ॥
বায়া মৃদু মৃদঙ্গ কৰন্ত কতো নৃত্য।
বায়া হাত তালি গাৱৈ সুললিত গীত ॥ ১৪৫১
সুৰভি শীতল অনুকূল বায়ু বহে।
বিবিধ আমোদ গন্ধ সৰ্ব্বদায়ে কহে ॥
নুগুচে বসন্ত মত্ত কোকিলৰ নাদ।
শুনি পুৰুষৰ মন সদায়ে উন্মাদ ॥ ১৪৫২
নাৰীসবে জলত মজিয়া মহাৰঙ্গে।
বিমানত বসিয়া প্ৰকাশে স্বামী সঙ্গে ॥
ত্ৰৈলোক্য মোহিনী ৰূপ লয়লাস গতি।
যেন কৈলাসত শোভে শঙ্কৰ পাৰ্ব্বতী ॥ ১৪৫৩
যত পশু পক্ষী বৃক্ষ বন নিৰন্তৰ।
জলত নামিলে হোৱে দিব্য কলেৱৰ ॥
বিমানত উঠি ইন্দ্ৰ যেন কৰৈ ভোগ।
দিব্য নাৰীসবে সেৱে যাক যেন যোগ ॥ ১৪৫৪

সন্তোষন্ত চিত্ত বিতোপন নৃত্য গীতি।
পলু পিম্পৰায়ো পাইল পৰম ইছিতি॥
ৰামত ভকত ভৈল ৰাক্ষস যতেক।
সিয়ো দিব্য কলেৱৰ লভিলা প্ৰত্যেক॥ ৭৪৫৫
চড়ে দিব্য বিমানে সাক্ষাতে যেন দেৱ।
ভুঞ্জে দিব্য ভোগ কৰে নাৰীসবে সেৱ॥
জয় জয় ৰাঘৱ ঘোষন্ত মহানাদে।
আমিয়ো মুকুত ভৈলো প্ৰভুৰ প্ৰসাদে॥ ৭৪৫৬
শুনা ৰামায়ণ সবে সভাসদ যত।
হৰি ভকতিৰ দেখা পৰম মহত্ত্ব॥
তৃণ বন বৃক্ষ পশু পতঙ্গৰো গতি।
একোৱে নবাছে দেখা হৰিৰ ভকতি॥ ৭৪৫৭
দোষৰ সাগৰ ইটো কলি যদি পাপী।
আছে এক গুণ আত মহত তথাপি॥
কৃষ্ণৰ কীৰ্ত্তন মাত্ৰ কৰিয়ো প্ৰৱন্ধ।
কৃষ্ণক সুহৃদ পাৱে ছিণ্ডে কৰ্ম্মবন্ধ॥ ৭৪৫৮
এতেকে কলিসি ভাল ভকতৰ মতে।
দুৰাচাৰো তৰৈ গুণ নাম কীৰ্ত্তনতে॥
আন ধৰ্ম্ম গৈলা গুচি কৃষ্ণৰ লগত।
তথাপি নোপজে কিয় চেতন গাৰত॥ ৭৪৫৯
হেন জানি বুধজন তেজিয়োক হেলা।
ৰামনাম মধ্যত ধৰ্ম্মৰ সবে মেলা॥
মিছাতেসে মৰা সবে আলাসত থাকি।
ৰচিলা শঙ্কৰে ৰাম ৰাম বোলা ডাকি॥ ৭৪৬০

———

ছবি

আত অনন্তৰে সবে শুনিয়োক নিৰন্তৰে
ৰাঘৱৰ কথা আসৰিশ।
ভকত প্ৰজাৰ প্ৰভু পৰম ইছিতি চাই
মনে মহা মিলিল হৰিষ॥
তৃণ বন পশু পক্ষী ৰাক্ষসৰ ৰঙ্গ বোলি
মিলে মহা মনত উল্লাস।
ভকত ইছিত কাৰ দেখি ৰাম দেৱতাৰ
খল খল সম্পজিল হাস॥ ৭৪৬১

আঞ্জৰ পাঞ্জৰ চাই দেখন্ত গোটেক নাই
বিমানে চড়িল সবে প্ৰজা।
কেৱলেসে তিনিভাই ৰহি আছো সমুদায়
জানি বিমৰিষি ৰামৰাজা॥
ভ্ৰাতৃগণ সমে সিটো তীৰ্থত নামিয়া পাচে
সপটে কৰিলা গৈয়া স্নান।
মনুষ্য স্বভাৱ তেজি জ্বলৈ জ্যোতি শৰীৰৰ
সহস্ৰেক সূৰ্য্যৰ সমান॥ ৭৪৬২
দেখি দেৱে হাত তুলি জয় জয় ৰাম বুলি
পুষ্পচয় সিঞ্চাৰিলা শিৰে।
শত্ৰুঘন ভৰতৰ জ্যোতিৰ্ম্ময় কলেৱৰ
প্ৰবেশিলা ৰামৰ শৰীৰে॥
যিটো বিষ্ণুৰূপ ধৰি প্ৰকাশ কৰন্ত হৰি
তেহো ব্ৰহ্মতত্ত্ব স্বৰূপতে।
ৰাঘৱৰ গৈয়া কায় বিজুলী চটক প্ৰায়
প্ৰবেশিলা বিষ্ণুৰ ৰূপতে॥ ৭৪৬৩
চাৰি হস্তে চাৰি অস্ত্ৰ শৰীৰত পীতবস্ত্ৰ
দিব্য বনমালা দোলৈ গলে।
কণ্ঠত কৌস্তুভ মণি মকৰ কুণ্ডল ঢুলি
চিকিমিকি কৰে গণ্ডস্থলে॥
ৰত্নৰ মুকুট মাথে অঙ্গদ বলয় হাতে
বাখৰ আঙ্গুঠি আঙ্গুলিত।
নয়ন পঙ্কজ পাসি বয়নে ঈষত হাসি
ললাটে তিলক সুলম্বিত॥ ৭৪৬৪
হিয়ে গজমতি হাৰ জিলিমিলি পেছন্দাৰ
শ্যাম শৰীৰত কান্তি কৰে।
ঝিকি পাৰে অলঙ্কাৰ চান্তো আতি চমৎকাৰ
মেঘে যেন বিজুলী সঞ্চাৰে॥
কটিত কনক কাঞ্চি দিব্যৰত্নে আছে খাঞ্চি
জুৰৈ পাদ পঙ্কজে নূপুৰ।
অৰুণ নখৰ পান্ত চন্দ্ৰতো অধিক কান্তি
কৰে দৰশনে দুখ দূৰ॥ ৭৪৬৫
ৰত্নৰ শলখা নয় প্ৰকাশে আঙ্গুলিচয়
ৰত্নময় উজ্জ্বান্তি ৰঞ্জিত।

দেখি আতি সুকোমল মনোহৰ পদতল
ধ্বজ বজ্র অঙ্কুশে অঙ্কিত ॥
ভকত অভয় পাত্র তাপহাৰী শ্বেত ছত্র
সংসাৰ সাগৰে মহা নাৱ ।
সেৱে পাৰিষদ যত ৰত্নপীঠ ওপৰত
প্ৰকাশন্তে আছে দুই পাৱ ॥ ৭৪৬৬
বিপৰীত দেখি দেৱে আনন্দে দুন্দুভি বাৱে
ফুঙ্কে মুখে শঙ্খ ভেৰু তুলি ।
ৰামৰ বিমান বেঢ়ি প্ৰজাৰ জোকাৰ গেৰি
জয় জয় ভগৱন্ত বুলি ॥
মহিমা বৰ্ণায়া আতি সিদ্ধমুনি কৰে স্তুতি
শিৰত সিঞ্চাৰি পাৰিজাত ।
নানা বাদ্য বাৱে জাকি বিমানে লৰিলা ঢাকি
সূৰ্য্য যেন জ্বলে অসংখ্যাত ॥ ৭৪৬৭
পৃথিৱীৰে পৰা লঙ্ঘি গীত গায়া যায় থাঙ্কি
ক্ৰমে ছয় স্বৰ্গক এৰাই ।
ছিন্ন ছোণ্ডা ছত্র দণ্ডে উঠলিয়া বাদ্য ভণ্ডে
পুণ্যবায়ু তুলে আলগাই ॥
যতলোক স্বৰ্গবাসী মহিমা দেখিয়া আসি
পৰম বিস্ময় হুয়া মনে ।
এহিমতে ৰাম হৰি লোকৰ আনন্দ কৰি
লৰি যান্ত ব্ৰহ্মাৰ ভৱনে ॥ ৭৪৬৮
ৰামে পাচে দেখিলন্ত লক্ষ্মণো লগতে যান্ত
দিব্যৰূপে কৰিয়া প্ৰকাশ ।
আনন্দৰ সীমা নাই দুয়ো দুইক আছে চাই
কৰন্ত কৌতুক মহাহাস ॥
আতিশয় স্নেহভাৱে নমিলা লক্ষ্মণে পাৱে
গুচিল সকলে শোক ক্লেশ ।
ৰঙ্গে ৰাম বনমালী সাৱটন্তে আঙ্কোৱালি
তেহো ভৈলা ৰামতে প্ৰৱেশ ॥ ৭৪৬৯
অপেস্বৰা নৃত্য কৰে গাৱে বাৱে বিদ্যাধৰে
খম দম মৃদঙ্গ তুম্বুল ।
দশো দিশে জয়ধ্বনি স্তুতি পঢ়ে সিদ্ধমুনি
হৰিষে বৰিষে দিব্য ফুল ॥

এহিমতে প্ৰজাবৰ্গ পাইলন্ত অক্ষয় স্বৰ্গ
নাই আৰ আনন্দৰ পাৰ ।
ব্ৰহ্মলোক সন্নিধান সান্তানক নামে থান
নিৰ্ম্মিল নগৰ জাতিষ্কাৰ ॥ ৭৪৭০
শাৰী শাৰী যানচয় যাক যেন যোগ্য হয়
থাকিলন্ত কতো দূৰ জুৰি ।
চন্দ্ৰ সূৰ্য্য যেন পান্তি জ্বলৈ বিমানৰ কান্তি
পাতিলা বহল মহাপুৰী ॥
ভালুক বানৰ নৰ পশু পক্ষী নিৰন্তৰ
দিব্য দেহ ধৰি বিপৰীত ।
একান্তে ৰামক পূজে স্বৰ্গত ভুকুতি ভুঞ্জে
শুনি নিতে ৰামৰ চৰিত্ৰ ॥ ৭৪৭১
ৰামৰ সভাত বসি জ্বলৈ যেন কোটি শশী
ৰামগুণ গাৱন্ত আহ্লাদে ।
সান্তানক পায়া স্থান অমৃত কৰিয়া পান
কৃতকৃত্য ৰামৰ প্ৰসাদে ॥
কীট পতঙ্গবৰ্গ লভিয়া অক্ষয় স্বৰ্গ
কাৰো নাহি আনন্দৰ সীমা ।
এহিমতে ৰামহৰি অসাধ্য কৰ্ম্মক কৰি
ভকতিৰ দেখাইলা মহিমা ॥ ৭৪৭২
স্বৰ্গ মৰ্ত্ত্য পাতালত বিধাতাৰ সমাজত
সিদ্ধ যত দেৱাসুৰ লোক ।
ৰামৰ চৰিত্ৰচয় সম্যকে অমৃতময়
শুনি যেন পিয়ে ঢোকা ঢোক ॥
জগতৰে নিস্তাৰণ পুণ্যকথা ৰামায়ণ
আক শুনৈ ভণৈ যিটো নৰে ।
পাতেকত লাগে জুই দেৱৰো পূজনী হুই
বঞ্চে সাতো স্বৰ্গৰ উপৰে ॥ ৭৪৭৩
ৰামৰ চৰিত্ৰ ইটো শুনিবাক ইচ্ছা যিটো
হাহাকাৰ কৰে তাৰ পাপে ।
এৰি পলাই তাৰক্ষণে উজাৱে হৰিৰ নামে
প্ৰচণ্ড বহ্নিৰ যেন তাপে ॥
হেন জানি সভাসদ শুনা ৰামায়ণ পদ
মুকুতিক যাৰ অভিলাষ ।

আমাৰ কবিতা জানি নিন্দা নুবুলিবা বাণী
নকৰিবা আত উপহাস ॥ ৭৪৭৪
ৰামৰ চৰিত্ৰচয় পাতেকৰ অগ্নিময়
মহা মোক্ষফল আত আছে।
যেই সেই জুই দেই তথাপিতো দহি নেই
যেন অগ্নি একোৰে নবাছে ॥
নজানিয়া যিটো দম্ভ কৰে মহা উপালম্ভ
তাহাকো আঞ্জলি কৰো পুষ্ট।
স্বৰূপ কহিলো বাণী তাকো মহালাভ জানি
নিন্দি মাত্ৰ হৌক মোত তুষ্ট ॥ ৭৪৭৫
নিজ পুণ্য ক্ষয় কৰে আমাৰ অধৰ্ম্ম হৰে
যেৱে ক্ষেমা নকৰো তথাপি।
শুনিয়োক নিৰন্তৰে তেৱেতো আমাত পৰে
আউৰ কোন আছে মহাপাপী ॥
ই কথা থাকোক ভালে যাৱে নতো ধৰে কালে
হৰিৰ নাম কৰিয়ো কীৰ্ত্তন।
সিটো মৃত্যু সময়ত হুইবে শ্ৰুতিবুদ্ধি হত
হৰিবেক মুখত বচন ॥ ৭৪৭৬
মৰণক দেখা কাছে যাৰত চেতন আছে
লৈয়ো হৰিনামত শৰণ।
নামত নকৰি ৰতি কলিত নপাইবা গতি
বেদে কহে এহিসে বচন ॥
শাস্ত্ৰৰ এহিসে মজ্জা হৰিৰ স্মৰণ ৰাজা
আন পুণ্য কিঙ্কৰ ইহাৰ।
হেন নামে নাই ইচ্ছা পণ্ডিত বোলাৱে মিছা
আনমতে নতৰে সংসাৰ ॥ ৭৪৭৭

ৰামে পিতৃ মাতৃ সুত সুহৃদ সোদৰ বন্ধু
ৰামে আত্মা ৰামে জীৱ প্ৰাণ।
ৰামে জপ যজ্ঞ দান ৰামেসে পৰম জ্ঞান
ৰামে কোটি শত তীৰ্থ স্নান ॥
ৰাম মোৰ ইষ্টদেৱ ৰামকেসে কৰো সেৱ
গতি মোৰ ৰামৰ চৰণ।
ৰামে ধৰ্ম্ম ৰামে কৰ্ম্ম ৰামেসে বান্ধৱ মৰ্ম্ম
জানি লৈলো ৰামত শৰণ ॥ ৭৪৭৮
হেন জানি মোৰ চিত্ত ৰামৰ চৰণ চিন্ত
বিষয় চিন্তাৰ এৰি কাম।
পাপত পচা লোকচাৰি মোৰ মুখে আগবাঢ়ি
সৰ্ব্বদায়ে বোলা ৰাম ৰাম ॥
তৰিবাৰ কৰা কাম কৰ্ণে শুনা ৰামনাম
গীতবাদ্য নুশুনি বিফলে।
আৰে চক্ষু দুৰাশয় এৰিয়োক মায়াময়
ৰামময় দেখিয়ো সকলে ॥ ৭৪৭৯
নমো প্ৰভু ভগৱন্ত নাই যাৰ আদি অন্ত
ভকতিতে যাহাৰ সন্তোষ।
হুয়া মূঢ়মতি মন্দ কৰো ৰামায়ণ পদ
ক্ষেমা প্ৰভু বঢ়া টুটা দোষ ॥
সম্যকে অমৃত ভাণ্ড উত্তম উত্তৰাকাণ্ড
এহিমানে ভৈলা সমাপতি।
কৃষ্ণৰ কিঙ্কৰে ভণে ৰাম ৰাম ঘোষা ঘনে
পাপমানে যাউক অধোগতি ॥ ৭৪৮০

---

**উত্তৰাকাণ্ড সম্পূৰ্ণ**

# পৰিশিষ্ট

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| অকণ্টক | কাঁইট নোহোৱা, বাধা নথকা, নিৰাপদ | ৯ |
| অচিকিৎস ৰোগ | (ন+চিকিৎস্য)=যাৰ চিকিৎসা নাই+ৰোগ ; যি বেমাৰৰ চিকিৎসা নাই ; আৰোগ্য কৰিব নোৱৰা বেমাৰ | ১৫৪ |
| অজ | জন্ম নাই যাৰ, অনাদি শক্তি (ঈশ্বৰ), জীৱাত্মা । (৫৭৯) | ৪০ |
| অজয় | (ন+জয়) যাক জয় কৰিব নোৱাৰি (৭৯৮) | ৫৫ |
| অজয় পাথৰ | (ন+জয়=অজয়+প্ৰস্তৰ)জয় কৰিব নোৱৰা শিল, বলে নোৱৰা শিল (১৬৭৬) | ১১৪ |
| অঞ্জন নয়নী | চকুত কাজল সানি লোৱা তিৰোতা (২৬৭৮) | ১৮৪ |
| অতৰ্ক | তৰ্কিব নোৱৰা কথা, বুদ্ধিৰ অগম্য, বুজিব নোৱৰা (১১৯) | ৯ |
| অত্ৰি (অত্ৰিৰ) | এজন মুনিৰ নাম (২৬৩৪) | ১৮০ |
| অধিকাৰী সবে | বক্ষকসকলে, বখীয়াইঁতে (৪৩৪৯) | ২৯৭ |
| অধিবাস | ( সং=অধিবাস )=শুভ কাৰ্য্যৰ আগদিনা গধূলি কৰা মাঙ্গলিক কাৰ্য্য ; আৰম্ভণি কাৰ্য্য (১৫৫৯) | ১০৬ |
| অনঙ্গ ভুৱন | (অনঙ্গ=কামদেৱ+ভুৱন=নগৰ) কামদেৱৰ নগৰ, মদনক মহাদেৱে দগ্ধ কৰা ঠাই (৮৭১) | ৬০ |
| অনন্তৰ | পিচত, তাৰ পিচত (৬৭৭) | ৪৬ |
| অনসূয়া | অত্ৰি মুনিৰ ভাৰ্য্যাৰ নাম (সাধাৰণ অৰ্থ=অসূয়া নথকা সাধ্বী নাৰী) (২৬৩৯) | ১৮০ |
| অনিৰ্বাৰ | ধ্বংস কৰিব নোৱৰা, যাক নিবাৰণ কৰিব নোৱাৰি (৪০৫) | ২৮ |
| অনিল | বায়ু, বতাহ (১৮০৬) | ১২২ |
| অনিষ্ঠী | নিষ্ঠা নোহোৱা তিৰোতা নাইবা অনিষ্টকাৰিণী তিৰোতা, (সং অনিষ্ট বা অনিষ্ঠাৰপৰা উদ্ভৱ হব পাৰে (১৯৭৩) | ১৩৪ |
| অনিহিতে | অহিত, অমঙ্গল, হিতৰ বিপৰীত (৫৪৬৭) | ৩৭৭ |
| অনুখৰ | কঠোৰ বাক্য, কঠিন বচন (৫৬৪৮) | ৩৮৯ |
| অনুজ্ঞা | অনুমতি, আদেশ, সন্মতি (১৫১৮) | ১০৩ |
| অনুত্তৰ | বেয়া উত্তৰ, অপ্ৰিয় বচন, অযোগ্য উত্তৰ (৪২৭৭) | ২৯৩ |
| অনুদিনে | নিতৌ, দিনে দিনে, অনুক্ৰমে, যথা সময়ত (২৩৩৪) | ১৫৮ |
| অনুবলে | (অনু=পিচে পিচে যোৱা+বল=সৈন্য) পিচে পিচে যোৱা সহায়কাৰী সৈন্য, সহায়স্বৰূপে (১৭৩৬) | ১১৮ |
| অনুবাদ | বাদানুবাদ, বঢ়া বচন (৫৪৭৫) | ৩৭৭ |
| অনুমাত্ৰো | অকণো, অলপো (৮৪৪) | ৫৯ |
| অনুযোগে | দুৰ্য্যোগ বা বিপদৰ মাজেৰে (৩৪২৯) | ২৩৩ |
| অন্তৰীক্ষ ধাতু | ( অন্তৰীক্ষ=আকাশ+ধাতু ) ধাতু উৰি যোৱা, ভয়বিহ্বল (৮৩৮) | ৫৮ |
| অন্ত্যজাতি | অনুন্নত জাতি, নীহ জাতি, হীন জাতি (১) | ১ |
| অধিবাস | শুভ কৰ্মৰ আগদিনা গধূলি কৰা মাঙ্গলিক কাৰ্য্য (২৪৬) | ১৮ |
| অন্যয়থা | অন্যথা, বিপৰীত (পাঠান্তৰ অন্য কথা) (১৫৮৩) | ১০৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| অপৰ্য্যান্ত | ( অ+পৰি+অন্ত=সীমা ) অসীম, অনন্ত, অপৰিমিত (১৮১২) | ১২২ |
| অপেখিত | সং অপেক্ষা=আশা, ইচ্ছা, আকাঙ্ক্ষা, ঈপ্সিত, অভিলষিত (২০৬২) | ১৪০ |
| অপেক্ষাৰো | বাট চাই থকা, স্পৃহা, আশা আকাঙ্ক্ষা, কামনা (২৬১৮) | ১৭৮ |
| অবগাই | ভাবি, আলোচনা কৰি, বিবেচনা কৰি (৯৬৫) | ৬৬ |
| অৱলেপ | গৰ্ব, অহঙ্কাৰ (৪৪৫১) | ৩০৪ |
| অৱহিতে | সাবধানে (৫৩৭৬) | ৩৭০ |
| অবাৰ্তা | অশুভ বাতৰি, অমঙ্গল সংবাদ (২৪৩১) | ২৬৫ |
| অবিৰোধে | অবাধে, বিবাদ বা যুঁজ-বাগৰ নোহোৱাকৈ, নিৰাপদে (১৮০৮) | ১২২ |
| অব্যাহতে | বিনা বাধাই, নিৰাপদে, নিৰ্বিঘ্নে (২৪৫৩) | ১৬৬ |
| অভিনন্দা | অভিনন্দিত, আদৰ, সমাদৰ, সম্ভাষণ (২২৪৩) | ১৫২ |
| আমাগাৰ | আমাৰ ( সম্ভ্ৰমাৰ্থেও ব্যৱহাৰ হয় ) (৩৯৪৮) | ২৭২ |
| অযোনিকাৰূপে | অযোনি সম্ভৱাৰূপে, ( যেনে —সীতা, দ্ৰৌপদী ) (৯৩৮) | ৬৪ |
| অশকত | ( সং—অশক্ত ) দুৰ্বল, অক্ষম (৬৬৩) | ৪৫ |
| অশক্য | অসাধ্য, শক্তিৰ অতীত (১৮২৬) | ১২৪ |
| অসমঞ্জ | সগৰ ৰজাৰ ডাঙৰ পুতেকৰ নাম (১৯২১) | ১৩০ |
| অসোধনে | নোসোধাকৈ, অজ্ঞাতে (৩৭৬৫) | ২৫৭ |
| অস্তগিৰি | বেলি মাৰ যোৱা পৰ্বত, অস্তাচল (১৫১৩) | ১০৩ |
| অষ্টমীৰ ছাগ | দুৰ্গা পূজাত অষ্টমী তিথিৰ দিনা বলি দিয়া ছাগলী ; ৰক্ষাৰ উপায় নোহোৱা লোক (২১০৪) | ১৪৩ |
| আইঠা খাইলে | ( আইথা=ভেঁনী+খাইলে= =খালে ) ভেঁনী খালে (২১২৩) | ১৪৪ |
| আগিবোহো | আহিম (২৩৪) | ১৭ |
| আউঠ | অষ্ট, আঠ (৪১৪৮) | ২৮৪ |
| আউঠানি | অথানি, উফৰি যোৱা (৪২৪৯) | ২৯১ |
| আউৰ | আৰু (২৪৮৮) | ১৬৮ |
| আকৰ্ণ | সং আকৰ্ণ (৪৫২১) | ৩০৯ |
| আকৰষি | আকৰ্ষি, আকৰ্ষণ কৰি, টানি (১৯৬৫) | ১৩৩ |
| আকলা | চোৰা, দেখা (৪০২১) | ২৭৫ |
| আকলাহা | আগুৰি লোৱা, চোৱা (৩৮২৬) | ২৬১ |
| আকলি | ভাবি, চিন্তি, দেখি, নিৰীক্ষণ কৰি, অনুভৱ কৰি (৩৮০৬) | ২৬০ |
| আকলিবে | ঠিৰাং কৰিবলৈ, চাবলৈ, ঠিক কৰিবলৈ (৩৫৪৮) | ২৪০ |
| আকুঞ্চিত | কোঁচমোচ খোৱা (৭০০) | ৪৮ |
| আখণ্ডল | ইন্দ্ৰ (৪২১) | ২৯ |
| আখৰেক | একেষাৰ মাত্ৰ (৩৬৮২) | ২৫০ |
| আখি | ( সং—অক্ষি ) চকু (১৮০২) | ১২১ |
| আগলী | অধিক, আগবঢ়া, প্ৰথম (৪১৩৪) | ২৮৩ |
| আঙ্কোৱালে | আঁকোৱালি লৈ, দুই হাতেৰে সাবটি (৪৬২১) | ৩১৫ |
| আচণ্ডিয় | সম্ভৱতঃ আচন্দ্ৰাই (হেমকোষ) দুৰ্বলতাৰ নিমিত্তে হোৱা মূৰ ঘূৰণি, ভয় পোৱা বা কোনো অদ্ভুত কাৰ্য্য দেখি মূৰ ঘূৰোৱা (৫০১৯) | ৩৪৪ |
| আচন্দিয়ো | আলচ কৰি (৩০৬১) | ২০৮ |
| আচমন | মুখ ধোৱা কাৰ্য্য (২৭৬১) | ১৮৯ |
| আচুত কুখী | আচুত=ন+চ্যুত, কুখী= কুক্ষি=পেট—যাৰ গৰ্ভৰ সন্তান নমৰে, সন্তান নমৰা তিৰোতা (৪৪২৬) | ৩০৩ |
| আছিয়ো | আহা (৪৭৭৩) | ৩২৬ |
| আছোট | উপান্ত, বিষম আঘাত, উৎপাত (৪৭৩৯) | ৩২৩ |
| আজানুলম্বিত | ( আ=পৰ্য্যন্ত+জানু=আঠু +লম্বিত=ওলোমা ) আঠুলৈকে ওলমি থকা (১৯৮১) | ১৩৫ |
| আঞ্জুৰি পিঞ্জুৰি | আজুৰি পিজুৰি (৫২৮৩) | ৩৬৩ |
| আঞ্চোৰয় | আচোৰা, জোকাৰে, আচাৰে (৪২০৮) | ২৮৯ |
| আটকট | বিপদ, সঙ্কট (৪৭৯৫) | ৩২৭ |
| আটাইল | শেষ কৰিলে (৪৭৯৩) | ৩২৭ |
| আটাল | ধোঁৱা চাং (৪৩৭৯) | ৩০০ |
| আটাসে | ডাঙৰ চিক্ৰৰ (পদ্যত ব্যৱহাৰ) চাঙৰ, আটাই (৯১৭) | ৬৩ |
| আটোপ | ( সং ) অহঙ্কাৰ, গওপ, দৰ্প, গাজনি, গৰ্জন (৯৬) | ৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| আঠ | আঠা, এঠা (২০৪৩) | ১৩৯ |
| আণ্টা | অনুমান, চিন, পৰিচয় | ২৮২ |
| আণ্টা | আতিগুৰি (সম্ভৱতঃ) | ৪৫৬ |
| আণ্টাইল | আটা, কুলোৰা | ৩৩৫ |
| আণ্টাইলেক | আক্ৰমণ কৰা, আগুৰি ধৰা | ২১১ |
| আত | ইয়াত (১৮৫) | ১৩ |
| আতইতাই | আততায়ী (৪৪৭৬) | ৩০৬ |
| আতাই | সত্ৰৰ ভকত, আতৈ (কিছুমান সত্ৰত আতৈ শব্দক আতাইৰ দৰে উচ্চাৰণ কৰে) (২০৯) | ১৫ |
| আততায়ী | শত্ৰু, বৈৰী, ঘৰত জুই দিওঁতা, বিহ দিওঁতা, হাতত অস্ত্ৰ লৈ মাৰিব অহা লোক, ধনহৰণকাৰী, খেতি পথাৰ লুট কৰা লোক আৰু আনৰ ঘৈণী বলেৰে হৰণ কৰিব অহা লোক—এই ছ বিধ আততায়ী (২৫১২) | ১৬৯ |
| আথাকে | নোবোৰাকৈ, বৈ নথকাকৈ, অনবৰত, অবিৰত (৫০৯১) | ৩৫০ |
| অথান্তৰ | অথন্তৰ, দুৰৱস্থা, হঠাৎ হোৱা আপদ বা বিঘিনি, (১৫৭২) | ১০৭ |
| আথেবেথে | আহুকাল ( সং—অৱস্থান্তৰ ) আলফুলকৈ, নৱমেৰে (১৯৮) | ১৪ |
| আদিত্য | ( নদিতি+ষ্ণ্য ) সূৰ্য্য (১৭৬) | ১৩ |
| আধাৰ | খোৱা বস্তু, আহাৰ (২৭৫) | ২০ |
| আধাৰি | মেৰ, ঘূৰণীয়া পাক (৬৭৮১) | ৪৭১ |
| আধৃতি | ( আ=অভাৱ+ধৃতি=ধৈৰ্য্য ) অধৈৰ্য্য (২০০৭) | ১৩৬ |
| আধৃতি | আধৰুৱা, অপূৰণ (৫১৭৮) | ৩৫৫ |
| আনকাণ | অমনোযোগ, বিমনা, আওকাণ (৫৩৫৩) | ৩৫৮ |
| আনন্দ বধাৱ | আনন্দ, হিন্দীত বধাই শব্দৰ অৰ্থ শলাগনি গীত (চন্দ্ৰকান্ত) (১৫০৭) | ১০৩ |
| আনন্দিতা | ( সং—আ+নন্দ্+ক্ত+আপ) আহ্লাদিতা (১৮২) | ১৩ |
| অনাবণে | বিনা যুঁজে (১১০) | ৮ |
| আন্ত বিচাৰিয়া | আঁত বিচাৰি (২৯৭৭) | ২০২ |
| আন্তেহন্তে | এওঁৰ পৰা (৩৭৯৭) | ২৫৯ |
| আন্দোল | ( পুথি ) উগুল-থুগুল, উদ্বেগ (২১৮১) | ১৪৭ |
| আন্দোলতে | হুলস্থূলত, আন্দোলনত (৬৯০৬) | ৪৮০ |
| আন্ধলীৱ | ( অন্ধলা=সমূলি কণা মানুহ ) কাণী (১৭৭৮) | ১২০ |
| আন্ধি আৰি | অন্ধকাৰময় (৭২৬৬) | ৫০৬ |
| আপাত মধুৰ | ( সং—আপাততঃ=সম্প্ৰতি, এতিয়া, +মধুৰ=মিঠা, সোৱাদ) সম্প্ৰতি সোৱাদ (কিন্তু পিচলৈ নহয় ) (২৫৩৩) | ১৭১ |
| আপুচ | বেয়া, কদৰ্য্য (৩১৫৭) | ২১৪ |
| আপুতীৰ | ( আ=নাই+পুত=পুত্ৰ ) অপুত্ৰকা তিৰোতা (২১০৫) | ১৪৩ |
| আবচন | ( আ=বিপৰীত+বচন=আজ্ঞা ) আজ্ঞাৰ অন্যথা, আদেশ নমনা (১৭৮৮) | ১২১ |
| আবাসে | ( আ—বস্=থকা+অ ) থকা ঠাই, ঘৰ (১৯৫৪) | ১৩২ |
| আবুধি | ( আ=অ+বুধি=বুদ্ধি ) বুদ্ধিহীন, বুদ্ধি নোহোৱা (১৬১৩) | ১০৯ |
| আবুধী | আজলি (৪৯২৬) | ৩৩৮ |
| আভো | হিং—আভি, এতিয়া (৪৬৭১) | ৩১৮ |
| আমগাণ্ডি | আম+সং—গণ্ডি=গাগছ আমগছ, আমকাঠ, আম গছৰ খৰি (?) (১৭৯৭) | ১২১ |
| আমবাও | আমিও (৬৭৬৬) | ৪৭০ |
| আমাখেৰ | আমাৰ, "খেৰ" প্ৰত্যয় কামৰূপীয় ভাষাত ব্যৱহৃত (৪৬৯৬) | ৩২০ |
| আৰকা | আকৌ, পুনৰ (৪২৫৮) | ২৯২ |
| আৰোপদে | আনহাতে, আনপক্ষে (৪৭৫৪) | ৩২৪ |
| আলখনী | কুলক্ষণী তিৰোতা, যাৰ সুলক্ষণ নাই (১৫৯০) | ১০৮ |
| আলগাই | আঁতৰাই, ( অঃ—সা ; ন+লগ=সঙ্গী ) (৩৪২০) | ২৩৩ |
| আলজাল | অং—আল্=ফাকি+জাল ( অনুৰূপ শব্দ ) অদৰকাৰী কথা, ফাকি কথা কৈ গা এৰাবৰ চেষ্টা কৰা (১৬২৪) | ১১০ |
| আল ধৰো | আলধৰ=শুশ্ৰূষা কৰা (২৪১৭) | ১৬৪ |
| আৰৰ | আৰু, অপৰ, আন (১৫১৩) | ১০৩ |
| আশবিষ | ( সং—অসদৃশ ) বিসদৃশ, বৰ প্ৰবল, বিপৰীত (৪৬২৬) | ৩১৬ |
| আশেষ | সবিশেষ, অশেষ (২৭৩৮) | ১৮৭ |
| আসিকা | আকাঙ্ক্ষা, ইচ্ছা, অভিপ্ৰায় (৩৬১৯) | ২৪৬ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| আঘাৰিকা | ছায়াগ্ৰাহী, এজনী ৰাক্ষসীৰ নাম, বঘাসুৰৰ মাক (৪০৭৪) | ২৭৯ |
| আঘুধী | (আঘুধি=ঊষধি) ঊষধ, প্ৰতিকাৰ, উপায়, কাৰণ (২২৮৯) | ১৫৫ |
| আষ্ফোট | যুঁজৰ সময়ত বাহুত চাপৰ মাৰি দেখুওৱা দৰ্প (৪৭৩৩) | ৩২৩ |
| আশক্য | অশক্য, অসম্ভৱ (২০৭৬) | ১৪১ |
| আসঙ্গ | আশ বা লাই দিয়া (২২১৪) | ১৪৯ |
| আসঙ্গিক | আসঙ্গ ( আ+সনজ+অ ) সঙ্গ, লগ, প্ৰীতি, চেনেহ, শ্ৰদ্ধা, আশয় (২১৮৮) | ১৪৮ |
| আসজ | বেয়া, অসিদ্ধ, মন্দ, অগজ (১৫৭৭) | ১০৭ |
| আসবিগ | অত্যধিক, অসদৃশ (৩৫৫৩) | ২৪১ |
| আস্থটি | ঠেহ, আমনি (৪৩৫৯) | ২৯৯ |
| আস্থধি | সং—ঊষধ, দৰৱ, আহঁদি (৪৪৪৪) | ৩০৪ |
| আহুতি | ( সং—আ+হু+তি ) দেৱতাৰ ওচৰত দিয়া উছৰ্গা, দেৱতাৰ সন্তোষৰ বাবে হোমৰ জুইত ঘিউ ঢলা। (১৫৬১) | ১০৬ |
| আহ্য্য | আহাৰ, খাদ্য (৭৩২৪) | ৫১০ |
| আয়তা | সৰ্বসুলক্ষণা, ৰূপ জেউতি বাগৰি পৰা, শ্ৰীসম্পন্না, সধৱা (৪৯৫২) | ৩৩৯ |
| আয়তী | স্বামী থকা তিৰোতা (২৫৮) | ১৯ |
| ইঙ্গিত | সঙ্কেত (১৪৫) | ১১ |
| ইমাখাৰ | এই মূৰৰ (৫৩৫৫) | ৩৬৮ |
| ইহান | এনেকুৱা, ইয়াৰ (৯৫৪) | ৬৫ |
| ঈষত | অলপ, কিঞ্চিৎ (৯২৫) | ৬৩ |
| ঈষিকৰ বাণ | ( সং—ঈষিক=ইকৰা+বাণ =শৰ ) ইকৰাৰ শৰ; ত্ৰৈষিক বাণ, এবিধ বাণ (২৪৯৭) | ১৬৯ |
| উখন্দি | উখহি (৫৪১৭) | ৩৭২ |
| উচ্চৰৈ | উচ্চাৰণ কৰে, মাতে বা পঢ়ে (৭২৫০) | ৫০৫ |
| উচ্চল | ওখ, ওপৰলৈ উঠা (৪৩৬৬) | ২৯৯ |
| উচ্ছাদ | উচ্ছেদ (৭২৩৫) | ৫০৩ |
| উচ্ছাদিতে | লঙ্ঘন কৰিবলৈ (৩৪১১) | ২৩২ |
| উজাৱন্তি | উজাই যোৱা, আৰোহণ কৰা (৩৪২২) | ২৩৩ |
| উঝতিচয় | ভৰিৰ আঙুলিত পিন্ধা আঙঠিবোৰ (৫৫৪) | ৩৮ |
| উঝাৰা | উচ্ছন্ন কৰা (৪১৬৫) | ২৮৫ |
| উঠান | শৃঙ্গ, উঠন (৩৮৫৭) | ২৬৩ |
| উঠানি | উৎপাত (৩৭৫৮) | ২৫৬ |
| উতোভন | উৎফুল্ল, ওপৰলৈ তুলি দিয়া, উৎসাহ লগাই দিয় (৪৪১৩) | ৩০২ |
| উখাৰি | ওপচাই (৪০৯১) | ২৮০ |
| উদভাৰ, | ( সং—উদ্ভাৰ: ) উদাৰ (১৮০১) | ১২১ |
| উদিত মাৰ্ত্তণ্ড | উদয় হোৱা সূৰ্য্য (২০৩০) | ১৩৮ |
| উদ্ধাৰ | ওখ, উৰ্দ্ধ (৪৮৭১) | ৩৩২ |
| উদ্ভটে | উদ্ভৱালিত, বিপৰীত কাৰ্য্য (৩৪০৫) | ২৩২ |
| উঠাইল | ওপৰলৈ উঠিল (৪০৭৪) | ২৭৯ |
| উপগত | উপস্থিত হোৱা (১৯৭) | ১৪ |
| উপঘাত | ( উপ+হন্+ক্ত ) অশুভ লক্ষণ, অমঙ্গল (১৫৪৮) | ১০৫ |
| উপ্পতি (?) | ( সং উৎপত্তি (?) ) জন্ম, আবিৰ্ভাৱ (১৫৪৫) | ১০৫ |
| উপযোগ | যথোপযুক্ত বস্তু (৩৭৩৪) | ২৫৪ |
| উপসন্ন | আগবাঢ়ি যোৱা (৪৯৮৪) | ৩৪১ |
| উপান্ত | উচ্ছ, বিনষ্ট (৩৫৫৬) | ২৪১ |
| উপাৰ | উপান্ত কৰা, শেষ কৰা, (৭৩৩১) | ৫১১ |
| উপালম্ভ | গালি, নিন্দা, তিৰস্কাৰ, দম্ভ বচন (৫৩৪৮) | ৩৬৮ |
| উভি | উভালি (৩৪৬৩) | ২৩৫ |
| উৰ্মি | উৰ্মি, ঢৌ, শোকৰ ভাব (৪৫৮৪) | ৩১৩ |
| উলমাল | উখলমাখল (৪৮৮) | ৩৪ |
| উলি | তৎ, জ্ঞান, চেতনা, সম্ভেদ (১৮৯৯) | ১২৮ |
| উল্কা গঞ্জাৰিল | উল্কাপাত হ'ল, উল্কাৰ দৰে গতি কৰিলে (২১৯৭) | ১৪৮ |
| উল্লসি, | উল্লাস কৰি, আনন্দ কৰি, উল্লাহিত হৈ (২৮৯০) | ১৯৬ |
| উসমিশ | গোলমাল, হুলস্থূল; (পুথিত দুখজনক ভাব বুজাবলৈ ব্যৱহৃত হয়) (১৪৯৯) | ১০২ |
| উৱল প্ৰৱল | উচল-পাচল, ওপৰলৈ উঠা (১৯৬০) | ১৩২ |
| উড়খল | ( সং উলুখল ) উড়ৰক কাঠ, যাঁৰা ডিমক ( যজ্ঞত ব্যৱহাৰ হয় ) (২৩৩১) | ১৫৮ |
| উৎছন | উচ্ছন্ন, ধ্বংস, বিনষ্ট হোৱা (৪৭১৮) | ৩২২ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| উৎসন | নষ্ট, ধ্বংস, উচ্ছন্ন (৮১১) | ৫৫ |
| উৎসুক | ( উৎ—সু=উৎপন্ন কৰ+ক ) উৎকণ্ঠিত, ব্যগ্ৰ, আগ্ৰহান্বিত (১৮৫০) | ১২৫ |
| উনিক | চৌক, তৰঙ্গক (৬০৯) | ৪২ |
| একাৱলী | অকলে, অকলশৰে (সাধাৰণ অৰ্থত এধাৰি মালাৰ সূতা) (৩৪১৮) | ২৩২ |
| একুটীৰ | একুটী=এটা সন্তান থকা তিৰোতা (১৭৭০) | ১২০ |
| একেশ্বৰ | অকলশৰে, অকলে (২৭০১) | ১৮৪ |
| এন্তে | এনেতে (২১৯) | ১৬ |
| এন্তে | এওঁ (৪৮৯৩) | ৩৩৫ |
| এহেন্তেসে | এয়েহে, এই কাৰণেহে, ইয়াৰ পৰাই (৩৩৬২) | ২২৮ |
| ওৰা | এই (৪০২১) | ২৭৫ |
| ওৰা | আমি (৪৬০৬) | ৩১৪ |
| ওৰাৰি | ( পুথি ) হাউলি, আবুৰৰ ঠাই, প্ৰাঙ্গণ (৩৫১৩) | ২৩৮ |
| কছাই (?) | সং—কৃত শব্দৰ পৰা। পিন্ধাই (৪১১৬) | ২৮২ |
| কছাইল (?) | পিন্ধালে (৯৮১) | ৬৭ |
| কটক | যুঁজাৰুসকল, সেনাদল (৮৪) | ৬ |
| কটক-সাগৰে | সেনাসমূহে, বিপুল সৈন্য-বাহিনীয়ে (২৪৮৬) | ১৬৮ |
| কটাৰত | ( সং—কৰ্তৰী ) কটাৰী, সৰু অস্ত্ৰ বিশেষ (১৭৭৫) | ১২০ |
| কটাল (?) | জোখ, পৰিমাণ (৩৪৯৫) | ২৩৭ |
| কটালিবাক | জুখিবলৈ (৩৪৪৩) | ২৩৪ |
| কটাহ | পাত্ৰ বিশেষ (৭২৪৫) | ৫০৫ |
| কণ্টকিয়ে | এবিধ ফল, কঠাল (৪৩৫৩) | ২৯৮ |
| কণ্টকীক | এবিধ ফল, কঠাল (৪২২৬) | ২৯০ |
| কণ্ডুৰাইবে (?) | খজুৰাৰ (৪৯৬৮) | ৩৪০ |
| কদন | বিনাশ (৫২৩৪) | ৩৫৯ |
| কনিয়ানি | শৰ বিশেষ (৪৩৮২) | ৩৫০ |
| কনিয়াল | এবিধ শৰ, ক্ষুদ্ৰ শৰ বিশেষ (৫১০২) | ৩৫০ |
| কনিয়ালে | সৰু, ক্ষুদ্ৰ (৪৪৪০) | ৩০৪ |
| কপুৰা | কৰ্পূৰ (৪৬৯৮) | ৩২০ |
| কপোল | গাল, গণ্ড (৭০০) | ৪৮ |
| কম্বুকণ্ঠ | শঙ্খৰ পাকৰ নিচিনা আঁক থকা ডিঙি (৫৫৯) | ৩৯ |
| কৰঙ্কাৰ | নাৰিকলৰ খোলা, কোৰোকা (৭২৬৭) | ৫০৬ |
| কৰণ | ঠাই | ২৯১ |
| কৰণ সম | (পুথি) কৰণ=ঠাই+সম=সদৃশ (১৮৪৩) | ১২৫ |
| কৰণ্ডী | কৰণী, ফুলতোলা শৰাই বা কণ্টি (৪৩৪৬) | ২৯৭ |
| কৰিলোহো হন্তে কৰিলোঁহেঁতেন ( সম্ভাব্যভূত) (৩৮০) | | ২৬ |
| কলিয়া | কুমলীয়া, কোমল (৩৫১৭) | ২৩৯ |
| কহন্তিহি | কৈ (২৭৩৩) | ১৮৬ |
| কহিত | ক'ত, কৈত (পুথি) (১৫৮৫) | ১০৭ |
| কংসাল | কাহাঁল, খণ্ডাল (৭২৫৮) | ৫০৬ |
| কাংস পৰি | কাঁহ পৰি, নিমাত-নিস্তব্ধ হৈ (৫২০৯) | ৩৫৭ |
| কাখতলীয়ায়ে | ( সং—কক্ষতল ) ওচৰ-পাজৰ, কাষতলী (৪৫২২) | ৩০৯ |
| কাঙ্কৰ | শিল, কঙ্কৰ (৪০৭০) | ২৭৯ |
| কাজি | পৈণত, চতুৰ (৬৭৮৩) | ৪৭১ |
| কাঞ্জি | ( সং—কাঞ্জিকা=পোতনি ) আধাখুন্দা ধান বা পৰলীয়া চাউলৰপৰা পানী নিহলাই উলিওৱা পোতনি; ই অলপ টেঙা আৰু বৰ চেঁচা; কাঞ্জি এবিধ টেঙা ফলৰ নাম (২৫৩৩) | ১৭১ |
| কাটিত | গীমাত, ওচৰত (?) (৭২৬৩) | ৫০৬ |
| কাষ্ঠি | কাঠী, কাঠি, খৰিকা (৪২২৫) | ২৯০ |
| কাণ্ডাহাৰে | গুৰিয়ালে, কাণ্ডাৰীয়ে (৪০১৪) | ২৭৪ |
| কাণ্ডি | ( সং—কাণ্ড ) কাঁড়, শৰ (২৩৯৭) | ১৬৩ |
| কাত্থিবলী | কাথিবোৰ (৬৭৭৭) | ৪৭১ |
| কানি ঝুলি | ফটা কাপোৰৰ জোলোঙা (১৯৬০) | ১৩২ |
| কাপ | কপট, গৰ্ব, দৰ্প (৪৪১৯) | ৩০২ |
| কামলি | ( সং—কম্বল ) খণ্ডা, কম্বল (১৮৭০) | ১২৭ |
| কামবশ্য | কামনাৰ বশীভূত (২০৪১) | ১৩৯ |
| কাৰুণিক | দয়ালু, কৃপাবন্ত (৩৬১) | ২৫ |
| কালকুট | অতিশয় বিষাক্ত+দ্ৰব্য, বৰ বিহ (৩৫৩) | ২৫ |
| কাহাল | ( সং—কংসাল ) খণ্ডাল (৫৪২৫) | ৩৭৩ |
| কিচাকিচি | ( অনুকাৰ শব্দ ) খেচখেচনি, কিচ্‌কিচ্ কৰা শব্দ (৩৫৩৭) | ২৪০ |
| কিটাইল | সপ্তম হল (৩৪৫২) | ২৩৫ |
| কিশলয় | গছৰ কুঁহিপাত, পল্লৱ, গজালি ( ৯৪৬ ) | ৬৫ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| কুখিধৰ | [ (সং) কুক্ষি+ধ=গৰ্ভসম্পন্না ] গৰ্ভধাৰিণী, ( কেতিয়াবা ভাগ্যৱতী পুত্ৰশীলা নাৰীও বুজায় ) ( ১৫৫৫ ) | ১০৬ |
| কুচান্দ | কুৰূপ ( কু=বেয়া+চান্দ=চন্দ্ৰ ) ( ১৯১৮ ) | ১২৯ |
| কুজিমুজি | কুচিমুচি, বেঁকা হৈ, হালি ( ১০০৩ ) | ৬৯ |
| কুট ভাব | কপট স্বভাৱ (১৮৭৫) | ১২৭ |
| কুটিল অলক | বেঁকা কুন্তল, কপালৰ আগৰ কেকোৰা চুলি ( ৯৪২) | ৬৪ |
| কুণ্টুৰি | কুটুনী, লুটি ( ৫০২০ ) | ৩৪৫ |
| কুনয় | কুনীতি, কুপ্ৰবৃত্তি, বেয়া নীতি ( ৪১৯৯ ) | ২৮৭ |
| কুন্দত কুন্দলা | গঢ় লগোৱা বা কুন্দত নিখুতকৈ কটা ( ৯৪৮ ) | ৬৫ |
| কুন্দকম্ব জালে | খিৰিকীৰ বিন্ধাৰে, গৱাক্ষ পথেৰে ( সং—কুন্দ্ৰাক্ষ+জলা ) ( ১৫০৪ ) | ১০৩ |
| কুম্ভস্থলে | কুমত, কপালৰ কাষত ( ৪০৩৪ ) | ২৭৫ |
| কুসাটি | ( অনুৰূপ শব্দ ) আঙ্গুলিৰ পৰা ( ৪৩৫৯ ) | ২৯৯ |
| কৃতকৃত্য | সন্তোষিত হোৱা, গৌৰৱান্বিত, ধন্য বোধ কৰা কাৰ্য্য সিদ্ধ ( ১২১ ) | ৯ |
| কেন্ত কেন্ত | ( অনুকাৰ ) কেঁকোৰা ( ৪৪৮২ ) | ৩০৬ |
| কোণ্ডকৰ | ধনুধাৰী বা বৰ্শাধাৰী, কোদণ্ড অস্ত্ৰধাৰী ( ১৯৬২ ) | ১৩২ |
| কোণ্ডে ফোড়ো | ধনুৰে বিদীৰ্ণ কৰো, যাঠীৰে বিন্ধো ; কোদণ্ডেৰে বিদীৰ্ণ কৰোঁ ( ১৬৭৮ ) | ১১৪ |
| কৌস্তুভ | বিষ্ণুৰ ডিঙিৰ মণি (১০৫০) | ৭২ |
| ক্ৰৌঞ্চ পক্ষী | কৰচন চৰাই, এবিধ পক্ষী ( ১২ ) | ২ |
| খৰবাহা (?) | খৰ্ব্ব কৰা ( ৪২০৬ ) | ২৮৮ |
| খৰশ | জ্যোতিমান, দীপ্তিমান, চোকা, তীব্ৰ ( সং খৰাংশু ? ) ( ১৫০২ ) | ১০২ |
| খাঞ্চি | ( পুথি ) খাঁজি, ঠাহি (১৯৩৯) | ১৩১ |
| খাঞ্চিবোহো | বিজ্ঞিম, খাজি দি (৩৪৩৬) | ২৩৪ |
| খাণ্টখিট | ঠাং ঠিং শব্দ ( ৭১৯০ ) | ৫০১ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| খাণ্ডা | ( সং—খগড় ) তৰোৱাল, অসি ( ১৮৬৭ ) | ১২৬ |
| খাপৰ | এবিধ যাঠী, বৰ্শা বিশেষ ( ৩৫৯৮) | ২৪৫ |
| খিৰি | এবিধ ফল, তিয়হ জাতীয় এবিধ ফল ( ৪৩৫৩ ) | ২৯৮ |
| খুখণ্ডা | জীৰ্ণশীৰ্ণ ( ৪৯৭৮ ) | ৩৪১ |
| খুঞ্চি | খুঁচি, হেঁচুকি দি ( ৫২৯৫ ) | ৩৬৪ |
| খুপিৰ | মক খোটালি ( ৪১১১ ) | ২৮১ |
| খুৰত, খুৰতে | বাপেকৰ ভায়েক, খুৰাদেউ ( ৪৪৬৪ ) | ৩০৫ |
| খোপ (?) | ডোঙা, দ হাই ( ৪৫১১ ) | ৩০৮ |
| খোলা | (সং খোলক) মাটিৰ পাত্ৰ বিশেষ মুকলি ( ৩৫৯৮ ) | ২৪৫ |
| গওঁ | গোৱাঁৰ ( সম্ভৱতঃ গাওঁ শব্দৰ পৰা ওলোৱা ) ( ৫৪৮৩ ) | ৩৭৮ |
| গঞ্জাকাৰী | গালি পাৰোতা, গালি শপনিত পৈণত ( ৩৬৩১ ) | ২৪৭ |
| গঞ্জি | গঞ্জনা কৰি, তিৰস্কাৰ কৰি ( ৩৭৯৩ ) | ২৫৯ |
| গণিতা | গণনা, লেখ ( ৩৮১৫ ) | ২৬০ |
| গৱয় | ( পুথি ) গৰু জাতীয় এবিধ জন্তু, মেখোন ( ১৮০৬ ) | ১২২ |
| গৱাক্ষ | সং—গো+অক্ষ, ইয়াত এটা বিশেষ জাতি ( ৩৮১৪ ) | ২৬০ |
| গভুৱা | ( সং গৰ্ভ ) পেটৰ সন্তান, গৰ্ভ, ল'ৰা ( চন্দ্ৰকান্ত ) (২১০০ ) | ১৪৩ |
| গহ | গপ, অহঙ্কাৰ (১৬১৩ ) | ১০৯ |
| গ্ৰহ | (পুথি ) আগ্ৰহ, ইচ্ছা ( চন্দ্ৰকান্ত) ( ১৮৬৫ ) | ১২৬ |
| গৰিহা | নিন্দা (৩৭৯২ ) | ২৫৯ |
| গলাৱৰ | গলৰ শব্দ, গলগপ কথাবতৰা ( ৬৭৩০ ) | ৪৬৮ |
| গয় | এটা বান্দৰৰ নাম (৩৮০৯) | ২৬০ |
| গাধিৰ নন্দন | বিশ্বামিত্ৰ মুনি ( ৮৩৩ ) | ৫৮ |
| গ্ৰান্থি | গাঁথি, চিন্তা কৰি ( ৭১৬৯ ) | ৪৯৯ |
| গ্ৰীৱা | ( সং—গৃ=গিল+ৱ) যাৰ দ্বাৰা গিলা হয়, গল ডিঙি (১৫৭৬) | ১০৭ |
| গুণ্ড কুৰি | সৰু সৰু । ( ৪৩১৬ ) | ২৯৫ |
| গুল গুলি | সন্তাপ, বেজাৰ, দুখ, বেদনা ( ২৩৯০ ) | ১৬২ |
| গেৰু ধাৰ | পৰ্বতৰ পৰা বৈ অহা সোঁত ( সং– গিৰি ধাৰা ) (৫১১৫ ) | ৩৫১ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| গোলাঙ্গুল | ( পুথি ) মুখ ক'লা আৰু ছাইমুৰা বান্দৰ ( ২০৬৮ ) | ১৪১ |
| গোলাসতে | ( সং—গোলাসঃ=বেং ছতা ) বেং ছতা ( ১৮৫৫ ) | ১২৬ |
| গোলৈ পেটী | দীঘল পেট থকা তিৰোতা ( ৪১৭১ ) | ২৮৫ |
| গোষ্ঠি | একত্র হোৱা, দল বন্ধা কাৰ্য্য ( ১০২৯ ) | ৭০ |
| গোড় | ডাঙৰ ফাল বা মোটা অংশ ( ৩৫৮৫ ) | ২৪৪ |
| ঘঞ্চাল | ঘহৰা, জঞ্জাল, আমনি ( ৫৪৬০ ) | ৩৭৬ |
| ঘৰ্ম্মদুখে | ( ঘৰ্ম্ম—জহ, তাপ+দুখ ) জহ বা তাপৰপৰা পোৱা কষ্ট ( ১৫২৮ ) | ১০৪ |
| ঘৰাকাটি | ঘৰামুটি ( ২২৯২ ) | ১৫৫ |
| ঘৰাকাতি | ঘৰামুটি ( ২১২২ ) | ১৪৪ |
| ঘড়াকাতি | ঘৰামুটি ( ৪৩৯৪ ) | ৩০১ |
| ঘড়া | পাত্রবিশেষ, কলহ, ঘাগড়ি ( ৩৪৬ ) | ২৪ |
| ঘাগি | ঘাগী, অভিজ্ঞ লোক, বহুদৰ্শী লোক ( ৪৯৮২ ) | ৩৪১ |
| ঘাটন | আঘাত ঘটন, বিপদ ( ৪৭৫৪ ) | ৩২৪ |
| ঘালি | আঘাত, ( ৩৫৫৪ ) | ২৪১ |
| ঘিটি ঘিটি | জনবহুল ( ৭২২৮ ) | ৫০৩ |
| চঞ্চা কৰি | চমক লগাই ( ৪৮৯০ ) | ৩৩৫ |
| চণ্ড কোপ | উগ্ৰ খং, ভয়ানক খং, প্ৰচণ্ড কোপ ( ৪৫৯০ ) | ৩১৪ |
| চণ্ড বাৰে | প্ৰবল বতাহত প্ৰচণ্ড বতাহত ( ৫৩২২ ) | ৩৬৭ |
| চতুৰ্দ্দোলে | ( চৌ=চাৰি+দোল=দোলা ) চাৰিজন লোকে কান্ধত নিয়া দোলা। ( ২৩২৬ ) | ১৫৭ |
| চতুৰঙ্গ | ( চতুৰ=চাৰি+অঙ্গ=ভাগ ) সৈন্যৰ চাৰিটা অঙ্গ—হাতী, ঘোঁৰা, ৰথ আৰু পদাতি। ( ২৪৬৭ ) | ১৬৭ |
| চন্দ্ৰজেতাপন | এটা নাগৰ নাম ( বোধ হয় ) ( ১৬৮৫ ) | ১১৪ |
| চন্দ্ৰহাস | অস্ত্র বিশেষ ; তৰোৱাল ( ৪৪২১ ) | ৩০২ |
| চন্দ্ৰাৱতী | ( সং—চন্দ্ৰৱতী, চন্দ্ৰযুক্তা ) জোনালী, জোনাক ( ৩৪৭৩ ) | ২৩৬ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| চপয়া | পৰস্পৰে মিল হোৱা, চাৰিফাঁকিৰ এবিধ ছন্দেৰে ৰচনা কৰা বিষ্ণুৰ স্তৱ ( ৯৮২ ) | ৬৭ |
| চমকাৰ | ভয়ভীত, ত্ৰাস, চমক ( ৩৯১৮ ) | ২৬৭ |
| চৰাৰ | উচ্চ, ওখ ( ৫২৮৫ ) | ৩৬৩ |
| চৰবি | চাল ( ৪৩৪৬ ) | ২৯৭ |
| চড়াইলা | পিন্ধিলে ( ৫৩১৯ ) | ৩৬৬ |
| চড়াৰে | অতিক্ৰম কৰিবলৈ ( ৩৫৩৪ ) | ২৪০ |
| চড়ি | উঠি, আৰোহণ কৰি ( ৯৯) | ৭ |
| চাঙ্ক | চমক ( ৪০৬৪ ) | ২৭৮ |
| চাঙ্কিয়োক | ( সং—চঁচ্=নিমজ্ ) চাঁচক, অস্ত্রেৰে কাটি নিমজ কৰক। (২৩৫৭) | ১৫৯ |
| চাটু পাটু | চাটু=ফুচুলনি+পাটু ( অনুৰূপ শব্দ ) ( ১৯৯৯ ) | ১০৮ |
| চাটু পটু | মিছা প্ৰশংসা, উচতনি, কোৱাত পাৰ্গত ( ৯৭০ ) | ৬৬ |
| চাটে | কোৰ, চোট ( ৩৪৫৭ ) | ২৩৫ |
| চানি | ব্যাপি ( ১০৮ ) | ৮ |
| চান্দিয়া | চান্দিধৰি আগুৰি ( ১৮২০ ) | ১২৩ |
| চাপ | ওচৰলৈ আহ বা যা ( ১৬৩৬ ) | ১১১ |
| চাৰী | ( পুথি ) ( হিং ছোৰী ) ছোৱালী, তিৰী ( ২২০০ ) | ১৪৯ |
| চালিলন্ত | ( সং—চল্=গতিকৰ ) লৰচৰ কৰা, লৰোৱা (১৫২৩) | ১০৪ |
| চিঙ্গালিৰ | শৃগালৰ ( ৪১০৩ ) | ২৮১ |
| চিত্তড়াত | চিত্ত=মন ; চিত্, হিয়া, অন্তৰ ডাত ( সং—ডাঠ )=দৃঢ় ; শকত ( ২৫৯৩ ) | ১৭৫ |
| চিৰলা | চূৰ্ণ বিচূৰ্ণ কৰা ( ৪৪৯৩ ) | ৩০৭ |
| চিৰিয়া | পাৰ হোৱা সাকো ( ৪৬৭৬ ) | ৩১৯ |
| চুলাড়ি | চুলীয়া চুলি কৰি ( ৫৫৬১ ) | ৩৮৩ |
| চুলুকয়া | লাৰি চাৰি ( ৪৩৪৫ ) | ২৯৭ |
| চুহিত | শুলি হোৱা ( ৪০৭০ ) | ২৭৯ |
| চূড়ামণি | মুকুত বা কিৰীটিত পিন্ধা বাখৰ বা মণি ( ৫৬২ ) | ৩৯ |
| চুন্দে বাসে | ( চুপে বাসে ) চুপে বাহে=সমূলঞ্চে ( নামনি অঞ্চৰ জতুৱা ঠাচ, যেনেঃ— চুপে বাহে তল যা=সমূলঞ্চে লয় পা ) ( ১৫৭৯ ) | ১০৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| চেলালিৰ | চেলাউৰি, চেলাউৰিৰ পৰা (৪৩৪৩) | ২৯৭ |
| চেড়ী | (হিং—চেৰী) দাসী, বেটী (১৫৭৫) | ১০৭ |
| চোট | আঘাত, প্ৰহাৰ (৩৪৫৯) | ২৩৫ |
| চোণ্ডাদণ্ড | চোণ্ডা=চোঁৰৰ+দণ্ড=দীঘল মাৰি, লাখুতি (১৫৬৯) | ১০৭ |
| | মহাবলবান (১৬৮১) | ১১৪ |
| চৌদোলে | (চৌ=চাৰি+দোল=দোলা) চাৰিজন লোকে কান্ধত নিয়া দোলা (২২৪০) | ১৫২ |
| চৌপন্থ | চৌ=চাৰি, পন্থ=পথ (১৭০) | ১২ |
| চৌপথে | চাৰি পথৰ সংযোগ স্থল, চ'ক; চাৰি আলি (বিকল্প চৌপন্থ আদি কাণ্ড) (১৫০৯) | ১০৩ |
| চৌভিতা | (পুথি) (চৌ=চাৰি+ভিতি==দিশ) চৌদিশ, চাৰিও ফাল, চাৰিও ফালে (২০৮৫) | ১৪২ |
| চৌৰাঙ্গি | দুহাত দুভৰি এই চাৰি অঙ্গ হীন (৫৫৭২) | ৩৮৪ |
| ছটা | দাগ, চিন (৫১৬৩) | ৩৫৪ |
| ছত্রিশ | (ছত্রিশ=ছয়ত্রিশ+জাতি=কুল) সকলো জাতিৰ মানুহে (২০০৭) | ১৩৬ |
| ছন্দি | পাং পাতি, আলচ কৰি (৪৪৪৫) | ৩০৪ |
| ছৰ্পতি | দাঁত চোবোৱা (৭২৫৮) | ৫০৬ |
| ছৰাওঁ | আঁতৰাওঁ; (প্ৰাণ বিনাশ কৰোঁ) (৫২৪৮) | ৩৬০ |
| ছল্ললে | চলচলীয়া (৭১১৮) | ৪৯৫ |
| ছলি | চলি (ছলি গৈলা=যাত্রা কৰিলে) (৪৩৯০) | ৩০১ |
| ছাট | সং ছদ, ঢাকি ধৰিলে (৩৭০৫) | ২৫২ |
| ছান্দিৰ | মনতে আলচ কৰা (৪৬) | ৪ |
| ছাৰ-নাৰী | সাধাৰণ তিৰোতা (২৮১০) | ১৯২ |
| ছাৰি | ত্যাগ কৰি (১৩০) | ১০ |
| ছাৰিবা | হিং—ছোড়না। এৰি দিয়া (১২২) | ৯ |
| ছাৰী | নিয়ম লঙ্ঘন কাৰিণী; তুচ্ছা নাৰী, নিকৃষ্টা তিৰোতা (৪১৭৫) | ২৮৬ |
| ছাৰোক | এৰক (২৯০) | ২১ |
| ছায়া গ্ৰাহী | ছায়া গ্ৰাসকাৰিণী ৰাক্ষসী, আঘাৰিকা নামৰ ৰাক্ষসী (হনুমন্তক বাট ভেটি ধৰিছিল) (৩৮৩১) | ২৬১ |
| ছিণ্ডৰা | মাউৰা (৭১১৪) | ৪৯৫ |
| ছিৰিল | সোমাই পৰা (৪৪৪৬) | ৩০৪ |
| ছোক | ছোৱক, স্পৰ্শ কৰক (৪২১১) | ২৮৯ |
| ছোটে | জোৰেৰে, অতি আঘাতেৰে (৯১৭) | ৬৩ |
| জইয়া | জয়, শেঁতা (৮৫৯) | ৫৯ |
| জগৰা | কাজিয়া, গণ্ডগোল (৮৭৬) | ৬০ |
| জগমাৰ | সং—জগৎ+মাতৃ, জগতৰ মাতৃ (সীতাক বুজাইছে) (৬৭৪৪) | ৪৬৯ |
| জঙ্গাল | নঙলা, সীমা, আলি। (১৫০৯) | ১০৩ |
| জঙ্গালী | (সং—যজ্=পূজাকৰ) যাজক, পুৰহিত, আনৰ নিমিত্তে পূজা কৰি দিয়া বামুণ, যাজনিক, যাজ্ঞিক। অথবা (সং—জঙ্গাল=কষ্ট+ই) কষ্টপোৱা, দুখী। (২৪৬৭) | ১৭ |
| | (সংজটী—জটা+ইন্) জটা থকা। শুদ্ধ পাঠ—যতী। সন্ন্যাসী, মুনি। (১৭১২) | ১১৪ |
| জনয় | জন্ময়, জন্মায় (৪৩০৫) | ২৯৪ |
| জনিলাহা | জন্মাইলা, ওপজাইলা (৪৭২৮) | ৩২২ |
| জনিলেক নট | জন্=জন্ম দে, নট=নটীৰ পুংলিঙ্গ, নটী=বেশ্যা বেশ্যাক (নটীক) জন্ম দিলে। স্ত্রীলিঙ্গ ভাৱে ব্যৱহাৰ হৈছে। (২৪৪৬) | ১৬৫ |
| জন্তাইলা (?) | যোঁট বন্ধা (৫৬১৭) | ৩৮৭ |
| জনক | ক্ৰোধ, খং (৬৭৪৫) | ৪৬৮ |
| জৰাওঁ | গোটাওঁ, লগ কৰোঁ (৩৭৭২) | ২৫৮ |
| জলদ | মেঘ, ডাৱৰ (৫৬২) | ৩৯ |
| জৰন্ত | জীয়াই থকা, জীৱন্ত (৪৯৫২) | ৩৩৯ |
| জান্তয় | মালিচ কৰে, পিহি দিয়ে (৪৮৪) | ৩৩ |
| জান্তি (?) | মালিচ কৰি, গা মূৰ পিহি, সৈমান কৰি (১৬৪৫) | ১১১ |
| জাৰি | জাহিৰ, প্ৰচাৰ (১৯৩১) | ১৩০ |
| জাৰি খুৰি | পাত্ৰ বিশেষ, এবিধ সাজ-বাচন (৬৭৯৫) | ৪৭২ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| জাৰে | জঁই পৰি যায়, মৰহে ( ৭৩১ ) | ৫১ |
| জিকী | জিলিকনি, তিৰবিৰণি<br>জিকী পাৰে—জিলিকি উঠে ( ৩২৩৭ ) | ২১৯ |
| জীউ বোধে | জীয়েক ৰূপে,<br>জী বুলি ভাৱি ( ১১৩ ) | ৮ |
| জুনু | কি জানি, জানোচা ( ৪৯৪৪ ) | ৩৩৯ |
| জোনু | জানোচা, যেনিবা, যদিহে ( ৩৭৬৪ ) | ২৫৭ |
| জ্যোতিক | দীপ্তি, জেউতি ( ৯৫৮ ) | ৬৫ |
| ঝমকে (?) | ডাঙৰকৈ, গহীনাই ( ২৬১০) | ১৭৭ |
| ঝাণ্টে | তুৰন্তে, তৎক্ষণাৎ ( ২৮৩৪ ) | ১৯৩ |
| ঝাতঝিত | নিষ্প্ৰাণ, ম্লান ( ২২৪৪ ) | ১৫২ |
| ঝাৰী | এবিধ লোটা, পাত্ৰ বিশেষ ( ২১৫ ) | ১৫ |
| ঝাণ্টে | সোনকালে ( ৩৫৮৭ ) | ২৪৪ |
| ঝিঙ্কাৰিল | ( ঝঙ্কাৰ ) ; জয়ধ্বনি কৰিলে ;<br>জাগৃত কৰিলে ( ২৩৯৪ ) | ১৬২ |
| টমকিল | বাজি উঠিল ( ৫২১১ ) | ৩৫৭ |
| টহক (? ) | তভক ( ৪১১৪ ) | ২৮২ |
| টাই ( ? ) | ডাঙ্কোপ, বঢ়াই ( ৪৩১৫ ) | ২৯৫ |
| টালি | দুষ্ট, চতুৰ ( ৫৫৪৮ ) | ৩৮২ |
| টিকৰ | মাজ মূৰৰ চুলি ; শিৰ ;<br>টিকৰ নিজ নাহা=শিৰৰ স্বামী ( ২২০১ ) | ১৪৯ |
| টোকৰা | এবিধ খেলা ( ৪১০১ ) | ২৮০ |
| টোন হাত | টোন ( সং—তূণ ) =কাঁড়ৰ<br>চুঙা। কাঁড়ৰ চুঙা আছে যাৰ<br>হাতত ; বীৰ, বীৰত্ব শক্তি ( ১৭৫৯ ) | ১১৯ |
| ঠঠাৰিৰ ভাটি | ঠঠাৰি, ঠঠুৰি ( হিং—ঠঠেৰা )<br>ধাতুৰ পাত্ৰ তৈয়াৰ কৰা<br>লোক। ভাটি ( সং—ভস্ত্ৰী )—<br>ছালৰ মোনা। ধাতুৰ বস্তু গঢ়া<br>শালত ব্যৱহাৰ কৰা জুইত বতাহ<br>দিয়া যতন ; ভাতী ( ২১১০ ) | ১৪৩ |
| থান | গঢ়, আকৃতি, ৰূপ (৪৬৭৩) | ৩১৯ |
| ঠাৱ | ঠাই, স্থান ( ১৫১৮ ) | ১০৩ |
| ঠাৎকাৰ | মহাশব্দেৰে ( ৭১০৫ ) | ৪৯৪ |
| ডহাফল | আধা পকা ফল ( ৪২২৬ ) | ২৯০ |
| ডাকিলে | খেদি দিলে ( ৩৪৮৯ ) | ২৩৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| ডাঠি | ( সং—ডাঠ, দৃঢ়, বলৱন্ত )<br>দৃঢ়ৰূপে, বলেৰে, প্ৰবলভাৱে,<br>ডাঠকৈ। ( ৩৪৫৮ ) | ২৩৫ |
| ডাহিনী | ( সং—ডাকিনী )<br>ডাইনী, ভুতুনী ( ২২৭৮ ) | ১৫৪ |
| ডেৰা | হৈ-চৈ, চিঞৰ ( ৫১৩২ ) | ৩৫২ |
| ডেৰে | এখন ভৰি মেলাৰ মান জোখ,<br>জাপ ( ৪০০৪ ) | ২৭৩ |
| ঢকা মাৰি | ঠেলা মাৰি, গতা মাৰি ( ৪৯০০ ) | ৩৩৬ |
| ঢকুৰা (?) | নিলাজ, নিঢক ( ৪২০৪ ) | ২৮৮ |
| ঢেল | চকুৰ বগা ভাগ ( ৫৬০৭ ) | ৩৮৬ |
| তঙ্ক | অতিপাত খং ( ৪৮০০ ) | ৩২৭ |
| তঙ্কলিয়া | টোকালি আনি, ছিঙি আনি ( ৬৯২৪ ) | ৪৮২ |
| তটে | কূল, নৈ আদিৰ পাৰ (২১৫৮) | ১৪৬ |
| তত্ত্ব | ( সং তদ্=সেই+ত্ব ( ভাৰত )<br>মূল কথা, সত্য, স্বৰূপ,<br>যথাৰ্থতা, মৰ্ম ( ১৫৪১ ) | ১০৫ |
| তৎপৰ | আসক্ত, ৰত ( ৭৪৫ ) | ৫১ |
| তন-মণি (?) | ( স্তন=পিয়াহ+মণি=হীৰা,<br>মুকুতা আদি ) স্তনৰ ওপৰত<br>ওলমি থকা মণি-মুকুতা ( নাইবা<br>সুৱৰ্ণৰ তন-মণি=সোণ-<br>ৰত্ন-মণি ) ( ২০৮৭ ) | ১৪২ |
| তমোময় | অন্ধকাৰময় ( ২১৩ ) | ১৫ |
| তম্ভায়া | গতিৰোধ কৰি ( সং—স্তম্ভ ) ( ২২৬৩ ) | ১৫৩ |
| তৰঙ্গ ৰৰঙ্গ | টিকচি বিকচি ( খং ), অস্থিৰ<br>( পুথিত অতি ক্ৰোধ বুজাবলৈ<br>ব্যৱহাৰ হয় ) ( ৭২৫৬ ) | ৫০৬ |
| তৰঙ্গী | তৰাং, বাম ( ১৫৮০ ) | ১০৭ |
| তৰসি | ভীত, ভয় পাই ( সংত্ৰাস ) ( ২৯৭৩ ) | ২০১ |
| তাল যঙ্গ (?) | তাল মান ( ৪৮৭ ) | ৩৪ |
| তিখান | তীক্ষ্ণ, চোকা ( ৫৪০০ ) | ৩৭১ |
| তিতাছালে | ভিজা কাপোৰেৰে, ভিজা গাৰে<br>( সম্ভৱতঃ ) ( ২৫৪৪ ) | ১৭২ |
| তিৰিপিতি | তৃপ্তি, সন্তুষ্টি ( ১৫৯৮ ) | ১০৮ |
| তীৰি তীৰি | পাৰে পাৰে ( ৭৩১৬ ) | ৫০৯ |
| তুণ্ডা | মুখ ( ৪৯৭৮ ) | ৩৪২ |
| তুলতে | লগতে ( ১৮৫২ ) | ১২৫ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| তুলি | উৰি থকা, উত্তোলিত ( ১৭০ ) | ১২ |
| তুলে | সঙ্গে, লগত ( ৪৭৪ ) | ৩১ |
| তৈল দ্ৰোণী | ( তৈল=তেল+দ্ৰোণী= পাত্ৰবিশেষ ) তেল ভৰাই থোৱা পাত্ৰ বিশেষ ; তেলৰ পাত্ৰ ( ২২১১ ) | ১৪৯ |
| তোকঙা কাখৰ | [ তোকঙা ( পুথি )= লাউখোলাৰ পাত্ৰ ; কাখৰ= কাষৰ ] কাগত লোৱা লাউ খোলাৰ পাত্ৰ ( ১৯৬১ ) | ১৩২ |
| তোড়ো | ( হিং—তোড়না=ছেদ কৰা ), কাটো, ছেদ কৰোঁ ( ১৬৭৮ ) | ১১৪ |
| ত্ৰিকণ্টক, ত্ৰিকণ্টিক | অস্ত্ৰ বিশেষ, তিনি পাত শৰ থকা এবিধ অস্ত্ৰ ( ৪৪১৬ ) | ৩০২ |
| ত্ৰিদশগণ | দেৱগণ, দেৱতাসকল ( ৫৫৩ ) | ৩৮ |
| ত্ৰিদশা | মৃত্যুৰ তেৰ দিনৰ পাচত জ্ঞাতিসকলক ভোজন কৰোৱা অনুষ্ঠান ( ২৩৪৮ ) | ১৫৮ |
| ত্ৰিবলি | তিনি ডাল ৰেখা, ( এবিধ সুলক্ষণ ) ( ২৬৬৮ ) | ১৮২ |
| ত্ৰিবলীকা | ত্ৰিবলি, পেট, ডিঙি আদিত ছাল কোঁচ খাই হোৱা তিনিটা ৰেখা ( ১৮৩১ ) | ১২৪ |
| থপা মুণ্ডি | থপা=হাঁতোৰা, মুণ্ডি= মুড়ি=মেলি, হাঁতোৰা মেলি ( ২৪৯৫ ) | ১৬৯ |
| থৰ্পোসি | থৰহৰি, থৰকাহুটি ( ৫৫২১ ) | ৩৮০ |
| থিউ যুবা | জোৰ বান্ধি থিয় হৈ ( ৫১৩১ ) | ৩৫২ |
| দণ্ডধৰ | শাস্তি বিহিব পৰা লোক, এতেকে ৰজা বা শাসক ( ২৪১ ) | ১৮ |
| দণ্ডপাট | দণ্ড=ৰাজ দণ্ড+পাট=সিংহাসন ৰাজত্ব, ৰাজ্যভাৰ ( ১৯২৪ ) | ১৩০ |
| দণ্ডি | লাঠিৰ আকৃতিৰ এবিধ বাদ্য ( ৩৭১৯ ) | ২৫৩ |
| দন্দবাদ | কাজিয়া পেঁচাল ( ১৭৩ ) | ১৩ |
| দৰদৰি | ভয়ত আতুৰ হোৱা , তুৰন্ত, ততাতৈয়াকৈ, দৌৰাদৌৰিকৈ, লৰালৰিকৈ ( ৪৩৫৫ ) | ২৯৮ |
| দশনৈয়া | দহনেহীয়া অৰ্থাৎ দুই হাতেৰে আকোৱালি লগ পোৱা ( ৪৩৫৩ ) | ২৯৮ |
| দাদৰি | হাঁকুটি ( ৪৫৯৩ ) | ৩১৪ |
| দান্তৰি | দাঁত নিকটাই ( ৩৬৮৪ ) | ২৫০ |
| দাম | দমন, বশ কৰা ( ৪৭৪২ ) | ৩২৩ |
| দ্বাৰিক | দ্বাৰৰক্ষক, দুৱাৰৰখীয়া ( ৩৪৫১ ) | ২৩৫ |
| দাবি দুবি | অহা-যোৱাৰ উখল-মাখল ( ৩৭৪৫ ) | ২৫৫ |
| দাবিবোহো | নাশ কৰিম, বিনাশ কৰিম ( ৩৪৩৫ ) | ২৩৪ |
| দিলীপ | এজন সূৰ্য্যবংশৰ ৰজা ৰামচন্দ্ৰৰ পূৰ্বপুৰুষ ( ২৫৭৬ ) | ১৭৪ |
| দীনেশ | ( দীন=দুখীয়া+ঈশ=ঈশ্বৰ ) দুখীয়াৰ ঈশ্বৰ, আতুৰৰ ৰক্ষক ( ১৮১০ ) | ১২২ |
| দুতী | দ্বিতীয় ( ৪০৮১ ) | ২৭৯ |
| দুন্দুৰ | কাজিয়াপ্ৰিয়, দুষ্ট, কলহপ্ৰিয় ( ৩৬০৪ ) | ২৪৫ |
| দুৰাক্ষৰ | অপ্ৰিয়, কটুকথা ( ৬১ ) | ৫ |
| দুৰ্ঘত | দুৰ্গতি, বিঘাত, দুৰ্ঘটনা ( ৭৩১৫ ) | ৫০৯ |
| দূৰ্বাদল | দুবৰিৰ পাত ( ৩৩৮৭ ) | ২৩০ |
| দুস্তৰ | কষ্টেৰে অতিক্ৰম কৰা ( ১৮৪৩ ) | ১২৫ |
| দুহা | দুহিতাৰ অপভ্ৰংশ হব পাৰে নাইবা, দুখ+আ=দুখ=দুহা, দুখুনী, অভাগিনী ( ১৫৭২ ) | ১০৭ |
| দূৰ্বাক্ষত | দূৰ্বা=দুবৰি বন অক্ষত=আৰৈ চাউল হিন্দুৰ পূজাত লগা দুবৰি বন আৰু নভগা আৰৈ চাউল ( ১৮১৬ ) | ১২৩ |
| দেউক | দেৱতাক ( ১৩০ ) | ১০ |
| দেৱ দাম্ফি | দেৱ=দেৱতা+দম্ফ=দম্ভ ; অহঙ্কাৰ, গৰ্ব দেৱতাৰ উদ্দেশ্যে গৰ্বসূচক কথা কোৱা অথবা দেৱ=ডেও+দম্ফ ( লম্ফ শব্দৰ অনুৰূপ )=গৰ্বত উত্ৰাৱল হৈ জঁপিওৱা ; আস্ফালন কৰা ( ২৩৭৪ ) | ১৬২ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| দেশান্তৰ | (দেশ+অন্তৰ) আনদেশ (১৭৭৫) | ১২০ |
| দ্বৈধ | সং—দ্বিধা + ঞ (ভাৰত) সংশয়, দোধোৰ মোৰ (১৫৪১) | ১০৫ |
| দোঙ্কাদোঙ্কি | দোকাচুকি (৩৬২৩) | ২৪৬ |
| দোধা | সং—দ্বৈধ্য, দোধোৰ মোৰ লগা, দ্বিধান্বিত (১৯৬৬) | ১৩৩ |
| দোভাইক | দো=দ্বি (সং) দুই ভাইক (৩৬) | ৩ |
| দোৱা | ডেও (২২৯৯) | ১৫৬ |
| দোৱা দশ | দ্বাদশ, বাৰ (১৯৬০) | ১৩৩ |
| দোহান্তৰ | (পুথি) দোহাৰ, দুইৰো, উভয়ৰ (১৭৭৭) | ১২০ |
| দ্ৰোহীয়া | দ্ৰোহী, অপকাৰী, শত্ৰু দ্ৰোহ আচৰণ কৰি, শত্ৰুতা কৰি, শতুৰুশালি (২৩১৯) | ১৫৭ |
| ধৰিবাৰ | ধাৰণ কৰিবলৈ (৪৬৭১) | ৩১৪ |
| ধগমসি | উৎপাত, গণ্ডগোল (৪৩৮৩) | ৩০০ |
| ধৱলীঘৰ | বগা পকীঘৰ, ৰাজপ্ৰাসাদৰ দৰে বৃহৎ ঘৰ। ধৱলি=বগা, ওৰৱ= সৰু কোঠা (হিং ওবৰী) (১৮৮১) | ১২৭ |
| ধ্বজ | পতাকা, নিশান (১৭০) | ১২ |
| ধাৱে | ধৰিবলৈ বা আক্ৰমণ কৰিবলৈ (২৩৯৩) | ১৬২ |
| ধায়া | খেদি (১৩৮) | ১০ |
| ধৃতি | ধৈৰ্য্য, স্থিৰতা (৪৩১০) | ২৯৫ |
| ঠিকাচোক | নিন্দাকৰ, লাজ দে, তিৰস্কাৰ কৰ (১৯৭৪) | ১৩৪ |
| ধীৰি ধীৰি | লাহে লাহে (২১৪) | ১৬ |
| ধুসি ধুসি | ধুমা ধুমিকৈ (৪১৬৭) | ২৮৫ |
| ধুন্ধুলি | ধুৰ্ত্তালি (৩৭১৯) | ২৫৪ |
| ধুমাজয় | প্ৰবল (দন্দ বা ৰণযুণত) ধুমা খুন্দা (৪৯৭৮) | ১২৬ |
| নকুল | নেউল (১৮৫৬) | ১২৬ |
| নখমণি | নখ মণিৰ সদৃশ, নখচন্দ্ৰ (৭০২) | ৪৮ |
| নট | নাচোঁতা, নৰ্ত্তক (৬৯৫) | ৪৭ |
| নতো | (নিষেধাৰ্থক) নাই (৩৯১৯) | ২৬৭ |
| নতোহো | (নিষেধাৰ্থক) নৌ+....(জোৰ বুজাবলৈ) (নতো+হো) (৪৯৩৩) | ৩৩৭ |
| নন্দিগ্ৰাম | ৰামৰ বনবাসৰ সময়ত ভৰত থকা গাওঁখনৰ নাম (২৬২৩) | ১৭৯ |
| নন্দিনী নিনাদ বাদ্য | (নন্দিনী=এজনী গাভীৰ নাম) নন্দিনী গাভীৰ মাতৰ দৰে মাত ওলোৱা এবিধ বাদ্য; (গোমুখ ?) (১৪৯৯) | ১০২ |
| নবাই | নচলাই (৪১৩৮) | ২৮৩ |
| নবকৰ পুল(?) | নবকৰ কীট (২১২০) | ১৪৪ |
| নবাচ | অস্ত্ৰ বিশেষ, এবিধ সামৰিক অস্ত্ৰ (১৫০২) | ১০২ |
| নলখোহোঁ | লক্ষ্য নকৰোঁ, নেদেখোঁ (১৫৮১) | ১০৭ |
| নলক্ষিলি | নেদেখিলি, চকুৰে নমনিলি (১৫৭১) | ১০৭ |
| নৱগ্ৰহ | সূৰ্য্য, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু আৰু কেতু এই নটা গ্ৰহ (১৪৩) | ১১ |
| নসখয় | ন সহে, সহ্য নকৰে (৪১৮৭) | ২৮৬ |
| নক্ষত্ৰ সঞ্চাৰে | তীব্ৰ গতিৰে, নক্ষত্ৰৰ বেগেৰে তড়িৎ গতিৰে (২৩৬) | ১৭ |
| নয় | নিচিনা, নীতি (সং ন্যায় ?) (২৫১৪) | ১৭০ |
| না কলিয় | নেদেখি, চাব নোৱাৰি (৪৬২৬) | ৩১৬ |
| নাস্তিল | নাচিল নুকুলালে (৪১৪৯) | ২৮৪ |
| নাদৰ | অনাদৰ, অশ্ৰদ্ধা (২১৩৬) | ১৪৫ |
| নাদয় | চিঞৰে, শব্দ কৰে (১৯৫৪) | ১৩২ |
| নান্দিমুখ শ্ৰাদ্ধ | সংস্কাৰ কৰ্ম্মৰ পূৰ্বে কৰা শ্ৰাদ্ধ বিশেষ (২৪৭) | ১৮ |
| নাবঙ্গ | নাবেং, সুমথিৰা (৪০৪৪) | ২৮০ |
| নাৰাবা (?) | (নাৰবা=হিং নৱাড়া) এক প্ৰকাৰ নাও (২৪৫৩) | ১৬৬ |
| নাহা | নাথ, পতি, গৰাকী (১৭০০) | ১১৫ |
| নিকৰ | (সং) সমূহ, বিলাক (১৬৮৩) | ১১৪ |
| নিকলি | বাহিৰ হৈ, ওলাই (২০৮৫) | ১৪২ |
| নিকাৰুণী | নিৰ্দ্দয়া, দয়াহীনা (স্ত্ৰী) (২২৭৭) | ১৫৪ |
| নিখৰ | গছ বিশেষ (৪০৮৭) | ২৮০ |
| নিগম | বেদ, নিবৃত্তি শাস্ত্ৰ (২৬১৪) | ১৭৭ |
| নিগমে | সমূলি, তেনেই, একেবাৰে (৭২২) | ৪৯ |
| নিগুটি | ধ্বংস, নিৰ্মূল, নিগঁচ (৯২৫) | ৬৩ |
| নিগ্ৰহ | দমন, শাস্তি, কষ্টদান (১৯০৬) | ১২৯ |
| নিঘাণ্ট (?) | চলাখ কৰি, লুটিপুটি (৭১৮১) | ৫০০ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| নিৰ্ঘাত | ( নিৰ্—হন্+অ ) বজ্ৰপাত ( ২২২২ ) | ১১০ |
| নিজনাহা | আপোনাৰ স্বামী, নিজৰ স্বামী ( নিজ+নাহা=নাথ ) (১৭০০) | ১১৫ |
| নিজাৱৰ্ত | ( নিজ+আবৰ্ত=চাকনৈয়া ) নিজৰ চাকনৈয়া নিজে ওপৰলৈ তুলি ( ২০১৭ ) | ১৩৭ |
| নিনালি | বগৰাই দিয়া, হাত-ভৰি মেলি পৰি থোৱা ( ৩৪৬৬ ) | ২৩৫ |
| নিতম্ব | তপিনা, কঁকালৰ তল ভাগ ( ৯৪৮ ) | ৬৫ |
| নিদলি | ধ্বংস কৰি, নিৰ্মূল কৰি ( ৪২১৩ ) | ২৮৯ |
| নিদানে | কাৰণে, বাবে ( ৩৮৯৮ ) | ২৬৫ |
| নিনিমাই | নুমাই নাযায় ( ৭১৭৩ ) | ৪৯৯ |
| নিপুন্দ | নিপোটল ( ৩৭৮১ ) | ২৫৮ |
| নিবন্ধন | বন্ধা নিয়ম ( যেনে—কৰ্ম নিবন্ধন) ( ৬৪৯ ) | ৪৫ |
| নিবৰ্ত্তন | বিফল, প্ৰত্যাগমন, প্ৰত্যাবৰ্ত্তন, বিমুখ ( ৩৯৫ ) | ২৭ |
| নিবাৰ | ( নি—বৃ=বাৰণ কৰ ), বাৰণ কৰা, বাধা দিয়া, নিষেধ কৰা ( ১৫৭৯ ) | ১০৭ |
| নিবিকাৰে | নেবেচে ( ৩৭৬১ ) | ২৫৭ |
| নিমাখিতি ( তী ) | দোষহীন, সবল ( ৩৬৯০ ) | ২৫১ |
| নিমান | নুমোৱা, ( চাকি নুমাই থোৱা ) ( ৪৫২২ ) | ৩০৯ |
| নিৰন্তৰ | সৰ্বদা, অনবৰত ( ৪৭৬ ) | ৩৩ |
| নিৰীখি | ( সং—নিৰক্ষণ ), চাই, দৃষ্টি নিক্ষেপ কৰি ( ২১২ ) | ১৫ |
| নিৰ্বাণ | অদৃশ্য, আঁতৰ, নুমোৱা, ( দ্বীপ নিৰ্বাণ ) ( ১৪৫ ) | ১১ |
| নিশ্ৰীক | বিশ্ৰী, সৌন্দৰ্য্যহীনতা, মলিনতা ( ১৬৬৭ ) | ১১৩ |
| নিহালন্টি | চায়, দৃষ্টি কৰে ( ৩৪২১ ) | ২৩৩ |
| নীলতন | নীলা স্তন ( ৫১৫০ ) | ৩৫৪ |
| নেউক | নিৰক ( ৩৯৬১ ) | ২৭০ |
| নেখেলে | সঞ্চালিত নহয় (২২৬২ ) | ১৫৩ |
| নেতক | ( সং নেত্ৰ=নেত ) মিহি কাপোৰ, বস্ত্ৰ ( ১৮৫৮ ) | ১২৫ |
| নেতকামলিত | ( সং নেত্ৰকম্বল ? ) কম্বল কাপোৰত, কম্বল শয্যাত ( ১৯৮২ ) | ১৩৫ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| নেত পট | চিত্ৰ থকা পাটৰ কাপোৰ, গুণা কৰা মিহি পাটৰ কাপোৰ, ( সং নেত্ৰ+পটঃ ) (১৫১২) | ১০৩ |
| নেত্ৰৰ সফল | চকুৰ সফল, চকু জুৰোৱা, মনোৰম, ( ১৫২০ ) | ১০৪ |
| নেমিৰ সন্ধানে | ৰথ চক্ৰৰ আঘাতত ( সং নেমি=ৰথচক্ৰ+সন্ধানে= আঘাতত ) ( ১৫০২ ) | ১০২ |
| নেৰছনি | বেয়া ভাগ, পৰিত্যক্ত অংশ গুচোৱা ( ৪৭০৯ ) | ৩২১ |
| নেৰধনি | কপাহৰ গুটি গুচোৱা সঁজুলি, নেওঠনী ( ৪১৭৩ ) | ২৮৬ |
| নেহবিৰ(?) | চেনেহৰ ( নেহ=স্নেহ ) ( ২৫৩৯ ) | ১৭২ |
| নেহা | ( সং স্নেহ, হিং নেহ ) মৰম, চেনেহ, প্ৰীতি ( ৩৬৪২ ) | ২৪৭ |
| নোভাবিয়ো | নুথালিবা , উভালি নেপেলাবা ( ৫৪৪৯ ) | ৩৭৬ |
| নোবে(?) | নিমিত্তে ( ৩৮৬১ ) | ২৬৩ |
| নোৰোচয় | ৰুচি নজন্মে, প্ৰীতি দায়ক নহয়, নাথাটে ( ৫৬৪৫ ) | ৩৮৮ |
| নোৱা | ( নিষেধাৰ্থক ) নোহোৱা ; যেনে—হোৱা নোৱা=হোৱা নোহোৱা ( ৪২৬৯ ) | ২৯২ |
| পকাতি | (পঙ্কতি )=পংক্তি (সং) শাৰী, পাতি, শ্ৰেণী ( ১৬৫০ ) | ১১১ |
| পগৰী | অলঙ্কাৰ বিশেষ ( ১৯৩৮ ) | ১৩১ |
| পঙ্কতি | ( সং পংক্তি ) ৰেখা, সপংক্তি, বা শাৰী ( ৫১৬১) | ৩৫৪ |
| পঞ্চামৃতে | দৈ, এৰাঁগাখীৰ, ঘিউ, মৌ, আৰু চেনি, পাঁচ বিধ মিঠা বস্তুৰ সংমিশ্ৰণ ( ২০২ ) | ১৪ |
| পছাৰ | চকুৰ চিপ মাৰা ( ২৬৫৮ ) | ১৮১ |
| পটন্তৰি | তুলনা, উপমা, পটন্তৰ দিব পৰা বিধৰ ( ১৮২ ) | ১৩ |
| পটিশ | অস্ত্ৰ বিশেষ ( ২৯১৭ ) | ১৯৮ |
| পদ্মগৰ্ভ | প্ৰজাপতি, ব্ৰহ্মা (৭০০) | ৪৮ |
| পদ্মিনী | উত্তম শ্ৰেণীৰ তিৰোতা ( চাৰি শ্ৰেণীৰ নাৰী পদ্মিনী, শঙ্খিনী, চিত্ৰিণী আৰু হস্তিনী ( ২১৬ ) | ১৬ |
| পম্পন | বহল, প্ৰস্থ ( ৪৬৭৩ ) | ৩১৮ |
| পৰবাস্থ | প্ৰবাসী, পৰৰ আশ্ৰয়ত থকা | |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| | বালিকা, দুখিনী ( ১৯৫৪ ) | ১৩১ |
| পৰাই | প্ৰায় ( ৬৮১৯ ) | ৪৭৪ |
| পৰাপতি | পৰাজিত ( ৫৪৮১ ) | ৩৭৮ |
| পৰাভৱ | ( পৰা=বিপৰীত+ভৱ=হ ) পীড়িত, দুখ পোৱা, শোকাৰ্ত্ত ( ২১০৬ ) | ১৪৩ |
| পৰাভয় | পৰাজিত ( ৩৫২০ ) | ২৩৯ |
| পৰামৰিশিল | পৰামৰ্শ কৰিলে ( ৪০৯১ ) | ১৮০ |
| পৰিকৰ | চাকৰ, সেৱক ( ৪৭৯১ ) | ৩২৭ |
| পৰিগ্ৰহ | সম্পত্তি, গৃহস্থালি (২০২৩) | ১৩৭ |
| পৰিঘ | বৰ্শা, যাঠী ( ৪৩৮৭ ) | ৩০০ |
| পৰিচ্ছেদা | ( পুথি ) শেষ বাবলৈ, চিৰকাললৈ ( ৩৫৮১ ) | ২৪৩ |
| পৰিবাৰ দেখি | পৰি যোৱা দেখি, ঢলি পৰা দেখি ( ৫১৮৬ ) | ৩৫৫ |
| পৰিমিলি | প্ৰমাণ পোৱা যায় ( ৫১৬৬ ) | ৩৫৪ |
| পক জাইল | পকজা=আৱন্ত কৰা, দিয়া ( ২৫৪৭ ) | ১৭৩ |
| পকৱাউ | প্ৰবেশ কৰ, আৱন্ত কৰ ( ৫৫১৯ ) | ৩৮০ |
| পৰোক্কত | অলক্ষে, অন্তৰালত, আঁৰত ( ৪২০৫ ) | ২৮৮ |
| প্ৰকট | প্ৰকাশ ( ৩৮৩৪ ) | ২৬১ |
| প্ৰগুণ | [ প্ৰ ( উত্তম ) গুণ যাৰ ] সাধু, সবল ( ১৬৯৩ ) | ১১৫ |
| প্ৰতিনিত | প্ৰতি দিনে ( ৭১৩ ) | ৪৮ |
| প্ৰতিপালি | ৰক্ষা কৰি, পালন কৰি ( ৪২৯২ ) | ২৯৪ |
| প্ৰতিবল | প্ৰতিযোদ্ধা, সমকক্ষ ( ৩৪৪৬ ) | ২৩৪ |
| প্ৰতীহাৰ | ( প্ৰতিহাৰ ) দুৱৰী ( ১৫২২ ) | ১৪৪ |
| প্ৰত্যেক | ( সং—প্ৰত্যক্ষ ) সুস্পষ্ট, তীব্ৰ ( ৩৪৩৩ ) | ২৩৩ |
| প্ৰমুখী | প্ৰধান ( স্ত্ৰীং ) (১৫৯১) | ১০৮ |
| প্ৰলম্বিত | ( সং প্ৰ+লম্ব=ওলমি থকা ) ওলমি থকা দীঘল ( ১৫৩৪ ) | ১০৪ |
| প্ৰৱলে | বলৰ দ্বাৰাই ( ৪৫৯৮ ) | ৩১৪ |
| প্ৰশণ | প্ৰশ্ন ( ৪০১৩ ) | ২৭৪ |
| প্ৰসন | সন্তুষ্ট, কৃতকাৰ্য্য হোৱা ( সং—প্ৰসন্ন ) ( ১৪৮ ) | ১১ |
| প্ৰস্থাপন | ( প্ৰ+স্থা+অন ) স্থাপন ( ৫৪৪ ) | ৩৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| প্ৰকাল | ( সং—প্ৰক্ষালনম্ ) পখাল, ধো ( ১৫৮৭ ) | ১০৮ |
| প্ৰয়াসিত | ক্লান্ত, শ্ৰান্ত ( ৪৯১৮ ) | ৩৩৭ |
| পলৱৰ | সং—পলৱ=পল। বাঁহৰ কাঠিৰে সজা মাছ মৰা যতন। ( পলো ) ( ১৭৪৫ ) | ১১৮ |
| পৱন ভৈলা উন পঞ্চাশত | বায়ু অতি উত্ৰাৱল হ'ল, বায়ু প্ৰবল হ'ল ( ১০৪২ ) | ৭১ |
| পসোৰিলা | প্ৰবেশ কৰিলে, উপস্থিত হ'ল ( ৫২২৫ ) | ৩৫৯ |
| পয়দা | ( সং—পদ ) =ভৰি ( হিং—পয়দা) =পদাতিক ( ১৬৭৭ ) | ১১৪ |
| পয়াণ | গমন, গতি, যোৱা কাৰ্য্য ( প্ৰয়াণ, প্ৰস্থান ) ( ৩৯৫) | ২৭ |
| পয়োসৰ | ( পুথি ) উপস্থিত, প্ৰবেশ ( ২০৪৯ ) | ১৪০ |
| পাঁজি | পঞ্জিকা। ( সং—পাঞ্জি ) ( ১৭২৯ ) | ১১৭ |
| পাঞ্চবাণ | পাঞ্চ=পঞ্চ=পাঁচ+বাণ=শৰ কামদেৱৰ পাঁচ পাট শৰ :—উন্মাদন, তাপন, শোষণ, সম্মোহন আৰু স্তম্ভন (২০৭৫ ) | ১৪১ |
| পাঞ্চি | আনক পাঁচি ( ১৯১ ) | ১৪ |
| পাঞ্চিৰত্ত | আনক কৰিবলৈ কৰ, পাচিবা ( ৬৮ ) | ৫ |
| পাঞ্জি | পাঁজি, সূতাৰ পাঁজী ( ১৮৭৪ ) | ১২৭ |
| পাঞ্জৰ | পাঁচোটা আঙুলিৰে সৈতে হাতৰ থাপৰ ( হিং—পাঞ্জা ( ৩৪৫৭ ) | ২৩৫ |
| পাট | ৰাজধানী, সিংহাসন ( ১১৫ ) | ৯ |
| পাট | চলা ( পাতল চেপেটা বস্ত্ৰ বুজোৱা উপসৰ্গ (১৮৭০ ) | ১২৭ |
| পাট | নুনি গছত পাত খোৱা পলুৰ পৰা হোৱা সূতা ( ২৩৩ ) | ১৭ |
| পাট হস্তী | সং—পা =সিংহাসনত+হস্তী=ৰজাৰ হাতী ( ২৫১৬ ) | ১৭০ |
| পাতৰ | সং—পাত্ৰ, যোগ্যজন ( ৪৬২৯ ) | ৩১৬ |
| পাৰণা | উপবাসৰ পিচত কৰা ভোজন ( ৪৩৪৮ ) | ২৯৭ |
| প্ৰাঞ্চী | প্ৰাচীৰ, দেৱাল ( ৫০০৬ ) | ৩৪৩ |
| প্ৰাঞ্চিৰ | দেৱালৰ, গড়ৰ ( ৪০৯২ ) | ২৮০ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| প্ৰাসক | হাতেৰে মাৰিব পৰা এবিধ অস্ত্ৰ (৫৬০৬) | ৩৮৬ |
| পাল | পাগল (২৬৮) | ১৯ |
| পালম্পোক (?) | শুকাই যোৱা (সম্ভৱতঃ) (৩৫৭২) | ২৪২ |
| পাস | পোৱা (৭২৫৮) | ৫০৬ |
| পিণ্ডাৰ | দ'ম, পিণ্ড (৩৯২১) | ২৬৭ |
| পিতৃপুৰ | পিতৃপুৰ :--পিতৃ (পা+তৃচ্)= পূৰ্বপুৰুষ পুৰ (পৃ+ক)=নগৰ, পূৰ্ব পুৰুষৰ নগৰ, স্বৰ্গ, যমালয় (১৬৭৫) | ১১৪ |
| পিৰ্দ্দক | এবিধ ফল (৪৮২৪) | ৩২৯ |
| পিড়া | পিৰালি (৪১১১) | ২৮১ |
| পিয়াল | পীত বৰ্ণ হোৱা (৩৮০৩) | ২৬০ |
| পিয়াসীল | পিপাসিত (৩৮৬১) | ২৬৩ |
| পীণ্ডী | (সং) অশোক গছ (২০৭৪) | ১৪১ |
| পূৰ্ণাদিয়া | যজ্ঞৰ পূৰ্ণাহুতি দি (৯২৭) | ৬৪ |
| পুৰতোধিক | (পুৰিতো অধিক) নগৰতকৈও শ্ৰেষ্ঠ (৩৫৮৩) | ২৪৩ |
| পুৰন্দৰ | ইন্দ্ৰ দেৱতা (২৬২১) | ১৭৯ |
| পুলি | পুৰি শব্দটো কাব্যত পুলি হৈছে (ইয়াত লঙ্কাপুলি মানে সম্ভৱতঃ লঙ্কা দাহ কৰি বা পুৰি বুজাইছে) (৫২২২) | ৩৫৯ |
| পুষ্টাঞ্জলি | (সং--পুট্-- লগলগোৱা+অঞ্জলি -- আজলি) হাত যোৰা। (১৫১৮) ১০৩; (১৫১৮) | ১০৩ |
| পেণ্টি (?) | পেট (৪৯০৩) | ৩৩৬ |
| পেষো | পঠাওঁ, (মাৰি পেষো=মাৰি পঠাওঁ) (২৮৫৪) | ১৯৪ |
| পেষোঁ | পেলাওঁ, পঠাওঁ (৪২০৩) | ২৮৮ |
| পেসো | পঠাওঁ (২৬৯৪) | ১৮৩ |
| পোখান | (সং --পদ+স্থান) ভৰি থোৱা ঠাই (৩৭৫২) | ২৫৬ |
| পৌৰুষ অঙ্কুশে | পৌৰুষ :-- পুৰুষ+অ (ভাৱত) পুৰুষালি। অঙ্কুশ, হাতী চলোৱা অস্ত্ৰ | |
| ফৰিল | উপস্থিত হোৱা (৬৭৪৬) | ৪৬৯ |
| ফৰ্বট | ফৰ্মুটি, দলি (৫৫৫২) | ৩৮৩ |
| ফড়িল | ধ্বংস হোৱা, উটি যোৱা (৪৪৯৫) | ৩০৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| ফটক | দুৱাৰ মুখ, দ্বাৰ (৪৬৭৫) | ৩১৯ |
| ফাড়ে | ফালে, ফালি যায় (৭১৯৩) | ৫০১ |
| ফুলিলান্ত | উফৰাই দিলে (৫৫৭৫) | ৩৮৪ |
| বখ (?) | লুভীয়া, কৃপণ (৫৬৪৫) | ৩৮৮ |
| বখানস | প্ৰশংসা কৰ (১৫৮৭) | ১০৮ |
| বখানি | অৰ্থ ভাঙি, ব্যাখ্যা কৰি, প্ৰশংসা কৰি (৯২৭) | ৬৩ |
| বজাই | বাহিৰ কৰি, বোৱাই, বাজ কৰি (৩৪৫৯) | ২৩৫ |
| বজাইল | বাহিৰ হৈছিল, বোৱাইছিল (১৬) | ২ |
| বজাস | বাজ হ, বাহিৰ হ (১৭৮১) | ১২০ |
| বৰ্জ্য | বৰ্জিত, ত্যাগ কৰিব লগীয়া, নীচ, বিহিত কাৰ্য্যৰ পৰা বিৰত (৩৬১৫) | ২৪৬ |
| বজ্ৰশিলা | বজ্ৰপাতৰ শিল, বজ্ৰৰ দৰে কঠিন শিল (২৫৮৭) | ১৭৫ |
| বঝাইল | বাহিৰ হ'ল, ওলাল (২৪৬৯) | ১৬৭ |
| বণ্টা | বটা, পুৰস্কাৰ (৬৭৯২) | ৪৭২ |
| বদতি | কয় (সং বদ্+তি) (১০৩) | ৭ |
| বন্ধভাগী | বধৰ বাবে দায়ী, বধৰ ভাগী | |
| বনপাল | বন ৰক্ষক (৪১৬৪) | ২৮৫ |
| বনাৱে | উৰি ফুৰে, অনাই-বনাই ঘূৰে (৫২১৩) | ৩৫৮ |
| বনিকা | সৰু বন, উপবন, উদ্যান; (কবিতাত ব্যৱহাৰ হয়) সংবন (৪১৬২) ২৮৫; (৭২৭১) | ৫০৭ |
| বপাহাঙ্ক | বাপাহঁত, বোপাহঁত (ডাঙৰে সৰুক মতাত ব্যৱহাৰ হয়) (২২৭০) | ১৫৪ |
| বৰখল | (বৰ=ডাঙৰ+খল=হিংস্ৰক) অতি কুটিল, বৰ দুষ্ট বা হিংস্ৰক (২৪৯৮) | ১৬৯ |
| বৰছত্ৰ | ডাঙৰ ছাতি বা জাপি (২৩৪৯) | ১৫৯ |
| বৰটানে | বৰ জোৰেৰে, কোৱাল গতিৰে (৫২৮৯) | ৩৬৪ |
| বৰবালা | (বৰ=শ্ৰেষ্ঠ, উৎকৃষ্ট+বালা=কন্যা, ছোৱালী) শ্ৰেষ্ঠা কন্যা (২২০) | ১৬ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| বলীয়াৰ | বলী, শক্তিমান ( ৪০৫৮) | ২৭৮ |
| বসিবকে প্ৰতি | প্ৰতিবাৰ বহোঁতে, বহাই প্ৰতি ( ৯৬৮ ) | ৬৬ |
| বস্তুদণ্ড | অস্ত্ৰ বিশেষ ( ৫৩৭৮ ) | ৩৭০ |
| বহাৰীক | বোৰাৰীক ( ২২৭ ) | ১৭ |
| বহুমান | অতি সন্মান, অতিশয় মান ( ৪৮৫ ) | ৩৩ |
| বহুৰাইল | শাম কটালে, উপশম কৰিলে ( ৪৫৯০ ) | ৩১৪ |
| বাইল (?) | বাহিৰ কৰিলে, মেলি দিলে ( ৪০৭৪ ) | ২৭৯ |
| বাক্যবহ্নি | বাক্য=কথা+বহ্নি=জুই ; কথাৰ জাল, চোকা কথা ( ১৬৩৬ ) | ১১১ |
| বাক্যে ছান্দি | বাক্যে=কথাৰে+ছান্দ ( অং—ছাদ্ )=মেৰাই বান্ধ ( ১৬০০ ) | ১০৮ |
| বাজে | নিজা ঘৰৰ নোহোৱা, বৰ আৱশ্যকীয় নোহোৱা, অনাগতীয়াল, আনুষাঙ্গিক, ( ২৭৫) | ২০ |
| বাঞ্চনি | বান্ধা কৰা ( ৭২৩২ ) | ৫০৩ |
| বাপখন | বাপেকৰ, পিতাকৰ ( ৫৩৫৮ ) | ৩৬৯ |
| বাসৱত | ইন্দ্ৰত ( ১০৫ ) | ৭ |
| বাহা | সং—বা=চল্, গতিকৰ চলোৱা ( ১৯৬৬ ) | ১৩৩ |
| বাহ্ৰ | বাৰ, দ্বাদশ ( ২০৮০ ) | ১৪১ |
| বাহুতি | ( সং বাহুত্ৰাণ ) এবিধ বাহুত পিন্ধা কবচ, বিৰি | |
| বাহুৰি | উলটি ( হিং—বহুড়না ) | ১০৮ |
| বিকই | বিক্ৰী কৰে ( ৭১২৫ ) | ৪৯৬ |
| বিকল | ব্যাকুল ( ২০২৪ ) | ১৩৮ |
| বিকৰ্থনা | গঞ্জনা, কদাচাৰ গালি ( ১৪১ ) | ১১ |
| বিকলচিত্ত | অস্থিৰ হৃদয় ( ১১৮ ) | ৯ |
| বিকলে | ব্যাকুল হৈ ( ১৭০৭ ) | ১১৬ |
| বিগুতয় | বিকৰ্থনা কৰে ( ৪৪৯১ ) | ৩০৭ |
| বিগুতি | নগুৰ নাগতি কৰা ( ৫৪১৭ ) | ৩৭২ |
| বিগুতিয়া | দুৰ্গতি দি, কষ্ট দি ( ৪২৩০ ) | ২৯০ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| বিগ্ৰহ | যুদ্ধ, ৰণ ( ১৫৪১ ) | ১০৫ |
| বিঘাত | ব্যাঘাত, বিপদ, বিঘ্ন ( ৪০৩ ) | ২৭ |
| বিঘাতে | বিপাকে, আঘাত পূৰ্বক ( ৪১৪৬ ) | ২৮৪ |
| বিচাট | কদৰ্য্য ( ৬৭১৩ ) | ৪৬৮ |
| বিচুই | পৰিতাপ কৰি ( ৭১২০ ) | ৪৯৫ |
| বিছাই | বাকলি গুচাই ( ৪৬২৩ ) | ৩১৬ |
| বিছুই | নেওচি, ( হিং—বিছুৰ এৰ ) ( ২১০৫ ) | ১৪৩ |
| বিছুহি | এৰি, ত্যাগ কৰি, ত্যাগি ( ৩৫৫০ ) | ২৪০ |
| বিছোহ | বিষাদ, আঘাত ( ৩৬৬৭ ) | ২৪৯ |
| বিজুলী ছটক | ( বিজুলী=তড়িৎ+ছটক ( সংস্কৃত ছটা=দীপ্তি)=চমক) বিজুলী চমক ( ২৪৭৩ ) | ১৬৭ |
| বিঞ্চন্ত | বিচনীৰে বা দিয়া ( ৪৫৫৭ ) | ৩১২ |
| বিতক | সং—বিত্ত=সম্পত্তি ধন, সম্পত্তি ( ১৬৮১ ) | ১১৪ |
| বিদগদ | ডেই পোৱা ( ৩৬৪২ ) | ২৪৭ |
| বিদগদ | জ্ঞানী, বিশেষজ্ঞ, ( পাঠান্তৰ বিদগধ ) ( ১৫০৩) | ১০২ |
| বিদ্যমান | থাকা, বৰ্ত্তমান ( ১০৯ ) | ৮ |
| বিদ্যাধৰী | অপ্সৰা ( ৩০০৯ ) | ২০৩ |
| বিদ্যুতিকা | বিজুলী ( ৬৫৬ ) | ৪৫ |
| বিনীত | ( বি=ভালকৈ+নী=নত হ+ক্ত ) নম্ৰ ( ২৩৭৪ ) | ১৬০ |
| বিপাট | অস্ত্ৰবিশেষ ( ৪৪১৬ ) | ৩০২ |
| বিপাতি | বিপত্তি, আলাই আথানি, বিপদ ( ১৯০১ ) | ১২৮ |
| বিপিন | ( সং ) বন, জঙ্গল, ( ১৮০৮ ) | ১২২ |
| বিপোহো | হাবি, অৰণ্য শৰীৰ, দেহ ( ৪৮৯৫ ) | ৩৩৫ |
| বিবন্ধ | বান্ধ খোৱা ( ৩৪৬২ ) | ২৩৫ |
| বিবৰে | ( সং—বি, বৰ্ত্ত ) গাঁত, গৰ্ত্ত ( ৩৪৭৫ ) | ২৩৬ |
| বিবুধি | বুদ্ধিহীন হোৱা ( ৪৯২৬ ) | ৩৩৮ |
| বিভঞ্জিয়া | বিভাগ কৰি ( ৪২৩১ ) | ২৯০ |
| বিমৰিষি | বিমৰিষ ( সং—বিমৰ্ষ ) | |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| | পৰামৰ্শ, মন্ত্ৰণা, আলোচনা ( ২০৬৭) | ১৪১ |
| বিৰম্বয় | ( সং—বিড়ম্বনা=বঞ্চনা ) বঞ্চনা কৰে, নিৰাশ কৰে, হতিকিং কৰে, অৱহেলা কৰে ( ১৭৮০ ) | ১২০ |
| বিৰিধ কালত | ( বিৰিধ=বিৰুদ্ধ= বিপৰীত+কালত ) বিৰুদ্ধ কালত, বিপৰীত সময়ত, অসঙ্গত সময়ত ( ১৮৮৮ ) | ১২৮ |
| বিহতা | বিবাহিতা ( ১৮৯২ ) | ১২৮ |
| বিহৰাইল | ( সং—বিহৰ=নিয়া, আঁতৰ কৰা, লৈ যোৱা ) নিলি, আঁতৰ কৰিলি, লৈ গলি ( ২২৭৪ ) | ১৫৪ |
| বিহৰিল | ( পুথি ) ( সং—বিহৰ = বেলেগ বেলেগ হ ) পৰিবৰ্ত্তন হ ; কঁপি উঠিল ( ১৫৮৯ ) | ১০৮ |
| বিহৰে | বিহৰিল, বিহৰণ কৰা, কঁপি উঠা ( ৩৫৪৫ ) | ২৪০ |
| বিহিয়া | বিধান কৰি, ব্যৱস্থানতে কাম কৰি ( ১৮২০ ) | ১২৩ |
| বিয়ামোহ | বিমোহিত হোৱা মুগ্ধ, মোহিত, হিতাহিত জ্ঞানশূন্য ( ৪১৯২ ) | ২৮৭ |
| বীৰ গণিতাতো | বীৰত্বত, বীৰৰ লেখত ( ৩৯৫১ ) | ২৬৯ |
| বুদ্ধিস্থকা | বুদ্ধিহীন, বুদ্ধি শুকাই যোৱা বা ক্ষীণ হোৱা ( ৫২৯৩ ) | ৩৬৪ |
| বুৰুৱাইবা | বুৰাই দিবা, সৰ্বনাশ কৰিবা ( ১৮৩৯ ) | ১২৫ |
| বেকতী | ( পাঠান্তৰ বেকতি ) ব্যক্তি, লোক ( ১৫১৪ ) | ১০৩ |
| বেণ্টু | বেটু ( ৩৭৪২ ) | ২৫৪ |
| বেন্ত | মুখ মেলা ( ৮৮৪ ) | ৬১ |
| বেলখ | সং বিলক্ষ=এবিধ শৰ (৫১০২) | ৩৫০ |
| বেলগাইল | বেলেগ কৰা ( ৭২২৫ ) | ৫০৩ |
| বেহাৰ | বেহা—বেপাৰ ( ১৯১৫ ) | ১২৯ |
| বৈৰিণীৰ | ( বৈৰী=শত্ৰু ) স্ত্ৰীং ( ১৭৩৩ ) | ১১৭ |
| বৈল খক | বি ( সং বিলক্ষ+ক্ষা ) লাজ, অপমান, অঃ ধাঃ লাজ পা, লজ্জিত হ ( ৪২০৫ ) | ২৮৮ |
| বৈলখে | বিলক্ষণত ( ৪৫০৩ ) | ৩০৮) |
| বৈলেখিয়া | বিলক্ষণ প্ৰকাশ কৰি ( ৫৪০৭ ) | ৩৭২ |
| বোম্বালে | বোম্বানলে, ধাৰাসাৰে ( ৯২০ ) | ৬৩ |
| বোল | বাক্য, কথা ( ১৯১১ ) | ১২৯ |
| বোহাৰী | বোৱাৰী ( ২৬৯৮ ) | ১৮৪ |
| বংশাৱলী | ( বংশ+আৱলী । আতিগুৰি, বংশপৰিচয় ( ১৫১ ) | ১১ |
| ভগীৰথ | এজন সূৰ্য্যবংশীয় ৰজা ; তেওঁ স্বৰ্গৰ পৰা গঙ্গাক নমাই আনি তাৰ পানীৰে কপিল মুনিৰ শাপত ভষ্ম হৈ থকা আজোককাক সগৰ ৰজাৰ ৬০,০০০ পুতেকক মুক্ত কৰে ( ২৫৭৬ ) | ১৭৪ |
| ভৰ | ( সং=ভৰ্ ==গধূৰতা ) তললৈ দিয়া হেচা, আশ্ৰয়, নিৰ্ভৰ ( ১৭৭৫ ) | ১২০ |
| ভৰত | শকুন্তলাৰ গৰ্ভত জন্মা দুষ্মন্ত ৰজাৰ পুতেক ; তেওঁৰ পৰাই এই দেশৰ নাম ভাৰতবৰ্ষ হয় ( চক্ৰবৰ্ত্তী ভৰত ) ( ২৫৭৬ ) | ১৭৪ |
| ভৰতকুমাৰ | ৰামৰ ভাতৃ ( ২৬২৩ ) | ১৭৭ |
| ভৰ্ৎসিয়া | তিৰস্কাৰ কৰি ( ৭২ ) | ৫ |
| ভগাৰয় | ভোহোৰাই দিয়া, বাহিৰ কৰি উলিয়াই দিয়া ( ৪১০ ) | ২৮ |
| ভক্ষপৰ | খাবলগীয়া, ভক্ষ্য ( ৩৭৯৬ ) | ২৫৯ |
| ভেটাএৰ | উপস্থিত কৰাই, এৰ=পুৰণি সাহিত্যত ব্যৱহৃত তৃতীয় বিভক্তি ( ৪৪৩০ ) | ৩০৩ |
| ভেন্টাৰোক | আগকৰি বা সন্মুখ কৰি দিয়া ( ৩৭৭১ ) | ২৫৮ |
| ভেদ | পাৰ্থক্য, মাজলৈকে বা ভিতৰলৈকে সোমা, বিবাদ, প্ৰভেদ, মতভেদ ( ৭১৪ ) | ৪৯ |
| ভেক | ভেৰী=এবিধ ৰণবাদ্য ( ২১২৩ ) | ১৪৪ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| ভেৰুৰ | ৰণ ভেৰি, ৰণ বাদ্য ( ৪৯৬৭ ) | ৩৪০ |
| ভেল | ভুৰ ; কেইডাল মান কলগছ বান্ধি তাক নাৱৰ দৰে ব্যৱহাৰ কৰা যতন ( ২৪৫৭ ) | ১৬৬ |
| ভুবুৰি | ঢোকক ঢোকে পানী খুওৱা ( ৪২১৩ ) | ২৮৯ |
| ভুৰ | পানীত উটাই নিবলৈ বা নাৱৰ দৰে ব্যৱহাৰ কৰিবলৈ একেলগে বন্ধা ভালেমান বাঁহ, কাঠ, কলগছ আদি ( ২৪৫৭) | ১৬৬ |
| ভুৰু ভঙ্গ | ভ্ৰূভঙ্গ, বি ( সং—ভঙ্গ, চেলাউৰি,+ ক্ষিপ্, সঙ্কোচ ) কটাক্ষ, ঈষৎ দৃষ্টি, চেলাউৰি বেঁকাকৈ কৰা দৰ্শন; কেৰাহি, কেৰেপ। ( ৩৪৬৫ ) | ২৩৫ |
| ভ্ৰূকুটি কুটিল, | ভ্ৰূকুটি ( =চেলাউৰি+কুট্= বেকা কৰ ) খঙত কপাল কোঁচ খুওৱা, চকু-পোন্দা, কুটিল ( কুটি+বক্ৰভাৱ+ল) ভাঁজ লগা। ভ্ৰূকুটি কুটিল—খঙাল কেৰাহি ( ১৭৫৪ ) | ১১৯ |
| ভুষণ্ডী | এক প্ৰকাৰ অস্ত্ৰ (৪৪১৬) | ৩০২ |
| ভূষিত | সজ্জিত, কাচি-পাৰি ওলোৱা ( ৪৩২১ ) | ২৯৫ |
| ভবিদ্যুম্ন | ( সং—ভূ+বি+দ্যুম্নং=জ্যোতি) পৃথিবী জ্যোতি ( ২৩২২) | ১৫৭ |
| ভৃঙ্গ | এজন ৰজাৰ নাম। ভোমোৰা ( ২৬০৭ ) | ১৭৬ |
| ভৃঙ্গাৰ | পাত্ৰ বিশেষ, এবিধ লোটা বা ঝাৰি ( ২০১ ) | ১৪ |
| ভাঞ্জ | বেঁকা, মেচা ( ৪১৭৪ ) | ২৮৬ |
| ভাট | কোনো ৰজা বা ধনী লোকৰ চৰিত্ৰ গায়ক, গুণ গাওঁতা ; চাৰণ ( ৬৯৫ ) | ৪৭ |
| ভাষ ভূষ | বাহিৰা কৰ্ম্ম, বাজে কাম ( ৬৯২০ ) | ৪৮২ |
| ভাণ্ডা | ঠগা ( ৪০১৭ ) | ২৭৪ |
| ভিণ্টি | ভেঁটী ( ৪১৩৭ | ২৮৩ |
| ভিতা | ( =ভিতি ) ফাল, দিশ ( ৩৪০৫ ) | ২৩২ |
| ভিন্দি পাল | দলিয়াই মৰা অস্ত্ৰ বিশেষ ( ৮৯৪ ) | ৬২ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| ভিৰিলন্ত | এৰি দিয়া, নিক্ষেপ কৰা ( ৭১৪৭ ) | ৪৯৭ |
| ভিক্ষী | ভিক্ষা কৰি ( ১৭৩ ) | ১৩ |
| ভুকুতি | সং+ভুজ্+ক্তি ভোগ, কামনা ( ৬৭২৬ ) | ৪৬৭ |
| মচচল | মিছলীয়া ( ৩৬৩২ ) | ২৪৭ |
| মছল (?) | ( আৰৱি—মিচিল ) সমদল, ( ২২১৪ ) | ১৪৯ |
| মজ্জা | আচল সাৰ ( ৩১৮৬ ) | ২১৬ |
| মঞ্জমণি | মুকুতা মণি ( ১৪২ ) | ১১ |
| মধুবাস | মধুফল ( ৪৬২০ ) | ৩১৫ |
| মধ্যক্ষিণী | ( মধ্য=মাজ=ক্ষীণ=কৃশ, সৰু ) যি ছোৱালীৰ কঁকাল সৰু ( ২০৮৪ ) | ১৪২ |
| মনবাহা | মনা= সন্মান কৰোৱা। মন+বাহা কৰিব অৰ্থাৎ মনোমত কাম কৰিবা ( ২০০৩ ) | ১৩৬ |
| মন্মথৰ পুৰ | মন্মথ=চিত্ত+মথ=সঞ্চালিত কৰ, কামদেৱ, মদন, কাম ভাব পুৰ=নগৰ, পুৰী, ঠাই। মন্মথৰ পুৰ= যোনি দেশ ( ১৮৩৩ ) | ১২৪ |
| মন্যু | ক্ৰোধ, খং, অসন্তোষ (১৭০৭) | ১১৬ |
| মৰন্তে | মৰণত, মৃত্যুত ( ৬১ ) | ৫ |
| মৰমৰিয়া | মৰমৰকৈ ( অনুকাৰ শব্দ ) ( ৪২৩০ ) | ২৯০ |
| মৰুস্থল | ( মৃ=মৰ=স্থল=মাটি, ঠাই ) মৰুভূমি ( ১৮৫৯ ) | ১২৬ |
| মলছন্তে | মচোঁতে ( ৪১৪৬ ) | ২৮৪ |
| মশে | মহ ( ৪৯৪৮ ) | ৩৩৯ |
| মহা চান্দ (?) | মহাধূৰ্ত্ত, অতি দুষ্ট ( ৬৯১২ ) | ৪৮১ |
| মহাদই | মাদৈ, ৰজাৰ কুঁৱৰী, পাট মাদৈ ( ২৬০ ) | ১৯ |
| মহন্ত | ঈশ্বৰপৰায়ণ লোক ( ২৬৯ ) | ১৯ |
| মহাদানে | ভোজনৰ পিচত যি দিয়া হয় ( ৬৯৫ ) | ৪৭ |
| মহাদৈৰ | মহাদেৱীৰ মাদৈৰ ( ৫৪৪৭ ) | ৩৭৬ |
| মহাব্ৰণ | ডাঙৰ ঘছু, ডাঙৰ ঘা ( ৪৪২ ) | ৩০ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| মহাভাগ | সাধু পুৰুষ, শ্ৰেষ্ঠ লোক ( ৬৯১ ) | ৪৭ |
| মহামৰ্ম্মে | সং—মহৎ+মন, বৰ দুখেৰে ( ৮৮ ) | ৬ |
| মহাৰায় | মহা+ৰায়=ৰজা, মহাৰজা ( ১৯২০ ) | ১১০ |
| ময় | মদ, হাতীৰ হিমেজু ( ১৮৫৪ ) | ১২৬ |
| মাউল | সং—মাতুল, মোমাই ( ৪৬৪২ ) | ৩১৭ |
| মাঙ্গল্য | ( মঙ্গল—শুভ+য ) মঙ্গলসূচক, শুভ (১৮০০) | ১২১ |
| মাছুৰঙ্কা | মাছুৰোকা চৰাই ( ৪৮৫৬ ) | ৩৩২ |
| মাজ্ঞ | মাজ ( ৪১৭৪ ) | ২৮৪ |
| মাণ্ডলি | ( পুথি ) অং—মাৰলি, মাৰলী ( ১৬৪২) | ১১১ |
| মাণ্ডলীক | এবিধ ডাঙৰ সাপ সং—মণ্ডলী=এবিধ ডাঙৰ সাপ। গাত চকৰ থকা এবিধ ডাঙৰ সাপ ( ১৮৫৫ ) | ১২৬ |
| মাতৰ | সং—মাত্ৰ ( ৪৬২৯ ) | ৩১৬ |
| মান্ধাতা | সূৰ্য্যবংশৰ এজন ৰজা যুবনাশ্ব ৰজাৰ ঊৰষত এওঁৰ জন্ম ( ২৫৭৬ ) | ১৭৪ |
| মাৰ ঘোৰ | মাৰ+ঘোৰ=ভয়ানক, ভয়ানক মাৰকিল ( ২০০৩ ) | ১৩৬ |
| মিতিনীক | বান্ধৱী ( ১৮৬৯ ) | ১২৬ |
| মুকুতা পকতি | ( মুকুতা+পঙ্কতি=পংক্তি শাৰী ) মুকুতাৰ শাৰী ( ১৮৩০ ) | ১২৪ |
| মুদগৰ | গদা, এবিধ অস্ত্ৰ (৪৪১৬) | ৩০২ |
| মুদিত | আনন্দিত, মোহিত (৪৬১৫ ) | ৩১৫ |
| মূণ্ড | মুখ ( ৪২০৫ ) | ২৮৮ |
| মেচুৰ | মেৰ ( ৪৯০০ ) | ৩৩৬ |
| মেলেকক (?) | মুখ্যজন ( ৩৭৪৫ ) | ২৫৫ |
| মেলেকে | সৰে, বিলাকে ( ৩৬৫৬ ) | ২৪৮ |
| মেহুত | মেৰ ( ৪৮৬৯ ) | ৩৩২ |
| মৈদ্য | মদ ( ৫৪২২ ) | ৩৭৩ |
| মোহাৰি | মাৰি টেঙা, এবিধ টেঙা ( ২০৭৯ ) | ১৪১ |
| যৱঙ্কা | যঁজা, যুগল ( ৬৭৩ ) | ৪৬ |
| ম কৰণে | যমৰজাৰ কাষলৈ ( ৫০২১ ) | ৩৪৫ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| যুৰাই | যোগ্য হয় ( ১৬৬২ ) | ১১২ |
| যুথ | সমূহ, দল, জাক ( ৪৬৯৪ ) | ৩২০ |
| ৰকত | ( সং ৰক্ত ) ৰঙা ( ১৮০২ ) | ১২১ |
| ৰঘু | এজন সূৰ্য্যবংশী ৰজা ; ৰামৰ উপৰি পুৰুষ ( ২৫৭৬ ) | ১৭৪ |
| ৰণিক | ৰণপ্ৰিয়, ৰণমত্ত ( ৩৪৪৯) | ২৩৪ |
| ৰণ্ডী | ( হিং ) বেশ্যা ( ২২৭৮ ) | ১৫৪ |
| ৰত্নকাঞ্চি | ৰত্নখচিত কাঞ্চি, ৰত্ন খটোৱা কঁকালৰ আভৰণ বিশেষ ( ৩১২৮ ) | ২১৩ |
| ৰথ নেমি | ৰথ+নেমি—চকাৰ ঘেৰ ; ৰথৰ চকাৰ বেৰ ( ২০১০ ) | ১৩৭ |
| ৰবিজাল | ( ৰবি=সূৰ্য্য+জাল=কিৰণ ) সূৰ্য্যৰ ৰশ্মি, ৰ'দ ( ২১৯৮ ) | ১৪৮ |
| ৰহাই | ৰখাই ( ৩৯৪৪ ) | ২৬৯ |
| ৰড়ে | আৰৱ কৰে, চিঞৰে, উৰি উৰি চিঞৰে ( ৪১২২ ) | ২৮২ |
| ৰাজজীৰ | ৰজাৰ জীয়াৰী, ৰাজকন্যা ( ১৭৪২ ) | ১১৮ |
| ৰাজ্যৰ পাতন | ৰাজ্যখনৰ স্থাপন, ৰাজ্যৰ অৱস্থিতি, ৰাজ্যৰ নিৰ্ম্মাণ কাৰ্য্য ( ১৪৯৭ ) | ১০২ |
| ৰাহুত | অশ্বাৰোহী সৈন্য ( ২৫২৮ ) | ১৭১ |
| ৰামভিতা | ( ৰাম+ভিতা=ফালে ) ৰামৰ পিনে ( ২৪৮২ ) | ১৬৮ |
| ৰায় | ৰজা, অধিপতি ( ২৮৪ ) | ২০ |
| ৰুহনী | ৰুৱা, ঘৰৰ ওপৰত চাল সজা দীঘলীয়া বাঁহ ( ৬৭৭৭ ) | ৪৭০ |
| ৰুক্ষ | কৰ্কশ, কঠিন ( ৪৭৬ ) | ৩৩ |
| ৰোগযুত | ৰুগীয়া, বেমাৰী, ৰোগযুক্ত ( ১৮৮৬ ) | ১২৪ |
| লটক | পাষণ্ড, বদমাচ, ধূৰ্ত্ত, দুষ্ট, শঠ, ( ৩৪৪৬ ) | ২৩৪ |
| লপস | কথকী, চেলচেলীয়া ( সং লপ্= কথা ক ) ( ৭১৯৫ ) | ৫০১ |
| লম্ভা | অতি ৰঞ্জিত, ৰঙা, বেছি মাত্ৰা, মনে সজা ( ৩৯৯৩ ) | ২৭২ |
| লহনা লহন | খোপা খোপে, থুপি থুপি, ডাল ভৰি ভৰি ( ৪৩৫০ ) | ২৯৮ |
| লাঙ্গুল | নেগুৰ, নেজ ( ৩০০৫ ) | ২০৩ |
| লাণ্টা | লুতুৰি ( ৩০৪৫ ) | ২০৭ |

| শব্দ | অর্থ | পৃষ্ঠা |
|---|---|---|
| লাঠি | ( লাঠি ) নষ্ট কৰা, লোকচান ( ৪৫৩৭ ) | ৩১০ |
| লাৰিকি | দুষ্টা ( স্ত্রীং ) ( ৪২৩৬ ) | ২৯০ |
| লাৰিকি জীয়া | দুষ্টা ছোৱালী। ( ৪২৪২ ) | ২৯১ |
| লুণ্ডা | টকলা ( ৪৯৭৮ ) | ৩৪১ |
| লুণ্ডি ঘুণ্ডি | লুণ্ডি=( লুট্=চুৰকৰা ) ঘণ্ডি ( অনুৰূপ শব্দ ) হৰণ কৰি, উপভোগ কৰি, লুটি ঘুটি ( ৯৩০ ) | ৬৪ |
| লোটাৰি | লুটি বাগৰ দি ( ৭১২২ ) | ৪৯৫ |
| লোথৰা | শকট আৰত ( ৪৯৮৬ ) | ৩৪১ |
| লোহাৰি | হাত যোৰ কৰি ( ৪১৮৯ ) | ২৮৭ |
| শক্র ধ্বজ যুগ | শক্র=ইন্দ্র=ধ্বজ=নিচান+যুগ কালৰ এভাগ ইন্দ্র ধ্বজ যুগ ; এই কালৰ ৰজাবিলাকে ভাদ মাহৰ শুক্লা দ্বাদশীত প্রজাৰ মঙ্গলৰ কাৰণে ইন্দ্রধ্বজ পুতি পূজা কৰিছিল। ( ২৩৩৮ ) | ১৫৮ |
| শঙ্খপট (?) | শঙ্খ=বাদ্য বিশেষ পট=নাগৰা ( সং পটহ ) ( ১৪৯৯ ) | ১০২ |
| শঙ্কট বৰ | বিপদ, শঙ্কা বৰ=ভাঙৰ ( ৯১) | ৬ |
| শঙ্কাচয় | বিপদবোৰ ( চয়=বোৰ ) ( ৪৩২৬ ) | ২৯৬ |
| শক | শক্তি, শক্য ( ৪৮৬৪ ) | ৩৩২ |
| শতঘ্নী | এবিধ অস্ত্র ( ৪৪১৬ ) | ৩০২ |
| শক্রচাপ | ৰামধেনু ( ৪৪২১ ) | ৩০২ |
| শনাই | শনাল্, শাণত দিয়া, চোকা ( ৩৪৬৪ ) | ২৩৫ |
| শান্তী | সতী, সুচৰিতা ( ১৮৪ ) | ১৩ |
| শিশু | শিহু ( ৪৮১৭ ) | ৩২৮ |
| শুকুতি | জ্ঞান, চেতনা, চুক্তি ( ৫৫৮৪ ) | ৩৮৫ |
| শীৰি | ৰূপ, সৌন্দর্য্য ( ৩৫৮১ ) | ২৪৩ |
| শুভান্বিত | সুচৰিতা, সুমঙ্গলা ( ৬৯৫৩ ) | ৪৮৪ |
| শুভানয় | সুন্দৰ, সুচৰিত্র ( ৭০৮ ) | ৪৮ |
| শুশু | শিশু ( ২০১৭ ) | ১৩৭ |
| শেক | শিকনি, শিক্ষা ( ৪২১১ ) | ২৮৯ |
| শেতেনেতে | বগা পাটৰ মিহি কাপোৰ ( ১৪৯৮ ) | ১০২ |
| শোভনিতা | ভূষিতা, সুন্দৰী ( ২৪৮২) | ১৬৮ |
| শ্লোকবন্ধে | ছন্দ লগাই কৰা পদ্যৰ গাথনিৰে ( ১৯ ) | ২ |
| শৈবাল | পর্বত, পাহাৰ ( ৫২১৮ ) | ৩৫৮ |

| শব্দ | অর্থ | পৃষ্ঠা |
|---|---|---|
| শৈল্যক | শূল, অস্ত্র বিশেষ ( ৪৩৯৯ ) | ৩০১ |
| সইতৰী | লগৰী ( ৬৭৬৭ ) | ৪৭০ |
| সওঁ | সেও, দমন ( ৫৪৮৩ ) | ৩৭৮ |
| সগৰ | সূর্য্য বংশৰ বাহু ৰজাৰ পুতেক, এওঁৰ ষাঠি হেজাৰ পুতেক কপিল মুনিৰ শাপত ভস্ম হৈছিল আৰু তেওঁৰ পৰিনাতিয়েক ভগীৰথে স্বর্গৰ পৰা গঙ্গাক আনি তেওঁলোকক মুক্ত কৰিছিল। এওঁ গর্ভত থাকোঁতে মাকক বিমাতাই বিহ খুৱাইছিল, সেই গৰল বা বিহৰে সৈতে তেৰাঁৰ জন্ম হোৱা বুলি এই নাম। ( ২৫৭৬ ) | ১৭৪ |
| সঙ্কটাইল | ( সঙ্কট=বিপদ, ভয় ) সঙ্কট বুলি কলে, বিপদৰ হেতু বুলি অভিহিত কৰিলে অথবা ( সঙ্কেত=ইঙ্গিত ) ইঙ্গিত দিলে ; আঙ্গুলিয়াই দেখুৱালে ( ২২৮৯ ) | ১৫৫ |
| সঙ্কলন্ত | ত্যাগ কৰা ( ৪৬৬২ ) | ৩১৮ |
| সঙ্কলয় | সঙ্কল ( পুথি ) =বধকৰ। ( ২১২৫ ) | ১৪৪ |
| সঙ্কলি | জানি লৈ, বুজি লৈ, সম্পাদন কৰি ( ৩৬৯৪ ) | ২৫১ |
| সঙ্কলিয়া | ৰচনা কৰি, গোট খুৱাই ( ৬৯৮ ) | ৪৭ |
| সঙ্কিতে | অণুক্রমে ( ৪৬৭৮ ) | ৩১৯ |
| সঙ্কুল | সং—সম্+কুল+ক, সঙ্কীর্ণ, গহীন, ( ১৭১ ) | ১২ |
| সংক্রমণ | দুৱাৰ মুখ ( ৪৬৭৬ ) | ৩১৯ |
| সঙ্গতি | অৱস্থা ( ১৯০১ ) | ১২৮ |
| সঞ্চ | সাঁচি থোৱা ( ৪২০০ ) | ২৮৮ |
| সঞ্চৰিল | ( পুথি ) সঞ্চাৰ কৰিলে, গতি কৰিলে, সঞ্চাৰ হোৱা ( ৪৩৩৬ ) | ২৯৬ |
| সঞ্জিহাতে | সোঁহাতে ( ৬৭৬০ ) | ৪৬৯ |
| সজ্জন | ( সৎ+জন ) সজ্জন, সাধু লোক সৈতে ( ৭১৬৩ ) | ৪৯৮ |
| সঞ্জাত | সঁজাত, পতিয়ন, প্রত্যয়, বিশ্বাস। ( ২৫৮২ ) | ১৭৫ |
| সঞ্জালি | জ্বলাই, সম+জ্বল্ ( ১০৩ ) | ৭ |
| সঞ্জালোহো | ত্যাগ কৰো ( ৪১৬১ ) | ২৮৫ |
| সৈতৰি | সঙ্গী, লগৰীয়া ( ৭২৯৮ ) | ৫০৪ |
| সন্তলোক | জ্ঞানী লোক ( ১২১ ) | ৯ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
| --- | --- | --- |
| সন্তোষণ | ( সম্=ভালকৈ+তোষন ) সন্তুষ্ট ( ১৫১৬ ) | ১০৩ |
| সন্দেহ | ( সম্+দিশ=দেখুৱা ) বাৰ্ত্তা, বাতৰি, সমাচাৰ ( ৪৬৭২ ) | ৩১৮ |
| সন্দেশ | চেনি আৰু চানাৰে কৰা এবিধ মিষ্টান্ন ( ৪৬৩ ) | ৩১ |
| সন্ধি | ( সং—সম্=ভালকৈ+ধা=ধাৰণ কৰা ) মিলন, চুক্তি |  |
| সন্ধিকৈ | এবিধ ৰাজ বিষয়া, অভিজাত বংশৰ লোক ( ২২০৯ ) | ১৪৯ |
| সন্ধি | জোৰা, নিৰ্বন্ধ ( সং=সং+ধা, ধৰ ) ( ৮৫০ ) | ৫৯ |
| সন্ধুকিল | থমকি ৰোৱা, সুস্থিৰ হ'ল ( ২২৩৬ ) | ১৫২ |
| সন্ধুকিয়া | স্থিৰ হৈ, থমকি ৰৈ ( ২১৩৪ ) | ১৪৫ |
| সন্ধুক্ষণ | সং--সন্ধুক্ষণ=উদগণি। মূৰ্চ্ছিত অৱস্থাৰ পৰা পুনৰ চেতন পোৱা ( ১৭২৬ ) | ১১৭ |
| সনত কুমাৰ | ব্ৰহ্মাৰ পুতেক চাৰিজনৰ এজন চাৰিসিদ্ধৰ এজন ( ২৬১৩ ) | ১৭৭ |
| সনাইল | চোকা ( ৫৩৬১ ) | ৩৬৯ |
| সন্নিত | ( পুথি ) ওচৰ, কাষ ( ২৭৪৮ ) | ১৮৮ |
| সবাহাঙ্কো | সবাকো , সকলোকে ( ৩০৮৩ ) | ২১০ |
| সৰ্ব অংশ ধৰ | সকলো অংশ ব্যাপি ( ২৪২ ) | ১৮ |
| সমত | একেমত ( ১৫২১ ) | ১০৪ |
| সমন্নিতি | সহিতে, সং সমন্বিতে ( ১২০ ) | ৯ |
| সমসৰ | সমানৰ, সদৃশ, একে সমান ( ৩৯ ) | ৩ |
| সম্যক | যথেষ্ট ৰূপে, সৰ্বত : ( ১৭৪ ) | ১৩ |
| সম্পজিল | উপজিল ( ৪৩৪১ ) | ২৯৭) |
| সম্পিব | সমৰ্পিব, অৰ্পণ কৰিব, গতাব ( ১৫৮৪ ) | ১০৭ |
| সম্বৰিয়া | সামৰিবা, বোধ কৰিবা ( ১০৫ ) | ৭ |
| সম্ভৰ | গোটাই লৈ ( ( ৪০৪৬ ) | ২৭৬ |
| সম্ভৰে | ভৰত, ওজনত ( ৪৫৪৮ ) | ৩১১ |
| সম্ভূত | উৎপন্ন, জন্মা বা হোৱা ( ৫০২ ) | ৩৫ |
| সৰস | ( স=সৈতে+ৰস=আস্বাদ ) ৰসাল, ইন্দ্ৰিয়ৰ তৃপ্তিকাৰক ( ১৮৩৪ ) | ১২৪ |
| সৰাৱ | চৰু ( ১৫৯৩ ) | ১০৮ |
| সৰি | তুল্য, একে প্ৰকাৰৰ ( ১৫০৬ ) | ১০৩ |
| সৰিবড়ি | সদৃশ, তুল্য ( সৰিবৰি ) ( ২১৪ ) | ১৫ |
| সৰিসৃপ | ( সৰীসৃপ ) বুকুৰে বগাই যোৱা প্ৰাণী ( ২৬০৭ ) | ১৭৭ |
| স্ৰৱে | বৈ পৰা ( ১৮৯ ) | ১৪ |
| স্তম্ভিয়া | স্থিৰ হৈ ( ২৯১২ ) | ১৯৮ |
| সুবদনী | সুমুখী ( ৩০২৬ ) | ২০৪ |
| স্বৰ্গকোল | স্বৰ্গলৈ, স্বৰ্গৰ কাষলৈ ( ২৪৩৪ ) | ১৬৫ |
| স্বচিতে | নিজ মনেৰে ( চিত্তৰে ) ( ৯২২ ) | ৬৩) |
| স্বৰূপ | নিজৰূপ, নিজ আকৃতি ( ১৫০৫ ) ইয়াত ৰামচন্দ্ৰৰ স্বৰূপ মানে মূল ভগৱানৰ বা বিষ্ণুক বুজোৱা হৈছে। | ১০৩ |
| স্বস্ত্যায়ণ | সং—স্বস্তি=কুশল+অয়ন=আগ=মন, শান্তি কৰ্ম ( ১৭১৪ ) | ১১৬ |
| সয় | সহে, সহ্য কৰে ( ৪৫৪৩ ) | ৩১১ |
| সয়ম্বৰ শালা | ৰজাৰ জীয়েকে স্বামী বাছিবলৈ যতনোৱা ঠাই ; সয়ম্বৰ মণ্ডপ ( ২১২ ) | ১৫ |
| সাকুত | ( সং—সাকুত ) অৰ্থ পূৰ্ণ , অনুভূতিপূৰ্ণ, তৎপৰ ( ২৪৫৮ ) | ১৬৬ |
| সাঙ্কো | সাকো ( ৪৬৭৬ ) | ৩১৯ |
| সাঙ্গোপাঙ্গে | সম্পূৰ্ণৰূপে, আদ্যোপান্তে ( ৫০৪ ) | ৩৫ |
| সাজনীয় | সাজপাৰ, সঁজুলি ( সং—সজ্জা=ভূষণ ) ( ২১৯০ ) | ১৪৮ |
| সাঞ্জ | সন্ধ্যা, গধূলি, এবাৰ আহাৰ ( যেনে এসাজ ভাত ) ( ২৪১৭ ) | ১৬৪ |
| সাটিস্থটি | ইকাটি সিকাটি কৰা, |  |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| | ছাটিফুটি, গা লৰচৰ কৰা ( ৩৬২২ ) | ২৪৬ |
| সাম | সামন্ ( সং )=প্ৰিয়বাক্য ; মিঠাকথা, অনুৰঞ্জন, সন্তুষ্টি সাধন, পুৰ্ণমিলন, সন্ধি সংস্থাপন । ( ২৫২২ ) | ১৭০ |
| সামৰ্থ | উপযুক্ত, যি খিনি আৱশ্যকীয় ( ৩৮০৩ ) | ২৬০ |
| সম্প্ৰত | এতিয়া, সম্প্ৰতি ( ৪৬৪ ) | ৩১ |
| সাপত্ন্য | ( স=সৈতে+পত্নী=ভাৰ্য্যা ) ভাৰ্য্যাৰ সহিতে (১৭৪১) | ১১৮ |
| সাৰস | ( সৰস=সৰোবৰ ) বগলী জাতীয় এবিধ চৰাই ( ১৮৩৩ ) | ১২৪ |
| সাৰোল (?) | শৰালি, এবিধ চৰাই ( ৭১৮৮ ) | ৫০১ |
| সাৱহিতে | সাৱধানে, সতৰ্কতাৰে ( ৫১২৯ ) | ৩৫২ |
| সাস | সাহ, নিৰ্ভীকতা ( ২৪১৮) | ১৬৪ |
| সাহাষ্টম | সষ্টম, সাজু ( ৫৩৪৩ ) | ৩৬৮ |
| সিদ্ধশৰ | সকলোতে জয় লাভ কৰা শৰ ( ৪৪১২ ) | ৩০২ |
| স্ত্ৰীজিত | সং—স্ত্ৰী=তিৰোতা=জিত= পৰাজিত, তিৰোতাৰ অধীন, তিৰোতা সেৱকা ( ১৭৩২ ) | ১১৭ |
| সুকৃতে | ( সু+কৃত=যি কৰা হৈছে ) ধৰ্ম্ম, সৎ কৰ্ম ( ১৮৪৭ ) | ১২৫ |
| সুগুপুত গ্ৰন্থি | সৰু আঠু, সৰু গাঠি (১৮৩৪) | ১২৪ |
| সুচন্দ | লনি, শোভন ( ৫৫৫ ) | ৩৮ |
| সুজাইলা | হেৰুৱাইলা, ত্যাগ কৰিলে ( ৫১৫৪ ) | ৩৫৩ |
| সুজান | জনা, চতুৰ, বুদ্ধিয়ক ( ৮০৭ ) | ৫৫ |
| সুবলিত | ধুনীয়াকৈ কুন্দোৱা, ঘূৰণীয়া ( সং—সু=উত্তম+বলিত=ঘূৰণীয়া) ( ১৫০০ ) | ১০২ |
| স্ৰুৱ | হোমদণ্ড, হোম বা যজ্ঞত ঘিউ ঢালিবলৈ ব্যৱহাৰ কৰা কাঠৰ পাত্ৰ ( ৫০৯৫ ) | ৩৫০ |
| সুহায়ন | ( পুথি ) ( প্ৰাকৃ—শোহা, সং= শোভা=শুৱা ) সুশোভন ( ১৭৫৯ ) | ১১৯ |
| সেই | সেৱি, সেৱা কৰি ( ৪৯২৬) | ৩৩৮ |
| সেখাৰী | ( সখ=শখ ; এবিধ শামুক) শখৰ কাম কৰা লোক ( ২৩৮২ ) | ১৬১ |
| সেৱতিয়া | সেৱা যেয়ে কৰে, সেৱক ( ৪৯০০ ) | ৩৩৬ |
| সেৱলি | সেৱা, প্ৰণিপাত ( ২৫২৪ ) | ১৭০ |
| সৈহৰীৰ | ( হিং-সহৰ=নগৰ ) নগৰী, চহৰ, নগৰ ( ২২৪৯ ) | ১৫৩ |
| হতশেষে | অৱশিষ্ট, নিহত হৈ ৰোৱা ( ৪৩৭৮ ) | ৩০০ |
| হতাশন | অগ্নিৰ দৰে দাহক শক্তি থকা, ( হুতাশন ? ) ( ৫৫৭৩ ) | ৩৮৪ |
| হাকলেবিকলে | আকুলব্যাকুল হৈ ( ৩৬৪৫ ) | ২৪৮ |
| হাঙ্কাৰ | ( হিং-হাঁক্না=চিঞৰা, গৰ্জন কৰা ) চিঞৰি মতা, আদেশ দিয়া ( ১৯৩৬ ) | ১৩১ |
| হাঙ্গাৰি | মাতি, ঘোষণা কৰি সমবেত কৰা ( ৩৭৮৭ ) | ২৫৯ |
| হাটী বাটী | ঘৰ-বাৰী, হাটী=সমূহীয়া বসতিৰঠাই+বাটী=বাৰী ( ১৬৭ ) | ১২ |
| হাণ্ঠে | খোজ কাঢ়, বাট বুল ( ২১১২ ) | ১৪৩ |
| হাণ্ডি | হাতী, ( হাস্তিশাল-হাতীশাল ) ( ৪১৫২ ) | ২৮৪ |
| হাত গৰি | গতা মাৰা ( ৪৪৬৩ ) | ৩০৫ |
| হাত গোৰি | হাতেৰে বা মুঠি আদিৰে প্ৰহাৰ কৰা ( হাত গৰিৰ সমাৰ্থক্য ) ( ৪৯০২ ) | ৩৩৬ |
| হাতাজাৰি | হাতেৰে হেচা মাৰি ধৰি ( পাঠান্তৰ-হাতা গৰি ) ( ৫৫০৭ ) | ৩৭৯ |
| হাত হোৱে | হাত যোৱে ( ২১২১ ) | ১৪৪ |
| হাৰিঠা | হাইঠা গছ ( ৪০৮৮ ) | ২৮০ |
| হিঞ্চাহিঞ্চি | হেচাহেচি ( ৩৫৩৭ ) | ২৪০ |
| হিৰ্ম্মাণি | সং-হীৰঃ=সাপ+মণি সাপৰ মণি ( হীৰা আৰু মণি ? ) ( ১৬৪৪ ) | ১১১ |
| হিসাহিসি | হেচাহেচি ( ৩৯৪৪ ) | ২৬৯ |
| হুণ্ট্ৰি | বিচাৰি ( ৬৯১২ ) | ৪৮১ |
| হুমহুমি | হুক্ হুক্ কৈ ( ৭৩৩৮ ) | ৫১১ |
| হুয়াসি | হৈ আছে ( ৪৫২০ ) | ৩০৯ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| হেমৱন্ত | হিমালয় পৰ্বতৰ অধিপতি, অতি ধীৰ, অতি স্থিৰ ( ৮০৬ ) | ৫৫ |
| হ্রেষে | চিঁহৰে ( ঘোঁৰাৰ শব্দ ) ( ১৫০১ ) | ১০২ |
| | পাঠান্তৰে হ্রেসে ( সং হ্রেষতে ) | |
| ক্ষীৰোদধি | সাত সাগৰৰ ভিতৰত এখন, ক্ষীৰসাগৰ ( ৫৪৮ ) | ৩৭ |
| ক্ষৌমে | পাটৰ কাপোৰ ( ৪১৩৭ ) | ২৮৩ |

( ওপৰত ৰামায়ণৰ কঠিন শব্দ কিছুমানৰ সম্ভাৱিত অৰ্থ আৰু ব্যাখ্যা দিয়া হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ নিৰ্দ্দেশ আৰু তত্ত্বাৱধান অনুসৰি অধ্যাপক প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য আৰু অধ্যাপক গিৰীশচন্দ্ৰ দাসে এই শব্দাৰ্থবোৰ সঙ্কলন কৰিছে।—সম্পাদক। )

---

অন্ত

---